# সংজ্ঞা অভিধান

দৈনন্দিন জীৱনত সততে পৰিচিত হ'বলগীয়া হোৱা বিবিধ বিষয়ৰ
প্ৰায় ২,০০০ প্ৰয়োজনীয় সংজ্ঞাৰ সংকলন

# সংজ্ঞা অভিধান

[ দৈনন্দিন জীৱনত সততে পৰিচিত হ'বলগীয়া হোৱা বিবিধ বিষয়ৰ প্ৰায় ২,০০০ প্ৰয়োজনীয় সংজ্ঞাৰ সংকলন ]

শান্তনু কৌশিক বৰুৱা




জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী ৭৮১ ০০১

**SOINGYA ABHIDHAN** *(Literaly Dictionary of Terms)*
*a multi-disciplinary dictionary by Santanu Kausik Baruah and published by Nagen Sarma on behalf of JYOTI PRAKASHAN, Panbazar, Guwahati 781 001, Assam*

---

**First Edition** January 2010 **Price** Rs 200.00

**সংজ্ঞা অভিধান**

**সংকলন আৰু সম্পাদনা** শান্তনু কৌশিক বৰুৱা

**প্ৰকাশক** নগেন শৰ্মা, জ্যোতি প্ৰকাশন, পাণবজাৰ, গুৱাহাটী ৭৮১০০১

**প্ৰথম প্ৰকাশ** জানুৱাৰী, ২০১০

প্ৰীতিমা কৌশিক বৰুৱা

**বৰ্ণ সংস্থাপন আৰু অংগসজ্জা** বিতুস্মাণ বৰ্মন

**প্ৰচ্ছদ** মনজিৎ ৰাজখোৱা

**আৰ্হি পাঠক** অমল কৃষ্ণ ভৰালী

**মুদ্ৰক** আঙ্গিক প্ৰেছ, গোপীনাথ বৰদলৈ পথ, আমবাৰী, গুৱাহাটী-১

**মূল্য ঃ ২০০.০০ টকা**

আন্তৰিক ধন্যবাদেৰে
বন্ধুবৰ উৎপল দত্ত আৰু অচ্যুত কুমাৰ পাটোৱাৰীৰ হাতত ...
লেখা-মেলাৰ ক্ষেত্ৰত সন্মুখীন হোৱা যিকোনো অসুবিধা-খোকোজাত
যাক আটাইতকৈ বেছি আমনি কৰি আহিছোঁ ...

— শান্তনু কৌশিক বৰুৱা

## স্মৰণ আৰু কৃতজ্ঞতা

[নামসমূহ অসমীয়া বৰ্ণমালাৰ ক্ৰম অনুসৰি সজোৱা হৈছে]

অচ্যুত কুমাৰ পাটোৱাৰী, গুৱাহাটী
অদীপ ফুকন, গুৱাহাটী
অনুপম হাজৰিকা, গুৱাহাটী
অভিজিত শৰ্মা বৰুৱা, গুৱাহাটী
অমল কৃষ্ণ ভৰালী, গুৱাহাটী
উৎপল দত্ত, গুৱাহাটী
উৎপল বৰুৱা, গুৱাহাটী
খনীন্দ্ৰ কুমাৰ ডেকা, গুৱাহাটী
ছফৰ আহমেদ, গুৱাহাটী
জিয়াউৰ ৰহমান, গুৱাহাটী
তপন দাস, গুৱাহাটী
দিপ্‌লু ৰঞ্জন শৰ্মা, গুৱাহাটী
দেৱজ্যোতি বৰা, যোৰহাট
দ্বিপেন কলিতা, গুৱাহাটী
নগেন শৰ্মা, গুৱাহাটী
পৰীক্ষিত ঠাকুৰীয়া, গুৱাহাটী
পংকজ শৰ্মা, গুৱাহাটী
প্ৰাঞ্জল দলৈ, গুৱাহাটী
বিতুমণি বৰ্মন, গুৱাহাটী
বুলন কুমাৰ শইকীয়া, নাহৰকটীয়া
মল্লিকা শইকীয়া, গুৱাহাটী
মৃদুল দত্ত, গুৱাহাটী
সৰোজ বৰ্মন, গুৱাহাটী
সূৰজ বৰা, গুৱাহাটী

# নিবেদন

আমাৰ দৈনন্দিন জীৱনত সঘনে ব্যৱহৃত, চৰ্চিত এনে বহু শব্দ আছে, যিবোৰৰ সম্পূৰ্ণ অৰ্থ আমি বহুতেই নাজানো। প্ৰচলিত অভিধানতো সাধাৰণতে এনেধৰণৰ প্ৰসংগৰ ব্যাখ্যা পোৱা নাযায়। আপোনাৰ-মোৰ জীৱনত সততে প্ৰয়োজন হৈ থকা বা দৈনন্দিন জীৱনত সততে পৰিচিত হ'বলগীয়া হোৱা এনে বিবিধ বিষয়ৰ প্ৰায় ২,০০০ শব্দ বা প্ৰসংগৰ সংকলন **সংজ্ঞা অভিধান**। সাহিত্য-সাংবাদিকতা, কলা-সংস্কৃতি-চলচ্চিত্ৰ, বিজ্ঞান-দৰ্শন-মনোবিজ্ঞান, ৰাজনীতি-ৰাষ্ট্ৰনীতি-অৰ্থনীতি, ইতিহাস-প্ৰশাসন, ক্ৰীড়া, তথ্য প্ৰযুক্তি আদি সকলো ক্ষেত্ৰৰ প্ৰসংগক বৰ্ণানুক্ৰমিকভাৱে সংকলনটিত সন্নিবিষ্ট কৰিবলৈ প্ৰয়াস কৰা হৈছে, — য'ত আছে হাৰ্ডবেৰ-ছফটবেৰৰ পৰা অফছেট, মেগাপিক্সেললৈ; বিকেন্দ্ৰীকৰণ, বিশ্বায়নৰ পৰা এলজাইমাৰছ, কছমেটিক ছাৰ্জাৰীলৈ; গ্ৰেগুল্লাম, টুৱেণ্টি-২০ ক্ৰিকেটৰ পৰা নন্দনতত্ত্ব, উত্তৰ আধুনিকতাবাদলৈ বিবিধ প্ৰসংগৰ ব্যাখ্যা। একেদৰে অভিধানখনৰ শেষত সন্নিবিষ্ট কৰা হৈছে এখন ইংৰাজী-অসমীয়া পৰিভাষা। কেৱল ইংৰাজী শব্দটো জনা থাকিলেও পৰিভাষাখনে আপোনাক অভিধানখন ব্যৱহাৰ কৰাত সহায় কৰিব বুলি আশা কৰিছো।

অসমীয়া ভাষাত এনেধৰণৰ গ্ৰন্থৰ বাটকটীয়া আব্দুছ ছাত্তাৰৰ 'প্ৰসংগ-কোষ'। অৱশ্যে ইয়াত কেৱল নামবাচক শব্দসমূহে (proper names) সন্নিবিষ্ট কৰা হৈছিল। **সংজ্ঞা অভিধানত** সকলো বিষয়ৰে সংজ্ঞা সন্নিবিষ্ট কৰি ইয়াক এক পূৰ্ণাংগ আকৰ গ্ৰন্থৰ ৰূপ দিবলৈ প্ৰয়াস কৰা হৈছে।

প্ৰিয় পাঠক, এইখিনিতে এটা কথা উল্লেখ কৰি থ'ব খুজিছো। পৃথিৱীৰ আমি জানিবলগীয়া যিমান কথা আছে, সেইবোৰৰ সকলোতো দূৰৈৰ কথা, অধিকাংশকো এনে এখন কিতাপৰ পৃষ্ঠাত সন্নিবিষ্ট কৰা সম্ভৱ নহয়। অসমীয়া পাঠকৰ ক্ৰয় ক্ষমতাৰ কথাও মনত ৰাখি সংকলনটি এক নিৰ্দিষ্ট আকাৰ আৰু মূল্যৰ ভিতৰত সীমাবদ্ধ কৰিবলগীয়া হৈছে। তদুপৰি এনে এখন অভিধান সংকলন-সম্পাদনা কৰাৰ বাবে যি অধ্যয়ন, অধ্যৱসায় আৰু প্ৰশিক্ষণৰ প্ৰয়োজন তাৰ কোনোটোৱেই পৰ্যাপ্ত পৰিমাণে আমাৰ নাই। বিদ্যা-বুদ্ধিৰ সীমাবদ্ধতা, অজ্ঞতা আদিৰ বাবে অভিধানখনত সেয়ে হয়তো অনেক দোষ-ত্ৰুটি ৰৈ গৈছে; বহু সময়ত সন্নিবিষ্ট টোকাসমূহৰো দৈৰ্ঘ্য সমানুপাতিক হোৱা নাই। অন্তৰ্ভুক্ত নোহোৱা বিষয় বা প্ৰসংগৰ বাবেও আমাৰ অসামৰ্থ বিনাদ্বিধাই স্বীকাৰ কৰিছো। সেয়ে, অনুগ্ৰহ কৰি সংকলনটিত আপোনাৰ চকুত পৰা যিকোনো ত্ৰুটি-বিচ্যুতি আঙুলিয়াই দিলে পৰৱৰ্তী সংস্কৰণত সেইখিনি শুধৰোৱাৰ সুযোগ আমি নিশ্চয় পাম।

আমাৰ পূৰ্বৰ গ্ৰন্থকেইখনৰ দৰে এইখন গ্ৰন্থ যুগুতাওঁতেও বিভিন্নজনৰ প্ৰত্যক্ষ আৰু পৰোক্ষ সহায় আমি ল'বলগীয়া হৈছে। সেইসকলৰ ভিতৰত প্ৰথমেই আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জনাইছো ধনদাক (অভিজিত শৰ্মা বৰুৱা), — যাৰ উৎসাহজনক সহযোগিতা আৰু সহায় অবিহনে এই সংকলন কেতিয়াও সম্ভৱ নহ'লহেঁতেন।

আমাৰ পূৰ্বৰ গ্ৰন্থকেইখনৰ দৰে এইখন গ্ৰন্থও যত্নেৰে প্ৰকাশ কৰি উলিয়াইছে দাদা নগেন শৰ্মাই। যান্ত্ৰিক বিনয় নহয়, আন্তৰিকতাৰে স্বীকাৰ কৰিছো, নগেনদাৰ এনে উৎসাহ আৰু আন্তৰিক সহযোগিতা মোৰ লেখক জীৱনৰ আঁৰৰ ঘাই চালিকা শক্তি।

সংকলনটিত সন্নিৱিষ্ট তথ্য-প্ৰযুক্তি সম্পৰ্কীয় কেইবাটাও টোকা যুগুতাই সহায় কৰিছে দেৱজ্যোতিয়ে (দেৱজ্যোতি বৰা)। একেদৰে বৰ্ণ সংস্থাপন আৰু আৰ্হি পাঠৰ কামখিনিও নিয়াৰিকৈ কৰি দিছে ভ্ৰাতৃপ্ৰতিম বিতু (বিতুমণি বৰ্মন) আৰু অমলে (অমল কৃষ্ণ ভৰালী)। এওঁলোক আটাইৰে সহায় কৃতজ্ঞচিত্তে মনত ৰাখিম।

শেষত, প্ৰীতিমাৰ শলাগ ল'লো, — মোৰ প্ৰতিখন পুথি প্ৰকাশৰ আঁৰত যাৰ প্ৰেৰণা তথা সহযোগিতা সৰ্বাধিক আৰু সন্দেহাতীত।

*শান্তনু কৌশিক বৰুৱা*

C15 অমৃতকুঞ্জ এপাৰ্টমেন্ট, লখিমী নগৰ (পঞ্জাব নেচনেল বেংকৰ সমীপত),
গণেশগুৰি, গুৱাহাটী ৭৮১ ০০৫
e-mail : santanu_kausik@rediffmail.com ■ santanukausik@gmail.com
Ph. 94350 89375, 97073 21718

# প্ৰসংগ সূচী

আ

**ই**

# অ

## অকাডেমি, একাডেমী *Akademi, Academy*

অকাডেমি বা একাডেমীৰ আভিধানিক অৰ্থ গ্ৰীক দাৰ্শনিক তথা শিক্ষাবিদ প্লেটোৰ দৰ্শনশাস্ত্ৰৰ টোল; শিক্ষায়তন; সাংস্কৃতিক পৰিষদ আদি। আনুমানিক খ্ৰীষ্টপূৰ্ব ৩৮৭-ত গ্ৰীচৰ এথেন্সৰ উপকণ্ঠ অঞ্চলৰ অকাডেমীয়া নামৰ এখন বাগিচাত প্লেটোৱে তেওঁৰ শিষ্যসকলক শিক্ষাদান কৰিছিল। তাৰে পৰাই অকাডেমি শব্দটোৰ উদ্ভৱ। অকাডেমি আদিতে আছিল কাব্যাদিৰ অধিষ্ঠাত্ৰী ন-গৰাকী গ্ৰীক দেৱী 'মিউজ'ৰ প্ৰাৰ্থনাৰ বাবে এটা সংস্থা। অকাডেমীয়া বাগিচাত পতা প্লেটোৰ সেই শিক্ষাকেন্দ্ৰক পশ্চিমীয়া দেশসমূহৰ প্ৰথম বিশ্ববিদ্যালয়ৰূপে আখ্যা দিয়া হয়। ইয়াৰ বহু বছৰ পাছত সপ্তদশ আৰু অষ্টাদশ শতিকাৰ ইংলেণ্ডত এক নতুন উদাৰ আৰু বাস্তৱধৰ্মী শিক্ষা প্ৰতিষ্ঠানৰ গৌৰৱ লৈ অকাডেমিৰ পুনৰুত্থান ঘটে। মিল্টনৰ মানৱতাধৰ্মী বাস্তৱবাদৰ লগত যুক্ত হৈ ইংলেণ্ডত অকাডেমি আন্দোলনৰ সূত্ৰপাত হয়। জন লকৰ শিল্পাদৰ্শই এই আন্দোলনৰ শক্তি বৃদ্ধি কৰিছিল। এই আন্দোলনৰ ফলস্বৰূপেই শিক্ষায়তনৰ পাঠ্যক্ৰমত বিজ্ঞান শিক্ষাই স্বীকৃতি লাভ কৰে। অষ্টাদশ শতিকাৰ মাজভাগত আমেৰিকাতো অকাডেমি নামৰ শিক্ষা প্ৰতিষ্ঠানৰ উদ্ভৱ হয়। বিপ্লৱ-পৰৱৰ্তী আমেৰিকাত অকাডেমিয়ে প্ৰধান শিক্ষা প্ৰতিষ্ঠানৰ গৌৰৱ লাভ কৰিছিল। শিক্ষাৰ জৰিয়তে স্বাধীন আৰু উদাৰ চিন্তা, যুক্তিবোধ আৰু বাস্তৱ চেতনাৰ বিকাশ সাধনত অকাডেমিৰ ভূমিকাই ঐতিহাসিক তাৎপৰ্য বহন কৰি আহিছে। বৰ্তমানে অকাডেমি বুলিলে সাধাৰণভাৱে কোনো উন্নত শিক্ষা-প্ৰতিষ্ঠান বা বিদ্বৎ সমাজ বা সামাজিক, সাংস্কৃতিক, মানৱিক বা বৈজ্ঞানিক দিশৰ বিশেষ অধ্যয়নক সামৰি সেইবোৰৰ অধ্যয়নৰ জৰিয়তে উন্নতি সাধন কৰা অনুষ্ঠানক বুজায়। ভাৰত চৰকাৰে ভাৰতীয় সংগীত, নৃত্য, নাটকৰ উৎকৰ্ষৰ উদ্দেশ্যে ১৯৫৩ চনত সংগীত নাটক একাডেমী, ভাৰতীয় কলাৰ পৃষ্ঠপোষকতা আৰু সংবৰ্ধনৰ বাবে ১৯৫৪ চনত ললিত কলা একাডেমী আৰু সেই বছৰে ভাৰতীয় সাহিত্যৰ উৎকৰ্ষ সাধন তথা বিভিন্ন ভাৰতীয় ভাষা-সাহিত্যৰ মাজত সমন্বয় আৰু ইয়াৰ যোগেদি দেশৰ সাংস্কৃতিক ঐক্য শক্তিশালী কৰাৰ উদ্দেশ্যে সাহিত্য অকাডেমি প্ৰতিষ্ঠা কৰে।

## অকাল কুষ্মাণ্ড

অসময়ত হোৱা কোমোৰা (উপহাস অৰ্থত); অমংগলীয়া বস্তু বা প্ৰাণী; কোনো কামৰে অনুপযুক্ত ব্যক্তি।

## অকালবোধন

আভিধানিক অৰ্থ পূজাৰ বাবে দেৱ-দেৱীক অকালতে আহ্বান কৰা। কিংবদন্তি অনুসৰি অতীজতে সুৰথ ৰজাই বসন্ত কালত প্ৰথম দুৰ্গাপূজা কৰিছিল। তাৰ পাছত বহুকাল ধৰি পৰম্পৰাগতভাৱে বসন্ত কালতেই দুৰ্গাপূজা অনুষ্ঠিত হৈ অহা হেতুকে বসন্ত কালেই দুৰ্গাপূজাৰ প্ৰশস্ত কাল হৈ উঠিছিল। ত্ৰেতা যুগত ৰামচন্দ্ৰই যেতিয়া ৰাৱণ বধ কৰিবলৈ দেৱী দুৰ্গাৰ সহায় অপৰিহাৰ্য বুলি উপলব্ধি কৰিলে তেতিয়া ব্ৰহ্মাই ৰামক অকালতে, অৰ্থাৎ, শৰৎ কালতে দুৰ্গাপূজা কৰাৰ বিধি দিলে। সেই অনুসৰি ৰামে অকালতে দেৱী দুৰ্গাৰ বোধন কৰিছিল। শৰৎ কালত দুৰ্গাপূজা কৰাৰ পাছত শাৰদীয় দুৰ্গাপূজাই লোক-সমাজত বিশেষভাৱে প্ৰচলিত হ'ল। বসন্ত কালৰ দুৰ্গাপূজা বাসন্তী পূজা নামে পৰিচিত। শাৰদীয় পূজাত কৰা দেৱীৰ বোধনক অকালবোধন বুলি কোৱা হয়।

বহু সমাজবিজ্ঞানীৰ মতে অকালবোধনৰ অৰ্থ হ'ল অসময়ত যৌন উন্মেষ। শৈশৱত ল'ৰা-ছোৱালীৰ মনত যৌনবোধ সুপ্ত অৱস্থাত থাকে। সাধাৰণতে কৈশোৰৰ শেষৰ ফালে দেহ-মনত ইয়াৰ প্ৰকাশ ঘটে; কিন্তু কদাচিৎ এই নিয়মৰ ব্যতিক্ৰম দেখা যায়। অৰ্থাৎ, শৰীৰ আৰু আচৰণত যৌন লক্ষণ প্ৰকাশ পায়। ইয়ে অকালবোধন।

## অ-কাহিনী চলচ্চিত্ৰ *Non-Feature Film*

অ-কাহিনী চলচ্চিত্ৰ মূলতঃ এখন তথ্যচিত্ৰ (documentary)। এটা বিশেষ সমস্যা বা বিষয়ৰ ওপৰত পোনপটীয়াভাৱে আলোকপাত কৰাটোৱেই ইয়াৰ প্ৰধান উদ্দেশ্য। নেপথ্যত ভাহি অহা বৰ্ণনাৰ জৰিয়তে দৰ্শকক সেই সম্পৰ্কে ক'বলগীয়াখিনি কোৱা হয়। মূল চৰিত্ৰৰ সংলাপ, গান, নাচো তাত অৱশ্যে থাকিব পাৰে। কিন্তু সেইবোৰো সেই নিৰ্দিষ্ট বিষয়ৰ লগত সম্পৰ্কিত হয়। কাহিনী চলচ্চিত্ৰত থকা মনোৰঞ্জনৰ আহিলা সাধাৰণতে অ-কাহিনী চলচ্চিত্ৰত নাথাকে। গতিকে এইবোৰে বৃহৎসংখ্যক দৰ্শকক আকৰ্ষণ কৰিব নোৱাৰে। কিন্তু তেনে ব্যৱসায়িক দৃষ্টিভংগীৰে অ-কাহিনীমূলক চলচ্চিত্ৰ এখন নিৰ্মাণ কৰাও নহয়। আমাৰ দেশত ভাৰত চৰকাৰৰ ফিল্ম ডিভিজন বা আন কোনো প্ৰযোজকে সাধাৰণতে এনে চলচ্চিত্ৰৰ বাবে অৰ্থৰ যোগান ধৰে।

## অকুপেছনেল ডিজিজ *Occupational Disease*

কোনো নিৰ্দিষ্ট পেশা বা বৃত্তিৰ লোকৰ হোৱা ৰোগ; পেশাগত ৰোগ। বিভিন্ন পেশা বা বৃত্তিত নিযুক্ত লোকৰ পেশাগত কাৰণত বা নিজ পেশাৰ দাবীত বহুসময় এটা বিশেষ ভংগীত বহি বা থিয় হৈ থাকিবলগীয়া হয়। এনে অৱস্থাত শৰীৰৰ কোনো কোনো অংগ-প্ৰত্যংগৰ নিষ্ক্ৰিয়তা বা ক্ষয়ে দেখা দিয়ে। দৈনিক বহুসময় একে ভংগীত বহি কাম কৰিলে কঁকালৰ বিষ হ'ব পাৰে, কান্ধ বেঁকা কৰি কাম কৰিলে স্পণ্ডিলাইটিছ (লেখক-সাংবাদিক আৰু সোণাৰিৰ মাজত এনে ৰোগৰ প্ৰকোপ বেছি) হ'ব পাৰে। এনেধৰণৰ ৰোগকে সাধাৰণভাৱে অকুপেছনেল ডিজিজ বোলা হয়।

## অকুপেছনেল থেৰাপী *Occupational Therapy*

মানসিক তথা শাৰীৰিকভাৱে অক্ষম লোকে আনৰ ওপৰত নিৰ্ভৰ নকৰাকৈ দৈনন্দিন কাম-কাজ সুচাৰুৰূপে যাতে কৰিব পাৰে তাৰ বাবে তেনে লোকক প্ৰদান কৰা চিকিৎসা। শাৰীৰিক

বা মানসিকভাৱে অক্ষম লোকে দৈনন্দিন কাম-কাজ সুচাৰুৰূপে কৰিবৰ বাবে কেতবোৰ বিশেষ দক্ষতা আহৰণ কৰিব লাগে, যাতে তেওঁলোক আনৰ বোজা হৈ নপৰে। এনে দক্ষতা (যেনে ঃ কাপোৰ পিন্ধা, খোৱা, গা-ধোৱা, সঠিকভাৱে হাত-ভৰি সঞ্চালন কৰিব পৰা) আহৰণৰ বাবে যি ধৰণৰ চিকিৎসা বা প্ৰশিক্ষণ প্ৰদান কৰা হয়, সেয়ে অকুপেছনেল থেৰাপী। ইয়াৰ বাবে বহু সময়ত ব্যক্তিৰ দেহত কৃত্ৰিম অংগ আদিও সংস্থাপন কৰা হয়।

**অক্টেভ** *Octave*

অক্টেভ শব্দটো লেটিন অক্টোভাৰ পৰা আহিছে। ইয়াৰ অৰ্থ অষ্টম (eight)। ভাৰতীয় সংগীতত যিদৰে সপ্তক বা সপ্তস্বৰ, পশ্চিমীয়া সংগীতত তেনেদৰে অক্টেভ শব্দটোৰ প্ৰচলন আছে। অৱশ্যে পাশ্চাত্য সংগীতত অক্টেভ শব্দটোৰ একাধিক অৰ্থ প্ৰচলিত। যিকোনো স্বৰৰ ওপৰৰ ফালে বা তলৰ ফালে আঠটা স্বৰৰ ব্যৱধানত যি স্বৰ, — তাকে অক্টেভ বোলা হয়। অৰ্থাৎ, আঠ ডিগ্ৰীৰ ব্যৱধানযুক্ত স্বৰেই অক্টেভ। ইয়াৰ দ্বিতীয় এটা অৰ্থও আছে। যিকোনো স্বৰৰ লগত তাৰ অক্টেভৰ ব্যৱধানকো অক্টেভ বোলা হয়। ভাৰতীয় সংগীতত অৱশ্যে অক্টেভ বা অষ্টক নহয়, সপ্তক বা সপ্তস্বৰ শব্দটোহে প্ৰচলিত। আমাৰ স্বৰগ্ৰামত সা বা ষড়জৰ পৰা নি বা নিষাদ (সা ৰে গা মা পা ধা নি) পৰ্যন্ত সাতটা স্বৰক লৈয়ে এটা সপ্তক।

কবিতাতো অক্টেভ শব্দটোৰ প্ৰচলন আছে। আঠটা পংক্তি থকা স্তৱকক সাহিত্যত অক্টেভ বোলা হয়। অসমীয়া ভাষাত ই সাধাৰণতে অষ্টক নামে পৰিচিত।

**অক্টোভো** *Octavo*

কিতাপ-আলোচনী আদি ছপাৰ পাছত আঠপতীয়া / যোল্ল পৃষ্ঠা কৰিবৰ বাবে কৰা গোট। কিতাপ-আলোচনী আদি ছপা কৰোঁতে মুদ্ৰকে একোখিলা ডাঙৰ কাগজত (sheet) ছপা কৰে। ছপা হোৱাৰ পাছত তাক ভাঁজ লগাই আঠপতীয়া / যোল্ল পৃষ্ঠা কৰিলে তাক কোৱা হয় অক্টেভো। আধুনিক ছপাৰ-বন্ধাত অক্টোভো জোখৰ পৃষ্ঠাই সৰ্বাধিক প্ৰচলিত।

**অক্টোবৰ বিপ্লৱ** *October Revolution*

১৯১৭ চনত ৰুছ দেশ বা ৰাছিয়াত সংঘটিত ঐতিহাসিক বিপ্লৱ; ৰুছ বিপ্লৱ বা প্ৰথম সমাজতান্ত্ৰিক বিপ্লৱ নামেৰেও সমধিক প্ৰসিদ্ধ। তৎকালীন ৰাছিয়াৰ জাৰৰ স্বৈৰাচাৰী শাসনৰ প্ৰতিবাদত সংঘটিত এই বিপ্লৱৰ পৰিণতিত ৰাছিয়াত ৰাজতন্ত্ৰ বা জাৰতন্ত্ৰৰ অৱসান ঘটে; প্ৰতিষ্ঠা হয় পৃথিৱীৰ প্ৰথম সমাজতান্ত্ৰিক ৰাষ্ট্ৰৰ। ৰাছিয়াৰ বলছেভিক দলৰ নেতৃত্বত ১৯১৭ চনৰ ৭ নৱেম্বৰত এই বিপ্লৱে পূৰ্ণতা লাভ কৰে যদিও ৰাছিয়াৰ দিনপঞ্জী অনুযায়ী ৭ নৱেম্বৰ আছিল ২৫ অক্টোবৰ। সেয়ে ই অক্টোবৰ বিপ্লৱ নামে প্ৰখ্যাত। *লগতে চাওক বলছেভিক*

**অক্সফোৰ্ড আন্দোলন** *Oxford Movement*

১৮৩৩ চনৰ পৰা ১৮৪১ চনলৈকে ইংলেণ্ডৰ অক্সফোৰ্ডক কেন্দ্ৰ কৰি সংঘটিত ধৰ্মীয় আন্দোলন। ইংলেণ্ডৰ গিৰ্জাসমূহৰ পৰা সনাতন নীতি আৰু মূল্যবোধ বহুখিনি অন্তৰ্হিত হৈছে বুলি অভিযোগ তুলি কেইগৰাকীমান যাজকে এই আন্দোলন গঢ়ি তুলিছিল। অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ জন কেবল নামৰ যাজক অধ্যাপক এজনে এই আন্দোলনৰ সূত্ৰপাত কৰা বাবে ইতিহাসত ই অক্সফোৰ্ড আন্দোলন নামে প্ৰসিদ্ধ। তৎকালীন ইংলেণ্ডৰ কেইবাগৰাকী

প্ৰসিদ্ধ ধৰ্মযাজক এই আন্দোলনৰ লগত জড়িত আছিল। কিন্তু গিৰ্জাত পুনৰ ভাঙোন আনিবলৈ ষড়যন্ত্ৰ কৰা হৈছে বুলি অভিযোগ তুলি অক্সফোৰ্ড আন্দোলনক নিষিদ্ধ কৰা হয়। মূলতঃ ধৰ্মীয় আন্দোলন হ'লেও অক্সফোৰ্ড আন্দোলনৰ প্ৰভাৱ সাহিত্য, শিল্পকলা আদিতো পৰিছিল।

**অক্সাইড** *Oxide*

অক্সিজেনৰ সংযোগত গঠিত যৌগ। সাধাৰণতে বেছিভাগ মৌলিক পদাৰ্থই অক্সিজেনৰ লগত যোগ হৈ অক্সাইড গঠন কৰে। উদাহৰণস্বৰূপে হাইড্ৰোজেনৰ লগত অক্সিজেনৰ সংযোগ হৈ যি অক্সাইডৰ সৃষ্টি কৰে তাৰ নাম হাইড্ৰোজেন অক্সাইড — যাক আমি পানী বুলি জানো। লোত মামৰে ধৰাটো অক্সাইডৰ আন এটা উদাহৰণ।

**অক্সাইডেছন** *Oxidation*

গেছ বা মৌলৰ লগত অক্সিজেন সংযোগ হোৱা বিক্ৰিয়া বা প্ৰক্ৰিয়া; জাৰণ। কোনো বিক্ৰিয়াত যৌগৰ পৰা হাইড্ৰোজেন অপসাৰিত হ'লে তাকো অক্সাইডেছন বোলা হয়।

**অক্সি-এচিটিলিন শিখা** *Oxy-acetylene Flame*

অক্সিজেন গেছৰ লগত এচিটিলিন গেছ মিহলাই জ্বলালে উৎপন্ন হোৱা উচ্চ তাপৰ অগ্নিশিখা। লোতীখা আদিৰ দৰে কঠিন ধাতৱ পদাৰ্থ কাটিবলৈ, গলাবলৈ আৰু জোৰা লগাবলৈ এই শিখা ব্যৱহাৰ কৰা হয়। সাধাৰণতে এই শিখাত ৭০ ভাগ অক্সিজেন আৰু ৩০ ভাগ এচিটিলিন গেছ থাকে। এই প্ৰক্ৰিয়াৰ বাবে বিশেষভাৱে নিৰ্মিত নলীৰ নাম ৱেল্ডিং টৰ্চ; প্ৰক্ৰিয়াটোৰ নাম গেছ ৱেল্ডিং।

**অক্সিন** *Auxin*

উদ্ভিদৰ বৃদ্ধি আৰু বিকাশ নিয়ন্ত্ৰণ কৰা এক শ্ৰেণীৰ হৰমোন। সাধাৰণতে গছৰ আগলি অংশত থকা অক্সিনে গছৰ বৃদ্ধিৰ পৰিমাণ, ধৰণ আৰু দিশ নিৰূপণ কৰে। ৰসায়নাগাৰত কৃত্ৰিম উপায়েৰেও অক্সিন প্ৰস্তুত কৰিব পৰা হৈছে।

**অক্সেনোমিটাৰ** *Auxanometer*

উদ্ভিদৰ যিকোনো অংশৰ দীঘ-বৃদ্ধিৰ হাৰ পৰিমাপক যন্ত্ৰ।

**অগস্ত্য যাত্ৰা**

যি যাত্ৰা কৰি অগস্ত্য মুনি ঘূৰি নাহিল; উভতি নহা যাত্ৰা; নিষিদ্ধ যাত্ৰা। অগস্তি যাত্ৰা নামেৰেও পৰিচিত। বেদৰ মন্ত্ৰস্ৰষ্টা ঋষি অগস্ত্য আছিল বিন্ধ্য পৰ্বতৰ গুৰু। এবাৰ বিন্ধ্য পৰ্বতৰ ইচ্ছা হ'ল যে সূৰ্যই বিন্ধ্যকো প্ৰদক্ষিণ কৰিব লাগিব। বিন্ধ্যৰ এই প্ৰস্তাৱত সূৰ্য অমান্তি হোৱাত বিন্ধ্যই খঙতে নিজৰ দেহ বঢ়াই সূৰ্যৰ গতি ৰোধ কৰিবলৈ উদ্যত হ'ল। উপায়ান্তৰ হৈ দেৱতাসকলে ইয়াৰ পৰিত্ৰাণ বিচাৰি অগস্ত্য ঋষিৰ কাষ চাপিল। দেৱতাসকলৰ অনুৰোধত অগস্ত্য বিন্ধ্য পৰ্বতৰ ওচৰলৈ গ'ল। গুৰুক দেখি বিন্ধ্যই মূৰ দোঁৱাই সেৱা জনালে। বিন্ধ্যক অগস্ত্যই ক'লে, 'মই যেতিয়ালৈকে উভতি নাহো তেতিয়ালৈকে তুমি যেন এনেদৰে

মূৰ দোঁৱাই থাকা।' বিন্ধ্যক এই অৱস্থাত ৰাখি অগস্ত্য বিন্ধ্য পৰ্বত পাৰ হৈ দক্ষিণলৈ যাত্ৰা কৰিলে আৰু কোনোদিন উভতি নাহিল। এয়ে অগস্ত্য যাত্ৰা। অগস্ত্যই যাত্ৰা কৰাৰ দিনটো আছিল ভাদ মাহৰ এক তাৰিখ! সেয়ে ভাদ মাহৰ এক তাৰিখটো শুভযাত্ৰাৰ বাবে নিষিদ্ধ বুলি বিবেচিত হয়। কালক্ৰমত প্ৰতিটো মাহৰে প্ৰথম দিনটো শুভযাত্ৰাৰ বাবে নিষিদ্ধ হিচাপে পৰিগণিত হয়। সেয়ে প্ৰতি মাহৰ প্ৰথম দিনটোকো অগস্ত্য যাত্ৰা বুলি কোৱা হয়।

## অগ্নিকোণ

পূব আৰু দক্ষিণ দিশৰ মধ্যৱৰ্তী কোণ। এই কোণৰ দিক্‌পাল অগ্নি; সেয়ে ইয়াৰ নাম অগ্নিকোণ। *লগতে চাওক অষ্টদিশ*

## অগ্নিহোত্ৰ

ব্ৰাহ্মণৰ নিতৌ কৰণীয় হোম। প্ৰাচীন ভাৰতৰ বৈদিক ব্ৰাহ্মণে গুৰুৰ গৃহত বেদ অধ্যয়ন শেষ হ'লে ঘৰলৈ উভতি আহি এক জুইশাল বা অগ্নিশাল স্থাপন কৰি তাত এটা চতুষ্কোণী বেদী নিৰ্মাণ কৰিব লাগিছিল। সেই বেদীৰ তিনিফালে তিনিভাগ যজ্ঞাগ্নি স্থাপন কৰা হৈছিল। পূব দিশৰ অগ্নিৰ নাম আছিল আহ্বনীয়; এই অগ্নিক সকলো সময়তে জ্বলাই ৰাখিব লাগিছিল আৰু ইয়াতে গৃহস্থই প্ৰতিদিন যজ্ঞ কৰিছিল। এই প্ৰত্যহিক যজ্ঞৰে নাম অগ্নিহোত্ৰ। যি এই যজ্ঞ কৰিছিল তেওঁ কোৱা হৈছিল অগ্নিহোত্ৰী। অৱশ্যে পাছলৈ ইয়াৰ আন এটা অৰ্থও কৰা হ'ল — সাগ্নিক।

## অগ্ৰনেতা

*এভেন গাৰ্ড চাওক*

## অঘোৰ চতুৰ্দশী

ভাদ মাহৰ কৃষ্ণ চতুৰ্দশী তিথি। শিৱলোক প্ৰাপ্তিৰ অৰ্থে এই দিনটোত শিৱপূজা কৰা হয়।

## অজান্তিমুলুক

মূল নাম 'এজেণ্টিমুলুক'; ইংৰাজ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্টে অসমত শাসন চলোৱাৰ সময়ত প্ৰচলিত শব্দ। এজেণ্টি, অৰ্থাৎ, এজেণ্ট; মুলুক, অৰ্থাৎ, দেশ। কালক্ৰমত এই এজেণ্টিমুলুকেই মানুহৰ মুখত পৰি অজান্তিমুলুক হয়গৈ। বৰ্তমান নজনা, নুশুনা ঠাই বুজাবলৈ শব্দটো ব্যৱহাৰ কৰা হয়। ইংৰাজসকলে মুখ্যতঃ অসমৰ দিহিংমুখৰ পৰা উজাই চিংফৌ-খামতি পৰ্বতলৈকে এই অঞ্চলক 'এজেণ্টিমুলুক' নিৰ্দেশ কৰিছিল।

## অজ্ঞাবাদ *Agnosticism*

দাৰ্শনিক মতবাদ। শব্দটো গ্ৰীক *Agnostos*-ৰ পৰা আহিছে। ইয়াৰ অৰ্থ, 'যাৰ বিষয়ে জনা নাযায়।' দাৰ্শনিক মতবাদ হিচাপে অজ্ঞাবাদ যোৱা ডেৰশ বছৰ ধৰি পশ্চিমীয়া দেশবোৰত আলোচিত হৈ আহিছে যদিও, ইয়াৰ উদ্ভৱ সম্ভৱতঃ অতি প্ৰাচীন কালত। অজ্ঞাবাদে বিশ্বাস কৰে যে আত্মা বা ঈশ্বৰ হ'ল এটি অতীন্দ্ৰিয় সত্তা আৰু সেই অতীন্দ্ৰিয় সত্তা সম্বন্ধে কোনো জ্ঞান লাভ কৰা সম্ভৱ নহয়। অধিক স্পষ্টকৈ ক'বলৈ গ'লে ঈশ্বৰ আছে নে নাই সেই সম্পৰ্কে এজন অজ্ঞাবাদীয়ে একোকে নাজানে। কোনোৱে কয়, ঈশ্বৰ নাই; কোনোৱে কয়, ঈশ্বৰ

আছে। কোনোবাই অতীন্দ্ৰিয় সত্তাক সম্পূৰ্ণ অগ্ৰাহ্য কৰে। কোনোবাই আকৌ কয়, অতীন্দ্ৰিয় সত্তাক নিশ্চয় জানিব পাৰি। অজ্ঞাবাদে এই দুয়োটাৰে মাজত এক মধ্যম পন্থা অৱলম্বন কৰে। আধুনিক অজ্ঞাবাদৰ প্ৰথম প্ৰবক্তা হিচাপে ইংৰাজ জীৱবিজ্ঞানী টমাছ হেনৰী হাক্সলিক (Thomas Henry Huxley, ১৮২৫-১৮৯৫) আখ্যায়িত কৰা হয়। ১৮৬৯ চনত লণ্ডনৰ এখন সভাত তেওঁ নিজকে অজ্ঞাবাদৰ সমৰ্থক বুলি ঘোষণা কৰে। আধুনিক অৰ্থত অজ্ঞাবাদ শব্দটোৰো প্ৰবৰ্তক আছিল হাক্সলি। পাছত তেওঁ এই তত্ত্বৰ বিশেষ ব্যাখ্যাও আগবঢ়ায়। অজ্ঞাবাদে ঈশ্বৰৰ অস্তিত্ব সম্পৰ্কে অজ্ঞতাৰ কথাই নকয়, সকলোধৰণৰ অতীন্দ্ৰিয় সত্তাৰ বিষয়ে জ্ঞানৰ অভাৱৰ কথাও কয়।

**অটোমেছন** *Automation*

মানুহেহে যিবোৰ কাম কৰিব পাৰে, সেইবোৰ কাম ইলেকট্ৰনিক সঁজুলি, যন্ত্ৰ, কম্পিউটাৰ আদিৰ সহায়ত কৰা। শিল্পোদ্যোগ আৰু আন বহু ক্ষেত্ৰৰ কাম-কাজ সম্পাদনাত স্বয়ংক্ৰিয় যন্ত্ৰাদিৰ ব্যৱহাৰ; স্বয়ংক্ৰিয়কৰণ; যান্ত্ৰিকীকৰণ। যন্ত্ৰৰ ব্যৱহাৰত মানুহৰ শ্ৰম বা নিয়ন্ত্ৰণ নাথাকে বা থাকিলেও ন্যূনতম থাকে বাবে তাত শ্ৰমশক্তিৰ ব্যৱহাৰো কম হয়। অটোমেছনত অধিকাংশ ক্ষেত্ৰত মানুহৰ কাম যন্ত্ৰই সমাধা কৰে, সময়ো লাগে তুলনামূলকভাৱে কম। শ্ৰমিক-কৰ্মচাৰীৰ সলনি স্বয়ংক্ৰিয় যন্ত্ৰৰ প্ৰৱৰ্তন ভাৰতৰ দৰে দেশত তীব্ৰ প্ৰতিক্ৰিয়া তথা বিৰোধিতাৰ সন্মুখীন হৈছিল।

**অণুজীৱ বিদ্যা**

*মাইক্ৰোবায়োলজী চাওক*

**অতিতাৰকাপুঞ্জ**

*তাৰকাৰাজ্য চাওক*

**অতি নাটক**

*মেলোড্ৰামা চাওক*

**অতি পৰিবাহিতা** *Superconductivity*

পাৰা, মেগনেছিয়াম, সীহ, এলুমিনিয়াম আৰু আন কিছুমান ধাতু তথা কিছুমান সংকৰ ধাতুৱে অতি কম উষ্ণতাত প্ৰদৰ্শন কৰা অস্বাভাৱিকভাৱে বেছি বৈদ্যুতিক পৰিবাহিতা। কোনো কোনো ধাতু বা সংকৰ ধাতু পৰমশূন্য উষ্ণতাৰ (-২৭৩ ডিগ্ৰী চেলছিয়াছ) কাষ পালে বা সম্ভাব্য নিম্নতম তাপমাত্ৰা পালেগৈ সেই ধাতু বা সংকৰ ধাতুৰ ৰোধ বা প্ৰতিৰোধ সম্পূৰ্ণ লুপ্ত হয়। তেতিয়া সেই পদাৰ্থটো চূড়ান্তভাৱে পৰিবাহী (conductive) হৈ পৰে। পদাৰ্থৰ এই অৱস্থাৰে নাম অতি পৰিবাহিতা। ১৯১১ চনত নেদাৰলেণ্ডছৰ বিজ্ঞানী হেইকে অন্‌নেছে (Heike Onnes) প্ৰথম অতি পৰিবাহিতাৰ তত্ত্ব ব্যাখ্যা কৰে।

কম্পিউটাৰ বিজ্ঞানতো অতি পৰিবাহিতা শব্দটোৰ ব্যৱহাৰ আছে। কম্পিউটাৰ বিজ্ঞানত অবাধ বিদ্যুৎ প্ৰবাহ অৰ্থত শব্দটো ব্যৱহাৰ কৰা হয়। অতি দ্ৰুতগতিৰ কম্পিউটাৰ ডিজাইন কৰোঁতে ইয়াক কামত লগোৱা হয়।

**অতি বেঙুনীয়া ৰশ্মি** *Ultra-violet Ray*

সূৰ্যৰ পোহৰত থকা বেঙুনীয়া পোহৰতকৈ চুটি তৰংগ বা ঢৌ দৈৰ্ঘ্যৰ অদৃশ্য ৰশ্মি। সূৰ্যৰশ্মিত এই অতি বেঙুনীয়া ৰশ্মি থকা বাবেই আমাৰ ছাল বেছিপৰ ৰ'দত থাকিলে তাম বৰণীয়া হৈ যায়। পৃথিৱীৰ বায়ুমণ্ডল ভেদ কৰি সূৰ্যৰ ৰশ্মিৰ লগত যিখিনি অতি বেঙুনীয়া ৰশ্মি পৃথিৱীত পৰেহি তাৰ পৰিমাণ সামান্য। এই ৰশ্মিৰ পৰিমাণ বৃদ্ধি হ'লে প্ৰাণীৰ বাবে ই অতি মাৰাত্মক। এই ৰশ্মিৰ প্ৰভাৱত মানুহৰ ছালৰ কৰ্কট ৰোগকে ধৰি আন বহু মাৰাত্মক ৰোগ হ'ব পাৰে। বায়ুমণ্ডলত থকা 'অ'জন' গেছৰ স্তৰ এটাই এই মাৰাত্মক অতি বেঙুনীয়া ৰশ্মিৰ প্ৰভাৱৰ পৰা পৃথিৱীৰ প্ৰাণী জগতক ৰক্ষা কৰি আহিছে। সূৰ্যৰ উপৰি আমি চিনি পোৱা আৰু ব্যৱহাৰ কৰা বহু কৃত্ৰিম পোহৰ উৎসৰ পৰা অতি বেঙুনীয়া ৰশ্মি পোৱা যায় যদিও এই ৰশ্মিৰ প্ৰধান উৎস মাৰ্কাৰী ভেপাৰ লেম্প। অতি বেঙুনীয়া ৰশ্মি কোনো কোনো ক্ষেত্ৰত আমাৰ শৰীৰৰ বাবে অতিশয় ক্ষতিকাৰক, তেনেদৰে কোনো কোনো ক্ষেত্ৰত ই আমাৰ বিশেষ কামতো লাগে। পানীক বীজাণুমুক্ত কৰাত, ফ্লুৰোছেন্ট টিউব নিৰ্মাণত, ধাতু ৱেল্ডিং কৰা আদি কামত অতি বেঙুনীয়া ৰশ্মিৰ ব্যৱহাৰ আছে।

**অতি ৰাষ্ট্ৰীয়তা** *Extraterritoriality*

এখন ৰাষ্ট্ৰৰ ভৌগোলিক চাৰিসীমাৰ ভিতৰত বাস কৰা সকলো লোকৰ ওপৰতে সেই ৰাষ্ট্ৰৰ সকলো আইন প্ৰযোজ্য নহয়। বিদেশী দূতাবাস থকা অঞ্চলত ৰাষ্ট্ৰদূতসকলৰ নিজ নিজ দেশৰ পতাকা উৰে। অৰ্থাৎ, তেওঁলোক বিদেশী ৰাষ্ট্ৰত বসবাস কৰিলেও সেই বিদেশী ৰাষ্ট্ৰৰ আইনৰ অধীন তেওঁলোক নহয়। আন্তৰ্জাতিক আইন তথা বিধি অনুসৰি এই ব্যৱস্থাক অতি ৰাষ্ট্ৰীয়তা বোলা হয়। আন কথাত ক'বলৈ গ'লে বিদেশী দূতাবাসসমূহ বিদেশী দ্বীপ (foregin island) আৰু সেয়ে দূতাবাস সম্পৰ্কে সেই দেশৰ আইন প্ৰযোজ্য নহয়। কেৱল দূতাবাসেই নহয়, বিদেশী কূটনীতিবিদ, তেওঁলোকৰ বাসভৱন, তেওঁলোকে ব্যৱহাৰ কৰা যান-বাহন সকলো সেইখন দেশৰ আইনৰ বাহিৰত। সেয়ে কোনো অভিযোগতে বিদেশী কূটনীতিবিদসকলক গ্ৰেপ্তাৰ কৰিব নোৱাৰি। আন্তৰ্জাতিক আইন অনুসৰি বিদেশী কূটনীতিবিদসকলে আৰু কিছুমান সুবিধা ভোগ কৰে। তেওঁলোকে যিখন ৰাষ্ট্ৰত নিজ নিজ দেশক প্ৰতিনিধিত্ব কৰে, তাত বিনা শুল্কত নিত্য ব্যৱহাৰ্য বয়-বস্তু কিনিব পাৰে।

**অতিৰিক্ত লাভ** *Fringe Benefits*

কোনো বিষয়া-কৰ্মচাৰীক নিৰ্দিষ্ট দৰমহাৰ উপৰি দিয়া অন্যান্য সুবিধা। এনে সুবিধা ৰেহাই মূল্যত দিয়া পণ্য দ্ৰব্য, নামমাত্ৰ মূল্যৰ খাদ্য আদিৰ ৰূপত দিয়া হ'ব পাৰে।

**অতিশব্দ** *Ultrasound*

যি শব্দৰ কম্পনাংক মানুহৰ শ্ৰৱণসীমাৰ উৰ্ধ্বত বা যি শব্দ মানুহে নুশুনে, যদিও কুকুৰ, বাদুলী আদি কিছুমান প্ৰাণীয়ে শুনে। শব্দৰ কম্পনাংক আছে বাবেই আমি শব্দ শুনো। কিন্তু সেই কম্পনাংক যদি প্ৰতি ছেকেণ্ডত ২০-ৰ কম হয় বা ২০,০০০-ৰ বেছি হয়, তেতিয়া আমাৰ কাণে তাক ধৰিব নোৱাৰে, অৰ্থাৎ, আমাৰ কাণে তাক নুশুনে। ২০,০০০-ৰ বেছি কম্পনাংকৰ শব্দ তৰংগকে কোৱা হয় অতিশব্দ। বহু জীৱ-জন্তু, চৰাই-চিৰিকটি, সাগৰৰ মাছ তথা প্ৰাণী আছে, যাৰ শুনা শক্তি আমাতকৈ বেলেগ আৰু সিহঁতে আমি নুশুনা শব্দও

(অতিশব্দ) শুনিবলৈ পায়। বিজ্ঞানৰ বিভিন্ন শাখাত সম্প্রতি অতিশব্দৰ বহুল প্রয়োগ হৈছে। কৃষি আৰু চিকিৎসা বিজ্ঞানলৈও অতিশব্দই স্মৰণীয় পৰিৱৰ্তন আনিছে। কোনো ধাতুত কিবা ক্ষত আছে নেকি তাক অতিশাব্দিক তৰংগ প্রয়োগ কৰি বুজিব পাৰি; গৰ্ভাৱস্থাত এক্স-ৰে' কৰাটো য'ত বিপজ্জনক সেই ক্ষেত্রত অতিশাব্দিক তৰংগ ব্যৱহাৰ কৰি গৰ্ভৱতী তথা গৰ্ভস্থ সন্তানৰ সঠিক অৱস্থা বুজিব পাৰি (সৰ্বসাধাৰণৰ ভাষাত ইয়াকে 'আলট্ৰাছাউণ্ড কৰা' বুলি কোৱা হয়)। তদুপৰি বৃক্কত হোৱা পাথৰ (kidney stone) ভঙাৰ কামতো অতিশব্দৰ বহুল ব্যৱহাৰ আছে।

অতিশব্দৰ অধ্যয়ন আৰু প্রয়োগ সম্পৰ্কীয় বিজ্ঞানৰ শাখাটোৰ নাম অতিশব্দ বিজ্ঞান (Ultrasonics)।

**অতিশব্দ বিজ্ঞান**
*অতিশব্দ চাওক*

**অতিশয়োক্তি** *Hyperbole*
সাহিত্যত চিন্তাগধুৰ অথবা লঘু ক্রিয়া প্রকাশ কৰিবলৈ ব্যৱহৃত এক অলংকাৰ বিশেষ। ইয়াত বিষয়ক ইচ্ছাকৃতভাৱে বঢ়াই বা অতিৰঞ্জিত কৰি কোৱা হয়। যেনে ঃ 'সাগৰতকৈও বিশাল তোমাৰ হৃদয়', 'আপোনাক শতকোটি ধন্যবাদ জনাইছোঁ'। সাধাৰণভাৱে ক'বলৈ গ'লে কোনো কথাত গুৰুত্ব দিবলৈ, সেই বিষয়ে কৰা অত্যধিক মন্তব্যই অতিশয়োক্তি।

**অতি শ্রমিক** *Labour-intensive*
কোনো পণ্য দ্রব্যৰ উৎপাদন প্রক্রিয়াৰ লগত সম্পৰ্কিত আন আন কাৰকতকৈ আনুপাতিকভাৱে বেছি শ্রমিক উৎপাদন প্রক্রিয়াত ব্যৱহাৰ কৰা; শ্রমিক আধিক্য।

**অতীন্দ্রিয়বাদ** *Mysticism*
জ্ঞান-বুদ্ধি বা ইন্দ্রিয়ৰ অনুভূতিৰ বাহিৰত, সাধনাযোগে ঈশ্বৰৰ অস্তিত্ব অনুভৱ কৰিব পাৰি বুলি বিশ্বাস কৰা দাৰ্শনিক মতবাদ। অতীন্দ্রিয়বাদী অভিজ্ঞতা তেতিয়াহে সম্ভৱ, যেতিয়া মানুহৰ আত্মশক্তি আৰু বুদ্ধি-বৃত্তিক সম্পূৰ্ণভাৱে ঈশ্বৰৰ ওচৰত নিবেদন কৰা হয়। দৰাচলতে ই এক দিব্য দৃষ্টি। অতীন্দ্রিয়বাদীসকলে বিশ্বাস কৰে যে ঈশ্বৰৰ লগত এই মিলন এনে এক ক্ষমতা যি কেৱল বিশেষ আধ্যাত্মিক শক্তিৰ বলতহে অৰ্জন কৰিব পৰা যায়; মানুহৰ সাধাৰণ জ্ঞান-বুদ্ধিৰ দ্বাৰা ইয়াক অৰ্জন বা আয়ত্ত কৰা সম্ভৱ নহয়। পৃথিৱীৰ অধিকাংশ ধৰ্মৰে ঈশ্বৰবাদৰ মূলতে আছে এক ধৰণৰ অতীন্দ্রিয়বাদ। প্রাচীন গ্রীচ আৰু ইটালীৰ দৰ্শনত পাইথাগোৰাছ আৰু প্লেটোৰ চিন্তাত অতীন্দ্রিয়বাদী চিন্তাৰ আভাস পোৱা যায়। আমাৰ দেশৰ ছুফিসকলৰ দৰ্শনত অতীন্দ্রিয়বাদৰ চিহ্ন আছে। সাহিত্যতো দেশ-বিদেশৰ বহু লেখক-সাহিত্যিকে অতীন্দ্রিয়বাদৰ প্রকাশ ঘটাইছে। অসমৰ ৰত্নকান্ত বৰকাকতি, অম্বিকাগিৰী ৰায়চৌধুৰী, নলিনীবালা দেৱী আদিৰ কবিতাত অতীন্দ্রিয়বাদী চিন্তাৰ প্রকাশ স্পষ্ট।

**অদৃষ্টবাদ** *Fatalism*
*মানুহৰ জীৱদ্দশাকে ধৰি বিশ্বব্রহ্মাণ্ডত যি হ'ব সি দৈৱ-নিৰ্ধাৰিত, মানুহৰ কৰ্ম বা প্রচেষ্টাই*

কোনোভাৱেই ইয়াক প্ৰভাৱিত কৰিব নোৱাৰে, অৰ্থাৎ, ইয়াৰ ব্যতিক্ৰম নহয়। এনে নিৰ্ণায়কত্ববাদক সাধাৰণতে অদৃষ্টবাদ বা দৈৱবাদ বুলি কোৱা হয়। অদৃষ্টবাদৰ তত্ত্বত বিশ্বজগতৰ সমস্ত ঘটনাৰ অৱশ্যম্ভাৱিতাৰ কথা কোৱা হয়। মানুহৰ প্ৰযত্নৰেই পুৰুষাৰ্থ লাভ কৰিব নোৱাৰি, দৈৱৰো সহায় লাগে আৰু এই অজ্ঞাত দৈৱশক্তিয়েই অদৃষ্ট।

## অদ্বৈতবাদ *Monism*

সৃষ্টিৰ বা ব্ৰহ্মাণ্ডৰ বিভাজ্যতা অস্বীকাৰ কৰা দাৰ্শনিক মতবাদ। অদ্বৈতবাদৰ মতে জীৱজগত আৰু পৰমাত্মাৰ মাজত কোনো প্ৰভেদ নাই। এই অদ্বৈত বা দ্বিতীয়হীন বা ভেদশূন্য ধাৰণাৰ পৰাই অদ্বৈতবাদৰ উদ্ভৱ। প্ৰাচীন ভাৰতীয় দাৰ্শনিক শংকৰাচাৰ্যই এই মতবাদৰ অৰ্থ আৰু তাৎপৰ্য ব্যাখ্যা আৰু প্ৰমাণিত কৰে। তেওঁৰ মতে জগতৰ মূল কাৰণ বা পৰম তত্ত্ব এটাহে, দুটা নহয়। এই পৰমতত্ত্বই ব্ৰহ্ম। ব্ৰহ্মাই সত্য, ব্ৰহ্মাৰ বাহিৰে আৰু একো সত্য নহয়। শংকৰাচাৰ্য আছিল অষ্টম শতিকাৰ দাৰ্শনিক। কিন্তু এই বিষয়ত তেওঁৰ প্ৰভাৱ ইমানেই গভীৰ আৰু সুদূৰপ্ৰসাৰী যে অদ্যাৱধি তেওঁকেই অদ্বৈতবাদৰ প্ৰধান প্ৰবক্তাৰূপে আখ্যা দিয়া হয়। পাশ্চাত্যতো অদ্বৈতবাদৰ দৰে এটা তত্ত্ব প্ৰচাৰিত হৈছিল, কিন্তু সেয়া ভাৰতীয় অদ্বৈতবাদৰ দৰে প্ৰাচীন নহয়।

*লগতে চাওক একেশ্বৰবাদ*

## অধম দূৰত্ব

*অনুসূৰ চাওক*

## অধি-উপন্যাস *Metafiction*

আধুনিক পাশ্চাত্য সাহিত্যত বহু সময়ত উপন্যাসৰ মাজত উপন্যাসতত্ত্বক লৈ আলোচনা কৰা হয়। ইয়াৰ ফলত উপন্যাসৰ কোনো কোনো অংশই প্ৰায় প্ৰবন্ধৰ ৰূপ লয়। ইয়ে অধি-উপন্যাস। বহুতে এই নতুন বিষয়টোক উত্তৰ-আধুনিকতাৰ (post modern) দান বুলি ক'ব খোজে যদিও দৰাচলতে এই প্ৰৱণতাৰ জনক অষ্টাদশ শতিকাৰ ইংৰাজ ঔপন্যাসিক লৰেন্স ষ্টাৰ্ন। তেওঁৰ 'ট্ৰিষ্ট্ৰাম শ্বেনডী' (Tristram Shandy) নামৰ উপন্যাসখনত আছে অধি-উপন্যাসৰ বীজ। উপন্যাসখনৰ ভিতৰতে উপন্যাসখনৰ আলোচনা সন্নিৱিষ্ট হৈছে।

## অধি-নাটক *Metadrama*

অধি-উপন্যাসৰ দৰে অধি-নাটকৰ মাজতে থাকে নাটক সম্বন্ধীয় আলোচনা। নাটকৰ প্ৰস্তাৱনা বা সামৰণি বা নাটকৰ চৰিত্ৰসমূহৰ সংলাপৰ জৰিয়তে নাট্যকাৰে আগবঢ়ায় তাত্ত্বিক আলোচনা। নাটকৰ মাজতে আলোচনাৰ এই প্ৰক্ষেপকেই অধি-নাটক বোলা হয়।

## অধিবৰ্ষ *Leap Year*

পৃথিৱীয়ে সূৰ্যৰ চাৰিওফালে ৩৬৫.২৫ দিনত এপাক ঘূৰে। কিন্তু গণনাৰ সুবিধাৰ কাৰণে বছৰটোত ৩৬৫ দিনহে ধৰা হয়। বাঢ়ি থকা ০.২৫ দিন মিলালে চাৰি বছৰত প্ৰায় এদিন হয় বাবে প্ৰতি চতুৰ্থ বছৰটোত ৩৬৬ দিন ধৰা হয়। এনে অৱস্থাত ফেব্ৰুৱাৰী মাহটোত ২৮ দিনৰ সলনি ২৯ দিন বুলি গণনা কৰা হয়। এনে এদিন দীঘলীয়া বছৰবোৰেই অধিবৰ্ষ বা লীপ ইয়েৰ। বেছিকৈ ধৰা দিনটোৰ নাম লীপ ডে'। সাধাৰণতে ৪-ৰে ভাগ যোৱা বছৰ, যেনে ঃ

১৯৮৮, ১৯৯২, ১৯৯৬ আদিবোৰ অধিবৰ্ষ হয় যদিও ১৯০০, ২০০০ আদিৰ দৰে শেষত দুটা শূন্য থকা বছৰবোৰ ৪০০-ৰে ভাগ হোৱা হ'লেহে অধিবৰ্ষ হয়।

**অধিবিদ্যা** *Metaphysics*
ব্ৰহ্মাণ্ডৰ সৃষ্টি আৰু স্থিতি সম্বন্ধে অধ্যয়ন তথা চিন্তা কৰা দৰ্শনৰ বিভাগ। বৈজ্ঞানিক পদ্ধতিৰে বাস্তৱ জগত সম্বন্ধে যি জনা যায় তাৰ বাহিৰৰ বাস্তৱ সম্বন্ধে অনুসন্ধানেই অধিবিদ্যাৰ বিষয় আৰু উদ্দেশ্য। চৰম জগত-সত্য (ultimate reality), জগত-সত্যৰ মূল কাৰণ আৰু বস্তুজগতৰ যাৱতীয় ঘটনাৰ প্ৰকৃতি সম্বন্ধে দাৰ্শনিক অনুসন্ধানকেই অধিবিদ্যা বুলিব পাৰি। সংখ্যা, মূল্য, তাৎপৰ্য, সৌন্দৰ্য, সাধুতা আদিৰ দৰে বিমূৰ্ত বিষয়ৰ অস্তিত্ব সঁচাকৈয়ে আছেনে আৰু আছে যদি কেনেদৰে আছে, — এনেবোৰ প্ৰশ্ন বা অনুসন্ধানো অধিবিদ্যাৰ বিষয়বস্তু।

**অধিশাস্তা** *Super ego*
মনোবিজ্ঞানৰ মতে প্ৰত্যেক ব্যক্তিৰ মনত সৎ আৰু অসৎ, উচিত আৰু অনুচিত সম্পৰ্কে কেতবোৰ বোধৰ জন্ম হয়। এই বোধে ব্যক্তিৰ আচৰণ নিয়ন্ত্ৰণ কৰে, তেওঁৰ মানসিক উত্তেজনাক প্ৰশমিত কৰে, তেওঁৰ অহংবোধক সংযত কৰে। এইধৰণৰ নিয়ন্ত্ৰণ অৱচেতন মনৰ কাম; ব্যক্তি সেই সম্পৰ্কে আপাত-অচেতন হৈয়ে থাকে। ব্যক্তিৰ মন নিয়ন্ত্ৰণকাৰী বা সংযতকাৰী এই বিবেকবোধৰেই মনোবিজ্ঞানত নাম অধিশাস্তা।

**অধীনতামূলক মিত্ৰতা** *Policy of Subsidiary Alliance*
ইংৰাজ গৱৰ্ণৰ জেনেৰেল লৰ্ড ৱেলেছলিয়ে ভাৰতত প্ৰৱৰ্তন কৰা নীতি। সেই নীতিত কোৱা হয় যে যিবোৰ ৰাজ্যই ইংৰাজৰ অধীনতামূলক মিত্ৰতা বন্ধনত আবদ্ধ হ'ব, সেইবোৰ ৰাজ্যক আভ্যন্তৰীণ বিদ্ৰোহ আৰু বহিৰাগত আক্ৰমণৰ পৰা ইংৰাজ চৰকাৰে ৰক্ষা কৰিব। অৱশ্যে সেই ৰাজ্যবোৰৰ নিজস্ব কোনো পৰৰাষ্ট্ৰ নীতি নাথাকিব আৰু আভ্যন্তৰীণ বিষয়তো ইংৰাজ চৰকাৰে নিৰ্দিষ্ট কৰি দিয়া কেতবোৰ বিধি-নিষেধ মানি চলিব লাগিব। ইংৰাজ চৰকাৰৰ পক্ষৰ পৰা সেই ৰাজ্যবোৰত একোজন ৰেছিডেণ্ট বা প্ৰতিনিধি থাকিব। তদুপৰি ৰাজ্য ৰক্ষাৰ বাবে ইংৰাজৰ যি সৈন্যবাহিনী সেইবোৰ ৰাজ্যত থাকিব তাৰ ব্যয়ভাৰো ৰাজ্যবোৰে বহন কৰিব লাগিব। হায়দৰাবাদৰ নিজামে ১৮০০ চনত সৰ্বপ্ৰথম এই অধীনতামূলক মিত্ৰতা চুক্তিত স্বাক্ষৰ দান কৰে।

**অধ্যাত্মবাদ** *Spiritualism*
আত্মা বা পৰমাত্মাই সকলোৰে মূল বুলি বিশ্বাস কৰা দাৰ্শনিক মত; আধ্যাত্মিকতাবাদ। অধ্যাত্মবাদৰ মতে আত্মাই জগতৰ একমাত্ৰ বাস্তৱ আৰু পৰম সত্য। ভাৰতীয় দৰ্শনৰ আত্মতত্ত্ব অনুসৰি জীৱৰ যাৱতীয় দুখৰ মূলতে আছে আত্মাৰ স্বৰূপ সম্বন্ধে নিৰতিশয় অজ্ঞতা। এই অজ্ঞতা দূৰ হ'লেহে দুখৰ পৰা জীৱৰ মুক্তি সম্ভৱ। অধ্যাত্মবাদৰ লগত ধাৰ্মিকতাৰ সাদৃশ্য আছে বুলি অনেকে ভাবে। অধ্যাত্মবাদ আৰু ধাৰ্মিকতা সম্পূৰ্ণ সমাৰ্থক নহ'লেও কোনো কোনো বিষয়ত উভয়ৰে মাজত কিছু সাদৃশ্য আছে। উভয় মতেই আত্মাক স্বীকাৰ কৰে। অৱশ্যে দেহ আৰু আত্মাৰ সম্পৰ্কৰ বিষয়ে এই দুটা দাৰ্শনিক তত্ত্বৰ কিছু পাৰ্থক্য আছে।

**অধ্যাদেশ** *Ordinance*

বিশেষ আদেশ বা আইন। সংসদ বা বিধানসভাৰ অধিৱেশন নথকা অৱস্থাত প্ৰয়োজন বোধ কৰিলে চৰকাৰে এক ঘোষণাৰ দ্বাৰা আইন জাৰি কৰিব পাৰে। এই আইনক অধ্যাদেশ বুলি কোৱা হয়। অধ্যাদেশসমূহৰ মৰ্যাদা আইনৰ সমান। ভাৰতত ৰাষ্ট্ৰপতি আৰু ৰাজ্যপালসকলৰো অধ্যাদেশ জাৰি কৰাৰ ক্ষমতা আছে। এই অধ্যাদেশসমূহ অনিৰ্দিষ্ট কাললৈ চলি থাকিবলৈ হ'লে ছমাহৰ ভিতৰত সংসদ বা বিধানসভাৰ অনুমোদন ল'ব লাগে।

**অনছাইট** *On-site*

অনছাইট এটা নতুন কাৰিকৰী শব্দ। বিশেষণ আৰু ক্ৰিয়া বিশেষণ দুয়োভাৱেই শব্দটো ব্যৱহাৰ হয়। ইয়াৰ অৰ্থ কোনো প্ৰকল্প বা প্ৰজেক্টৰ কাম আৰম্ভ হৈছে এনে, অৰ্থাৎ, যি চলি আছে (an on-site project)। ইয়াৰ এটা প্ৰসাৰিত দ্বিতীয় অৰ্থও আছে। কোনো প্ৰকল্প যেতিয়া চলে তেতিয়া সেই কাম চলাৰ সময়ত যি যি কৰা হয় তাকো অনছাইট বুলিব পাৰি (The technicians are undergoing an on-site training)। ইয়াৰ অৰ্থ কৰ্মক্ষেত্ৰ বা চলি থকা প্ৰকল্পত প্ৰশিক্ষণ দিয়া হৈছে।

**অনন্ত চতুৰ্দশী**

ভাদ মাহৰ শুক্লা চতুৰ্দশী তিথি আৰু এই তিথিত সাধাৰণতে মহিলাই পালন কৰা ব্ৰত বিশেষ।

**অনন্ত ব্ৰত**

ভাদ মাহৰ পূৰ্ণিমাৰ দিনা পালন কৰা বিষ্ণুপূজা।

**অনাৰ্য** *Non-Aryan*

আৰ্যসকল ভাৰতলৈ অহাৰ আগতে যিসকলে ভাৰতত বাস কৰিছিল, জাতি-বৰ্ণ নিৰ্বিশেষে তেওঁলোকক সমষ্টিগতভাৱে অনাৰ্য বোলা হয়। আৰ্যসকলৰ সাহিত্যত অনাৰ্যসকলক কুৎসিত, অসভ্য, অমাৰ্জিত বোলা হৈছে। কিন্তু এই কথা ইতিমধ্যে প্ৰমাণিত হৈছে যে ভাৰতত আৰ্য-পূৰ্ব যুগৰ অনাৰ্য আৰু আৰ্য-সমসাময়িক লোকসকল যথেষ্ট সভ্য আছিল। তেওঁলোকৰ উন্নত সভ্যতাৰ নিদৰ্শন বিভিন্ন ঠাইত পোৱা গৈছে। আৰ্যসকল ভাৰতলৈ অহাৰ আগতে মহেঞ্জোদাৰো, হৰপ্পা, দাক্ষিণাত্য আদি ঠাইত যিবোৰ সভ্যতা গঢ়ি উঠিছিল, সেইবোৰ পৃথিৱীৰ যিকোনো প্ৰাচীন সভ্যতাৰ লগত তুলনীয়। আৰ্যসকলে ভাৰতলৈ আহি অনাৰ্যসকলক পৰাজিত আৰু তেওঁলোকৰ সভ্যতা ধ্বংস কৰে। যিবোৰ অনাৰ্য জাতিয়ে আৰ্যসকলৰ বশ্যতা স্বীকাৰ কৰে তেওঁলোক আৰ্যসমাজৰ অন্তৰ্ভুক্ত হৈ পৰৱৰ্তীকালত শূদ্ৰ নামেৰে পৰিচিত হয়। বৰ্তমান কালৰ মুণ্ডা, কোল, চাওতাল, ভীল আদি জনজাতিসমূহ প্ৰাচীন অনাৰ্যসকলৰে বংশধৰ।

**অনাৰ্য ভাষা**

ভাৰতত বসবাস কৰা আৰ্যভিন্ন অন্যান্য মানৱগোষ্ঠীৰ ভাষা। এই অৰ্থত দ্ৰাবিড় ভাষাগোষ্ঠীৰ সকলো ভাষা আৰু অষ্ট্ৰিক গোষ্ঠীৰ ভাষা মাত্ৰেই অনাৰ্য ভাষা।

**অনাহস্তক্ষেপ নীতি** *Laissez-faire*
অৰ্থনীতিৰ ক্ষেত্ৰত চৰকাৰে কোনোধৰণৰ হস্তক্ষেপ নকৰা নীতি। ইয়াৰ আক্ষৰিক অৰ্থ 'বাধা নিদিব'। চৰকাৰী নিয়ন্ত্ৰণ নাথাকিলে বজাৰ অৰ্থনীতি সুস্থভাৱে চলিব পাৰে। বাণিজ্য অৰ্থনীতিক অবাধে চলিবলৈ দিয়া উচিত, — ঊনবিংশ শতিকাৰ মাজভাগমানত এনে এক অৰ্থনৈতিক তত্ত্ব জনপ্ৰিয় হৈছিল। আডাম স্মিথ, মালথাছ, ৰিকাৰ্ডো আদিৰ দৰে অৰ্থনীতিবিদৰ তত্ত্ব আৰু নীতিৰ পৰা অনাহস্তক্ষেপ নীতিৰ উদ্ভৱ। ঊনবিংশ শতিকাৰ ইংলেণ্ডৰ উদাৰপন্থীসকল এই নীতিৰ সমৰ্থক আছিল। একেদৰে ইংলেণ্ডৰ উন্নয়নশীল ব্যৱসায়ী আৰু বুৰ্জোৱা শ্ৰেণীয়ে তেওঁলোকৰ ব্যৱসায়-বাণিজ্যৰ লাভৰ বাবে এই নীতিক প্ৰবলভাৱে সমৰ্থন কৰিছিল। অৱশ্যে ক্ৰমান্বয়ে এই নীতিৰ ত্ৰুটি আৰু সীমাবদ্ধতা প্ৰকট হৈ আহে। ক্ৰমে এই কথাও স্পষ্ট হৈ পৰে যে, বাস্তৱত এই নীতি সংযুক্ত হৈ থাকিলে সামগ্ৰিক অৰ্থনীতিৰ ক্ষতি অনিবাৰ্য।

**অনুকৃতি** *Mimicry*
প্ৰতিৰক্ষা বা আন কোনো কাৰণত কোনো এটা প্ৰাণীয়ে আন প্ৰাণীৰ ৰূপ পৰিগ্ৰহণ কৰা কাৰ্য বা পৰিঘটনা; অনুকাৰিতা। জীৱবিদ্যাত অনুকৃতিৰ বিশেষ অৰ্থ আৰু তাৎপৰ্য আছে। মনাৰ্ক বাটাৰফ্লাই নামৰ এক প্ৰজাতিৰ পখিলা অতি বিষাক্ত; সেয়ে পতংগভোজী চৰাইবোৰে মনাৰ্ক বাটাৰফ্লাই এৰাই চলে। আনহাতে ভাইছৰয় বাটাৰফ্লাই নামৰ পখিলাবিধ নিৰ্বিষ আৰু নিৰীহ হোৱা বাবে সহজে আক্ৰান্ত হয়। সেয়ে আত্মৰক্ষাৰ বাবে ভাইছৰয় পখিলাই প্ৰায়ে মনাৰ্কক অনুসৰণ কৰা দেখা যায়।

আনৰ আচৰণ অনুকৰণ বা নকল কৰা কাৰ্যকো অনুকৃতি বোলা হয়।

**অনুঘটক** *Catalyst*
অন্যান্য পদাৰ্থৰ ৰাসায়নিক ক্ৰিয়া দ্ৰুততৰ কৰা, অথচ নিজে সেই ৰাসায়নিক ক্ৰিয়াত অংশগ্ৰহণ নকৰি অপৰিৱৰ্তিত হৈ থকা পদাৰ্থ। যি ৰাসায়নিক বিক্ৰিয়াত অনুঘটক পদাৰ্থটোৱে অপৰিৱৰ্তিত হৈ থাকি আন পদাৰ্থৰ বিক্ৰিয়াত পৰোক্ষভাৱে সহায় কৰে সেই বিক্ৰিয়াৰ নাম অনুঘটন (Catalysis)।

**অনুঘটকীয় ৰূপান্তৰক** *Catalytic Converter*
নিজৰ পৰিৱৰ্তন নোহোৱাকৈ আন পদাৰ্থক সলনি কৰিব পৰা ৰাসায়নিক দ্ৰব্য ব্যৱহাৰ কৰি প্ৰয়োজনীয় ৰাসায়নিক ক্ৰিয়া সংঘটিত কৰা পদ্ধতি।

**অনুপস্থিত ভূস্বামী** *Absenbtee Landlord*
মৌজাদাৰী বা জমিদাৰী এলেকাৰ দূৰত, সাধাৰণতে চহৰাঞ্চলত বসবাস কৰা আৰু দালাল, মহৰী, টেকেলা আদিৰ জৰিয়তে খাজনা আদায় কৰা মৌজাদাৰ বা জমিদাৰ; অনুপস্থিত ভূমিপতি। অষ্টাদশ-ঊনবিংশ শতিকাৰ ভাৰতত চিৰস্থায়ী বন্দোৱস্তিৰ আগত আৰু পাছত জমিদাৰ বা মৌজাদাৰৰ অনুপস্থিতি দেশৰ ভূমি ব্যৱস্থাৰ এক ক্ষতিকৰ বৈশিষ্ট্যৰূপে দেখা দিছিল।

**অনুপস্থিত ভোটাৰ** *Absentee Voter*
নিৰ্বাচনৰ সময়ত কিবা কাৰণত ভোট নিদিয়া বা ভোট দিবলৈ নোযোৱা ভোটাৰ। ভোটাধিকাৰ নথকা বাবে ভোট নিদিয়া লোকসকল অনুপস্থিত ভোটাৰৰ ভিতৰত নপৰে।

**অনুপ্ৰভ পদাৰ্থ** *Phosphor*
কিছুমান পদাৰ্থ আছে, যিবোৰ পদাৰ্থ পোহৰত কিছুপৰ থোৱাৰ পাছত আন্ধাৰ ঠাইলৈ লৈ আহিলে আন্ধাৰতো বহুপৰলৈ পোহৰ বিকিৰণ কৰি থাকে। এনেবোৰ পদাৰ্থকে অনুপ্ৰভ পদাৰ্থ আৰু পৰিঘটনাটোক অনুপ্ৰভা (phosphorescence) বোলা হয়।

**অনুপ্ৰভা**
*অনুপ্ৰভ পদাৰ্থ চাওক*

**অনুপ্ৰাস** *Alliteration*
একে বা সমান স্থানৰ পৰা উচ্চাৰিত বৰ্ণৰ ওচৰা-উচৰিকৈ একাধিকবাৰ প্ৰয়োগ হোৱা সাহিত্যৰ শব্দালংকাৰ বিশেষ। অনুপ্ৰাসত শব্দবোৰৰ সাধাৰণতে প্ৰথম ব্যঞ্জন বৰ্ণৰ পুনৰাবৃত্তি হয়। যেনে ঃ 'বগাকৈ বগলী বহলাই বহিছে বলুকাত বিয়লি বেলা, বকুল বাগৰিছে ববচা বনতে বুটলি বিলাওঁগৈ ব'লা।'

**অনুসূচিত জাতি** *Scheduled Caste*
ভাৰতীয় সংবিধানৰ ৩৪১ আৰু ৩৪২ নং ধাৰাৰ অধীনত অনুসূচীভুক্ত কৰা আৰ্থ-সামাজিকভাৱে অনগ্ৰসৰ লোকসকল। অসমৰ ১৬টা জাতিক (বাছফৰ, মালী, বণিয়া, ধুবি, দুগলা, হীৰা, ঝালোমোলো, কৈবৰ্ত, লালবেগী, মহৰা, মেহতৰা, মুচি, নমঃশূদ্ৰ, পাটনী, সূত্ৰধাৰ, জালকেওট) এনেদৰে অনুসূচীভুক্ত কৰি অনুসূচিত জাতিৰূপে আখ্যা দিয়া হৈছে। চৰকাৰে এই লোকসকলৰ বিকাশৰ অৰ্থে নানান আঁচনি লৈছে যদিও অনুসূচিত জাতিৰ লোকসকলৰ বহুতেই এতিয়াও সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক তথা শৈক্ষিক দিশত পিছপৰি আছে।

**অনুসূৰ** *Perihelion*
সূৰ্য আৰু পৃথিৱীৰ আটাইতকৈ ওচৰৰ অৱস্থান; অধম দূৰত্ব। বছৰৰ তিনি জানুৱাৰীৰ দিনা সূৰ্য আৰু পৃথিৱীৰ মাজৰ দূৰত্ব আটাইতকৈ কম (১৪.৭ কোটি কিলোমিটাৰ) হয়। ইয়ে অনুসূৰ।
*লগতে চাওক অপসূৰ*

**অন্তৰ্দহন ইঞ্জিন** *Internal Combustion Engine*
এটা বন্ধ চেম্বাৰৰ মাজত ইন্ধন আৰু বায়ুৰ মিশ্ৰণত উৎপন্ন শক্তিত চলা ইঞ্জিন। ইন্ধনৰ দহনৰ ফলত উৎপন্ন হোৱা তাপশক্তিক এই ইঞ্জিনে যান্ত্ৰিক শক্তিলৈ ৰূপান্তৰিত কৰে। মটৰ গাড়ী, বাছ, ট্ৰাক, জেট ইঞ্জিন আদি অন্তৰ্দহন ইঞ্জিন।

**অন্তঃপ্ৰজনন** *Inbreeding*
দুটা একেজাতীয় বা ওচৰ সম্পৰ্কীয় বা মিল থকা জীৱৰ মাজত হোৱা যৌন বা অযৌন

প্ৰজনন। সাধাৰণতে গৰু-ম'হ, হাঁহ-কুকুৰা আদিৰ ক্ষেত্ৰত এক বিশেষ বৈশিষ্ট্য স্থায়ীকৰণৰ উদ্দেশ্যে অন্তঃপ্ৰজনন ঘটোৱা হয়।

কোনো সামাজিক বা ধৰ্মীয় ৰীতিৰ অনুমোদনক্ৰমে নিকট আত্মীয় লোকৰ মাজত সংঘটিত প্ৰজনন কাৰ্যৰ নামো অন্তঃপ্ৰজনন। অৱশ্যে প্ৰাচীন ইজিপ্টৰ ৰাজপৰিয়ালৰ লোকৰ মাজত সংঘটিত অন্তঃপ্ৰজনন কাৰ্যৰ দৰে দুই-এটা বিৰল উদাহৰণৰ বাদে সাধাৰণতে সভ্য মানৱ সমাজত অন্তঃপ্ৰজনন নিষিদ্ধ।

**অন্ত্ৰ** *Intestine*

প্ৰাণীদেহৰ পাচনতন্ত্ৰৰ প্ৰধান অংগ। নলাকৃতি এই অংগ পাকস্থলীৰ পৰা পায়ু বা মলদ্বাৰ পৰ্যন্ত বিস্তৃত। ইয়াৰ প্ৰধান অংশ দুটা ঃ ওপৰৰ অংশৰ নাম ক্ষুদ্ৰান্ত্ৰ (small intestine) আৰু তলৰ অংশৰ নাম বৃহদন্ত্ৰ (large intestine)। অন্ত্ৰৰ পেশীবোৰে ক্ৰমশঃ সংকোচন-প্ৰসাৰণৰ দ্বাৰা বিবিধ জীৰ্ণকাৰী ৰসমিশ্ৰিত ভুক্ত বস্তুক তলৰ ফাললৈ ঠেলি থাকে আৰু এই যাত্ৰাপথত খাদ্য বিভাজিত আৰু পৰিবৰ্তিত হৈ দেহে গ্ৰহণ কৰাৰ উপযোগী হয়। ইয়াকে পৰিপাক ক্ৰিয়া (digestion) বোলা হয়।

**অন্ধকাৰ যুগ** *Dark Ages*

মধ্যযুগৰ প্ৰথমছোৱা সময়। সেই সময়ৰ ইউৰোপত পোপ আৰু আন ধৰ্মগুৰুসকল অভাৱনীয়ভাৱে ক্ষমতাশালী হৈ উঠাত লিখা-পঢ়া, সাহিত্য চৰ্চা সকলো হৈ পৰিছিল ধৰ্মকেন্দ্ৰিক। নতুন ধ্যান-ধাৰণাৰ চৰ্চাও প্ৰকৃতপক্ষে বন্ধ হৈ গৈছিল। আনকি ধৰ্মীয় শাস্ত্ৰ, বিধানস্বীকৃত দৰ্শন-বিজ্ঞানৰ তত্ত্বৰ ব্যাখ্যাৰ বাহিৰে আন তত্ত্ব আৰু বিদ্যাৰ চৰ্চা ধৰ্ম তথা ৰাষ্ট্ৰবিৰোধী বুলি গণ্য কৰা হৈছিল। শিল্প-সাহিত্য-চিত্ৰকলাৰ চৰ্চা ধৰ্মৰ দ্বাৰা নিয়ন্ত্ৰিত হৈ পৰিছিল। পৰিণতিত শিল্প-কলা-সাহিত্য সকলো প্ৰাণহীন হৈ পৰে। সেইবাবে মধ্যযুগৰ প্ৰথমভাগক 'অন্ধকাৰ যুগ' বুলি কোৱা হয়। ইউৰোপৰ ইতিহাসত পঞ্চম শতিকাৰ পৰা একাদশ শতিকাৰ ভিতৰৰ সময়খিনি অন্ধকাৰ যুগ বুলি ধৰা হৈছে। *লগতে চাওক মধ্যযুগ*

**অন্ধকূপ হত্যা**

*ব্লেক হোল ট্ৰেজেডী চাওক*

**অন্ধবিশ্বাস** *Superstitions*

বিবেচনা নকৰাকৈ বিশ্বাস কৰা কথা। অজ্ঞতা বা অলৌকিক ধাৰণাৰ প্ৰভাৱত মানুহৰ মনত এনে অন্ধবিশ্বাসৰ উৎপত্তি হয়, যিবোৰৰ কোনো যুক্তিসংগত ব্যাখ্যা নাথাকে। সাধাৰণতে ভৱিষ্যতৰ আগজাননী, বিপদৰ সম্ভাৱনা, সাফল্য আদিৰ লগত অন্ধবিশ্বাস সম্পৰ্কযুক্ত। পৃথিৱীৰ বিভিন্ন ধৰ্ম, যাদুকাৰ্য আদিত অন্ধবিশ্বাসৰ প্ৰভাৱ অপৰিসীম। অসমৰ সমাজ-জীৱনত বহু অন্ধবিশ্বাস বৰ্তমানেও প্ৰচলিত।

**অন্বয়** *Syntax*

প্ৰথাগত ব্যাকৰণ অনুসৰি বাক্যৰ পদক্ৰমক অন্বয় বোলা হয়। কেতবোৰ শাব্দিক উপাদানৰ সহায়ত বাক্য সজা হয়। সেই উপাদানবোৰ সজোৱাৰ নিয়ম আছে। বেলেগ বেলেগ ভাষাৰ

বাবে এই নিয়ম বেলেগ বেলেগ। সেই নিয়মবোৰেই অন্বয়। অৱশ্যে আধুনিক ভাষা বিজ্ঞানত (linguistics) অন্বয়ৰ অৰ্থ অলপ সুকীয়া। মূলতঃ তিনিটা বিষয় লৈ অন্বয় গঠিত। সেইকেইটা হ'ল ঃ ১) পদক্ৰম, ২) বাক্যৰ অন্তৰ্গত পদবোৰৰ ৰূপগত চৰিত্ৰ আৰু পাৰস্পৰিক সম্বন্ধ, ৩) বাক্যটোক ডাঙৰৰ পৰা সৰু অংশত ভাগ কৰি দেখুওৱা। এই সকলো লৈয়ে অন্বয়।

## অপ্ছোনিন্ছ *Opsonins*

প্ৰাণীদেহৰ তেজত থকা একপ্ৰকাৰ জৈব উপাদান, যাৰ কাৰ্যকাৰিতাৰ বাবে তেজৰ শ্বেত কণিকাই বহিৰাগত ৰোগ-জীৱাণুক দ্ৰুত ধ্বংস কৰিবলৈ সক্ষম হয়। কলেৰা, টাইফয়েড, বসন্ত আদি ৰোগৰ প্ৰতিষেধকৰ জৰিয়তে তেজত অপ্ছোনিন্ছৰ পৰিমাণ বৃদ্ধি কৰা হয়।

## অপ্ছোনিন্ছ ইণ্ডেক্স *Opsonins Index*

কোনো ব্যক্তিৰ তেজত কোনো বিশেষ ৰোগ-জীৱাণুক ধ্বংস কৰাৰ শক্তি কিমান থাকে তাৰ পৰিমাপক তুলনামূলক সাংকেতিক সংখ্যা। প্ৰতিষেধক ছিটাৰ প্ৰভাৱত তেজৰ এই শক্তি বা অপ্ছোনিন্ছ ইণ্ডেক্স বৃদ্ধি পায়।

## অপটোমেট্ৰী *Optometry*

চকুৰ দৃষ্টিশক্তিৰ বিজুতি ঘটিলে ঔষধ বা শল্য চিকিৎসাৰ সলনি লেন্স বা চছ্মা দি সেই ত্ৰুটি সংশোধন কৰা পদ্ধতি। এই পদ্ধতিত দৃষ্টিৰ স্তৰবোৰ অপটোমিটাৰ যন্ত্ৰৰ সহায়ত পৰীক্ষা কৰি তাৰ পাছত লেন্সৰ ব্যৱস্থা কৰা হয়।

## অপৰিবাহিতা

কোনো পদাৰ্থই তাপশক্তি আৰু বিদ্যুৎশক্তি পৰিবহণ কৰিব নোৱাৰা ধৰ্ম। লো, তীখা, তাম আদি ধাতৱ পদাৰ্থই সহজে তাপশক্তি পৰিবহণ কৰিব পাৰে। কিন্তু কাঠ, বাঁহ, প্লাষ্টিক, ৰবৰ, কপাহ আদি অধাতৱ পদাৰ্থই সহজে তাপশক্তি পৰিবহণ কৰিব নোৱাৰে। এনেধৰণৰ পদাৰ্থবোৰক তাপ-অপৰিবাহী পদাৰ্থ বোলা হয়। সেইদৰে যি পদাৰ্থৰ মাজেৰে বিদ্যুৎ পৰিবহণ কৰিব নোৱাৰি তেনে পদাৰ্থক বিদ্যুৎ-অপৰিবাহী পদাৰ্থ বা অন্তৰক পদাৰ্থ বোলা হয়। অভ্ৰ, কাঠ, প্লাষ্টিক, ৰবৰ, মম আদি এনেধৰণৰ পদাৰ্থ। পৰিবাহীৰ মাজেৰে তাপ বা বিদ্যুৎ পৰিবহণ বন্ধ কৰিবলৈ অপৰিবাহী পদাৰ্থৰ আৱৰণ ব্যৱহাৰ কৰা হয়।

*লগতে চাওক ইনছুলেটৰ*

## অপসূৰ *Aphelion*

সূৰ্য আৰু পৃথিবীৰ আটাইতকৈ দূৰৰ অৱস্থান; পৰম দূৰত্ব। প্ৰতি বছৰৰ ৪ জুলাইত সূৰ্য আৰু পৃথিবীৰ মাজৰ দূৰত্ব আটাইতকৈ বেছি (১৫.২ কোটি কিলোমিটাৰ) হয়। ইয়ে অপসূৰ।

*লগতে চাওক অনুসূৰ*

## অপস্মাৰ

*হিষ্টিৰিয়া চাওক*

**অপাৰেছন ফ্লাড** *Operation Flood*
গাখীৰ আৰু গাখীৰৰ পৰা তৈয়াৰী সামগ্ৰীসমূহৰ উৎপাদন, সংবৰ্ধন আৰু সংশোধনৰ বাবে ভাৰত চৰকাৰে গ্ৰহণ কৰা এক আঁচনি। এই আঁচনিৰ জৰিয়তে ভাৰতৰ বিভিন্ন ঠাইত ন-কৈ দুগ্ধজাত উদ্যোগ স্থাপনৰ লগতে পুৰণি উদ্যোগসমূহো সংশোধন আৰু সংবৰ্ধন কৰা হৈছে। এই আঁচনিৰ জৰিয়তে গুজৰাটৰ আনন্দ নগৰী গাখীৰ আৰু দুগ্ধজাত সামগ্ৰী উৎপাদনৰ বাবে বিখ্যাত হৈ পৰিছে।

**অপাৰেছন ব্লু ষ্টাৰ** *Operation Blue Star*
১৯৮৪ চনৰ ৬ জুনত পঞ্জাবৰ অমৃতসৰৰ স্বৰ্ণ মন্দিৰত আশ্ৰয় লৈ থকা শিখ উগ্ৰপন্থীৰ বিৰুদ্ধে ভাৰতীয় সেনাই এই মন্দিৰত চলোৱা অভিযানৰ সাংকেতিক নাম। এই অপাৰেছন বা অভিযান সংঘটিত হোৱাৰ চাৰি দিনৰ আগৰে পৰা 'খালিস্তান' দাবী কৰা শিখ উগ্ৰপন্থীসকলে স্বৰ্ণ মন্দিৰ অধিকাৰ কৰি তাত অস্ত্ৰ-শস্ত্ৰসহ আশ্ৰয় হৈ আছিল। উগ্ৰপন্থীসকলক তাৰ পৰা আঁতৰাবলৈ আৰু পৰাপক্ষত আটক কৰিবলৈ এই অভিযান চলোৱা হয়। কেইবা ঘণ্টা জুৰি চলা এই অভিযানত ভাৰতীয় সেনাই বিশেষ সমস্যাৰ সন্মুখীন নোহোৱাকৈয়ে স্বৰ্ণ মন্দিৰটো উগ্ৰপন্থীৰ কবলৰ পৰা মুক্ত কৰিবলৈ সমৰ্থ হয় যদিও মন্দিৰটোৰো কিছু ক্ষতিসাধন হয়। এই অভিযানত ৯০জন সেনা জোৱান ছহিদ হয়। শিখ উগ্ৰবাদী নেতা জাৰ্নেল সিং ভিন্দ্ৰাৱালেকে ধৰি ৭১২জন উগ্ৰপন্থীৰো মৃত্যু ঘটে। অপাৰেছন ব্লু ষ্টাৰৰ প্ৰতিশোধ ল'বলৈকে কিছুদিনৰ পাছত ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীক তেওঁৰ দুজন শিখ দেহৰক্ষীয়ে গুলীয়াই হত্যা কৰে।

**অপিনিয়ন পোল** *Opinion Poll*
কোনো নিৰ্বাচন অনুষ্ঠিত হোৱাৰ আগতে কিছুসংখ্যক ভোটাৰৰ পৰা তেওঁলোকে কাক ভোট দিব তাৰ উমান লোৱা আৰু তাৰ বিশ্লেষণৰ ভিত্তিত নিৰ্বাচনৰ ফলাফলৰ কৰা পূৰ্বানুমান। অপিনিয়ন পোলত প্ৰশ্ন সোধা ভোটাৰসকলক নিৰ্বাচন কৰোঁতে বহুকেইটা দিশ বিবেচনা কৰা হয়। সাধাৰণতে নিৰ্বাচন অনুষ্ঠিত হোৱাৰ আগতে অপিনিয়ন পোলৰ জৰিয়তে পূৰ্বানুমান কৰা হয়।

*লগতে চাওক এক্সিট পোল*

**অপেৰা** *Opera*
সংগীত আৰু নাটকৰ সংমিশ্ৰণত সৃষ্ট পাশ্চাত্যৰ এক বিস্তৃত নাটকীয় ৰচনা, — যাৰ সমস্ত অংশতেই বাদ্যযন্ত্ৰ সক্ৰিয় হৈ থাকে। মঞ্চত প্ৰদৰ্শিত সকলো কাৰ্যসূচীৰ ভিতৰত অপেৰাকেই আটাইতকৈ দৰ্শনীয় শাস্ত্ৰীয় সংগীতানুষ্ঠানৰূপে আখ্যা দিয়া হয়। কলা-কুশলীৰ আটকধুনীয়া ৰূপসজ্জা আৰু দৃষ্টিনন্দন মঞ্চসজ্জাৰে অপেৰা পাশ্চাত্যৰ এক বিশিষ্ট মঞ্চকলাৰূপে স্বীকৃত।

**অপ্টিকেল কেৰেক্টাৰ ৰিকগ্নিছন** *Optical Character Recognition (OCR)*
কাগজত লিখিত কোনো আখৰ, বাক্য আদিক কম্পিউটাৰে ব্যৱহাৰ কৰিব পৰাবিধৰ গঠনলৈ পৰিৱৰ্তন কৰাৰ এক কৌশল। কিতাপ, আলোচনী, বাতৰিকাকত, নথি-পত্ৰ আদিৰ একোটা পৃষ্ঠাক ইয়াৰ যোগেদি কম্পিউটাৰ ফাইললৈ পৰিৱৰ্তন কৰিব পাৰি।

## অপটিকেল স্কেনাৰ *Optical Scanner*

ছপা আখৰ বা ছবি আদিক 'পঢ়িব' পৰা আৰু তাক কম্পিউটাৰে ব্যৱহাৰ কৰিব পৰা গঠনলৈ পৰিৱৰ্তন কৰিব পৰা এক আলোকীয় কৌশল।

## অভিধান *Dictionary*

বৰ্ণানুক্ৰমিকভাৱে শব্দৰ অৰ্থ আৰু পৰিচয় থকা গ্ৰন্থ; শব্দাভিধান; শব্দকোষ। বিশেষ ক্ৰম অনুসাৰে বিন্যস্ত শব্দৰ সংকলনেই অভিধান। সেই ক্ৰম সাধাৰণতে বৰ্ণানুক্ৰমিক হয়। আধুনিক কালত অভিধান বুলিলে প্ৰধানতঃ এনে এখন গ্ৰন্থকে বুজোৱা হয়, য'ত শব্দাৰ্থ, শব্দৰ বুৎপত্তি, প্ৰয়োগ আৰু ব্যাকৰণগত সংবাদ থাকে। অভিধান শব্দটোৰ মাজত লুকাই থকা 'অভিধা' শব্দটোৰ অৰ্থ শব্দৰ অৰ্থবোধক শক্তি। শব্দ-অৰ্থৰ উপৰি ইংৰাজী আৰু আন আন ভাষাত বিজ্ঞান, সাহিত্য, ৰাজনীতি আদি বিষয়ৰ বহু অভিধান প্ৰকাশ পাইছে।

## অভিব্যক্তিবাদ *Expressionism*

শিল্প আৰু সাহিত্যৰ ক্ষেত্ৰত কুৰি শতিকাৰ এক গুৰুত্বপূৰ্ণ আন্দোলন। ১৯০৫ চনৰ পৰা ১৯২৫ চনৰ ভিতৰত জাৰ্মানীত প্ৰথম এই আন্দোলন বা ৰীতিৰ বিকাশ ঘটে। এই শিল্পৰীতিত বাস্তৱ অভিজ্ঞতা বা ঘটনাৱলীতকৈ ব্যক্তিৰ বা শিল্পীৰ মনোগত আৱেগ তথা চিন্তা-ভাবনাক অধিক প্ৰাধান্য দিয়া হয়। চকুৰে যি দেখা গৈছে সিয়ে বাস্তৱ — এই কথা সত্য নহয়। বৰং শিল্পীয়ে বাহিৰৰ আপাত-বাস্তৱক ভাঙি তেওঁৰ মনৰ অনুভূতি আৰু আৱেগ মিহলাই যি অন্তৰ্নিহিত সত্য বা বাস্তৱক প্ৰকাশ কৰে — সিহে সত্য। ইয়ে অভিব্যক্তিবাদৰ সাৰ কথা। অভিব্যক্তিবাদী চিত্ৰৰ অন্যতম বৈশিষ্ট্য ৰূপ বা ফৰ্মৰ (form) বিকৃতি আৰু ৰঙৰ উগ্ৰতা। চিত্ৰকলাৰ উপৰি অভিব্যক্তিবাদ ক্ৰমে সাহিত্য, বিশেষকৈ, নাটকলৈ সম্প্ৰসাৰিত হয়। নাটকত বাস্তৱক আত্মগতভাৱে (subjectively) ব্যৱহাৰ কৰা হয়। অভিব্যক্তিবাদী নাট্যকাৰে ৰচনা কৰা নাটকসমূহ কেৱল কেতবোৰ বাস্তৱ সত্য ঘটনাৰ বিবৃতি মাত্ৰ নহয়। ইয়াত একধৰণৰ কল্পবাস্তৱ আৰু আত্মকৃত বাস্তৱৰো প্ৰতিফলন ঘটে।

## অভিযোজন *Adaptation*

পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত জীৱৰ খাপ খাই পৰিব পৰা ধৰ্ম। পৰিৱৰ্তনশীল পাৰিপাৰ্শ্বিক অৱস্থা অনুযায়ী প্ৰাণী আৰু উদ্ভিদে নিজকে সেই অৱস্থাৰ লগত খাপ খুৱাই চলিব পৰাকৈ কিছুমান বিশেষ ধৰণৰ আকাৰ গ্ৰহণ কৰে। এনে কৰোঁতে বহু জীৱ-জন্তু, গছ-গছনিৰ স্বভাৱ আৰু শৰীৰৰ সাল-সলনি হয়। এনে সাল-সলনি হোৱা ঘটনাটোক অভিযোজন বোলা হয়। অভিযোজনৰ প্ৰধান বৈশিষ্ট্য হ'ল অৱস্থাৰ লগে লগে পৰিৱৰ্তন। অভিযোজন প্ৰধানতঃ তিনিক্ষেত্ৰত হ'ব পাৰে : (ক) জীৱ বিজ্ঞান বা জীৱাণু বিজ্ঞানত, (খ) শৰীৰ বিজ্ঞানত আৰু (গ) সামাজিক ক্ষেত্ৰত। আত্মৰক্ষাৰ বাবে দেহৰ বৰণ আৰু আকৃতিৰ পৰিৱৰ্তন, — জীৱজগতৰ এটা চিত্তাকৰ্ষক ঘটনা। জেঠীজাতীয় বহু প্ৰাণী, সাপ, ফৰিং আদিয়ে গছ, মাটি, শিলৰ ৰঙৰ লগত মিলি থকাৰ বাবে যি প্ৰক্ৰিয়া অৰ্জন কৰে সি অভিযোজনৰ এক পৰিচিত দৃষ্টান্ত। বেক্টেৰীয়া বা ৰোগ-জীৱাণুৰ ক্ষেত্ৰতো প্ৰায়ে অভিযোজনে কাম কৰে। বহু ৰোগ-জীৱাণুৱে এনেদৰে নতুন খাদ্য খোৱাত অভ্যস্ত হয় যাতে প্ৰচলিত জীৱাণুবিৰোধী ঔষধে সিহঁতৰ কোনো ক্ষতি কৰিব নোৱাৰে। শৰীৰ বিজ্ঞানতো অভিযোজন দেখা যায়। আমাৰ নাক

কোনো বিশেষ উগ্ৰ বা কটু গোন্ধত ক্ৰমে অভ্যস্ত হৈ যায়, চকু কোনো অত্যুজ্জ্বল পোহৰত অভ্যস্ত হৈ পৰে। ইও অভিযোজন। সেইদৰে প্ৰত্যেক মানৱগোষ্ঠীয়েই পৰিৱৰ্তিত সামাজিক অৱস্থাৰ লগত খাপ খাই চলিবলগীয়া হয়। বাচি থকাৰ বাবে সমাজগত পৰিৱৰ্তন অৱশ্যম্ভাৱী। ই সামাজিক অভিযোজন।

সাহিত্য ক্ষেত্ৰতো অভিযোজন শব্দটোৰ ব্যৱহাৰ আছে। কোনো বিশেষ প্ৰয়োজনত গল্প-উপন্যাস বা আন কাহিনীত বৰ্ণিত ঘটনা, চৰিত্ৰ আৰু সংলাপ যথাসম্ভৱ একে ৰাখি তাক আন এটা মাধ্যমৰ জৰিয়তে প্ৰকাশ কৰিবৰ বাবে নতুনকৈ গঢ় দিয়া হয়। সাহিত্য জগতত ই অভিযোজন নামে পৰিচিত। গল্প-উপন্যাসৰ কাহিনীভাগক এনেদৰে চলচ্চিত্ৰ, ৰেডিঅ' বা টেলিভিছনৰ বাবে অভিযোজন কৰা হয়। কেতিয়াবা নাটক, কবিতাকো গল্প বা উপন্যাসৰ ৰূপত উপস্থাপন কৰা দেখা যায়। ইও একপ্ৰকাৰ অভিযোজন।

### অম্‌ব্ৰোমিটাৰ *Ombrometer*

বৰষুণৰ পৰিমাণ নিৰ্দেশক যন্ত্ৰ; বৃষ্টিমান বা বৃষ্টিমাপক যন্ত্ৰ (rain guage)। এই যন্ত্ৰৰ সহায়ত এক নিৰ্দিষ্ট সময়ৰ ভিতৰত কোনো ঠাইত কিমান বৰষুণ হ'ল, তাৰ পৰিমাণ জানিব পৰা যায়। বৃষ্টিমান যন্ত্ৰত বৰষুণৰ পৰিমাণ এক ইঞ্চি হ'লে তাৰ পৰিমাণ হয় প্ৰতি বৰ্গ কিলোমিটাৰত ১,৬০,০০০ হেক্টোলিটাৰ পানী।

### অমিত্ৰাক্ষৰ ছন্দ *Blank Verse*

শেষ আখৰৰ মিল নথকা ছন্দ। যি ছন্দৰ পংক্তিৰ শেষত আখৰে আখৰে অমিত্ৰতা, অৰ্থাৎ, অমিল, সেয়ে অমিত্ৰাক্ষৰ ছন্দ। অসমীয়া পৌৰাণিক নাটকৰ ক্ষেত্ৰত চন্দ্ৰধৰ বৰুৱাই 'মেঘনাদ বধ'ত প্ৰথম অমিত্ৰাক্ষৰ ছন্দ ব্যৱহাৰ কৰি সফলতা লাভ কৰে। দেখাদেখিকৈ ছন্দৰ প্ৰবহমান গতি নাথাকিলেও দীঘল বৰ্ণনাত্মক কাব্য ৰচনাৰ বাবে ইয়াৰ উপযোগিতা সৰ্বজনস্বীকৃত।

*লগতে চাওক মিত্ৰাক্ষৰ ছন্দ*

### অমৃতসৰ সন্ধি *Amritsar Treaty*

১৮০৯ চনৰ ২৪ এপ্ৰিলত ইংৰাজ চৰকাৰ আৰু পঞ্জাৱ কেশৰী ৰঞ্জিত সিংহৰ মাজত স্বাক্ষৰিত সন্ধি। এই সন্ধি অনুসৰি ৰঞ্জিত সিংহই শতদ্ৰু নদীৰ পূব পাৰে শিখ সাম্ৰাজ্য বিস্তাৰ নকৰাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হয়।

### অৰিগামি *Origami*

কাগজ ভাঁজ কৰি নানা ধৰণৰ জীৱ-জন্তু, ফুল-ফল, বিভিন্ন সজ্জা বা আকৰ্ষণীয় গঠন সৃষ্টি কৰা শিল্পকলা। এই কলাৰ আৰম্ভণি চীনত হ'লেও পাছত জাপানতহে ই বিকশিত হৈ উঠে।

### অৰ্কেষ্ট্ৰা *Orchestra*

পাশ্চাত্য প্ৰথাৰে বজোৱা সমৱেত যন্ত্ৰসংগীত। অৰ্কেষ্ট্ৰা মূলতঃ পাশ্চাত্য সংগীতৰ এক প্ৰধান অংশ। একে সুৰ, যাক এটা মাত্ৰ বাদ্যযন্ত্ৰৰ সহায়ত বজাব পাৰি, তাকো অৰ্কেষ্ট্ৰাৰ সহায়ত বজাব পাৰি। ইয়াক অৰ্কেষ্ট্ৰেছন বোলা হয়। অৰ্কেষ্ট্ৰাৰ বাবে সাধাৰণতে দুই-তিনিজন

যন্ত্ৰশিল্পীৰ প্ৰয়োজন। তিনিজনে বজালে কোৱা হয় ট্ৰায়ো, সেইদৰে চাৰিজনে বজালে কোৱাট্ৰেট, ছজনে বজালে ছেক্সট্ৰেট আৰু তাতকৈ বেছি শিল্পীয়ে বজালে তাক ছিম্ফনী অৰ্কেষ্ট্ৰা বোলা হয়। *লগতে চাওক অপেৰা*

**অৰ্গেন ফছ্ফৰাছ** *Orgeno Phosphorus*

অতিমাত্ৰা বিষাক্ত কীটনাশক। এনেবোৰ কীটনাশকৰ সহায়ত শস্যৰ বীজ বহুদিনলৈ সংৰক্ষণ কৰা হয়। কিন্তু ই জীৱদেহৰ বাবে অতি মাৰাত্মক। কেনেবাকৈ জীৱদেহত ই প্ৰৱেশ কৰিলে মৃত্যু পৰ্যন্ত হ'ব পাৰে। কিছু বছৰৰ আগতে অসমৰ বৰপেটা, নলবাৰী আদি ঠাইত বিষাক্ত বুট-মাহ খাই বহু লোক আক্ৰান্ত হ'বলগীয়া হৈছিল। পাছত বিজ্ঞানীসকলৰ পৰীক্ষাত ধৰা পৰে যে সেই বুট-মাহত অৰ্গেন ফছ্ফৰাছ মিহলি হৈ আছিল।

**অৰ্থনৈতিক পৰিকল্পনা** *Economic Planning*

ৰাষ্ট্ৰৰ দ্বাৰা নিৰ্ধাৰিত নীতি অনুযায়ী অৰ্থনৈতিক কাৰ্যকলাপ নিয়ন্ত্ৰণ কৰি জীৱন নিৰ্বাহৰ মান উন্নত কৰাৰ বাবে নিৰ্দিষ্ট সময়ৰ ভিতৰত ৰূপায়ণ কৰিবলৈ লোৱা সুনিয়ন্ত্ৰিত প্ৰচেষ্টা। সমাজৰ বিভিন্ন দিশৰ অৰ্থনৈতিক বিকাশ সাধনৰ বাবে বিজ্ঞানসম্মতভাৱে দেশৰ অৰ্থনৈতিক সম্পদসমূহ এনেদৰে প্ৰয়োগ কৰা হয় যাতে তাৰ দ্বাৰা জনসাধাৰণে সৰ্বাধিক সুফল লাভ কৰে। এই সম্পৰ্কে কিছুমান আঁচনি গ্ৰহণ কৰা হয়। এই আঁচনিবোৰৰ জৰিয়তে দেশৰ সম্পদৰাজি সম্পূৰ্ণভাৱে আৰু সুচাৰুৰূপে উৎপাদন কাৰ্যত নিয়োগ কৰি দেশৰ জনসাধাৰণৰ সৰ্বাধিক কল্যাণ সাধনৰ বাবে চেষ্টা চলোৱা হয়। এই আঁচনিবোৰৰ সামগ্ৰিক ৰূপেই হ'ল অৰ্থনৈতিক পৰিকল্পনা। দ্ৰুত অৰ্থনৈতিক উন্নয়ন লাভৰ পদ্ধতি হিচাপে তৎকালীন ছোভিয়েট ৰাছিয়াত প্ৰথমে সফলতাৰে অৰ্থনৈতিক পৰিকল্পনা প্ৰয়োগ কৰা হয়। বৰ্তমান পৃথিবীৰ প্ৰায় সকলো দেশেই অৰ্থনৈতিক উন্নয়ন ত্বৰান্বিত কৰিবলৈ কম-বেছি পৰিমাণে পৰিকল্পনাৰ আশ্ৰয় লোৱা দেখা যায়। ১৯৫১ চনৰ পৰা আমাৰ দেশতো পঞ্চবাৰ্ষিক পৰিকল্পনা আৰম্ভ কৰা হয়। দেশে ইতিমধ্যে দহটা এনে পৰিকল্পনা সম্পন্ন কৰিছে আৰু ২০০৮ চনৰ জানুৱাৰীৰ পৰা একাদশ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কাম আৰম্ভ হৈছে।

**অৰ্থনৈতিক মন্দাৱস্থা** *Economic Depression*

বাণিজ্য চক্ৰৰ নিম্নমুখিতা বা অধোগতি। শিল্পোৎপাদন হ্ৰাস, ব্যাপক নিবনুৱা সমস্যা আৰু ব্যৱসায়িক উদ্যোগ তথা প্ৰচেষ্টাৰ সংকোচন হ'ল অৰ্থনৈতিক মন্দাৱস্থাৰ বৈশিষ্ট্য। ১৯২৯ চনত বিশ্বজুৰি যি মন্দাই দেখা দিছিল, তাকেই কুৰি শতিকাৰ আটাইতকৈ ভয়াবহ মন্দা আখ্যা দিয়া হয়। সেই মন্দাৱস্থা ১৯৩৩ চন পৰ্যন্ত চলিছিল।

**অৰ্ধনাৰীশ্বৰ**

উমা-মহেশ্বৰ বা শিৱ-পাৰ্বতীৰ সংযুক্ত মূৰ্তি বিশেষ। এই ৰূপত মহাদেৱে আধা নাৰী আৰু আধা পুৰুষ ৰূপ ধাৰণ কৰিছে। মূৰ্তিটোৰ সোঁফালে অৰ্ধ-শিৱ আৰু বাঁওফালে অৰ্ধ-পাৰ্বতী। শিৱৰ মূৰ্তিটো ত্ৰিনয়ন আৰু চতুৰ্ভুজ। চাৰিখন হাতত পাশ, ৰঙা পদুম, লাওখোলা আৰু শূল আছে।

**অৰ্ধায়ু** *Half Life*

কোনো তেজস্ক্রিয় পদাৰ্থৰ তেজস্ক্রিয়তা যি সময়ছোৱাৰ ভিতৰত এক নিৰ্দিষ্ট পৰিমাণ ক্ষয়ৰ ফলত আধা হয়; অৰ্ধজীৱন। তেজস্ক্রিয় পদাৰ্থৰ অৰ্ধায়ু কোনোবাটোৰ ক্ষেত্ৰত এক ছেকেণ্ডৰ দহ লাখ ভাগ আৰু কোনোবাটোৰ ক্ষেত্ৰত বহুকোটি বছৰ। যেনে ঃ ইউৰেনিয়ামৰ অৰ্ধায়ু $৪.৫১\times১০^{৯}$ বছৰ, ৰেডিয়ামৰ $১৫.৯\times১০^{২}$ বছৰ, পলোনিয়ামৰ $১৫\times১০^{-৪}$ ছেকেণ্ড আদি।

**অৰ্বুদ**

প্ৰাচীন সংস্কৃত তথা ভাৰতীয় গণনা পদ্ধতিৰ একক বিশেষ। দহ কোটি বুজাবলৈ অৰ্বুদ শব্দটো ব্যৱহাৰ কৰা হয়। বৰ্তমান অৱশ্যে অৰ্বুদৰ প্ৰচলন নাই।

আৰাৱলী পৰ্বতৰ এক বিচ্ছিন্ন শাখাৰ নামো অৰ্বুদ। বৰ্তমান ই আবু নামেৰে পৰিচিত।

**অলংকাৰ**

অলংকাৰ শব্দৰ আভিধানিক অৰ্থ আভৰণ বা ভূষণ। মানৱ শৰীৰক যিদৰে অলংকৃত কৰা হয়, সেইদৰে কবিতাকো উপমা, অনুপ্ৰাস আদি অলংকাৰেৰে সজোৱা হয়। প্ৰাচীন কালৰে পৰাই কাব্যত অলংকাৰৰ প্ৰয়োগ হৈ আহিছে। শব্দধ্বনিক শুৱলা আৰু হৃদয়গ্ৰাহী কৰাৰ বাবে অলংকাৰৰ আৱশ্যক। কাব্যালংকাৰ দুই প্ৰকাৰৰ ঃ শব্দালংকাৰ আৰু অৰ্থালংকাৰ। শব্দালংকাৰৰ প্ৰয়োগত কাব্য সংগীতধৰ্মী হৈ উঠে, আনহাতে অৰ্থালংকাৰ শব্দৰ অৰ্থৰ লগত জড়িত। নাট্যশাস্ত্ৰকাৰ ভৰতে পোনতে চাৰিবিধ অলংকাৰৰ বিষয়ে উল্লেখ কৰিছিল যদিও বৰ্তমান এই সংখ্যা শতাধিক হৈছেগৈ।

**অলিম্পিক অৰ্ডাৰ** *Olympic Order*

বিশ্বত অলিম্পিকৰ নীতি তথা আদৰ্শ নিজ কামৰ মাজেৰে ৰূপায়ণ কৰা তথা বিশ্ব ভ্ৰাতৃত্ববোধ গঢ়ি তোলা ব্যক্তি বা অনুষ্ঠানলৈ আগবঢ়োৱা আন্তৰ্জাতিক সন্মান।

**অল্টিমিটাৰ** *Altimeter*

বায়ুমণ্ডলৰ উচ্চতামাপক যন্ত্ৰ উচ্চতামেতা। এই যন্ত্ৰৰ সহায়ত উৰাজাহাজ এখন পৃথিৱীপৃষ্ঠৰ পৰা কিমান ওপৰেদি উৰিছে তাক নিৰ্ণয় কৰিব পাৰি। পৰ্বত-পাহাৰৰ উচ্চতা নিৰূপণতো অল্টিমিটাৰৰ ব্যৱহাৰ আছে। অসমীয়াত এই যন্ত্ৰক উচ্চতামেতা বোলা হয়।

**অৱলোহিত ৰশ্মি** *Infrared Rays*

দৃশ্যমান পোহৰ ৰশ্মিৰ তৰংগ দৈৰ্ঘ্যতকৈ বেছি দীৰ্ঘতৰ বিদ্যুৎ চুম্বকীয় অদৃশ্য ৰশ্মি। ১৮০০ চনত ইংৰাজ বিজ্ঞানী উইলিয়াম হাৰ্ছেলে অৱলোহিত ৰশ্মিৰ অৱস্থিতি আৱিষ্কাৰ কৰে। অৱলোহিত ৰশ্মিয়ে কুঁৱলী ভেদ কৰিব পাৰে আৰু এই ৰশ্মি ফটোগ্ৰাফীত ঘাইকৈ ব্যৱহাৰ কৰা হয়।

**অষ্ট চণ্ডী**

দেৱী চণ্ডীৰ অষ্টমূৰ্তি। যেনে ঃ মংগলা, বিমলা, সৰ্বমংগলা, কালী, কামাখ্যা, বিকটা, ৰাত্ৰিকালিকা আৰু ভৱানী।

## অষ্ট তাৰিণী

দেৱী ভগৱতীৰ অষ্টমূৰ্তি। যেনে ঃ তাৰা, উগ্ৰা, মহোগ্ৰা, বজ্ৰা, কালী, সৰস্বতী, কামেশ্বৰী আৰু চামুণ্ডা।

## অষ্ট দিক্‌গজ

হিন্দু শাস্ত্ৰ অনুসৰি পৃথিৱীৰ আঠটা দিশৰ ৰক্ষক আঠটা হাতী। যেনে ঃ ঐৰাৱত (পূব); পুন্দৰীক (অগ্নি); বামন (দক্ষিণ); কুমুদ (নৈৰ্ঋত); অঞ্জন (পশ্চিম); পুষ্পদণ্ড (বায়ু); সাৰ্বভৌম (উত্তৰ) আৰু সুপ্ৰতীক (ঈশান)।

## অষ্ট দিক্‌পাল

আঠ (অষ্ট) দিশৰ পালনকৰ্তা ঃ ইন্দ্ৰ (পূব), অগ্নি (অগ্নি), যম (দক্ষিণ), নৈৰ্ঋত (নৈৰ্ঋত), বৰুণ (পশ্চিম), মৰুৎ (বায়ু), কুবেৰ (উত্তৰ) আৰু ঈশ (ঈশান)।

## অষ্ট দিশ

পৃথিৱীৰ আঠটা দিশ। যেনে ঃ পূব, পশ্চিম, উত্তৰ, দক্ষিণ, দক্ষিণ-পূব বা অগ্নিকোণ, দক্ষিণ-পশ্চিম বা নৈৰ্ঋত কোণ, উত্তৰ-পূব বা ঈশান কোণ আৰু উত্তৰ-পশ্চিম বা বায়ুকোণ।

## অষ্ট ধাতু

হিন্দুৰ নানা মাংগলিক কাৰ্যত ব্যৱহৃত আঠটা প্ৰধান ধাতু। সেই ধাতুকেইটা হ'ল ঃ সোণ, ৰূপ, তাম, ৰাং (টিন), সীহ, পিতল, লো আৰু তীখা। ইয়াৰে পিতল আৰু তীখা মৌলিক ধাতু নহয়। পিতল তাম আৰু দস্তাৰ মিশ্ৰ ধাতু। তীখা লো আৰু কাৰ্বন বা আন মৌলৰ সংকৰ ধাতু।

## অষ্ট নাগ

পুৰাণত উল্লেখিত আঠটা বিশেষ সৰ্প বা নাগ। যেনে ঃ অনন্ত, বাসুকী, তক্ষক, কৰ্কোটক, শংখ, পদ্ম, মহাপদ্ম আৰু কুলীৰ।

## অষ্ট নায়িকা

দুৰ্গাৰ অষ্টশক্তি। যেনে ঃ মংগলা, বিজয়া, ভদ্ৰা, জয়ন্তী, অপৰাজিতা, নন্দিনী, নৰসিংহী, কৌমাৰী। শাস্ত্ৰভেদে উগ্ৰচণ্ডা, প্ৰচণ্ডা, চণ্ডোগ্ৰা, চণ্ডনায়িকা, অতিচণ্ডা, চামুণ্ডা, চণ্ডা, চণ্ডৱতী।

ৰসশাস্ত্ৰতো আঠপ্ৰকাৰ নায়িকাৰ উল্লেখ আছে। এই অষ্ট নায়িকা হ'ল ঃ অভিসাৰিকা, বাসকসজ্জা, উৎকণ্ঠিতা, বিপ্ৰলব্ধা, খণ্ডিতা, কলহান্তৰিতা, স্বাধীন ভৰ্তৃকা আৰু প্ৰোষিত ভৰ্তৃকা।

## অষ্ট নিধি

পুৰাণত উল্লেখিত আঠবিধ বহুমূলীয়া ৰত্ন। যেনে ঃ পদ্ম, মহাপদ্ম, শংখ, মকৰ, কচ্ছপ, মুকুন্দ, নীল আৰু খৰ্ব। এই ৰত্ন আঠবিধৰ প্ৰত্যেকৰে একোটা আখ্যান আছে।

## অষ্ট পাৰিষদ
বিষ্ণুৰ লগত থকা আঠজন দেৱতা ঃ নন্দ, সুনন্দ, প্ৰচণ্ড, চণ্ড, কুমুদ, গৰুড়, কুমুদাক্ষ আৰু বল।

## অষ্ট প্ৰাণায়াম
যোগ সাধনাৰ আঠটা ক্ৰম ঃ সাহিত, সূৰ্যভেদ, উজ্জানী, শীতলী, ভ্ৰমিকা, ভ্ৰমৰী, মূৰ্চ্ছন আৰু কেৱলী।

## অষ্ট বজ্ৰ
আঠবিধ দেৱ অস্ত্ৰ। যেনে ঃ বিষ্ণুৰ সুদৰ্শন চক্ৰ, মহাদেৱ বা শিৱৰ পাশুপাত, ব্ৰহ্মাৰ অক্ষ, বৰুণৰ নাগপাশ, ইন্দ্ৰৰ বজ্ৰ, যমৰ দণ্ড, কাৰ্তিকৰ শক্তি আৰু দুৰ্গাৰ অসি বা তৰোৱাল (মতান্তৰত কালীৰ খড়্গ)।

## অষ্টবসু
ধৰ্মৰ ঔৰসত আৰু দক্ষকন্যা বসুৰ গৰ্ভজাত আঠজন উপদেৱতাৰ এক গণ। তেওঁলোক হ'ল ঃ ধৰ, ধ্ৰুৱ, সোম, অনল, অনিল, আপ, প্ৰত্যুষ আৰু প্ৰভৱ। মহাভাৰতৰ মতে অষ্টবসু হ'ল ঃ বহুৰূপ, ত্ৰ্যম্বক, সাধিত, সুৰেশ্বৰ, জয়ন্ত, পিনাকী, অপৰাজিত আৰু দেৱব্ৰত। অষ্টবসুৱে ঋষি বশিষ্ঠৰ শাপত স্বৰ্গৰ পৰা পৃথিৱীত মানুহৰূপে পুনৰ জনম ল'বলগীয়া হয়হি আৰু ঋষিৰ ইচ্ছামতেই উপজিয়েই ইয়াৰ সাতজনে মৃত্যুবৰণ কৰে। কেৱল দেৱব্ৰত বহুকাল জীয়াই থাকে আৰু তেৱেঁই পাছলৈ ভীষ্মৰূপে বিখ্যাত হয়।

## অষ্ট বিনায়ক
মহাৰাষ্ট্ৰত আঠগৰাকী স্বয়ম্ভু গণেশ বা গণপতি আছে। ইয়েই অষ্ট বিনায়কৰূপে প্ৰসিদ্ধ। এই অষ্ট বিনায়ক হ'ল ঃ ময়ুৰেশ্বৰ, (মাৰগাঁও), চিন্তামণি গণপতি, মহাগণপতি (ৰঞ্জনগাঁও), শ্ৰীসিদ্ধি বিনায়ক (আহমেদ নগৰ), ওজাহাৰ গণপতি, লেনাড্ৰিৰ গণপতি, পালিৰ গণপতি, মাহাডে বিনায়ক। বিনায়ক গণেশৰ আন এটা নাম।

## অষ্ট বিবাহ
আঠ প্ৰকাৰৰ বৈদিক বিবাহ। যেনে ঃ ব্ৰাহ্ম, দৈৱ, আৰ্য, প্ৰজাপত্য, গন্ধৰ্ব, আসুৰিক, ৰাক্ষস আৰু পৈশাচ বিবাহ। ইয়াৰে প্ৰথম চাৰিবিধ বিবাহ শ্ৰেষ্ঠ আৰু অষ্টমবিধ নিকৃষ্ট বিবাহ।

## অষ্ট মহিষী
শ্ৰীকৃষ্ণৰ আঠগৰাকী প্ৰধান মহিষী। তেঁওলোক হৈছে ৰুক্মিণী, সত্যভামা, জাম্ববতী, নগ্নজিতা, কালিন্দী, ভদ্ৰা, লক্ষ্মণা আৰু মিত্ৰবিন্দা।

## অষ্ট মংগল
ব্ৰাহ্মণ, গাই, অগ্নি, স্বৰ্ণ, ঘিউ, সূৰ্য, পানী আৰু ৰজা — এই আঠবিধ মংগল সাধন দ্ৰব্য। শাস্ত্ৰভেদে সিংহ, ষাঁড়, হাতী, জলকুম্ভ, বিচনী, পতাকা, শংখ আৰু প্ৰদীপ।

## অষ্ট মূৰ্তি

শিৱৰ আঠটা স্বৰূপ বা মূৰ্তি। চৰাচৰ বিশ্বৰ বিভিন্ন উপাদানৰ গৰাকী শিৱৰ অঠটা ৰূপ বা মূৰ্তি আঠটা ভিন ভিন নামৰ লগত সংযুক্ত। যেনে ঃ সৰ্ব নামেৰে ক্ষিতি, ভৱ নামেৰে জল, ৰুদ্ৰ নামেৰে অগ্নি, উগ্ৰ নামেৰে বায়ু, মহাদেৱ নামেৰে সোম, অৰ্থাৎ, চন্দ্ৰ, ভীম নামেৰে আকাশ, ঈশান নামেৰে সূৰ্য আৰু পশুপতি নামেৰে যজমান মূৰ্তি। শাস্ত্ৰভেদে শিৱৰ আঠটা মূৰ্তি হৈছে পঞ্চভূত (ক্ষিতি, অপ, তেজ, মৰুৎ, বোম), চন্দ্ৰ, সূৰ্য আৰু অগ্নি।

## অষ্ট ৰিপু

মানুহৰ আঠটা অশুভ প্ৰবৃত্তি। এই অষ্ট ৰিপু হ'ল ঃ কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য, অসূয়া আৰু দম্ভ।

## অষ্টিঅ'মালাচিয়া *Osteomalacia*

ভিটামিন 'ডি' বা কেলচিয়ামৰ অভাৱৰ বাবে শৰীৰৰ হাড়বোৰ কোমল হৈ পৰা ৰোগ। সাধাৰণতে গৰ্ভৱতী আৰু শিশুমাতৃকাৰ মাজত এইবিধ ৰোগ হোৱা দেখা যায়।

## অষ্ট্ৰিক *Austric*

অষ্ট্ৰিক কোনো এটা ভাষা নহয়, ই এক ভাষাগোষ্ঠীৰ নাম। আফ্ৰিকাৰ পূবৰ মালাগাছি দ্বীপৰ পৰা হিমালয় পৰ্বত-অঞ্চল আৰু নিউজিলেণ্ডৰ পৰা প্ৰশান্ত মহাসাগৰৰ ইষ্টাৰ দ্বীপ পৰ্যন্ত এই ভাষাগোষ্ঠী প্ৰচলিত। অষ্ট্ৰিক ভাষাগোষ্ঠীৰ প্ৰধান ভাগ দুটা ঃ অষ্ট্ৰো-এছিয়াটিক (Austro-Asiatic) আৰু অষ্ট্ৰোনেছীয় (Austronesian)। ভাৰতত প্ৰচলিত বা স্বল্প প্ৰচলিত অষ্ট্ৰিক ভাষাবোৰ অষ্ট্ৰো-এছিয়াটিক শাখাৰ অন্তৰ্ভুক্ত। অষ্ট্ৰো-এছিয়াটিকৰ দুটা উপশাখা আছে ঃ মন-খ্মেৰ (Mon-Khmer) আৰু কোল। কোল শাখাৰ ভাষাবোৰৰ ভিতৰত আছে মুন্দাৰী, চাওতালী, হো, শবৰ, কুৰখু আদি। মধ্য-পূব ভাৰতৰ নানা ঠাইত কম-বেছি পৰিমাণে এই ভাষাবোৰৰ প্ৰচলন আছে। মন-খ্মেৰ ভাষাৰ শাখা ভাষাবোৰ ম্যানমাৰ, ভিয়েটনাম, লাওছ আদি অঞ্চলত প্ৰচলিত। অষ্ট্ৰিক ভাষাৰ বহু শব্দই অসমীয়া ভাষাতো ঠাই পাইছে। লিংগ, লাও, দণ্ড, ময়ূৰ, কণী অদি শব্দবোৰ মূলতঃ অষ্ট্ৰিক ভাষাৰ শব্দ।

## অষ্ট্ৰেলয়ড *Australoid*

অষ্ট্ৰেলিয়াৰ আদিম উপজাতি; অষ্ট্ৰেলীয় প্ৰজাতি। দক্ষিণ এছিয়া আৰু প্ৰশান্ত মহাসাগৰীয় অঞ্চলৰ কেতবোৰ প্ৰাচীন উপজাতিকো অষ্ট্ৰেলয়ড জাতিৰ অন্তৰ্ভুক্ত বুলি ধৰা হয়। নৃতত্ত্ববিদসকলৰ মতে অষ্ট্ৰেলয়ডসকলে আনুমানিক ৩০,০০০ বছৰৰ আগতে দক্ষিণ আৰু দক্ষিণ-পূব এছিয়াৰ পৰা অষ্ট্ৰেলিয়াৰ ভূখণ্ডলৈ আহি বাস কৰিবলৈ লয়। এসময়ত এওঁলোক প্ৰায় পাঁচ কোটি ভাষাগোষ্ঠীত বিভক্ত হৈ আছিল। বিগত প্ৰায় দুশ বছৰ ধৰি অষ্ট্ৰেলিয়াত অষ্ট্ৰেলয়ডসকলৰ সেই আদিম সংস্কৃতি সংৰক্ষণৰ চেষ্টা চলাই থকা হৈছে।

## অষ্ট্ৰেলোপিথেকাছ *Australopithecus*

প্ৰাগৈতিহাসিক যুগৰ এবিধ বনমানুহ। আজিৰ পৰা প্ৰায় ৪৫ লাখ বছৰৰ আগতে দক্ষিণ আৰু

পূব আফ্ৰিকাত এইবিধ মানুহ-জাতীয় প্ৰাণীয়ে বাস কৰিছিল বুলি জনা যায়। মানুহ আৰু বনমানুহ ধৰণৰ প্ৰাণীৰ মাজৰ পৰ্যায় এই অষ্ট্ৰেলোপিথেকাছে মানুহৰ ৰূপ ল'বলৈ আৰম্ভ কৰিছিল যদিও সম্পূৰ্ণ মানুহৰ ৰূপ ধাৰণ কৰাৰ আগতেই কোনো কাৰণত এই প্ৰজাতি পৃথিৱীৰ পৰা লুপ্ত হৈ যায়।

**অষ্ট্ৰো-প্ৰুছিয়ান যুদ্ধ** *Austro-Prusian War*
১৮৬৬ চনৰ ১৫ জুনৰ পৰা ২৩ আগষ্টলৈ অষ্ট্ৰিয়া আৰু প্ৰুছিয়াৰ মাজত চলা এক যুদ্ধ। অষ্ট্ৰিয়াক জাৰ্মান কনফেডাৰেছন বা সন্মিলিত জাৰ্মানীৰ পৰা আঁতৰ কৰাৰ পৰোক্ষ উদ্দেশ্য সন্মুখত ৰাখি, জাৰ্মান ৰাষ্ট্ৰনায়ক বিছমাৰ্কে এই যুদ্ধত উচটনি দিছিল। এই যুদ্ধত ইটালীয়ে প্ৰুছিয়াৰ লগত আৰু বেভেৰিয়াসহ কেইবাখনো সৰু সৰু জাৰ্মান ৰাজ্যই অষ্ট্ৰিয়াৰ লগত সহযোগ কৰিছিল। প্ৰুছিয়াই সহজে জাৰ্মান ৰাজ্যবোৰ জয় কৰি অষ্ট্ৰিয়াক পৰাভূত কৰে। এই যুদ্ধৰ পাছৰ পৰা ১৮৭১ চনত জাৰ্মান সাম্ৰাজ্য স্থাপনত সহায় হয়। ইতিহাসত এই যুদ্ধ সাত সপ্তাহৰ যুদ্ধ ৰূপেও প্ৰখ্যাত।

**অসম চুক্তি** *Assam Accord*
অসমলৈ অবৈধভাৱে অহা বিদেশী নাগৰিকৰ বহিষ্কৰণৰ দাবীত ১৯৭৯ চনৰ পৰা সুদীৰ্ঘ ছবছৰ ধৰি অসমত সংঘটিত ব্যাপক গণ-আন্দোলনৰ ফলত ১৯৮৫ চনৰ ১৫ আগষ্টত আন্দোলনৰ নেতৃবৃন্দ আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত স্বাক্ষৰিত ঐতিহাসিক মীমাংসা-পত্ৰ। সৰ্বমুঠ পোন্ধৰটা দফাত বিভক্ত আৰু বিন্যস্ত এই চুক্তি অসমৰ ৰাজনৈতিক আৰু আৰ্থ-সামাজিক ইতিহাসৰ এক অতি উল্লেখযোগ্য ঘটনা, তাৎপৰ্যপূৰ্ণ সংঘটনৰূপে ইতিমধ্যে বিবেচিত হৈছে। চুক্তিখনত অসমৰ পৰা বিদেশী বহিষ্কৰণ, অসমীয়া ৰাইজৰ সাংস্কৃতিক, ভাষিক আৰু সামাজিক সুৰক্ষা, ৰাজ্যখনৰ অৰ্থনৈতিক উন্নয়ন, থলুৱা কৃষ্টি আৰু সাংস্কৃতিক সম্পদৰ সংৰক্ষণ তথা বিকাশ আদি কেইবাটাও গুৰুত্বপূৰ্ণ দিশ সন্নিবিষ্ট কৰা হৈছে। ইয়াৰে কেইটামান দফা ইতিমধ্যে কাৰ্যকৰী (সম্পূৰ্ণ বা আংশিক ৰূপে) হৈছে যদিও, মূল দফা, বিদেশী বহিষ্কৰণৰ প্ৰসংগত কোনো লক্ষণীয় অগ্ৰগতি হোৱা নাই।

**অসম লোকসেৱা আয়োগ** *Assam Public Service Commission (APSC)*
১৯৩৫ চনৰ 'দি গৱৰ্ণমেণ্ট অব্ ইণ্ডিয়া' আইন অনুসৰি ১৯৩৭ চনৰ ১ এপ্ৰিলত অসমৰ গুৱাহাটীক মুখ্য কাৰ্যালয় হিচাপে লৈ অসম লোকসেৱা আয়োগ প্ৰতিষ্ঠা কৰা হয়। ৰাজ্যিক চৰকাৰী চাকৰিয়ালসকলৰ নিযুক্তিৰ ক্ষেত্ৰত সম্পূৰ্ণ নিৰপেক্ষতা আৰু সমদৰ্শিতাৰ নীতি মানি পৰীক্ষা আৰু সাক্ষাৎকাৰৰ যোগেদি উপযুক্ত প্ৰাৰ্থী বাছনি কৰা আয়োগৰ প্ৰধান কৰ্তব্য। তদুপৰি চাকৰিয়ালসকলৰ পদোন্নতি, স্থানান্তৰ, আনুশাসনিক দণ্ড-বিধান, বিভাগীয় সেৱাবিধি প্ৰণয়ন ইত্যাদি বিষয়ত চৰকাৰক নিৰপেক্ষভাৱে পৰামৰ্শ দিয়া আয়োগৰ দায়িত্বৰ অন্তৰ্গত। এই দায়িত্বসমূহৰ উপৰি বিধানসভাই আইন প্ৰণয়ন কৰি আয়োগক অন্যান্য বিষয়ৰ দায়িত্ব অৰ্পণ কৰিব পাৰে।

**অসহযোগ আন্দোলন** *Non-Co-operation Movement*
শত্ৰু বা প্ৰতিপক্ষৰ বিৰুদ্ধে একধৰণৰ ৰাজনৈতিক আন্দোলন। অসহযোগ ব্যক্তিগত বা

সংঘবদ্ধ জনতাৰ অংশগ্ৰহণেৰেও হ'ব পাৰে। এই আন্দোলন সম্পূৰ্ণ অহিংস; হিংসা বা সশস্ত্ৰ প্ৰতিৰোধ বা সশস্ত্ৰ আন্দোলনৰ ইয়াত কোনো স্থান নাই। দক্ষিণ আফ্ৰিকাৰ অশ্বেতকায় জনগণৰ ওপৰত শ্বেতাংগ চৰকাৰে চলোৱা অত্যাচাৰৰ বিৰুদ্ধে মহাত্মা গান্ধীয়ে প্ৰথম এই নীতি প্ৰয়োগ কৰে। এই নীতিক নিষ্ক্ৰিয় প্ৰতিৰোধো (passive resistance) বোলা হয়। কিয়নো ইয়াত প্ৰতিপক্ষক বয়কট কৰা হয়, প্ৰতিপক্ষৰ লগত সকলোধৰণৰ অসহযোগিতা কৰা হয়। প্ৰকৃতপক্ষে গান্ধীজীৰ সত্যানুসন্ধানৰ অংশৰূপেই গৃহীত হৈছিল অসহযোগ আন্দোলনৰ। গান্ধীজীয়ে বিশ্বাস কৰিছিল যে, এই নীতিয়ে শাসকশ্ৰেণীৰ মনত ভীতি তথা অস্বস্তিৰ সঞ্চাৰ কৰিব আৰু তেওঁলোকে ভাৰতবাসীৰ দাবী মানি ল'বলৈ বাধ্য হ'ব। গান্ধীজীয়ে প্ৰথম যেতিয়া এই নীতি ব্যাখ্যা কৰে, তেতিয়া তেওঁ ভাবিছিল যে এই নীতিৰ দ্বাৰা প্ৰতিপক্ষৰ হৃদয় জয় কৰা সম্ভৱ হ'ব। ভাৰততো মহাত্মা গান্ধীৰ নেতৃত্বত ইংৰাজ শাসনৰ বিৰুদ্ধে পৰিচালিত সৰ্বভাৰতীয় মুক্তি আন্দোলনকো সেয়ে অসহযোগ আন্দোলন নামেৰে জনা যায়। অসহযোগ আন্দোলনৰ প্ৰধান কাৰ্যসূচী আছিল খদ্দৰৰ বস্ত্ৰ পৰিধান, মাদক দ্ৰব্য বৰ্জন, অস্পৃশ্যতা দূৰীকৰণ, বিদেশী পণ্য বৰ্জন, বিদেশী শিক্ষা ব্যৱস্থা আৰু বিচাৰ-ব্যৱস্থাৰ সৈতে সম্পৰ্ক ত্যাগ আৰু সকলো ক্ষেত্ৰতে চৰকাৰৰ সৈতে অসহযোগ কৰি আত্মনিৰ্ভৰশীল হোৱা। প্ৰথমাৱস্থাত এই আন্দোলন সম্পূৰ্ণ শান্তিপূৰ্ণ আছিল। কিন্তু ১৯২২ চনৰ ৫ ফেব্ৰুৱাৰীত এদল উন্মত্ত জনতাই উত্তৰ প্ৰদেশৰ চৌৰি চুৰা থানা আক্ৰমণ কৰাত এই হিংসা আন ঠাইলৈও সম্প্ৰসাৰিত হোৱাৰ আশংকাত গান্ধীজীয়ে অসহযোগ আন্দোলন প্ৰত্যাহাৰৰ ঘোষণা কৰে। পাছত কংগ্ৰেছৰ কাৰ্যনিৰ্বাহক সমিতিৰ সভাত অসহযোগ আন্দোলন স্থগিত ৰখাৰ প্ৰস্তাৱ গৃহীত হয়। সামগ্ৰিকভাৱে অসহযোগ প্ৰত্যাহাৰ কৰা হ'লেও ব্যক্তিগতভাৱে আইন অমান্য আন্দোলন ১৯২৪ চন পৰ্যন্ত চলি থাকে।

## অসংক্ৰাম্যনতা *Immunity*

জীৱদেহৰ ৰোগ প্ৰতিৰোধক ক্ষমতা। জীৱৰ এনেধৰণৰ ক্ষমতা সহজাত (congenital) আৰু অধিগত (acquired) দুয়ো প্ৰকাৰৰ হ'ব পাৰে। দেহৰ তেজৰ শ্বেতৰক্ত কণিকাই বাহিৰৰ পৰা অহা ৰোগ-জীৱাণুক আক্ৰমণ কৰি ধ্বংস কৰিব পাৰে। এয়া জীৱৰ সহজাত ৰোগ প্ৰতিৰোধক ক্ষমতা। আনহাতে বসন্ত, ডিপথেৰিয়া, জলাতংক, ধনুষ্টংকাৰ আদি ৰোগৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়ি তোলাৰ বাবে প্ৰতিষেধক টিকা আদিৰ মাধ্যমেৰে সামান্য পৰিমাণৰ আৰু অপেক্ষাকৃতভাৱে কম শক্তিৰ ৰোগ-জীৱাণু ইচ্ছাপূৰ্বকভাৱে দেহত প্ৰৱেশ কৰোৱা হয়। ই জীৱৰ অধিগত ৰোগ প্ৰতিৰোধ ক্ষমতা।

## অসুৰ ৰজা

প্ৰাচীন কামৰূপ ৰাজ্যত ৰাজত্ব কৰা কিছুসংখ্যক ৰজাক আৰ্যসকলে অসুৰ ৰজা বুলিছিল। এওঁলোকে মহাভাৰতৰ কুৰুক্ষেত্ৰ যুদ্ধৰ সমসাময়িক কালত ৰাজত্ব কৰিছিল। অসুৰ ৰজাসকলৰ ভিতৰত মহীৰংগ দানৱ, হাটকাসুৰ, সম্বৰাসুৰ, ৰত্নাসুৰ ঘটক, নৰকাসুৰ, ভগদত্ত আৰু বজ্ৰদত্তৰ নাম পোৱা যায়। সেই সময়ৰ শোণিতপুৰৰ বাণ ৰজাকো বাণাসুৰ বুলি জনা গৈছিল।

## অস্তিত্ববাদ *Existentialism*

কুৰি শতিকাৰ চতুৰ্থ-ষষ্ঠ দশকৰ ভিতৰত জাৰ্মানী আৰু ফ্ৰান্সত বিকাশ লাভ কৰা এটা বিশিষ্ট

দাৰ্শনিক আন্দোলন। পঞ্চম আৰু ষষ্ঠ দশক ইয়াৰ পূৰ্ণ বিকাশৰ সময়। এই দাৰ্শনিক আন্দোলনৰ বিকাশ দুয়োখন মহাসমৰৰ দ্বাৰা প্ৰভাৱিত। উনবিংশ শতিকাৰ ডেনিছ্ দাৰ্শনিক ছোৰেন কিয়েৰ্কেগাৰ্ডকে (Soren Kierkegaard, ১৮১৩-১৮৫৫) অস্তিত্ববাদৰ জনক আখ্যা দিয়া হয়। এই দৰ্শনে বুদ্ধিবাদী বা যুক্তিবাদী দৰ্শন আৰু অভিজ্ঞতাবাদৰ বিৰোধিতা কৰিছে। এই দৰ্শন অনুসৰি সত্তাক (being) জ্ঞানৰ ওপৰত স্থান দিয়া উচিত। সত্তাক জ্ঞানেৰে জনা নাযায়, সত্তাক জনাৰ বাবে ব্যক্তি নিৰপেক্ষ বা নৈৰ্ব্যক্তিক অনুসন্ধানৰ কোনো মূল্য নাই। একমাত্ৰ ব্যক্তিৰ অন্তৰংগ একাত্মতাৰ দ্বাৰাই সত্তাৰ, অৰ্থাৎ, মানৱিক অস্তিত্বৰ প্ৰশ্নটোৰ উত্তৰ পোৱা যাব। অস্তিত্ববাদত ব্যক্তিৰ আৱেগ আৰু ব্যক্তিৰ অস্তিত্বৰ উপলব্ধিৰ ওপৰত গুৰুত্ব দিয়া হয়। কিন্তু শেষ পৰ্যন্ত এক ধৰণৰ বিষণ্ণতা, নিশ্চিতিৰ অভাৱ এই দৰ্শনৰ লগত সাঙোৰ খাই থাকে।

### অহং *Ego*

দৰ্শনত অহং শব্দটো সাধাৰণতে দুটা অৰ্থত ব্যৱহাৰ কৰা হয়। প্ৰথম অৰ্থ, আত্মমৰ্যাদাবোধ (self-esteem); দ্বিতীয় অৰ্থ, নিজৰ সম্পৰ্কে অহেতুক উচ্চ ধাৰণা বা আত্মম্ভৰিতা। কিন্তু ফ্ৰয়েডীয় মনোবিজ্ঞানত ইয়াৰ অৰ্থ সুকীয়া। ফ্ৰয়েডীয় মনোবিজ্ঞানত মনৰ তিনিটা স্তৰ আছেঃ অহং, ইদম বা আসংজ্ঞান আৰু অধিশাস্তা। ফ্ৰয়েডৰ মতে, অহং হ'ল মনৰ সচেতন সত্তা। এই সত্তাই মানুহৰ অন্তৰ্গত তাড়না বা উত্তেজনা আৰু প্ৰবৃত্তিক বশীভূত কৰি ৰাখে আৰু এই প্ৰবৃত্তি আৰু বিবেকৰ মাজত ভাৰসাম্য বজাই ৰখাত সহায় কৰে। *লগতে চাওক অধিশাস্তা, আসংজ্ঞান*

### অক্ষৰান্ধতা

*এলেক্সিয়া চাওক*

### অক্ষ শক্তি *Axis Power*

দ্বিতীয় মহাসমৰৰ সময়ত জাৰ্মানী, ইটালী আৰু জাপানৰ মাজত গঠিত জোঁট-বন্ধন; চক্ৰ শক্তি। এই দেশকেইখনৰ মাজত হোৱা চুক্তি অনুসৰি ১৯৩৯-৪৫ চনত ইটালী, জাৰ্মানী আৰু জাপানে একেলগে দ্বিতীয় মহাসমৰত মিত্ৰ শক্তি বা মিত্ৰপক্ষৰ (ইংলেণ্ড, ফ্ৰান্স, আমেৰিকা আৰু ৰাছিয়াৰ সম্মিলিত শক্তি) বিৰুদ্ধে যুদ্ধ কৰে। ১৯৩৬ চনত ইটালীৰ নেতা বেনিতো মুছোলিনি আৰু জাৰ্মান নেতা আডল্‌ফ হিটলাৰে ছোভিয়েট ৰাছিয়াৰ কমিউনিজম আৰু পশ্চিমীয়া গণতন্ত্ৰৰ বিৰুদ্ধে এক জোঁট-বন্ধন গঢ়ি তোলে। ১৯৩৯ চনত এই জোঁট-বন্ধন কাৰ্যকৰী হয়। ১৯৪০ চনত বাৰ্লিন চুক্তি অনুসৰি জাপানেও ইয়াত যোগ দিয়ে। পাছত জাৰ্মানীয়ে অধিকাৰ কৰা দেশ হাংগেৰী, ৰোমানিয়া, বুলগেৰিয়া, চেকোশ্লোভাকিয়া আৰু ক্ৰোৱেছিয়া এই শক্তিৰ অংশীদাৰ হয়। স্পেইন আৰু ফিনলেণ্ডেও পাছত অক্ষ শক্তিত যোগ দিয়ে।

### অক্ষয় তৃতীয়া

ব'হাগ মাহৰ শুক্লা তৃতীয়া তিথি। ই অতি পৱিত্ৰ তিথি বা দিন হিচাপে জনবিশ্বাস প্ৰচলিত। হিন্দুসকলে বিশ্বাস কৰে যে এই দিনটোতে সত্য যুগৰ আৰম্ভণি হৈছিল আৰু এই দিনটোতে

ভগীৰথে গংগাক স্বৰ্গৰ পৰা মৰ্ত্যলৈ নমাই আনিছিল। এই তিথিত খাদ্য সম্ভাৰসহ জলপূৰ্ণ ঘট দান কৰিলে অক্ষয় পুণ্য লাভ হয় বুলি জনবিশ্বাস প্ৰচলিত। একেদৰে এই তিথিত গংগা স্নান কৰিলে সকলো পাপৰ পৰা মুক্তি পোৱা যায় বুলিও বিশ্বাস কৰা হয়। অক্ষয় তৃতীয়া ব্ৰত পালন কৰি এই দিনটোতে কোনোৱে লক্ষ্মী-নাৰায়ণৰ পূজা পাতে।

**অক্ষৌহিণী**

প্ৰাচীন সৈন্যবাহিনীৰ একোটা সম্পূৰ্ণ গোট। এক অক্ষৌহিণীত ১,০৯,৩৫০ পদাতিক; ৬৫,৬১০ অশ্বাৰোহী; ২১,৮৭০ গজাৰোহী; ২১,৮৭০ ৰথী — মুঠতে ২ লাখ ১৮ হাজাৰ ৭০০ সৈন্য আছিল।

**অংকোলজী** *Oncology*

কেন্সাৰৰ গৱেষণা আৰু চিকিৎসা কৰা চিকিৎসা বিজ্ঞানৰ শাখা। শব্দটো গ্ৰীক ভাষাৰ অংকোছৰ (onkos) পৰা আহিছে। ইয়াৰ মূল অৰ্থ হৈছে টিউমাৰ। আদিতে অংকোলজীৰ অৰ্থ আছিল টিউমাৰৰ চিকিৎসা। কিন্তু পাছলৈ ইয়াৰ অৰ্থ হয়গৈ কেন্সাৰৰ চিকিৎসা (Malignant Tumour)।

**অংগস্ফীতি ৰোগ** *Acromegaly*

মানৱ দেহৰ অভ্যন্তৰত হৰমোন নিঃসৰণকাৰী পিটুইটাৰী গ্ৰন্থিৰ পৰা গঠন হৰমোনৰ (growth hormone) অত্যধিক নিঃসৰণৰ ফলত শৰীৰৰ অস্বাভাৱিক বৃদ্ধি হোৱা ৰোগ। এই ৰোগ হ'লে হাত, ভৰি, আঙুলি, কাণ, নাক আদিৰ আকাৰ অস্বাভাৱিকভাৱে বাঢ়ি যায়।

**অ' কে** *OK*

অ' কে শব্দটোৰ উৎপত্তি সম্পৰ্কে দুটা মত পোৱা যায়। এটা মত অনুসৰি আদিতে আমেৰিকাৰ লোকসকলে কথিত ভাষাত ব্যৱহাৰ কৰা Orl Korrect শব্দ দুটাক সংক্ষেপে অ' কে (OK) বুলি কোৱা হয়। ইয়াৰ অৰ্থ 'সকলো ঠিক', 'ঠিক আছে' (all correct; all right)। আন এক মত অনুসৰি ১৮৪০ চনত আমেৰিকাৰ অষ্টম ৰাষ্ট্ৰপতি মাৰ্টিন ভেন বুৰেনৰ (Martin Van Buren) সমৰ্থকসকলে অ' কে ক্লাব (OK Club) নামেৰে এটা ক্লাব গঠন কৰিছিল। বুৰেন দ্বিতীয়বাৰৰ বাবে ৰাষ্ট্ৰপতি নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰোঁতে এই দলে তেওঁৰ হৈ প্ৰচাৰ চলাইছিল। ভেন বুৰেনৰ জন্ম নিউয়ৰ্কৰ অ'ল্ড কিণ্ডাৰহুকত (Old Kinderhook)। OK শব্দটো সেই অ'ল্ড কিণ্ডাৰহুকৰে সংক্ষিপ্ত ৰূপ। শব্দটোৱে ক্লাবৰ উপৰি ভেন বুৰেনকো বুজাইছিল। OK শব্দটো হ'ল তেওঁলোকৰ দলৰ প্ৰতীক শব্দ। সমৰ্থকসকলে ভোটাৰৰ মাজত প্ৰচাৰ চলালে, 'OK-ক জয়ী কৰক, তেতিয়াই সকলো ঠিক বা all right হ'ব'। তাৰ পৰাই OK-ৰ অৰ্থ হ'লগৈ 'সকলো ঠিক' বা 'ঠিক আছে'।

সমৰ্থন বা স্বীকৃতি বুজাবলৈ ব্যৱহাৰ হোৱা এই শব্দ দুটা সম্প্ৰতি ইংৰাজী আৰু আন ভাষা-ভাষী মানুহৰ মাজতো ব্যাপকভাৱে প্ৰচলিত।

**অ' চি আৰ** *OCR*

*অপ্টিকেল কেৰেক্টাৰ ৰিকগ্‌নিছন চাওক*

## অ'পেক *OPEC*

খাৰুৱা তেলৰ উৎপাদন আৰু ৰপ্তানি কৰা কেইখনমান দেশৰ এক সংস্থা। অ'পেক শব্দটো কেইটামান ইংৰাজী শব্দৰ প্ৰথমৰ আখৰকেইটা লগ লগাই সজা হৈছে। **O**rganisation of **P**etrolium **E**xporting **C**ountries — এই কথাখিনি চমুকৈ OPEC (অ'পেক) বুলি লিখা আৰু কোৱা হয়। সমগ্ৰ পৃথিৱীৰ খাৰুৱা তেলৰ যোগানৰ পৰিমাণ নিৰ্ধাৰণৰ ক্ষেত্ৰত এই সংস্থাৰ বিশেষ কৰ্তৃত্ব আছে। ১৯৪৯ চনত মধ্য-পূব এছিয়াৰ তেল উৎপাদনকাৰী দেশবোৰে এই সংস্থা গঠন কৰে। ১৯৬০-৭৫ চনৰ ভিতৰত আন কেইবাখনো দেশে এই সংস্থাত যোগ দিয়ে আৰু বিভিন্ন যোগ-বিয়োগৰ অন্তত বৰ্তমান অ'পেকৰ সদস্য সংখ্যা ১২। ইয়াৰ ভিতৰত আছে ইৰাক, ইৰাণ, কুৱেইট, কাটাৰ, লিবিয়া, আলজেৰিয়া, এংগোলা, ছৌদি আৰব আদি দেশ। এই দেশবোৰে নিজৰ আয় সুৰক্ষিত কৰি ৰাখিবলৈ, বিশ্বৰ বজাৰত তেলৰ দাম নিয়ন্ত্ৰণ কৰি ৰাখি লাভ কৰিবলৈ এই সংস্থা গঠন কৰিছে। ইয়াৰ প্ৰধান কাৰ্যালয় অষ্ট্ৰিয়াৰ ভিয়েনাত অৱস্থিত। ১৯৭৩ চনত বিশ্বব্যাপী দেখা দিয়া তেল সংকটৰ সময়ত মুদ্ৰাস্ফীতি বঢ়োৱাৰ বাবে এই সংস্থাই তেলৰ যোগান কমাই দিয়ে। ইয়াৰ পাছত তেলৰ ৰপ্তানিৰ বজাৰত ৰাছিয়াৰ অভ্যুত্থান আৰু মেক্সিকো তথা উত্তৰ সাগৰত তেলৰ সন্ধান পোৱাত অ'পেকৰ আধিপত্য বহুখিনি কমি যায়। কিন্তু পৃথিৱীৰ মুঠ তেলৰ দুই-তৃতীয়াংশৰ উৎস এই দেশবোৰৰ বিশ্বৰ তৈল বজাৰত মূল্য নিৰ্ধাৰণত আজিও কৰ্তৃত্ব অটুট আছে।

## অ'পেন হাৰ্ট ছাৰ্জাৰী *Open Heart Surgery*

হৃদপিণ্ডৰ অস্ত্ৰোপচাৰৰ দুটা প্ৰধান পদ্ধতিৰ এটা (আনটো বাইপাছ ছাৰ্জাৰী)। হৃদপিণ্ডৰ কোনো বিকল হৈ যোৱা ভাল্‌ভ সলনি কৰাৰ বাবে বা হৃদপিণ্ডত হোৱা ফুটা বন্ধ কৰাৰ বাবে এই অস্ত্ৰোপচাৰ কৰা হয়। অস্ত্ৰোপচাৰৰ সময়ত যন্ত্ৰৰ সহায়ত হৃদপিণ্ড সচল কৰি ৰখা হয়। অ'পেন হাৰ্ট ছাৰ্জাৰীৰ সময়ত সম্পূৰ্ণ হৃদপিণ্ড উন্মুক্ত কৰিব লাগে।

*লগতে চাওক বাইপাছ ছাৰ্জাৰী*

## অ'ভাৰলোডিং *Overloading*

ঘৰ বা উদ্যোগত ব্যৱহৃত বৈদ্যুতিক সা-সামগ্ৰীবোৰে এক নিৰ্দিষ্ট পৰিমাণৰ প্ৰবাহ উৎসৰ পৰা বিদ্যুৎ ব্যৱহাৰ কৰে। এটা ঘৰ বা উদ্যোগত কিমান বৈদ্যুতিক সা-সামগ্ৰী ব্যৱহাৰ হয়, লাইট-ফেন কিমান চলে, তাৰ ওপৰত বিচাৰ কৰি সংযুক্ত হ'বলগীয়া লোড (load) গণনা কৰি উলিওৱা হয়। তাত ব্যৱহাৰ হ'বলগীয়া পৰিবাহী তাঁৰবোৰো সেই মতে নিৰ্বাচন কৰা হয়। যদিহে সংযুক্ত কৰা লোড সেই নিৰ্দিষ্ট লোডতকৈ বেছি হয়, তেতিয়া বিদ্যুৎ প্ৰবাহো নিৰ্দিষ্ট জোখতকৈ বেছি হয়। ইয়াকে অ'ভাৰলোডিং বোলা হয়। অ'ভাৰলোডিঙৰ ফলত হ'ব পৰা দুৰ্ঘটনা ৰোধ কৰিবলৈ ফিউজ ৱায়াৰ ব্যৱহাৰ কৰা হয়। ফিউজ ৱায়াৰ হ'ল তেনেই কম গলনাংকৰ ধাতুৰ পৰিবাহী তাঁৰ। অ'ভাৰলোডিঙৰ ফলত হ'ব পৰা বেছি বিদ্যুৎ প্ৰবাহত এই ফিউজ ৱায়াৰ মুহূৰ্ততে গলি ছিগি যায়। ফলত ঘৰ বা উদ্যোগৰ সকলো বৈদ্যুতিক সামগ্ৰী তথা ব্যৱস্থা মূল লাইনৰ পৰা বিচ্ছিন্ন হৈ পৰে আৰু সম্ভাব্য দুৰ্ঘটনাৰ পৰা ৰক্ষা কৰিব পৰা যায়।

*লগতে চাওক শ্বৰ্ট চাৰ্কিট*

# আ

## আই এছ অ' ৯০০০ *ISO 9000*

ইণ্টাৰনেছনেল অৰ্গেনাইজেছন ফৰ ষ্টেণ্ডাৰ্ডাইজেছনৰ (International Organisation for Standardisation, চমুকৈ ISO) এক কমিটীয়ে যিকোনো সামগ্ৰীৰ ক্ষেত্ৰত এক শ্ৰেণী ষ্টেণ্ডাৰ্ড বা মানক বিকশিত কৰি উলিয়াইছে। এই মানক শ্ৰেণীক আই এছ অ' 9000 নামেৰে জনা যায়। উৎপাদনকাৰী কোম্পানীবোৰে তেওঁলোকৰ উৎপাদন পদ্ধতিৰ ওপৰত নিৰ্ভৰ কৰি এই শ্ৰেণী মানকৰ যিকোনো এটা মানক নিৰ্বাচিত কৰি ল'ব পাৰে আৰু সেই মতে সেই সামগ্ৰীটোৱে প্ৰমাণ-পত্ৰ বা চাৰ্টিফিকেট লাভ কৰে। এই শ্ৰেণীৰ কেইটামান মানকৰ সংজ্ঞা এনে ধৰণৰ ঃ (১) আই এছ অ' ৯০০০ (ISO 9000) ঃ গুণগত ব্যৱস্থাপনা আৰু গুণগত নিশ্চিত মানক। পণ্য দ্ৰব্যটো নিৰ্বাচন কৰাত আৰু ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত ই নিৰ্দেশনাৰ যোগান ধৰে। (২) আই এছ অ' 9001 (ISO 9001) ঃ গুণগত পদ্ধতি, উৎপাদন, সংস্থাপন, সেৱাকাৰ্য, ডিজাইনৰ বিকাশ আদিৰ ক্ষেত্ৰত ই গুণগত নিশ্চিতিৰ এক আৰ্হি দিয়ে। (৩) আই এছ অ' ৯০০৩ (ISO 9003) ঃ চূড়ান্ত পৰিদৰ্শন আৰু পৰীক্ষাৰ ক্ষেত্ৰত ই গুণগত নিশ্চিতিৰ এক আৰ্হি প্ৰদান কৰে।

## আই এছ আই *ISI*

পাকিস্তানৰ অন্যতম চোৰাংচোৱা সংস্থা। Inter Services Intelligence (ইণ্টাৰ ছাৰ্ভিছেছ ইণ্টেলিজেন্স) নামৰ এই সংস্থাটোক সংক্ষেপে আই এছ আই (ISI) বুলি লিখা আৰু কোৱা হয়। ১৯৪৭ চনত হোৱা ভাৰত-পাকিস্তানৰ যুদ্ধত পাকিস্তানী চোৰাংচোৱা সংস্থাৰ বিফলতাত হতাশ হৈ ১৯৪৮ চনত পাকিস্তানে আই এছ আই গঠন কৰে। ইয়াৰ মুখ্য কাৰ্যালয় ইছলামাবাদত অৱস্থিত। পাকিস্তানৰ সামৰিক বাহিনীৰ লগত যুক্ত এই চোৰাংচোৱা সংস্থাটোৰ মূল উদ্দেশ্য হ'ল পাকিস্তানৰ সুৰক্ষাৰ ব্যৱস্থা কৰা আৰু এই সুৰক্ষাৰ বাবে আন দেশবোৰৰ সম্ভাব্য আক্ৰমণৰ বিষয়ে আগতীয়াকৈ পাক সেনাক অৱগত কৰা। কিন্তু দেশৰ সুৰক্ষাৰ আঁৰত ভাৰতসহ কেইবাখনো দেশত ক্ৰমাগতভাৱে ঘটা প্ৰাণহানিকৰ সন্ত্ৰাসবাদী আক্ৰমণত যাৱতীয় সহায় কৰি আহিছে এই সংস্থাই।

## আই এছ ডি এন *ISDN*

পূৰ্বৰে পৰা থকা টেলিফোন লাইনৰ মাজেদিয়েই বেছি তথ্য প্ৰেৰণ কৰা এক পদ্ধতি। আই এছ ডি এন কেইটামান ইংৰাজী শব্দৰ প্ৰথমৰ আখৰকেইটা লগ লগাই সজা হৈছে। Integrated Services Digital Network — এই কথাখিনি চমুকৈ ISDN (আই এছ ডি এন) বুলি লিখা আৰু কোৱা হয়। এক ডিজিটেল প্লেটফৰ্মৰ জৰিয়তে, এই পদ্ধতিত একে সময়তে কম্পিউটাৰৰ তথ্য, ছবি, শব্দ আদি বিভিন্ন তথ্যৰ আদান-প্ৰদান কৰা হয়।

## আই এছ পি *ISP*

ঘৰুৱা বা ব্যক্তিগত বা ব্যৱসায়িক ব্যৱহাৰৰ বাবে ইণ্টাৰনেটৰ সংযোগ প্ৰদান কৰা প্ৰতিষ্ঠানৰ

সামূহিক নাম। ইংৰাজী Internet Service Provider শব্দকেইটা সংক্ষেপে ISP বুলি লিখা আৰু কোৱা হয়। ভাৰতৰ সৰ্ববৃহৎ আই এছ পিটো হৈছে BSNL.

## আই এছ বি এন *ISBN*

সাম্প্ৰতিক বিশ্বত প্ৰকাশিত বিশালসংখ্যক কিতাপ বা গ্ৰন্থৰ যাৱতীয় খতিয়ান জনাবলৈ গ্ৰন্থসমূহক আন্তৰ্জাতিক মানৰ নম্বৰ দিয়াৰ এক পদ্ধতিৰ প্ৰচলন হৈছে। ইয়াক International Standard Book Numbering System বোলা হয়। এই পদ্ধতিৰে কিতাপত দিয়া নম্বৰক International Standard Book Number বা সংক্ষেপে ISBN বোলা হয়। কিতাপৰ আন্তৰ্জাতিক এই নম্বৰটোৱে কিতাপ এখন কোন দেশত প্ৰকাশিত, প্ৰকাশক কোন, কোন সংস্কৰণ আদি নিৰূপণ কৰাত সহায় কৰে। ১৯৬৭ চনত এই পদ্ধতিৰ প্ৰচলন হয়। বৰ্তমানে ভাৰতকে ধৰি পৃথিবীৰ ১০০খনৰো অধিক দেশত এই পদ্ধতি প্ৰচলিত।

ISBN সাংকেতিক আৰু ই দহটা অংকৰ। সেইখিনি চাৰিটা ভাগত থাকে। ভাগবোৰৰ মাজত খালী ঠাই ৰখা হয় বা হাইফেন চিন দিয়া হয়। প্ৰথম ভাগে গোষ্ঠী নিৰ্দেশনা কৰে, অৰ্থাৎ, কিতাপখন কোন দেশৰ তাক নিৰ্দেশ কৰে। উদাহৰণস্বৰূপে ভাৰতৰ ক্ষেত্ৰত এই নম্বৰ 81 (93-ও বেলেগে ভাৰতক দিয়া হৈছে)। দ্বিতীয় ভাগে প্ৰকাশকৰ নিৰ্দেশ কৰে। তৃতীয় ভাগটোত প্ৰকাশকে নিজৰ কিতাপ এখনক বা কিতাপ এখনৰ নিৰ্দিষ্ট সংস্কৰণত দিয়া সংখ্যাটোৰ উল্লেখ থাকে। ISBN-ৰ চতুৰ্থ আৰু শেষ ভাগটো হ'ল বিচাৰ অংক বা Check Digit. এই নম্বৰটোৱে কম্পিউটাৰৰ সহায়ত ISBN-ৰ শুদ্ধতা বিচাৰ বা পৰীক্ষা কৰিব পাৰি। উদাহৰণস্বৰূপে ঃ

ISBN -81 -86827 -57-9

প্ৰথম ভাগ দ্বিতীয় ভাগ তৃতীয় ভাগ চতুৰ্থ ভাগ বা বিচাৰ অংক

এখন কিতাপৰ বাবে এটাহে ISBN ব্যৱহাৰ কৰিব পাৰি। অৰ্থাৎ, একেটা নম্বৰকে দুখন কিতাপত দিব নোৱাৰি। সেইদৰে ডায়েৰী, বিজ্ঞাপন পুস্তিকা, কেলেণ্ডাৰ, নাম পৃষ্ঠা (title page) নথকা পুস্তিকা আদিতো ISBN নম্বৰ ব্যৱহাৰ কৰা নহয়। কিতাপ এখনৰ নাম পৃষ্ঠাৰ পিছফালে বা শেষ বেটুপাতৰ (back cover) সোঁফালে তলত অকলশৰীয়াকৈ চকুত পৰাকৈ ISBN ছপা কৰা থাকে।

## আই এম (ডি টি) আইন *IM (DT) Act*

অসমৰ পৰা অবৈধ বিদেশী লোকক বহিষ্কাৰ কৰাৰ বাবে প্ৰৱৰ্তন কৰা এখন আইন। এই আইনখনৰ সম্পূৰ্ণ নামটো হ'ল অবৈধ প্ৰব্ৰজনকাৰী (ট্ৰিবুনেলৰ দ্বাৰা চিনাক্তকৰণ) আইন (Illegal Migrants (Determination by Tribunals) Act)। ১৯৮৩ চনত কেন্দ্ৰীয় চৰকাৰে এখন অধ্যাদেশৰ দ্বাৰা আইনখন প্ৰৱৰ্তন কৰিছিল। সেই সময়ত কেন্দ্ৰীয় চৰকাৰে ঘোষণা কৰা মতে অসমত অবৈধভাৱে প্ৰৱেশ কৰাসকলক চিনাক্তকৰণ আৰু বহিষ্কৰণৰ ক্ষেত্ৰত যাতে কোনো লোক হাৰাশাস্তি হ'বলগীয়া নহয়, তেনে উদ্দেশ্যৰেই আইনখন প্ৰণয়ন কৰা হৈছিল। অসম আন্দোলনৰ সমাপ্তি ঘটাবলৈ ১৯৮৫ চনত কেন্দ্ৰ আৰু আন্দোলনৰ নেতৃত্ব দিয়া আছুৰ মাজত এখন চুক্তি সম্পাদিত হয় যদিও অবৈধ বিদেশী নাগৰিকৰ

চিনাক্তকৰণ আৰু বহিষ্কৰণৰ ক্ষেত্ৰত প্ৰধান বাধা হৈ উঠিল এই বৈষম্যমূলক আইনখন। আই এম ডি টি আইনখন নানা জটিলতাৰে ভৰা। সেইবাবেই অসমত লাখ লাখ অবৈধ বিদেশী নাগৰিক, ঘাইকৈ বাংলাদেশী থকা সত্বেও এইসকলৰ চিনাক্তকৰণ আৰু বহিষ্কাৰ সম্ভৱ হোৱা নাই। আই এম (ডি টি) আইন অনুসৰি অসমৰ বিভিন্ন জিলাত ১৬খন ট্ৰিবুনেল গঠন কৰি তাৰ জৰিয়তেই অবৈধ বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ দিহা কৰা হ'ল। কিন্তু আইনখনত এনে দুটামান দফা সুমুৱাই দিয়া হ'ল যিবোৰ আচলতে চিনাক্তকৰণৰ ক্ষেত্ৰত হৈ পৰিছে ঘাই বাধা। আইনখনৰ আঠ নম্বৰ ধাৰা অনুযায়ী কোনো এজন লোক বিদেশী বুলি ট্ৰিবুনেলত যিকোনো লোকে গোচৰ দিব পাৰিলেও অভিযুক্তজন বিদেশী হয় নে নহয় সেইটো প্ৰমাণ কৰিব লাগিব অভিযোগকাৰীয়েহে, অভিযুক্তজনে নহয়। তদুপৰি অভিযুক্তজন হ'ব লাগিব আভিযোগকাৰীৰ বাসস্থানৰ তিনি কিলোমিটাৰ দূৰত্বৰ। আবেদনকাৰীজনে ট্ৰিবুনেলত দহৰ পৰা এশ টকা পৰ্যন্ত মাচুল দিয়াৰ লগতে দুজন ব্যক্তিৰ শপতনামা দাখিল কৰি তাত অভিযোগটো সম্পৰ্কে দাখিল কৰা তথ্য প্ৰতীয়মান কৰিব লাগিব। এনে এটা জটিল আৰু দীঘলীয়া প্ৰক্ৰিয়াৰে যোৱা বাইছ বছৰত অসমত আই এম (ডি টি) আইনৰ অধীনত গঠিত ট্ৰিবুনেলত দাখিল কৰা মুঠ গোচৰৰ সংখ্যা আছিল তিনি লাখৰো বেছি। কিন্তু আইনখনৰ জটিলতাৰ বাবেই বাংলাদেশী বুলি চিনাক্ত কৰি বহিষ্কাৰ কৰা লোকৰ সংখ্যা আছিল মাথোন ১,৪৮১।

আইনখন বাতিলৰ বাবে সদৌ অসম ছাত্ৰ সন্থাই ধৰি বিভিন্ন মহলে দাবী তুলি আছিল যদিও শাসনৰ গাদীত থকা প্ৰতিটো দল আৰু চৰকাৰে এনে এটি বিষয়ত গা এৰা দিয়াৰ নীতিকে লৈ আছিল। অৱশেষত সদৌ অসম ছাত্ৰ সন্থাৰ প্ৰাক্তন সভাপতি সৰ্বানন্দ সোণোৱালে ২০০০ চনত এই সম্পৰ্কত উচ্চতম ন্যায়ালয়ত এটি গোচৰ তৰে। সুদীৰ্ঘ পাঁচ বছৰ ধৰি চলা এই গোচৰৰ ৰায়দান হয় ২০০৫ চনৰ ১২ জুলাইত। উচ্চতম ন্যায়ালয়ে এই বৈষম্যমূলক আইনখন বাতিল কৰি আইনখন অসাংবিধানিক বুলি অভিহিত কৰে। আইনখন বাতিল কৰি দিয়া নিৰ্দেশত বিচাৰপীঠে কয়, 'পূৰ্বৰ পূব পাকিস্তান আৰু বৰ্তমানৰ বাংলাদেশৰ পৰা অসমলৈ ব্যাপক হাৰত প্ৰব্ৰজন হৈছে। এই প্ৰব্ৰজনে অসমৰ জনগাঁথনিৰ ব্যাপক পৰিৱৰ্তন ঘটাইছে। এনেদৰে হোৱা অবৈধ প্ৰব্ৰজন বৈদেশিক আগ্ৰাসনৰ সমতুল্য। ৰাজ্যখনত আই এম (ডি টি) আইন বলবৎ হৈ থকাৰ বাবে কেন্দ্ৰীয় চৰকাৰে প্ৰব্ৰজন ৰোধ কৰাৰ কাৰণে কোনো ব্যৱস্থা ল'ব পৰা নাই। সেয়ে এই আইনখন অসাংবিধানিক। আই এম (ডি টি) আইনে ভাৰতীয় সংবিধানৰ ২৫৫ অনুচ্ছেদ প্ৰয়োগত বাধাৰ সৃষ্টি কৰিছে। এই কাৰণতে আইনখন খাৰিজৰ বাবে ৰায় দিয়া হ'ল।'

## আই কিউ *IQ*

**ইনটেলিজেন্স কোচেণ্ট (Inteligence Quotient) শব্দৰ সংক্ষিপ্ত ৰূপ; বুদ্ধাংক বা বুদ্ধিৰ পৰিমাপ। বুদ্ধিমত্তা অনুসৰি আই কিউৰ বিভিন্ন জোখ এনেধৰণৰ ঃ মূৰ্খ (idiot) ০-২৫, জড়বুদ্ধি (imberile) ২৬-৫০, ক্ষীণ বুদ্ধি (moron) ৫১-৭০, সাধাৰণ (average) ৭০-১০০। আই কিউ ১০০-ৰ বেছি হ'লে তেনে লোকক অতি প্ৰতিভাবান (genius) বোলা হয়। আই কিউ জোখাৰ বাবে অসংখ্য টেষ্ট বা পৰীক্ষা আছে। এনে পৰীক্ষাত ঘাইকৈ নানাধৰণৰ অংক বা তেনেধৰণৰ সমস্যাৰ সমাধান কৰিবলৈ দিয়া হয়। নিৰ্দিষ্ট সময়ৰ ভিতৰত**

কোনে কিমান সমস্যাৰ নিৰ্ভুল উত্তৰ কৰিব পাৰে, তাৰ ওপৰত নিৰ্ভৰ কৰি ব্যক্তিৰ মানসিক বয়স আৰু আই কিউ নিৰ্ণয় কৰা হয়।

## আইকোনোগ্ৰাফী *Iconography*

আৰ্হি বা মডেল আৰু ছবিৰ সহায়ত শিক্ষা প্ৰদান কৰা এক পদ্ধতি; চিত্ৰাংকন বিদ্যা।

## আই চি *IC*

ইণ্টিগ্ৰেটেড চাৰ্কিট (Integrated Circuit) শব্দৰ সংক্ষিপ্ত ৰূপ। আই চি দৰাচলতে ছিলিকনৰ অতি পাতল টুকুৰা, যাৰ ওপৰত অতি ক্ষুদ্ৰ ট্ৰেনজিষ্টৰ, ৰেজিষ্টৰ আদি বহুওৱা থাকে। কম্পিউটাৰ আৰু তেনেধৰণৰ আন ইলেক্ট্ৰনিক সামগ্ৰীত আই চিৰ ব্যৱহাৰ বহুল।

## আইছোটোপ *Isotope*

বিশেষ বিশেষ অৱস্থাত কোনো কোনো মৌলিক পদাৰ্থৰ কেতবোৰ পৰমাণুৰ ওজন সলনি হয়, অথচ পাৰমাণৱিক সংখ্যা সমানে থাকে। তেনে পৰমাণুৰ সমবায়ত গঠিত পদাৰ্থক সেই মৌলিক পদাৰ্থটোৰ আইছোটোপ বা সমস্থানিক বোলা হয়।

## আইন অমান্য আন্দোলন *Civil Disobedience Movement*

হিংসাৰ পথ নলৈ কোনো চৰকাৰৰ প্ৰতি প্ৰতিৰোধ আন্দোলন গঢ়ি তোলাৰ অন্যতম উপায় আইন অমান্য। কৰ দিবলৈ অস্বীকাৰ আৰু বিশেষ কোনো আইন ভংগ হ'ল আইন অমান্যৰ দুটা প্ৰধান ভিত্তি। ১৯৩০ চনত মহাত্মা গান্ধীৰ নেতৃত্বত ব্ৰিটিছ চৰকাৰে প্ৰৱৰ্তন কৰা আইন দলবদ্ধভাৱে অমান্য কৰা হয়। মহাত্মা গান্ধীয়ে আশা কৰিছিল, আইন অমান্য আন্দোলনৰ জৰিয়তে দলে দলে কাৰাবৰণ আৰম্ভ হ'লে পুলিচ প্ৰশাসনৰ কাম-কাজ প্ৰায় অচল কৰি দিব পৰা যাব, কাৰাগাৰ ভৰ্তি হৈ পৰিব। এনেদৰে চৰকাৰৰ বিশ্বাসযোগ্যতা আৰু দক্ষতা ক্ষতিগ্ৰস্ত হ'ব। পৰিণতিত চৰকাৰে আন্দোলনকাৰীৰ দাবী মানি ল'বলৈ বাধ্য হ'ব। অৱশ্যে প্ৰথমৰে পৰা শেষলৈকে মহাত্মা গান্ধীয়ে অহিংসাৰ ওপৰত বিশেষ গুৰুত্ব দিছিল। ১৯৩৪ চনৰ ১৯ মে'ত কংগ্ৰেছৰ অধিৱেশনত আইন অমান্য আন্দোলন প্ৰত্যাহাৰ কৰা হয়।

## আইনৰ শাসন *Rule of Law*

সংবিধানভিত্তিক গণতান্ত্ৰিক দেশৰ মূল নীতি হ'ল দেশৰ সকলো লোক আইনৰ চকুত সমান। অৰ্থাৎ, সকলোৱে ৰাষ্ট্ৰৰ পৰা সম ব্যৱহাৰ আৰু সম বিচাৰ পাব লাগে। ইয়ে আইনৰ শাসন।

আইনৰ শাসন কথাটোৰ প্ৰথম ব্যৱহাৰ কৰে বিশিষ্ট ইংৰাজ সংবিধান বিশেষজ্ঞ এ ভি ডাইচিয়ে (A V Diecy) ১৮৮৫ চনত তেওঁৰ 'ইন্ট্ৰোডোকছন টু দা ষ্টাডী অৱ্ দা ল অৱ্ দা কনষ্টিটিউছন' (Introduction to the Study of the Law of the Constitution) গ্ৰন্থত।

আইনৰ শাসনৰ মূল কথা হ'ল নাগৰিকৰ দায়িত্ব আৰু অধিকাৰ সম্পূৰ্ণৰূপে আইনৰ দ্বাৰা নিয়ন্ত্ৰিত হ'ব; এজন সাধাৰণ নাগৰিকৰ লগতে উচ্চ পৰ্যায়ৰ চৰকাৰী কৰ্মচাৰীৰ বিবাদৰ মীমাংসা হ'ব দেশৰ সাধাৰণ আদালতত; আনকি আইন প্ৰণয়ন আৰু ৰচনাৰ বিশেষ ক্ষমতাও (discretionary power) আইনে বান্ধি দিয়া সীমাৰ ভিতৰতে থাকিব।

ব্ৰিটেইনৰ ইতিহাসত আইনৰ শাসনে স্বীকৃতি পাইছিল মেগ্নাকাৰ্টা (১২১৫) চনদত। তাত কোৱা হৈছিল যে ৰজায়ো আইনৰ শাসন মানিবলৈ বাধ্য। অৱশ্যে 'আইনৰ শাসন' শব্দটো ঊনবিংশ শতিকাৰ আগলৈকে এনেদৰে ব্যৱহাৰ হোৱা নাছিল। ডাইচিয়ে আইনৰ শাসন প্ৰসংগত তিনিটা নীতিৰ কথা উল্লেখ কৰিছিল ঃ (১) আদালতত দোষী বুলি প্ৰমাণিত নোহোৱালৈকে কোনো লোকক শাস্তি দিব নোৱাৰিব। (২) কোনো লোকেই আইনৰ ঊৰ্দ্ধত নহয়, তেনে লোকৰ পদমৰ্যাদা বা আৰ্থিক অৱস্থা যিয়েই নহওক কিয়। (৩) ব্ৰিটিছ জনসাধাৰণৰ অধিকাৰ সংবিধানৰ দ্বাৰা সংৰক্ষিত নহয়; প্ৰাক্-সংবিধান যুগৰে পৰা দেশৰ পুৰাতন আইনৰ দ্বাৰা সেয়া সংৰক্ষিত।

## আই-ফোন *i-phone*

উচ্চ প্ৰযুক্তিৰে নিৰ্মিত একেলগে ব্যক্তিগত কম্পিউটাৰ, চেলুলাৰ ফোন, আই-পডৰ সুবিধা, ডিজিটেল কেমেৰা আৰু ইণ্টাৰনেটৰ সেৱা আগবঢ়াব পৰা অত্যাধুনিক ফোন। ২০০৭ চনৰ ২৯ জুনত আমেৰিকাৰ বজাৰত প্ৰথম মুকলি। আই-ফোন ইণ্টাৰনেট সমৰ্থ, মাল্টিমিডিয়া সুবিধাযুক্ত এবিধ স্মাৰ্ট ফোন। তাত এক 'স্পৰ্শ' বা টাচ্চ' স্ক্ৰীন আছে। লগতে আছে 'কৃত্ৰিম' কী-বোৰ্ড আৰু বুটন। কৃত্ৰিম বুলি এইবাবেই কোৱা হৈছে যে আমি সাধাৰণতে দেখাৰ দৰে তাত কিছুমান উঠঙা উঠঙা 'কী' বা চাবিৰে এক প্ৰকট কম্পিউটাৰ কী-বোৰ্ড বা বুটন নাথাকে। ব্যৱস্থাটো বৰং এ টি এমৰ স্ক্ৰীনৰ লগতে তুলনীয়। চুই দিলেই এটা অংশ কাৰ্যকৰী হৈ নিৰ্দিষ্ট কামটো কৰে। টাচ্চ স্ক্ৰীনখন আকৌ কেপাচিটিভ টাচ্চ স্ক্ৰীন। গতিকে খালী হাত বা আঙুলিৰে স্পৰ্শ কৰিলেহে ই কাম কৰে। গ্লোভছ বা হাতমোজা পিন্ধি নাইবা আন বস্তুৰে চুলে ই কাম নকৰে। ব্যৱহাৰকাৰীৰ ব্যক্তিগত কম্পিউটাৰৰ লগত আই-ফোনে নিজকে 'তাঁৰবিহীনভাৱে' যুক্ত কৰি ৰাখিব পাৰে। উন্নত মোবাইল ফোনবোৰতো নথকা এটা ডাঙৰ বস্তু আই-ফোনত আছে। সেয়া হ'ল এটা কম্পিউটাৰ অপাৰেটিং ছিষ্টেম। ইণ্টাৰনেট সংযোগৰ বাবে আই-ফোনে উপগ্ৰহীয় আৰু স্থানীয় ৱাই-ফাই যোগাযোগ ব্যৱস্থা ব্যৱহাৰ কৰে। আই-ফোন লৈ মানুহজন য'লৈকে নাযাওক, সেই ঠাইৰ স্থানীয় ৱাই-ফাই নেটৱৰ্কৰ লগত আই-ফোনৰ স্বয়ংক্ৰিয় যোগাযোগ হৈ যায়। এনে যোগাযোগ ব্যৱস্থাৰেই আই-ফোনৰ গৰাকীয়ে ইণ্টাৰনেটত ই-মেইল চাব পাৰে, ডাটা-চিনেমা আদি ডাউনলোড কৰিব পাৰে। আই-পডৰ ব্যৱহাৰেৰে আই-ফোনে উচ্চমানৰ সংগীত আৰু ভিডিঅ' বা চিনেমাও প্ৰদৰ্শন কৰিব পাৰে। ২০০৮ চনৰ ২০ আগষ্টৰ পৰা ভাৰততো আই-ফোন বজাৰত বিক্ৰীৰ বাবে মুকলি কৰি দিয়া হৈছে। বৰ্তমানৰ বজাৰত এটা আই-ফোনৰ মূল্য ৩০,০০০-৩৫,০০০ টকা।

*লগতে চাওক ৱাই-ফাই*

## আইৰনী *Irony*

যি কোৱা হৈছে, প্ৰকৃততে সেই অৰ্থ নুবুজাই তাৰ বিপৰীত অৰ্থহে বুজোৱা; পৰিহাস; শ্লেষ। সাহিত্যত বিভিন্ন ধৰণৰ আইৰনী বা শ্লেষৰ ব্যৱহাৰ দেখা যায়। যেনে ঃ শাব্দিক শ্লেষ, নাটকীয় শ্লেষ, ট্ৰেজিক শ্লেষ আদি।

## আইলেণ্ড *Island*

কোনো কোনো সময়ত সংবাদপত্ৰত বাতৰিৰ মাজে মাজে বিজ্ঞাপন প্ৰকাশ হয়। এনেদৰে

প্ৰকাশিত বিজ্ঞাপন কাকতৰ ভাষাত 'আইলেণ্ড' নামে পৰিচিত। যেন বাতৰিৰ সাগৰৰ মাজত বিজ্ঞাপনৰ দ্বীপ! সাধাৰণতে দৈনিক বাতৰিকাকতৰ ক্ৰীড়া পৃষ্ঠা আৰু শেষ পৃষ্ঠাত এনে বিজ্ঞাপন চকুত পৰে।

**আউটছোৰ্চিং** *Outsourcing*
বাহিৰা কোনো সংস্থাৰ দ্বাৰা তথ্য-প্ৰযুক্তি সম্পৰ্কিত কাম বা আন কাম কৰোৱা এক পদ্ধতি। সেই বাহিৰা সংস্থা বা লোক দেশৰ ভিতৰৰ বা বাহিৰৰো হ'ব পাৰে আৰু তেওঁলোকৰ প্ৰতি মূল প্ৰতিষ্ঠানটোৰ বিশেষ দায়বদ্ধতা নাথাকে।

**আউটপুট** *Output*
কম্পিউটাৰত কোনো তথ্য বা নিৰ্দেশ দি কাম কৰোৱাৰ পাছত ইয়াৰ ফলাফলসমূহ যি আহিলাৰ দ্বাৰা প্ৰত্যক্ষ কৰা হয়। মনিটৰ, স্পীকাৰ, প্ৰিণ্টাৰ আদি কম্পিউটাৰৰ প্ৰধান আউটপুট আহিলা।

**আকিনেছিয়া** *Akinesia*
দেহৰ কিছুমান পেশীয়ে শক্তি হেৰুওৱাৰ বাবে মানুহৰ লৰচৰ কৰিব পৰা ক্ষমতা নোহোৱা অৱস্থা। ষ্ট্ৰোক আদি হোৱাৰ পাছত পেশীলৈ ৰক্ত পৰিবহণত মুখ্য ভূমিকা লোৱা স্নায়ু ধ্বংস হৈ যোৱাৰ ফলত এনে লক্ষণে দেখা দিব পাৰে।

**আকুপাংচাৰ** *Acupuncture*
ধাতুৰ মিহি বেজীৰে মানুহৰ শৰীৰৰ বিশেষ কিছুমান ঠাইত বিন্ধি কৰা চীনা চিকিৎসা পদ্ধতি বিশেষ। হাঁপানী, বিভিন্ন প্ৰকাৰৰ বিষ, স্পণ্ডিলাইটিছ, পলিঅ', বিভিন্ন স্ত্ৰীৰোগ আদিত আকুপাংচাৰ বিশেষ ফলদায়ক বুলি ইতিমধ্যে প্ৰমাণিত হৈছে। কম খৰচ, কম পৰিশ্ৰমতে এই চিকিৎসা পদ্ধতি সফলভাৱে প্ৰয়োগ কৰিব পাৰি। ভাৰতকে ধৰি পৃথিৱীৰ বহু দেশত এই চিকিৎসা পদ্ধতিৰ প্ৰচলন হৈছে আৰু ক্ৰমে ই অধিক জনপ্ৰিয় হৈছে।

**আকৃতি বিজ্ঞান** *Morphology*
কোনো বস্তুৱে কৰিবলগীয়া কামৰ চিন্তা নকৰি কেৱল সেই বস্তুৰ আকৃতি আৰু গঠনৰ বিষয়ে অধ্যয়ন চলোৱা বিজ্ঞানৰ এটা শাখা। উদ্ভিদৰ ডাল, পাত, ফুল আদি আৰু প্ৰাণীৰ গা, মূৰ, ঠেং আদিৰ অধ্যয়ন আকৃতি বিজ্ঞানৰ অন্তৰ্গত।

ব্যাকৰণৰ যি অংশত শব্দৰ গঠন, শ্ৰেণীবিভাগ আদিৰ বিচাৰ কৰা হয় তাকো Morphology বা ৰূপতত্ত্ব বোলা হয়। আধুনিক ভাষাতত্ত্ব অনুসৰি ব্যাকৰণৰ প্ৰধান ভাগ দুটা : ৰূপতত্ত্ব আৰু ধ্বনিতত্ত্ব। অলপ সূক্ষ্মভাৱে ক'বলৈ গ'লে ব্যাকৰণৰ যি অংশত শব্দ, বাক্যৰ ৰূপ আৰু গঠনক লৈ আলোচনা কৰা হয় সেয়ে ৰূপতত্ত্ব।

**আগলী ডাকলিং** *Ugly Duckling*
প্ৰথমতে অৰ্থহীন বুলি ভবা, কিন্তু পাছত সিয়েই অতি ধুনীয়া আৰু মূল্যবান বুলি প্ৰমাণিত হোৱা কোনো বস্তু বা ব্যক্তি। ডেনমাৰ্কৰ কবি তথা ৰূপকথাকাৰ হানছ্ ক্ৰিষ্টিয়ান এণ্ডাৰছনৰ

(Hans Christian Anderson, ১৮০৫-১৮৭৫) এটা বিখ্যাত সাধুৰ নাম 'আগলী ডাকলিং'। ইয়াৰ পৰাই এই কথাৰ উদ্ভৱ বুলি কোৱা হয়। সাধুটোৰ মূল কথাখিনি হ'ল ঃ এটা হাঁহ পোৱালি সৰুতে বৰ কুৎসিত আছিল, সকলোৱে তাক বেয়া পাইছিল; কিন্তু শেষত সি এটা ধুনীয়া ৰাজহাঁহ হ'লগৈ।

## আগষ্ট আন্দোলন *August Revolution*

১৯৪২ চনৰ আগষ্ট মাহত ভাৰতত স্বাধীনতাৰ বাবে হোৱা গণ আন্দোলন। আগষ্ট মাহত হোৱা বাবে এই আন্দোলন 'আগষ্ট আন্দোলন' নামে পৰিচিত। '৪২-ৰ গণ আন্দোলন আৰু ভাৰত ত্যাগ আন্দোলন নামেৰেও ভাৰতৰ ইতিহাসত এই আন্দোলন প্ৰসিদ্ধ। ১৯৪২ চনৰ ৮ আগষ্টত বোম্বাইত (মুম্বাই) অনুষ্ঠিত কংগ্ৰেছৰ অধিৱেশনত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হয়। এনে পৰিস্থিতিত প্ৰয়োজনীয় ব্যৱস্থা অৱলম্বন কৰিবলৈ মহাত্মা গান্ধীক পূৰ্ণ ক্ষমতা প্ৰদান কৰা হয়। গান্ধীয়ে জাতিক সংগ্ৰামৰ মন্ত্ৰ দিয়ে 'কৰেংগে ইয়া মৰেংগে'; 'কৰিম কিম্বা মৰিম'।

ব্ৰিটিছ চৰকাৰে কিন্তু জাতীয় নেতাসকলক কোনো আলোচনাৰ সুযোগ নিদিলে। কংগ্ৰেছৰ অধিৱেশন চলি থকা অৱস্থাতে কংগ্ৰেছ নেতৃবৃন্দ গ্ৰেপ্তাৰ হয়। সমগ্ৰ ভাৰতজুৰি ইংৰাজে আৰম্ভ কৰে প্ৰচণ্ড নিৰ্যাতন। সমান্তৰালভাৱে সমগ্ৰ দেশজুৰি আন্দোলন বিয়পি পৰে। ৰে'ল লাইন অপসাৰণ কৰি, টেলিগ্ৰাফৰ তাঁৰ কাটি, বিভিন্ন চৰকাৰী কাৰ্যালয় বিধ্বস্ত কৰি, থানা আদি দখল কৰি আন্দোলনকাৰীসকলে দেশজুৰি অচলাবস্থাৰ সৃষ্টি কৰে। এই আন্দোলনত সমগ্ৰ ভাৰতত প্ৰায় ৭০ হাজাৰ লোক গ্ৰেপ্তাৰ হয়, গুলীৰ আঘাতত প্ৰাণ হেৰুৱায় ৯৪০জনে আৰু আহত হয় ১,৬৩০জন। অসমতো ঢেকীয়াজুলি, গহপুৰ আদি ঠাইত পুলিচে গুলীচালনা কৰে আৰু কনকলতা, মুকুন্দ কাকতি, ভোগেশ্বৰী ফুকননীসহ কেইবাগৰাকীও সংগ্ৰামী ছহিদ হয়। কুশল কোঁৱৰকো এই সময়ছোৱাতে চৰকাৰে ফাঁচি দিয়ে। কেইমাহমানৰ পাছত নেতৃত্বহীন গণ আন্দোলনৰ তীব্ৰতা কিছু হ্ৰাস পায় যদিও আন্দোলনকাৰীসকলৰ মনোবল অটুট থাকে। সোনকালেই নেতাজী সুভাষ চন্দ্ৰ বসু আৰু আজাদ হিন্দ ফৌজৰ সংগ্ৰামৰ কাহিনীয়ে সমগ্ৰ ভাৰততে ন-প্ৰেৰণা সঞ্চাৰিত কৰে আৰু সমগ্ৰ ভাৰতবাসী স্বাধীনতাৰ শেষ যুদ্ধৰ বাবে প্ৰস্তুত হয়।

## আচৰণ-তত্ত্ব *Ethnology*

বিভিন্ন মানৱ জাতিৰ সমাজ আৰু সংস্কৃতি সম্পৰ্কে অধ্যয়ন কৰা বিজ্ঞানৰ এটা শাখা। বিভিন্ন মানৱ সমাজৰ তুলনা আৰু সাংস্কৃতিক ইতিহাস এই বিজ্ঞানৰ বিষয়বস্তু। এই বিজ্ঞান সম্পূৰ্ণৰূপে এলেকাভিত্তিক তথ্য সংগ্ৰহৰ (field work) ওপৰত নিৰ্ভৰশীল।

## আছিয়ান *ASEAN*

দক্ষিণ-পূব এছিয়াৰ কেইখনমান দেশে গঠন কৰা এক ৰাজনৈতিক আৰু অৰ্থনৈতিক সংস্থা। আছিয়ান শব্দটো কেইটামান ইংৰাজী শব্দৰ প্ৰথমৰ আখৰকেইটা লগ লগাই সজা হৈছে। Association of South East Asian Nations — এই কথাখিনি চমুকৈ ASEAN (আছিয়ান) বুলি লিখা আৰু কোৱা হয়। ১৯৬৭ চনৰ ৮ আগষ্টত ইণ্ডোনেছিয়া, মালয়েছিয়া, ফিলিপাইন, ছিংগাপুৰ আৰু থাইলেণ্ডে এই সংস্থা গঠন কৰে। পাছত ব্ৰুনেই, কম্বোডিয়া,

লাওছ, ম্যানমাৰ, ভিয়েটনাম ইয়াৰ সদস্য হোৱাত আছিয়ানৰ সদস্য সংখ্যা হয়গৈ ১০। সদস্য দেশবোৰৰ অৰ্থনৈতিক উন্নতি, সামাজিক পৰিৱৰ্তন, সাংস্কৃতিক উন্নয়ন আদিৰ প্ৰতি চকু ৰখাই এই সংস্থাৰ প্ৰধান কাম। সমান্তৰালভাৱে সদস্য দেশবোৰৰ মাজত শান্তি-শৃংখলা বজাই ৰখাৰ ওপৰতো চকু ৰাখে। ইণ্ডোনেছিয়াৰ জাকাৰ্টাত আছিয়ানৰ সদৰ কাৰ্যালয় অৱস্থিত।

## আজাদ কাশ্মীৰ *Azad Kashmir*

১৯৪৭ চনৰ পৰাই পাকিস্তানে অবৈধভাৱে জম্মু আৰু কাশ্মীৰৰ প্ৰায় এক-তৃতীয়াংশ অঞ্চল অধিকাৰ কৰি ৰাখিছে। ভাৰতে এই অঞ্চলক 'পাক-অধিকৃত কাশ্মীৰ' (Pak-Occupied Kashmir, সংক্ষেপে POK) বুলি অভিহিত কৰিলেও পাকিস্তানে ইয়াক 'আজাদ কাশ্মীৰ' (অৰ্থাৎ, স্বাধীন কাশ্মীৰ) বুলি কয়। এই অঞ্চলৰ মাটিকালি ৭৮,৯০০ বৰ্গ কিলোমিটাৰ (৩০,৪৪৫ বৰ্গ মাইল)। আজাদ কাশ্মীৰ ৰাজনৈতিকভাৱে পাকিস্তানৰ অংশ নহয়। মুজাফ্‌ৰাবাদ চহৰত ইয়াৰ নিজস্ব আইনসভা আছে। এই এলেকাৰ গিলগিট আৰু বাল্টিস্তান অঞ্চল অৱশ্যে পোনপটীয়াকৈ পাকিস্তান চৰকাৰ শাসনাধীন। হিমালয় পৰ্বতমালাৰ শৃংগ নাংগা পৰ্বত, কাৰাকোৰাম গিৰিপথ, সিন্ধু নদী আদি আজাদ কাশ্মীৰৰ সীমাৰ অন্তৰ্গত।

## আটলাণ্টিক চনদ *Atlantic Charter*

দ্বিতীয় মহাসমৰৰ সময়ত বিশ্বত শান্তি প্ৰতিষ্ঠাৰ উদ্দেশ্যে ১৯৪১ চনত মাৰ্কিন ৰাষ্ট্ৰপতি ৰুজভেল্ট আৰু ব্ৰিটিছ প্ৰধান মন্ত্ৰী উইনষ্টন চাৰ্চিলে যৌথভাৱে প্ৰচাৰ কৰা ঘোষণা-পত্ৰ। এই চনদত ঘোষিত নীতিবোৰ এনেধৰণৰ ঃ পৰস্পৰৰ ক্ষেত্ৰত সম্প্ৰসাৰণ নীতি ত্যাগ, পৰাধীন জাতিৰ স্বাধীনতা আৰু স্বায়ত্তশাসনৰ অধিকাৰ স্বীকাৰ, চৰকাৰ নিৰ্বাচন আৰু ব্যৱসায়-বাণিজ্যত প্ৰৱেশৰ ক্ষেত্ৰত জনসাধাৰণৰ অধিকাৰক মৰ্যাদা দান আৰু যুদ্ধোত্তৰ পৃথিৱীত সকলো জাতিৰ মাজত শান্তি আৰু নিৰাপত্তা ৰক্ষাৰ বাবে নিৰস্ত্ৰীকৰণৰ প্ৰতিশ্ৰুতি। ৰুজভেল্ট আৰু চাৰ্চিলে আটলাণ্টিক মহাসাগৰৰ এখন জাহাজত মিলিত হৈ এই চনদ বা ঘোষণা-পত্ৰ প্ৰচাৰ কৰিছিল বাবে ইয়াৰ নাম আটলাণ্টিক চনদ হয়। ১৯৪২ চনত জাতিসংঘৰ ঘোষণাত এই চনদক স্বীকৃতি দিয়া হয় আৰু বহু দেশে ঘোষণা-পত্ৰখনত স্বাক্ষৰ কৰে।

## আটলাণ্টিকৰ যুদ্ধ *Battle of Atlantic*

ব্ৰিটিছ যুক্তৰাষ্ট্ৰৰ চৌপাশত, আটলাণ্টিকৰ ওপৰত অধিকাৰ সাব্যস্ত কৰিবৰ বাবে, চাৰ্চিলে নামকৰণ কৰা এক যুদ্ধ। দ্বিতীয় মহাসমৰৰ প্ৰায় সমস্ত কালছোৱাতে এই যুদ্ধ চলি আছিল যদিও ১৯৪০-৪৩ চনত ই বেছি ভয়াৱহ হৈ উঠে। এই সময়তে জাৰ্মানীৰ ইউ-বোটবোৰে (U-Boats) মিত্ৰপক্ষৰ জাহাজবোৰক সঘনাই আক্ৰমণ কৰিছিল। পাছত অৱশ্যে এই নৌপথসমূহ মিত্ৰপক্ষৰ দখললৈ আহে।

## আটলাণ্টিছ *Atlantis*

খ্ৰীষ্ট জন্মৰো ১০ হাজাৰ বছৰৰ আগতে ইউৰোপ আৰু আমেৰিকাৰ মাজৰ আটলাণ্টিক মহাসাগৰৰ জিব্ৰাল্টাৰ প্ৰণালীৰ কাষতে থকা বুলি ধাৰণা কৰা এখন মহাদেশ। খ্ৰীষ্ট জন্মৰ ৭,৫০০ বছৰৰ আগতে এক প্ৰাকৃতিক বিপৰ্যয়ৰ ফলত সৃষ্ট মহাপ্লাৱনত এই মহাদেশখন চিৰকাললৈ ডুব যায়। বহু অনুসন্ধান চলায়ো আজিলৈকে আটলাণ্টিছৰ বিষয়ে কোনো তথ্য

পোৱা হোৱা নাই; কোনেও এই মহাদেশ থকা-নথকা বিষয়ত স্পষ্ট প্ৰমাণ দিব পৰা নাই। সেয়েহে আজিকোপতি আটলাণ্টিছ ৰহস্য হৈয়ে আছে।

### আত্মসহায়ক গোট *Self Help Group*

এক সংঘবদ্ধ লক্ষ্যত সফলতাৰে উপনীত হ'বলৈ ঐক্যবদ্ধ হৈ দলগতভাৱে মানুহে গঠন কৰা এক স্বেচ্ছাসেৱী অনুষ্ঠান। সামাজিক-অৰ্থনৈতিকভাৱে যিসকল লোক অতি পিছপৰা অথবা পৰম্পৰাগত বৃত্তি আদিৰে দৈনন্দিন ৰোজগাৰ কৰাত অসমৰ্থ তেনে লোক আত্মসহায়ক গোটৰ সদস্য হ'ব পাৰে বা গোট গঠন কৰিব পাৰে। আত্মসহায়ক গোটৰ পৰা অৰ্থনৈতিক আৰু সামাজিক দিশত পিছ পৰি থকাসকল কেইবাটাও দিশৰ পৰা উপকৃত হয়। আত্মসহায়ক গোটে পৰস্পৰৰ হাতত ধৰাধৰি কৰি আগুৱাই যাবলৈ একতা প্ৰদান কৰে। দ্বিতীয়তে জীৱনৰ বিভিন্ন প্ৰয়োজনীয়তা সমূহৰ সাদৃশ্য থকা বিষয়সমূহ আলোচনা কৰি এক বিকল্পত উপনীত হ'ব পৰা যায়। তাৰ উপৰি সাক্ষৰতা হাৰ বৃদ্ধিত সহায় কৰে। লগতে আত্মসহায়ক গোটৰ জৰিয়তে দলবদ্ধ আলোচনা নাইবা সভা-সমিতি তথা কাম-কাজ আদিৰ নীতি, পদ্ধতি আৰু আইন সম্পৰ্কে সজাগ কৰি তোলে। প্ৰশিক্ষণ আৰু ভাব বিনিময় ব্যৱস্থাৰে দলবদ্ধ ক্ষমতা বৃদ্ধি কৰে আত্মসহায়ক গোটৰ পৰিচালন ব্যৱস্থাই।

আত্মসহায়ক গোটৰ কাম-কাজৰ ওপৰত দৃষ্টি ৰাখি চৰকাৰ তথা আন অনুষ্ঠানে শক্তিশালী, দুৰ্বল গোট নিৰ্ধাৰণ কৰে আৰু সাহায্য প্ৰদান কৰি নাইবা বেংকৰ পৰা ঋণ গ্ৰহণৰ সুবিধা কৰি দিয়ে। কি কাম হাতত লয় সেই আঁচনিৰ ওপৰত নিৰ্ভৰ কৰি বেংকৰ ঋণৰ পৰিমাণ নিৰ্ধাৰণ কৰা হয়। তাৰ উপৰি হাতত লোৱা কামৰ বাবে চৰকাৰ আৰু আন স্বেচ্ছাসেৱী অনুষ্ঠানে প্ৰশিক্ষণৰো ব্যৱস্থা কৰে। লাভৰ ধনখিনি সদস্যসকলৰ উমৈহতীয়া ধন হয়। আনহাতে এই উমৈহতীয়া ধনখিনি সদস্যসকলে উৎপাদিত সামগ্ৰীৰ কেঁচামাল ক্ৰয়, বিপণন আদিত ব্যৱহাৰ কৰাৰ উপৰি প্ৰয়োজন অনুসৰি ধৰা-বন্ধা নিয়মত সুত আদিৰে ঋণ হিচাপে সদস্যই গ্ৰহণ কৰিব পাৰে। আমাৰ দেশত আত্মসহায়ক গোটৰ সহায়ত বহু দৰিদ্ৰ লোক স্ব-নিৰ্ভৰশীল হ'বলৈ সক্ষম হৈছে। হাঁহ-কুকুৰা নাইবা গাহৰি পাম, মীন পাম, বাঁহ-বেত আদিৰ কুটিৰ শিল্প, হস্ত-তাঁত, আচাৰ আদি প্ৰস্তুত কৰা, কাঠফুলা খেতি আদি আত্মসহায়ক গোটসমূহে সফলতা লাভ কৰা জনপ্ৰিয় আঁচনি।

### আত্মসাৎকৰণ *Embezzlement*

বেলেগৰ ধন-সম্পত্তি ৰক্ষাৰ দায়িত্বত থকা কোনো লোকে সেই ধন-সম্পত্তি নিজৰ কামত খৰচ কৰা অপৰাধ।

### আনজুছ পেক্ট *ANZUS Pact*

১৯৫১ চনত অষ্ট্ৰেলিয়া, নিউজিলেণ্ড আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ মাজত গঠিত এক প্ৰতিৰক্ষামূলক সামৰিক জোঁটবন্ধন। এই জোঁটবন্ধনৰ অংশীদাৰ দেশকেইখনৰ (অষ্ট্ৰেলিয়া, নিউজিলেণ্ড, আমেৰিকা যুক্তৰাষ্ট্ৰ) নামৰ পৰাই চুক্তিখনৰো নাম আনজুছ (ANZUS) হয়। এই চুক্তিয়ে অষ্ট্ৰেলিয়া আৰু নিউজিলেণ্ডক আমেৰিকা যুক্তৰাষ্ট্ৰই জাপানৰ পুনৰ অস্ত্ৰ সজ্জাকৰণৰ বিৰুদ্ধে নিৰ্ভয়তা প্ৰদান কৰে। আনহাতে কোৰিয়াৰ যুদ্ধ আৰু চীনত মাও-ছে-

টুওৰ ক্ষমতা অধিকাৰৰ যোগেদি এছিয়াত কমিউনিজমৰ যি প্ৰভাৱ বিস্তাৰ হৈছিল, তাৰ বিৰুদ্ধেও ব্যৱস্থা লোৱাৰ কথা কোৱা হয়। ১৯৪২ চনত ছিংগাপুৰত ব্ৰিটিছ বাহিনীৰ পৰাজয়ৰ পাছত নিউজিলেণ্ড আৰু অষ্ট্ৰেলিয়াই অনুভৱ কৰে যে পৰিৱৰ্তিত পৰিস্থিতিত ব্ৰিটিছসকলে তেওঁলোকক যথোপযুক্ত প্ৰতিৰক্ষা দিব নোৱাৰিব আৰু সেয়ে তেওঁলোকে আমেৰিকা যুক্তৰাষ্ট্ৰৰ সৈতে এনে জোঁটবন্ধনৰ পোষকতা কৰে। ১৯৮৪ চনত নিউজিলেণ্ডে আমেৰিকা যুক্তৰাষ্ট্ৰৰ (আৰু আন দেশৰো) নিউক্লীয় জাহাজ তেওঁলোকৰ বন্দৰত প্ৰৱেশ কৰাটো নিষিদ্ধ কৰাৰ পৰিপ্ৰেক্ষিতত এই চুক্তিৰ অন্ত পৰে।

### আন্তৰ্জাতিক তাৰিখ ৰেখা *International Date Line*

১৮০ ডিগ্ৰী দ্ৰাঘিমাৰ ওপৰেদি কল্পিত ৰেখা। এই ৰেখা উত্তৰে আমেৰিকাৰ আলাস্কা আৰু এছিয়াৰ ছাইবেৰিয়াৰ মাজৰ বেৰিং প্ৰণালী হৈ এলুছিয়ান দ্বীপপুঞ্জৰ কাষত কিছু পশ্চিমলৈ আৰু দক্ষিণে ফিজি, টোংগা আৰু ছেথাম দ্বীপপুঞ্জৰ কাষত কিছু পূবলৈ বেঁকা হৈ গৈছে। পৃথিৱীৰ সকলো দেশে মানি চলে বাবে ইয়াক আন্তৰ্জাতিক তাৰিখ ৰেখা বোলা হয়। ইয়াক পশ্চিমমুৱাকৈ পাৰ হ'লে এটা দিন যোগ দিব লাগে আৰু পূবমুৱাকৈ পাৰ হ'লে এটা দিন কমাই ধৰিব লাগে।

### আন্ত্ৰিক জীৱ *Gut Flora*

মানুহকে ধৰি বহু প্ৰাণীৰ অন্ত্ৰত যথেষ্টসংখ্যক বেক্টেৰিয়া আৰু আন ক্ষুদ্ৰ জীৱ থাকে। এইবোৰক আন্ত্ৰিক জীৱ বোলা হয়। ইহঁতে পাচন প্ৰক্ৰিয়াত সহায় কৰে।

### আন্ত্ৰিক জ্বৰ *Enteric Fever*

জীৱাণুজনিত সংক্ৰামক ৰোগ টাইফয়ডৰ লগত মিল থকা আন এবিধ ৰোগৰ নাম পেৰাটাইফয়ড। পেৰাটাইফয়ডৰ জীৱাণুবোৰক টাইফয়ডৰ জীৱাণুৰ সৈতে একেটা দলতে ধৰা হয়; অৱশ্যে দুয়োবিধৰ মাজত কিছুমান পাৰ্থক্য আছে। দুয়োবিধ জীৱাণুৰে আক্ৰমণৰ মূল ঠাই হ'ল অন্ত্ৰ। সেয়েহে ইহঁতৰ কাৰণে হোৱা জ্বৰক একেলগে আন্ত্ৰিক জ্বৰ বুলি কোৱা হয়।

*লগতে চাওক টাইফয়ড*

### আপলোড *Upload*

কোনো কম্পিউটাৰৰ পৰা নেটৱৰ্কৰ ছাৰ্ভাৰলৈ তথ্য বা প্ৰগ্ৰেম ট্ৰেন্সফাৰ বা পৰিবহণ কৰা কাৰ্য।

### আপেক্ষিক গুৰুত্ব *Specific Gravity*

কোনো পদাৰ্থৰ গুৰুত্ব, অৰ্থাৎ, ওজন সম আয়তন পানীৰ ওজনৰ লগত তুলনামূলকভাৱে স্থিৰ কৰি পোৱা আনুপাতিক সংখ্যা। সোণৰ আপেক্ষিক গুৰুত্ব ১৯.৩; অৰ্থাৎ, যিকোনো আয়তনৰ সোণ সম আয়তনৰ পানীতকৈ ১৯.৩ গুণ বেছি গধুৰ। ৪ ডিগ্ৰী চেলছিয়াছ উষ্ণতাত পানীৰ গুৰুত্ব বা ওজন আটাইতকৈ বেছি হয়। সেয়ে সকলো ক্ষেত্ৰতে ৪ ডিগ্ৰী চেলছিয়াছ উষ্ণতাবিশিষ্ট পানীৰ তুলনাত পদাৰ্থৰ আপেক্ষিক গুৰুত্ব স্থিৰ কৰা হয়।

## আপেক্ষিকতাবাদ *Theory of Relativity*

পদাৰ্থ বিজ্ঞানত 'আপেক্ষিকতাবাদ' সম্পৰ্কীয় বিজ্ঞানী আইনষ্টাইনৰ মতবাদ। এই মতবাদ মূলতঃ দুটা সিদ্ধান্তৰ ওপৰত প্ৰতিষ্ঠিত। প্ৰথম, কোনো বস্তুৰ গতি অন্য-নিৰপেক্ষ হোৱা সম্ভৱ নহয়; দ্বিতীয়, স্থান আৰু কাল পৰস্পৰ সম্বন্ধযুক্ত, অৰ্থাৎ আপেক্ষিক; ইয়াৰ এটাক বাদ দি আনটোৰ অস্তিত্ব সম্ভৱ নহয়। কোনো বস্তুৰ গতি আন কোনো স্থিৰ বস্তুৰ পৰিপ্ৰেক্ষিতত নিৰ্ধাৰিত হ'ব পাৰে। কিন্তু এই বিশ্বত কোনো বস্তুৱে স্থিৰ নহয়, পৃথিৱী, গ্ৰহ-নক্ষত্ৰ আদি সকলোবোৰেই মহাশূন্যত গতিশীল। সেয়েহে পদাৰ্থৰ অন্য-নিৰপেক্ষ নিজস্ব গতি নিৰ্ধাৰণ কৰা সম্ভৱ নহয়। সকলো ধৰণৰ গতিয়েই আপেক্ষিক। এনেদৰে স্থান আৰু কালো পৰস্পৰ আপেক্ষিক; কাৰণ, মহাশূন্যত ভ্ৰাম্যমাণ বস্তু মাত্ৰেই অৱস্থান অনুযায়ী সময় আৰু সময় অনুযায়ী অৱস্থান হ'বলৈ বাধ্য। আইনষ্টাইনৰ এই মতবাদৰ বিস্তৃত যুক্তিত জ্যোতির্বিজ্ঞানৰ বিভিন্ন অভিনৱ তথ্য উদ্‌ঘাটন হৈছে; পদাৰ্থৰ পাৰমাণৱিক শক্তি সম্পৰ্কীয় বিবিধ তথ্যও ই প্ৰমাণ কৰিছে। ইয়াৰ ফলত বিশ্বব্ৰহ্মাণ্ডৰ মূল গঠন-বৈচিত্ৰ্য একেই নিয়মেৰে গ্ৰথিত হৈছে। বহু জটিল যুক্তি আৰু গাণিতিক সমাধানৰ ভিত্তিত প্ৰতিষ্ঠিত আইনষ্টাইনৰ এই মতবাদ বাস্তৱ পৰীক্ষা আদিতো সকলো ক্ষেত্ৰতে নিৰ্ভুল বুলি প্ৰমাণিত হৈছে।

## আফ্ৰিকাৰ ঐক্য সংঘ *Organisation of African Unity (OAU)*

আফ্ৰিকাৰ দেশসমূহৰ উন্নতিৰ উদ্দেশ্যে গঠিত সংস্থা। ১৯৬৩ চনৰ মে' মাহত ইথিওপিয়াৰ ৰাজধানী আদ্দিছ আবাবাত ৩২খন আফ্ৰিকীয় দেশৰ প্ৰতিনিধিৰ এখন সন্মিলনত এই সংস্থা গঠিত হয়। আফ্ৰিকাৰ দেশসমূহৰ মাজত পাৰস্পৰিক সহযোগিতাৰ প্ৰসাৰ, মৈত্ৰী স্থাপন আৰু আফ্ৰিকাৰ পৰা ঔপনিৱেশবাদৰ বিলোপ সাধনেই এই সংস্থাৰ ঘাই উদ্দেশ্য। ৫২খন সদস্য ৰাষ্ট্ৰৰে এই সংগঠনৰ মুখ্য কাৰ্যালয় আদ্দিছ আবাবাত অৱস্থিত।

## আফ্ৰিডি *Afridi*

মোগল আৰু ব্ৰিটিছ শাসনকালত ভাৰত-আফগানিস্তান সীমান্তত বসবাস কৰা যুদ্ধপ্ৰিয় এটা উপজাতি। বহু পণ্ডিতৰ মতে আফ্ৰিডি নামৰ এটা জাতিয়ে বৰ্তমানৰ টিউনিছিয়াত বাস কৰিছিল। এই আফ্ৰিডিৰ পৰাই আফ্ৰিকা মহাদেশৰ নামকৰণ কৰা হৈছে।

## আবৰ ৰণ

১৯১১ চনত শদিয়াত আবৰ আৰু ইংৰাজৰ লগত হোৱা যুদ্ধ। ১৮৪৮ চনমানৰ পৰা আবৰ আৰু ইংৰাজৰ মাজত ছেগাচোৰোকাকৈ বিভিন্ন সময়ত যুদ্ধ হৈছিল। আবৰ আৰু ইংৰাজৰ মাজৰ শেষৰখন যুদ্ধ হয় ১৯১১ চনত। ইয়ে অসম বুৰঞ্জীত আবৰ ৰণ নামে জনাজাত। ইয়াৰ আগতেও আবৰসকলে ইংৰাজসকলৰ ওপৰত নানা উপদ্ৰৱ কৰিছিল। ১৯১১ চনত কেতবোৰ আবৰ লোকে শদিয়াৰ সহকাৰী ৰাজনৈতিক বিষয়া উইলিয়ামছন, চিকিৎসক গ্ৰেগৰছন আৰু তেওঁলোকৰ লগত থকা কেইবাজনো লগুৱাক হত্যা কৰে। ইয়াৰে পোটক তুলিবলৈ ইংৰাজে আবৰৰ লগত যুদ্ধ কৰে আৰু তেওঁলোকক খেদি উত্তৰৰ বহু ঠাই অধিকাৰ কৰি লয়। ইয়াৰ পাছত ১৯১৪ চনত শদিয়াক কেন্দ্ৰ কৰি শদিয়াৰ উত্তৰ ফালে উত্তৰ-পূব সীমান্ত অঞ্চল (North East Frontier Agency) বা চমুকৈ নেফা (NEFA) গঠন কৰা হয়। অৱশ্যে এতিয়া নেফাৰ সুকীয়া অস্তিত্ব নাই। ই বৰ্তমান অৰুণাচল প্ৰদেশৰ অংশ বিশেষ।

**আবক্ষ মূৰ্তি** *Bust*
মূৰৰ পৰা ভৰিলৈকে, অৰ্থাৎ, কান্ধৰ তললৈকে ৰূপায়িত কৰা মানুহৰ প্ৰতিকৃতি। আবক্ষ মূৰ্তিত প্ৰাধান্য লাভ কৰে মুখমণ্ডলৰ অবয়ব-সাদৃশ্য অথবা প্ৰকাশভংগীয়ে।

**আবুলিয়া** *Abulia*
এক প্ৰকাৰ মানসিক অৱস্থা। এনেধৰণৰ মানসিক অৱস্থাত মানুহৰ কোনো কাম কৰাৰ ইচ্ছা নাথাকে বা কাম কৰিবলৈ উৎসাহ অনুভৱ নকৰে। এনে মানসিক অৱস্থাত থকা মানুহে কোনো সিদ্ধান্তও ল'ব নোৱাৰে।

**আব্ৰাকাডাব্ৰা** *Abracadabra*
যাদুৰ মন্ত্ৰ; থ্ৰীং ক্ৰীং ফ্ৰট। যাদুকৰ বা বাজিকৰসকলে এনে মন্ত্ৰ মাতি দেখাত অসম্ভৱ যেন কাম কিছুমান সম্ভৱ কৰি দেখুৱায়।

**আমাজোনিয়া** *Amazonia*
আমাজন নদীৰ অৱবাহিকাৰ ভিতৰত ব্ৰাজিল, কলম্বিয়া, ইকুৱেডৰ, পেৰু আৰু বলিভিয়াৰ যিবোৰ অংশ পৰিছে, সেইবোৰক একেলগে আমাজোনিয়া বোলা হয়। পৃথিৱীৰ সৰ্বাধিক বৰষুণ হোৱা অঞ্চলবোৰৰ অন্যতম আমাজোনিয়াৰ বাৰ্ষিক গড় বৰষুণ ২৫৪ মিলিমিটাৰ।

**আমানত ধন** *Earnest Money*
অৰ্থনীতিত আমানত শব্দটোৰ অৰ্থ দুটা, প্ৰথমতে আমানত বুলিলে বুজায় মূল্যৰ বাবদ কোনো ক্ৰেতাই বিক্ৰেতাক যি ধন দিয়ে; দ্বিতীয়তে ইয়াৰ দ্বাৰা প্ৰতিজ্ঞা-পত্ৰ বা শপতনামাকো বুজোৱা হয়। কিন্তু আমানত ধন কথাটোৰ অৰ্থ হৈছে অগ্ৰিম মূল্য বা অগ্ৰিম ধন। কোনো মৌখিক প্ৰতিশ্ৰুতি বা চুক্তিক নিৰ্দিষ্ট বা বাধ্যবাধকতামূলক কৰিবলৈ ক্ৰেতাই যি ধন অগ্ৰিম দিয়ে সিয়েই আমানত ধন। চৰকাৰী-বেচৰকাৰী ঠিকা আদিৰ ক্ষেত্ৰতো এনেদৰে আমানত ধন লোৱা হয়।

**আমেৰিকাৰ স্বাধীনতা যুদ্ধ** *American War of Independence*
আমেৰিকাৰ উপনিৱেশসমূহে স্বাধীনতা সচেতন হৈ ১৭৭৬ চনত ইংৰাজৰ বিৰুদ্ধে চলোৱা যুদ্ধ; আমেৰিকাৰ বিপ্লৱ (American Revolution) নামেৰেও সমধিক প্ৰসিদ্ধ। ১৭৭৬ চনৰ ৪ জুলাইত আমেৰিকাৰ তেৰখন ৰাজ্যই স্বাধীনতা ঘোষণা কৰে আৰু সেইদিনাই মাৰ্কিন কংগ্ৰেছত এই 'স্বাধীনতাৰ ঘোষণা' (Declaration of Independence) গৃহীত হয়। সুদীৰ্ঘ সাত বছৰ ধৰি বিভিন্ন ঠাইত হোৱা কেইবাখনো যুদ্ধৰ অন্তত ১৭৮৩ চনৰ ৩ ছেপ্টেম্বৰত ইংৰাজ চৰকাৰ আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰৰ মাজত স্বাক্ষৰিত এক শান্তি চুক্তি অনুসৰি উপনিৱেশবোৰৰ স্বাধীনতা স্বীকৃত হয়। জন্ম হয় স্বাধীন আমেৰিকা যুক্তৰাষ্ট্ৰৰ।

**আমোলাতন্ত্ৰ** *Bureacracy*
এখন দেশৰ চৰকাৰ, ডাঙৰ কোম্পানী বা তেনে বৃহৎ প্ৰতিষ্ঠানৰ প্ৰশাসন চলাবৰ বাবে গঠন কৰি লোৱা এক বহু ব্যৱহৃত পদ্ধতি। ইয়াত ওপৰৰ পৰা তললৈ বিভিন্ন তৰপৰ তথা বিভিন্ন

যোগ্যতাৰ লোক থাকে আৰু প্ৰত্যেককে কিছুমান বিশেষ দায়িত্ব অৰ্পণ কৰা হয়। সাধাৰণভাৱে ক'বলৈ গ'লে যি নিয়ম-নীতি আৰু পদ্ধতিৰ দ্বাৰা আমোলাসকল পৰিচালিত, তাৰে নাম আমোলাতন্ত্ৰ। আমোলাতন্ত্ৰৰ বৈশিষ্ট্য হ'ল নিয়োগ, যোগ্যতা, বেতন আদিৰ স্পষ্ট নিয়মাৱলী, আমোলাসকলৰ এক্তিয়াৰ আৰু দায়িত্ব তথা কৰ্তব্যৰ সুনিৰ্দিষ্ট এলেকা আদি। আমোলাৰ পদ বংশানুক্ৰমিক নহয়। যোগ্যতাৰ ভিত্তিত মনোনয়নেই আমোলা নিয়োগৰ একমাত্ৰ পদ্ধতি। গণতন্ত্ৰত আমোলাসকলৰ ক্ৰমবৰ্ধমান ক্ষমতা প্ৰায়েই চৰকাৰৰ পক্ষে অস্বস্তিৰ কাৰণ হৈ পৰে। উদ্ধত আমোলাৰ কৃতকৰ্মৰ ফলো কেতিয়াবা ভোগ কৰিবলগীয়া হয় চৰকাৰ বা কোম্পানীয়ে।

## আৰ এছ ভি পি *RSVP*

আৰ এছ ভি পিৰ প্ৰকৃত ইংৰাজী অৰ্থ হ'ল 'ৰিপ্লাই ইফ ইউ প্লীজ'। অৰ্থাৎ, নিমন্ত্ৰণ কৰা অনুষ্ঠানটিত উপস্থিত থাকিব পাৰিব নে নাই তাক আগতীয়াকৈ জনাই দিয়া। যিবোৰ নিমন্ত্ৰণী-চিঠিত উপস্থিত অভ্যাগতৰ সংখ্যা আগতীয়াকৈ জনাটো প্ৰয়োজনীয়, সাধাৰণতে তেনে চিঠিত আৰ এছ ভি পি লিখা থাকে। আৰ এছ ভি পি মূলতে ফৰাচী শব্দ। *Respondez Sil Vous Plait* (Reply if you please) শব্দকেইটাক সংক্ষেপে RSVP বুলি লিখা আৰু কোৱা হয়।

## আৰ এন আই *RNI*

ভাৰতত বাতৰিকাকত, আলোচনী প্ৰকাশৰ বাবে যাৱতীয় অনুমতি প্ৰদান কৰা কেন্দ্ৰীয় চৰকাৰৰ এটা সংস্থা। সংস্থাটোৰ সম্পূৰ্ণ নাম Register of Newspaper for India (ৰেজিষ্ট্ৰাৰ অব্ নিউজপেপাৰ ফৰ ইণ্ডিয়া)। ইয়াকে সংক্ষেপে RNI (আৰ এন আই) বুলি লিখা আৰু কোৱা হয়। কেন্দ্ৰীয় চৰকাৰৰ তথ্য আৰু অনাতাঁৰ মন্ত্ৰালয়ৰ অন্তৰ্গত এই সংস্থাই বাতৰিকাকত প্ৰকাশৰ অনুমতি দিয়ে। সংবাদপত্ৰ প্ৰকাশৰ ক্ষেত্ৰত এই সংস্থাৰ যথেষ্ট দায়িত্ব আৰু ভূমিকা আছে।

## আৰ এন এ

*ডি এন এ চাওক*

## আৰব *Arab*

পশ্চিম এছিয়াৰ ইৰাকৰ পৰা উত্তৰ আফ্ৰিকাৰ মৰক্কোলৈকে বিস্তৃত ভূখণ্ডৰ বাসিন্দাসকলক আৰব নামেৰে জনা যায়। সামগ্ৰিকভাৱে আৰবী ভাষা-ভাষী প্ৰায় সকলো জাতিকে আৰব বুলিব পাৰি। এওঁলোকৰ সৰহভাগেই ইছলামধৰ্মী।

## আৰব-ইজৰাইল যুদ্ধ *Arab-Israeil War*

১৯৪৮ চনৰ পৰা ১৯৭৩ চনৰ ভিতৰত ইজৰাইল আৰু আৰব ৰাষ্ট্ৰসমূহৰ মাজত হোৱা চাৰিখন যুদ্ধ। ১৯৪৮ চনত, ইজৰাইল ৰাষ্ট্ৰ গঠন হোৱাৰ পাছতে, এই দেশ আৰব ৰাষ্ট্ৰসমূহৰ আক্ৰমণৰ সন্মুখীন হয়। অৱশ্যে ইজৰাইলে সফলতাৰে এই আক্ৰমণৰ মোকাবিলা কৰে। ১৯৫৬ চনত ইজিপ্টৰ ৰাষ্ট্ৰপতি নাছেৰৰ ইজৰাইল-বিৰোধী নীতিৰ প্ৰতিবাদত ইজৰাইলে ইজিপ্ট আক্ৰমণ কৰে আৰু গাজাষ্ট্ৰীপ, ছিনাইৰ কিছু অংশ দখল কৰি লয়। ৰাষ্ট্ৰসংঘৰ

হস্তক্ষেপত যুদ্ধবিৰতি হয়। ১৯৬৭ চনত সীমান্ত অঞ্চলত হোৱা অশান্তিৰ বাবে ইজৰাইলে ইজিপ্ট, ছিৰিয়া আৰু জৰ্ডান আক্ৰমণ কৰে। ১৯৭৩ চনত ইজিপ্টে ইজৰাইল আক্ৰমণ কৰে। পিছে, প্ৰাথমিকভাৱে আৰবসকলে বিজয় সাব্যস্ত কৰাৰ পাছত ইজৰাইলে আক্ৰমণ কৰি ছুৱেজ খাল পৰ্যন্ত অগ্ৰসৰ হয়।

**আৰব উপদ্বীপ** *Arabian Peninsula*

দক্ষিণ-পশ্চিম এছিয়াৰ বৃহৎ উপদ্বীপ। প্ৰাচীন নাম আৰবিস্তান। উপদ্বীপটোৰ তিনিওফালে সাগৰ আৰু উত্তৰ সীমান্তত ই এছিয়াৰ মূল ভূখণ্ডৰ লগত যুক্ত। আৰবৰ উত্তৰে তুৰস্ক, ছিৰিয়া আৰু জৰ্ডান; উত্তৰ-পূবে ইৰাক; উত্তৰ-পশ্চিমে ভূমধ্য সাগৰ; পূবে ওমান উপসাগৰ আৰু পাৰস্য উপসাগৰ; দক্ষিণে এডেন উপসাগৰ আৰু আৰব সাগৰ; পশ্চিমে লোহিত সাগৰ। উত্তৰ-পশ্চিমত আফ্ৰিকাৰ লগত যুক্ত অংশটো ছুৱেজ খালৰ জৰিয়তে বিচ্ছিন্ন হৈছে। উপদ্বীপটোৰ মাটিকালি ২৬ লাখ বৰ্গ কিলোমিটাৰ। আৰব উপদ্বীপত অৱস্থিত দেশকেইখন হ'ল ঃ বাহৰেইন, কুৱেইট, ওমান, কাটাৰ, ছৌডি আৰব, সংযুক্ত আৰব গণৰাজ্য আৰু য়েমেন। এই উপদ্বীপত পৃথিৱীৰ সৰ্বাধিক পৰিমাণৰ খাৰুৱা তেল আৰু প্ৰাকৃতিক গেছ সঞ্চিত হৈ আছে।

**আৰব লীগ** *Arab League*

আৰব ৰাষ্ট্ৰসমূহৰ প্ৰতিৰক্ষা আৰু অৰ্থনৈতিক ক্ষেত্ৰত পাৰস্পৰিক সহযোগিতাৰ অৰ্থে গঠিত ৰাজনৈতিক সংস্থা। ১৯৪৫ চনৰ ২২ মাৰ্চত সংস্থাৰ সদস্য দেশবোৰে আৰব লীগক ৰাষ্ট্ৰসংঘৰ এক আঞ্চলিক সংগঠন বুলি বিবেচনা কৰে। আৰব লীগৰ সদস্য ৰাষ্ট্ৰৰ সংখ্যা ২২। সংযুক্ত আৰব গণৰাজ্য প্ৰতিষ্ঠাৰ পাছত এই লীগৰ গুৰুত্ব ভালেখিনি হ্ৰাস পাইছে। আৰব লীগৰ মুখ্য কাৰ্যালয় ইজিপ্টৰ কাইৰোত অৱস্থিত।

**আৰ্কটিক** *Arctic*

উত্তৰ মেৰুক কেন্দ্ৰ কৰি থকা মহাসাগৰ (উত্তৰ মহাসাগৰ) আৰু তাৰ চাৰিওকাষে থকা তুষাৰাচ্ছন্ন ভূখণ্ডৰ সামূহিক নাম; উত্তৰ মেৰু অঞ্চল। এই অঞ্চলৰ চাৰিওফালে আছে উত্তৰ আমেৰিকা, ইউৰেছিয়া আৰু গ্ৰীনলেণ্ড। এই সকলো লৈ আৰ্কটিক অঞ্চলৰ কালি ৩ কোটি ৬০ লাখ বৰ্গ কিলোমিটাৰ (১ কোটি ৪০ লাখ বৰ্গ মাইল)।

**আৰ্কবিছপ** *Archbishop*

ৰোমান কেথলিক গিৰ্জাৰ সৰ্বোচ্চ পদত বা অতি উচ্চ পদত অধিষ্ঠিত খ্ৰীষ্টান পুৰোহিত। চতুৰ্থ শতিকালৈকে একেখন প্ৰদেশতে কেইবাজনো আৰ্কবিছপ আছিল। কিন্তু নৱম শতিকাৰ পৰা এখন প্ৰদেশৰ ৰাজধানীৰ গিৰ্জাৰ প্ৰধান পুৰোহিতজনকহে আৰ্কবিছপৰূপে আখ্যা দিয়াৰ প্ৰথা প্ৰচলিত হয়।

**আৰ্কাইভ** *Archive*

সাধাৰণতে পুৰণি নথি-পত্ৰ, দলিল তথা চৰকাৰী নথি-পত্ৰ আদি সুৰক্ষিত কৰি ৰখা ঘৰ; মহাফেজখানা। বৰ্তমান পৃথিৱীৰ প্ৰায় সকলো দেশতে এনে নথি-পত্ৰ সংৰক্ষণ সম্পৰ্কে

আইন কৰা হৈছে আৰু সকলোধৰণৰ পুৰণি নথি-পত্ৰ জাতীয় মহাফেজখানাত ৰখাৰ ব্যৱস্থা কৰা হৈছে।

## আৰ্কিমিডিছৰ সূত্ৰ *Archimedis' Principle*

তৰল পদাৰ্থৰ প্লাৱিতা সম্পৰ্কে গ্ৰীক বিজ্ঞানী আৰ্কিমিডিছে আৱিষ্কাৰ কৰা সূত্ৰ। এই সূত্ৰমতে, *কোনো* এটা পদাৰ্থ পানী বা আন তৰলত আংশিক বা সম্পূৰ্ণভাৱে ডুবালে পদাৰ্থটোৰ ওজন কিছু হ্ৰাস পায় আৰু এই হ্ৰাস পোৱা ওজন পদাৰ্থটোৱে অপসাৰণ কৰা তৰলৰ ওজনৰ সমান।

*লগতে চাওক ইউৰেকা*

## আৰ্ছেনিক *Arsenic*

স্ফটিকাকাৰ আৰু ঠুনুকা এবিধ অতি বিষাক্ত মৌলিক পদাৰ্থ। আৰ্ছেনিক কিছু পৰিমাণে ধাতৱ ধৰ্মবিশিষ্ট আৰু কিছু অধাতৱ-বিশিষ্ট। সেয়ে ইয়াক অৰ্ধধাতৱ বোলা হয়। ঔষধ আৰু কীটনাশক দ্ৰব্য প্ৰস্তুতকৰণত ইয়াৰ বহুল ব্যৱহাৰ আছে।

## আৰ্ট ফিল্ম

*কলাত্মক ছবি চাওক*

## আৰ্থ্ৰাইটিছ *Arthritis*

দেহৰ হাড়ৰ গাঁঠি বা জোৰা উখহি বিষ হোৱা ৰোগ। ই নানা ধৰণৰ হয়। যেনে ঃ গাঁঠি বাত, অৰ্থাৎ হাড়ৰ গাঁঠিয়ে গাঁঠিয়ে ফুলি যোৱা বা গাউট (gout), পিঠি আৰু কংকালত বিষ বা ৰিউমেটয়েড আৰ্থ্ৰাইটিছ, স্পণ্ডিলাইটিছ আদি। ঘাইকৈ মধ্যবয়সী প্ৰৌঢ় ব্যক্তিৰ এই ৰোগ হয় যদিও যিকোনো বয়সৰ লোকৰেই আৰ্থ্ৰাইটিছ হ'ব পাৰে। অসমীয়াত এইবিধ ৰোগক সাধাৰণভাৱে বাত বা গাঁঠি বাত বুলি জনা যায় যদিও চিকিৎসা বিজ্ঞানত নিৰ্দিষ্ট অৰ্থত অষ্টিঅ' আৰ্থ্ৰাইটিছ, ৰিউমেটয়ড আৰ্থ্ৰাইটিছ, এনকাইলোজিং স্পণ্ডিলাইটিছ, ছাৰভাইকেল স্পণ্ডিলাইটিছ আদি শব্দ ব্যৱহৃত হয়।

## আৰ্নেষ্ট মানী

*আমানত ধন চাওক*

## আৰ্য *Aryan*

প্ৰাগৈতিহাসিক যুগৰ পৰা ইৰাণ আৰু উত্তৰ ভাৰতত বাস কৰি অহা এক মানবগোষ্ঠী। আদিতে এওঁলোক এক জনজাতি আছিল বুলি অনুমান কৰা হৈছে। তেওঁলোকৰ এক নিজস্ব ভাষা আছিল। উত্তৰ ভাৰতৰ সিন্ধু আৰু গংগা উপত্যকাত তেওঁলোকে বসবাস কৰিছিল আৰু সেই অঞ্চলৰ নাম দিছিল আৰ্যাবৰ্ত। ভাৰতত প্ৰাচীন আৰ্য সভ্যতা-সংস্কৃতি আৰু বসবাসভূমিৰ বিষয়ে জানিবলৈ ঐতিহাসিকসকলে আৰ্যসকলৰ দ্বাৰা ৰচিত বেদ-উপনিষদ, ৰামায়ণ, মহাভাৰত আদি গ্ৰন্থৰ ওপৰত ভালেখিনি নিৰ্ভৰ কৰে।

উনবিংশ শতিকাত ইণ্ডো-ইউৰোপীয়সকলক বুজাবলৈ *আৰ্য* শব্দটো ব্যৱহাৰ কৰা হৈছিল।

পাছত অৱশ্যে কেৱল ইণ্ডো-ইউৰোপীয় ভাষাৰ ক্ষেত্ৰতহে ইয়াৰ ব্যৱহাৰ সীমাবদ্ধ হৈ থাকিল। ঊনবিংশ শতিকাতে ফৰাচী কূটনীতিবিদ-লেখক যোছেফ আৰ্থাৰ গোবিনীউ (Joseph Arthur Gobineau,১৮১৬-১৮৮২) আৰু তেওঁৰ সমৰ্থকসকলে মানৱজাতিৰ সকলো প্ৰকাৰৰ উন্নতিৰ ক্ষেত্ৰত অৰিহণা যোগোৱা, ইণ্ডো-ইউৰোপীয় ভাষা কোৱা এক আৰ্য জাতি সম্পৰ্কত প্ৰচাৰ চলাইছিল। এই আৰ্যসকল হেনো আন সকলো জাতিতকৈ শ্ৰেষ্ঠ আছিল। তাৰ ভিতৰত জাৰ্মানসকল আছিল আটাইতকৈ 'বিশুদ্ধ' আৰ্য। এই ধাৰণাৰ বশৱৰ্তী হৈয়ে কুৰি শতিকাৰ মাজভাগত জাৰ্মানীৰ আডল্‌ফ হিটলাৰ নেতৃত্বাধীন নাজী বাহিনীয়ে ইহুদি, জিপছী আদি 'অনাৰ্য' জাতিক পৃথিৱীৰ পৰাই নিঃশেষ কৰি দিবলৈ সেইসকলক নিৰ্বিচাৰে হত্যা কৰিছিল। *লগতে চাওক অনাৰ্য*

## আৰ্য সমাজ *Arya Samaj*

হিন্দু ধৰ্মৰ সংস্কাৰৰ বাবে দয়ানন্দ সৰস্বতীয়ে ১৮৭৫ চনৰ ১০ এপ্ৰিলত গঠন কৰা অনুষ্ঠান। জাতিভেদ লোপ, অসবৰ্ণ বিবাহ প্ৰচলন, বাল্য বিবাহ ৰোধ কৰা আদিয়েই আছিল আৰ্য সমাজৰ মূল উদ্দেশ্য। ব্ৰাহ্ম সমাজৰ সৈতে আৰ্য সমাজৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। অন্য ধৰ্মাৱলম্বী লোকক হিন্দু ধৰ্মত দীক্ষা দিয়াও অনুষ্ঠানটোৰ অন্যতম লক্ষ্য আছিল। ভাৰতৰ ৰাজনীতিতো আৰ্য সমাজৰ ভূমিকা উল্লেখযোগ্য। *লগতে চাওক ব্ৰাহ্ম সমাজ*

## আলট্ৰাছোনোগ্ৰাফী *Ultrasonography*

কোনো জটিল ৰোগৰ বাবে শৰীৰৰ ভিতৰৰ অংশ পৰীক্ষা কৰা এক বিশেষ পদ্ধতি বা আহিলা, যাৰদ্বাৰা শৰীৰৰ বিভিন্ন অংশ পুংখানুপুংখকৈ অধ্যয়ন কৰিব পাৰি। মানৱ শৰীৰৰ ভিতৰত ক'ৰবাত কেনেবাকৈ কিবা 'টিউমাৰ' বা বিপজ্জনক কোনো মাংসপিণ্ডৰ সৃষ্টি হৈছে নেকি, বা স্নায়ুত কিবা অস্বাভাৱিকতাৰ সৃষ্টি হৈছে নেকি, — এইবোৰ কথা মুহূৰ্তৰ ভিতৰতে আলট্ৰাছোনোগ্ৰাফীৰ দ্বাৰা জনাটো সম্ভৱ হৈ উঠিছে। বিশেষকৈ মাতৃৰ গৰ্ভধাৰণৰ সন্ধান, সন্তানৰ অৱস্থিতি, সন্তান পূৰ্ণাংগ নে বিকলাংগ, সন্তান এটা নে যমজ, — এইবোৰ কথা আগতীয়াকৈ জনোৱাত আলট্ৰাছোনোগ্ৰাফী বিশেষ উপযোগী বুলি প্ৰমাণিত হৈছে। আমোদজনক কথাটো হ'ল, এইবোৰ তথ্য জানিবৰ বাবে শৰীৰত কোনো বেজী দিয়াৰো প্ৰয়োজন নাই বা কোনো ক্ষতিকৰ ৰে' (ray) দিয়াৰো প্ৰয়োজন নাই। সেয়ে প্ৰাচীনকালৰ বহু ক্ষতিকৰ আৰু যন্ত্ৰণাদায়ক 'ডায়াগোনোছিছ' পদ্ধতিক পিছ পেলাই আলট্ৰাছোনোগ্ৰাফী জনপ্ৰিয়তাৰ চূড়ান্ত শিখৰত উপনীত হৈছে।

## আললগা বামুণ

'আল' প্ৰত্যয়যুক্ত ব্ৰাহ্মণ; নিন্দাৰ্থত নীচ ব্ৰাহ্মণ। ১৫৬২ চনত আহোম ৰাজপাটত আছিল স্বৰ্গদেউ চুখামফা। এইজনা স্বৰ্গদেউৰ দিনতে ১৫৬২ চনত চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰিছিল। চিলাৰায়ে আকৌ ব্ৰাহ্মণ বধ আৰু গো-বধলৈ বৰ ভয় কৰিছিল। আহোম ৰজাই চিলাৰায়ৰ এই কথা জানিব পাৰি সকলো খেলৰে ৰণুৱা গোটাই বলধত তুলি লগুণ পিন্ধাই যুদ্ধলৈ পঠিয়ালে। চিলাৰায়ে বলধ আৰু বামুণ বধৰ পাপলৈ ভয় কৰি যুদ্ধ নকৰি গুচি গ'ল। সেই বামুণবেশী ৰণুৱাবোৰৰ বাবেই সেইবাৰ আহোম ৰাজ্য ৰক্ষা পৰিল। সেই কথাত আনন্দিত হৈ উক্ত বামুণবেশী ৰণুৱাবোৰক পুৰস্কাৰ দিব খোজাত তেওঁলোকে ৰজাক বামুণ

কৰি ৰাখিবলৈ খাটিলে। ৰজায়ো তেওঁলোকক বামুণ হিচাপে স্থান দিলে। তেওঁলোককে তেতিয়াৰ পৰা 'আললগা বামুণ' বোলে। এই আললগা বামুণ আঠ শ্ৰেণীৰ : উলুৱাল, ঘঁৰিয়াল, ঠেহাল, পিঠিয়াল, পেটাল, মলুৱাল, শিয়াল আৰু শিশুপাল।

**আলোকবৰ্ষ** *Light Year*

আধুনিক জ্যোতিৰ্বিজ্ঞানত ব্যৱহৃত দূৰত্বৰ একক। মহাকাশত বিভিন্ন জ্যোতিষ্কৰ দূৰত্ব ইমান বেছি যে সাধাৰণ মাইল বা কিলোমিটাৰৰ হিচাপত সেই দূৰত্ব জোখা অতি অসুবিধাজনক। সেয়েহে বহু কোটি কিলোমিটাৰ দূৰৈৰ গ্ৰহ-নক্ষত্ৰৰ দূৰত্ব প্ৰকাশৰ বাবে এই একক ব্যৱহাৰ কৰা হয়। এক আলোকবৰ্ষ দূৰত্ব বুলিলে পোহৰ (আলোক) ৰশ্মিয়ে এবছৰত যিমান দূৰ পথ অতিক্ৰম কৰিব পাৰে তাকে বুজোৱা হয়। ইয়াৰ মান ৯৪৬ x১০¹⁰ কিলোমিটাৰ। পৃথিবীৰ পৰা সূৰ্যৰ দূৰত্ব প্ৰায় ১৫ কোটি কিলোমিটাৰ আৰু সূৰ্যৰ পোহৰ পৃথিৱী পাবলৈ প্ৰায় ৮ মিনিট সময় লাগে। সেইক্ষেত্ৰত ক'ব পাৰি পৃথিবীৰ আৰু সূৰ্যৰ মাজৰ দূৰত্ব ৮ পোহৰ মিনিট বা ৮ আলোকবৰ্ষ মিনিট।

**আলোকস্তম্ভ** *Light House*

মহাসমুদ্ৰত যাতায়াত কৰা জাহাজ আৰু আকাশৰ উৰাজাহাজক বাট দেখুৱাবলৈ বা বিপদৰ আগজাননী দিবলৈ সাগৰৰ উপকূলৰ পৰা দূৰৱৰ্তী অঞ্চলত (offshore) পোহৰৰ ব্যৱস্থা থকা কিছুমান ঘৰ থাকে। সেইবোৰকে আলোকস্তম্ভ বা লাইট হাউছ বোলা হয়। ৰাতিৰ আন্ধাৰত জাহাজবোৰে দিশ হেৰুৱালে বা বিশাল ঢৌৰ মাজত বিপদত পৰিলে সেই জাহাজবোৰক সহায় কৰে এই আলোকস্তম্ভই।

**আৱেশ** *Induction*

বিদ্যুতৰ সুপৰিবাহী কোনো পদাৰ্থৰ নিকটৱৰ্তী কোনো বিদ্যুৎ প্ৰবাহৰ প্ৰভাৱত সেই পদাৰ্থবো বিদ্যুৎ সঞ্চাৰিত হয়। পৰস্পৰ সংস্পৰ্শ শূন্যভাৱে ৰখা কোনো পদাৰ্থত হোৱা এনে বিদ্যুৎ সংক্ৰমণকে আৱেশ বোলে।

**আশ্ৰিত ৰাষ্ট্ৰ** *Client State*

কোনো বৃহৎ শক্তিধৰ ৰাষ্ট্ৰৰ ওপৰত অৰ্থনৈতিক বা ৰাজনৈতিকভাৱে নিৰ্ভৰশীল এক ৰাষ্ট্ৰ।

**আসংজ্ঞান** *Pre-consciousness*

মনৰ চেতন (conscious) আৰু অচেতন (unconscious) অৱস্থাৰ মধ্যৱৰ্তী অৱস্থা। মনৰ এই অৱস্থাত চিন্তা, অনুভূতি সকলো সুপ্ত অৱস্থাত থাকে। বিশেষ প্ৰয়াস আৰু পদ্ধতিৰে সেইবোৰক মনৰ চেতন স্তৰলৈ আনিব পাৰি।

**আহুৰ মাজদা** *Ahura Mazda*

জোৰষ্টাৰ ধৰ্মাৱলম্বীসকলৰ উপাস্য দেৱতা। জোৰষ্টাৰ ধৰ্মৰ মূল তত্ত্ব হ'ল 'সত'ৰ জয় আৰু 'অসত'ৰ পৰাজয়। অসৎ চিন্তা, অসৎ কথা, অসৎ কামে মানুহক অসৎ শক্তিৰ অধীন কৰি তোলে আৰু সৎ চিন্তা, সৎ কথা, সৎ কামে মানুহক সৎ শক্তিৰ কাষলৈ লৈ যায়। জোৰষ্টাৰ

ধৰ্মমতে জীৱন হ'ল শুভ আৰু অশুভ শক্তিৰ দ্বন্দ্ব। শুভ শক্তিৰ নাম 'আহুৰ-মাজদা'। ইয়াৰ অৰ্থ জ্ঞানৰ ঈশ্বৰ, যি এই বিশ্ব চৰাচৰৰ সৃষ্টি কৰিছে। আহুৰ-মাজদা জোৰষ্টাৰ ধৰ্মাৱলম্বীসকলৰ উপাস্য দেৱতা। অশুভ শক্তিৰ নাম আংৰা মাইনু বা আহৰিমান,— মিছাৰ দৈত্য। শুভ-অশুভৰ এই দ্বন্দ্বৰ মাজত মানুহ নিৰপেক্ষ হৈ থাকিব নোৱাৰে। সেয়ে যি সত্যৰ বাবে যুঁজ কৰি সত্যনিষ্ঠ জীৱন যাপন কৰে, তেওঁ স্বৰ্গ বা চিন্তা, শব্দ আৰু কৰ্মৰ পৰম পৱিত্ৰ অমৰলোকত স্থান লাভ কৰে। যিসকল ভক্তিপৰায়ণ নহয়, তেওঁলোকে অশুভ চিন্তা তথা কৰ্ম আৰু শাৰীৰিক অত্যাচাৰৰ চিৰায়িত নৰকলৈ নিৰ্বাসিত হয়।

### আহ্নিক গতি *Diurnal Motion*

পৃথিৱীয়ে ২৪ ঘণ্টাত নিজ মেৰুদণ্ডক আশ্ৰয় কৰি পশ্চিমৰ পৰা পূবলৈ কৰা একোটা আৱৰ্তন। পৃথিৱীয়ে ইয়াৰ দুই মেৰু সংযোগী অক্ষ, অৰ্থাৎ, মেৰুদণ্ডক কেন্দ্ৰ কৰি সকলো সময়তে আৱৰ্তন কৰি থাকে। পৃথিৱীয়ে ৬৬১/২ ডিগ্ৰী কোণ কৰি নিজ অক্ষত এবাৰ প্ৰদক্ষিণ কৰিবলৈ ২৩ ঘণ্টা ৫৬ মিনিট আৰু ৪.০৯ ছেকেণ্ড বা প্ৰায় ২৪ ঘণ্টা বা এদিন সময় লয়। ইয়েই আহ্নিক গতি। পৃথিৱীৰ এই আহ্নিক গতিৰ ফলতে দিন-ৰাতি হয়। পৃথিৱীৰ আকৃতি ঘূৰণীয়া হোৱাৰ বাবে আৰু ই নিজ মেৰুদণ্ডত পশ্চিমৰ পৰা পূবলৈ ঘূৰি থকাৰ কাৰণে ইয়াৰ পূবতকৈ পশ্চিমৰ ঠাইবোৰত ক্ৰমান্বয়ে পাছত ৰাতি পুৱায়। *লগতে চাওক বাৰ্ষিক গতি*

### আয়ন *Ion*

সাধাৰণ অৱস্থাত যিকোনো এটা পৰমাণুৰ মুঠ ইলেকট্ৰনৰ সংখ্যা নিউক্লিয়াছত থকা প্ৰোটনৰ সংখ্যাৰ সৈতে সমান। সাধাৰণ অৱস্থাত থকাতকৈ এটা বা ততোধিক ইলেকট্ৰন কম বা বেছি থকা পৰমাণুক আয়ন বোলা হয়। ইলেকট্ৰন কম বা বেছি থকা বাবে আয়নবিলাক ধনাত্মক বা ঋণাত্মক বিদ্যুৎ-শক্তিযুক্ত হৈ পৰে। আয়ন সৃষ্টি হোৱা প্ৰক্ৰিয়াটোৰ নাম আয়নীভৱন (Ionisation)।

### আয়নীভৱন

*আয়ন চাওক*

### আয়নোস্ফেয়াৰ *Ionosphere*

ভূপৃষ্ঠৰ পৰা প্ৰায় ৪৮-ৰ পৰা ৪০০ কিলোমিটাৰ উচ্চতাত অৱস্থিত বায়ৱীয় স্তৰ। সূৰ্য-কিৰণৰ তীব্ৰ অতিবেঙুনীয়া ৰশ্মিৰ প্ৰভাৱত এই স্তৰৰ বায়ু কণিকাবোৰ বিদ্যুতাবিষ্ট (আয়নায়িত) অৱস্থাত থাকে। অনাতাঁৰ তৰংগ পোনে পোনে মহাকাশলৈ নগৈ এই স্তৰতে প্ৰতিফলিত হৈ পুনৰ পৃথিৱীলৈ উভতি আহে। ইয়াৰ ফলতেই পৃথিৱীত অনাতাঁৰ প্ৰেৰণ-গ্ৰহণৰ ব্যৱস্থা সম্ভৱ হৈছে।

### আয়াতোল্লা *Ayatollah*

ইছলামধৰ্মীসকলৰ এক প্ৰধান সম্প্ৰদায়ৰ ধৰ্মীয় উপাধি। আয়াতোল্লাৰ অৰ্থ 'ঈশ্বৰৰ চিহ্ন' (Sign of God)। এই উপাধি সাধাৰণতে ইৰাণতহে বেছি ব্যৱহৃত হয়।

**আংকল ছাম** *Uncle Sam*

আমেৰিকা যুক্তৰাষ্ট্ৰৰ অধিবাসীসকলক বা তাৰ চৰকাৰক, অৰ্থনৈতিক আৰু সামৰিক ক্ষেত্ৰত তেওঁলোকৰ আধিপত্যৰ বাবে কেতিয়াবা 'আংকল ছাম' উপনামেৰে অভিহিত কৰা হয়। অৱশ্যে এই নামকৰণত কিছু উপলুঙাৰ ভাবো আছে। কাৰ্টুন চিত্ৰবোৰত অংকিত কাল্পনিক 'আংকল ছাম' হ'ল এজন মৰমিয়াল বুঢ়া, যি তেওঁতকৈ বহু নিকৃষ্ট, ঈশ্বৰৰ আন সন্তানবোৰক তদাৰক কৰে। নামটো ক'ৰ পৰা কেনেকৈ আহিল তাৰ সবিশেষ জনা নাযায়। কোনো কোনোৰ মতে আমেৰিকা যুক্তৰাষ্ট্ৰৰ চৰকাৰী সম্পত্তিৰ ওপৰত লিখা ইউ এছ (US) আখৰ দুটাৰ পৰাই এই শব্দটো আহিছে।

**আংষ্ট্ৰম একক** *Angstrom Unit*

দৈৰ্ঘ্যৰ এক ক্ষুদ্ৰ একক। এক আংষ্ট্ৰম হ'ল এক চেণ্টিমিটাৰৰ দহ কোটি ভাগৰ এভাগ বা ১০⁻¹⁰ মিটাৰ। বৰ্তমান অৱশ্যে আংষ্ট্ৰম এককতকৈ নেনোমিটাৰ এককহে বেছিকৈ ব্যৱহাৰ কৰা হয়। এক নেনোমিটাৰৰ মান ১০ আংষ্ট্ৰমৰ সমান।

# ই

**ই ই জি** *EEG*

ইলেকট্ৰো-এন্সেফালোগ্ৰাম (electro-encephalogram) নামৰ যন্ত্ৰৰ সহায়ত অংকিত মস্তিষ্কৰ স্নায়ুকেন্দ্ৰবোৰৰ বিশেষ বৈদ্যুতিক স্পন্দনৰ গতি-প্ৰকৃতি নিৰ্দেশক ৰেখাচিত্ৰ (electro-encephalograph, সংক্ষেপে EEG)। এই প্ৰক্ৰিয়াত মস্তিষ্কৰ কোষবোৰৰ অতি মৃদু স্পন্দনো বহু সহস্ৰগুণ বৰ্ধিত হৈ তৰংগৰ আকাৰত কাগজত ৰেখাপাত কৰে। এই ৰেখা চাই মস্তিষ্কৰ বিভিন্ন স্নায়ুৰ কাৰ্যকাৰিতাৰ তাৰতম্য বুজিব পাৰি।

**ইউ আৰ এল** *URL*

ইণ্টাৰনেটৰ কোনো ৱেবছাইট নামকৰণ কৰাৰ ক্ষেত্ৰত সমগ্ৰ বিশ্বই গ্ৰহণ কৰা পদ্ধতিবিশেষ। ইংৰাজী Uniform Resource Locator শব্দকেইটাক সংক্ষেপে URL বুলি লিখা আৰু কোৱা হয়। ইণ্টাৰনেট তথ্যৰ মহাসাগৰ। এই মহাসাগৰত থকা প্ৰতিটো তথ্যকে একো একোটা একক বা অদ্বিতীয় ঠিকনাৰ দ্বাৰা চিহ্নিত কৰা হয়, যাতে নিৰ্দিষ্ট ঠিকনাৰ দ্বাৰা সঠিক তথ্যটো বিচাৰি পাব পৰা যায়। এই অদ্বিতীয় ঠিকনাই হ'ল ইউ আৰ এল। উদাহৰণস্বৰূপে www.google.com, http.microsoft.com আদি একো একোটা ইউ আৰ এল।

**ইউ এছ বি** *USB*

কোনো এডপ্টাৰ, কাৰ্ড আদি নোহোৱাকৈ বা ছাট ডাউন নকৰাকৈ কম্পিউটাৰত নতুন ডিভাইছ সংযুক্ত কৰি ল'ব পৰা পদ্ধতি। কম্পিউটাৰ হাৰ্ডৱেৰত মাউছ, মডেম, কী বোৰ্ড আদিক সংযোগ কৰাৰ ক্ষেত্ৰত ই এক বিশ্ব স্বীকৃত পদ্ধতি। ইংৰাজী Universal Serial Bus

শব্দকেইটাক সংক্ষেপে USB বুলি লিখা আৰু কোৱা হয়। আজিকালি মোবাইল ফোন চাৰ্জ কৰাৰ ক্ষেত্ৰতো ইউ এছ বি ব্যৱহাৰ হ'বলৈ লৈছে। ইউ এছ বিৰ মূল উদ্দেশ্য আৰু কাম হ'ল অতি কম পৰিসৰত ডাটা বা তথ্য ট্ৰেন্সফাৰ কৰা কেব্‌লৰ সংযোগ সাধন।

**ইউ এন আই** *UNI*

ভাৰতৰ অন্যতম সংবাদ সংস্থা। সম্পূৰ্ণ নাম ইউনাইটেড নিউজ অব্ ইণ্ডিয়া (United News of India, সংক্ষেপে UNI)। ১৯৫৪ চনত এই সংস্থা প্ৰতিষ্ঠা হয় যদিও ১৯৬১ চনৰ পৰাহে ইয়াৰ কাম-কাজ আৰম্ভ হয়। ভাৰতৰ উপৰি মধ্য প্ৰাচ্যৰ বিভিন্ন দেশলৈও ইউ এন আই-এ সংবাদ পৰিবহণ কৰে।

**ইউ এফ অ'** *UFO*

পৃথিৱীৰ আকাশত কেতিয়াবা দেখা পোৱা চাকিৰ দৰে উজ্জ্বল যানসদৃশ অচিনাকি ঘূৰণীয়া বস্তু; অচিনাক্ত উৰন্ত বস্তু; উৰন্ত চাকি (flying saucer)। বিজ্ঞানীসকলৰ মতে মহাকাশৰ ক'ৰবাৰ পৰা বুদ্ধিমান জীৱ পৃথিৱীলৈ আহে। সাধাৰণতে কাঁহী এখনৰ দৰে ঘূৰণীয়া (কেতিয়াবা আন আকাৰৰো হয়) আৰু বিভিন্ন জ্যোতিৰ ইউ এফ অ' (UFO: Unidentified Flying Object) নামৰ এই অজ্ঞাত, ৰহস্যময় বস্তুবোৰে যুগ যুগ ধৰি বিজ্ঞানী আৰু সাধাৰণ মানুহৰ মনত অপাৰ কৌতূহলৰ সৃষ্টি কৰি আহিছে। আধুনিক যুগৰ বিজ্ঞানীসকলে সম্পূৰ্ণ ব্যাখ্যা দিব পৰা নাই। ইউ এফ অ' এতিয়াও সাঁথৰ।

**ইউক্লিডীয় জ্যামিতি** *Euclidean Geometry*

গ্ৰীক গণিতজ্ঞ ইউক্লিডে তেওঁৰ তেৰখণ্ডৰ গণিত-শাস্ত্ৰৰ গ্ৰন্থ 'এলিমেণ্টছ্'ত (Elements) অৱতাৰণা কৰা জ্যামিতি। এই গ্ৰন্থত সন্নিৱিষ্ট স্বতঃসিদ্ধৰ (axiom) ভিত্তিত মাত্ৰ যুক্তিৰ সহায়ত তেওঁ যিবোৰ জ্যামিতিক উপপাদ্য প্ৰমাণিত কৰে, মানুহৰ মননশক্তি আৰু যৌক্তিকতাৰ সেয়া এক বিস্ময়কৰ উদাহৰণ। তেতিয়াৰে পৰা (আনুমানিক খ্ৰীষ্টপূৰ্ব চতুৰ্থ-তৃতীয় শতিকা) আজিলৈকে প্ৰাথমিক জ্যামিতিৰ জ্ঞান তৎপ্ৰণীত উপপাদ্যবোৰৰ পৰাই সংগৃহীত হৈ আহিছে। ইউক্লিডে তেওঁৰ 'এলিমেণ্টছ্'ত কোণ, ত্ৰিভুজ, বৃত্ত, সৰলৰেখা, সমান্তৰাল সৰল ৰেখা আদিৰ ধৰ্ম সুস্পষ্টভাৱে ব্যাখ্যা কৰিছে। অৱশ্যে ইউক্লিডীয় জ্যামিতি কেৱল সমতল ক্ষেত্ৰ সম্বন্ধেহে প্ৰযোজ্য। কিছু সংজ্ঞা আৰু স্বীকাৰ্য বা স্বতঃসিদ্ধৰ ওপৰত প্ৰতিষ্ঠিত ইউক্লিডীয় জ্যামিতিক লৈ পাছত বিতৰ্কৰ সৃষ্টি হয় যদিও আজিও এই জ্যামিতি প্ৰচলিত।

**ইউজেনিকছ্**

*সুপ্ৰজনন বিজ্ঞান চাওক*

**ইউৰেকা** *Eureka*

মূল গ্ৰীক শব্দ; অৰ্থ 'মই পালোঁ'। শব্দটোৰ প্ৰচলন হোৱা সম্পৰ্কে এটা কাহিনী আছে। গ্ৰীচৰ ৰজা হিয়েৰোৰ প্ৰিয়পাত্ৰ আছিল বিজ্ঞানী আৰ্কিমিডিছ। এবাৰ ৰজা হিয়েৰোৱে সোণাৰিৰ হতুৱাই এটা সোণৰ মুকুট গঢ়োৱাইছিল। কিন্তু হঠাৎ ৰজাৰ মুকুটটো নিভাঁজ সোণৰ নহয়

যেন লাগিল। নিজৰ সন্দেহ দূৰ কৰিবৰ বাবে সহায় বিচাৰি তেওঁ আৰ্কিমিডিছক মতাই পঠিয়ালে। আৰ্কিমিডিছে সকলো কথা শুনিলে যদিও মুকুটটো নভঙাকৈ সেইটো নিভাঁজ সোণৰ হয় নে নহয়, তাক ভাবি উলিয়াব নোৱাৰিলে। এনেকৈ কেইবাদিনো পাৰ হৈ গ'ল। দিনে-ৰাতিয়ে আৰ্কিমিডিছে মুকুটটোৰ কথাকে চিন্তা কৰিবলৈ ধৰিলে যদিও ৰজাৰ সমস্যাটোৰ একো সমাধান বিচাৰি নাপালে। মুকুটটোৰ কথা ভাবি ভাবিয়েই এদিনাখন এটা পানীভৰ্তি চৌবাচ্চাত গা ধুবলৈ বহি হঠাৎ আৰ্কিমিডিছৰ ভাব হ'ল, তেওঁৰ দেহৰ ওজন যেন কিছু কমি গৈছে। চৌবাচ্চাটোৰ কাষেদি কিছু পানী ওফন্দি বাগৰি পৰাও তেওঁৰ চকুত পৰিল। অলপপৰ ভাবি তেওঁ উলিয়ালে যে, কোনো এটা বস্তু পানী বা আন কোনো তৰলত আংশিক বা সম্পূৰ্ণভাৱে ডুবালে বস্তুটোৰ ওজন কিছু হ্ৰাস পায় আৰু এই হ্ৰাস হোৱা ওজন বস্তুটোৱে অপসাৰণ কৰা পানী বা আন তৰলৰ ওজনৰ সমান। সেইদিনা আৰ্কিমিডিছে এই সত্য আৱিষ্কাৰ কৰি আনন্দত ইমান অভিভূত হৈছিল যে, স্থান-কাল পাহৰি নাঙঠ হৈয়ে চৌবাচ্চাৰ পৰা নামি 'ইউৰেকা', 'ইউৰেকা' (eureka), অৰ্থাৎ 'মই পালোঁ', 'মই পালোঁ' বুলি চিঞৰি ৰাজসভালৈ দৌৰ মাৰিছিল। আৰ্কিমিডিছৰ হাততেই সেইদিনা জন্ম লাভ কৰিছিল জলস্থিতি বিজ্ঞানৰ (hydrostatics) বিখ্যাত সূত্ৰটিয়ে। পাছলৈ এই সূত্ৰই 'আৰ্কিমিডিছৰ সূত্ৰ' নামেৰে বিজ্ঞান জগতত প্ৰসিদ্ধি লাভ কৰে। কোৱা বাহুল্য, এই সূত্ৰটো প্ৰয়োগ কৰিয়েই আৰ্কিমিডিছে অতি সহজতেই ৰজাৰ মুকুটটোৰ বিশুদ্ধতা নিৰ্ণয় কৰিছিল। বৰ্তমান কালতো কোনো বস্তু পোৱা বা উদ্ধাৰ কৰাৰ ক্ষেত্ৰত উৎফুল্লিত হৈ 'ইউৰেকা ইউৰেকা' বুলি কোৱা হয়।
*লগতে চাওক আৰ্কিমিডিছৰ সূত্ৰ*

## ইউৰেছিয়া *Eurasia*

ইউৰোপ আৰু এছিয়া মহাদেশৰ স্থলভাগৰ সন্মিলিত নাম। বহুতৰ মতে ইউৰেছিয়াক এখন মহাদেশৰূপে গণ্য কৰা উচিত। তেওঁলোকৰ মতে ইউৰোপ এছিয়া মহাদেশৰে এটা উপদ্বীপ মাত্ৰ।

## ইউৰো *Euro*

ইউৰোপিয়ান ইউনিয়নৰ সদস্যভুক্ত দেশসমূহৰ উমৈহতীয়া মুদ্ৰা। ১৯৯৯ চনৰ ১ জানুৱাৰীৰ পৰা প্ৰচলিত এই মুদ্ৰা প্ৰথমাৱস্থাত মূলতঃ বেংক আৰু ব্যৱসায়িক লেনদেনৰ মাজতে সীমাবদ্ধ আছিল। ২০০২ চনৰ ১ জানুৱাৰীৰ পৰা ৰাজহুৱাকৈ জনসাধাৰণৰ বাবে ইয়াক মুকলি কৰি দিয়া হয়। ইউৰোপিয়ান ইউনিয়নৰ পূৰ্ণ সদস্য ১৫খন দেশৰ (অষ্ট্ৰিয়া, বেলজিয়াম, ডেনমাৰ্ক, ফিনলেণ্ড, ফ্ৰান্স, জাৰ্মানী, গ্ৰীচ, আয়াৰলেণ্ড, ইটালী, লাক্সেমবাৰ্গ, নেদাৰলেণ্ডছ, পৰ্টুগাল, স্পেইন, ছুইডেন আৰু ব্ৰিটিছ যুক্তৰাষ্ট্ৰ) ১২খনে ইউৰো মুদ্ৰা প্ৰচলন আৰু ব্যৱহাৰত অনুমোদন জনাইছে। ব্ৰিটিছ যুক্তৰাষ্ট্ৰ, ছুইডেন আৰু ডেনমাৰ্কে বিভিন্ন কাৰণত এতিয়ালৈকে এই মুদ্ৰাৰ প্ৰচলনত অনুমোদন জনোৱা নাই। ভাৰতীয় টকাৰ হিচাপত ১ ইউৰো = ৪৪ টকা।

## ইউৰো-কমিউনিজম *Euro-communism*

১৯৭৫ চনৰ পাছৰে পৰা প্ৰথমতে ফ্ৰান্সত আৰু ক্ৰমে ইটালীৰ বিভিন্ন ঠাইত প্ৰচলিত তথ্য সংশোধিত উদাৰপন্থী কমিউনিজম তত্ত্ব। এই দেশবোৰৰ কমিউনিষ্টসকলে সিদ্ধান্ত গ্ৰহণ

কৰে যে, ছোভিয়েট কমিউনিষ্ট পাৰ্টী কমিউনিষ্ট আন্দোলনৰ একমাত্ৰ আৰ্হি বা আদৰ্শ হ'ব নোৱাৰে। বিভিন্ন দেশৰ ইতিহাস, সামাজিক অৱস্থা, অৰ্থনৈতিক পৰিস্থিতি, — এইবোৰ বিচাৰ কৰি আন্দোলনৰ পদ্ধতি স্থিৰ কৰিব লাগিব। সেই দেশবোৰে আৰু মত পোষণ কৰে যে জাতীয় পৰিগাঁথনিৰ মাজেদিয়ে ক্ষমতা দখল কৰা আৰু সমাজ পৰিৱৰ্তনৰ কথা ভাবিব লাগিব, সকলো ক্ষেত্ৰতে ছোভিয়েট যক্তৰাষ্ট্ৰিক অন্ধভাৱে অনুসৰণ কৰাৰ কোনো প্ৰয়োজন নাই। এওঁলোকে ছোভিয়েট যুক্তৰাষ্ট্ৰৰ বিভিন্ন নীতি আৰু কাৰ্যকলাপৰো সমালোচনা কৰে। স্পেইন, ইটালী আৰু ফ্ৰান্সৰ ইউৰো-কমিউনিষ্টসকলে গিৰ্জাৰ কৰ্মী, মধ্যবিত্ত শ্ৰেণী আৰু বুদ্ধিজীৱীসকলক তেওঁলোকৰ আন্দোলনৰ কৰ্মকাণ্ডৰ অন্তৰ্ভুক্ত কৰাৰ প্ৰয়াস অব্যাহত ৰাখিছে।

**ইউৰো ডলাৰ** *Euro Dollars*
ইউৰোপৰ বেংকসমূহত আন্তৰ্জাতিক বাণিজ্যৰ ফলত প্ৰায়ে মাৰ্কিন ডলাৰ (US Dollars) সঞ্চিত আৰু লেনদেন হয়। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বাহিৰৰ বেংকৰ, বিশেষকৈ, ইউৰোপৰ বেংকত সঞ্চিত এই ডলাৰকেই ইউৰো ডলাৰ বোলা হয়।

**ইউৰোপিয়ান ইউনিয়ন** *European Union*
ইউৰোপৰ ১৫খন দেশ একেলগ হৈ গঠন কৰা এক আন্তৰ্জাতিক সংগঠন। ১৯৯৪ চনত ইউৰোপৰ তিনিটা সংগঠন ক্ৰমে 'ইউৰোপিয়ান ইকনমিক কমিউনিটী' (European Economic Community, সংক্ষেপে EEC), 'ইউৰোপিয়ান কোল এণ্ড ষ্টীল কমিউনিটী' (European Coal and Steel Community, সংক্ষেপে ECSC) আৰু 'ইউৰোপিয়ান এটোমিক এনাৰ্জী কমিউনিটী' (European Atomic Energy Community, সংক্ষেপে EURATOM) একত্ৰিত হৈ ইউৰোপিয়ান ইউনিয়ন গঠিত হয়। ইউৰোপিয়ান ইউনিয়ন বিশ্বৰ বৃহত্তম বাণিজ্যিক এলেকা।

**ইউৰোপিয়ান ইকনমিক কমিটী** *European Economic Committee (EEC)*
১৯৫৭ চনত গঠিত ইউৰোপৰ কেইখনমান দেশৰ এক সংস্থা। এই সংস্থা গঠনৰ উদ্দেশ্যে সম্পাদিত চুক্তিত স্বাক্ষৰ কৰে পশ্চিম জাৰ্মানী, ফ্ৰান্স, ইটালী, বেলজিয়াম, নেদাৰলেণ্ডছ আৰু লাক্সেমবাৰ্গে। সংস্থাটোৰ উদ্দেশ্য ঃ অৰ্থনৈতিক অগ্ৰগতিৰ বাবে সমন্বিত কাৰ্যসূচী গ্ৰহণ কৰা, অৰ্থনৈতিক স্থিতিশীলতা, জীৱনযাত্ৰাৰ মান উন্নতকৰণ, সদস্য ৰাষ্ট্ৰবোৰৰ মাজত ঘনিষ্ঠতৰ যোগাযোগ, সদস্য ৰাষ্ট্ৰবোৰৰ মাজত পণ্য পৰিবহণ আৰু যাতায়াত সুগম কৰা ইত্যাদি। ১৯৬৭ চনত এই সংস্থা 'ইউৰোপিয়ান এটোমিক এনাৰ্জী কমিউনিটী' (European Atomic Energy Community, সংক্ষেপে EURATOM) আৰু 'ইউৰোপিয়ান কোল এণ্ড ষ্টীল কমিউনিটী' (European Coal and Steel Community, সংক্ষেপে ESCA), — এই দুটা সংস্থাৰ লগত চামিল হৈ গঠিত হয় ইউৰোপিয়ান কমিউনিটী; ই 'কমন মাৰ্কেট' (Common Market) নামেৰেও সমধিক পৰিচিত।

**ইকনমিক ভেল্যু এডেড** *Economic Value Added (EVA)*
কোনো মূলধনৰ ওপৰত সেই প্ৰতিষ্ঠানটোৱে অৰ্জন কৰা লাভৰ পৰিমাণ। এই বিত্তীয় মানৰ

দ্বাৰাই প্ৰতিষ্ঠানটোৱে কোনো নিৰ্দিষ্ট মূলধনৰ বিপৰীতে লাভ কৰা অৰ্থনৈতিক মূল্য নিৰূপণ কৰে।

**ইকনমিকছ্ অব্ স্কেল** *Economics of Scale*
কোনো পণ্যদ্ৰব্য উৎপাদন কৰা প্ৰতিষ্ঠানৰ উৎপাদনৰ পৰিমাণ বঢ়াই দিলে যদি উৎপাদিত সামগ্ৰীৰ গড় উৎপাদন মূল্য কমে, তেতিয়া তাত 'ইকনমিকছ্ অব্ স্কেল' আছে বুলি কোৱা হয়। ইয়াৰ ফলত দীৰ্ঘকালীন উৎপাদন মূল্য কমে আৰু প্ৰতিষ্ঠানটোৰ লাভ হয়।

**ইকনোমেট্ৰিকছ** *Econometrics*
অৰ্থনীতিত গাণিতিক আৰু পৰিসংখ্যাগত প্ৰয়োগ কৌশলৰ ব্যৱস্থা। ইকনোমেট্ৰিকছৰ পদ্ধতিটো হ'ল এনে এক গাণিতিক মডেল বা আৰ্হি প্ৰস্তুত কৰা, যাৰ ভিত্তি হ'ল অৰ্থনীতি। অৰ্থনৈতিক সম্পৰ্ক উদ্‌ঘাটনত ইকনোমেট্ৰিকছ্ বিশেষ সহায়ক বুলি কোৱা হয়। গণিত আৰু সংখ্যাবিজ্ঞানৰ সিদ্ধান্ত ইকনোমেট্ৰিকছৰ প্ৰধান অৱলম্বন। ইয়াৰ মাই ভাগ দুটা ঃ তত্ত্বগত (theoretical) আৰু প্ৰায়োগিক (applied) ইকনোমেট্ৰিকছ্।

**ই-কমাৰ্চ** *e-commerce*
বৈদ্যুতিক বা ইলেকট্ৰনিক ব্যৱস্থাৰ সহায়ত তথ্য আদান-প্ৰদানৰ যোগেদি কৰা বাণিজ্যিক লেন-দেন। electronic commerce শব্দ দুটাৰ সংক্ষেপে e-commerce বুলি লিখা আৰু কোৱা হয়। ইয়াৰদ্বাৰা কম্পিউটাৰৰ সহায়ত ঘৰতে বহি কোনো বস্তু ক্ৰয় কৰিব পাৰি। ই-কমাৰ্চৰ বাবে বিভিন্ন ব্যৱসায়িক সংস্থাৰ নিজস্ব ঠিকনা আছে, যাৰ লগত ইণ্টাৰনেটৰ জৰিয়তে এই ব্যৱসায়িক লেন-দেন কৰা হয়। ইণ্টাৰনেটৰ জৰিয়তে এই ঠিকনাত যোগাযোগ কৰি নিৰ্দিষ্ট মূল্যৰ বিনিময়ত (নগদ ধন বা ক্ৰেডিট কাৰ্ডৰ জৰিয়তে) গ্ৰাহকে কোনো পণ্য ঘৰতে ক্ৰয় কৰিব পাৰে। ইয়াৰ উপৰি টেলিফোনৰ বিল, বিদ্যুতৰ বিল, স্কুলৰ মাচুল আদিও ই-কমাৰ্চ পদ্ধতিৰে পৰিশোধ কৰিব পাৰি। ই-কমাৰ্চৰ জৰিয়তে বিশ্বজুৰি গঢ় লৈ উঠা এনে উপযোগী বজাৰখনক ই-বিজনেছ্ (electronic business) বা ই-বিজ (e-biz) বুলি কোৱা হয়।

**ইকেবানা** *Ikebana*
ফুল সজোৱাৰ জাপানী পদ্ধতিবিশেষ। ইকেবানা এটা জাপানী শব্দ। ইয়াৰ মূল অৰ্থ জীৱন্ত ফুল। জটিল প্ৰতীকী ৰূপত সজোৱা এই অনন্য প্ৰকাৰৰ সূক্ষ্ম কলাপূৰ্ণ পুষ্পসজ্জা জাপানী সংস্কৃতিৰ অনন্য বৈশিষ্ট্য। জনশ্ৰুতিমতে বুদ্ধক ভক্তসকলে আনুষ্ঠানিকভাৱে ফুলেৰে শ্ৰদ্ধা জনোৱা পৰম্পৰাগত ৰীতিৰ লগত ইকেবানাৰ সম্পৰ্ক আছে। ইকেবানাৰ বৈশিষ্ট্য হ'ল আকাৰ, আকৃতি আৰু সৌম্য অনুযায়ী সজোৱা ফুল।

**ইকোলকেছন** *Echolocation*
প্ৰতিধ্বনিৰে অৱস্থান নিৰ্ণয় কৰা পদ্ধতিবিশেষ। এই পদ্ধতিত কোনো এক শব্দ-তৰংগ সৃষ্টি কৰি তাক দূৰলৈ প্ৰেৰণ কৰা হয়। যিকোনো বস্তুত ঠেকা খাই উভতি আহি সৃষ্টি কৰা প্ৰতিধ্বনিক সংবেদকৰ দ্বাৰা গ্ৰহণ কৰি সেই বস্তুটোৰ অৱস্থান নিৰ্ণয় কৰিব পাৰি।

### ইকোলজী *Ecology*

পৰিৱেশ আৰু প্ৰাণীৰ সহসম্বন্ধ সম্পৰ্কে অধ্যয়ন কৰা বিজ্ঞান; পৰিস্থিতি বিজ্ঞান; বাস্তৱ বিদ্যা। প্ৰাণীৰ জীৱন-ইতিহাস, অভ্যাসসমূহ, কেনে স্থানত প্ৰাণীয়ে বাস কৰে, ভূ-পৃষ্ঠৰ ক'ত ক'ত পোৱা যায় (zoo-geography) আৰু কিদৰে জীৱন নিৰ্বাহ কৰে, — এইবোৰ ইকোলজীৰ অন্তৰ্গত। উদ্ভিদ ক'ত ক'ত পোৱা যায়, কি অৱস্থাত উদ্ভিদৰ বৃদ্ধি হয়, উদ্ভিদৰ বৈশিষ্ট্য কি, যি পৰিৱেশত ইহঁতক পোৱা যায়, তাৰ বিশ্লেষণ আদিও এই বিজ্ঞানৰ ভিতৰত পৰে।

### ই চি জি *ECG*

বৈদ্যুতিক শক্তিৰ সহায়ত এক ধৰণৰ যান্ত্ৰিক কৌশলেৰে ৰেকৰ্ড কৰি ৰখা হৃদপিণ্ডৰ মাংসপেশীৰ বৈদ্যুতিক স্পন্দন। ইংৰাজী Electro-Cardiogram (ইলেকট্ৰোকাৰ্ডিঅ'গ্ৰাম) শব্দ যুগলক সংক্ষেপে ই চি জি (ECG) বুলি লিখা আৰু কোৱা হয়। মানৱ শৰীৰৰ হৃদপিণ্ডৰ স্পন্দন-ক্ৰিয়া অনিয়মিত হ'লে বা তাত কিবা বিসংগতিয়ে দেখা দিলে ই চি জি যন্ত্ৰৰ দ্বাৰা তাৰ অৱস্থা নিৰূপণ কৰা হয়। এই যন্ত্ৰত ৰেকৰ্ড কৰা স্পন্দন ৰেখাচিত্ৰৰ ৰূপত পোৱা যায় আৰু ইয়াক ইলেকট্ৰোকাৰ্ডিঅ'গ্ৰাম বোলা হয়। ৰেখাচিত্ৰৰ ধৰণ চাই হৃদপিণ্ডৰ কাৰ্যকাৰিতাৰ ত্ৰুটি-বিচ্যুতি সহজেই ধৰা পেলাব পাৰি। সংক্ষেপে ইয়াকেই ই চি জি কৰা বুলি কোৱা হয়। ই চি জি এটা পৰীক্ষাহে। চিকিৎসকে পোৱা লক্ষণ আৰু ৰোগীয়ে দিয়া বৰ্ণনা মিলাইহে ৰোগ নিৰ্ণয় তথা চিকিৎসা কৰা হয়।

### ইছিহাৰা পৰীক্ষা *Ishihara Test*

বৰ্ণান্ধতা পৰীক্ষা কৰা পদ্ধতিবিশেষ।

### ইচ্ছামৃত্যু *Euthanasia*

যি লোকৰ ৰোগমুক্ত হোৱাৰ কোনো আশা নাই বা যি লোক স্থায়ীভাৱে শাৰীৰিক বা মানসিক ভাবে অক্ষম, তেনে লোকক যন্ত্ৰণাহীন মৃত্যু দিয়াৰ ব্যৱস্থা। যদি তেনে লোকে চিকিৎসক বা নিকটাত্মীয়ক তেনে কৰিবৰ বাবে সুস্থিৰভাৱে অনুৰোধ কৰে আৰু আইনেও তেনে কৰাৰ বাবে অনুমতি দিয়ে তেন্তে তেনেকৈ মৃত্যুদান দিয়া হয়।

### ইটাই-ইটাই ৰোগ *Itai-Itai Disease*

হাড়ৰ ৰোগবিশেষ, কোনো উদ্যোগৰ বৰ্জিত পদাৰ্থ হিচাপে নিৰ্গত কেডমিয়ামে পৰিৱেশ প্ৰদূষণৰ যোগেদি খাদ্য আৰু খোৱাপানীৰ লগত মিহলি হৈ ইটাই-ইটাই ৰোগৰ সৃষ্টি কৰে।

### ইটাখুলিৰ ৰণ

আহোম স্বৰ্গদেউ গদাধৰ সিংহই সিংহাসনত উঠিয়েই মোগলৰ হাতৰ পৰা গুৱাহাটী উদ্ধাৰ কৰে। ১৬৮৩ চনত গুৱাহাটীৰ ওচৰৰ ইটাখুলিত আহোম আৰু মোগলৰ ৰণ হৈছিল। ইটাখুলিত হোৱা বাবেই এই ৰণ ইটাখুলিৰ ৰণ নামেৰে বুৰঞ্জীপ্ৰসিদ্ধ। এই ৰণত মোগলৰ পৰাজয় হয় আৰু আহোম সেনাই তেওঁলোকক মানাহ নদীৰ সিপাৰলৈ খেদি পঠিয়ায়। আহোম-মোগলৰ এইখনেই শেষ ৰণ আছিল।

## ইটালিকছ *Italics*

সোঁফালে হেলনীয়া ছপা আখৰ; বেঁকা আখৰ; বক্ৰাক্ষৰ। (সাধাৰণতে) কোনো কথাৰ গুৰুত্ব বুজাবলৈ, দুটা বস্তুৰ মাজৰ পাৰ্থক্য বুজাবলৈ, ভাষাৰ পাৰ্থক্য বুজাবলৈ আদি বিবিধ প্ৰয়োজনত ছপা আখৰৰ মাজে মাজে ইটালিকছ আখৰ ব্যৱহাৰ কৰা হয়। হাতেলিখা ৰচনাত শব্দ/বাক্যৰ তলত বক্ৰ বা সৰল ৰেখা দি ইটালিকছ বুজোৱা হয়।

## ইন্টাৰনেট *Internet*

কম্পিউটাৰৰ বিন্যাসক ছেটেলাইটৰ মাধ্যমেৰে এক বিশ্বব্যাপী বিন্যাসত পৰিণত কৰি তথ্য আদান-প্ৰদানৰ অত্যাধুনিক ব্যৱস্থা। ইন্টাৰনেটৰ পোনপটীয়াকৈ আৰু স্পষ্ট সংজ্ঞা দিয়া টান। ধৰা হওক, কোনো এটা এলেকাত পাঁচজন টেলিফোন গ্ৰাহক আছে। স্বাভাৱিকতে তেওঁলোকৰ প্ৰত্যেকৰে টেলিফোনৰ একোটা নিজস্ব টেলিফোন নম্বৰো আছে। এই নম্বৰটোক আমি গ্ৰাহক সংকেত সংখ্যা বা 'ছাবস্ক্ৰাইবাৰছ কোড নাম্বাৰ' (Subscribers Code Number) বুলিব পাৰোঁ। এই নম্বৰৰ সহায়ত পাঁচজন গ্ৰাহকে পৰস্পৰৰ লগত যোগাযোগ কৰিব পাৰে। তেওঁলোকৰ এই টেলিযোগাযোগ ব্যৱস্থাৰ সহজ গাঁথনিটোক কোৱা হয় টেলিফোন নেটৱৰ্ক (network)। তথ্যৰ আদান-প্ৰদান অধিক ব্যাপক কৰি তোলাৰ বাবে উল্লিখিত টেলিফোন নেটৱৰ্কক আৰু আন কেইবাটাও একেধৰণৰ টেলিফোন নেটৱৰ্কৰ লগত সংযোগ কৰিব পাৰি। এই টেলিফোন নেটৱৰ্কৰ আটাইকেইটা টেলিফোন আঁতৰাই যদি আমি তাৰ ঠাইত কম্পিউটাৰ বহুৱাই দিওঁ তেতিয়াহ'লে সামান্য কাৰিকৰীগত সালসলনি ঘটায়েই আমি পাম এক কম্পিউটাৰ নেটৱৰ্ক। কম্পিউটাৰত তথ্য আদান-প্ৰদানৰ কামটো অতি দ্ৰুততাৰে হয়। তদুপৰি সেইবোৰ তথ্য খুব সহজে সঞ্চয় কৰি ৰাখিব পাৰি আৰু প্ৰয়োজনমতে তাক ছপা কৰিও ল'ব পাৰি। এনে এটি কম্পিউটাৰ নেটৱৰ্কক যদি আৰু অসংখ্য কম্পিউটাৰ নেটৱৰ্কৰ লগত সাঙুৰি দিয়া হয়, তেনেহ'লে সকলো কম্পিউটাৰৰ সম্মিলিত তথ্যভাণ্ডাৰ হ'ব অতি বিশাল। অথচ ইয়াৰ সহায়ত তথ্য সংগ্ৰহৰ কামো হ'ব পূৰ্বতকৈও দ্ৰুততৰ আৰু সহজ। এই জটিল কম্পিউটাৰ নেটৱৰ্কটোকে আমি ক'ব পাৰোঁ 'নেটৱৰ্ক অব্ নেটৱৰ্ক' বা 'নেটৱৰ্কৰ নেটৱৰ্ক' বা 'ইন্টাৰনেটৱৰ্ক', অথবা সংক্ষেপে 'ইন্টাৰনেট'। এই নামটোৰ আৰু সংক্ষিপ্ত তথা প্ৰচলিত ৰূপ হ'ল 'নেট' (net)।

ইন্টাৰনেটৰ নেটৱৰ্কটোৱে কম্পিউটাৰসমূহক সমগ্ৰ বিশ্বতে মকৰাৰ জালৰ দৰে আৱৰি আছে। সেয়েহে ইয়াক কোৱা হয় ৱৰ্ল্ড ৱাইড ৱেব (World Wide Web), সংক্ষেপে www. ইন্টাৰনেটৰ ঠিকনাক বোলা হয় ৱেব এড্ৰেছ আৰু এই ঠিকনা লিখি যি ছাইট পোৱা যায় তাকে কোৱা হয় ৱেব ছাইট (web site)।

ইন্টাৰনেট কোনো যন্ত্ৰ নহয়, কম্পিউটাৰো নহয়, কম্পিউটাৰ প্ৰগ্ৰেম বা হাৰ্ডৱেৰ, ছফটৱেৰো নহয়। অথচ এই সকলো মিলি তৈয়াৰ হোৱা তথ্য আদান-প্ৰদানৰ এক শক্তিশালী ব্যৱস্থা।

ইন্টাৰনেটৰ কাম-কাজ চিঠি-পত্ৰ আদান-প্ৰদানৰ পৰা বিনোদনলৈকে এক বহল পৰিসৰত বিস্তৃত। ব্যৱসায়িক ক্ষেত্ৰ, বেংকিং ব্যৱস্থা, প্ৰকাশন, শিল্পচৰ্চা, বিনোদন, গ্ৰন্থাগাৰ আদিতো ই নিজকে জৰুৰী বুলি প্ৰমাণ কৰিছে। ফলত, আধুনিক সমাজ আৰু জীৱনৰ লগত ইন্টাৰনেট আজি ভালেখিনি জড়িত হৈ পৰিছে।

ইন্টাৰনেটৰ 'পৰিচালক' বুলিবলৈ কোনো নাই। প্ৰত্যেক নেট ব্যৱহাৰকাৰীয়েই স্বাধীন, স্বশাসিত। এই স্বাধীনতাই যিদৰে নেটক ব্যাপক আৰু শক্তিশালী কৰি তুলিছে তেনেকৈ কেতবোৰ সমস্যাৰো সৃষ্টি কৰিছে। কম্পিউটাৰ গেম্‌ছ আৰু বিনোদনৰ নামত ইন্টাৰনেটত তৈয়াৰ হয় পৰ্ণোগ্ৰাফী আৰু ব্লু-ফিল্ম। একেদৰে ই অপৰাধৰ জগতখনলৈও আনিছে কেতবোৰ সুযোগ। ঘৰত বহিয়েই কুখ্যাত অপৰাধীয়ে ইন্টাৰনেটৰ সহায়ত কোনো লোকৰ বেংক একাউন্টৰ পৰা বিপুল পৰিমাণৰ ধন হস্তান্তৰ কৰিবলৈ সুবিধা পাইছে। সেইদৰে ইন্টাৰনেটৰ যোগেদি বিভিন্ন দেশৰ চৰকাৰী নথি-পত্ৰ গোপনে সৰকাই নিয়াৰ অভিযোগ শুনা যায়। এইদৰে আৱিষ্কাৰৰ পৰা অপৰাধলৈকে আজি সৰ্বত্ৰ ইন্টাৰনেটৰ অবাধ গতি।

*লগতে চাওক ডব্লিউ ডব্লিউ ডব্লিউ, ৱেবছাইট*

## ইন্টাৰপোল *Interpol*

আন্তৰ্জাতিক অপৰাধ আৰু অপৰাধীসকলক দমন কৰিবৰ অৰ্থে গঠিত আন্তৰ্জাতিক পুলিচ সংগঠন। ইন্টাৰপোল (INTERPOL) নামটো **Inter**national Criminal **Pol**ice Organisation, — এই শব্দকেইটাৰ প্ৰথম আৰু তৃতীয় শব্দটোৰ প্ৰথমৰ কেইটামান আখৰ লগাই সজা হৈছে। ইয়াক সাধাৰণভাৱে **Inter**national **Pol**ice নামেৰেও জনা যায়। আন্তৰ্জাতিক চোৰাং ব্যৱসায়, বিমান অপহৰণ, বেংক জালিয়াতি আদি যিবোৰ কামত একাধিক দেশৰ স্বাৰ্থ হানিৰ সম্ভাৱনা থাকে, তেনেবোৰ অপৰাধ আৰু অপৰাধীক দমন কৰাই ইন্টাৰপোলৰ ঘাই উদ্দেশ্য। ১৯২৩ চনত ভিয়েনাত ইন্টাৰপোলৰ গঠন হয়। ফ্ৰান্সৰ লিঅ' চহৰত এই সংগঠনৰ মুখ্য কাৰ্যালয় অৱস্থিত। বৰ্তমান বিশ্বৰ ১৭৭খন দেশ ইণ্টাৰপোলৰ সদস্য। ১৯৩৮ চনৰ পৰাই ভাৰত ইয়াৰ সদস্য হৈ আহিছে। ইণ্টাৰপোলৰ সদৰ কাৰ্যালয়ৰ লগত প্ৰতিখন সদস্য দেশৰ মূল গুপ্তচৰ সংস্থাই যোগাযোগ ৰাখে। সদস্য দেশৰ এই সংস্থাবিলাকৰ মাধ্যমতেই ইণ্টাৰপোলে বিশ্বজুৰি অপৰাধীসকলৰ খা-খবৰ ৰাখে বা গ্ৰেপ্তাৰ কৰে।

## ইন্টাৰলুড *Interlude*

মূল নাটকৰ বিৰতিত প্ৰদৰ্শিত ক্ষুদ্ৰ প্ৰহসন, সংগীত আলেখ্য বা ৰংগ নাটিকা; গৰ্ভনাটিকা। ইন্টাৰলুড শব্দটো লেটিন ইন্‌টেৰ (Inter) আৰু লুডুছ (ludus) শব্দ দুটাৰ পৰা আহিছে। 'ইন্‌টেৰ অৰ্থ ভিতৰ, 'লুডুছ'ৰ অৰ্থ নাটক। অৰ্থাৎ, নাটকৰ ভিতৰত। পঞ্চদশ-ষষ্ঠদশ শতিকাৰ ইংলেণ্ডত ইন্টাৰলুডৰ প্ৰচলন হয়। সেই সময়ত দীঘল নাটকৰ মাজতে চুটি নাটিকাৰ দৰে কাহিনীৰ প্ৰক্ষেপক অথবা কোনো নাটক মঞ্চস্থ হৈ থকাৰ মাজৰ বিৰতিত কৰা চুটি নাটকৰ অভিনয়ক ইন্টাৰলুড বোলা হৈছিল। বহু সময়ত ভোজমেল বা কোনো মজলিছৰ মাজতো চুটি প্ৰহসন বা হাস্য-ব্যংগৰ নাটক অভিনীত হৈছিল, ইও ইন্টাৰলুড। সংগীততো ইন্টাৰলুড শব্দটোৰ ব্যৱহাৰ আছে। দুটা সাংগীতিক ৰচনাৰ মাজত আন এটি সুৰ গোৱা বা বজোৱাৰ ৰীতিৰ নাম ইন্টাৰলুড।

## ইণ্ডিয়ান ইণ্ডিপেণ্ডেন্স এক্ট

*ভাৰতৰ স্বাধীনতা আইন চাওক*

## ইণ্ডিয়ান কাউন্সিল *Indian Council*

মহাৰাণী ভিক্টোৰিয়াৰ ঘোষণা অনুসৰি ১৮৫৮ চনত ভাৰতৰ শাসনভাৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতৰ পৰা ইংৰাজ চৰকাৰে গ্ৰহণ কৰাৰ পাছত গঠিত সংস্থা। ১৫জন সদস্যৰে গঠিত এই কাউন্সিলৰ কাম আছিল ভাৰতৰ শাসন বিষয়ত ইংৰাজ চৰকাৰৰ ভাৰপ্ৰাপ্ত সচিব ছেক্ৰেটেৰী অব্ ষ্টেট ফৰ ইণ্ডিয়াক পৰামৰ্শ দিয়া। ১৯০৭ চনত প্ৰথমবাৰৰ বাবে দুজন ভাৰতীয়কো এই কাউন্সিলৰ সদস্য কৰা হয়। তেওঁলোকৰ নাম কৃষ্ণগোবিন্দ গুপ্ত আৰু ছৈয়দ হোছেন বিল গ্ৰামি। ১৯৩৫ চনৰ ভাৰত শাসন আইন অনুসৰি ইণ্ডিয়া কাউন্সিলৰ বিলুপ্তি ঘটে।

*লগতে চাওক ভাৰত শাসন আইন*

## ইণ্ডিয়ান কাউন্সিলছ এক্ট

*মৰ্লে-মিণ্টো শাসন সংস্কাৰ চাওক*

## ইথাইল এলকহল *Ethyl Alchohol*

বিচিত্ৰ গোন্ধবিশিষ্ট বৰণহীন তৰল পদাৰ্থ। সহজতে বাষ্পীভূত হয় আৰু সহজ-দাহ্য। ই স্পিৰিট নামেৰেও জনাজাত। যান-বাহনৰ ইন্ধনৰূপে, ঔষধ, প্ৰসাধন সামগ্ৰী, বাৰ্নিছ আদিৰ দ্ৰবীভূত বাহকৰূপে, সুৰা, বিয়েৰ আদি পানীয় দ্ৰব্যৰ প্ৰধান উপকৰণৰূপে, কোনো কোনো পদাৰ্থ নষ্ট নোহোৱাকৈ ৰাখিবৰ বাবে আৰু নানান ৰাসায়নিক দ্ৰব্যৰ কেঁচামালৰূপে ইথাইল এলকহলৰ ব্যৱহাৰ আছে। ইয়াক সাধাৰণ এলকহল বা ইথানল নামেৰেও জনা যায়।

## ইথাৰ *Ether*

ইথাৰ শব্দটো বিজ্ঞানৰ দুটা শাখাত ব্যৱহাৰ হয়,— চিকিৎসা বিজ্ঞান আৰু পদাৰ্থ বিজ্ঞানত। পিছৰবিধক বায়বীয় ইথাৰো বোলা হয়। ৰোগীক সংজ্ঞাহীন কৰিবলৈ চিকিৎসকে চেতনানাশক হিচাপে ব্যৱহাৰ কৰা ইথাৰ এবিধ জুলীয়া, বৰ্ণহীন, স্বচ্ছ পদাৰ্থ। ইয়াৰ গোন্ধ তীব্ৰ হ'লেও শুঙি ভাল লাগে। ইথাৰ সহজে ভাপ হৈ উৰি যায়। ইথাৰত সহজে জুই লাগে বাবে ই নিৰাপদ নহয়। সেয়েহে, আজিকালি অন্যান্য নিৰাপদ চেতনানাশক দ্ৰব্য ব্যৱহাৰ কৰা হয়।

পদাৰ্থ বিজ্ঞানত উল্লেখ থকা বায়বীয় ইথাৰ হৈছে এবিধ কাল্পনিক পদাথ। বিজ্ঞানীসকলৰ মতে ই সকলো খালী ঠাই পূৰণ কৰি আছে। মহাশূন্যতো আছে। ইথাৰৰ জৰিয়তে দূৰত থকা দুটা বস্তুৰ মাজত মহাকৰ্ষণ, বৈদ্যুতিক আৰু চৌম্বিক শক্তিসমূহে ক্ৰিয়া কৰে।

## ইদিপাছ কমপ্লেক্স *Oedipus Complex*

পুত্ৰ সন্তানৰ মাকৰ প্ৰতি থকা অনুৰাগ বা আসক্তি; মাতৃকাম। বিশিষ্ট মনোবিজ্ঞানী ছিগমণ্ড ফ্ৰয়েডৰ (Sigmund Freud, ১৮৫৬-১৯৩৯) মতবাদ অনুসৰি মাকৰ প্ৰতি পুত্ৰ সন্তানৰ এক ধৰণৰ অনুৰাগ-আকৰ্ষণ গঢ়ি উঠে। আৰু এই অনুৰাগৰ ভিত্তি হ'ল সন্তানৰ অকালজাত যৌন আবেগ। সমান্তৰালভাৱে পুত্ৰ সন্তানৰ পিতৃৰ প্ৰতি ওপজে বিৰাগ। ফ্ৰয়েডৰ মতে ইয়েই ইদিপাছ কমপ্লেক্স। অনুৰূপভাৱে কম বয়সতে পিতৃৰ প্ৰতিও কন্যা সন্তানে অনুৰাগ-আকৰ্ষণ বোধ কৰে আৰু মাতৃৰ প্ৰতি ওপজে বিৰাগ। ফ্ৰয়েডে এই দ্বিতীয় ক্ষেত্ৰৰ অনুৰাগক ইলেকট্ৰা

কমপ্লেক্স (Electra Complex) বা পিতৃকাম আখ্যা দিছে যদিও বৰ্তমান উভয় প্ৰকাৰ অনুৰাগেই ইদিপাছ কমপ্লেক্স নামে পৰিচিত। উল্লেখ্য, এই নামটো আহিছে প্ৰাচীন গ্ৰীচৰ প্ৰখ্যাত নাট্যকাৰ ছোফোক্লিছৰ (Sophocles, খ্ৰীষ্টপূৰ্ব ৪৯৫-৪০৬) 'ইদিপাছ দা কিং' নামৰ নাটকখনৰ কাহিনীৰ পৰা। গ্ৰীক পুৰাণৰ পৰা লোৱা এই আখ্যান অনুসৰি গ্ৰীক ৰাজকোঁৱৰ ইদিপাছে নিজৰ অজ্ঞাতে নিয়তিৰ বিধান অনুসৰি মাতৃৰ প্ৰতি আসক্ত হয়, পিতৃক হত্যা কৰে আৰু মাকক পত্নীৰূপে গ্ৰহণ কৰে। শেষ পৰ্যন্ত জন্মদাত্ৰীক বিয়া কৰোৱাৰ পাপত 'দৈৱ অভিশাপ'ত নিৰ্বংশ হয় ইদিপাছ। এই যন্ত্ৰণাদায়ক অসামাজিক ঘটনাৰ পৰাই মাতৃ-পুত্ৰৰ সম্পৰ্কৰ যি অৱচেতন যৌনতা আছে ফ্ৰয়েডে তাৰ নামকৰণ কৰে ইদিপাছ কমপ্লেক্স।

### ইনউইট *Inuit*

পৃথিৱীৰ উত্তৰ মেৰু অঞ্চলত বাস কৰা মংগোলীয় প্ৰজাতিৰ জনগোষ্ঠী এস্কিমোসকলৰ আন এটা নাম। ইনউইট শব্দৰ অৰ্থ মানুহ।

### ইন্‌কা *Inca*

দক্ষিণ আমেৰিকাৰ আদি বাসিন্দা। খ্ৰীষ্ট জন্মৰ বহু বছৰ আগতে ইনকাসকলে দক্ষিণ আমেৰিকাৰ পেৰুত এক সুসমৃদ্ধ সভ্যতা গঢ়ি তুলিছিল। ইতিহাসত এই সভ্যতা ইন্‌কা সভ্যতা নামে প্ৰখ্যাত। ইন্‌কা অপৌৰুষেয়, — এই কিংবদন্তিৰ ভিত্তিতেই ইন্‌কাসকলৰ ৰাষ্ট্ৰীয়, সামাজিক আৰু অৰ্থনৈতিক জীৱন চালিত হৈছিল। ধাৰণা কৰা মতে, সৰ্বপ্ৰথম ইন্‌কা স্বয়ং সূৰ্যৰ সন্তান আছিল। ইন্‌কাসকলে ঠিক কেতিয়া তেওঁলোকৰ সভ্যতা আৰু সাম্ৰাজ্যৰ পাতনি মেলিছিল সেই বিষয়ে সঠিক তথ্য পোৱা নগ'লেও জনশ্ৰুতিৰ ভিত্তিত ইতিহাসবিদসকলে খ্ৰীষ্টপূৰ্ব ১২০০-ত ইন্‌কা সভ্যতাৰ সূচনা হৈছিল বুলি ঠাৱৰ কৰিছে। কৃষি আৰু নানান কাৰিকৰী শিল্পত ইন্‌কা সভ্যতা উন্নত আছিল। এইবোৰ শিল্পৰ ভিতৰত মৃৎশিল্প আৰু বয়ন শিল্প আছিল প্ৰধান। সেইদৰে বাট-পথ, দলং আদি নিৰ্মাণতো ইন্‌কাসকলে বিশেষ কুশলতাৰ পৰিচয় দিছিল। ইন্‌কাসকলৰ সভ্যতা আৰু সাম্ৰাজ্য আছিল নগৰভিত্তিক। সুপৰিকল্পিত এই নগৰবোৰত পয়ঃপ্ৰণালী আৰু অন্যান্য জলনিৰ্গমনৰ দিশতো বিশেষ গুৰুত্ব দিয়া হৈছিল। ৰাষ্ট্ৰ পৰিচালনা বিষয়তো এই সভ্যতা আধুনিক কালৰ ৰাষ্ট্ৰ পৰিচালনা নীতিৰ সমকক্ষ আছিল বুলি পণ্ডিতসকলে মত পোষণ কৰিছে। ১৫৩২ চনত স্পেইনৰ ফ্ৰান্সিস্কো পিজাৰোৰ (Francisco Pizarro, ১৪৭৫-১৫৪১) নেতৃত্বত এটা আক্ৰমণকাৰী দলে ইন্‌কা সাম্ৰাজ্য আক্ৰমণ কৰে। ইয়াৰ ফলত ইন্‌কা সাম্ৰাজ্য ধ্বংস হয় আৰু এই সুপ্ৰাচীন সভ্যতাৰো অৱলুপ্তি ঘটে। ইয়াৰ বহু বছৰ পাছত ১৯১১ চনত মাৰ্কিন অভিযাত্ৰী তথা প্ৰত্নতাত্ত্বিক হিৰাম বিংহামে (Hiram Bingham, ১৮৭৫-১৯৫৬) আকস্মিকভাৱে ইন্‌কাসকলৰ সুবিশাল নগৰ মাচু পিচু (Macchu Picchu) আৱিষ্কাৰ কৰে। মাচু পিচু আৱিষ্কাৰৰ পাছত ইন্‌কা সভ্যতা আৰু সাম্ৰাজ্য সম্পৰ্কে কৰা গৱেষণাৰ প্ৰতি ঐতিহাসিক আৰু বিজ্ঞানীসকলৰ আগ্ৰহ দুগুণে বৃদ্ধি পায়। সাম্প্ৰতিক কালতো ইন্‌কাসকলৰ সম্পৰ্কে গৱেষণা আৰু অনুসন্ধান অব্যাহত আছে।

### ইন্‌কা সভ্যতা

*ইনকা চাওক*

**ইনকুবেটৰ** *Incubator*
নিৰ্দিষ্ট তাপমাত্ৰাযুক্ত দেখাত বাকচৰ দৰে এটা যন্ত্ৰ। ইয়াৰ অভ্যন্তৰত প্ৰয়োজনীয় নিৰ্দিষ্ট তাপমাত্ৰাৰ সমতা ৰক্ষাৰ ব্যৱস্থা থাকে। তাপৰ এই সমতা ৰক্ষাৰ যান্ত্ৰিক ব্যৱস্থাৰ নাম থাৰ্মোষ্টেট (thermostat)। ইয়াত এনে এক যান্ত্ৰিক কৌশল থাকে, যাৰ ফলত প্ৰয়োজনীয় আৰু নিৰ্দিষ্ট তাপমাত্ৰাৰ সীমা চুলেই তাপ পৰিবহণৰ যোগাযোগ বিচ্ছিন্ন হৈ যায়; তাপমাত্ৰা আৰু বাঢ়িব নোৱাৰে। সাধাৰণতে হাঁহ-কুকুৰা আদি চৰাইৰ কণী উমনি দি পোৱালি জন্মাবলৈ এই যন্ত্ৰ ব্যৱহাৰ কৰা হয়। তদুপৰি নিৰ্দিষ্ট গৰ্ভস্থিতি কালৰ পূৰ্বেই ভূমিষ্ঠ হোৱা বা অপুষ্ট সদ্যোজাত মানৱ-শিশুক জননী-জঠৰৰ অনুৰূপ উষ্ণতা আৰু আৰ্দ্ৰতাত লালন-পালন কৰিবৰ বাবেও এই যন্ত্ৰ ব্যৱহাৰ কৰা হয়।

**ইনছুলিন** *Insulin*
জীৱদেহৰ অগ্ন্যাশয়ত উৎপন্ন হোৱা এবিধ প্ৰটিনযুক্ত হৰমোন; ইয়াৰ অভাৱত ডায়েবেটিছ বা বহুমূত্ৰ ৰোগ হয়। আনহাতে অত্যধিক ইনছুলিনে তেজত গ্লুকোজ বা শৰ্কৰাৰ মাত্ৰা বিপজ্জনকভাৱে কমাই দিয়ে। ফলত হাইপোগ্লিচেমিয়া (hypoglycaemia) নামৰ এবিধ ৰোগ হয়। ইনছুলিনে তেজত শৰ্কৰাৰ মাত্ৰা নিৰ্ধাৰণ কৰে। আমি শৰ্কৰাজাতীয় আহাৰ খালে সেইবোৰ পাকস্থলীত হজম হয় আৰু গ্লুকোজ প্ৰস্তুত হয়। সেই গ্লুকোজ তেজলৈ যায়। তাৰ পৰা কোষলৈ গ'লেই ই শৰীৰৰ কামত লাগে। গ্লুকোজ কোষলৈ যোৱাৰ এই দৰকাৰী কামটো কৰে ইনছুলিনে। শৰীৰত ইনছুলিনৰ পৰিমাণ হ্ৰাস হ'লেই ডায়েবেটিছ ৰোগ হয়। তেতিয়াই ইন্‌জেকচনৰ সহায়ত বাহিৰৰ পৰা ইনছুলিন দিয়া হয়।

**ইনছুলেটৰ** *Insulator*
প্ৰতিৰোধক বা অ-পৰিবাহী পদাৰ্থ; অন্তৰক। যিবোৰ পদাৰ্থৰ মাজেদি বিদ্যুৎ পৰিবাহিত নহয়, সেইবোৰক ইলেকট্ৰিকেল ইনছুলেটৰ বা বিদ্যুতিক অন্তৰক বোলা হয়। যেনে ঃ ৰবৰ, পৰ্চিলেন আদি। আনহাতে যিবোৰ পদাৰ্থৰ মাজেৰে তাপ পৰিবাহিত নহয়, সেইবোৰক থাৰ্মেল ইনছুলেটৰ বা তাপীয় অন্তৰক বোলা হয়। যেনে ঃ এছবেষ্টছ, ফেল্ট আদি।

**ইনপুট** *Input*
কম্পিউটৰক নিৰ্দেশ দিয়া বা ইয়াত তথ্য ভৰোৱা আহিলাৰ সামূহিক নাম। কী বোৰ্ড আৰু মাউছ কম্পিউটাৰৰ মুখ্য ইনপুট আহিলা। ইয়াৰ উপৰি ডিজিটেল কেমেৰা, ৱেবকেম, মাইক আদিও কিছুমান ইনপুট আহিলাৰ উদাহৰণ।

**ইনফোটেইনমেণ্ট** *Infotainment*
তথ্য আৰু মনোৰঞ্জনক একেলগে বুজাবলৈ ব্যৱহাৰ কৰা শব্দ; তথ্যৰঞ্জন। মনোৰঞ্জনধৰ্মী কুইজ আদি বুজাবলৈ শব্দটো প্ৰায়ে ব্যৱহাৰ কৰা হয়। ই আচলতে দুটা শব্দৰ সন্ধিৰ দৰে। শব্দ দুটা হ'ল **Information**, অৰ্থাৎ, তথ্য আৰু **Entertainment**, অৰ্থাৎ, মনোৰঞ্জন। Information-ৰ Info আৰু Entertainment-ৰ tainment, এই দুয়োটা শব্দ লগ লাগি হৈ

গ'ল এটা নতুন শব্দ Infotainment ! দৃশ্য-শ্ৰাব্য মাধ্যমত তথ্যবোৰক আমোদজনক ৰূপত পৰিৱেশন কৰাটোকে সাধাৰণতে ইয়াৰ দ্বাৰা বুজোৱা হয়।

**ইনফোৰমাৰ্চিয়েল** *Informercial*

তথ্য আৰু বাণিজ্যিক উদ্দেশ্যৰ সংমিশ্ৰণত সৃষ্টি কৰা দৃশ্যমান বিজ্ঞাপন। Information আৰু Commercial শব্দ দুটাৰ পৰা এই শব্দটো সৃষ্টি হৈছে।

**ইনফ্ৰাৰেড ৰে'জ**

*অৱলোহিত ৰশ্মি চাওক*

**ইনফ্লুৱেঞ্জা** *Influenza*

ভাইৰাছৰ পৰা হোৱা এবিধ ৰোগ। শ্বাসনলী আৰু হাওঁফাওঁত হোৱা ভাইৰাছৰ আক্ৰমণৰ পৰা এই ৰোগ হয়। ইনফ্লুৱেঞ্জা হ'লে পানী লগা, কাহ, জ্বৰ, গাৰ বিষ, দুৰ্বলতা আদি হয় যদিও কেতিয়াবা পেটৰ অসুখো হ'ব পাৰে। সাধাৰণতে তিনি দিনৰ পৰা এসপ্তাহৰ ভিতৰত এই ৰোগৰ উপশম ঘটে যদিও ৰোগী অত্যন্ত দুৰ্বল হৈ থাকে। ভাইৰাছজনিত এইবিধ ৰোগৰ কেইবাটাও শ্ৰেণী আছে আৰু ইয়াৰ ভিতৰত দুই-এবিধ অতি মাৰাত্মক। সেইদৰে ই কেতিয়াবা মহামাৰীৰ ৰূপ লৈ মানুহৰ মৃত্যু ঘটাব পাৰে। প্ৰথম মহাসমৰৰ পাছত ইনফ্লুৱেঞ্জাই প্ৰায় সমগ্ৰ বিশ্বতে অতি সংক্ৰামক ৰূপে দেখা দিছিল। বেছি বয়সত ডায়েবেটিছ ৰোগীৰ ক্ষেত্ৰত এই ৰোগ মৃত্যুৰো কাৰণ হ'ব পাৰে। সাধাৰণভাৱে এই ৰোগ বৰ ভয়াৱহ নহয় যদিও ইনফ্লুৱেঞ্জাৰ লক্ষণেৰে আন গুৰুতৰ ব্যাধি হোৱাৰ আশংকা থাকে। কোনো কোনো ক্ষেত্ৰত ইনফ্লুৱেঞ্জাক ফ্লু (flu) নামেৰেও জনা যায়।

**ইনভাৰ্টাৰ** *Inverter*

ৰাসায়নিক শক্তিক বিদ্যুৎ শক্তিলৈ ৰূপান্তৰিত কৰা আহিলা। ইনভাৰ্টাৰ দৰাচলতে এটা বৰ্তনী, যি ডি চি কাৰেণ্টক এ চি কাৰেণ্টলৈ ৰূপান্তৰিত কৰে। ইনভাৰ্টাৰত বেটেৰী ব্যৱহাৰ কৰা হয় আৰু ই জেনেৰেটৰৰ দৰে শব্দ নকৰে।

**ইনাৰলাইন পাৰ্মিট** *Innerline permit*

দেশৰ ভিতৰতে কোনো ৰাজ্যলৈ বা চহৰলৈ যাবলৈ লগা বিশেষ অনুমতি-পত্ৰ; অন্তৰ্দেশীয় অনুজ্ঞা-পত্ৰ। ভাৰতৰো কোনো কোনো ৰাজ্যলৈ, বিশেষলৈ, উত্তৰ-পূৰ্বাঞ্চলৰ কেইখনমান ৰাজ্যলে যাবলৈ এনে ইনাৰলাইন পাৰ্মিটৰ আৱশ্যক।

**ইন্দিৰা পইণ্ট** *Indira Point*

ভাৰতৰ আটাইতকৈ দক্ষিণতম স্থান বা বিন্দু। আন্দামান নিকোবৰ দ্বীপপুঞ্জৰ নিকোবৰ দ্বীপত অৱস্থিত এই স্থানৰ পূৰ্বতে নাম আছিল পিগমেলিয়ন পইণ্ট (Pygmalion Point) বা পাৰ্ছনছ পইণ্ট (Person's Point)।

**ই-প্ৰকাশন** *e-publishing*

প্ৰচাৰ মাধ্যমৰ যিকোনো প্ৰকাৰক ডিজিটেল ৰূপত প্ৰকাশ। ই-প্ৰকাশন সাধাৰণ ছপা ৰূপৰ

প্ৰকাশনৰ দৰেই, পিছে এই ক্ষেত্ৰত বিভিন্ন ষ্টোৰেজ কৌশল আৰু কম্পিউটাৰ নেটৱৰ্ক ব্যৱহাৰ কৰি বহুল প্ৰচাৰ কৰা হয়।

**ইভ টিজিং** *Eve Teasing*

কোনো নাৰী বা গাভৰুক উত্যক্ত বা জলাতন কৰা; মহিলাৰ প্ৰতি কৰা পৰিকল্পিত অশালীন ব্যৱহাৰ। নাৰীৰ প্ৰতি উদ্দেশ্যমূলক মন্তব্য কৰা, মন্তব্যৰ লগত সন্ধানী স্পৰ্শ বা সাধাৰণ আঘাত, অকাৰণে চাই থকা বা পৰ্যবেক্ষণ কৰা, উকি বা সুহুৰি বা আন কোনো শব্দ সৃষ্টি কৰি দৃষ্টি আকৰ্ষণৰ দুৰভিসন্ধিমূলক চেষ্টা, টেলিফোনত অযাচিত কথা পতা আদি ইভ টিজিঙৰ পৰ্যায়ত পৰে। যিসকলে ইভ টিজিং কৰে তেনে লোকক কোৱা হয় 'ইভ টিজাৰ'।

**ইভেণ্ট মেনেজমেণ্ট** *Event Management*

কোনো এক কাৰ্য বা অনুষ্ঠানৰ পৰিকল্পনা কৰা, সেইমতে অনুষ্ঠানৰ আঁচনি প্ৰস্তুত কৰা আৰু বিভিন্ন বিভাগৰ লগত সু-সমন্বয় ৰক্ষা কৰি অনুষ্ঠান সুচাৰুৰূপে অনুষ্ঠিত কৰা। ইভেণ্ট মেনেজমেণ্টৰ কামৰ দুটা প্ৰধান ভাগ আছে। প্ৰথম, কোনো এক অনুষ্ঠানৰ ঠাই (ক'ত অনুষ্ঠিত কৰিব?), কেনে ধৰণৰ ব্যক্তিয়ে অংশগ্ৰহণ কৰিব, বিচাৰক বা আম্পায়াৰ ঠিক কৰা, বিজ্ঞাপন দিয়া বা প্ৰচাৰ চলোৱা আদি। দ্বিতীয়, বজাৰ দখল কৰা, অনুষ্ঠিত অনুষ্ঠানৰ বাবে স্প'নছৰ ঠিক কৰা, বিভিন্ন মিডিয়াৰ জৰিয়তে প্ৰচাৰ চলোৱা আদি। মুঠ কথাত কোনো এক অনুষ্ঠান আয়োজনৰ বাবে যিমানবোৰ কাম কৰিব লাগে, সেই অনুষ্ঠান আৰম্ভ কৰি সামৰালৈকে ইভেণ্ট মেনেজাৰৰ দায়িত্বত।

আজিকালি বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে আয়োজন কৰা ফেশ্বন শ্বো, বক্তৃতা অনুষ্ঠান, সংগীতানুষ্ঠান, সৌন্দৰ্য প্ৰতিযোগিতা, খেল, বিয়া-সবাহ, বিভিন্ন বৃহৎ বৃহৎ কোম্পানীৰ সভা-সমিতি, প্ৰদৰ্শনী আদি সকলো ইভেণ্ট মেনেজমেণ্টৰ জৰিয়তে সম্পাদন কৰা হয়। বৰ্তমান এক আকৰ্ষণীয় কেৰিয়াৰৰূপেও ইভেণ্ট মেনেজমেণ্টে বিকাশ লাভ কৰিছে।

**ইমটআইকন** *Emoticon*

কম্পিউটাৰ যোগাযোগ ব্যৱস্থাত আৱেগ প্ৰকাশ কৰিবলৈ ব্যৱহৃত সংকেত বা চিত্ৰ। ইংৰাজী Emotion (আৱেগ) আৰু Icon (প্ৰতিকৃতি, চিত্ৰ) শব্দ দুটাৰ পৰা এই শব্দটোৰ সৃষ্টি হৈছে।

**ইমাগো** *Imago*

মনোবিজ্ঞানৰ শব্দ। কোনো ব্যক্তি, বিশেষকৈ, শিশুসকলে আদৰ্শ হিচাপে অনুসৰণ বা অনুকৰণ কৰা এক ব্যক্তিৰূপ। সাধাৰণতে শিশুৰ বাবে তেওঁৰ পিতৃ বা মাতৃয়েই শ্ৰেষ্ঠ মানুহ, আদৰ্শ মানুহ হিচাপে পৰিগণিত হয়। শিশুৰ এই আদৰ্শ মানুহ বা ব্যক্তিয়েই ইমাগো বা আদৰ্শ ব্যক্তি। ইমাগোৰ লগত ৰোল মডেলৰ পাৰ্থক্য আছে।

*লগতে চাওক ৰোল মডেল*

**ইমাম** *Imam*

ইছলাম ধৰ্মৰ আচাৰ্য বা ধৰ্মযাজক। মছজিদৰ নাম পাঠ কৰোৱা আৰু জুম্মা আদি ধৰ্মীয়

প্ৰাৰ্থনাৰ অন্তত ভাষণ প্ৰদান ইমামৰ প্ৰধান দায়িত্ব। ইমামৰ উপস্থিতি অবিহনে নামাজ সুচাৰুৰূপে সম্পন্ন হোৱাটো সম্ভৱ নহয় বুলি ইছলামধৰ্মীসকলে বিশ্বাস কৰে।

## ইমামবাৰা *Imambara*

মহৰম সম্পন্ন কৰা ঘৰ। ইছলামধৰ্মীসকলৰ ধৰ্মগৃহস্বৰূপ। হজৰত মহম্মদৰ দুই দৌহিত্ৰ ইমাম হাছান আৰু ইমাম হোছেনৰ স্মৰণত নিৰ্মিত বাবে এই নাম। কোনো কোনো ইমামবাৰাত প্ৰতিষ্ঠাতাৰ পাৰিবাৰিক কবৰস্থান আৰু কোনো কোনো ঠাইত সংলগ্ন মছজিদ থাকে। লক্ষ্ণৌ, ঢাকা, মুৰ্চিদাবাদ আদিত সুবৃহৎ আৰু সমধিক প্ৰসিদ্ধ ইমামবাৰা আছে।

## ইমিউনিটী

*অসংক্ৰাম্যতা চাওক*

## ই-মেইল *e-mail*

ইলেকট্ৰনিক মেইল (electronic mail, সংক্ষেপে e-mail)। চিঠি-পত্ৰ, বা-বাতৰি, অন্যান্য নথি-পত্ৰ কম্পিউটাৰৰ মাধ্যমেৰে কেইটামান ছেকেণ্ডৰ ভিতৰতে প্ৰেৰণ, গ্ৰহণ, সংৰক্ষণ আৰু বিতৰণ কৰিব পৰা অত্যাধুনিক ব্যৱস্থা। বিভিন্ন ঠাইৰ বিভিন্ন কম্পিউটাৰৰ মাজত সংযোগ স্থাপনৰ ক্ষেত্ৰত এনে 'ডাক-ব্যৱস্থা' ভাৰতকে ধৰি সমগ্ৰ বিশ্বতে জনপ্ৰিয় হৈছে। ইয়াৰ ঠিকনাটো সাধাৰণতে ডাক সেৱাতকৈ কিছু সুকীয়া। এনে এটি ই-মেইল ঠিকনা হ'ল santanu_kaɹsik@ rediffmail.com. ই-মেইল ঠিকনাত @ (উচ্চাৰণ এট্) চিনটোৱে নিৰ্দিষ্ট একাউণ্ট হোল্ডাৰৰ ডাটাবেছ থকা ছাৰ্ভাৰ বা গ্ৰাহক সেৱাৰ বিষয়ে নিৰ্দিষ্টকৈ জনায়। অৰ্থাৎ, সেই ই-মেইল একাউণ্ট হোল্ডাৰৰ ডাটাবেছ থকা ছাৰ্ভাৰটো ক'ত আছে সেই বিষয়ে আমি জানিব পাৰোঁ। উদাহৰণস্বৰূপে santanu_kausik@rediffmail.com নামৰ ই-মেইল ঠিকনাটোৰ @ চিনটোৱে ই-মেইল একাউণ্ট ব্যৱহাৰকাৰীৰ নাম (santanu_kausik) আৰু গ্ৰাহক মূৰৰ (receiving end) নাম (এইক্ষেত্ৰত rediffmail, য'ত একাউণ্টৰ ডাটাবেছ ৰখা হৈছে) পৃথক কৰিছে। ইণ্টাৰনেট ৱৰ্ক ইনফৰ্মেচন চেণ্টাৰৰ (Internet Work Information Centre) সিদ্ধান্ত অনুসৰি @ আৰু এনেধৰণৰ আন চিনবোৰক সমগ্ৰ বিশ্বতে একেটা অৰ্থত ব্যৱহাৰ কৰিবলৈ লোৱা হৈছে। এনে ই-মেইল ঠিকনাৰে পৃথিৱীৰ যিকোনো ঠাইৰ অনুৰূপ ঠিকনাৰ লগত কম্পিউটাৰৰ জৰিয়তে নিমিষতে সংযোগ স্থাপন, বাৰ্তা-বিনিময়, ছবি আদি প্ৰেৰণ-গ্ৰহণ কৰিব পাৰি।

## ইলবাৰ্ট বিল *Ilbert Bill*

ইংৰাজ গৱৰ্ণৰ জেনেৰেল লৰ্ড ৰিপনৰ শাসনকালত, ১৮৮৩ চনত উত্থাপিত ফৌজাদাৰী বিচাৰ আইন সংশোধনৰ প্ৰস্তাৱ সম্বলিত এখন বিল বা বিধেয়ক। এই বিলখনৰ প্ৰণেতা আছিল ভাৰতৰ তৎকালীন আইন সচিব ছাৰ ইলবাৰ্ট। তৎকালীন প্ৰচলিত আইন অনুসৰি কোনো ইউৰোপীয়ৰ বিচাৰ ভাৰতীয় বিচাৰকে কৰিব নোৱাৰিছিল। সেই বৈষম্য দূৰ কৰাৰ উদ্দেশ্যে লৰ্ড ৰিপনে ছাৰ ইলবাৰ্টৰ ওপৰত নতুন এখন আইন প্ৰণয়নৰ দায়িত্ব দিয়ে। ইলবাৰ্ট বিলত ইউৰোপীয় আচামীৰো বিচাৰৰ ক্ষমতা ভাৰতীয় বিচাৰকৰ ওপৰত অৰ্পণৰ প্ৰস্তাৱ কৰা

হয়। কিন্তু বিলৰ খচৰা প্ৰকাশ হোৱাৰ লগে লগে ভাৰতত বসবাস কৰা ইউৰোপীয়সকলৰ মাজত তীব্ৰ উত্তেজনা আৰু বিক্ষোভে দেখা দিয়ে। বিলখন প্ৰত্যাহাৰৰ বাবে তেওঁলোকে আন্দোলনো আৰম্ভ কৰে। আনহাতে বিভিন্ন সভা-সমিতি পাতি ভাৰতীয়সকলে বিলখনৰ প্ৰতি সমৰ্থন আগবঢ়ায়। কিন্তু ইউৰোপীয়সকলৰ হেঁচাত অৱশেষত ইলবাৰ্ট বিল প্ৰত্যাহাৰ কৰা হয়। ইউৰোপীয়সকলৰ বিশেষ অধিকাৰ অক্ষুণ্ণ থাকে; অৱশ্যে ইউৰোপীয় আৰু ভাৰতীয় বিচাৰকৰ বিচাৰক্ষমতা আৰু পদমৰ্যাদা সমান কৰা হয়। ইলবাৰ্ট বিলৰ সপক্ষে আৰু বিপক্ষে যি আন্দোলন হয়, তাৰ পৰা এই দেশৰ শিক্ষিত সমাজে বহু মূল্যবান অভিজ্ঞতা সঞ্চয় কৰে। এখন অবাঞ্ছিত বিলৰ বিৰুদ্ধে সভা-সমিতি পাতি, আবেদন-নিবেদন কৰি আৰু প্ৰতিবাদৰ জোৱাৰ তুলি কিদৰে আন্দোলন গঢ়ি তুলিব লাগে, সেই কথা স্থানীয় শ্বেতাংগ সমাজৰ পৰা প্ৰথমবাৰৰ বাবে ভাৰতীয় শিক্ষিত সমাজে শিকিলে। ইংৰাজ চৰকাৰৰ অন্যায়-অবিচাৰৰ বিৰুদ্ধে ভাৰতৰ শিক্ষিত সমাজৰ নিয়মতান্ত্ৰিক আন্দোলনৰো সূচনা সেই সময়তে হয়। ইলবাৰ্ট বিল সম্পৰ্কীয় আন্দোলনৰ দুবছৰৰ পাছতে (১৮৮৫) জন্ম হয় জাতীয় কংগ্ৰেছৰ।

## ইলিজী *Elegy*

কৰুণ ৰসাত্মক কবিতা বা গীত; শোকসংগীত; শোকগাথা; শোকগীতি। কোনো বিশেষ ব্যক্তি বা প্ৰিয়জনৰ বিয়োগত শোক প্ৰকাশ কৰি ৰচনা কৰা বেদনাবিধুৰ বা ভাবগম্ভীৰ কবিতাকেই ইলিজী বুলি কোৱা হয়। ইলিজী নিতান্তই ব্যক্তিগত অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰশীল আৰু ইয়াৰ প্ৰকৃতি চিন্তামূলক। লক্ষ্মীনাথ বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী' আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ 'তেজীমলা' অসমীয়া সাহিত্যৰ দুটা উল্লেখযোগ্য ইলিজী।

## ইলেকট্ৰনিকছ্ *Electronics*

পদাৰ্থ বিজ্ঞান আৰু প্ৰযুক্তিৰ এটা শাখা ; ইলেকট্ৰনৰ ধৰ্ম আৰু গতিবিধি সম্পৰ্কীয় বিজ্ঞান। ৰেডিঅ', টেলিভিছন, কেলকুলেটৰ, টেপ ৰেকৰ্ডাৰ, চিডি, কম্পিউটাৰ আদি ইলেকট্ৰনিক যন্ত্ৰ বা আহিলা।

## ইলেকট্ৰনিক ভোটিং মেচিন *Electronic Voting Machine (EVM)*

ভোটদান কৰাৰ ইলেকট্ৰনিক আহিলা। পৰম্পৰাগত ভোটদান ব্যৱস্থাত বেলট পেপাৰ আৰু বেলট বক্সে কৰা কাম বৰ্তমানে ইলেকট্ৰনিক ভোটিং মেচিনৰ দ্বাৰা কৰা হয়। এনে এটা মেচিনত কমেও ৩,৮৪০টা ভোট গ্ৰহণ কৰিব পাৰি, ই সাধাৰণ ভোট গ্ৰহণ কেন্দ্ৰৰ তুলনাত বহু বেছি। অৱশ্যে এটা ইলেকট্ৰনিক ভোটিং মেচিনে ৬৪গৰাকীতকৈ অধিক প্ৰাৰ্থীৰ ভোট গ্ৰহণ কৰিব নোৱাৰে। পৰম্পৰাগত ভোটদান ব্যৱস্থাৰ তুলনাত ইলেকট্ৰনিক ভোটিং মেচিনৰ কেইবাটাও সুবিধা আছে। যেনে ঃ সন্দেহজনক আৰু অবৈধ ভোটৰ পৰিমাণ ই হ্ৰাস কৰে; এনে মেচিনৰ জৰিয়তে ভোট গণনা প্ৰক্ৰিয়া খৰতকীয়া হয়; ইলেকট্ৰনিক ভোটিং মেচিন ব্যৱহাৰৰ ফলত কাগজ আৰু মুদ্ৰণ ব্যয় বহু পৰিমাণে কমে। ১৯৮২ চনত কেৰালা বিধানসভাৰ পাৰুৰ সমষ্টিৰ বাবে অনুষ্ঠিত উপ-নিৰ্বাচনত প্ৰথমবাৰৰ বাবে ৫০টা ইলেকট্ৰনিক ভোটিং মেচিন ব্যৱহাৰ কৰা হৈছিল। সম্প্ৰতি ভাৰতৰ সকলো নিৰ্বাচনতে ইলেকট্ৰনিক

ভোটিং মেচিন ব্যৱহাৰ কৰা হয়। ২০০৯ চনৰ সাধাৰণ নিৰ্বাচনত সমগ্ৰ দেশজুৰি প্ৰায় ১১ লাখ ইলেকট্ৰনিক ভোটিং মেচিন ব্যৱহাৰ কৰা হৈছিল।

## ইলেকট্ৰা কমপ্লেক্স

*ইদিপাছ কমপ্লেক্স চাওক*

## ইষ্ট *Yeast*

ভেঁকুৰজাতীয় এককোষী পৰজীৱী উদ্ভিদ। সুৰা আৰু বেকাৰী শিল্পত (বিশেষকৈ পাউৰুটি ফুলি উঠাত আৰু কোমল কৰাত) ইষ্টৰ বহুল ব্যৱহাৰ আছে। ইষ্টৰ সহায়ত বিভিন্ন জৈৱ পদাৰ্থৰ কিম্বন (fermentation) ক্ৰিয়া সাধিত হয়।

## ইষ্ট আফ্ৰিকা *East Africa*

আফ্ৰিকা মহাদেশৰ পূবত থকা দেশ কেনিয়া, উগাণ্ডা, বুৰুণ্ডি, ইথিওপিয়া, এৰিট্ৰিয়া, ছোমালিয়া, জিবুটি, ৰুৱাণ্ডা আৰু টান্‌জানিয়াক একেলগে ইষ্ট আফ্ৰিকা বা পূব আফ্ৰিকা বুলি কোৱা হয়।

## ইষ্ট ইণ্ডিজ *East Indies*

(সাধাৰণতে) ইন্দোনেছিয়াৰ দ্বীপসমূহ, মালয়েছিয়াৰ দ্বীপসমূহ আৰু দক্ষিণ-পূব এছিয়াৰ দ্বীপসমূহৰ সন্মিলিত নাম। এই দ্বীপপুঞ্জ পৃথিৱীৰ সৰ্ববৃহৎ দ্বীপপুঞ্জ আৰু ই বিষুৱ ৰেখাইদি প্ৰায় ৬,০০০ কিলোমিটাৰ বিস্তৃত হৈ আছে। এছিয়া আৰু অষ্ট্ৰেলিয়া মহাদেশৰ মাজত এই দ্বীপপুঞ্জ অৱস্থিত।

## ইষ্ট ইণ্ডিয়া কোম্পানী *East India Company*

পূব, দক্ষিণ-পূব এছিয়া আৰু ভাৰতৰ বিভিন্ন অঞ্চলত বেহা-বেপাৰ কৰাৰ উদ্দেশ্যে ইংলেণ্ডত গঠিত এক যুটীয়া মূলধনৰ ব্যৱসায়িক কোম্পানী। ইয়াক ইংলিছ ইষ্ট ইণ্ডিয়া কোম্পানী (English East India Company) নামেৰেও জনা যায়। ১৬০০ চনৰ ৩১ ডিচেম্বৰত ৰাণী এলিজাবেথৰ পৰা এই কোম্পানীয়ে উত্তমাশা অন্তৰীপৰ পৰা উত্তৰ-পূব ভাৰতৰ লগতে পূব আৰু দক্ষিণ-পূব এছিয়াৰ যিকোনো অঞ্চলতে ব্যৱসায় কৰাৰ একচেটিয়া অধিকাৰ লাভ কৰে। ক্ৰমে সমগ্ৰ ভাৰতৰে অধিকাংশ অঞ্চলত ইষ্ট ইণ্ডিয়া কোম্পানীৰ একাধিপত্য বাঢ়িবলৈ লয় আৰু উনবিংশ শতিকালৈ এই কোম্পানী সমগ্ৰ ভাৰতৰে শাসনকৰ্তা হৈ পৰে।

১৭৭২ চনৰ পৰা ১৮৫৬ চনৰ ভিতৰত ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যই বিস্তাৰ লাভ কৰে। সেই সময়লৈকে ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাততেই ভাৰতৰ শাসনভাৰ ন্যস্ত আছিল। কিন্তু ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ পাছত ইংৰাজ চৰকাৰে উপলব্ধি কৰে যে ভাৰতৰ দৰে বিশাল দেশ এখনৰ শাসনৰ দায়িত্ব এটা মাত্ৰ কোম্পানীৰ হাতত থকাটো উচিত হোৱা নাই। সেয়েহে ১৮৫৮ চনত ব্ৰিটিছ সম্ৰাজ্ঞী ভিক্টোৰিয়াই এক ঘোষণাযোগে ভাৰতৰ শাসনৰ দায়িত্ব ইংৰাজ চৰকাৰৰ হাতলৈ নিয়ে আৰু ইয়াৰ ফলত ভাৰতত কোম্পানীৰ শাসনৰ অৱসান ঘটে। ১৮৭৩ চনত ইষ্ট ইণ্ডিয়া কোম্পানী বন্ধ হৈ যায়।

**ইষ্টাৰ** *Easter*

যীশুখ্ৰীষ্টৰ মৃত্যুৰ পাছত তেওঁৰ পুনৰুত্থান সুঁৱৰি খ্ৰীষ্টানসকলে পালন কৰা উৎসৱ। প্ৰতি বছৰৰ ২১ মাৰ্চৰ পৰা ২৫ মাৰ্চৰ ভিতৰত এক গাম্ভীৰ্যপূৰ্ণ অথচ উৎসৱমুখৰ পৰিবেশত ইষ্টাৰ পালন কৰা হয়।

বিজ্ঞানতো ইষ্টাৰ (Ester) শব্দটোৰ ব্যৱহাৰ আছে। জৈৱ এচিডৰ লগত এলকহলৰ বিক্ৰিয়াত উৎপন্ন হোৱা ৰাসায়নিক পদাৰ্থৰ নাম ইষ্টাৰ। সুগন্ধি দ্ৰব্য আৰু প্ৰসাধন সামগ্ৰী প্ৰস্তুতকৰণত ইষ্টাৰৰ ব্যৱহাৰ আছে।

**ই-স্তৰ** *E-layer*

বায়ুমণ্ডলৰ প্ৰায় ১০০ কিলোমিটাৰ ওপৰত আয়নোস্ফেয়াৰৰ ই-অঞ্চলত থকা আয়নৰ এক ঘন তৰপ। এই তৰপটোৱে ৰেডিঅ' তৰংগ প্ৰতিফলিত কৰিব পাৰে। ইয়াক হেভিছাইড (Heaviside) তৰপ বা স্তৰ বুলিও জনা যায়।

**ইয়াণ্ডাবু সন্ধি** *Yandaboo Treaty*

১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীত ব্ৰহ্মদেশৰ (ম্যানমাৰ) ইয়াণ্ডাবুত ব্ৰিটিছ আৰু মানসকলৰ মাজত স্বাক্ষৰিত ঐতিহাসিক চুক্তি। এই চুক্তিত স্বাক্ষৰ কৰে ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিষয়ববীয়া আৰু মান সেনাধ্যক্ষই। অসম, কাছাৰ, জয়ন্তীয়া আৰু মনিপুৰৰ কোনেও ইয়াত ভাগ ল'বলৈ নাপালে। এই চুক্তিৰ চৰ্ত অনুসৰি মান ৰজাই অসমৰ কৰতলীয়া ৰাজ্যবিলাক, কাছাৰ আৰু জয়ন্তীয়া ৰাজ্যক ব্ৰিটিছৰ হাতত গতাই দিয়ে। এই ঐতিহাসিক চুক্তিৰ চৰ্ত অনুসৰিয়েই অসম ইংৰাজৰ অধীন হয়।

**ইয়েৰ পেনেল** *Ear Panel*

বাতৰিকাকতৰ প্ৰথম পৃষ্ঠাত কাকতখনৰ নামৰ কাষত বিজ্ঞাপনৰ বাবে থকা ঠাই। এই স্থানতে কোনো কোনো কাকতে ভিতৰৰ পৃষ্ঠাৰ লেখাৰ শিৰোনাম বা বিৱৰণ প্ৰকাশ কৰে। বাতৰিকাকতৰ কাৰ্যালয়ত ই কেৱল 'পেনেল' নামেৰেই পৰিচিত।

**ইয়েল্লো জাৰ্নেলিজিম**

*হালধীয়া সাংবাদিকতা চাওক*

**ইয়েল্লো পেজ** *Yellow Page*

একপ্ৰকাৰৰ টেলিফোন ডাইৰেক্টৰী। হালধীয়া (Yellow) কাগজত ছপা কৰা হয় বাবে এই নাম। টেলিফোন নম্বৰৰ উপৰি ব্যৱসায়-প্ৰতিষ্ঠান, দোকান আৰু গ্ৰাহকৰ বাবে প্ৰয়োজনীয় নানান পণ্য দ্ৰব্যৰ খবৰ, নাম-ঠিকনা আদিও ইয়েল্লো পেজৰ জৰিয়তে পোৱা যায়।

**ইংলেণ্ড** *England*

ব্ৰিটিছ দ্বীপপুঞ্জৰ দক্ষিণ অংশক লৈ গঠিত, ব্ৰিটিছ যুক্তৰাষ্ট্ৰৰ প্ৰধান অংগ; গ্ৰেট ব্ৰিটেইনৰ সৰ্ববৃহৎ ৰাজনৈতিক বিভাগ। বহুতে ভবাৰ দৰে ইংলেণ্ড এখন দেশৰ নাম নহয়।



### ঈগ্‌লু *Igloo/Iglu*
এস্কিমোসকলে বসবাস কৰা বৰফেৰে সজা অৰ্ধ গোলাকাৰ ঘৰ।

### ঈদ-উজ-জোহা *Id-uj-Joha*
মুছলমানসকলৰ পৱিত্ৰ উৎসৱ। এই উৎসৱ পালন কৰা হয় হিলহজ মাহৰ দহ তাৰিখে। হিলহজ মুছলমানসকলৰ শেষৰ চান্দ্ৰমাহ। এই উৎসৱৰ লগত পৰম্পৰাগত কাহিনী জড়িত হৈ আছে। হজৰত মহম্মদৰ পূৰ্বপুৰুষ হজৰত ইব্ৰাহিম খলিল উল্লাহে সপোনত আল্লাৰ নিৰ্দেশ শুনি কনিষ্ঠ পুত্ৰ ইছমাইলক ছুৰীকাঘাত কৰি আল্লাৰ নামত কোৰবানি, অৰ্থাৎ, উছৰ্গা কৰিবলৈ প্ৰস্তুত হৈছিল। ঘটনাৰ অন্তিম ক্ষণত আল্লাই ইব্ৰাহিমক এই কাৰ্যৰ পৰা বিৰত কৰোৱায়। এইটো আছিল আল্লাৰ প্ৰতি থকা ভক্তিৰ এটা পৰীক্ষা মাত্ৰ। ইব্ৰাহিমৰ ভক্তিত সন্তুষ্ট আল্লাই ইছমাইলৰ পৰিৱৰ্তে এটা ডুম্বা বা ভেড়া ছাগলী কোৰবানি কৰাৰ উপদেশ দিয়ে। এই পৱিত্ৰ আৰু পৰম্পৰাগতভাৱে প্ৰচলিত হৈ থকা ঘটনাৰ স্মৃতি স্বৰূপে এই ঈদ-উজ-জোহা বা বকৰিদৰ দিনা আল্লাৰ নামত উট, ডুম্বা, ছাগলী আদি কোৰবানি কৰা হয়। প্ৰতিখন দেশৰ প্ৰতিটো মছজিদতে ঈদৰ নামাজ পঢ়া হয়। এজনে আনজনক ঈদৰ মোবাৰক সম্ভাষণ জনাই আন্তৰিক শুভকামনা আৰু পাৰস্পৰিক ভ্ৰাতৃত্বভাবৰ আদান-প্ৰদান কৰে। ত্যাগ আৰু দয়া এই উৎসৱৰ মূল বাণী। কেৱল ত্যাগৰ বিনিময়তহে মানুহৰ মাজত ভ্ৰাতৃত্ববোধ গঢ়ি উঠিব পাৰে। আল্লাৰ কাষলৈ যোৱা আৰু তেওঁৰ দোৱা লাভ কৰাৰ উদ্দেশ্যেই মুছলমান লোকসকলে ইদ-উজ-জোহা পৱিত্ৰভাৱে পালন কৰি ৰং-ৰহইচ কৰে।

### ঈদ-উল-ফিত্‌ৰ/ঈদুল ফিত্‌ৰ *Id-ul-Fitr*
মুছলমানসকলৰ পৱিত্ৰ উৎসৱ। এই উৎসৱত মুছলমানসকলে দুখীয়া-দৰিদ্ৰ মানুহক দান-দক্ষিণা দিয়ে আৰু সকলোৱে মিলি পৱিত্ৰ মনেৰে আল্লাৰ ওচৰত দোৱা ভিক্ষা কৰে। মুছলমানসকলে চান্দ্ৰমাহ মতে বছৰৰ গণনা কৰে। সেই মাহবোৰ হ'ল চাৱান, ৰমজান, চাৱাল, হিলবাদ, হিলহজ আদি। ৰমজান মাহটো মুছলমানসকলৰ বাবে বৰ পৱিত্ৰ মাহ। মুছলমানসকলে বিশ্বাস কৰে যে ৰমজান মাহৰ শেষৰ সপ্তাহত হিৰা পৰ্বতৰ গুহাত ধ্যান কৰি থকা অৱস্থাত হজৰত মহম্মদে আল্লাৰ বাণী শুনিবলৈ পাইছিল আৰু সেই বাণীয়েই 'কোৰান শ্বৰীফ'। গতিকে ৰমজান মাহ 'কোৰান শ্বৰীফ' সৃষ্টি হোৱা মাহ। সেয়েহে এই মাহটো তেওঁলোকে কিছুমান ৰীতি-নীতি, যেনে ঃ উপবাস, শাৰীৰিক আৰু মানসিক সংযমৰ মাজেদি পাৰ কৰে। এমাহ ৰোজা, অৰ্থাৎ, উপবাস ৰখাৰ অন্তত পিছৰ মাহৰ চন্দ্ৰ আকাশত দেখা দিয়াৰ লগে লগে ঈদ পালন কৰে। আকাশত চন্দ্ৰ দেখা পৱিত্ৰ দিনটোৱেই ঈদ-উল-ফিত্‌ৰ। ফিত্‌ৰ শব্দটোও আৰবী শব্দ। ঈদ-উল-ফিত্‌ৰৰ দিনাখন প্ৰত্যেক মুছলমান পুৰুষ-নাৰীয়ে এদিনৰ আহাৰৰ সমপৰিমাণৰ আহাৰ দুখীয়া লোকক দান কৰিব লাগে। এই দানকে ফিত্‌ৰ বোলা হয়। ঈদ-উল-ফিত্‌ৰ শব্দৰ অৰ্থ হ'ল দান কৰি লাভ কৰা আনন্দ উৎসৱ।

প্ৰতিজন ইছ্লামধৰ্মী লোকৰ বাবেই ঈদ-উল-ফিত্ৰ আৰু ঈদ-উজ্জ-জোহা দুয়োটা উৎসৱেই সমানে পৱিত্ৰ আৰু তাৎপৰ্যপূৰ্ণ। ত্যাগ আৰু দয়া হ'ল দুয়োটা উৎসৱৰে মূল বাণী। কেৱল ত্যাগৰ বিনিময়তহে মানুহৰ মাজত ভ্ৰাতৃত্ববোধ গঢ়ি উঠিব পাৰে। আল্লাৰ কাষলৈ যোৱা আৰু তেওঁৰ দোৱা লাভ কৰাৰ উদ্দেশ্যেই মুছলমান লোকসকলে দুয়োটা উৎসৱ পৱিত্ৰভাৱে পালন কৰি ৰং-ৰহইচ কৰে।

অতিথি শুশ্ৰূষা, নতুন সাজ-পোছাক পৰিধান কৰি মনৰ আনন্দ প্ৰকাশ কৰাটো ঈদ উৎসৱৰ অংগাংগী বিষয়। বিভিন্ন ধৰণৰ সু-স্বাদু খাদ্যসম্ভাৰ প্ৰস্তুত কৰি মুছলমানসকলে পৰিয়াল, আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱক খুৱায় আৰু নিজে খাই আনন্দ লাভ কৰে।

### ঈদগাহ্

ঈদৰ দিনা ৰাজহুৱাভাৱে নামাজ পঢ়া ঠাই। 'ঈদ' (ইছ্লামধৰ্মীয় উৎসৱ) আৰু 'গাহ' (পৱিত্ৰ স্থান),— এই শব্দ দুটাৰ সমন্বয়ত ঈদগাহ্ শব্দৰ উৎপত্তি। ধৰ্মপ্ৰাণ মুছলমানসকলে ঈদ-উল-ফিত্ৰ আৰু ঈদ-উজ্জ-জোহাৰ নামাজ পঢ়াৰ উদ্দেশ্যে যি ঠাইত সমৱেত হয়, সেই ঠায়েই সাধাৰণতে ঈদগাহ্ নামে পৰিচিত। ৬২২ খ্ৰীষ্টাব্দৰ পৰা ঈদৰ নামাজ পঢ়াৰ ৰীতি চলি আহিছে বুলি জনা যায়। তেতিয়াৰে পৰাই ঈদগাহৰো উৎপত্তি। ইছলাম ধৰ্মৰ প্ৰৱৰ্তক হজৰত মহম্মদে সদায় মুকলি চোতালতহে নামাজ পঢ়িছিল। সেয়ে মছজিদত নামাজ পঢ়াৰ ব্যৱস্থা থাকিলেও উল্লিখিত দুই ঈদৰ নামাজ ঈদগাহতহে পঢ়া হয়। ইয়াৰ বাবে গাঁও-চহৰৰ মুকলি ঠাইত ঈদগাহ নিৰ্মাণ কৰা হয়। অৱশ্যে কোনো কোনো বিশেষ স্থানত স্থায়ী ঈদগাহো থাকে। ধৰ্মীয় বিশ্বাস অনুসৰি যি ঈদগাহত যিমান বেছি মানুহ সমৱেত হয়, সেই ঈদগাহত নামাজ পঢ়াৰ পুণ্যও সিমানে বেছি হয়।

### ঈশান কোণ

উত্তৰ আৰু পূব দিশৰ মধ্যৱৰ্তী কোণ; দিশ।

# উ

### উগ্ৰপন্থী আৰু সন্ত্ৰাসবাদী *Extremist and Terrorist*

উগ্ৰপন্থী হ'ল কোনো সামাজিক বা ৰাজনৈতিক বিষয়ত চৰম মতাদৰ্শ পোষণ কৰা ব্যক্তি। তেওঁ সেই আদৰ্শৰ বাবে এক উগ্ৰ পন্থা অৱলম্বন কৰাৰ পোষকতা কৰে। তাৰ বিপৰীতে এজন সন্ত্ৰাসবাদীয়ে লক্ষ্য বা উদ্দেশ্য পূৰণৰ বাবে বা সেইক্ষেত্ৰত কোনো কৰ্তৃত্বশীল ব্যক্তি বা চৰকাৰক বাধ্য কৰিবৰ বাবে সন্ত্ৰাস সৃষ্টিকাৰী কিছুমান কাম কৰে। সন্ত্ৰাসবাদীজন সাধাৰণতে ৰাজনৈতিক উদ্দেশ্যত পৰিচালিত হয়। যিকোনো উপায়েৰে সন্ত্ৰাস সৃষ্টি কৰি লক্ষ্যত উপনীত হোৱাই তেওঁৰ উদ্দেশ্য। উগ্ৰপন্থীজন কিন্তু তেনে নহয়। তেওঁৰ সামাজিক দায়িত্বও থাকে। তদুপৰি তেওঁৰ ভাব আৰু কৰ্ম কেৱল ৰাজনৈতিক উদ্দেশ্যৰে পৰিচালিত নহ'বও পাৰে। উগ্ৰপন্থী আৰু সন্ত্ৰাসবাদীৰ মাজত এনেধৰণৰ কিছুমান স্পষ্ট পাৰ্থক্য থাকিলেও দুৰ্ভাগ্যবশতঃ

আজিকালি দুয়োটা প্ৰায় সমাৰ্থক শব্দ হৈ পৰিছে। উগ্ৰপন্থীসকলে তেওঁলোকৰ লক্ষ্য পূৰণৰ বাবে সন্ত্ৰাসবাদৰ সহায় লোৱা দেখা গৈছে।

**উচ্চ সাগৰীয় অঞ্চল** *High Seas*

কোনো এখন দেশৰে অধিকাৰ নথকা মুক্ত সামুদ্ৰিক অঞ্চল।

**উত্তৰ-আধুনিকতাবাদ** *Post-Modernism*

সাহিত্য, কলা আদিৰ লগত সম্পৰ্কিত এক সাম্প্ৰতিক অভিনৱ চিন্তাধাৰা। উত্তৰ-আধুনিকতা পিছে আধুনিকতাৰ পিছৰ পৰ্যায় বা স্তৰ নহয়। বৰঞ্চ আধুনিকতাৰ মাজতেই ইয়াৰ বীজ নিহিত হৈ আছে। এজন উত্তৰ-আধুনিক কলাকাৰ বা লেখক প্ৰকৃততে একোজন পথ প্ৰদৰ্শক দাৰ্শনিকৰ দৰে। তেওঁৰ সৃষ্টিসমূহ প্ৰচলিত নিয়ম বা ৰীতিৰ দ্বাৰা পৰিচালিত নহয়। আনহাতে তেনে ধৰণৰ ধাৰা বা ৰীতিৰে সেইবোৰ বিচাৰ কৰিবও নোৱাৰি। তেনে সৃষ্টিক কি ৰীতিৰ দ্বাৰা বিচাৰ কৰা হ'ব বা কোন শ্ৰেণীত পৰিব, সেই ৰীতি বা শ্ৰেণী, তেনে সৃষ্টিয়ে নিজেই জন্ম দি ল'ব। অধিক সৰলভাৱে ক'বলৈ গ'লে, উত্তৰ আধুনিক কলাকাৰ বা লেখকে কোনো নিয়ম নোহোৱাকৈ কলা বা লেখা সৃষ্টি কৰি যাব। কিন্তু নিয়ম নমনাৰ মাজতো এক নিয়ম থাকিব, যিটো নিয়ম কেৱল সেই সৃষ্টিয়েহে নিৰ্ণয় কৰিব পাৰিব।

অসমত উত্তৰ-আধুনিকতাবাদ সম্পৰ্কে চৰ্চা যথেষ্ট কম। অজিৎ বৰুৱাৰ কিছু কবিতা আৰু 'এখন প্ৰেমৰ উপন্যাস' নামৰ উপন্যাসখনত কিছু সমালোচকে উত্তৰ-আধুনিক সাহিত্যৰ ছায়া দেখা পাইছে। আনহাতে আন কিছু সমালোচকে সেইটো নস্যাতো কৰিছে।

**উত্তৰ-উপনিৱেশবাদ, উত্তৰ-ঔপনিৱেশিকতা** *Post-Colonialism*

এনে এক সাংস্কৃতিক আৰু সাহিত্যিক তত্ত্ব যি ঔপনিৱেশিক বন্ধনৰ পৰা সদ্য মুক্তিপ্ৰাপ্ত স্বাধীন দেশ সম্পৰ্কে প্ৰযোজ্য। প্ৰাক্তন ব্ৰিটিছ সাম্ৰাজ্য সম্পৰ্কতেই শব্দটো মূলতঃ প্ৰয়োগ কৰা হয়। পেলেষ্টাইনৰ প্ৰসিদ্ধ দাৰ্শনিক এডোৱাৰ্ড ছাইদৰ প্ৰাচ্যবাদ (Orientalism) তত্ত্বতেই উত্তৰ-উপনিৱেশবাদৰ জন্ম বুলি ঠাৱৰ কৰা হৈছে। *লগতে চাওক প্ৰাচ্যবাদ*

**উত্থান একাদশী**

কাতি মাহৰ শুক্লা একাদশী তিথি। জনবিশ্বাস অনুসৰি এই তিথিত বিষ্ণুৰ টোপনি ভাগে।

**উদাৰ নীতি** *Liberalism*

এক ৰাজনৈতিক আৰু সামাজিক তত্ত্ব। এই নীতিয়ে ভাব প্ৰকাশ, প্ৰচাৰ আৰু ধৰ্মীয় ক্ষেত্ৰত স্বাধীনতা প্ৰদান কৰা, সামাজিক শ্ৰেণী বিভাজনৰ বিলুপ্তি কৰা, ৰাষ্ট্ৰৰ সম্পদ ব্যক্তিৰ আৰ্থিক-সামাজিক অৱস্থা উন্নয়নৰ বাবে ব্যয় কৰা, আন্তৰ্জাতিক মুক্ত বাণিজ্যৰ সুবিধা দিয়া এক প্ৰতিনিধিত্বমূলক চৰকাৰ গঠনৰ পোষকতা কৰে। ঐতিহাসিকভাৱে ইংলেণ্ডৰ লিবাৰেল পাৰ্টি আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ ডেমোক্ৰেটিক পাৰ্টীৰ লগত এই উদাৰ নীতিৰ নিবিড় সম্পৰ্ক আছে।

**উদ্ধৃতি** *Excerpt*
নিজৰ লেখাৰ সত্যতা, যথাৰ্থতা বা গুৰুত্ব প্ৰতিপন্ন কৰিবৰ বাবে কোনো কিতাপ বা লেখাৰ পৰা তুলি অনা এক বা একাধিক বাক্য বা বাক্যাংশ। সচৰাচৰ উদ্ধৃতি উৰ্দ্ধকমাৰে চিহ্নিত কৰা হয়।

**উদ্যান বিজ্ঞান** *Pomology*
বিভিন্ন ফুল আৰু ফলৰ গছৰ খেতি সম্পৰ্কে অধ্যয়ন কৰা কৃষি বিজ্ঞানৰ শাখাবিশেষ।

**উন্নত দেশ** *Developed Country*
উন্নতিৰ কৰ্মসূচীৰ জৰিয়তে সুসংহত অৰ্থনৈতিক ভেটি তৈয়াৰ কৰা আৰু উন্নতিৰ উচ্চ শিখৰ লাভ কৰা দেশ। এনে দেশত উন্নতকৰণৰ কাম সম্পূৰ্ণ হৈছে বুলি ধৰা হয়।

**উন্নয়নশীল দেশ** *Developing Country*
কৃষি আৰু খনিজ সম্পদেই যিবোৰ দেশৰ অৰ্থনীতিৰ প্ৰধান ভিত্তি, যিবোৰ দেশত শিল্পায়ন এতিয়াও হোৱা নাই বা প্ৰাথমিক স্তৰতে আছে, তেনেবোৰ দেশক উন্নয়নশীল দেশ বুলি কোৱা হয়। উন্নয়নশীল দেশ কথাষাৰ দৰাচলতে শুনিবলৈ ভাল লগা কথাহে। দৰিদ্ৰ বা অনুন্নত বুলিলে অসন্মান কৰা হয় যেন দেখি বাবে 'উন্নয়নশীল' শব্দটো ব্যৱহাৰ কৰা হয়। মূলতঃ লেটিন আমেৰিকা, এছিয়া আৰু আফ্ৰিকাৰ, অৰ্থাৎ, তৃতীয় বিশ্বৰ দেশসমূহকেই 'উন্নয়নশীল' বোলা হয়। অৱশ্যে জাপান এছিয়াৰ দেশ যদিও উন্নতিৰ মাপকাঠীৰ পৰা দেশখন এই দলভুক্ত নহয়। ৰাষ্ট্ৰসংঘই পৃথিৱীৰ দেশসমূহক তিনিটা ভাগত ভাগ কৰিছেঃ নিম্ন আয়ৰ (low-income) দেশ, মধ্য আয়ৰ (middle-income) দেশ আৰু উচ্চ আয়ৰ (high income) দেশ। যিবোৰ দেশৰ নাগৰিকৰ ব্যক্তিগত আয় নিম্ন আয়ৰ বেছি, কিন্তু মধ্য আয়ৰ কম, সেইবোৰ দেশক 'উন্নয়নশীল দেশ' আখ্যা দিয়া হৈছে। এইবোৰ দেশত মানৱ সম্পদ আৰু প্ৰাকৃতিক সম্পদৰ পূৰ্ণ বিকাশ এতিয়াও হোৱা নাই। অত্যধিক জনসংখ্যা বৃদ্ধি, তুলনামূলকভাৱে শিক্ষাৰ নিম্ন হাৰ, সমাজ জীৱন আৰু ৰাজনীতিত ধৰ্মৰ প্ৰভাৱ, ৰাজনৈতিক স্থিতিশীলতা বা শান্তিৰ অভাৱ আদি উন্নয়নশীল দেশৰ বৈশিষ্ট্য।

**উপনগৰ** *Satellite Town*
মূলতঃ কোনো উন্নত মহানগৰৰ বৰ্ধিত জনসংখ্যাৰ বসবাসৰ সুবিধাৰ বাবে কেন্দ্ৰীয় বা মহানগৰৰ উপকণ্ঠত গঢ়ি উঠা নগৰ। উপনগৰ হ'বলৈ হ'লে মূল মহানগৰ বা কেন্দ্ৰীয় নগৰৰ লগত উপনগৰৰ সুচল যোগাযোগ ব্যৱস্থা থাকিব লাগিব।

**উপন্যাস** *Novel*
আভিধানিক অৰ্থত উপন্যাস হ'ল, 'এবিধ যথেষ্ট দীঘল, মনে সজা কথাৰ ভাষাৰ গল্প, — য'ত প্ৰকৃত জীৱনৰ প্ৰতিনিধিত্বমূলক চৰিত্ৰ আৰু কাৰ্যকলাপ কম-বেছি পৰিমাণে জটিল কাহিনীত চিত্ৰিত হয়।' উপন্যাস কিমান দীঘলীয়া হ'ব পাৰে তাৰ কোনো গড় মৰা হিচাপ নাই। উপন্যাসৰ পূৰ্বসূৰী হিচাপে সংস্কৃত সাহিত্যৰ 'কথা সৰিৎসাগৰ' আৰু 'কাদম্বৰী', জাপানী সাহিত্যৰ 'গেন্‌জাই মনোগোতাৰি', স্পেনিছ সাহিত্যৰ 'ডন কুইকছোট' (১৬০৫), ইংৰাজী সাহিত্যৰ 'ৰবিনছন ক্ৰুছো' (১৭১৯) আৰু ছেমুৱেল ৰিচাৰ্ডছনৰ 'পামেলা'ৰ

(১৭৪০) নাম অৱতাৰণা কৰা হয়। এই সুপ্ৰাচীন পুথিসমূহৰ প্ৰত্যেকখনতে উপন্যাসৰ পূৰ্বসূৰী বুলি বৰ্ণিত হ'ব পৰা গুণ যথেষ্ট পৰিমাণে আছে। তাৰ ভিতৰত 'ডন কুইকছোট' আৰু 'ৰবিনছন ক্রুছো', — এই দুখন পুথিয়েই উপন্যাসৰ আটাইতকৈ ওচৰৰ সৃষ্টি। একেদৰে 'পামেলা'ক ইংৰাজী সাহিত্যৰ প্ৰথম উপন্যাসৰূপে আখ্যা দিয়া হয়।

**উপন্যাসিকা** *Novelette*

চুটি বা গল্প পৰিসৰৰ উপন্যাস। সাধাৰণভাৱে ইয়াৰ কোনো নিৰ্দিষ্ট জোখ নাই। অৰ্থাৎ, কিমান ডাঙৰ হ'লে একোটা কাহিনী উপন্যাস বা উপন্যাসিকা হ'ব তাৰ স্পষ্ট সংজ্ঞা এতিয়াও নিৰ্ণয় কৰা কঠিন। 'ডাঃ জেকিল এণ্ড মিঃ হাইড', 'দি অ'ল্ড মেন এণ্ড দি ছী' আদি উপন্যাসিকাৰ উদাহৰণ যদিও বহুসময়ত উপন্যাস আৰু উপন্যাসিকাক সমাৰ্থকৰূপেই ব্যৱহাৰ কৰা হয়।

**উপপত্নী** *Mistress*

এজন বিবাহিত বা অবিবাহিত পুৰুষক বিবাহ নোহোৱাকৈ যৌনসুখ আৰু সংগ দিয়া মহিলা; ৰক্ষিতা। সাধাৰণতে এনে সম্পৰ্ক দীৰ্ঘদিনীয়া হয় আৰু মহিলাগৰাকীয়ে পুৰুষজনৰ পৰা আশ্ৰয়, টকা-পইচা আদি লাভ কৰে।

**উপভাষা** *Dialect*

কোনো অঞ্চলৰ মানুহৰ স্বাভাৱিক অপৰিশীলিত মুখৰ ভাষা। অঞ্চল বা সম্প্ৰদায়ভেদে কেতিয়াবা মান্য বা প্ৰচলিত ভাষাৰ ৰূপ সেই ভাষাৰ পৰা কিছু বেলেগ হয়। এই বেলেগ ৰূপৰ ভাষাটোকে কোৱা হয় উপভাষা। উল্লেখযোগ্য, উপভাষা মান্যভাষাৰ পৰা সৃষ্টি নহয়। বৰং, এক বা একাধিক উপভাষাৰ পৰাহে মান্যভাষা গঢ়ি উঠে। আকৌ, কোনো ভাষাগোষ্ঠীৰ মান্যভাষাকো এটা উপভাষা হিচাপে গণ্য কৰা হ'ব পাৰে। একে অঞ্চলৰ একাধিক উপভাষাৰ ভিতৰত প্ৰধান পাৰ্থক্য দেখা যায় ধ্বনি, উচ্চাৰণ আৰু শব্দত। উদাহৰণস্বৰূপে উজনি অসমৰ ভাষাৰ লগত কামৰূপীয়া বা গোৱালপৰীয়া ভাষাৰ পাৰ্থক্যলৈ আঙুলিয়াব পাৰি।

**উপমা** *Simile*

এক ধৰণৰ সাহিত্যিক (কাব্যিক) অলংকাৰ। সকলো অলংকাৰৰ ভিতৰত উপমা মুখ্য। উপমাই বৰ্ণিত বিষয় বা কোনো বিমূৰ্ত ভাবক ইন্দ্ৰিয়বেদ্য ৰূপ দান কৰে, বক্তব্য বস্তুক বোধগম্য কৰে আৰু কবিকৰ্মক চিত্ৰৰূপ কৰি তোলে। তদুপৰি বিমূৰ্তৰ সূক্ষ্ম চেতনাক মূৰ্ত কৰি তোলাতো উপমাৰ বিশেষ ভূমিকা আছে। উপমাৰ অপৰিহাৰ্য উপাদান চাৰিটা ঃ (১) উপমেয় (যাক তুলনা কৰা হয়, অৰ্থাৎ বৰ্ণনীয় বস্তু); (২) উপমান (যাৰ লগত তুলনা কৰা হয়); (৩) সাধাৰণ ধৰ্ম আৰু (৪) তুলনাসূচক শব্দ। উদাহৰণ ঃ 'মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে সেউজীয়া বননিৰ বৰণেৰে ঢকা' (যতীন্দ্ৰ নাথ দুৱৰা)। ইয়াত হিয়াখনি (উপমেয়), জেতুকাপাত (উপমান), সেউজীয়া বননিৰ বৰণ (সাধাৰণ ধৰ্ম), দৰে (তুলনাসূচক শব্দ)। *(প্ৰসংগ-উৎস ঃ 'সাহিত্য উপক্ৰমণিকা' ঃ মহেন্দ্ৰ বৰা; 'সাহিত্য আৰু সংজ্ঞা' ঃ ডঃ প্ৰফুল্ল কটকী)।*

**উপসংহাৰ** *Epilogue*

কোনো গ্ৰন্থ, নাটক, চলচ্চিত্ৰ, টেলিভিছন অনুষ্ঠান আদি শেষ হোৱাৰ পাছতো থকা এক

পৰিসমাপ্তিৰ অধ্যায় বা অংশ। ইয়াত সাধাৰণতে মূল কাহিনীত যি কোৱা হ'ল, তাৰ বিষয়ে বিশেষ মন্তব্য থাকে।

**উপসাগৰীয় যুদ্ধ** *Gulf War*

ইৰাণ আৰু ইৰাকৰ মাজত চলা এক সংঘাত। ১৯৮০ চনত ইৰাকে এক বিবদমান অঞ্চল অধিকাৰৰ বাবে ইৰাণৰ ওপৰত আক্ৰমণ চলাই এই যুদ্ধ আৰম্ভ কৰে। এই যুদ্ধৰ ফলত পাৰস্য উপসাগৰত বহু নিৰপেক্ষ জাহাজো ক্ষতিগ্ৰস্ত হয়। ২০০৩ চনত আমেৰিকাই ইৰাক আক্ৰমণ কৰাৰ পৰিপ্ৰেক্ষিতত আন এক উপসাগৰীয় যুদ্ধৰ সূত্ৰপাত হয়।

**উপহাৰ কৰ** *Gift Tax*

আনক উপহাৰ দিয়া কোনো সামগ্ৰীৰ মূল্যৰ ওপৰত ভিত্তি কৰি দান কৰোঁতাই দিবলগীয়া কৰ।

**উৎপাদন আৰু উৎপাদন ক্ষমতা** *Production and Productivity*

উৎপাদন হ'ল কোনো প্ৰস্তুতকাৰী প্ৰতিষ্ঠানে তৈয়াৰ কৰি উলিওৱা দ্ৰব্যৰ পৰিমাণ বা কোনো প্ৰতিষ্ঠানে আগবঢ়োৱা সেৱাৰ এক হিচাপ কৰি উলিওৱা মান। 'উৎপাদন ক্ষমতা' হ'ল বিভিন্ন দিশৰ পৰা নিৰ্ণয় কৰা উৎপাদনৰ হাৰৰ এক মান। 'ইনপুট' সামগ্ৰীৰ পৰা 'আউটপুট' দ্ৰব্য প্ৰস্তুত কৰালৈকে বিভিন্ন পৰ্যায়ৰ কামৰ বিশ্লেষণ ইয়াত সামৰি লোৱা হয়। আনকি সেৱাৰ ক্ষেত্ৰতো এই 'ইনপুট'-'আউটপুট'ৰ ধাৰণাটো খাটে। এইক্ষেত্ৰত কিমান সুবিধা বা উপযুক্ত পৰিৱেশ দিয়া হৈছে সেইটো হ'ব 'ইনপুট' আৰু কিমান কাম আদায় কৰিব পৰা গৈছে সেয়া হ'ব 'আউটপুট'। কি ধৰণৰ ইনপুট দিয়া হৈছে তাৰ ওপৰত ভিত্তি কৰি নিৰ্ণয় কৰা 'উৎপাদন ক্ষমতা' বা 'প্ৰডাক্টিভিটী'ৰ নামো বেলেগ বেলেগ হ'ব পাৰে। উদাহৰণস্বৰূপে প্ৰডাক্টিভিটীৰ নাম লেবাৰ প্ৰডাক্টিভিটী, কেপিটেল প্ৰডাক্টিভিটী, লেণ্ড প্ৰডাক্টিভিটী আদি হ'ব পাৰে। অৱশ্যে এই সকলো দিশ সামৰি এক 'সামগ্ৰিক উৎপাদন ক্ষমতা'ও হিচাপ কৰি উলিওৱা হয়। 'উৎপাদন ক্ষমতা'ৰ উচ্চমানে কোনো প্ৰতিষ্ঠানৰ দক্ষতাৰ মানো নিৰ্দেশ কৰে।

**উৎপাদন কাৰক** *Factors of Production*

ব্ৰিটিছ অৰ্থনীতিবিদ আলফ্ৰেড মাৰ্চ্চেলৰ (Alfred Marshall, ১৮৪২-১৯২৪) মতবাদ অনুসৰি উৎপাদন কাৰক হ'ল কোনো দ্ৰব্য উৎপাদনৰ বাবে প্ৰয়োজনীয় 'বস্তুবোৰ' ('the things')। এইবোৰক মাটি বা ভূমি, শ্ৰমিক আৰু মূলধন, — এই তিনিটা বৃহৎ ভাগত ভাগ কৰিব পাৰি।

# এ

**এইড্‌ছ** *AIDS*

ভাইৰাছজনিত এবিধ ৰোগ, যি দেহৰ ৰোগ প্ৰতিৰোধ ক্ষমতা নষ্ট কৰে। এইড্‌ছ শব্দটো

কেইটামান ইংৰাজী শব্দৰ প্ৰথমৰ আখৰবোৰ লগ লগাই সজা হৈছে। Acquired Immuno Deficiency Syndrome, — এই কথাখিনি চমুকৈ AIDS (এইড্‌ছ) বুলি লিখা আৰু কোৱা হয়। এইড্‌ছৰ প্ৰাথমিক লক্ষণ হ'ল, এই ৰোগ হ'লে ৰোগীজন ক্ৰমাগত বিভিন্ন সংক্ৰামক ৰোগত আক্ৰান্ত হয়। এজন স্বাভাৱিক সুস্থ মানুহে সাধাৰণতে যিবোৰ ৰোগ-সংক্ৰমণক অনায়াসে প্ৰতিহত কৰিব পাৰে, এইড্‌ছ-আক্ৰান্ত ৰোগীৰ বাবে সেয়া সম্ভৱ নহয়। এইড্‌ছ হোৱাৰ বাবে ঘাইকৈ দায়ী 'হিউমেন এমিউনো-ডেফিচিয়েন্সী ভাইৰাছ' (Human Immuno Deficiency Virus; সংক্ষেপে HIV; মানুহৰ ৰোগ প্ৰতিৰোধ ক্ষমতা হ্ৰাসকাৰী ভাইৰাছ)। এই ভাইৰাছে আক্ৰান্ত ব্যক্তিৰ এক ধৰণৰ শ্বেত ৰক্তকোষ ধ্বংস কৰে। ইয়াৰ ফলত ব্যক্তিজনৰ ৰোগ প্ৰতিৰোধ ক্ষমতা বিঘ্নিত হয়, আৰু তুলনামূলকভাৱে সাধাৰণ জীৱাণুৰ সংক্ৰমণতে তেওঁৰ মৃত্যু ঘটে। সংক্ৰামক বীজাণুজনিত বেছিভাগ ৰোগ ঔষধ প্ৰয়োগ কৰি নিয়ন্ত্ৰণ কৰিব পৰা যায়, বহু ৰোগ প্ৰতিষেধক ছিটাৰ সহায়ত প্ৰতিৰোধ কৰিবও পাৰি; কিন্তু এইড্‌ছ ৰোগৰ কোনো প্ৰামাণিক প্ৰতিষেধক আৱিষ্কাৰ হোৱা নাই।

সাধাৰণতে এইড্‌ছ আক্ৰান্ত ৰোগীৰ তেজ আৰু বীৰ্য দেহত প্ৰৱেশ কৰি ৰোগ বিস্তাৰ কৰে। সাধাৰণতে তেজৰ মাধ্যমেৰে হোৱা সংক্ৰমণ, সংক্ৰমিত বেজীৰ ব্যৱহাৰ, যৌন জীৱনত বহুগামিতা আদিৰ বাবে এইড্‌ছ হয়। তদুপৰি এইড্‌ছ-আক্ৰান্ত মাতৃৰ শৰীৰৰ পৰাও গৰ্ভস্থ সন্তানৰ শৰীৰলৈ এইড্‌ছৰ সংক্ৰমণ হ'ব পাৰে। আনহাতে একেটা পাত্ৰৰ পৰা আহাৰ বা পানীয় গ্ৰহণ কৰিলে, একে বাথৰুম ব্যৱহাৰ কৰিলে, কৰমৰ্দন কৰিলে, সাবটি ধৰিলে বা চুমা খালে, এইড্‌ছ আক্ৰান্ত ৰোগীৰ লগত কাম-কাজ কৰিলে, একেলগে পুখুৰী, নদী আদিত গা ধুলে বা মহে কামুৰিলে এইড্‌ছ নহয়। তদুপৰি পানী, বতাহৰ জৰিয়তে এইড্‌ছ নোসোঁচৰে; মৌ-মাখিয়ে নিবিয়পায়। *লগতে চাওক এলিজা টেষ্ট*

## এ এম আৰু পি এম *AM and PM*

সময় নিৰ্দেশ কৰাৰ বাবে সমগ্ৰ পৃথিৱীতে এ এম (AM) আৰু পি এম (PM) আখৰকেইটা ব্যাপকভাৱে ব্যৱহৃত হয়। AM, অৰ্থাৎ, *Ante Meridiem* আৰু PM, অৰ্থাৎ, *Post Meridiem*। শব্দকেইটা লেটিন ভাষাৰ। পৃথিৱীৰ আহ্নিক গতিৰ ফলত দিন আৰু ৰাতি হয়। পৃথিৱীৰ যি অংশটি সূৰ্যৰ সন্মুখত পৰে সেই অংশটিত দিন হয় আৰু আন অংশত ৰাতি হয়। সূৰ্য যেতিয়া আমাৰ মূৰৰ ঠিক ওপৰত অৱস্থান কৰে সেই সময়ত আকাশৰ উত্তৰৰ পৰা দক্ষিণলৈ টনা কাল্পনিক ৰেখাক মধ্যকালীন ৰেখা বা Meridian বোলা হয়। সূৰ্য যেতিয়া এই মধ্যকালীন ৰেখাৰ ওপৰত থকে তেতিয়া কোৱা হয় মধ্যাহ্ন বা দিনৰ মধ্যভাগ; আমি কওঁ দুপৰীয়া। সূৰ্য এই মধ্যকালীন ৰেখাৰ পূব দিশে থাকিলে কওঁ পুৱা বা আগবেলা বা পূৰ্বাহ্ন আৰু পশ্চিমফালে থাকিলে কওঁ পিছবেলা বা অপৰাহ্ন। মধ্যাহ্নক লেটিন ভাষাত কয় মেৰিডিছ (Meridies)। এই মেৰিডিছ শব্দৰ পৰাই Meridian শব্দ আহিছে। এই শব্দৰ আঁত ধৰিয়েই আগবেলাক কোৱা হয় *Ante Meridiem* বা AM আৰু পিছবেলাক কোৱা হয় *Post Meridiem* বা PM. আগৰ দিনত মানুহৰ যেতিয়া ঘড়ী নাছিল, তেতিয়া এনেদৰে সূৰ্যৰ গতিবিধি লক্ষ্য কৰিয়েই সময়ৰ কথা বুজোৱা হৈছিল। সময়ক ভালদৰে বুজোৱাত সুবিধাৰ বাবে দিন-ৰাতিক মুঠ ২৪ ঘণ্টাত ভাগ কৰা হৈছে। এই ২৪ ঘণ্টাক আকৌ ১২ ঘণ্টা ১২ ঘণ্টাকৈ দুই ভাগ কৰা হৈছে। আজিকালি আমি ঘড়ী চায়েই AM আৰু PM উল্লেখ কৰিব

পাৰোঁ। ৰাতি ১২ বজাৰ পৰা পিছদিনাৰ ৰাতি ১২ বজালৈ ২৪ ঘণ্টাক এদিন হিচাপে ধৰি বৰ্তমানৰ সময় গণনা কৰা হৈছে। ৰাতি ১২ বজাৰ পৰা দিনৰ ১২ বজালৈ AM আৰু দিনৰ ১২ বজাৰ পৰা ৰাতি ১২ বজালৈ PM. এই গণনা পদ্ধতিত আন্তৰ্জাতিক সকলো কাম-কাজ সম্পন্ন কৰা হয়। সময় গণনাৰ AM, PM পদ্ধতিৰ পৰিবৰ্তে হিচাপে আজিকালি ক্ষেত্ৰবিশেষে ২৪ ঘণ্টীয়া ঘড়ী হিচাপত সময়ৰ গণনা কৰা হয়। এইক্ষেত্ৰত AM, PM উল্লেখ কৰাৰ প্ৰয়োজন নাই। উদাহৰণস্বৰূপে ইয়াত দুপৰীয়া এক বজাক ১৩.০০ (১২+১) আৰু ৰাতি এক বজাক কেৱল ১.০০ বুলি লিখা হয়। সেইদৰে ৰাতি ৯ বজাক কোৱা হয় ২১.০০ (৯+১২) ইত্যাদি।

## একৈকেন্দ্ৰিক শাসন ব্যৱস্থা *Unitery Government*

সম্পূৰ্ণৰূপে কেন্দ্ৰীভূত শাসন ব্যৱস্থা; এনে শাসন ব্যৱস্থাত আঞ্চলিক প্ৰশাসনে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিলেও তাৰ উৎস কেন্দ্ৰীয় চৰকাৰ; কেন্দ্ৰীয় চৰকাৰেই তাৰ নিয়ন্তা। একৈকেন্দ্ৰিক শাসন ব্যৱস্থাত আঞ্চলিক প্ৰশাসন ৰাজহ বিষয়ত কেন্দ্ৰৰ ওপৰত সম্পূৰ্ণভাৱে নিৰ্ভৰশীল। এক কথাত, কেন্দ্ৰই যি শাসন ব্যৱস্থাৰ সৰ্বোচ্চ ক্ষমতাৰ অধিকাৰী আৰু ক্ষমতাৰ আন উৎসসমূহ য'ত সম্পূৰ্ণভাৱে কেন্দ্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত, তাকেই একৈকেন্দ্ৰিক শাসন ব্যৱস্থা বোলে। ব্ৰিটিছ যুক্তৰাষ্ট্ৰৰ শাসন ব্যৱস্থা একৈকেন্দ্ৰিক শাসন ব্যৱস্থাৰ আধুনিক দৃষ্টান্ত।

## একজিমা *Eczema*

ছালৰ এবিধ ৰোগ; বেচু; বেচু ঘাঁ। এই ৰোগত ছাল ৰঙা পৰি উঠে, জ্বলা-পোৰা কৰে, খজুৱতি উঠে আৰু ছালৰ পৰা ৰস ওলাই থাকে। ছালত অপকাৰী পদাৰ্থ পৰিলে সাধাৰণতে এই ৰোগ হয়।

## একনায়কত্ব *Dictatorship*

অবাধ ক্ষমতাৰ অধিকাৰী আৰু আইনৰ দ্বাৰা নিয়ন্ত্ৰিত নোহোৱা চৰকাৰ। প্ৰাচীন ৰোম আৰু ইটালীৰ নগৰ-ৰাষ্ট্ৰত একনায়কসকল সৰ্বোচ্চ ক্ষমতাৰ অধিকাৰী আছিল যদিও তেওঁলোকেও কেতবোৰ আইন বা ৰীতি মানি চলিব লাগিছিল। কিন্তু কুৰি শতিকাত একনায়কত্বৰ সংজ্ঞা, অৰ্থ আৰু চৰিত্ৰ সম্পূৰ্ণৰূপে সলনি হৈ যায়। জাৰ্মানীত হিটলাৰ আৰু ইটালীত মুছোলিনীয়ে আৰম্ভ কৰে একধৰণৰ সৰ্বনিয়ন্ত্ৰণবাদী (totalitarian) একনায়কত্ব। পাশ্চাত্যৰ বহু লেখক আৰু ৰাজনৈতিক সমালোচকে অৱশ্যে ৰাছিয়াত ষ্টেলিনৰ শাসনকো একনায়কত্ববাদী চৰকাৰ বুলি অভিহিত কৰে। *লগতে চাওক স্বৈৰতন্ত্ৰ*

## একৰ *Acre*

মাটিকালিৰ ইংলেণ্ডীয় একক। পূৰ্বতে এহাল বলদে এদিনত যিমানখিনি মাটি নাঙলেৰে চহ কৰিব পাৰে, সেই পৰিমাণৰ মাটিক বোলা হৈছিল এক একৰ। বৰ্তমানে এক একৰ ৪০৪৬.৮৬ বৰ্গ মিটাৰ = ৪৮৪০ বৰ্গ গজ = ০.৪০৪৭ হেক্টৰ। অসমীয়াত প্ৰায় তিনি বিঘা মাটিক এক একৰৰ সমান বুলি ধৰা হয়।

**একাৰোলজী** *Acarology*
চিকৰা বা ধূলি-বালিত থকা তেনেজাতীয় প্ৰাণী তথা কীট-পতংগৰ বিষয়ে অধ্যয়ন কৰা প্ৰাণী বিজ্ঞানৰ এটা শাখা।

**একুইছটিকছ**
*ধ্বনি বিজ্ঞান চাওক*

**একুৱাকালছাৰ** *Aquaculture*
মাছ আৰু জলজ উদ্ভিদৰ খেতিৰ বাবে খাল-বিল, নদী-পুখুৰী আদিৰ পানীক কিদৰে ফলপ্ৰদভাৱে ব্যৱহাৰ কৰিব পাৰি সেই বিষয়ে অধ্যয়ন কৰা বিজ্ঞানৰ এটা শাখা; জলপালন। ইয়াৰ লগত জলাধাৰ কৰ্ষণৰ (hydroponics) এটা সহজ সাদৃশ্য আছে। উভয় শাখাতে উদ্ভিদৰ খেতিৰ বাবে পানী ব্যৱহাৰ কৰা হয়। অৱশ্যে মাছৰ খেতি কেৱল একুৱাকালছাৰৰহে বিষয়।

**একুৱাডাক্ট** *Aquaduct*
পানীক এঠাইৰ পৰা আন ঠাইলৈ নিবলৈ ব্যৱহাৰ কৰা কৃত্ৰিম নলা। ইয়াক চিমেণ্ট, কংক্ৰিট, লো বা কাঠেৰেও সজা হ'ব পাৰে। একুৱাডাক্টত য'লৈ পানী নিয়া যায়, সেই স্থান কিছু তলত থাকে, যাতে মাধ্যাকৰ্ষণৰ সহায়তে পানীয়ে গতি কৰিব পাৰে।
দেহৰ ভিতৰত তৰল পদাৰ্থ পৰিবহণ নলৰ নামো একুৱাডাক্ট; জল প্ৰণালী।

**একুৱা ৰেজিয়া** *Aqua Regia*
এভাগ গাঢ় নাইট্ৰিক এচিড আৰু চাৰিবিধ হাইড্ৰোক্লৰিক এচিডৰ তৰল মিশ্ৰণ; অম্লৰাজ। সোণ, প্লেটিনাম আদিৰ দৰে যিবোৰ পদাৰ্থ আন দ্ৰাৱকত দ্ৰৱীভূত নহয়, সেইবোৰ পদাৰ্থও একুৱা ৰেজিয়াত দ্ৰৱীভূত হয়। সেয়ে ইয়াক 'অম্লৰাজ' বোলা হয়। স্বৰ্ণশিল্পত একুৱা ৰেজিয়াৰ বিশেষ ব্যৱহাৰ আছে।

**একুৱালাং** *Aqualung*
সাগৰ বা নদীৰ পানীৰ তলত কাম কৰোঁতে এজন ডুবাৰুৱে ব্যৱহাৰ কৰা উশাহ লোৱা সঁজুলিবিশেষ।

**একেশ্বৰবাদ** *Monotheism*
ঈশ্বৰ এজন আৰু অদ্বিতীয়, — এই মত পোষণ কৰা ধৰ্মবিশ্বাস। পৃথিৱীৰ প্ৰাচীন আৰু প্ৰখ্যাত ধৰ্মসমূহৰ ভিতৰত জোৰষ্ট্ৰাৰ, খ্ৰীষ্টান আৰু ইছলাম, — এই তিনিটা ধৰ্মই একেশ্বৰবাদত বিশ্বাস কৰে। অসমত শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰ কৰা একশৰণ নামধৰ্মও একেশ্বৰবাদী। এই ধৰ্মমতৰ মূল বাণী হ'ল 'এক দেৱ, এক সেৱ, এক বিনে নাই কেও'।

**এক্স-ক্ৰমোজোম** *X-Chromosome*
মানুহ আৰু আন প্ৰাণীৰ দেহত থকা ভ্ৰূণৰ লিংগ নিৰ্ধাৰণ কৰা ক্ৰমোজোম; ছেক্স ক্ৰমোজোম

বা লিংগ ক্ৰমোজোম নামেৰেও সমধিক পৰিচিত। মানুহ আৰু আন কেতবোৰ প্ৰাণীৰ ক্ষেত্ৰত এনে দুটা এক্স-ক্ৰমোজোমত (XX) স্ত্ৰী জীৱৰ আৰু এটা এক্স আৰু এটা ৱাই (XY) ক্ৰমোজোমত এটা পুৰুষ জীৱৰ জন্ম হয়।

## এক্স-ৰে' *X-ray*

অতি হ্ৰস্ব তৰংগৰ (চুটি ঢৌৰ) তেজস্ক্ৰিয় ৰশ্মি। ১৮৯৫ চনত জাৰ্মান বিজ্ঞানী উইল্‌হেম কনৰাড ভন ৰণ্টজেনে (Wilhelm Konrad Rontgen) এই ৰশ্মি আৱিষ্কাৰ কৰে। সাধাৰণ পোহৰ ৰশ্মিয়ে যিবোৰ পদাৰ্থক ভেদ কৰিব নোৱাৰে, এক্স-ৰে'ই সেইবোৰ পদাৰ্থক ভেদ কৰি যাব পাৰে। এই ৰশ্মিৰ সহায়ত দেহত কোনো ধৰণৰ আঘাত নিদিয়াকৈ দেহৰ ভিতৰৰ হাড় আৰু অন্যান্য অংগ-প্ৰত্যংগৰ ফটো তুলি দেহৰ অভ্যন্তৰৰ বিভিন্ন অংগ-প্ৰত্যংগ আৰু অস্থিপুঞ্জৰ অৱস্থা সহজে পৰীক্ষা কৰিব পাৰি। ইয়াৰ বাবেই এই ৰশ্মি চিকিৎসা বিজ্ঞানত বহুলভাৱে ব্যৱহৃত হয়। আৱিষ্কাৰকৰ নাম অনুসৰি এই ৰশ্মি 'ৰঞ্জন ৰশ্মি' নামেৰেও বিশেষভাৱে পৰিচিত। যিকেইটি যুগান্তকাৰী আৱিষ্কাৰে চিকিৎসা-শাস্ত্ৰক এক আধুনিক বিজ্ঞানত পৰিণত কৰিছে, তাৰ ভিতৰত এক্স-ৰে'ৰ আৱিষ্কাৰ নিঃসন্দেহে শীৰ্ষস্থানত। এক্স-ৰশ্মিৰ গুণ বিশ্লেষণ কৰি সম্প্ৰতি ইয়াক বহুলভাৱে ব্যৱহাৰ কৰা হয়। চিকিৎসা বিজ্ঞানত হাড় ভাগিছে নে নাই, শৰীৰৰ কোন অংশত বুলেট, লোৰ টুকুৰা আদি আছে, এক্স-ৰশ্মিৰ সহায়ত পৰীক্ষা কৰিব পাৰি। এক্স-ৰশ্মিৰ সহায়ত কেন্সাৰ, টিউমাৰ, ছালৰ ৰোগ আদি ৰোগ নিৰ্ণয় কৰাটো সম্ভৱপৰ হৈছে।

চোৰাংচোৱা বিভাগত বন্ধ বাকচ আদিৰ ভিতৰত থকা চোৰাং বস্তু, যেনে ঃ মূল্যৱান পাথৰ, আফিং, বিস্ফোৰক পদাৰ্থ আদিও বাকচ নোখোলাকৈ এক্স-ৰশ্মিৰ সহায়ত ধৰা পেলাব পাৰি। শিল্প-উদ্যোগত ধাতুৰে তৈয়াৰী কোনো বস্তুৰ গঢ়ন বা ঢালাই আদিত কিবা খুঁত থাকিলে এক্স-ৰশ্মিৰদ্বাৰা সেইটো ধৰা পেলাব পাৰি। তৈলচিত্ৰৰ গুণগত বৈশিষ্ট্য, অন্তৰক পদাৰ্থৰ সুষমতা আদিও এক্স-ৰশ্মিৰ সহায়ত পৰীক্ষা কৰি চাব পাৰি।

## এক্স-ৰে' তৰা *X-Ray stars*

এক্স-ৰে' বিকীৰণ কৰা মহাকাশীয় তৰা। মহাকাশযানবোৰে কঢ়িয়াই নিয়া সঁজুলিবোৰে এনেধৰণৰ তৰাবোৰ আৱিষ্কাৰ কৰিছিল।

## এক্স-শ্বোৰুম দাম *Ex-showroom Price*

এক্স-শ্বোৰুম দাম শব্দটো সাধাৰণতে মটৰগাড়ীৰ ক্ষেত্ৰত ব্যৱহাৰ হয়। এজন গ্ৰাহকে প্ৰকৃততে যিমান দামত গাড়ীখন কিনিব লাগে, এক্স-শ্বোৰুম দাম তাতকৈ কিছু কম। এক্স শ্বোৰুম দামৰ লগত বিক্ৰী কৰ, পথ কৰ, বীমা, নাম্বাৰ প্লেট আদিৰ মূল্য যোগ হৈ নাথাকে। কিনিবৰ সময়ত গ্ৰাহকে এক্স-শ্বোৰুম দামৰ অতিৰিক্তভাৱে এই মূল্য দিহে গাড়ীখন কিনিব লাগে।

## এক্সিট পোল *Exit Poll*

ভোট দি অহাৰ পাছতে ভোটাৰৰ কিছুসংখ্যকে কাক ভোট দি আহিল সুধি তাৰ ভিত্তিত

বিশ্লেষণ কৰি কৰা নিৰ্বাচনৰ ফলৰ পূৰ্বানুমান। অৱশ্যে প্ৰশ্ন সোধা ভোটাৰসকলক নিৰ্বাচন কৰোঁতে বহুকেইটা দিশ বিবেচনা কৰা হয়। *লগতে চাওক অপিনিয়ন পোল*

## এগ্ৰাফিয়া *Agraphia*

হাত দুখন সাধাৰণভাৱে কৰ্মক্ষম হোৱা সত্ত্বেও লিখাৰ সামৰ্থ্য হেৰুওৱা বা মনলৈ অহা ভাব লিখি প্ৰকাশ কৰিব নোৱাৰা হোৱা ৰোগ। (সাধাৰণতে) মগজুৰ চেৰিব্ৰাম (cerebrum) অংশ নষ্ট হ'লে মানুহৰ এনে অৱস্থা হয়।

## এগ্ৰোছিয়া *Agrosia*

বুজিবলৈ অক্ষম হোৱা; স্নায়ৱিক ৰোগ বিশেষ। শব্দটো গ্ৰীক এগনোজিয়াৰ পৰা আহিছে। ইয়াৰ অৰ্থ ৰোধৰ অভাৱ। মস্তিষ্কৰ বিভিন্ন অংশৰ ক্ৰিয়াহীনতা বা ত্ৰুটিৰ ফলত এই ৰোগ হয়। এই ৰোগত আক্ৰান্ত ব্যক্তিৰ বোধশক্তি কমি যায়। পৰিচিত মানুহ বা পৰিচিত পৰিৱেশকো ৰোগীয়ে চিনিব নোৱাৰা হয়।

## এ চি কাৰেণ্ট *AC Currenet*

যি বিদ্যুৎ প্ৰবাহে পৰ্যায়ক্ৰমিকভাৱে দিশ পৰিৱৰ্তন কৰে; পৰিৱৰ্তী প্ৰবাহ (alternate current)। আমাৰ ঘৰবোৰত ব্যৱহাৰ কৰা কাৰেণ্ট বা বিদ্যুৎ প্ৰবাহ হ'ল এ চি।

*লগতে চাওক ডি চি কাৰেণ্ট*

## এচিড বৰষুণ *Acid Rain*

কল-কাৰখানাৰ ধোঁৱাৰ লগত নিৰ্গত বিভিন্ন গেছ আৰু বায়ুমণ্ডলৰ জলীয় বাষ্প মিহলি হৈ হোৱা এচিডযুক্ত বৰষুণ। কল-কাৰখানা বেছিকৈ থকা ঠাইৰ বায়ুমণ্ডলত ছালফাৰ অক্সাইড, নাইট্ৰোজেন অক্সাইড আদি গেছৰ পৰিমাণ বেছি। বায়ুমণ্ডলত থকা জলীয় বাষ্পৰ লগতে এইবোৰ বাষ্প অৱস্থাত থাকে। বৰষুণ দিলে এই গেছবোৰ বৰষুণৰ পানীত দ্ৰৱীভূত হৈ ছালফিউৰিক, নাইট্ৰিক আদি এচিড উৎপন্ন কৰে। তেনে বৰষুণৰ পানীৰ লগত কম পৰিমাণে হ'লেও এইবোৰ এচিড থাকে বাবে তেনে বৰষুণক এচিড বৰষুণ বোলা হয়। এচিড বৰষুণে পৃথিৱীৰ বিভিন্ন ঠাইত যথেষ্ট প্ৰভাৱ পেলাইছে। এচিড বৰষুণৰ ফলত ইউৰোপৰ বিভিন্ন নদী, হ্ৰদ আদিত বিপজ্জনকভাৱে এচিডৰ মাত্ৰা বাঢ়ি গৈছে আৰু বহু জলচৰ জীৱৰ মৃত্যু হৈছে। ধাৰাবাহিক এচিড বৰষুণে জলভাগ দূষিত কৰাৰ উপৰি মাটিৰ উৰ্বৰতা কমায়, কল-কাৰখানা-অট্টালিকা-স্মৃতিস্তম্ভ আদিৰ ক্ষতিসাধন কৰে।

## এ চি পেয়ী চেক

*ক্ৰছড চেক চাওক*

## এছ অ' এছ *SOS*

জাহাজ বা বিমান বিপদাপন্ন হ'লে উদ্ধাৰৰ বাবে প্ৰেৰণ কৰা সংকেত। ইয়াৰ অৰ্থ হ'ল জাহাজ বা বিমানৰ চালক তথা আৰোহীসকলৰ জীৱন বিপদাপন্ন হৈ পৰিছে আৰু এই সংকেত (SOS) পোৱাসকলে তেওঁলোকক উদ্ধাৰ কৰিব লাগে। ইংৰাজী Save Our Souls

(আমাৰ জীৱন বচোৱা) শব্দকেইটাক চমুকৈ SOS বুলি লিখা আৰু কোৱা হয়।

১৯১২ চনত অনুষ্ঠিত প্ৰথম বিশ্ব অনাতাঁৰ সন্মিলনত SOS নামৰ সংকেতটো সমুদ্ৰৰ মাজত বিপদত পৰা জাহাজবোৰক ব্যৱহাৰ কৰিবৰ বাবে অনুমোদন জনোৱা হয়। টাইটানিক নামৰ বিখ্যাত বিলাসবহুল জাহাজখনৰ পৰা পোনপ্ৰথমে ৰেডিঅ'যোগে SOS বাৰ্তা প্ৰেৰণ কৰা হৈছিল। কিন্তু ভুলতে ভবাৰ দৰে এই সংকেতটো Save Our Souls বা 'আমাৰ জীৱন বচোৱা' বাক্যটো কেৱল চুটি বাক্য বাবেই ব্যৱহাৰ কৰা হোৱা নাছিল। এই ব্যাখ্যা পাছৰ কালৰ সংযোজনহে। দৰাচলতে ইংৰাজী ভাষাত এই তিনিটা আখৰৰ সংকেতটো 'মৰ্ছ' সংকেতবোৰৰ ভিতৰত লিখি পঠিয়াবৰ বাবে অতি সৰল আৰু সহজ। মৰ্ছ সংকেতত ইয়াক '... - - - ...' এনেদৰে লিখা হয়।

বৰ্তমান কোনো বিপদাপন্ন অৱস্থা, পৰিস্থিতি আদি বুজাবলৈও SOS শব্দটো ব্যৱহাৰ কৰা হয়।

## এছ আই *SI*

আন্তৰ্জাতিকভাৱে গৃহীত এককৰ পদ্ধতি; আন্তৰ্জাতিক একক পদ্ধতি। ১৯৬০ চনত 'ওজন আৰু জোখ-মাখৰ আন্তৰ্জাতিক সাধাৰণ সন্মিলনে' নতুন একক ব্যৱস্থাৰ প্ৰচলন কৰে। এই নতুন একক ব্যৱস্থাৰ নামকৰণ কৰা হয় এছ আই (SI : System International de Unites বা International System of Units)। এই পদ্ধতি দৈৰ্ঘ্য, ভৰ, সময় আৰু তাপমাত্ৰা, — এই চাৰিটা বিষয়ৰ মূল এককৰ ওপৰত ভিত্তি কৰি প্ৰতিষ্ঠিত। ইয়াত দৈৰ্ঘ্য আৰু ভৰৰ একক হ'ল যথাক্ৰমে মিটাৰ আৰু কিলোগ্ৰাম। সময়ৰ একক হ'ল [illegible] ফাৰেনহাইটৰ পৰিৱৰ্তে তাপমাত্ৰাৰ একক হ'লগৈ চেলছিয়াছ (চেণ্টিগ্ৰেড) অথবা কেলভিন। সেই সন্মিলনতে আৰু কেইটামান সুপ্ৰমাণিত এককো গৃহীত হয়। যেনে ঃ মিনিট আৰু ঘণ্টা (সময়ৰ একক); কোণ (angle) পৰিমাণৰ বাবে ডিগ্ৰী, মিনিট আৰু ছেকেণ্ড; নৌ-মাইল (nautical mile) আৰু নট (knot)।

## এছ এম এছ *SMS*

বিভিন্ন মোবাইল ফোনৰ মাজত চুটি বাৰ্তাৰ আদান-প্ৰদান কৰিব পৰা এক যোগাযোগ সেৱা। ইংৰাজী **S**hort **M**essage **S**ervice শব্দকেইটাক সংক্ষেপে SMS বুলি লিখা আৰু কোৱা হয়। সাধাৰণ ছিগনেলিং ফৰ্মেটত এনেধৰণৰ বাৰ্তা প্ৰেৰণৰ এক উচ্চতম সীমা আছে। সেয়া হ'ল ১২৮ বিট (পাছলৈ ১৪০ বিট বা মাজৰ খালী ঠাইকে ধৰি ১৬০টা বৰ্ণ)। সেইবাবেই ইয়াক চুটি বাৰ্তা সেৱা বা ছৰ্ট মেচেজ ছাৰ্ভিচ বুলি জনা যায়।

এছ এম এছৰ কোনো একক আবিষ্কাৰক নাই। বহুসংখ্যক প্ৰতিভাবান প্ৰযুক্তিবিদৰ সংঘবদ্ধ প্ৰচেষ্টাৰ জৰিয়তে ইয়াৰ বিকাশ সম্ভৱ হৈছিল। ১৯৯২ চনৰ ৩ ডিচেম্বৰত নীল পাপৱৰ্থ নামৰ এজন লোকে ইংলেণ্ডৰ ভোডাফোন জি এছ এম নেটৱৰ্কৰ জৰিয়তে নিজৰ কম্পিউটাৰৰ পৰা ৰিছাৰ্ড ছাৰ্ভিছ নামৰ আন এজন লোকৰ মোবাইল হেণ্ডছেটলৈ প্ৰথমটো 'এছ এম এছ' বাৰ্তা প্ৰেৰণ কৰে। মোবাইল ফোনত টাইপ কৰা প্ৰথমটো এছ এম এছ ১৯৯৩ চনত ৰিকু পিহকনেন নামৰ এজন আভিযান্ত্ৰিক ছাত্ৰই পঠিয়াইছিল। প্ৰথমে ব্যৱহাৰকাৰীৰ সংখ্যা বেছি নহ'লেও পাছত 'এছ এম এছ' সেৱা ব্যৱহাৰকাৰীৰ সংখ্যা ক্ৰমে বাঢ়ি আহিল।

বৰ্তমান প্ৰায় ২৪০ কোটি লোকে, অৰ্থাৎ, ৭৪ শতাংশ মোবাইল ফোন ব্যৱহাৰকাৰীয়ে এছ এম এছ সেৱা ব্যৱহাৰ কৰে। *লগতে চাওক এম এম এছ*

## এছ টি ডি *STD*

টেলিফোনৰ ডায়েল ঘূৰাই বা বুটাম টিপি একেখন চহৰৰ যিকোনো ব্যক্তিৰ লগত যেনেকৈ পোনপটীয়া সংযোগ স্থাপন কৰিব পাৰি, তেনেদৰে দূৰৈৰ চহৰত থকা কোনো টেলিফোনৰ জৰিয়তে স্বয়ংক্ৰিয়ভাৱে সংযোগ স্থাপন কৰিও কথা পাতিব পাৰি। এই ব্যৱস্থাক এছ টি ডি (STD : Subscriber's Trunk Dialing) বোলা হয়। এছ টি ডি সংযুক্ত প্ৰতিখন চহৰৰে একোটা সাংকেতিক সংখ্যা বা কোড থাকে। চহৰখনৰ যিকোনো নম্বৰ ডায়েল কৰাৰ আগতে সেই চহৰৰ সাংকেতিক সংখ্যা ডায়েল কৰিলে দীৰ্ঘ দূৰত্বৰ টেলিফোন সংযোগ পোৱা যায়। উদাহৰণস্বৰূপে যোৰহাটৰ (বা ভাৰতৰ যিকোনো ঠাইৰ) এটা টেলিফোনৰ পৰা গুৱাহাটীৰ 2519653 নম্বৰ টেলিফোনটোৰ সংযোগ পাবলৈ প্ৰথমতে 0361 ডায়েল কৰি তাৰ ঠিক পাছতে 2519653 ডায়েল কৰিব লাগে। একে পদ্ধতিৰে নিৰ্দিষ্ট সাংকেতিক সংখ্যা বা কোডৰ সহায়ত বিদেশৰ লগতো টেলিফোন সংযোগ স্থাপন কৰিব পাৰি।

যৌন সংক্ৰমণৰ ফলত হোৱা বিভিন্ন ৰোগৰো সামূহিক নাম এছ টি ডি (STD : Sexually Transmitted Diseases)।

## এছপাৰেণ্টো *Esperanto*

কৃত্ৰিম ভাষা বিশেষ। পৃথিৱীৰ সৰ্বাধিক পৰিচিত কৃত্ৰিম ভাষাবোৰৰ অন্যতম এছপাৰেণ্টো। ১৮৮৭ চনত পোলেণ্ডৰ লাজাৰুছ লুডউইগ জেমেনহফ (Lazarus Ludwig Zamenhof, ১৮৫৯-১৯১৭) নামৰ এজন চকু চিকিৎসকে এই কৃত্ৰিম ভাষাটো উদ্ভাৱন কৰে। এছপাৰেণ্টোৰ বুৎপত্তিগত অৰ্থ 'আশাবাদী'। যুদ্ধ বন্ধ কৰাত আৰু আন্তৰ্জাতিক শান্তি স্থাপনত সহায়ক হ'ব, — মূলতঃ এই আশাই আছিল এছপাৰেণ্টো উদ্ভাৱনৰ কাৰণ। তদুপৰি আন্তৰ্জাতিক যোগাযোগৰ অসুবিধা আৰু বাধা দূৰ কৰাও আছিল ইয়াৰ উদ্দেশ্য। এই ভাষাত ইতিমধ্যে সংবাদপত্ৰ, সাময়িক পত্ৰিকা, গ্ৰন্থ আদি প্ৰকাশ হৈছে। কোনো কোনো দেশৰ বিদ্যালয়তো এই ভাষা শিকোৱা হয়। বৰ্তমান বিশ্বৰ প্ৰায় দহ লাখ লোকে এই ভাষা ব্যৱহাৰ কৰে।

## এছ পি জি *SPG*

গুৰুত্বপূৰ্ণ ব্যক্তিসকলৰ নিৰাপত্তাৰ বাবে গঠিত চৰকাৰী বাহিনী। ইংৰাজী Special Protection Group শব্দকেইটাক চমুকৈ SPG বুলি লিখা আৰু কোৱা হয়।

## এছপিৰিন *Aspirin*

এচিটাইলছেলিচিলিক এচিড (acetylsalicylic acid) নামৰ এবিধ ৰাসায়নিক যৌগৰ সাধাৰণ নাম; মূৰৰ বিষ বা সাধাৰণ বিষ-কোপ-জ্বৰ আদিত বহুল ব্যৱহৃত ঔষধ। কেৱল বিষ নিৰাময়ৰ বাবে ব্যৱহৃত হোৱা এছপিৰিন এতিয়া বিভিন্ন ৰোগৰো প্ৰতিৰোধক।

## এছবেষ্টছ *Asbestos*

সূতাসদৃশ দীঘলীয়া, নমনীয় খনিজ ৰাসায়নিক পদাৰ্থ। মেগনেছিয়াম, ছিলিকন আৰু

অক্সিজেনৰ যৌগ এছবেষ্টচ্ছৰ সৰ্বাধিক ব্যৱহৃত আকৰক ক্ৰাইছোলাইট (chrysolite) বোলে। শব্দ, তাপ আৰু বিদ্যুতৰ অন্তৰককৰূপে এছবেষ্টচ্ছৰ বহুল ব্যৱহাৰ আছে। সেইদৰে চিমেণ্টৰ লগত মিহলি কৰি গৃহ নিৰ্মাণ আদিত ব্যৱহাৰ কৰা হয়। চিমেণ্টৰ লগত এছবেষ্টচ্ছ মিহলাই প্ৰস্তুত কৰা অদাহ্য পাত 'এছবেষ্টচ্ছ শ্বিট' নামেৰে পৰিচিত। সম্ভৱতঃ ইযেই একমাত্ৰ খনিজ পদাৰ্থ, যাক কাপোৰৰ দৰে ব'ব পাৰি। এনে এছবেষ্টচ্ছ-বস্ত্ৰৰে অগ্নি-নিৰ্বাপক বাহিনীৰ সাজ-পোছাক প্ৰস্তুত কৰা হয়। ভাৰতৰ অন্ধ্ৰ প্ৰদেশ, ৰাজস্থান, কৰ্ণাটক আদিত এছবেষ্টচ্ছৰ আকৰ ক্ৰাইছোলাইট পোৱা যায়। এছবেষ্টচ্ছৰ আঁহ শ্বাস-প্ৰশ্বাসৰ লগত প্ৰৱেশ কৰিলে দেহৰ কাৰণে ক্ষতিকাৰক বাবে পৃথিৱীৰ কেইবাখনো দেশত ইয়াৰ ব্যৱহাৰ নিষিদ্ধ।

## এছিয়া মাইনৰ *Asia Minor*

এছিয়া মহাদেশৰ আটাইতকৈ পশ্চিমে অৱস্থিত বিশাল উপদ্বীপক এছিয়া মাইনৰ নামেৰে জনা যায়। সমগ্ৰ তুৰস্ক গণৰাজ্য ইয়াৰ অন্তৰ্গত। ইউৰোপৰো কিছু অংশ তুৰস্কৰ অন্তৰ্গত। সেয়ে ইয়াক ইউৰোপৰ পৰা এছিয়ালৈ প্ৰৱেশদ্বাৰ বুলি গণ্য কৰা হয়। প্ৰাচীন কালত এছিয়া মাইনৰ প্ৰাচ্য আৰু পাশ্চাত্যৰ প্ৰধান মিলনথলী আছিল। অঞ্চলটো আনাটোলিয়া (Anatolia) নামেৰেও জনাজাত।

## এছেজ *Ashes*

এছেজ হ'ল ইংলেণ্ড আৰু অষ্ট্ৰেলিয়াৰ মাজত হোৱা ক্ৰিকেট টেষ্ট শৃংখলাত বিজয়ী দলে অৰ্জন কৰা এক প্ৰতীকী পুৰস্কাৰ। ১৮৮২ চনত ইংলেণ্ড দল যেতিয়া অ'ভেল টেষ্টত পৰাজিত হৈছিল, তেতিয়া 'স্প'ৰ্টিং টাইমচ' পত্ৰিকাত ইংলিছ ক্ৰিকেটৰ মৃত্যু ঘোষণা কৰা হৈছিল। তাৰ পাছত ক্ষুব্ধ ইংৰাজ সমৰ্থকে এডাল ক্ৰিকেট ষ্টাম্প পুৰি তাৰ ছাঁইখিনি (ashes) এটা পাত্ৰত ভৰাই ৰাখিছিল। পাছৰ খেলত ইংলেণ্ড জিকাত এই পাত্ৰটো ইংলেণ্ড দলক দিয়া হয়। পৰৱৰ্তী সময়ত যিকোনো টেষ্ট শৃংখলাত বিজয়ী হ'লৈ সেই দলে 'এছেজ' লাভ কৰা বুলি কোৱা হৈছিল। এই প্ৰথা এতিয়াও প্ৰচলিত আছে। অৱশ্যে কেৱল ইংলেণ্ড আৰু অষ্ট্ৰেলিয়াৰ মাজৰ টেষ্ট শৃংখলাৰ ক্ষেত্ৰতহে এই এছেজ শব্দটো প্ৰযোজ্য।

## এজটেক *Aztec*

পৃথিৱীৰ এটা প্ৰাচীন সভ্য জাতি আৰু সেই জাতিয়ে প্ৰতিষ্ঠা কৰা সভ্যতা। বৰ্তমানৰ আমেৰিকাৰ মেক্সিকো অঞ্চলত এজটেক জাতিৰ লোকে বাস কৰিছিল। এজটেকসকলে শিলত কাটি কাটি বুৰঞ্জী লিখিছিল আৰু মন্দিৰ, স্তম্ভ আদি সাজিছিল। তেওঁলোকে জ্যোতিৰ্বিদ্যা আৰু আইনৰ বহু কথা জানিছিল। তদুপৰি চৰকাৰ পতা, চৰকাৰ চলোৱা আদি কামতো এজটেকসকল পাৰ্গত আছিল। চতুৰ্দশ শতিকাতে (১৩২১ চন) তেওঁলোকে এখন সুপৰিকল্পিত ৰাজধানী চহৰ নিৰ্মাণ কৰিবলৈ লৈছিল। সেইখন চহৰেই পাছলৈ মেক্সিকোৰ স্থায়ী ৰাজধানী হৈছিল। ১৫২১ চনত স্পেনীয়সকলৰ আক্ৰমণত বিশাল এজটেক সাম্ৰাজ্য আৰু সভ্যতাৰ পতন ঘটে।

## এজমা *Asthama*

শ্বাসনলীৰ ৰোগবিশেষ; হাঁপানী। অক্সিজেন চলাচল কৰা পথ শ্বাসনলী যেতিয়া শ্লেষ্মাৰ দ্বাৰা

আক্ৰান্ত হয়, তেতিয়া হাওঁফাওঁলৈ বায়ু সোমাওঁতে বা ওলাওঁতে বাধা পায়। ফলত উশাহ-নিশাহ লোৱাত কষ্ট হয়, বুকুৰ ভিতৰত সঁ সঁ শব্দ হয়। ইয়াকে এজমা বা হাপানী বুলি কোৱা হয়। সদ্যোজাত শিশুৰ পৰা বয়োবৃদ্ধ সকলোৰে এজমা হ'ব পাৰে। এই ৰোগ সংক্ৰামক নহয়; অৱশ্যে কিছু পৰিমাণে বংশগত। বিভিন্ন কাৰণত এজমা হয়। ধূলি, ধোঁৱা, ধূমপান আৰু বিভিন্ন এলাৰ্জী হাপানীৰ বাবে দায়ী বুলি ঠাবৰ কৰা হৈছে। এই ৰোগত ৰোগীৰ মৃত্যু হোৱাৰ সম্ভাৱনা কম যদিও দীৰ্ঘদিন ধৰি ৰোগীৰ বাবে ই কষ্টদায়ক হয়। বিভিন্ন ঔষধ, নিয়ন্ত্ৰিত খাদ্যাভ্যাস, ব্যায়াম আদিৰ জৰিয়তে এজমাক নিয়ন্ত্ৰণ আৰু নিৰাময় কৰিব পাৰি।

### এজেণ্ট অৰেঞ্জ *Agent Orange*

ঘাঁহ-বন ধ্বংস কৰা এক ৰাসায়নিক সামগ্ৰীৰ সাংকেতিক নাম। ভিয়েটনাম যুদ্ধৰ সময়ত (১৯৫৯-১৯৭৬) মাৰ্কিন সৈন্যবাহিনীয়ে হাবি আৰু খেতিপথাৰৰ ওপৰত এনে সামগ্ৰী প্ৰয়োগ কৰিছিল। এইবিধ ৰাসায়নিক দ্ৰব্য ৰখা ড্ৰামৰ ওপৰত কমলা (orange) ৰঙৰ আঁচ মাৰি চিহ্নিত কৰা হৈছিল। তাৰে পৰাই ইয়াৰ 'এজেণ্ট অৰেঞ্জ' নামটো আহিছে।

### এ টি এছ *ATS*

দেশত ক্ৰমাগতভাৱে বাঢ়ি অহা উগ্ৰপন্থী আক্ৰমণক দমন কৰাৰ বাবে গঠিত মুম্বাই আৰক্ষীৰ বিশেষ শাখা। ইংৰাজী **A**nti **T**errorism **S**quad শব্দকেইটাক সংক্ষেপে ATS (এ টি এছ) বুলি লিখা আৰু কোৱা হয়। মূলতঃ মুম্বাই মহানগৰীত কৰ্মৰত এই শাখা গঠন হয় ১৯৯০ চনত। মুম্বাই পুলিচৰ তৎকালীন অতিৰিক্ত আৰক্ষী আয়ুক্ত আফতাব আহমেদৰ উদ্যোগত প্ৰায় ৩০-৩৪জন আৰক্ষীক লৈ গঠিত এই শাখা সাধাৰণভাৱে এণ্টি টেৰোৰিষ্ট স্কোৱাড নামেৰেই পৰিচিত। এই শাখা গঠন হোৱাৰ পাছত দেশৰ অন্যতম অপৰাধ জগত মুম্বাইত অপৰাধী কাৰ্যকলাপ ভালেখিনি কমি যায়। কিন্তু সমান্তৰালভাৱে এই শাখাৰ বিৰুদ্ধে বহুবাৰ মানৱ অধিকাৰ লংঘনৰো অভিযোগ উঠে। সেয়ে এ টি এছৰ কাৰ্যকলাপ প্ৰশমিত কৰাৰ উদ্দেশ্যে ১৯৯৩ চনৰ ২৩ জানুৱাৰীত আফতাব আহমেদক নাগপুৰলৈ বদলি কৰা হয়। ইয়াৰ কিছুদিনৰ পাছতেই ১৯৯৩ চনৰ ১২ মাৰ্চত মুম্বাইৰ বিভিন্ন স্থানত ১৬টা বোমা বিস্ফোৰণ ঘটে; প্ৰায় ৩০০ লোকৰ মৃত্যু হয়। ক্ৰমে লাহে লাহে এ টি এছ পুনৰ ক্ষমতালৈ উভতি আহে। ২০০৮ চনৰ ২৬ নৱেম্বৰত উগ্ৰপন্থীৰ গুলীত এ টি এছ প্ৰধান হেমন্ত কাৰকাৰে আৰু বিজয় ছালাস্কাৰৰ মৃত্যুৱে এই শক্তিশালী শাখাৰ প্ৰতি উগ্ৰপন্থীৰ আতংকৰ কথাকে প্ৰমাণ কৰে। এ টি এছৰ বিভিন্ন বিষয়াই এতিয়ালৈকে ২৩টা সাহসিকতাৰ বঁটা লাভ কৰিছে।

গজাল বা লোৰ কোনো বস্তু বা কাঁইটে বিন্ধিলে বা পথাৰত কাম কৰোঁতে দুখ পালে লোৱা ধনুষ্টংকাৰ প্ৰতিৰোধ বেজীবিধৰ নামো এ টি এছ (ATS : Anti Tetanus Serum)।

### এ টি এম *ATM*

বেংক বা কোনো বিত্তীয় প্ৰতিষ্ঠানে কম্পিউটাৰ-দূৰসংযোগ ব্যৱস্থাৰ জৰিয়তে কোনো কৰ্মচাৰী নোহোৱাকৈ ৰাজহুৱা স্থানত তেওঁলোকৰ গ্ৰাহকক ধন পৰিশোধ কৰাৰ এক পদ্ধতি তথা যন্ত্ৰ। ইংৰাজী **A**utomated **T**eller **M**achine শব্দকেইটাক সংক্ষেপে এ টি এম (ATM) বুলি কোৱা আৰু লিখা হয়। এই ব্যৱস্থাত প্ৰতিজন গ্ৰাহকক প্লাষ্টিকেৰে নিৰ্মিত

এখন বিশেষধৰণৰ এ টি এম কাৰ্ড দিয়া হয়। কাৰ্ডখনৰ এক চুম্বকীয় ষ্ট্ৰিপত এখন চিপ থাকে, য'ত প্ৰতিজন গ্ৰাহকৰ বাবে একোটা নম্বৰ (PIN : Personel Identification Number) আৰু আন নিৰাপত্তা সম্পৰ্কীয় তথ্য কিছুমান লিখা থাকে। ঠিকমতে হিচাপ কৰি টকা আগবঢ়াই দিব পৰা যান্ত্ৰিক পদ্ধতি আৱিষ্কাৰ কৰিছিল লুথাৰ জৰ্জ ছিমজিয়ানে। ১৯৩৯ চনত চিটী বেংক অব্ নিউয়ৰ্কে নিউয়ৰ্কত এই পদ্ধতি ব্যৱহাৰ কৰিবলৈ লয়। কিন্তু গ্ৰাহকে গ্ৰহণ নকৰাৰ বাবে ছমাহৰ পাছত সেই পদ্ধতি উঠাই দিবলগীয়া হয়। পঁচিছ বছৰৰো বেছি কাল এনেকৈয়ে পাৰ হৈ গ'ল। তাৰ পাছত ডিলাৰু নামৰ এজন প্ৰযুক্তিবিদে প্ৰথম ইলেকট্ৰনিক এ টি এমটো মাজি উলিয়ায়। ১৯৬৭ চনৰ ২৭ জুনত বাৰ্কলেছ বেংকে, উত্তৰ লণ্ডনত আকৌ ইলেকট্ৰনিক এ টি এম ব্যৱহাৰ কৰিবলৈ লয়। এই ব্যৱহাৰৰ ক্ষেত্ৰত অৱশ্যে মূল কৰ্তৃত্ব জন ছেফাৰ্ড-বাৰোন নামৰ এজন প্ৰযুক্তিবিদেহে পায়। ব্ৰিটিছ অভিনেতা ৰেগ ভাৰ্নিয়ে প্ৰথম এ টি এম ব্যৱহাৰ কৰিছিল। প্ৰথমতে এ টি এমত এবাৰেই ব্যৱহাৰ কৰিব পৰা 'টোকেন' বা ভাউচাৰ ব্যৱহাৰ কৰা হৈছিল। ১৯৬৫ চনত কাৰ্ডত 'পাৰ্ছনেল আইডেণ্টিফিকেছন নাম্বাৰ' ব্যৱহাৰ কৰি ব্ৰিটিছ অভিযন্তা জেমছ্ গুডফেলোয়ে এইক্ষেত্ৰত এক বৃহৎ জাঁপ মৰালে। ইয়াৰ ফলত নিৰাপদভাৱে একেখন এ টি এম কাৰ্ডকে বাৰে বাৰে ব্যৱহাৰ কৰিব পৰা হ'ল। এ টি এমে সম্প্ৰতি সমগ্ৰ বেংকিং ব্যৱস্থাটোতে এক বৈপ্লৱিক পৰিবৰ্তন আনিছে।

## এটোমাইজাৰ *Atomizer*

কোনো জুলীয়া পদাৰ্থক ক্ষুদ্ৰ কণিকালৈ পৰিবৰ্তন কৰা পিচকাৰীৰ দৰে যন্ত্ৰ; কণিকাকাৰক। এনে যন্ত্ৰৰ দ্বাৰা জুলীয়া পদাৰ্থ ধোঁৱাৰ দৰে সিঁচৰতি হৈ পৰে। ডিঅ'ডাৰেণ্ট, আন কোনো দুৰ্গন্ধনাশক দ্ৰব্য, কীটনাশক দ্ৰব্য আদি এনেদৰে স্প্ৰে কৰা হয়।

## এডভাৰটৰিয়েল *Advertorial*

সংবাদ মাধ্যমৰ লগত জড়িত এটা শব্দ। ইংৰাজী **Advertisement** (বিজ্ঞাপন) আৰু **Editorial** (সম্পাদকীয় ৰচনা) শব্দ দুটাৰ সংযোগত এইটো শব্দৰ সৃষ্টি হৈছে। সাধাৰণতে কোনো সামগ্ৰীৰ বাণিজ্যিক বিপণনৰ বাবে লিখা নিবন্ধ, যাৰ 'বাতৰি মূল্য' (news value) নিচেই কম, — তেনেবোৰ লেখাকে এডভাৰটৰিয়েল বোলা হয়। এনেধৰণৰ এডভাৰটৰিয়েলৰ বাবে সংশ্লিষ্ট বাণিজ্যিক প্ৰতিষ্ঠানটোৱে খৰচ বহন কৰিব লাগে।

## এডুটেইনমেণ্ট *Edutainment*

ইংৰাজী **Education** (শিক্ষা) আৰু **Entertainment** (মনোৰঞ্জন) শব্দ দুটাৰ সংযোগত সৃষ্টি হোৱা শব্দ; শিক্ষাৰঞ্জন। কোনো গণ মাধ্যমৰ জৰিয়তে বিনোদনৰ যোগেদি শিক্ষামূলক কথা প্ৰচাৰ কৰাটোকে ইয়াৰ দ্বাৰা বুজোৱা হয়।

## এড্ৰিয়াটিক সাগৰ *Adriatic Sea*

ইটালী আৰু বলকান উপদ্বীপৰ মাজত থকা ভূমধ্য সাগৰৰ অঞ্চলটো। এই সাগৰৰ কালি ১,৩৪,৬৮০ বৰ্গ কিলোমিটাৰ; দীঘ ৭২০ কিলোমিটাৰ আৰু বহল গড়ে প্ৰায় ১৭৬ কিলোমিটাৰ। ভেনিচ, আনকোনা, ত্ৰিষ্টে আদি এই সাগৰৰ অন্যতম বাণিজ্যিক বন্দৰ।

## এণ্টাচিড *Antacid*

পাকস্থলীত অম্লৰ পৰিমাণ বাঢ়িলে তাক উপশম কৰাৰ বাবে ব্যৱহৃত ঔষধ; অম্লনাশকাৰী; প্ৰত্যম্ল। খোৱা ছোডা এণ্টাচিডৰ সুপৰিচিত দৃষ্টান্ত। এণ্টাচিডৰ অতিৰিক্ত ব্যৱহাৰে বৃক্কৰ পাথৰকে ধৰি নানা ৰোগৰ সৃষ্টি কৰে।

## এণ্টাৰ্কটিক ট্ৰিটী *Antarctic Treaty*

১৯৫৯ চনৰ ১ ডিচেম্বৰত পৃথিৱীৰ ১২খন দেশৰ (আমেৰিকা যুক্তৰাষ্ট্ৰ, ফ্ৰান্স, অষ্ট্ৰেলিয়া, নৰৱে, জাপান, নিউজিলেণ্ড, দক্ষিণ আফ্ৰিকা, চিলি, ছোভিয়েট ৰাছিয়া (পূৰ্বৰ), আৰ্জেণ্টিনা, বেলজিয়াম আৰু ইংলেণ্ড) মাজত স্বাক্ষৰিত এক চুক্তি। পাছত ব্ৰাজিল, চীন, ইকুৱেডৰ, ফিনলেণ্ড, জাৰ্মানী, ভাৰত, নেদাৰলেণ্ডছ, পেৰু, পোলেণ্ড, দক্ষিণ কোৰিয়া, স্পেইন, ছুইডেন আৰু উৰুগুৱেও এই চুক্তিত স্বাক্ষৰ কৰে। এই চুক্তি অনুসৰি কেৱল শান্তিপূৰ্ণ পৰীক্ষা-নিৰীক্ষাৰ বাবেহে এণ্টাৰ্কটিকাক ব্যৱহাৰ কৰাৰ নিয়ম বলৱৎ কৰাৰ লগতে কোনো দেশৰে মাৰণাস্ত্ৰ পৰীক্ষা, সামৰিক শিবিৰ স্থাপন আদি নিষিদ্ধ কৰা হয়। তদুপৰি ইয়াত উল্লেখ কৰা হয় যে চুক্তি বলৱৎ থকা সময়ছোৱাত এণ্টাৰ্কটিকাত কোনো দেশৰেই কোনো বিশেষ অধিকাৰে স্বীকৃতি নাপায়। তদুপৰি কোনো দেশৰ গৱেষণালব্ধ সকলো তথ্য আন সকলো দেশক জনাব লাগিব। ১৯৯১ চনত ৫০ বছৰৰ বাবে আন এক চুক্তি স্বাক্ষৰিত হয়, য'ত এণ্টাৰ্কটিকাত সকলোধৰণৰ খনন কাৰ্য নিষিদ্ধ কৰা হয়।

## এণ্টিছেপটিক *Antiseptic*

জীৱদেহৰ কোষ বা কলাৰ অনিষ্ট নকৰাকৈ ৰোগ সৃষ্টিকাৰী অণুজীৱ ধ্বংস কৰা পদাৰ্থ। শৰীৰৰ কোনো অংগত ঘা লাগিলে বেক্টেৰিয়াৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ এণ্টিছেপটিক লগোৱা হয়। ইংৰাজী এণ্টিছেপটিক শব্দৰ অৰ্থ 'ঘা প্ৰতিৰোধক'। বৰ্তমান বিভিন্ন ধৰণৰ এণ্টিছেপটিক ক্ৰীম, লোচন আদি ওলাইছে। কৃত্ৰিমভাৱে বেক্টেৰিয়া নিৰাময়ৰ ব্যৱস্থা কৰা হ'লেও আমাৰ শৰীৰতো বেক্টেৰিয়া প্ৰতিৰোধ ক্ষমতা আছে। চকুপানী, ঘাম, মুখৰ লালটি, কলাৰ (দেহৰ বিভিন্ন অংশৰ উপাদানস্বৰূপ তন্তু, tissue) মাজত থকা জুলীয়া পদাৰ্থ আৰু তেজত থকা আন কিছুমান পদাৰ্থয়ো বেক্টেৰিয়া আৰু বীজাণুৰ আক্ৰমণ প্ৰতিৰোধ কৰিব পাৰে।

## এণ্টিবডী *Antibody*

জীৱদেহৰ আক্ৰমণকাৰী জীৱাণু ধ্বংস কৰিব পৰা গুণ থকা, তেজৰ এক জটিল জৈৱ ৰাসায়নিক পদাৰ্থ; প্ৰতিৰক্ষী। তেজত প্ৰৱেশ কৰা জীৱাণুবোৰ ইহঁতৰ প্ৰভাৱত বিনষ্ট হয়, অথবা ইহঁতৰ ৰাসায়নিক ক্ৰিয়াত সেই জীৱাণু-নিঃসৃত বিষৰস নিৰ্বিষ হৈ পৰে।

## এণ্টিবায়োটিক *Antibiotic*

বিভিন্ন শ্ৰেণীৰ আণুবীক্ষণিক ভেঁকুৰ বা জীৱাণুৰদ্বাৰা সৃষ্ট ৰাসায়নিক পদাৰ্থ। ইয়াৰ প্ৰয়োগত বিশেষ বিশেষ ৰোগ-জীৱাণু ধ্বংস হয়, অথবা সিহঁতৰ বৃদ্ধি ব্যাহত হয়। জীৱাণুৰ পৰা হোৱা বিভিন্ন ৰোগৰ ক্ষেত্ৰত এনে এণ্টিবায়োটিক কাৰ্যকৰী ঔষধৰূপে ব্যৱহৃত। পেনিচিলিন, ষ্ট্ৰেপ্টোমাইচিন, টেৰামাইচিন আদি এনেধৰণৰ এণ্টিবায়োটিক।

**এণ্টেনা** *Antena*
ৰেডিঅ', টেলিভিছন, মাইক্ৰোৱেভ আদি বিদ্যুৎ চুম্বকীয় তৰংগ গ্ৰহণ বা প্ৰেৰণৰ বাবে ব্যৱহৃত পৰিবাহী। এণ্টেনা বিভিন্ন আকৃতি আৰু আকাৰৰ হয়। ইয়াৰ মাধ্যমেৰে বায়ুমণ্ডলত বা মহাশূন্যত অনাতাঁৰ সংকেত প্ৰেৰণ বা গ্ৰহণ কৰা সম্ভৱ। সাধাৰণতে এণ্টেনাক এৰিয়েল (aerial) বা আকাশতাঁৰ বুলিও কোৱা হয়।

**এথলেটিক্‌ছ** *Athletics*
দৈহিক শক্তি-সামৰ্থ্যৰ ওপৰত ভিত্তি কৰি কেইবিধমান খেলৰ কছৰৎ, অনুশীলন আৰু তাৰ প্ৰতিযোগিতা। এথলেটিক্‌ছ যি চৰ্চা কৰে তেওঁক কোৱা হয় এথলীট (athlet)। সম্ভৱ মানৱ জাতিৰ প্ৰথম সংগঠিত ক্ৰীড়াই হৈছে এথলেটিক্‌ছ। সকলো ক্ৰীড়াৰে মাতৃস্বৰূপ এথলেটিক্‌ছক সামগ্ৰিকভাৱে চাৰিটা শ্ৰেণীত বিভক্ত কৰা হয় ঃ (১) ট্ৰেক ইভেণ্টছ বা দৌৰ প্ৰতিযোগিতা, (২) ফিল্ড বা জাম্প ইভেণ্টছ, (৩) থ্ৰ' ইভেণ্টছ, (৪) মাল্টি ইভেণ্টছ বা একাধিক বিভিন্ন বিষয় সামৰি সামগ্ৰিক ব্যক্তিগত প্ৰতিযোগিতা। এথলেটিক্‌ছৰ সৰ্ববৃহৎ আৰু সবাতোকৈ গুৰুত্বপূৰ্ণ প্ৰতিযোগিতা হৈছে অলিম্পিক। অৱশ্যে ১৯৮৩ চনৰ পৰা আৰম্ভ হোৱা বিশ্ব এথলেটিক্‌ছ প্ৰতিযোগিতাৰ গুৰুত্বও ক্ৰমাৎ বৃদ্ধি পাইছে। ইয়াৰ বাহিৰেও এছিয়ান গেম্‌ছ, কমনৱেলথ গেমছকে ধৰি বিভিন্ন আগশাৰীৰ প্ৰতিযোগিতা অনুষ্ঠিত হয়। ক্ৰীড়া বিশ্বত ব্যক্তিগত প্ৰতিদ্বন্দ্বিতা সবাতোকৈ বেছি এথলীটৰ। অত্যাধুনিক প্ৰযুক্তি, খাদ্যৰ সহায়ত দিনে দিনে প্ৰতিদ্বন্দ্বিতাৰ মান বাঢ়ি আছে।

**এনকেফেলাইটিছ** *Encephalities*
মগজুৰ প্ৰদাহজনিত (inflammation) ৰোগবিশেষ; মগজুৰ যিকোনো ধৰণৰ স্নায়বিক বিকৃতি বা বিকলতা। সাধাৰণতে ভাইৰাছৰ আক্ৰমণৰ ফলত মগজুৰ প্ৰদাহ হয়। বহু সময়ত কীট-পতংগৰ মাধ্যমেদি ৰোগীৰ দেহৰ পৰা সুস্থ মানুহৰ দেহলৈ ৰোগৰ বীজ সংক্ৰমিত হয়। ৰোগৰ লক্ষণ বহুখিনি ইনফ্লুৱেঞ্জাৰ দৰে হ'লেও ইয়াৰ তীব্ৰতা বহু বেছি। জ্বৰৰ তীব্ৰতাৰ পৰা বহু সময়ত ৰোগীৰ পক্ষাঘাতে দেখা দিয়ে; আনকি মৃত্যু পৰ্যন্ত হ'ব পাৰে। কিউলেক্স (culex) নামৰ এবিধ মহ এই ৰোগৰ বাহক।

**এনজাইম** *Enzyme*
বিভিন্ন জীৱৰ দেহকোষৰ পৰা নিঃসৃত আৰু জীৱদেহৰ ক্ৰিয়া-কাণ্ড নিয়ন্ত্ৰণ কৰা বিশেষ ধৰণৰ জৈব ৰাসায়নিক পদাৰ্থ; পাচক ৰস; উৎসেচক। এনজাইমে বিশেষ বিশেষ পাচন ক্ৰিয়া ত্বৰান্বিত কৰে। এক এক ধৰণৰ এনজাইমৰ এক এক ধৰণৰ নিৰ্দিষ্ট ৰাসায়নিক শক্তি দেখা যায়। ইষ্ট আৰু কোনো কোনো ভেঁকুৰৰ পৰা সৃষ্ট এনজাইমে শৰ্কৰাক এলকহললৈ পৰিবৰ্তিত কৰে। মুখৰ লালটিত টায়ালিন নামৰ এক ধৰণৰ এনজাইম থাকে, যাৰ প্ৰভাৱত সংঘটিত ৰাসায়নিক ক্ৰিয়াৰ সহায়ত খাদ্যৰ শ্বেতসাৰ শৰ্কৰালৈ পৰিণত হয়। একেদৰে পেপছিন নামৰ এবিধ এনজাইমে আমিষ খাদ্য হজম কৰাত সহায় কৰে।

**এন জি অ'** *NGO*
চৰকাৰৰ দ্বাৰা গঠিত আৰু নিয়ন্ত্ৰিত নোহোৱা বেচৰকাৰী সেৱামূলক প্ৰতিষ্ঠান বা সংস্থা;

স্বেচ্ছাসেৱী অনুষ্ঠান। ইংৰাজী Non-Government (al) Organisation শব্দকেইটাক সংক্ষেপে এন জি অ' (NGO) বুলি লিখা আৰু কোৱা হয়। এনে সংস্থাই মূলতঃ ব্যক্তিগত দান বা অনুষ্ঠান-প্রতিষ্ঠানে দিয়া দান বা অনুদানৰ সহায়ত বিভিন্ন সামাজিক সেৱামূলক কাম কৰে। এন জি অ'ই আঞ্চলিক বা জাতীয় বা আন্তৰ্জাতিক স্তৰত কাম কৰিব পাৰে। তৃতীয় বিশ্বৰ দেশবোৰত এন জি অ'ৰ কাম-কাজ বিশেষভাৱে বিস্তৃত। শিশু শ্রমিকৰ বিলোপ সাধন, কুষ্ঠ, কেন্সাৰ, এইড্‌ছ আদি ৰোগ সম্বন্ধে জনসাধাৰণৰ সচেতনতা বঢ়াই তোলা, বন্যপ্রাণী সংৰক্ষণ, বস্তিবাসীৰ স্বাস্থ্য সচেতনতা, এইবোৰেই প্রথমতে এন জি অ'ৰ মূল কাম আছিল। পাছলৈ দৰিদ্র আৰু অনুন্নত শ্রেণীৰ লোকৰ পুনৰ্বাসন ব্যৱস্থাও এন জি অ'ৰ কৰ্মসূচীৰ অন্তৰ্ভুক্ত হয়। সম্প্রতি পশ্চিমীয়া দেশবোৰতো এন জি অ'ৰ জনপ্রিয়তা আৰু প্রভাৱ বাঢ়িছে। সাধাৰণতে য'তেই ৰাষ্ট্ৰীয় উদ্যোগত চলা কাম-কাজ পৰ্যাপ্ত নহয়, তাতেই এন জি অ'ই নিজ কৰ্মসূচী আৰম্ভ কৰে। বহু সময়ত এনে হোৱাও দেখা গৈছে যে ৰাষ্ট্ৰসংঘ বা কোনো বিদেশী সংস্থাই তৃতীয় বিশ্বৰ সাহায্যৰ বাবে অৰ্থৰ যোগান ধৰে কোনো এন জি অ'কহে, চৰকাৰক নহয়।

**এনজিঅ'জেনেছিছ** *Angiogenesis*

ফাইব্রোব্লাষ্ট গ্রোথ ফেক্টৰ (Fibroblast Growth Factor, সংক্ষেপে FGF) নামৰ এবিধ প্রোটিন হৃদযন্ত্ৰৰ ভিতৰত সুমুৱাই দি কৰা হৃদযন্ত্ৰৰ চিকিৎসা পদ্ধতি। এই প্রোটিনবিধে নতুন ৰক্তবাহী নল-নলীকাত এক জালিকাৰ সৃষ্টি কৰিব পাৰে। ফলত হৃদৰোগীজনে অস্ত্রোপচাৰ আদি নকৰাকৈ আৰোগ্য লাভ কৰিব পাৰে।

**এনথ্ৰাক্স** *Anthrax*

সাধাৰণতে চৰণীয়া জন্তুৰ দেহত দেখা দিয়া এবিধ ৰোগ। কিছুমান মাটিত থকা ৰেণুৰ (spores) গোন্ধ পালেও এই ৰোগ হ'ব পাৰে। 'এচিলাছ এনথ্রোচিন' (Acillus Anthrocin) নামৰ এবিধ বেক্টেৰিয়াৰ পৰা এই ৰোগ হয়। বেক্টেৰিয়াবোৰে উশাহত বায়ুৰ সৈতে ভিতৰলৈ আহি হাওঁফাওঁত আশ্রয় লয় আৰু সক্রিয় হৈ উঠে। মানুহৰ দেহত কেনেবাকৈ এই ৰোগৰ বীজাণুৱে আক্রমণ কৰাটো বেছ বিপজ্জনক কথা। সাধাৰণ পানীলগা জ্বৰৰ দৰে আৰম্ভ হৈ এই ৰোগটোৱে নিউমোনিয়া বা মেনিনজাইটিছৰ ৰূপ ল'ব পাৰে। সময়তে সুচিকিৎসা নকৰিলে ৯০ শতাংশ আক্রান্ত লোকৰে মৃত্যু হয়। এনথ্ৰাক্সৰ তিনিটা প্রকাৰ আছে। সেইকেইটা হ'ল ঃ (১) কিউটেনিয়াছ এনথ্ৰাক্স (Cutaneous Anthrax), (২) ইনহেলচন (Inhaltion) আৰু (৩) গেষ্ট্ৰোইনটেছটিনেল (Gastrointestinal)।

**এনফিল্ড ৰাইফল**

ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতীয় চিপাহীসকলৰ মাজত প্রৱৰ্তন কৰা এবিধ বন্দুক। এই বন্দুকৰ কাৰ্টিজত (Cartridge) পশুৰ চৰ্বি মিহলি আছিল। ব্যৱহাৰ কৰিবৰ সময়ত কাৰ্টিজটো মুখেৰে এৰুৱাই ল'ব লাগিছিল। চিপাহীসকলৰ মাজত জনৰৱ সৃষ্টি হৈছিল যে তাত গৰু আৰু গাহৰিৰ চৰ্বি মিহলি হৈ থাকে, যাতে হিন্দু-মুছলমান দুয়ো ধৰ্মৰে চিপাহীৰ ধৰ্মবিশ্বাসত আঘাত লাগে। তাকে লৈ চিপাহীসকলৰ মাজত আশংকাৰ সৃষ্টি হৈছিল। ইয়েই সময়ত চিপাহী বিদ্ৰোহৰো অন্যতম কাৰণ হৈছিলগৈ।

### এন-ৰে' *N-ray*

নিউট্ৰন ৰে' বা নিউট্ৰন ৰশ্মিৰ (Neutron Ray) সংক্ষিপ্ত নাম। ধাতু বা হাড়ৰ মাজত এক্স-ৰে'ৰ দ্বাৰা ফটো নুঠে। এনেক্ষেত্ৰত নিউট্ৰন-ৰে'ৰ সহায়ত ফটো তোলা হয়।

উৰাজাহাজ বা ৰকেটৰ কল-কব্জা বিকল হ'লে এন-ৰে'ৰ সহায়ত পৰীক্ষা কৰা হয়। কোনো ছীল কৰা ধাতুৰ পেকিং বক্সত বিস্ফোৰক পদাৰ্থ আছে নেকি চোৱাতো এন-ৰে'ৰ ব্যৱহাৰ আছে।

### এনামেল *Enamel*

কাঁচজাতীয় পদাৰ্থৰ লগত টিন ডাই-অক্সাইড আদি বিভিন্ন ধাতৱ পদাৰ্থ উপযুক্ত উত্তাপত গলাই-মিহলাই প্ৰস্তুত কৰা মসৃণ আৰু চক্‌চকীয়া পদাৰ্থ; কলাই। বিভিন্ন ধাতৱ বাচন-বৰ্তনৰ ওপৰত ইয়াৰ পাতল আৱৰণ দি সুদৃশ্য কৰা হয়। এনামেলৰ আস্তৰণে লো বা ইস্পাতৰ পদাৰ্থত মামৰে ধৰাৰ পৰা ৰোধ কৰে। ৰান্ধনি-ঘৰ আৰু হাস্পতালত এনামেলৰ বাচন-বৰ্তন তথা আহিলা-পাতিৰ বহুল ব্যৱহাৰ আছে।

পিতল, সোণ, ৰূপ আদিৰ দ্বাৰা প্ৰস্তুত চৌখিন সামগ্ৰীৰ ওপৰত খোদাই কৰি তাৰ ওপৰত ৰঙীণ কাঁচৰ দৰে পদাৰ্থৰ কাৰুকাৰ্য কৰাকো এনামেল বোলা হয়। সাধাৰণভাৱে ইয়াকেই মিনা কৰা বুলি জনা যায়।

প্ৰাণীৰ দাঁতৰ বাহিৰত থকা বগা কঠিন আস্তৰণৰ নামো এনামেল। এই এনামেলৰ বাবে পৰিষ্কাৰ দাঁতবোৰ চক্‌চকীয়া বগা দেখি। দাঁতৰ এই এনামেল ক্ষয় গ'লে দাঁতত খোৱাবস্তুৰ বোল ধৰে।

### এনাস্থেছিয়া *Anaesthesia/Anesthesia*

অস্ত্ৰোপচাৰৰ সময়ত যি প্ৰক্ৰিয়া বা ঔষধেৰে ৰোগীক অচেতন কৰি ৰখা হয়। এনাস্থেছিয়া সাধাৰণতে দুই প্ৰকাৰেৰে প্ৰয়োগ কৰা হয়। প্ৰথম প্ৰকাৰক সাধাৰণ এনাস্থেছিয়া (general anaesthesia) বোলা হয়। এই সময়ত ৰোগীৰ জ্ঞান সম্পূৰ্ণৰূপে লোপ পায়। দ্বিতীয় প্ৰকাৰক বোলা হয় আংশিক এনাস্থেছিয়া (local anaesthesia)। এই প্ৰক্ৰিয়াত ৰোগীৰ যি অংশত অস্ত্ৰোপচাৰৰ প্ৰয়োজন, সেই অংশহে অসাৰ কৰি দিয়া হয়। ক্লোৰোফৰ্মক সাধাৰণতে এনাস্থেছিয়াৰূপে ব্যৱহাৰ কৰা হয়।

### এনিমিয়া *Anaemia*

দেহত স্বাভাৱিক অৱস্থাতকৈ তেজ কম হোৱা ৰোগ; ৰক্তহীনতা। এনিমিয়া শব্দটো গ্ৰীক ভাষাৰ পৰা অহা। গ্ৰীক ভাষাত 'এনি' শব্দৰ অৰ্থ 'শূন্য' আৰু 'মিয়া' শব্দৰ অৰ্থ 'তেজ' বা 'ৰক্ত'। দুয়োটা শব্দ মিলালে অৰ্থটো হয়গৈ ৰক্তশূন্যতা। কিন্তু মানুহৰ যিহেতু কেতিয়াও ৰক্তশূন্য নহয়, সেয়ে ইয়াক ৰক্তশূন্য নু বুলি 'ৰক্তহীনতা' বা 'ৰক্তাল্পতা' বোলা হয়।

### এপিক থিয়েটাৰ *Epic Theatre*

কুৰি শতিকাৰ দ্বিতীয়-তৃতীয় দশকত প্ৰচলিত নাট্যৰীতিৰ বিৰোধিতা কৰি জাৰ্মানীৰ বাৰ্টোল্ট ব্ৰেখটে (Bertolt Brecht, ১৮৯৮-১৯৫৬) প্ৰচলন কৰা এক প্ৰকাৰ নাট্য ৰচনা আৰু

অভিনয় কৌশল। ব্ৰেখটৰ মতে থিয়েটাৰ বা নাটকৰ উদ্দেশ্য আৱেগ সৃষ্টি কৰা নহয়, ই চিন্তাৰ খোৰাকহে যোগাব লাগে। ব্ৰেখটৰ 'মাদাৰ কাৰেজ' (Mother Courage, মূল : *Mutter Courage*, ১৯৪১), 'দি থ্ৰী পেনী অপেৰা' (The Three Penny Opera, মূল : *Die Dreigroschenoper*, ১৯২৮) আদি এপিক থিয়েটাৰৰ উদাহৰণ।

## এপিছোড *Episode*

কোনো দীঘল ঘটনা বা কাহিনীৰ অন্তৰ্ভুক্ত চমু ঘটনা বা কাহিনী; অনুকাহিনী। সাধাৰণতে ই মূল কাহিনীৰ অংশহে যদিও কেতিয়াবা মূল কাহিনীৰ পৰা ফালৰি কাটি যাব পাৰে। এপিছোড সাধাৰণতে স্বয়ংসম্পূৰ্ণ নহয় যদিও টেলিভিছন আৰু ৰেডিঅ'যোগে সম্প্ৰচাৰিত ধাৰাবাহিকৰ (serial) এপিছোড সম্পূৰ্ণ হোৱাও দেখা যায়।

## এপিটাফ *Epitaph*

সমাধি বা স্মৃতিচিহ্নৰ ওপৰত মৃতক সম্বন্ধে গদ্য বা পদ্যত লিখা কথা; সমাধিলিপি। শব্দটো গ্ৰীক ভাষাৰ পৰা অহা। প্ৰাচীন কালত মিছৰ আৰু গ্ৰীচত মৃতকৰ স্মৰণত এপিটাফ ৰচনাৰ প্ৰচলন আছিল। অৱশ্যে এক বিশেষ ধৰণৰ কবিতা হিচাপে এপিটাফৰ বিকাশ হয় পঞ্চদশ-ষষ্ঠদশ শতিকাৰ ইংলেণ্ডত। এপিটাফ কবিয়ে নিজেও লিখিব পাৰে, আনেও লিখি দিব পাৰে। নিজৰ বাবে স্বয়ং এপিটাফ ৰচনা কৰা কবিৰ ভিতৰত টমাছ গ্ৰে আৰু কীটছ্ সুপৰিচিত। বহু এপিটাফেই সমাধিত লিপিবদ্ধ হোৱা নাই, কিন্তু সিবোৰৰ সাহিত্যিক মূল্য অপৰিসীম। ইংৰাজী সাহিত্যৰ সফল এপিটাফ-কবিসকলৰ ভিতৰত আলেকজেণ্ডাৰ পোপ, জনছন আৰু ৱৰ্ডছৱৰ্থৰ নাম উল্লেখযোগ্য। এপিটাফৰ মূল উদ্দেশ্য আছিল স্মৃতিচাৰণ, — চলমান পথিকৰ ওচৰত মৃত ব্যক্তিৰ স্মৰণত এটি আবেদন ব্যক্ত কৰা। এপিটাফৰ জৰিয়তে মৃতকৰ মংগল কামনা কৰি প্ৰাৰ্থনা সংযোজিত কৰাৰো উদাহৰণ আছে। কিন্তু শেষ পৰ্যন্ত এপিটাফৰ উদ্দেশ্য আৰু প্ৰসাৰিত হৈছে। জীৱিত ব্যক্তিক ব্যংগ কৰিও ৰচিত হৈছে এপিটাফ। কবি কীটছৰ স্বৰচিত এপিটাফত লিখা আছে Here lies one whose name was writ in water. ইয়াত কবিৰ লাঞ্ছিত জীৱনৰ হতাশা আৰু বেদনাৰ সুৰ পৰিস্ফুট হৈছে। ভাৰতীয় এপিটাফৰ ভিতৰত চিত্তৰঞ্জন দাসৰ সমাধিস্তম্ভত লিখা ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাৰ পংক্তি 'এনেছিল সাথে কৰে মৃত্যুহীন প্ৰাণ/মৰণে তাহাই তুমি কৰে গেলে দান' সুপৰিচিত। শ্মশানস্থলীত মৃত ব্যক্তিৰ জন্ম-মৃত্যুৰ চন, তাৰিখ, বংশ পৰিচয় আদি সম্বলিত ফলক স্থাপনৰ ৰীতিও বিভিন্ন ঠাইত প্ৰচলিত।

## এপিল *Appeal*

বিচাৰকে দণ্ডাদেশ দিয়াৰ পাছত দণ্ড পোৱা ব্যক্তিয়ে ৰায়ৰ পুনৰ বিবেচনাৰ বাবে উচ্চ আদালতত কৰা আবেদন। সাধাৰণতে নিম্ন আদালতৰ ৰায়ৰ পুনৰ বিবেচনাৰ বাবে উচ্চ আদালতত এপিল কৰা হয়।

ক্ৰিকেট খেলত বলাৰে বেট্ছমেনলৈ বল নিক্ষেপ কৰাৰ পাছত বেট্ছমেন আউট হ'লে বা প্ৰতিপক্ষৰ খেলুৱৈয়ে বেট্ছমেন আউট হোৱা বুলি ধাৰণা কৰিলে (সাধাৰণতে এল বি ডব্লিউ, হেণ্ডলড্ দা বল আদি অৱস্থাত) চিঞৰি আম্পায়াৰৰ দৃষ্টি আকৰ্ষণ কৰা কাৰ্যকো এপিল বোলা হয়।

**এপেণ্ডিক্স** *Appendix*
ক্ষুদ্রান্ত্র আৰু বৃহদন্ত্রৰ সংযোগস্থলত (শৰীৰৰ সোঁকাষে) থকা এমূৰ বন্ধ আঙুলিটোৰ সমান এডাল সৰু নলী। মানুহৰ তলপেটত সোঁফালে এপেণ্ডিক্স থাকে। কাচিৎ সোঁফালে ওপৰ পেটত যকৃতৰ তলত আৰু কেতিয়াবা বাঁওফালে তলপেটতো থাকিব পাৰে। ইয়াৰ দৈৰ্ঘ্য ২-ৰ পৰা ২০ চেণ্টিমিটাৰ হ'ব পাৰে যদিও সাধাৰণতে ই ৭.৫-ৰ পৰা ৯ চেণ্টিমিটাৰ দীঘল। শৰীৰত ইয়াৰ কোনো ক্ৰিয়া নাই। কোনো প্ৰকাৰে খাদ্যনলীৰ পৰা ইয়ালৈ আহাৰ সোমালে তাতে পকি উখহি বিষ হোৱা অৱস্থাটোক চিকিৎসা বিজ্ঞানত এপেণ্ডিচাইটিছ (appendicities) বোলা হয়।

**এপেণ্ডিচাইটিছ**
*এপেণ্ডিক্স চাওক*

**এপোষ্টল** *Apostle*
যীশুখ্ৰীষ্টই তেওঁৰ শিষ্যসকলৰ মাজৰ পৰা ১২জন শিষ্যক তেওঁৰ কামবোৰ চলাই নিবৰ বাবে বাছি লৈছিল। এই ১২জন শিষ্যক এপোষ্টল বোলা হয়।

**এফ এম ৰেডিঅ'** *FM Radio*
এক বিশেষ ধৰণৰ ৰেডিঅ'। ইংৰাজী Frequency Modulation শব্দ দুটাক সংক্ষেপে FM বুলি লিখা আৰু কোৱা হয়। এতিয়া বহু ধৰণৰ এফ এম ৰেডিঅ' ওলাইছে। প্ৰায়বোৰ মোবাইল ফোন ছেটতো আজিকালি এফ এম ৰেডিঅ' থাকে। অকলশৰীয়া যাত্ৰা বা আন আজৰি সময়ত এফ এম ৰেডিঅ' মনোৰঞ্জনৰ এক সুন্দৰ সংগী হ'ব পাৰে। সাধাৰণ ৰেডিঅ'তকৈ এফ এম ৰেডিঅ'ৰ শব্দৰ গুণাগুণ যথেষ্ট উন্নত। এফ এম ৰেডিঅ' তথা ইয়াৰ সম্প্ৰচাৰৰ পদ্ধতি আবিষ্কাৰৰ ক্ষেত্ৰত মূল কৃতিত্বৰ দাবীদাৰ হ'ল মাৰ্কিন বৈদ্যুতিক অভিযন্তা এডউইন আৰ্মষ্ট্ৰং। সৰুৰে পৰা ৰেডিঅ' প্ৰসাৰণৰ প্ৰতি অনুৰক্ত আৰ্মষ্ট্ৰঙে শব্দৰ বিভিন্নতা সৃষ্টি কৰিবৰ বাবে, পৰম্পৰাগত তৰংগৰ বিস্তাৰ সলনি কৰাৰ পৰিৱৰ্তে কম্পনাংক সলনি কৰাৰ পদ্ধতি ব্যৱহাৰ কৰিলে। এই নতুন পদ্ধতিত শব্দৰ ব্যাপন নঘটে আৰু সম্প্ৰচাৰৰ পাছত স্পষ্ট শব্দ শুনিবলৈ পোৱা যায়। আৰ্মষ্ট্ৰঙৰ আবিষ্কাৰৰ পাছতো অৱশ্যে এফ এম ৰেডিঅ'ই বহু দূৰ অতিক্ৰম কৰিবলগীয়া হৈছিল। কম বেণ্ডৰ এফ এমৰ অসুবিধা বেণ্ডৰ বিস্তাৰ বঢ়াই দূৰ কৰা গ'ল। কম্পনাংকৰ পৰিসৰ বঢ়াবলৈও বহু প্ৰয়াস চলিল। তাৰ পাছতহে এফ এম ৰেডিঅ'ই বৰ্তমানৰ অৱস্থা পাইছেহি। এতিয়া এফ এম ৰেডিঅ'ৰ প্ৰসাৰণ বৰ সুন্দৰ ব্যৱসায়।

**এফিডেফিট** *Affidavit*
আদালতত কোনো ব্যক্তিয়ে শপত লৈ কোনো এটা তথ্য বা সত্যক স্বীকাৰ কৰি স্বাক্ষৰ কৰা কাকত; শপতনামা।

**এফোনিয়া** *Aphonia*
হঠাতে সৃষ্টি হোৱা আৱেগিক অৱস্থাৰ বাবে একো শব্দই উচ্চাৰণ কৰিব নোৱাৰা অৱস্থা; স্বৰহানি। (সাধাৰণতে) স্বৰতন্ত্ৰৰ শ্বাসনলীত অৱস্থিত অংগৰ বিজুতিৰ বাবে এনে হয়।

## এবছাৰ্ড নাটক *Absurd Drama*

এবছাৰ্ডৰ আভিধানিক অৰ্থ হ'ল অসংগত, অযৌক্তিক, অদ্ভুত, কিম্ভূত-কিমাকাৰ, সাধাৰণ অভিজ্ঞতাৰ বিপৰীত। এবছাৰ্ড নাটক হ'ল এনেধৰণৰ নাটক য'ত নাটকৰ ৰচনা তথা উপস্থাপনৰ গতানুগতিক ৰীতিক সম্পূৰ্ণ উপেক্ষা বা বিকৃত কৰা হয়। গতানুগতিক পদ্ধতিৰ নাটকৰ পাত্ৰ-পাত্ৰীসকলে সুপৰিকল্পিত আৰু সচেতন উদ্দেশ্য অনুসৰি কাম কৰে; কিন্তু এবছাৰ্ড নাটকৰ চৰিত্ৰবোৰ যেন বৰ পৰিচিত নহয়, আৰু তেনে চৰিত্ৰৰ উদ্দেশ্যও অস্পষ্ট। এনে নাটকত প্ৰয়োজন অনুসৰি বয়সত বুঢ়া বা ডেকাও হ'ব পাৰে। নাটকৰ বিষয়বস্তু পৰিৱেশনতো কোনো নিৰ্দিষ্ট পৰিৱেশ নাথাকে, নাটকীয় সময়ৰ ক্ৰমগতিও অনিৰ্দিষ্ট। জাঁ পল ছাৰ্ত্ৰে, আলবেয়াৰ কেমু আৰু ছেমুৱেল বেকেটক এবছাৰ্ড নাটকৰ বাটকটীয়া আখ্যা দিয়া হয়। বেকেটৰ 'ৱেটিং ফৰ গডো' নাটকখন (১৯৫৪) আজিও এবছাৰ্ড নাটকৰ উজ্জ্বল উদাহৰণ হৈ আছে। এবছাৰ্ড নাটকক অসমীয়াত উদ্ভট নাটক বোলা হয়। অসমীয়াত অৱশ্যে এতিয়াও এবছাৰ্ড নাটকৰ সম্পূৰ্ণ লক্ষণ থকা নাট ৰচনা হোৱা নাই। অৰুণ শৰ্মাৰ 'আহাৰ' নাটকখন এবছাৰ্ড নাটকৰ আটাইতকৈ ওচৰ চপা উদাহৰণ বুলি কোৱা হয়।

## এবাকাছ *Abacus*

গণনা কৰাৰ বাবে শাৰী শাৰী মণি সী লোৱা আহিলা। প্ৰাইমেৰী বিদ্যালয়ত ১, ২, ৩ আদি সংখ্যাবোৰ শিকাবলৈ তাঁৰ কেইডালমানত ৰঙীণ মণিকেইটামান অনা-নিয়া কৰিব পৰা ফ্ৰেম ব্যৱহাৰ কৰা হয়। ৰঙীণ মণি থকা এই ফ্ৰেমটোতে এখন ফলিও (শ্লে'ট) লগোৱা থাকে। এনেদৰে গণনা কৰাৰ আদি ৰূপৰ নাম আছিল 'এবাকাছ'। এসময়ত সমগ্ৰ পৃথিৱীতে ই বেচা-কিনাৰ হিচাপ কৰাৰ কামত ব্যৱহাৰ হৈছিল। আজিৰ পৰা ৩,০০০ মান বছৰৰ আগতে বেবিলনৰ (বৰ্তমান ইৰাকত) বিদ্বান লোকসকলে অংক কৰিবলৈ এনে এবিধ যতন ব্যৱহাৰ কৰাৰ কথা জনা যায়। পাছত ইজিপ্ট, গ্ৰীচ আৰু ৰোমলৈও ইয়াৰ ব্যৱহাৰ প্ৰসাৰিত হয়। এনে যতন এতিয়াও চীন, থাইলেণ্ড, মালয়েছিয়া আদি দেশত ব্যৱহাৰ কৰা হয়। এই এবাকাছেই আছিল কম্পিউটাৰৰ পূৰ্বপুৰুষ।

## এ বি চি *ABC*

সংবাদপত্ৰৰ লগত জড়িত শব্দ। ইংৰাজী **Audit Bureau of Circulation** শব্দকেইটাক সংক্ষেপে ABC বুলি লিখা আৰু কোৱা হয়। ই এক অডিট সংস্থা। এবিচি-য়ে বাতৰিকাকতৰ সঠিক প্ৰচালন সংখ্যা কিমান সেইটো পৰীক্ষা কৰে আৰু সেইমতে প্ৰমাণ-পত্ৰ দিয়ে। বিজ্ঞাপন সংস্থা তথা চৰকাৰ, সকলোৱে এই সংস্থাৰ প্ৰমাণ-পত্ৰকেই বিশ্বাস কৰে আৰু মানি লয়।

## এ বি চি ৰাষ্ট্ৰ *ABC State*

পৃথিৱীৰ চতুৰ্থ বৃহত্তম মহাদেশ দক্ষিণ আমেৰিকাত মুঠ ১৯খন ৰাষ্ট্ৰ আছে। এই আটাইকেইখন ৰাষ্ট্ৰৰ ভিতৰত তিনিখন ৰাষ্ট্ৰ বেছ উন্নত। এই ৰাষ্ট্ৰকেইখন হ'ল যথাক্ৰমে আৰ্জেণ্টিনা (Argentina), ব্ৰাজিল (Brazil) আৰু চিলি (Chile)। এই তিনিখন ৰাষ্ট্ৰকে সামূহিকভাৱে এ বি চি ৰাষ্ট্ৰ বুলি কোৱা হয়। দেশকেইখনৰ নামৰ অদ্যাক্ষৰৰ পৰা নামটো আহিছে। এই ৰাষ্ট্ৰবোৰৰ মাজত সকলোতকৈ উন্নত হ'ল আৰ্জেণ্টিনা। মাটিকালি

২৭,৬৬,৮৮৯ বৰ্গ কিলোমিটাৰ, ৰাজধানী বুয়েনছ আয়াৰ্ছ। ৮৫ শতাংশ চহৰবাসী। উন্নতিৰ দিশত পৰা দ্বিতীয় স্থান হ'ল ব্ৰাজিলৰ। দক্ষিণ আমেৰিকাৰ বৃহত্তম ৰাষ্ট্ৰ হোৱাৰ লগতে ই পৃথিৱীৰ পঞ্চম বৃহত্তম ৰাষ্ট্ৰ। মাটিকালি ৮৫,১১,৯৭০ বৰ্গ কিলোমিটাৰ। ৰাজধানী ব্ৰাছিলিয়া। জনসংখ্যাৰ ৭৫ শতাংশ নগৰবাসী। তাৰ পাছৰ দেশখন হ'ল চিলি। মাটিকালি ৭,৫৬,৯৪৫ বৰ্গ কিলোমিটাৰ। ৰাজধানী ছান্টিয়াগো।

## এভেন গাৰ্ড *Avant-garde*

মূল ফৰাচী শব্দ। অৰ্থ অগ্ৰদূত; অগ্ৰনেতা। আদিতে এই শব্দই সৈন্য বাহিনীৰ একেবাৰে আগত যোৱাসকলক বুজাইছিল। মূল বাহিনীক পঠিওৱাৰ আগতে অগ্ৰণী প্ৰতিৰক্ষাৰ বাবে (Advance guard party) পঠিওৱা দলটোক বা শোভাযাত্ৰাৰ একেবাৰে আগত যোৱা নেতৃবৃন্দক এই শব্দৰে বুজোৱা হৈছিল। পাছলৈ সাহিত্য-শিল্প-সংস্কৃতি জগতত যিসকলে কোনো নতুন শিল্পৰীতিৰ সম্পৰীক্ষা বা প্ৰচলন কৰে তেওঁলোকক এভেন গাৰ্ড বুলিবলৈ লোৱা হ'ল। এওঁলোকে নতুন নতুন আংগিক, নতুন কাৰিকৰী পৰীক্ষা আদিৰে অগ্ৰণী প্ৰতিৰক্ষাৰ দৰে সদায় নতুন সৃষ্টি কৰি আগবাঢ়ি যায়।

## এভোগ্ৰেডৰ সূত্ৰ *Avogadro's Law*

ইটালীৰ পদাৰ্থ বিজ্ঞানী এমাভিঅ' এভোগেড্ৰোৱে আবিষ্কাৰ কৰা সূত্ৰ। এই সূত্ৰমতে একে উষ্ণতা আৰু সমান চাপত থকা (আয়তন) পৰিমাণৰ বিভিন্ন গেছত থকা অণুৰ সংখ্যা সমান।

## এম আৰ আই *MRI*

শৰীৰৰ ভিতৰৰ গঠন আৰু কাৰ্যপ্ৰণালীবোৰৰ ছবি তোলাৰ প্ৰসংগত চিকিৎসা বিজ্ঞানত ব্যৱহৃত শব্দ। ইংৰাজী Magnetic Resonance Imaging শব্দকেইটাক সংক্ষেপে MRI বুলি লিখা আৰু কোৱা হয়। বহুল ব্যৱহৃত এম আৰ আই মেচিনবোৰৰ দৈৰ্ঘ্য প্ৰায় দহ ফুট, প্ৰস্থ সাত ফুট আৰু উচ্চতা সাত ফুট। ইয়াৰ ভিতৰত এডাল ডাঙৰ চুম্বক থাকে। চুম্বকৰ মাজেৰে, চুম্বকৰ প্ৰায় কেন্দ্ৰ অংশত থাকে বহল একোটা অনুভূমিক টিউব। পৰীক্ষা কৰিবলগীয়া ৰোগীক এখন বিশেষ বিছনাত শুৱাই তাৰ ভিতৰত সুমুৱাই দিয়া হয়। মানুহজনৰ শৰীৰৰ মাজেৰে পাৰ হৈ যোৱা চুম্বকীয় তৰংগই ভিতৰৰ ভিন ভিন অংগৰ ভিন ভিন অৱস্থাৰ ছবি সৃষ্টি কৰিব পাৰে আৰু কম্পিউটাৰ স্ক্ৰীনত সেয়া প্ৰদৰ্শিত হয়। দেহৰ অভ্যন্তৰৰ বিভিন্ন কোমল কোষকলাৰ পাৰ্থক্যসমূহ প্ৰদৰ্শন কৰাত এম আৰ আই পদ্ধতি একেধৰণৰ চি টি (কম্পিউটাৰাইজড টমোগ্ৰাফী) স্কেনতকৈ বেছি কাৰ্যকৰী। চি টি স্কেনত ব্যৱহাৰ কৰা আয়নীয় বিকিৰণৰ পৰিবৰ্তে এম আৰ আইত শক্তিশালী চুম্বকীয় ক্ষেত্ৰ ব্যৱহাৰ কৰা হয়, যি সাধাৰণতে দেহৰ ভিতৰৰ পানীত থকা হাইড্ৰোজেনৰ পৰমাণুবোৰৰ নিউক্লীয় চুম্বকীয়কৰণ ঘটাব পাৰে। দেহৰ বিভিন্ন অংশত থকা বিভিন্ন হাইড্ৰোজেন পৰমাণু (বা প্ৰোটন) বেলেগ বেলেগ ধৰণেৰে কিছু বিচ্যুত হয় আৰু তাৰ পাছত পুনৰ সুকীয়া ধৰণেৰে নিজৰ স্থানলৈ আহে। এই তথ্যবোৰ বিশ্লেষণ কৰি দেহৰ বিভিন্ন অংগৰ আকাৰ, পৰিবৰ্তন আদিৰ বিষয়ে জানিব পাৰি। প্ৰথম এম আৰ আই মেচিনটো সাজি উলিয়াইছিল ডঃ ৰেমণ্ড ডামাডিয়ান, ডঃ লেৰি মিনকফ আৰু ডঃ মাইকেল গোল্ডস্মিথ

নামৰ তিনিজন বিজ্ঞানীয়ে। ১৯৭৭ চনৰ ৩ জুলাইত আমেৰিকা যুক্তৰাষ্ট্ৰত প্ৰথমটো এম আৰ আই স্কেন কৰা হৈছিল। *লগতে চাওক চি টি স্কেন*

**এম এম এছ** *MMS*

এটা মোবাইল ফোনৰ পৰা আন এটা মোবাইল ফোনলৈ মাল্টিমিডিয়াযুক্ত বাৰ্তা প্ৰেৰণ কৰাৰ এক পদ্ধতি বা সেৱা। সাধাৰণতে ফটোগ্ৰাফ বা ৰিংটোন প্ৰেৰণ কৰিবলৈ এম এম এছ সেৱা ব্যৱহাৰ কৰা হয়। ইংৰাজী **M**ultimedia **M**essaging **S**ervice শব্দকেইটাক সংক্ষেপে MMS বুলি লিখা আৰু কোৱা হয়।

মোবাইল ফোনে বাৰ্তা প্ৰেৰণৰ বাবে আগবঢ়োৱা এছ এম এছ (SMS) পদ্ধতিৰ কিছুমান সীমাবদ্ধতা আছে। ইয়াৰ সহায়ত কেৱল লিখিত বাৰ্তাহে প্ৰেৰণ কৰিব পৰা যায় আৰু তাকো খালী ঠাইকে ধৰি ১৬০টা বৰ্ণহে। গতিকে এনে সেৱাক অধিক উন্নত কৰাৰ প্ৰচেষ্টাৰে 'অ'পেন মোবাইল এলায়েন্স' (OMA) নামৰ এক সংস্থাই এম এম এছ সেৱাৰ বিকাশ কৰি উলিয়ায়। নামত মিল থাকিলেও কিন্তু এম এম এছ বাৰ্তা প্ৰেৰণ কৰাৰ পদ্ধতিৰ লগত এছ এম এছ প্ৰেৰণ কৰা পদ্ধতিৰ মিল নাই। এম এম এছ পঠিওৱা পদ্ধতিত প্ৰথমে প্ৰেৰণ কৰিব বিচৰা মাল্টিমিডিয়া ফাইলটোক সংকেতীকৰণ কৰা হয়, তাৰ পাছত সেয়া নিৰ্দিষ্ট মোবাইল ফোনলৈ প্ৰেৰণ কৰা হয়। দুয়োটা মোবাইল ফোনতে বিশেষ সুবিধা থাকিলেহে সেই সংকেতক পুনৰ আগৰ ৰূপলৈ পৰিৱৰ্তন কৰিব পৰা যায়। ২০০২ চনৰ মাৰ্চত এম এম এছৰ প্ৰথম বাণিজ্যিক সেৱা আৰম্ভ হয়। ই এতিয়া 'থ্ৰী জি' নেটৱৰ্কৰ এক অবিচ্ছেদ্য অংগ আৰু অচিৰেই বিকাশ হ'বলগীয়া 'ফোৰ জি' নেটৱৰ্কতো ইয়াৰ গুৰুত্বপূৰ্ণ স্থান থাকিব।

*লগতে চাওক এছ এম এছ*

**এম পি থ্ৰী প্লেয়াৰ** *MP3 Player*

গীত-সংগীতৰ ৰেকৰ্ড বা বাণীবদ্ধ কৰা আৰু বজোৱাৰ এক সাম্প্ৰতিক তথা অত্যাধুনিক পদ্ধতি। গীত-সংগীত ৰেকৰ্ড কৰা আৰু বজোৱাৰ ক্ষেত্ৰত আমাৰ যি ৰেকৰ্ড, ৮ ট্ৰেকৰ টেপ, কেছেট টেপ, চিডি আদি পদ্ধতি আছিল, সেই সকলোৰে ভিতৰত এম পি থ্ৰী পদ্ধতি আটাইতকৈ বেছি সুবিধাজনক আৰু কম খৰচী। এম পি থ্ৰীৰ জৰিয়তে এতিয়া জেপৰ ভিতৰতে হাজাৰ হাজাৰ গান ভৰাই থ'ব পাৰি।

MPEG Audio Layer III শব্দকেইটা সংক্ষেপে MP3 বুলি লিখা আৰু কোৱা হয়। এম পি ই জি (MPEG) সম্পূৰ্ণকৈ লিখিলে হয় 'মোভিং পিকচাৰ এক্সপাৰ্ট গ্ৰুপ' (Moving Picture Experts Group)। আমাৰ মিউজিক প্লেয়াৰবোৰে চি ডি বা টেপৰ পৰা গান বজাবলৈ চলমান সঁজুলি ব্যৱহাৰ কৰাৰ বিপৰীতে এম পি থ্ৰী প্লেয়াৰে 'ছলিড ষ্টেট মেমৰী' পদ্ধতি ব্যৱহাৰ কৰে। এম পি থ্ৰী প্লেয়াৰ প্ৰকৃততে এক ডাটা-ষ্টোৰেজ কৌশল। তাৰ লগতে এক ছফ্টৱেৰ পদ্ধতি থাকে, যি কোনো কম্পিউটাৰৰ পৰা এম পি থ্ৰী ফাইল প্লেয়াৰটোলৈ প্ৰেৰণ কৰে। এম পি থ্ৰী প্লেয়াৰ আচলতে কেইবাবিধৰো প্ৰযুক্তিৰ এক সমন্বিত ৰূপ। তাৰে কোনা এটাই 'বৈপ্লৱিক' নহয়। সেইবোৰৰ সমন্বিত ৰূপটোহে বৈপ্লৱিক। ১৯৯৮ চনত ছেহান গ্ৰুপে 'এম পি মেন' নামৰ প্ৰথম এম পি থ্ৰী প্লেয়াৰ দক্ষিণ কোৰিয়াৰ বজাৰত উলিয়াই দিয়ে। তাৰ পাছৰ পৰাই ই জনপ্ৰিয় হৈ উঠে। এম পি থ্ৰী ফৰ্মেটত একোটা গান যথেষ্ট 'কমপ্ৰেছ' বা

সংকুচিত কৰি সুমুৱাই থ'ব পাৰি আৰু সেইবাবে এখন এম পি থ্ৰী ডিস্কত, সাধাৰণ চি ডি এখনৰ তুলনাত দহ-বিশ গুণ বেছি গান ষ্টোৰ বা জমা কৰিব পাৰি।

**এমপ্লিফায়াৰ** *Amplifier*

শব্দ সংকেত পৰিবৰ্ধন কৰিবলৈ ব্যৱহাৰ কৰা ইলেকট্ৰনিক আহিলা। ৰেডিঅ', মাইক্ৰোফোন আদিত ব্যৱহাৰ কৰা হয়। অসমীয়াত ইয়াৰ নাম পৰিবৰ্ধক। এমপ্লিফায়াৰ কেইবা প্ৰকাৰৰ আছে। যেনে ঃ মেগনেটিক এমপ্লিফায়াৰ, ইলেকট্ৰনিক এমপ্লিফায়াৰ, মেছাৰ এমপ্লিফায়াৰ আদি। ইয়াৰ ভিতৰত ইলেকট্ৰনিক এমপ্লিফায়াৰৰ ব্যৱহাৰেই আটাইতকৈ বেছি।

**এম্বছিং** *Embossing*

ধাতু, চামৰা, কাঠ, কাগজ আদিৰে নিৰ্মিত কোনো সামগ্ৰীৰ ওপৰত উঠি থকাকৈ ডিজাইন লগাই দিয়াৰ পদ্ধতিবিশেষ। সাধাৰণতে গ্ৰন্থৰ বেটুপাত, বিয়াৰ নিমন্ত্ৰণী পত্ৰ, ভিজিটিং কাৰ্ড আদিত এম্বছিং কৰা সততে চকুত পৰে।

**এম্বেছেডৰ**

*হাই কমিছনাৰ আৰু এম্বেছেডৰ চাওক*

**এম্ফিথিয়েটাৰ** *Amphitheatre*

দৰ্শকৰ আসনসমূহ দূৰলৈ ক্ৰমাৎ উচ্চ স্থানত অৱস্থিত, অৰ্ধবৃত্তাকাৰ ৰংগশালা বা প্ৰেক্ষাগৃহ। এম্ফিথিয়েটাৰ সাধাৰণতে ডিম্বাকৃতি বা বৃত্তাকাৰ হয়। মুকলি ঠাইত শাৰী শাৰীকৈ গেলাৰী পাতি মাজত ৰংগমঞ্চ তৈয়াৰ কৰি ইয়াক সজা হয়। আধুনিক কালৰ অলিম্পিক বা ক্ৰিকেট ষ্টেডিয়ামৰ লগত ইয়াৰ আকাৰ আৰু ব্যৱহাৰৰ ভালেখিনি সাদৃশ্য আছে। প্ৰাচীন ৰোম এম্ফিথিয়েটাৰৰ বাবে বিখ্যাত আছিল। ৬৯ খ্ৰীষ্টাব্দত ৰোমত নিৰ্মিত কলোছিয়াম আজিও এম্ফিথিয়েটাৰৰ উজ্জ্বল দৃষ্টান্ত হৈ আছে। প্ৰসংগতে উল্লেখযোগ্য, অসমৰ ৰংঘৰো এছিয়া মহাদেশৰ প্ৰথমটো এম্ফিথিয়েটাৰ।

**এৰিয়েল**

*এণ্টেনা চাওক*

**এৰোকেপচাৰ** *Aerocapture*

মহাকৰ্ষণ বল ব্যৱহাৰ কৰি এখন মহাকাশযানক কোনো গ্ৰহৰ ওপৰৰ এক নিৰ্দিষ্ট কক্ষপথত স্থাপন কৰাৰ পদ্ধতিবিশেষ। এই পদ্ধতিত কোনো ৰাসায়নিক প্ৰোপেলেণ্ট বা সঞ্চালক পদাৰ্থৰ (Propellant ঃ যিবোৰ দাহ্য বস্তু পুৰি ৰকেটক গতি প্ৰদান কৰা হয়) খৰচ নহয়।

**এৰোছোল কেন** *Aerosol Can*

ধাতুৰে তৈয়াৰী এক বিশেষ ধৰণৰ টেমা বা প্লাষ্টিকেৰে সজা বটল। ইয়াৰ ভিতৰত বিশেষ প্ৰকাৰৰ জুলীয়া পদাৰ্থ ভৰোৱা থাকে আৰু সেইবোৰক কুঁৱলী বা ফেনৰ দৰে বাহিৰ ওলাবলৈ

দিয়া হয়। সাধাৰণ এৰোছোল পাত্ৰত এটা খোলা, এটা ভালভ্, ভালভ্‌ৰ পৰা জুলীয়া পদাৰ্থখিনিলৈকে থকা এটা 'ডীপ টিউব' আৰু জুলীয়া অৱস্থাত থকা গেছৰ সৈতে এক ক্ষেপণক বা 'প্ৰপেলেণ্ট' পদাৰ্থ থাকে। ক্ষেপণক পদাৰ্থবিধ সাধাৰণতে জুলীয়া অৱস্থাপ্ৰাপ্ত গেছবিধৰ লগত মিহলি হৈ থাকে। এই মিশ্ৰণক যথেষ্ট চাপত ৰখা হয়। যেতিয়া ভালভ্‌টো খুলি দিয়া হয়, তেতিয়া চাপৰ ফলত ক্ষেপণক জুলীয়া পদাৰ্থবিধৰ মিশ্ৰণ ডীপ টিউবেদি ওপৰলৈ উঠি আহে আৰু বায়ুমণ্ডললৈ ওলাই যায়। বায়ুমণ্ডল পোৱাৰ লগে লগে ক্ষেপণক পদাৰ্থবিধৰ বাষ্পীভৱন হয়। সেইবাবে ই মূল জুলীয়া পদাৰ্থবিধক তেনেই ক্ষুদ্ৰ কণালৈ পৰিৱৰ্তিত কৰি সেইবোৰৰ ব্যাপন ঘটাব পাৰে।

১৭৯০ চনৰ আগভাগত ফ্ৰান্সত স্বচাপ-যুক্ত কাৰ্বনিত পানীয় আৱিষ্কাৰ হোৱাৰ লগে লগে এৰোছোল কেনৰ যুগ আৰম্ভ হ'ল বুলি ক'ব পাৰি। অৱশ্যে আধুনিক এৰোছোল কেনৰ সৃষ্টি হোৱাৰ এশ বছৰ হোৱাই নাই। ১৯২৭ চনৰ ২৩ নৱেম্বৰত নৰৱেৰ অভিযন্তা এৰিক ৰটহেইমে প্ৰথম এৰোছোল কেন সাজি উলিয়ায়। এই এৰোছোল কেনে, তাৰ ভিতৰত বিশেষ গেছীয় পদাৰ্থ ধৰি ৰাখি ক্ষেপণক পদাৰ্থৰ সহায়ত সেই গেছীয় পদাৰ্থৰ ব্যাপন ঘটাব পাৰিছিল। এতিয়া বায়ু সতেজকাৰকৰ পৰা কীটনাশক পদাৰ্থৰ স্প্ৰেলৈকে, — বিভিন্ন ধৰণৰ কামত এৰোছোল কেন ব্যৱহাৰ কৰা হয়।

**এৰোডাইনেমিকছ** *Aerodynamics*

বায়ু আৰু গেছীয় পদাৰ্থৰ গতিৰ বিষয়ে অধ্যয়ন কৰা বিজ্ঞানৰ শাখা; বায়ুগতি বিজ্ঞান। ৰে'লগাড়ী, জাহাজ, দলং, উচ্চ অট্টালিকা আদি নিৰ্মাণত এৰোডাইনেমিকছৰ বহুল প্ৰয়োগ আছে। বিজ্ঞানী আইজাক নিউটনৰ গতিসূত্ৰকেইটাক এই শাখাৰ আৰম্ভণিৰ সূত্ৰ বুলি গণ্য কৰা হয়।

**এৰোবিকছ্** *Aerobics*

এক প্ৰকাৰৰ ব্যায়াম। যিবোৰ ব্যায়ামৰ ফলত শৰীৰে যথেষ্ট পৰিমাণৰ অক্সিজেন লাভ কৰিব পাৰে বা অক্সিজেনৰ পূৰ্ণ ব্যৱহাৰ কৰিব পাৰে, তেনেধৰণৰ ব্যায়ামবোৰকে এৰোবিকছ্ বোলা হয়। এনেধৰণৰ ব্যায়ামবোৰৰ ভিতৰত আছে চাইকেল চলোৱা, নচা, খোজ কঢ়া, দৌৰা, স্কেটিং কৰা, সাঁতোৰা আদি। এৰোবিকছ্‌ৰ ফলত এজন মানুহে কাম কৰিবলৈ শক্তি আৰু উৎসাহ লাভ কৰে। নিয়মীয়া এৰোবিকছ্ ব্যায়ামে হৃদৰোগৰ সম্ভাৱনাও যথেষ্ট কমাই তোলে।

**এৰোষ্টেটিকছ্** *Aerostatics*

ৰৈ থকা বা সাম্য অৱস্থাত থকা বায়ু বা গেছীয় পদাৰ্থসমূহৰ ধৰ্মৰ বিষয়ে আলোচনা কৰা বিজ্ঞানৰ শাখা, বায়ুস্থিতি বিজ্ঞান। বিভিন্ন বায়ুমোনাৰ অধ্যয়নো ইয়াৰ অন্তৰ্গত।

**এলকেমী** *Alchemy*

ইতৰ ধাতুৰ পৰা সোণ সৃষ্টি কৰাৰ প্ৰচেষ্টা; কম মূল্যৰ বা নিকৃষ্ট পদাৰ্থ উৎকৃষ্ট বা মূল্যৱান পদাৰ্থলৈ পৰিৱৰ্তি কৰা প্ৰক্ৰিয়া; অপৰাসায়ন। খ্ৰীষ্টীয় প্ৰথম শতিকাত ইজিপ্ট, আৰব আৰু

চীনৰ এচাম লোকে সৰ্বৰোগহাৰক আৰু মানুহক অমৰ কৰি তুলিব পৰা পদ্ধতি তথা ঔষধ উলিয়াব পৰা যাব বুলি বিশ্বাস কৰিছিল। তেওঁলোকে ধাতুৰ পৰিবৰ্তন কৰি সীহ, তাম আদি নিকৃষ্ট ধাতুৰ পৰা সোণ প্ৰস্তুত কৰিব পাৰিব বুলিও বিশ্বাস কৰিছিল। ইংৰাজ ৰসায়নবিদ ৰোজাৰ বেকনেও (Roger Becon, ১২২০-১২৯০) এলকেমীৰ কিছু পৰীক্ষা কৰিছিল বুলি জনা যায়। এলকেমীৰ প্ৰকৃত উদ্দেশ্য কোনোদিন সফল নহ'ল যদিও ৰসায়ন বিজ্ঞানৰ অগ্ৰগতিত ইয়াৰ বিশাল ভূমিকা আছে।

### এলজাইমাৰছ্ *Alzheimer's*

সাধাৰণতে বাৰ্ধক্যত দেখা দিয়া মগজুৰ এবিধ ৰোগ। ইয়াৰ ফলত স্মৃতিভংগ হয় আৰু আন মানসিক অসমৰ্থতাই দেখা দিয়ে। মগজুৰ কোষবোৰ লাহে লাহে ধ্বংস হৈ আহিলে এই ৰোগৰ সৃষ্টি হয়। ক্ৰমে সমগ্ৰ স্নায়ু নিষ্ক্ৰিয় হৈ পৰে। ফলত কেৱল স্মৃতি বিলোপেই নহয়, ৰোগাক্ৰান্তজন লাহে লাহে এক জড় বস্তুত পৰিণত হয়। মগজুৰ কিছুমান জন্মগত লক্ষণেও এই ৰোগ সৃষ্টিত বিশেষ ভূমিকা লয়। ৪০ বছৰৰ কম বয়সৰ লোকৰ মাজত এই ৰোগ বিৰল, কিন্তু ৮৫ বছৰৰ বয়সৰ লোকৰ ক্ষেত্ৰত ২০-ৰ পৰা ৩০ শতাংশ লোক এই ৰোগত আক্ৰান্ত হয়।

### এল টি টি ই *LTTE*

শ্ৰীলংকাত তাণ্ডৱ সৃষ্টি কৰা বিদ্ৰোহী গেৰিলা সংগঠন। সংগঠনটোৰ সম্পূৰ্ণ নাম লিবাৰেছন টাইগাৰছ অব্ তামিল ইলম (Liberation Tigers of Tamil Eelam, সংক্ষেপে LTTE)। শ্ৰীলংকাৰ বঞ্চিত আৰু শোষিত তামিলসকলৰ স্বাধিকাৰৰ দাবীত ভেলুপিল্লাই প্ৰভাকৰণে ১৯৭২ চনত তামিল নিউ টাইগাৰ নামৰ এটা সংগঠন গঠন কৰে। ১৯৭৬ চনত শ্ৰীলংকাৰ উত্তৰ আৰু দক্ষিণ অংশত পৃথক তামিল ৰাষ্ট্ৰ গঠনৰ দাবীত সংগঠনটোৰ পৰিসৰ বৃদ্ধি কৰা হয়, নামো হয়গৈ লিবাৰেছন টাইগাৰছ অব্ তামিল ইলম বা এল টি টি ই। নিজ দাবী পূৰণৰ বাবে এল টি টি ইয়ে বিগত প্ৰায় ৩৭ বছৰত অসংখ্য আক্ৰমণ আৰু আত্মঘাতী বিস্ফোৰণ চলাই আহিছে। ২০০২ চন পৰ্যন্ত এই সংগঠনে শ্ৰীলংকাৰ ১৫,০০০ বৰ্গ কিলোমিটাৰ অঞ্চলত ৰাজত্ব কৰিছিল। বহুবাৰ শ্ৰীলংকাৰ সামৰিক বাহিনীৰ সৈতে সংঘৰ্ষ হৈছে এল টি টি ইৰ; মৃত্যু হৈছে সহস্ৰাধিক লোকৰ। ভাৰত, ব্ৰিটিছ যুক্তৰাষ্ট্ৰ, আমেৰিকা যুক্তৰাষ্ট্ৰকে ধৰি পৃথিৱীৰ ৩২খন ৰাষ্ট্ৰৰ উগ্ৰপন্থীৰ তালিকাত এল টি টি ইৰ নাম শীৰ্ষস্থানত। ভাৰতৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধী, শ্ৰীলংকাৰ ৰাষ্ট্ৰপতি প্ৰেমাদাসাৰ হত্যাৰ নেপথ্যতো এই সংগঠনৰ হাত আছিল। বহুতৰ মতে আল কায়দাৰ দৰে সন্ত্ৰাসবাদী সংগঠনতকৈ বহু বেছিসংখ্যক আত্মঘাতী বিস্ফোৰণ এল টি টি ইয়ে ঘটাইছে। ২০০৬ চনলৈ এল টি টি ইয়ে ৰাজত্ব কৰি ৰখা ভূখণ্ডৰ পৰিমাণ ১৭২ বৰ্গ কিলোমিটাৰ হয়গৈ আৰু ২০০৯ চনৰ ১৮ মে'ত সংগঠনটোৰ প্ৰধান প্ৰভাকৰণৰ সেনাবাহিনীৰ হাতত মৃত্যু হোৱাত এল টি টি ই ভালেখিনি নিষ্প্ৰভ হৈ পৰে।

### এল নিনো *El Neno*

প্ৰশান্ত মহাসাগৰীয় কিছু অঞ্চলত কেতিয়াবা সাগৰীয় আৰু মহাসাগৰীয় জলভাগ হঠাতে

ওপৰলৈ ওফন্দি আহি তীব্র বেগেৰে উপকূলীয় অঞ্চলসমূহ বুৰাই পেলায়; আৰু তাৰ লগতে প্রচণ্ড ধুমুহাও বলে। ওফন্দি অহা বেগী জল আৰু ধুমুহাৰ এনে সংমিশ্রণকে এল নিনো বুলি কোৱা হয়। এল নিনোৱে প্রতি বছৰে চীন, জাপান, থাইলেণ্ড, ফিলিপাইন আদি দেশত যথেষ্ট ধবংসকার্য সংঘটিত কৰে। অৱশ্যে প্রশান্ত মহাসাগৰীয় অঞ্চলৰ বাহিৰেও আন উপকূলীয় অঞ্চলতো এল নিনো সৃষ্টি হোৱাৰ কথা জনা যায়। আনকি পশ্চিমবংগৰ সীমা অঞ্চলতো এবাৰ 'এল নিনো'ৰ দৰে ধবংসাত্মক জল-ধুমুহাৰ সৃষ্টি হৈছিল।

## এল পি জি *LPG*

চাপ প্রয়োগেৰে তৰল অৱস্থাত ৰখা প্রাকৃতিক গেছ; ৰন্ধন গেছ। এল পি জি শব্দটো ইংৰাজী **Liquified Petroleum Gas** শব্দকেইটাৰ প্রথম আখৰটো (LPG) লগ লগাই সজা হৈছে। অসমীয়াত ইয়াক তৰলীকৃত পেট্রোলিয়াম গেছ বুলি কোৱা হয়। ৰন্ধা-বঢ়াৰ কামত সর্বত্র সম্প্রতি ব্যৱহৃত এইপা গেছ চিলিণ্ডাৰৰ ভিতৰত চাপ প্রযোগ কৰি ৰখা হয় আৰু ইপমাৰ লগত সামান্য পৰিমাণৰ উগ্র গোন্ধযুক্ত আৰু উদ্বায়ী ইথাইল মাৰকেপটন (Ethyl Mercapton) নামৰ এবিধ ৰাসায়নিক পদার্থ মিহলাই দিয়া হয়। দৰাচলতে প্রাকৃতিক গেছৰ নিজা কোনো গোন্ধ নাই। কিন্তু চিলিণ্ডাৰৰ পৰা গেছ নির্গত হৈ যাতে কোনো ধৰণৰ অঘটন ঘটিব নোৱাৰে, সেয়ে গেছ নির্গত হোৱাৰ গোন্ধ পাবলৈ ইয়াত ইথাইল মাৰকেপটন মিহলোৱা হয়। এল পি জিৰ আমি পোৱা চিনাকি গোন্ধটো ইথাইল মাৰকেপটনৰ গোন্ধ। সঞ্চয় আৰু পৰিবহণত সহজ, কোনো বিষাক্ত গেছ উৎপন্ন নোহোৱা আদি কাৰণৰ বাবে ৰন্ধা-বঢ়াৰ উপৰি সম্প্রতি গেছ লাইট, লাইটাৰ আদিতো এল পি জি বহুলভাৱে ব্যৱহাৰ কৰা হয়।

## এলমেনাক *Almanac*

এলমেনাক শব্দটো আৰবী আল-মনাখ্ৰ (মূল অর্থ ঃ the weather বা বতৰ) পৰা আহিছে। ইয়াৰ পৰা লেটিন ভাষাত হ'লগৈ almanachus (এলমানাকুছ) আৰু মধ্যযুগৰ ইংৰাজীত হ'লগৈ almenak. আধুনিক ইংৰাজীত এলমেনাক শব্দটোৰ অর্থ দুটা ঃ ১) বর্ষপঞ্জি বা পঞ্জিকা; য'ত দিন-মাহৰ উপৰি থাকে জ্যোতির্বিদ্য সম্বন্ধীয় তথ্যাদি। ২) বিভিন্ন প্রয়োজনীয় তথা জ্ঞাতব্য তথ্য-খবৰ থকা গ্রন্থ।

## এলার্জী *Allergy*

কোনো কোনো মানুহৰ বস্তু-বিশেষৰ সামান্যতম সংস্পর্শলৈ আহিলেও দেহত নানা প্রকাৰৰ কষ্টকৰ বা বিৰক্তিকৰ উপসর্গই দেখা দিয়ে। আন শতকৰা নিৰানব্বৈজন লোকৰ হয়তো সেই বস্তুটিৰ লগত বহু বেছি সংস্পর্শলৈ আহিলেও একো নহয়, কিন্তু সেই বিশেষ লোকজনৰ হয়। এই বিশেষ গুণ বা দোষৰেই আধুনিক নাম এলার্জী। সাধাৰণভাৱে ক'বলৈ গ'লে কোনো কোনো পদার্থৰ প্রভাৱত মানুহৰ স্বাভাৱিক শাৰীৰিক ভাৰসাম্য বা সংবেদনশীলতাৰ বিপর্যয়ৰেই নাম এলার্জী। বিশেষ কেতবোৰ ৰাসায়নিক আৰু জৈৱ পদার্থ আছে, যিবোৰ মানুহৰ দেহৰ ভিতৰলৈ গ'লে, দেহৰ কোনো অংশ হঠাৎ ফুলি উঠে বা খজুৱায় বা ছালত চকলা বান্ধে। কাহ-হাঁচি আহে বা পানী লাগে বা শ্বাসকষ্ট হয়। এই আপাতঃ দুর্বোধ্য কাৰণত

সৃষ্ট উপসৰ্গবোৰকেই এলাৰ্জী বুলি জনা যায়। যিবোৰ পদাৰ্থৰ বাবে এলাৰ্জী হয়, সিহঁতৰ নাম এলাৰ্জেন (allergen)।

## এলিজা টেষ্ট *ELISA Test*

এইড্‌ছ ৰোগ নিৰ্ণয়ৰ বাবে কৰা এক পৰীক্ষা। এলিজা টেষ্ট হ'ল আজিৰ পৰা দুটা দশকৰ পূৰ্বে আৱিষ্কৃত এবিধ ৰোগ নিৰ্ণয়ৰ পদ্ধতি। ইংৰাজী Enzyme Linked Immuno-Sorbent Assay শব্দকেইটাৰ প্ৰথমৰ আখৰকেইটাৰে এলিজা (ELISA) শব্দটো গঠন কৰা হৈছে। তেজ, প্ৰস্ৰাৱ বা আন দেহকোষ ৰসত কোনো বিজাতীয় পদাৰ্থ সোমালে তাৰ পৰীক্ষা কৰাৰ বাবে এলিজা টেষ্ট কৰা হয়। এইড্‌ছৰ উপৰি টি বি, টাইফয়েড, হেপাটাইটিছ আদি ৰোগৰ ক্ষেত্ৰত এলিজা টেষ্ট অতি কাৰ্যকৰী বুলি প্ৰমাণিত হৈছে।

*লগতে চাওক এইড্‌ছ*

## এলেক্সিয়া *Alexia*

কেতিয়াবা কিছুমান মানুহক এক লক্ষণে দেখা দিয়ে যে সেই মানুহজনে লিখিত শব্দ পঢ়িব নোৱাৰে, আনকি সেই শব্দবোৰ চিনি পোৱাতো অসমৰ্থ হয়। এই লক্ষণৰে নাম এলেক্সিয়া; অসমীয়াত অক্ষৰান্ধতা।

## এলোপেথিক *Allopathic*

ঔষধৰ সহায়ত দেহত কিছুমান প্ৰতিক্ৰিয়া সৃষ্টি কৰি ৰোগৰ চিকিৎসা কৰা পদ্ধতি। ৰোগটোৰ ফলত শৰীৰত যি প্ৰতিক্ৰিয়া সৃষ্টি হৈছিল, তাৰ লগত এই প্ৰতিক্ৰিয়াৰ মিল নাথাকে আৰু বহুক্ষেত্ৰত ই প্ৰশমমূলক বিপৰীত প্ৰতিক্ৰিয়াৰহে সৃষ্টি কৰে। এই পদ্ধতিত একে ধৰণৰ লক্ষণ সৃষ্টি কৰিলেও, বিভিন্ন ৰোগৰ বাবে বিভিন্ন ঔষধ ব্যৱহাৰ কৰা হয়।

## এশবছৰীয়া যুদ্ধ *Hundred Years War*

১৩৩৭ চনৰ পৰা ১৪৫৩ চনলৈকে ইংলেণ্ড আৰু ফ্ৰান্সৰ মাজত হোৱা ঐতিহাসিক যুদ্ধ। ফ্ৰান্সৰ কিছু অংশ নিজৰ দখলত ৰখাৰ বাবে ইংলেণ্ডে চলোৱা প্ৰচেষ্টাৰ পৰিণতিতেই এই যুদ্ধ সংঘটিত হয়।

## এষ্টেট কৰ *Estate Duty*

এজন লোকৰ মৃত্যুৰ পাছত মৃত লোকজনৰ সম্পত্তি আনলৈ হস্তান্তৰিত হোৱাৰ আগতে, সেই সম্পত্তিৰ বাবদ দিবলগীয়া কৰ।

## এষ্ট্ৰোটাৰ্ফ *Astroturf*

সাধাৰণতে খেলা-ধূলা কৰিবলৈ ব্যৱহাৰ কৰা কৃত্ৰিম ঘাঁহনিৰ এক ব্ৰেণ্ড নাম। এই ব্ৰেণ্ডেই আগতে সংশ্লেষিত ঘাঁহনি বা 'ছিন্থেটিক টাৰ্ফ' তৈয়াৰ কৰিছিল। ছিন্থেটিক টাৰ্ফৰ ক্ষেত্ৰত এষ্ট্ৰোটাৰ্ফেই হ'ল একমাত্ৰ ব্ৰেণ্ড, যি এনে টাৰ্ফৰ উৎপাদনৰ পৰা একেবাৰে নিৰ্দিষ্ট স্থানত উপযুক্তভাৱে বহুৱাই দিয়ালৈকে সকলো কাম নিজে সমাধা কৰি দিয়ে। বৰ্তমান উন্নত

'কটজোন' প্ৰযুক্তিৰ সহায়ত খেলপথাৰৰ পানী ওলাই যোৱা পদ্ধতি বেছ কাৰ্যকৰী হৈছে আৰু ঘাঁহৰ দৰে গঠনৰ সৃষ্টি কৰা তন্তুবোৰ আকাৰ-আকৃতি আৰু গঠন যাতে সহজতে বেয়া হৈ নাযায়, তাৰ ব্যৱস্থা কৰা হৈছে। ১৯৭৬ চনৰ ২৫ জুলাইত ইনডোৰ আৰু আউটডোৰ খেলৰ বাবে ব্যৱহাৰ কৰিব পৰা কৃত্ৰিম ঘাঁহৰ পেটেণ্ট কৰা হয়। মনছাণ্টো কোম্পানীৰ হৈ জেম্‌ছ এম ফাৰিয়া আৰু ৰবাৰ্ট টি ৰাইটে এই আৱিষ্কাৰ পেটেণ্ট কৰায়। ইয়েই পাছত এষ্ট্ৰোটাৰ্ফ নামেৰে জনাজাত হ'লগৈ। প্ৰথম পৰ্যায়ত এনে কৃত্ৰিম ঘাঁহনিক সৌন্দৰ্যবৰ্ধক হিচাপে ব্যৱহাৰ কৰা হৈছিল। পাছতহে এই প্ৰকাৰৰ সংশ্লেষিত ঘাঁহনি খেলপথাৰৰ বাবেও ব্যৱহৃত হ'বলৈ ধৰিলে। যোৱা কুৰি বছৰত সংশ্লেষিত ঘাঁহনি বা এষ্ট্ৰোটাৰ্ফৰ মান ইমান উন্নত হৈছে যে এতিয়া বাস্তৱ খেলপথাৰ বা লনৰ সৈতে দেখাত একেবাৰে একে, কিন্তু চোৱাচিতা নিচেই কম কৰিবলগীয়া কৃত্ৰিম লনৰ উৎপাদনো সম্ভৱ হৈছে আৰু ইয়াৰ জনপ্ৰিয়তা ক্ৰমাৎ বাঢ়ি আহিছে। সংশ্লেষিত তন্তুত বিভিন্ন গুণাগুণ আৰোপিত কৰিব পৰা যায় বাবেই বিভিন্ন ক্ষেত্ৰত এষ্ট্ৰোটাৰ্ফৰ ব্যৱহাৰ দ্ৰুতগতিত বৃদ্ধি পাইছে।

## এয়াৰ কণ্ডিছনাৰ *Air Conditioner*

সৰু-ডাঙৰ যিকোনো স্থানৰ পৰা তাপশক্তিক স্থানান্তৰিত কৰিব পৰা সঁজুলি; শীত-তাপ নিয়ন্ত্ৰক যন্ত্ৰ। কেৱল এ চি নামেৰেও সমধিক পৰিচিত। গৰমৰ দিনত ঠাণ্ডা পাবলৈ আৰু ঠাণ্ডাৰ দিনত গৰম পাবলৈ এয়াৰ কণ্ডিছনাৰ ব্যৱহাৰ কৰা হয়। ভাৰতত আগতে গৰমৰ দিনত কিছুমান ঘৰৰ খিৰিকীত তিতা 'খ্লাছ মেট' ওলোমাই থোৱাৰ ব্যৱস্থা কৰা হৈছিল, যাতে সেইবোৰে সোমাই অহা বায়ুৰ বাষ্পীভৱন ঘটাই তাৰ উষ্ণতা কমাই তুলিব পাৰে। ইও আচলতে এক এয়াৰ কণ্ডিছনাৰেই আছিল। সাধাৰণ আধুনিক এয়াৰ কণ্ডিছনাৰ এটাত উদ্বায়ী জুলীয়া পদাৰ্থৰ ৰূপত থকা এক ৰেফ্ৰিজাৰেণ্ট বা শীতলকাৰকক কিছুমান কুণ্ডলীৰ আকাৰৰ সৰু সৰু বাষ্পীভৱন নলীৰ মাজেদি যাবলৈ দিয়া হয়। এই নলীবোৰৰ কেউপাশেৰে বায়ু পাৰ হৈ যায়। শীতলকাৰক পদাৰ্থবিধ নলীৰ ভিতৰত গেছীয় অৱস্থালৈ পৰিৱৰ্তিত হয়। এই প্ৰক্ৰিয়াত ই ইয়াৰ সংস্পৰ্শলৈ অহা বায়ুত নিহিত তাপ শোষণ কৰি লয় আৰু বায়ু শীতল হয়। এনেকৈ ঠাণ্ডা হৈ বায়ু যেতিয়া সংপৃক্ত অৱস্থা পায়গৈ, তেতিয়া ভিতৰত থকা 'ফিন'বোৰত বায়ুৰ জলীয় বাষ্প পানীলৈ ৰূপান্তৰিত হয়। সেই পানীক বাহিৰলৈ ওলাই যাবলৈ দিয়া হয়। ঠাণ্ডা হোৱা বায়ুক এটা 'ব্লৱাৰ'ৰ সহায়ত কোঠালিৰ ভিতৰলৈ পঠিয়াই দিয়া হয়।

উদ্বায়ী শীতলকাৰকখিনি গেছীয় অৱস্থালৈ ৰূপান্তৰিত হোৱাৰ পাছত তাক এক কম্প্ৰেছৰৰ ভিতৰলৈ নি তাত চাপ প্ৰয়োগ কৰা হয়। এনে অৱস্থাত ই তাপ হেৰুৱায় আৰু পুনৰ জুলীয়া অৱস্থাপ্ৰাপ্ত হয়। তাপ এৰি দিয়াৰ ফলত গৰম হৈ উঠা ওচৰৰ বায়ুখিনি বাহিৰলৈ উলিয়াই পঠিওৱা হয়। ঠাণ্ডাৰ সময়ত গৰম দিবলৈ ব্যৱহাৰ কৰা কিছুমান এয়াৰ কণ্ডিছনাৰত এই প্ৰক্ৰিয়াটোৱেই বিপৰীত দিশত ঘটে। অৰ্থাৎ, বাষ্পীভৱন নলীৰ ভিতৰত গেছীয় অৱস্থাৰ শীতলক জুলীয়া অৱস্থাপ্ৰাপ্ত হয় আৰু তাৰ পাছত পুনৰ ই গেছীয় অৱস্থালৈ ৰূপান্তৰিত হয়।

বৰ্তমান এ চিৰ ব্যৱহাৰ ইমান বাঢ়ি আহিছে যে আজিকালি বহু লোকে এ চি নোহোৱাকৈ জীৱন কটোৱাৰ কথা ভাবিবই নোৱাৰে।

**এ'লেৰেন** *Aileren*
উৰাজাহাজৰ উপাংগ; উপ-ডেউকা। উৰাজাহাজৰ দুয়োখন ডেউকাৰ দুই প্রান্তত, পিছফালে, দুৱাৰৰ দৰে কব্জাৰ সহায়ত দুটি এ'লেৰেন লগোৱা থাকে। দুয়োখন ডেউকাত লগোৱা এ'লেৰেন নিয়ন্ত্রণ ব্যৱস্থা এনেদৰে সজ্জিত যে বাঁওফালৰ এ'লেৰেন যেতিয়া ওপৰমুৱা হয়, তেতিয়া সোঁফালৰ এ'লেৰেন তলমুৱা হয়।

**এংকৰ** *Anchor*
(সাধাৰণতে) দৈনিক বাতৰিকাকত এখনৰ প্রথম পৃষ্ঠাৰ তলৰ ফালে (সাধাৰণতে বাঁওহাতে) থকা সচৰাচৰ বাতৰিতকৈ অগতানুগতিক (অফবিট) সংবাদধর্মী লেখা। বাতৰিকাকত এখন পঢ়াৰ সময়ত পাঠকৰ চকুৰ যি বৈজ্ঞানিক চলন, সেয়া ক্রমে বাঁওহাতৰ পৰা সোঁহাত হৈ কোণীয়াকৈ তললৈ নামি আহে। তলৰ বাঁওহাতৰ কেইকলমমান জুৰি যিটো লেখা ৰখা হয়, সি সমগ্র পৃষ্ঠাটোৰ লে-আউট বা অংগসজ্জাকে ধৰি ৰাখে। ঠিক যেন জাহাজৰ লংগৰহে (Anchor)! কাকতৰ পৃষ্ঠা সজোৱাত এংকৰৰ গুৰুত্ব অপৰিসীম। সাধাৰণতে এংকৰৰ সোঁহাতে থাকে ডিছপ্লে বিজ্ঞাপন।

**এংলো-ইণ্ডিয়ান** *Anglo-Indian*
ইউৰোপীয় (ঘাইকৈ ইংৰাজ) আৰু ভাৰতীয়ৰ মিলনৰ ফলত উৎপন্ন জাতি; ইংগ-ভাৰতীয়। মূলতঃ খ্রীষ্টান ধর্মাৱলম্বী এংলো-ইণ্ডিয়ানসকলৰ পিতৃপুৰুষ বা পূর্বপুৰুষ মূলতে ইউৰোপীয় হ'লেও জন্মসূত্রে আছিল ভাৰতীয়। ১৯১১ চনত ইংৰাজ চৰকাৰে ভাৰতীয় আৰু ইউৰোপীয় বংশক খ্রীষ্টান লোকসকলক এংলো-ইণ্ডিয়ান নামটোক আনুষ্ঠানিক স্বীকৃতি প্রদান কৰে। স্বাধীনতাৰ পাছত ১৯৪৯ চনত ভাৰতীয় সংবিধানত এংলো-ইণ্ডিয়ানসকলক এটা সংখ্যালঘু সম্প্রদায় হিচাপে স্বীকৃতি দি কেতবোৰ ৰক্ষণাবেক্ষণ প্রদান কৰা হয়।

**এংলো-ছেক্সন** *Anglo-Saxon*
ৰোমৰ শাসনৰ পাছত ইংলেণ্ডত বাস কৰা জার্মেনিক (Germanic) ভাষা-ভাষী লোকসকল। খ্রীষ্টপূর্ব ৫৫-ৰ পৰা পঞ্চম শতিকা পর্যন্ত ৰোমে ইংলেণ্ড শাসন কৰিছিল। ইংৰাজ জাতি নানা জাতিৰ সংমিশ্রণসম্ভূত হ'লেও ইংলেণ্ডৰ জীৱনত নর্ডিক প্রভাৱ সর্বাধিক। খ্রীষ্টজন্মৰ ২০০০ বছৰ পূর্বৰে পৰা তেওঁলোক বিভিন্ন দেশত বিক্ষিপ্ত হৈ পৰে আৰু নানা দেশ জয় কৰে। ৰোমানসকলে ইংলেণ্ড ত্যাগ কৰাৰ কিছুদিনৰ পাছতে ইংলেণ্ডত শান্তি স্থাপনৰ অৰ্থে ৪৪৯ খ্রীষ্টাব্দত স্থানীয় নর্ডিকসকলে নর্ডিক জলদস্যু জুটসকলক আমন্ত্রণ কৰি আনি তেওঁলোকৰ সহায় গ্রহণ কৰে। ইয়াৰ পাছত জার্মানীৰ হানোভেৰ পৰা ছেক্সানসকল সদলবলে ইংলেণ্ডলৈ আহি বসবাস আৰম্ভ কৰে। সমসাময়িকভাৱে এংগলছ নামেৰে অভিহিত আন এক নর্ডিক সম্প্রদায় ইংলেণ্ডৰ পূব উপকূলত উপস্থিত হয়হি। এই নৱাগত তিনিওটা জাতিৰ মাজত সাদৃশ্য আৰু ঐক্য যথেষ্ট পৰিমাণে আছিল। এওঁলোকেই সামূহিক আৰু সামগ্রিকভাৱে এংলো-ছেক্সন নামে পৰিচিত হয়। ইংলেণ্ডৰ স্থানীয় লোকসকলে এই নৱাগতৰ প্রভাৱ আৰু আনুগত্যক অস্বীকাৰ কৰাত কেইবাখনো যুদ্ধ সংঘটিত হয়। যুদ্ধত

এংলো-ছেক্সনসকল জয়ী হয় আৰু তেওঁলোকে ইংলেণ্ডৰ জীৱন, ভাষা আৰু আইনৰ লক্ষণীয় পৰিৱৰ্তন ঘটাই এক নতুন সমাজ ব্যৱস্থা গ'ঢ়ি তোলে। সাম্প্ৰতিক কালত ব্ৰিটিছ্ দ্বীপপুঞ্জৰ সকলো মানুহৰ ক্ষেত্ৰতে এই শব্দটো ব্যৱহাৰ কৰা হয়।

**এঁৰা** *Epistaxis*

নাকৰ ভিতৰত তেজ গোট খাই মুৰ-কামোৰণি আদি হোৱা ৰোগ। এঁৰা পকি নাকৰ পৰা তেজ ওলোৱা পৰিঘটনাৰ নাম এঁৰা ভগা। উচ্চ ৰক্তচাপ বা নাকৰ আন কেতবোৰ ৰোগতো এঁৰা ভাগে।

# ও/ঔ

**ওপৰখিও বন্ধকী** *Collateral*

কোনো ঋণ ঘূৰাই দিয়াটো নিশ্চিত কৰি টকা বা সম্পত্তিৰ সহায়ত দিয়া গেৰাণ্টী বা নিশ্চিতি।

**ওঁম, ওঁ** *Om*

হিন্দুসকলে ব্যৱহাৰ কৰা বেদৰ মূল মন্ত্ৰ আৰু সকলো কাৰ্যতে ঈশ্বৰক উপাসনা কৰোঁতে উচ্চাৰণ কৰা প্ৰথম জপমন্ত্ৰ। অ, উ আৰু ম (অউম), — এই তিনিটা আখৰক যুক্ত কৰি ওঁম উচ্চাৰণ কৰা হয়। ইয়াৰ অ আখৰে অস্তিত্ব ধাৰক ব্ৰহ্মা; উ আখৰে উৎপত্তি, সৃজক, পালক বিষ্ণু আৰু ম আখৰে মৃত্যু, সংহাৰক মহেশ্বৰক বুজায়। এই তিনিওটা শক্তি, অৰ্থাৎ, সৃষ্টি, স্থিতি, প্ৰলয় যিজনৰ গাত নিহিত হৈ থাকে সেইজন সৰ্বশক্তিমান, পৰমব্ৰহ্ম নাৰায়ণ। পৰমাত্মাৰ স্বৰূপ চিন্তনৰ প্ৰধান আহিলা হিচাপে 'ওঁম' শব্দধ্বনিক হিন্দুসকলে শ্ৰদ্ধাৰে বিশ্বাস কৰে। বৌদ্ধ আৰু জৈনসকলৰ মাজতো ওঁম উচ্চাৰণৰ ৰীতি আছে। পূজা, ধ্যান আদিৰ আদিতে আৰু সামৰণিত কেইবাবাৰো ওঁম উচ্চাৰণ কৰা হয়।

**ঔপনিৱেশবাদ** *Colonialism*

ঔপনিৱেশবাদৰ প্ৰাথমিক আৰু সৰল অৰ্থ হ'ল কোনো এখন দেশে আন ভূখণ্ড দখল কৰা বা আন ভূখণ্ডত বসতি গঢ়ি তোলা। উনবিংশ শতিকাত শব্দটোৱে নতুন অৰ্থ আৰু তাৎপৰ্য বহন কৰে। ইউৰোপৰ বহু দেশে এছিয়া আৰু আফ্ৰিকাৰ ভূখণ্ড জয় বা অধিকাৰ কৰি সেইবোৰ দেশৰ অৰ্থনীতিক তেওঁলোকৰ নিজৰ স্বাৰ্থত ব্যৱহাৰ কৰিবলৈ লয়। এসময়ত 'শ্বেত মানুহৰ বোজা' (White Man's Burden) কথাটোও প্ৰচলন হয়, কিয়নো শ্বেতাংগসকল যেন অশ্বেতাংগসকলক সুসভ্য কৰি তোলাৰ বাবে দায়বদ্ধ, তেনে এটা ভাব তেওঁলোকে (শ্বেতাংগসকলে) প্ৰকাশ কৰিবলৈ লয়। ঔপনিৱেশবাদৰ প্ৰধান বৈশিষ্ট্য হ'ল ঔপনিৱেশৰ মানুহৰ প্ৰতি শাসকগোষ্ঠীৰ বিভেদমূলক আৰু শোষণৰ নীতি। দীৰ্ঘসময় ভাৰতৰ ক্ষেত্ৰতো এনে ঘটিছিল।

# ক

**ককাছ** *Caucus*
আমেৰিকা যুক্তৰাষ্ট্ৰত ককাছ মানে হ'ল কোনো গুৰুত্বপূৰ্ণ বিষয়ত সিদ্ধান্ত ল'বলৈ এক ৰাজনৈতিক দলৰ নীতি নিৰ্ধাৰণকাৰী নেতাৰ মুকলি বৈঠক। কিন্তু ভাৰতত ইয়াৰ অৰ্থ হ'ল কোনো ৰাজনৈতিক দলৰ বাহ্যিক কাৰ্যপন্থা কি হ'ব সেই সিদ্ধান্ত ল'বৰ বাবে কিছু বিশেষ নেতাই ভিতৰুৱাকৈ পতা গোপন বৈঠক।

**ককেছীয়** *Caucasian*
পৃথিৱীৰ অন্যতম মানৱ প্ৰজাতি। ককেছীয় বংশোদ্ভুত জনসংখ্যা ঘাইকৈ ইউৰোপ, পশ্চিম এছিয়া, দক্ষিণ এছিয়া আৰু উত্তৰ আফ্ৰিকাত বিস্তৃত। কালক্ৰমত প্ৰব্ৰজনৰ যোগেদি ককেছীয় প্ৰজাতি আমেৰিকা, অষ্ট্ৰেলিয়া আদিতো বিয়পি পৰে। আৰ্য জাতি বুলিলে আমি যাক বুজোঁ সেইসকল লোককে ককেছীয় গোষ্ঠীৰ অন্তৰ্ভুক্ত বুলি ধৰিব পাৰি। নৃতত্ত্ববিদসকলৰ মতে সম্পূৰ্ণ আধুনিক মানুহৰ আদিম প্ৰজাতি ক্ৰোমেগ্নন্ মানৱৰ পৰাই ককেছীয় প্ৰজাতিৰ উদ্ভৱ হৈছে। ইউৰোপত, বিশেষকৈ পশ্চিম ইউৰোপত ক্ৰোমেগ্নন্ মানৱগোষ্ঠীয়ে বিস্তাৰ লাভ কৰিছিল। ককেছীয় প্ৰজাতিৰ বৰ্তমান বিস্তাৰো ইউৰোপতেই। ক্ৰমে বিভিন্ন সময়ত এই গোষ্ঠী অন্যান্য ঠাইতো বিয়পি পৰে। অৱশ্যে পৰিপূৰ্ণ ককেছীয় প্ৰজাতিৰ মানুহ প্ৰায় দুৰ্লভ। কালক্ৰমিক বিকাশত বিভিন্ন প্ৰজাতিৰ মিলনত সকলো সময়তে নতুন নতুন প্ৰজাতিৰ উদ্ভৱ হৈছে, — যাৰ এটাই মাথোঁ পৰিচয় — মানুহ।

**কছমিক ৰে'** *Cosmic Ray*
পৃথিৱীৰ বাহিৰৰ পৰা অহা উচ্চ শক্তিসম্পন্ন ৰশ্মি। পৃথিৱীৰ বায়ুমণ্ডলত প্ৰৱেশ কৰা মুখ্য কছমিক ৰে'ৰ প্ৰায় নবৈ শতাংশই প্ৰোটন (বা হাইড্ৰোজেন পৰমাণুৰ নিউক্লিয়াছ) আৰু প্ৰায় ৯ শতাংশ হিলিয়াম নিউক্লিয়াছ। কম পৰিমাণে কাৰ্বন, অক্সিজেন, নাইট্ৰোজেন, লো বা আন গধুৰ পৰমাণুৰ নিউক্লিয়াছো থাকে। তদুপৰি থাকে গামা, এক্স-ৰে' আৰু নিউট্ৰিন। কছমিক ৰে' সম্বন্ধে সবিশেষ এতিয়াও জানিব পৰা হোৱা নাই। এইবোৰৰ উৎপত্তি, সৃষ্টিৰ-ৰহস্যত ইয়াৰ ভূমিকা সম্পৰ্কে যি কথা জনা যায়, সেইবোৰৰ বেছিভাগেই অনুমান-নিৰ্ভৰ।

**কছমেটিক ছাৰ্জাৰী** *Cosmetic Surgery*
ৰোগ নিৰাময় নহয়, মুখৰ বা দেহৰ ত্ৰুটি সংশোধন বা ৰূপ বৃদ্ধি, অৰ্থাৎ সৌন্দৰ্য সাধনৰ বাবে কৰা শল্য চিকিৎসা বা ছাৰ্জাৰী। মুখৰ চেহেৰা সলনি কৰাৰ বাবেও কছমেটিক ছাৰ্জাৰী কৰা হয়।

**কচ্ছৰ ৰান** *Rann of Kachchh*
গুজৰাটৰ কচ্ছ জিলাৰ উত্তৰ অংশৰ সংকীৰ্ণ লুণীয়া পানীৰ পতিত সমতলভূমি। 'ৰান' শব্দৰ

অৰ্থ পতিত। এই পতিত ভূমি গুজৰাটৰ মূল ভূখণ্ডৰ পৰা পাকিস্তানৰ সিন্ধু পৰ্যন্ত বিস্তৃত। কচ্ছৰ ৰানৰ কালি ১৮,০০০ বৰ্গ কিলোমিটাৰ। ১৯৬৮ চনত এক আন্তৰ্জাতিক ন্যায়াধিকৰণে কচ্ছৰ ৰান অঞ্চলৰ ৯০ শতাংশ ভাৰতক আৰু ১০ শতাংশ পাকিস্তানক ভাগ কৰি দিয়ে। গ্ৰীষ্মকালত শুকান লুণীয়া এই অঞ্চলে মৰুভূমিৰ ৰূপ লয়।

**কণ্টেক্ট লেন্স** *Contact Lens*
অভংগুৰ কাঁচ বা প্লাষ্টিকৰ পাতল লেন্স। চকুৰ ভিতৰত ধাৰণ কৰিব পাৰি। দৃষ্টিশক্তিৰ প্ৰতিকাৰৰ বাবে চছ্মাৰ সলনি বহু ক্ষেত্ৰত কণ্টেক্ট লেন্স ব্যৱহাৰ কৰা হয়।

**কণ্ঠধ্বনি প্ৰক্ষেপণ** *Ventriloquism*
মুখেৰে শব্দ সৃষ্টি কৰা এক বিশেষ কলা। এই কলাত নিপুণ এজনে কোনো শব্দ ক'লে শ্ৰোতাজনৰ এনে লাগে যেন সেই শব্দ কওঁতাজনৰ মুখৰ পৰা ওলোৱা নাই, আন ক'ৰবাৰ পৰাহে আহিছে।

**কণ্ডিছনেল এক্সেছ ছিষ্টেম** *Conditional Access System (CAS)*
টেলিভিছনৰ ছিগনেলবোৰ যিকোনো টেলিভিছনে গ্ৰহণ কৰিব নোৱাৰাকৈ সাংকেতিক কৰি ৰখাৰ এক কৌশল বা পদ্ধতি। এই সংকেতবোৰ সঠিক ৰূপত গ্ৰহণ কৰাৰ বাবে এটা পৃথক ছেট টপ বক্সৰ প্ৰয়োজন হয়।

**কথা-কবিতা** *Prose-Poem*
গদ্যৰ দৰে ৰূপ থকা অথচ ভাব, ভাষা আৰু অলংকাৰেৰে কবিতাৰ গুণসম্পন্ন সৃষ্টি; গদ্য-গন্ধী কবিতা। যতীন্দ্ৰনাথ দুৱৰাক অসমীয়া কথা-কবিতাৰ জনকৰূপে আখ্যা দিয়া হয়। উদাহৰণ ঃ 'ছাঁ-জুইৰ পিছে পিছে ঘূৰি মানুহে মাথোন লাভ কৰে ব্যৰ্থতা। ছাঁ-জুয়েতো মানুহক পিছে পিছে ঘূৰাবলৈ ইচ্ছা নকৰে। মানুহে আপোন ইচ্ছাৰে তাৰ পিছ লৈ ব্যৰ্থতাৰ দুখক মাথোন মাতি আনে।' (ব্যৰ্থতা ঃ যতীন্দ্ৰনাথ দুৱৰা)

**কথিত ভাষা** *Colloquial Language*
জীৱিত বা সচল ভাষা মাত্ৰেই কথিত ৰূপ থাকে। লিখিত বা মান্য ভাষা হয় সংহত আৰু নানান যতি চিহ্নযুক্ত। আনহাতে কথিত বা মুখৰ ভাষা সাধাৰণতে বিধিবদ্ধ (formal) নহয়। মানুহে দৈনন্দিন কথা-বতৰাত যি অবিধিবদ্ধ (informal) বা অনানুষ্ঠানিক ভাষা ব্যৱহাৰ কৰে সিয়েই কথিত ভাষা। কথিত ভাষাত উচ্চাৰণৰ বিভিন্নতা দেখা যায়, বাক্যৰ ব্যাকৰণগত শুদ্ধতা সম্পৰ্কেও কওঁতাজন সিমান সচেতন নহ'ব পাৰে। অৱশ্যে কথিত ভাষাৰো নানা বৈচিত্ৰ্য দেখা যায়। অঞ্চলভেদে কথিত ভাষাৰ ৰূপো সলনি হ'ব পাৰে। অসমৰ শিৱসাগৰ, নলবাৰী, গোৱালপাৰা, বৰপেটা আদিৰ কথিত ভাষাৰ ৰূপভেদ এই প্ৰসংগত উল্লেখযোগ্য।

*লগতে চাওক উপভাষা*

**কনচেনট্ৰেছন কেম্প** *Concentration Camp*
অসামৰিক বন্দী শিবিৰ; কোনো বিচাৰ নকৰাকৈ ৰাজনৈতিক প্ৰতিদ্বন্দ্বীসকলক বন্দী কৰি ৰখা

শিবিৰ। ১৯০০ চনত হোৱা বোৱেৰ যুদ্ধৰ সময়ত স্থাপন কৰা বন্দী শিবিৰৰ ক্ষেত্ৰত ইংৰাজসকলে প্ৰথমে এই শব্দটো ব্যৱহাৰ কৰিছিল। দ্বিতীয় মহাসমৰৰ সময়ত জাৰ্মানীৰ নাজী বাহিনীয়ে প্ৰায় ৭০-৮০ লাখ ইহুদিক এনে কেম্পত ৰাখিছিল আৰু অবৰ্ণনীয় কষ্ট দি হত্যা কৰিছিল।

## কনটিনিউইং এডুকেচন

*ক্ৰমিক শিক্ষা চাওক*

## কনফিগাৰেছন Configuration

কম্পিউটাৰৰ ছফ্‌টৱেৰ, আভ্যন্তৰীণ যন্ত্ৰাদি আৰু যন্ত্ৰৰ উপাদানবোৰৰ বণ্টন তথা বিন্যাস পদ্ধতি। ছফ্‌টৱেৰ আৰু হাৰ্ডৱেৰ — দুয়োটাৰে কনফিগাৰ কৰা হয়।

## কনভাৰ্জেন্স অব্ মিডিয়া Convergence of Media

কোনো একক সঁজুলিৰ জৰিয়তে একাধিক যোগাযোগ তথা অন্যান্য সুবিধা অবিকৃতভাৱে দিব পৰা প্ৰযুক্তিবিশেষ। সাধাৰণতে ইয়াৰ জৰিয়তে কম ঠাইতে আৰু কম খৰচতে বহু সা-সুবিধা লাভ কৰিব পাৰি। উদাহৰণস্বৰূপে আজিকালিৰ মোবাইল ফোন ছেটত ডিজিটেল কেমেৰা, এম পি থ্ৰী প্লেয়াৰ, কেমকৰ্ডাৰ, ভয়চ ৰেকৰ্ডাৰ আদি নানা সুবিধা পোৱা যায়।

## কন্দুৱা গেছ Tear Gas

ফ্লোৰিন, ক্লোৰিন, ব্ৰোমিন, আয়োডিন, এষ্টাটিনযুক্ত গেছ। এই গেছ চকুৰ বাবে বিষাক্ত। সামান্য পৰিমাণেও চকু বা নাকত লাগিলে চকুপানী ওলায় আৰু অলপ সময়ৰ বাবে দৃষ্টিহীন কৰি পেলায়। কন্দুৱা গেছ সাধাৰণতে তৰল পদাৰ্থৰ ৰূপত সৰু সৰু গুলীৰ ভিতৰত থাকে। এইবোৰ ফাটি গ'লে গেছৰ সৃষ্টি হয় আৰু চকু-মুখত লাগিলে জ্বলা-পোৰা কৰে। উন্মত্ত জনতাক নিয়ন্ত্ৰিত কৰিবৰ বাবে সাধাৰণতে আৰক্ষী বাহিনীয়ে বহুলভাৱে এই গেছ ব্যৱহাৰ কৰা দেখা যায়।

## কপিৰাইট Copyright

মূল গ্ৰন্থ, সংগীত, চিত্ৰ আদিৰ প্ৰতিলিপি বা নকল কৰাৰ আইনগত এদনীয়া স্বত্ব; গ্ৰন্থস্বত্ব। মূলতঃ গ্ৰন্থৰ লগত এই শব্দটো জড়িত। সাধাৰণতে গ্ৰন্থ ৰচয়িতাৰ জীৱিত কালত প্ৰকাশিত ৰচনাৰ স্বত্ব বা কপিৰাইট তেওঁৰ জীৱদ্দশাৰ উপৰি ৰচয়িতাৰ মৃত্যুৰ ৬০ বছৰ পাছলৈকেসংৰক্ষিত হৈ থাকে। যুগ্ম ৰচয়িতাৰ ক্ষেত্ৰত, তেওঁলোকৰ জীৱদ্দশাত, আৰু যুগ্ম-ৰচয়িতাৰ শেষজনৰ মৃত্যুৰ ৬০ বছৰ পৰ্যন্ত গ্ৰন্থস্বত্ব সংৰক্ষিত হৈ থাকে। কপিৰাইট উলংঘা এক দণ্ডণীয় অপৰাধ; ইয়াৰ বাবে অৰ্থদণ্ড আৰু কাৰাদণ্ড উভয়বিধ শাস্তিৰ ব্যৱস্থা আছে। ভাৰতকে ধৰি পৃথিবীৰ প্ৰায় সকলো দেশতে কপিৰাইটৰ জৰিয়তে ৰচয়িতাৰ অধিকাৰ আৰু স্বত্ব সংৰক্ষণ তথা সুৰক্ষিত কৰাৰ প্ৰয়াস কৰা হৈছে। কপিৰাইট শব্দটো বুজাবলৈ © চিনটো ব্যৱহাৰ কৰা হয়।

## কমনৱেল্থ Commonwealth

এসময়ত ব্ৰিটিছ সাম্ৰাজ্যৰ অধীন হৈ থকা দেশসমূহেৰে গঠিত আন্তঃৰাষ্ট্ৰীয় সংগঠন। ১৯১৮

চনৰ পৰা ১৯৪৭ চনলৈকে এই সংগঠন 'দি ব্ৰিটিছ এম্পায়াৰ এণ্ড কমনৱেল্থ' (The British Empire and Commonwealth) বুলি জনা গৈছিল। সেই সময়ত 'কমনৱেল্থ' শব্দটো কানাডা, অষ্ট্ৰেলিয়া, নিউজিলেণ্ড, দক্ষিণ আফ্ৰিকা আদি দেশৰ লগত ব্ৰিটেইনৰ সম্পৰ্ক বুজাবলৈ ব্যৱহাৰ কৰা হৈছিল। সেইদৰে 'এম্পায়াৰ' শব্দটোৱে ভাৰত আৰু ব্ৰিটিছৰ অন্যান্য উপনিৱেশবোৰক বুজাইছিল। ১৯৪৭ চনমানলৈ সকলো উপনিৱেশে স্বাধীন দেশৰূপে প্ৰতিষ্ঠা লাভ কৰে। ১৯৬২ চনলৈকে কমনৱেল্থত স্বাধীন সদস্য ৰাষ্ট্ৰৰ সংখ্যা আছিল ১৫। বৰ্তমান (২০০৯) কমনৱেল্থৰ সদস্য সংখ্যা ৫৩। কমনৱেল্থৰ সদস্য ৰাষ্ট্ৰবোৰে অৰ্থনৈতিক, সামাজিক, বৈজ্ঞানিক আৰু শৈক্ষিক ক্ষেত্ৰত তথ্য আদিৰ আদান-প্ৰদান, সামৰিক সাহায্য আৰু অন্যান্য ক্ষেত্ৰত ইখন দেশে সিখন দেশলৈ সহযোগিতা আগবঢ়ায়। কমনৱেল্থৰ মুখ্য কাৰ্যালয় লণ্ডনত। ১৯৩০ চনৰ পৰা প্ৰতি চাৰি বছৰৰ মূৰে মূৰে কমনৱেল্থ গোষ্ঠীভুক্ত দেশসমূহৰ মাজত এক ক্ৰীড়া প্ৰতিযোগিতাও অনুষ্ঠিত হৈ আহিছে।

**কমনৱেল্থ স্বাধীন গণৰাজ্য** *Commonwealth of Independent States (CIS)*
পূৰ্বৰ ছোভিয়েট যুক্তৰাষ্ট্ৰ ভংগ হোৱাৰ পাছত গঠিত দেশবোৰৰ শাসন, পৰিচালনা আৰু আভ্যন্তৰীণ ঐক্যৰ প্ৰয়োজনত ছোভিয়েট যুক্তৰাষ্ট্ৰৰ দেশসমূহৰ মাজৰ এক চুক্তি অনুসৰি প্ৰতিষ্ঠিত সংগঠন। ১৯৯১ চনৰ ২১ ডিচেম্বৰত এই সংগঠনৰ জন্ম। পূৰ্বৰ ছোভিয়েট যুক্তৰাষ্ট্ৰৰ ১৫খন দেশৰ ১২খন দেশ ইয়াৰ সদস্য।

**কমপেক্ট ডিস্ক** *Compact Disc (CD)*
১২ চেণ্টিমিটাৰমান ব্যাসৰ প্লাষ্টিকৰ ঘূৰণীয়া প্লেটৰ আকৃতিৰ আহিলা, য'ত শব্দ, তথ্য, ছবি আদি ৰেকৰ্ড কৰি থ'ব পাৰি। অডিঅ' কেছেটতকৈ অধিক সুবিধাজনক হোৱা বাবে চি ডিৰ জনপ্ৰিয়তা ক্ৰমশঃ বৃদ্ধি পাইছে। ই গীত-মাত-কথা সকলোৰে অবিকৃতভাৱে পূৰ্বৰ গুণমান বজাই ৰাখে আৰু বহুদিনলৈ ইয়াক ব্যৱহাৰ কৰিব পাৰি — অডিঅ' কেছেটত এই সুবিধা সীমিত। কেৱল শব্দৰ ক্ষেত্ৰতে নহয় — চি ডিয়ে সম্প্ৰতি ছবিৰ জগততো পদাৰ্পণ কৰিছে; আৱিষ্কাৰ হৈছে ভি ডি অ'-চি ডি (VCD, ভিচিডি)। ভিডিঅ' কেছেটতকৈ বহু উন্নত মানৰ ছবি আৰু শব্দ ভিডিঅ'-চি ডিৰ জৰিয়তে পোৱা যায়। তদুপৰি সাধাৰণ চি ডিতকৈ ভিডিঅ'-চি ডিৰ তথ্য জমা কৰি ৰখা ক্ষমতা বেছি। নিচেই পাতল, চেপেটা, চাহৰ প্লেট এখনৰ সমান (কেতিয়াবা তাতকৈও সৰু) আকাৰৰ একো একোখন চি ডিত বহু তথ্য জমা হৈ থাকে। এনে এখন বা দুখন চি ডিত অনায়াসে তিনি ঘণ্টাৰ চিনেমা এখন ভৰাই ৰাখিব পাৰি। *লগতে চাওক ডি ভি ডি*

**কমিউনিকেছন গেপ** *Communication Gap*
আলোচনা প্ৰক্ৰিয়া বা কথা-বতৰাৰ মাজতে একাধিক পক্ষৰ মাজত ধাৰণা আৰু তথ্যৰ কোনো অৰ্থপূৰ্ণ আদান-প্ৰদান নোহোৱা পৰিস্থিতি; যোগাযোগ ব্যৱধান। সেই পক্ষবোৰৰ মাজত শাৰীৰিক আৰু মানসিক পাৰ্থক্য যথেষ্ট হ'লে তেনে পৰিস্থিতিৰ সৃষ্টি হয়।

**কমিউনিজম** *Communism*
উচ্চ-নীচ নিৰ্বিশেষে ৰাষ্ট্ৰৰ সকলো ব্যক্তিৰ সমান অধিকাৰ — এই মতবাদ; সাম্যবাদ। সাধাৰণভাৱে ক'বলৈ গ'লে কমিউনিজম হ'ল সমাজতন্ত্ৰৰ পৰৱৰ্তী পৰ্যায় আৰু কাৰ্ল মাৰ্ক্সে

উদ্ভাৱন কৰা আদৰ্শ সমাজ ব্যৱস্থা। শ্ৰেণীহীন (আৰু সেয়ে শোষণহীন) সমাজ আৰু ৰাষ্ট্ৰহীনতা কমিউনিজমৰ প্ৰধান বৈশিষ্ট্য। ইয়াত দেশৰ সকলো সম্পত্তি এক কমিউনিটিৰ (community) তত্ত্বাৱধানত ৰখাৰ পোষকতা কৰা হয়। এই তত্ত্ব অনুযায়ী দেশৰ প্ৰত্যেক নাগৰিকে নিজৰ সামৰ্থমতে কাম কৰিব আৰু নিজৰ প্ৰয়োজনমতে বানচ বা বস্তু-বাহানি লাভ কৰিব।

## কমিক ৰিলিফ *Comic Relief*

ভাবগধুৰ সাহিত্য কৰ্মত, বিশেষকৈ নাটকত উত্তেজনা বা বিষণ্ণতা বা উদ্বেগৰ উপশম হিচাপে অৱতাৰণা কৰা কোনো লঘু ৰসাত্মক ঘটনা বা দৃশ্য; লঘু বিৰতি। কেতিয়াবা কোনো বহুৱা-চৰিত্ৰ বা আপাতঃ গম্ভীৰ অথচ প্ৰকৃতপক্ষে হাস্যৰসাত্মক বক্তৃতা আদিৰো অৱতাৰণা কৰা হয়। কোনো কোনো সমালোচকৰ মতে এনে কৰিলে নাটকৰ উদ্বেগ প্ৰশমন হোৱাৰ উপৰি বহু সময়ত নাটকীয়তা তীব্ৰতৰ হয়, নাটক হৈ উঠে ব্যঞ্জনাময়।

## কম্পিউটাৰ *Computer*

জটিল আৰু সময় খৰচী গাণিতিক সমস্যাৰ শুদ্ধ আৰু দ্ৰুত সমাধানৰ বাবে নিৰ্মিত স্বয়ংক্ৰিয় ইলেক্ট্ৰনিক যন্ত্ৰ বা আহিলা। সাধাৰণভাৱে ক'বলৈ গ'লে ৰেডিঅ', টেলিভিছনৰ দৰে কম্পিউটাৰো এবিধ যন্ত্ৰ, ইলেক্ট্ৰনিক যন্ত্ৰ। যন্ত্ৰই মানুহৰ কৰ্মশক্তি বঢ়ায়। কিন্তু যন্ত্ৰ এটা পৰিচালনা কৰিবলৈ মানুহৰ প্ৰয়োজন। একেদৰে মানুহ অবিহনে কম্পিউটাৰেও একো কাম কৰিব নোৱাৰে। অৱশ্যে 'কম্পিউটাৰ' আৰু আন 'যন্ত্ৰ'ৰ মাজত এটা গুৰুত্বপূৰ্ণ পাৰ্থক্য আছে। আন 'যন্ত্ৰ'সমূহে সাধাৰণতে মানুহৰ শাৰীৰিক শ্ৰমহে লাঘৱ কৰে; কিন্তু 'কম্পিউটাৰ'-এ প্ৰধানতঃ মানুহৰ মানসিক শ্ৰম কমায়। অৱশ্যে কম্পিউটাৰে মানুহৰ অসাধ্য কোনো কাম কৰিব নোৱাৰে; কেৱল জটিল আৰু সময় খৰচী কামবোৰ কম্পিউটাৰে মানুহতকৈ দ্ৰুতভাৱে আৰু নিৰ্ভুলকৈ সমাধান কৰিব পাৰে।

কম্পিউটাৰক সাধাৰণতে এটি গণনাকাৰী যন্ত্ৰ বুলি কোৱা হয় যদিও দৰাচলতে ই সাধাৰণ গণনাকাৰী যন্ত্ৰসমূহতকৈ বহুগুণে বেছি শক্তিশালী। তদুপৰি কম্পিউটাৰৰ কেইটামান বিশেষ গুণ আছে। সেয়া হ'ল তাৰ (১) অদ্ভুত বেগ। এটা আধুনিক কম্পিউটাৰে পোন্ধৰটা অংক বিশিষ্ট দুটা সংখ্যা যোগ কৰিবলৈ এক ছেকেণ্ডৰ এক লাখ ভাগৰ এভাগ মাত্ৰ সময় লয়। (২) তথ্য জমা কৰি ৰাখি থ'ব পৰা ক্ষমতা বা স্মৃতি (memory)। ৩০,০০০ পৃষ্ঠাৰ বিশ্বকোষ এখনো অনায়াসে কম্পিউটাৰৰ স্মৃতি ভঁৰালত ভৰাই থ'ব পাৰি। (৩) নিখুঁতকৈ কাম কৰিব পৰা ক্ষমতা। ইয়াৰ উপৰি (৪) কম্পিউটাৰক প্ৰগ্ৰেম কৰি থ'ব পাৰি — অৰ্থাৎ এলানি নিৰ্দেশ একেবাৰতে দি থৈ পাছত তাক ক্ৰম অনুসৰি কাম কৰাব পাৰি।

কম্পিউটাৰৰ সহায়ত বিভিন্ন ধৰণৰ কাম কৰিব পাৰি। অংক কৰা, বানানৰ ভুল শুধৰোৱা, নতুন নতুন গীতৰ সুৰ সংযোজন কৰা, ব্যৱসায়-বাণিজ্যৰ হিচাপ ৰখা, ছাত্ৰ-ছাত্ৰীক পঢ়া-শুনাত সহায় কৰা, চিনেমা চোৱা, প্ৰতিবন্ধী ব্যক্তিৰ লগত কথা-বতৰা বা ভাব বিনিময়ত সহায় কৰা, বতৰৰ আগলি বতৰা নিৰ্ভুলকৈ জনোৱা, অনুবাদ কৰা আদিৰ লগতে বিজ্ঞানৰ অলেখ কাম-কাজো কম্পিউটাৰৰ সহায়ত কৰিব পাৰি। চলচ্চিত্ৰৰ 'স্পেচিয়েল ইফেক্টছ' (Special Effects) দিয়াৰ কামতো সম্প্ৰতি কম্পিউটাৰৰ বহুল ব্যৱহাৰ হৈছে।

আপুনি পঢ়ি থকা এই আখৰবোৰো কম্পিউটাৰৰ সহায়তে সজোৱা হৈছে। তদুপৰি প্ৰতিদিনেই কম্পিউটাৰৰ নতুন নতুন ব্যৱহাৰ হৈয়েই আছে।

**কম্পিউটাৰ ভাইৰাছ** *Computer Virus*

প্ৰচলিত কথাত 'ভাইৰাছ' শব্দটো আহিছে ৰোগ জীৱাণুৰ পৰা। যিবোৰ জীৱাণুৰ উপস্থিতিত মানৱদেহ সংক্ৰমিত হয়, সেইবোৰকে ভাইৰাছ বোলে। কিন্তু এই জীৱাণুৰ লগত কম্পিউটাৰ ভাইৰাছৰ কোনো সম্পৰ্ক নাই। কম্পিউটাৰ জগতত VIRUS হ'ল **V**ital **I**nformation **R**esources **U**nder **S**eize, অৰ্থাৎ, একধৰণৰ প্ৰগ্ৰেম, যি কম্পিউটাৰৰ স্বাভাৱিক তথ্য আদান-প্ৰদানক বিঘ্নিত কৰে।

পৃথিৱীত কিছুমান মানুহ আছে যিসকলে আনৰ ক্ষতি কৰি ভাল পায়। এনে এচাম মানুহেই কেতবোৰ প্ৰগ্ৰেম বা ছফটৱেৰ নিৰ্মাণ কৰে, যাৰ প্ৰভাৱত আনৰ কম্পিউটাৰ বিকল হৈ পৰে, নষ্ট হয় সংৰক্ষিত তথ্য, আনকি প্ৰগ্ৰেমো। কম্পিউটাৰ ভাইৰাছে নিজৰ প্ৰতিলিপি সৃষ্টি কৰিব পাৰে আৰু এটা কম্পিউটাৰৰ পৰা আনটো কম্পিউটাৰলৈ ব্যৱহাৰকাৰীয়ে নজনাকৈয়ে বিস্তৃতি লাভ কৰিব পাৰে। কিছুমান ভাইৰাছ তুলনামূলকভাৱে কম অপকাৰী, কিন্তু আন কিছুমানে কম্পিউটাৰৰ সঞ্চিত তথ্যবোৰ নষ্ট কৰি পেলাব পাৰে। অসৎ উদ্দেশ্যত কোনো অচিনাক্ত আৰু অভিজ্ঞ প্ৰগ্ৰেমাৰে এই ভাইৰাছ প্ৰগ্ৰেমবোৰ সৃষ্টি কৰে আৰু টেলিফোন লাইন বা চি ডিৰ সহায়ত সেইবোৰক বিয়পাই দিয়ে। অৱশ্যে আজিকালি এণ্টি-ভাইৰাছ ছফ্‌টৱেৰ কিছুমানো বিকশিত হৈছে আৰু সেইবোৰে বিখ্যাত ভাইৰাছবোৰ ধৰা পেলাই নষ্ট কৰি পেলাব পাৰে। কিন্তু ন ন ভাইৰাছ ওলায়েই আছে আৰু এনে ভাইৰাছবোৰৰ ক্ষেত্ৰত সেই এণ্টি-ভাইৰাছ ছফ্‌টৱেৰে কাম নকৰিবও পাৰে। বৰ্তমানেও বহু মাৰাত্মক ধৰণৰ ভাইৰাছৰ আক্ৰমণ কম্পিউটাৰ জগতত হৈয়েই আছে।

**কৰ বৰ্জন** *Tax Avoidance*

কোনো লোকৰ বিত্তীয় অৱস্থা, আইনৰ সীমাৰ ভিতৰতে অদল-বদল কৰি দেখুওৱা, যাতে তাৰ বাবদ দিবলগীয়া কৰ নিম্নতম হয়।

**কৰৱা চৌথ**

(ঘাইকৈ) ৰাজস্থানৰ আৰু আন হিন্দীভাষী মহিলাই স্বামীৰ মংগল, দীৰ্ঘায়ু আৰু সুস্বাস্থ্য কামনাৰে কৰা ব্ৰতবিশেষ। প্ৰতি বছৰৰ কাতি মাহৰ কৃষ্ণা চতুৰ্থীত এই ব্ৰত পালন কৰা হয়। ব্ৰতৰ দিনা আন বিভিন্ন মাংগলিক কাম কৰাৰ উপৰি মহিলাগৰাকীয়ে ওৰে দিন উপবাসে থাকি, সন্ধিয়া আকাশত জোন ওলালে হাতত চালনী লৈ চালনীৰ মাজেৰে জোনটো চাই অৰ্ঘ্য দান কৰি অন্ন গ্ৰহণ কৰে, ব্ৰত ভাঙে। সাধাৰণতে স্বামীয়ে নিজ হাতেৰে খুৱাই ব্ৰত ভঙাৰ নিয়ম প্ৰচলিত।

**কৰ্পোৰেট ষ্টেট** *Corporate State*

অৰ্থনৈতিকভাৱে প্ৰভাৱশীল কেতবোৰ সংস্থা বা গোষ্ঠীৰ হাতত যি ৰাষ্ট্ৰৰ ৰাজনৈতিক ক্ষমতা বা নিয়ন্ত্ৰণ ন্যস্ত। এনে দেশৰ চৰকাৰ নাগৰিকৰ ওচৰত নহয়, তেনে সংস্থা বা গোষ্ঠীৰ

ওচৰতহে দায়বদ্ধ। অৰ্থাৎ, যিসকল অৰ্থনৈতিকভাৱে ক্ষমতাৱান, ৰাষ্ট্ৰ পৰিচালনাত তেওঁলোকৰে গুৰুত্ব বেছি। এনে ৰাষ্ট্ৰত নাগৰিকৰ ভোটাধিকাৰ নাথাকে। কৰ্পোৰেট ষ্টেটৰ ধাৰণাটো ফেছিষ্ট ৰাষ্ট্ৰৰ লগত বিশেষভাৱে সংগতিপূৰ্ণ। মুছোলিনিৰ ইটালী, জেনেৰেল ফ্ৰাংকোৰ স্পেইন এনে ৰাষ্ট্ৰৰ দৃষ্টান্ত। আন এক ব্যাখ্যা অনুসৰি কৰ্পোৰেট ষ্টেটৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক কৰ্মৰাজি বাণিজ্য আৰু নিগমৰ ওপৰত নিৰ্ভৰশীল। ইয়াত সংসদৰ সদস্যসকল নিৰ্বাচিত হয় নিগমৰ দ্বাৰাহে, জনগণৰ দ্বাৰা নহয়। কৰ্পোৰেট ষ্টেটত ৰাজনীতিৰ কোনো ভূমিকা নাই।

## কলম *Column*

সংবাদপত্ৰৰ লগত জড়িত শব্দ। বাতৰিকাকত (কোনো কোনো আলোচনীৰো) এখনৰ শাৰীবোৰ কিতাপৰ শাৰীবোৰৰ দৰে বাঁওফালৰ পৰা সোঁফাললৈ সমগ্ৰ পৃষ্ঠাজুৰি একে শাৰীতে বিস্তৃত নহয়। কাকতখনৰ শাৰীবোৰ কিছুমান সৰু সৰু ভাগত নিৰ্দিষ্ট জোখত ভাগ কৰা হয়। ইয়াৰ প্ৰতিটো ভাগক একো একোটা স্তম্ভ বা কলম বুলি কোৱা হয়। কাকতসমূহে ব্যৱহাৰ কৰা স্তম্ভৰ জোখ কাকত অনুযায়ী বেলেগ বেলেগ হোৱা দেখা যায়। অসমীয়া কাকতসমূহে সাধাৰণতে ৪ বা ৪.৫ চেণ্টিমিটাৰ, ৫ চেণ্টিমিটাৰ, ৭ চেণ্টিমিটাৰ, ৯ চেণ্টিমিটাৰ, ১৪ চেণ্টিমিটাৰ প্ৰস্থৰ কলম ব্যৱহাৰ কৰা দেখা যায়। বেছিভাগ কাকতে সম্পাদকীয় স্তম্ভ এটা কলমত বহলকৈ প্ৰকাশ কৰে। কাকতসমূহে সাধাৰণতে অংগসজ্জা বা লে-আউটৰ সময়ত সুবিধা হোৱাকৈ আৰু কম সময় লগাকৈ কলমসমূহৰ জোখ সৰু-ডাঙৰ কৰে। কলমসমূহৰ জোখে অংগসজ্জা যাতে সুন্দৰকৈ তুলি ধৰে তাৰ ওপৰতো চকু ৰখা হয়। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে কাকত এখনে কিমান চেণ্টিমিটাৰ জোখৰ কলম ব্যৱহাৰ কৰিব এইটো সাধাৰণতে কাকতখনে নিজাববীয়াকৈ স্থিৰ কৰি লয়।

## কলাকৰ্ষণ *Tissue Culture*

প্ৰাণী বা উদ্ভিদৰ ক্ষুদ্ৰ অংশ বা পৃথকীকৃত কোষক, মূল জীৱদেহৰ পৰা আঁতৰাই অনাৰ পাছতো জীয়াই ৰাখিব পৰা এক প্ৰকাৰৰ কৌশল। সাধাৰণতে এনে অংশ বা কোষ সমষ্টিক, এটা কাঁচৰ পাত্ৰৰ ভিতৰত নিৰ্দিষ্ট গুণসম্পন্ন এক উপযুক্ত মাধ্যমত ৰখা হয়। অৱশ্যে তাৰ আগতে সেইবোৰৰ পৰা বেক্টেৰিয়া, ভেঁকুৰ আদি বাহিৰা অণুজীৱবোৰ আঁতৰ কৰি ল'ব লাগিব। নিৰৱচ্ছিন্নভাৱে আহাৰ যোগান ধৰাৰ বাবে মাধ্যমটো সঘনাই সলনি কৰি থাকিব লাগে। ডাঙৰ কোষ কলাৰ ক্ষেত্ৰত এনে কৌশল ব্যৱহাৰ কৰিব নোৱাৰি। কাৰণ সেই ক্ষেত্ৰত কোষকলাৰ মাজত অংশবোৰে প্ৰয়োজনীয় খাদ্যৰ বাবে ( আৰু নিয়মীয়া নিঃসৰণৰ বাবে) মাধ্যমটোৰ সংস্পৰ্শলৈ আহিব নোৱাৰে।

## কলাত্মক চলচ্চিত্ৰ *Art Film*

যি চলচ্চিত্ৰ নিৰ্মাণত শৈল্পিক প্ৰেৰণা বিশেষভাৱে সক্ৰিয়, অৰ্থাৎ, চলচ্চিত্ৰৰ শিল্পৰূপেই য'ত মূল কথা, যাৰ উদ্দেশ্য নিতান্ত বিনোদন নহয়, বিনোদনতকৈ নান্দনিক উৎকৰ্ষই য'ত প্ৰধান, তেনে ছবিকে সাধাৰণতে কলাত্মক বা নান্দনিক চলচ্চিত্ৰ বোলা হয়।

**কলেষ্টৰোল** *Cholesterol*

এবিধ জৈৱিক পদাৰ্থ। তেজত কলেষ্টৰোল মুক্তভাৱে নাইবা লাইপোপ্ৰটিনৰ যৌগৰূপে থাকে। কিন্তু কলেষ্টৰোল গুৰুত্বপূৰ্ণ প্ৰধানকৈ দুটা কাৰণে ঃ (১) ই পিত্তাশয়ৰ পাথৰৰ এক প্ৰধান উপাদান। (২) ৰক্তনলীত হোৱা এথেৰোস্কেলৰোছিছ (athrerosclerosis) নামৰ প্ৰক্ৰিয়াত ই এক প্ৰধান ভূমিকা লয়। হৃৎপিণ্ড বা মগজুৰ ৰক্তবাহী নলীত এই এথেৰোস্কেলৰোছিছ নামৰ প্ৰক্ৰিয়াৰ দ্বাৰা ষ্ট্ৰোক, কৰোনাৰি ধমনীৰ ৰোগ আদি সমস্যাই দেখা দিয়ে। তেজত কলেষ্টৰোলৰ পৰিমাণ যিমানেই বাঢ়ে, এথেৰোস্কেলৰোছিছ আৰু কৰোনাৰি ধমনীৰ ৰোগৰ প্ৰৱণতা সিমানেই বৃদ্ধি পায়। কিছুমান লোকৰ বংশগত প্ৰৱণতাৰ বাবে নাইবা অত্যধিক চৰ্বিযুক্ত আহাৰ খোৱা বাবে তেজত কলেষ্টৰোলৰ পৰিমাণ বাঢ়ে।

**কল্প বিজ্ঞান** *Science Fiction*

ইংৰাজী 'ছায়েন্স ফিকচন'ক অসমীয়াত কল্প বিজ্ঞান বুলি কোৱা হয়। কল্প বিজ্ঞান বা ছায়েন্স ফিকচনক বহুতে সংক্ষেপে 'স্কি-ফি' বা 'ছাই-ফাই' বুলি কয়। সাধাৰণ সাধুকথা বা ৰূপকথাৰ লগত কল্প বিজ্ঞানৰ এটা পাৰ্থক্য আছে। সাধু বা ৰূপকথাৰ লগত বাস্তৱৰ কোনো সম্পৰ্ক নাই, আনহাতে কল্প বিজ্ঞানত বাস্তৱৰ কথা থাকে, কল্প বিজ্ঞানে ভৱিষ্যৎ বিজ্ঞানৰ সম্ভাৱনা সম্পৰ্কেও কেতিয়াবা ইংগিত দিয়ে।

**কল্যাণকামী ৰাষ্ট্ৰ** *Welfare State*

ঘাইকৈ নাগৰিকৰ জীৱন যাত্ৰা আৰু শিক্ষা-সংস্কৃতিৰ মান উন্নত কৰাৰ লক্ষ্যৰে পৰিচালিত ৰাষ্ট্ৰ। এনে ৰাষ্ট্ৰই নানান জনকল্যাণমুখী কাৰ্যসূচী ৰূপায়ণ কৰে, নাগৰিকৰ সামাজিক নিৰাপত্তাৰ দায়িত্ব লয়। চিকিৎসা ব্যৱস্থা, নিবনুৱা সমস্যা দূৰীকৰণ, বসবাসৰ ব্যৱস্থা কৰা আদি কল্যাণকামী ৰাষ্ট্ৰৰ অন্যতম কৰ্তব্য বুলি বিবেচিত হয়। ১৯৪৫-৫০ চনত ইংলেণ্ডত লেবাৰ দলৰ চৰকাৰে এনেধৰণৰ কেতবোৰ জনকল্যাণমূলক পৰিকল্পনা লৈছিল। কল্যাণকামী ৰাষ্ট্ৰৰ মূল কথা হ'ল জনসাধাৰণৰ কল্যাণ সাধনৰ দায়িত্ব ৰাষ্ট্ৰইহে ল'ব লাগিব। অৱশ্যে কোনো সমালোচকৰ মতে এনে অৱস্থাত মানুহৰ উদ্যম, আত্মবিশ্বাস আৰু স্বাধীনতা ক্ষতিগ্ৰস্ত হয়।

**কাঞ্জিভৰম** *Canjeeveram/Kanjeeveram*

দক্ষিণ ভাৰতীয় শাৰীবিশেষ। জনাজাত নাম কাঞ্চিপুৰম। তামিলনাডুৰ কাঞ্চিপুৰম এই শাৰীৰ বাবে বিখ্যাত আৰু তাৰে পৰাই শাৰীবিধৰ নামকৰণ হৈছে।

**কাফতান** *Caftan*

পশ্চিম এছিয়াৰ মুছলমান দেশৰ পৰা ভাৰতত প্ৰচলিত আৰু ভাৰতৰো মহিলাসকলৰ মাজত ব্যৱহৃত ঢিলা পোছাকবিশেষ।

**কাবুকি** *Kabuki*

প্ৰায় ১৬০০ চনৰ পৰা জাপানত প্ৰচলিত এক শ্ৰেণীৰ জনপ্ৰিয় নাটক। এই নাটক জাপানৰ

পৰম্পৰাগত 'নো' নাটকৰ দৰে অত্যধিক গীতিধৰ্মী নহয়। তদুপৰি 'নো' নাটকৰ দৰে ইয়াত মুখা পিন্ধি অভিনয় কৰাৰ ৰীতিও নাই। অৱশ্যে কাবুকিত ৰূপসজ্জা আৰু দৃশ্যসজ্জা যথেষ্ট বাহুল্যৰে কৰা হয়! কাবুকি নাটকত দৰ্শকৰ ওপৰত বহু কথা নিৰ্ভৰ কৰে। দৰ্শকে যদি ইচ্ছা কৰে নাটক ওৰে দিনটো চলি থাকিব পাৰে।

**কাবেৰী জলবিবাদ** *Cauvery Dispute*
কাবেৰী নদীৰ পানীৰ ব্যৱহাৰক লৈ কৰ্ণাটক, তামিলনাডু আৰু পণ্ডিচেৰীৰ এক বিবাদ। কাবেৰী নদীৰ পানীক লৈ পণ্ডিচেৰী সম্পৰ্কিত হ'লেও মূল বিবাদ অৱশ্যে কৰ্ণাটক আৰু তামিলনাডুৰ মাজতহে। কাবেৰী নদীৰ উৎপত্তি হৈছে কৰ্ণাটকত। এই ৰাজ্যৰ মাজেদি বৈ আহিলেও, তামিলনাডু আৰু পণ্ডিচেৰীৰ মাজেৰেহে কাবেৰী নদীয়ে বেছি দূৰত্ব অতিক্ৰম কৰিছে। তামিলনাডুৱে বহু বছৰ আগৰে পৰাই কাবেৰী নদীৰ পৰা জলসিঞ্চনৰ ব্যৱস্থা কৰি ইয়াৰ খেতিপথাৰসমূহ সমৃদ্ধ কৰি তুলিছিল। তাৰ পাছত কৰ্ণাটক ৰাজ্যয়ো কাবেৰী নদীৰ পানী ব্যৱহাৰ কৰি এই ৰাজ্যত জলসিঞ্চনৰ ব্যৱস্থা কৰিলে। কৰ্ণাটকৰ এই কাৰ্যৰ ফলত তামিলনাডু ৰাজ্যলৈ অহা কাবেৰী নদীৰ পানী কমি গ'ল। জলসিঞ্চনৰ খালসমূহ শুকাই পৰিল আৰু অন্যান্য ক্ষেত্ৰতো অসুবিধাই দেখা দিলে। গতিকে তামিলনাডুৱে আগৰ দৰেই পানী এৰি দিবলৈ কৰ্ণাটকক দাবী জনালে। কৰ্ণাটকৰ যুক্তি হ'ল, দেৰিকৈ জলসিঞ্চনৰ প্ৰকল্প আৰম্ভ কৰিছে বুলিয়েই তেওঁলোকে কাবেৰী নদীৰ পানীক এইক্ষেত্ৰত ব্যৱহাৰ কৰিব নোৱাৰাৰ কথা নাই। আনহাতে তামিলনাডুৰ যুক্তি হ'ল, নদীৰ উজনি অংশ কৰ্ণাটকত অৱস্থিত বুলিয়েই তেওঁলোকে এই নদীক যেনেকৈ মন যায় তেনেকৈ ব্যৱহাৰ কৰিব নোৱাৰে। তদুপৰি এখন ৰাজ্যই আন এখন ৰাজ্যক অন্যায়ভাৱে পানীৰ পৰা বঞ্চিত কৰাৰো যুক্তি নাই। শেহতীয়াকৈ প্ৰধান মন্ত্ৰী মনমোহন সিঙৰ অনুৰোধত কৰ্ণাটকৰ মুখ্য মন্ত্ৰীয়ে তামিলনাডুক কাবেৰীৰ পানী মুকলি কৰি দিয়ে।

**কামিকাজি** *Kamikaze*
দ্বিতীয় মহাসমৰৰ সময়ত আত্মঘাতী আক্ৰমণ চলোৱা এক শ্ৰেণীৰ জাপানী বিমান আৰু তাৰ পাইলট। কামিকাজি পাইলটসকলক বিশেষভাৱে প্ৰশিক্ষণ দিয়া হৈছিল, যাতে তেওঁলোকে বিমানৰ সৈতে 'ডাইভ' মাৰি শত্ৰুপক্ষৰ নিৰ্দিষ্ট স্থানত আঘাত হানিব পাৰে।

**কামোদ্দীপক** *Aphrodisiac*
যৌন উত্তেজনা বা যৌন সক্ৰিয়তা বঢ়াবৰ বাবে ব্যৱহৃত ঔষধ বা আন দ্ৰব্য।

**কাৰাওকে** *Karaoke*
কোনো জনপ্ৰিয় গীতৰ সংগীতাংশৰ ৰেকৰ্ড কৰা অংশ। তাত গায়ক-গায়িকাৰ মাতটো নাথাকে। মানুহে সেই সংগীতত নিজৰ মাত সংযোগ কৰি গীতটো গাবলৈ, কাৰাওকে চিডি বা ভিচিডি ব্যৱহাৰ কৰে।

**কাৰটচী লাইট** *Curtsy Light*
মটৰ গাড়ী এখনৰ দুৱাৰ খুলিলে ভিতৰত জ্বলা লাইটটোৰ নাম।

**কার্টোগ্ৰাফাৰ** *Cartographer*
মানচিত্র অংকন কৰা লোক; মানচিত্রবিদ। শব্দটো ফৰাচী ভাষাৰ 'কার্টে' (Carte, অর্থ মানচিত্র) আৰু গ্রীক ভাষাৰ 'গ্ৰাফিয়া'ৰ (Graphia, অর্থ লেখা) সমন্বয়ত সৃষ্টি হৈছে।

**কার্বন ডেটিং** *Carbon Dating*
তেজস্ক্রিয় কার্বনৰ সহায়ত খনিজ পদার্থ, জীবাশ্ম বা আন প্রাচীন পদার্থৰ বয়স নির্ণয় কৰা আধুনিক বিজ্ঞানসম্মত পদ্ধতি; কার্বন কাল নির্ধাৰণ। এই পদ্ধতিত কার্বনৰ সমস্থানিক ($C^{14}$) বা ৰেডিঅ' কার্বন ব্যৱহাৰ হয় বাবে ইয়াক ৰেডিঅ' কার্বন ডেটিং বা কার্বন ডেটিং বোলা হয়। যিটো বস্তুৰ বয়স নির্ণয় কৰিব লাগে এই পদ্ধতিত তাৰ তেজস্ক্রিয়তা বিচাৰ কৰা হয়। বহু প্রাচীন নিদর্শনৰ বয়স নির্ধাৰণ বা প্রতিষ্ঠিত বিশ্বাসক পৰীক্ষা কৰাৰ বাবে কার্বন ডেটিং এক অত্যন্ত ফলপ্রসূ ব্যৱস্থা। ১৯৪৬ চনত মার্কিন ৰসায়নবিদ উইলার্ড ফ্রেংক লিবিয়ে (Willard Frank Libby, ১৯০৮-১৯৮০) এই পদ্ধতি আবিষ্কাৰ কৰে। ইয়াৰ বাবে তেওঁ লাভ কৰে ১৯৬০ চনৰ ৰসায়ন বিজ্ঞানৰ নোবেল বঁটা।

**কার্বুৰেটৰ** *Carburettor*
পেট্রোলচালিত ইঞ্জিনৰ যন্ত্রাংশবিশেষ। ইয়াৰ যান্ত্রিক ব্যৱস্থাত ইন্ধন তেলৰ সূক্ষ্ম ধাৰাৰ লগত প্রয়োজন অনুসৰি বায়ু মিহলি হৈ চিলিণ্ডাৰলৈ যায়। চিলিণ্ডাৰত বিশেষ এক বৈদ্যুতিক প্রক্রিয়াৰে সৃষ্ট অগ্নি স্ফুলিংগৰ (electric spark) সংস্পর্শত সেই গেছীয় মিশ্রণৰ বিস্ফোৰণ ঘটে, দহন ক্রিয়া চলে। এই প্রক্রিয়াৰ নাম আভ্যন্তৰীণ দহন ক্রিয়া (internal combustion)। ইয়াৰ ফলত উৎপন্ন গেছৰ চাপত ইঞ্জিন চলে।

**কার্বোহাইড্রেট** *Carbohydrate*
এক শ্রেণীৰ ৰাসায়নিক পদার্থৰ সাধাৰণ নাম; প্রাণী আৰু উদ্ভিদত থকা কার্বন, হাইড্রোজেন আৰু অক্সিজেনেৰে গঠিত এক শ্রেণী অতি আৱশ্যকীয় জৈৱ যৌগ। কার্বোহাইড্রেট খাদ্যৰ এটা প্রধান উপাদান। খাদ্যৰ কার্বোহাইড্রেটে জীৱৰ দেহত তাপ আৰু শক্তিৰ যোগান ধৰে। ধান, ঘেঁহু আদি শস্যৰ পৰা পোৱা খাদ্য, আলু, চেনি, ফলমূল, গাখীৰ, শাক-পাচলি, বাদাম আদিত কার্বোহাইড্রেট থাকে।

**কাল অসামঞ্জস্যতা** *Anachronism*
এটা ঘটনা ঐতিহাসিকভাৱে যিসময়ত ঘটিছিল বুলি জনা যায়, সেই ঘটনা আন কোনো সময়ত ঘটা বুলি কৰা বর্ণনা।

**কালপুৰুষ** *Orion*
এটি সুপৰিচিত নক্ষত্রমণ্ডল। সাতটা উজ্জ্বল আৰু অসংখ্য অনুজ্জ্বল তৰাৰ সমষ্টি এই কালপুৰুষ। এই নক্ষত্রমণ্ডলক এজন যোদ্ধাৰ ৰূপত কল্পনা কৰা হয়। হাতত ধনু, কঁকালত কমৰ-বন্ধ বা টঙালি আৰু তাত ওলোমাই লোৱা তৰোৱালে কালপুৰুষক এনেদৰে এজন যোদ্ধাৰ আকৃতি দিছে।

## কাৱাছাকি *Kawasaki*

সাধাৰণতে দুবছৰতকৈ কম বয়সৰ শিশুৰ শৰীৰত দেখা দিব পৰা এবিধ ৰোগ। এই ৰোগৰ বিষয়ে ব্যাখ্যা কৰোঁতা চিকিৎসা বিজ্ঞানী টমিছাকু কাৱাছাকিৰ (Tomisaku Kawasaki) নামেৰে এই ৰোগৰ নামকৰণ কৰা হৈছে। দীৰ্ঘদিনীয়া জ্বৰ, চকু ৰঙা পৰা, তেজ বিৰিঙা ওঁঠ আদি এই ৰোগৰ লক্ষণ। শেষত ই হৃদযন্ত্ৰক আক্ৰমণ কৰে আৰু ৰোগী মৃত্যুমুখত পৰে। জাপানত এই ৰোগৰ প্ৰাদুৰ্ভাৱ আছে।

## কাহিনী চলচ্চিত্ৰ *Feature Film*

এটা সুস্পষ্ট কাহিনী থকা চলচ্চিত্ৰ। তদুপৰি এনে চলচ্চিত্ৰত থাকে বিচিত্ৰ চৰিত্ৰৰ সমাহাৰ, সংলাপ, নৃত্য-গীত (কিছুসংখ্যক) আৰু এক নিৰ্দিষ্ট সামৰণি। দৰ্শকক এটা কাহিনীৰ বিষয়ে কোৱাটোৱেই এনে চলচ্চিত্ৰৰ মূল উদ্দেশ্য।

## কাংৰা *Kangra*

হিমাচল প্ৰদেশৰ এখন জিলা; বিখ্যাত দুৰ্গ, যাক কেন্দ্ৰ কৰি অষ্টাদশ শতিকাৰ শেষৰ দুই দশকত এক বিশিষ্ট চিত্ৰকলাৰ বিকাশ হৈছিল।

## কিউনিফৰ্ম *Cuneiform*

টাইগ্ৰিছ-ইউফ্ৰেটিছ নদীৰ মধ্যৱৰ্তী ভূখণ্ড মেছোপটেমিয়াত (বৰ্তমানৰ ইৰাক) ছুমেৰীয়সকলৰ হাতত আজিৰ পৰা প্ৰায় ৫,০০০ বছৰৰ আগতে উদ্ভাৱন হোৱা পৃথিৱীৰ প্ৰাচীনতম লিপি। ছুমেৰীয়সকলে পোনতে ছবি আঁকি আঁকি লিখিছিল। লিখোঁতাজনৰ কাষত আছিল আলঠীয়া মাটিৰ লদাৰ দ'ম, সেই লদাৰ পৰাই তেওঁ সৰু সৰু ফলি সাজি তাৰ ওপৰত লিখিব লাগিছিল। এই মাটিৰ ফলিবোৰ যাতে সহজে নাভাঙে আৰু মজবুত, দিন যোৱা হয়, তাৰ বাবে সেইবোৰ ৰ'দত ভালকৈ শুকুওৱা হৈছিল বা জুইত পুৰি লোৱা হৈছিল। কিন্তু মাটিৰ লদাৰ ওপৰত ছবি আঁকি আঁকি লিখাটো সহজ কাম নাছিল। সেয়ে পাছলৈ মানুহে জোঙা কাঠী বা শলাৰে মাটিৰ ওপৰে ওপৰে কাটি আখৰৰ দাগ দিবলৈ ল'লে। এনে কৰাত আখৰবোৰ দেখাত শলাৰ দৰে হৈছিল। ছুমেৰীয়সকলে এহাজাৰমান সংকেত-চিহ্ন ব্যৱহাৰ কৰিছিল। প্ৰত্যেকটো আখৰ কেইটিমান শলাকৃতিৰ সংকেত-চিহ্নৰ সমন্বয়ত গঠিত হৈছিল। সেই আখৰত কেতিয়াবা সম্পূৰ্ণ এটা শব্দ নাইবা বেলেগে এটা শব্দাংশ মাত্ৰ বুজা গৈছিল। এনে ধৰণৰ মাটিৰ লদাবোৰক (যিবোৰ ছুমেৰীয় সভ্যতাৰ এক বিশেষত্ব আছিল) 'টেবলট' বোলা হৈছিল। লিপিবিধৰ নাম দিয়া হৈছিল কিউনিফৰ্ম বা শলাকৃতি লিপি। মেছোপটেমিয়াত বহুদিনলৈকে এই লিপিৰ ব্যৱহাৰ আছিল। মেছোপটেমিয়াৰ বাহিৰে সমগ্ৰ মধ্যপ্ৰাচ্যতো খ্ৰীষ্টপূৰ্ব ৩০০০-ৰ পৰা খ্ৰীষ্টপূৰ্ব ২০০০-ৰ ভিতৰত কিউনিফৰ্মেই আছিল লিখাৰ একমাত্ৰ মাধ্যম।

## কিউবিজম *Cubism*

কেৱল ঘনাকাৰ প্ৰতীকৰ দ্বাৰা অংকিত চিত্ৰশৈলী; ঘনচিত্ৰ শৈলী। পাবলো পিকাছো আৰু জৰ্জ ব্ৰাকৰ উদ্যোগত কুৰি শতিকাৰ প্ৰথম দুটা দশকত এই শিল্পধাৰা উদ্ভাৱিত আৰু বিকশিত হয়। কিউবিজম মূলতঃ চিত্ৰকলা আৰু ভাস্কৰ্যৰ প্ৰকাশিত হৈছে। কিউবিষ্টসকলে চকুৰে যি

দেখে তাকে কিছু প্ৰথাবদ্ধ কৰি লয়। আৰম্ভণিতে প্ৰাকৃতিক দৃশ্যাৱলীক জ্যামিতিক আকাৰত প্ৰকাশ কৰাই তেওঁলোকৰ প্ৰাথমিক আৰু প্ৰধান উদ্দেশ্য আছিল। পিকাছো আৰু ব্ৰাকৰ ছবিত প্ৰায়ে দৃশ্যবস্তুক কৌণিক আৰু কিছু বিকৃত আকৃতিত অংকন কৰা দেখা যায়। অৱশ্যে ১৯১০ চনৰ পৰা ১৯২৩ চনৰ ভিতৰত মাজে মাজে কিউবিজমে তাৰ ধাৰা আৰু ধৰণ সলনি কৰে।

## কিচ্চেন পুলিচ *Kitchen Police*

সৈন্যবাহিনীৰ ৰান্ধনি-ঘৰত ৰান্ধনিৰ কামত সহায় কৰিবলৈ নিযুক্ত সেনা।

## কী বোৰ্ড *Keyboard*

বিভিন্ন প্ৰয়োজনীয় প্ৰতীক ( A, B, C.. আদি; 1, 2, 3 .. আদি; ঃ, +,-,@ আদি), নিৰ্দেশ আদি সূচাবলৈ বাদ্যযন্ত্ৰ, টাইপ ৰাইটাৰ, কম্পিউটাৰ আদিত থকা ছবিৰ সজ্জা বা ফলক। কী বোৰ্ড সাধাৰণতে দুই প্ৰকাৰৰ। মূল কী বোৰ্ড হ'ল টাইপ ৰাইটাৰ আৰু কম্পিউটাৰৰ আখৰ/ প্ৰতীকৰ ছাবিৰ শাৰী। আন এবিধ কী বোৰ্ড আছে পিয়ানো আৰু হাৰমোনিয়ামত। দ্বিতীয় অৰ্থৰ কী বোৰ্ড হ'ল এবিধ বাদ্যযন্ত্ৰ। বৰ্তমান কী বোৰ্ডৰ দ্বাৰা এবিধ বিশেষ যন্ত্ৰক বুজোৱা হ'লেও হাৰ্পছিকৰ্ড (Harpsichord), একৰ্ডিয়ান (Accordian) আদিও কী বোৰ্ড পদবাচ্য, কিয়নো এইবোৰতো কী বোৰ্ড থাকে।

## কুকুৰাকটা বাট

কামাখ্যা মন্দিৰলৈ যোৱা এটা পুৰণা বাট। কিংবদন্তি অনুসৰি অসুৰ ৰজা নৰকে কামাখ্যা গোসাঁনীক বিয়াৰ প্ৰস্তাৱ দিছিল। তেতিয়া দেৱীয়ে নৰকে যদি একে ৰাতিৰ ভিতৰতে দেৱীৰ এটা মন্দিৰ, বাট, পুখুৰী আদি সম্পূৰ্ণ কৰিব পাৰে তেতিয়া তেওঁক বিয়া কৰিব বুলি সন্মতি দিলে। ৰজাই কাম আৰম্ভ কৰিলে আৰু ৰাতি পুৱাৰ আগতেই কাম প্ৰায় শেষ হৈ আহিল। ঘটনা বিষম দেখি দেৱীয়ে ৰাতি থাকোঁতেই কুকুৰাক ডাক দিবলৈ আদেশ দিলে। কুকুৰাই ডাক দিয়াত দেৱীয়ে ক'লে যে কাম শেষ নৌহওঁতেই যিহেতু ৰাতি পুৱাল, সেয়ে তেওঁ ৰজাক বিয়া কৰাব নোৱাৰে। নৰকে খঙতে কুকুৰাটোক খেদি নি বধ কৰিলে। তেতিয়াৰ পৰা সেই ঠাইৰ নাম 'কুকুৰাকটা বাট' নামে জনাজাত হ'ল।

## কুমাৰী পূজা

নাবালিকাৰ পূজা। এই পূজা ঘাইকৈ কামাখ্যাত প্ৰচলিত। ইয়াত নানা উপচাৰেৰে কুমাৰী কন্যাক পূজা কৰা হয়। মনস্কামনা সিদ্ধিৰ বাবেও বহুতে কুমাৰী পূজা কৰে। যোগিনীতন্ত্ৰত এই পূজাৰ উল্লেখ আছে। সাধাৰণতে শাৰদীয় দুৰ্গোৎসৱৰ সপ্তমী, অষ্টমী আৰু মহানৱমী তিথিত দুৰ্গা পূজাৰ পাছতে কুমাৰী পূজা কৰাৰ বিধি আছে। দুৰ্গা পূজাৰ দিনকেইটাৰ উপৰি আমতীৰ শুদ্ধিৰ দিনাও অসমৰ কোনো কোনো অঞ্চলত কুমাৰী পূজা অনুষ্ঠিত কৰাৰ ৰীতি প্ৰচলিত।

## কুমেৰু প্ৰভা

*মেৰুপ্ৰভা চাওক*

## কুম্ভমেলা *Kumbha Mela*

ভাৰতৰ এক বৃহৎ ধৰ্মীয় মেলা; ভাৰতীয় সাংস্কৃতিক পৰম্পৰাৰ তাৎপৰ্যপূৰ্ণ উৎসৱ। কুম্ভ মানে কলহ। অমৃতৰ কলহক লৈ এই মেলাৰ সূত্ৰপাত বাবে ইয়াৰ নাম কুম্ভমেলা। ভাৰতৰ প্ৰয়াগ (এলাহাবাদ), নাছিক, হৰিদ্বাৰ আৰু উজ্জয়িনীত তিনি বছৰৰ মূৰে মূৰে কুম্ভমেলা অনুষ্ঠিত হয়। একেদৰে ১২ বছৰৰ মূৰত পূৰ্ণ কুম্ভ অনুষ্ঠিত হয় প্ৰয়াগ আৰু হৰিদ্বাৰত। জনশ্ৰুতি অনুসৰি অসুৰ আৰু দেৱতাই কূৰ্মৰূপী বিষ্ণুৰ পিঠিত মন্দৰ পৰ্বত বহুৱাই বাসুকী নাগক মন্থন জৰী হিচাপে লৈ সমুদ্ৰ মন্থন কৰোঁতে নানান ধন-ৰত্নৰ লগত লক্ষ্মী দেৱী আৰু অমৃতৰ কলহ হাতত লৈ দেৱ-বৈদ্য ধন্বন্তৰী ওলাইছিল। লক্ষ্মীক দেখি অসুৰ মোহিত হ'ল আৰু সেই সুযোগতে ধন্বন্তৰীৰ পৰা অমৃত কুম্ভ হাতত লৈ ইন্দ্ৰপুত্ৰ জয়ন্ত সেই ঠাইৰ পৰা স্বৰ্গলোকলৈ বুলি উধাও হ'ল। এই যাত্ৰাত জয়ন্তই তিনি দিনৰ মূৰে মূৰে ১২ ঠাইত কুম্ভ নমাই জিৰণি লৈছিল। তাৰে ৮ ডোখৰ ঠাই দেৱলোকত আৰু বাকী ৪ ডোখৰ ঠাই হ'ল মৰ্ত্যৰ প্ৰয়াগ, নাছিক, হৰিদ্বাৰ আৰু উজ্জয়িনী। জয়ন্তই কলহ থওঁতে কেইটোপালমান অমৃত হৰিদ্বাৰ আৰু প্ৰয়াগত ছিটিকি পৰিছিল। মানুহৰ এবছৰত দেৱতাৰ এদিন বুলি বিশ্বাস প্ৰচলিত। সেয়ে প্ৰতি তিনি বছৰৰ মূৰে মূৰে সেই ঠাইকেইখনত (য'ত য'ত জয়ন্তই তিনি দিনৰ মূৰে মূৰে জিৰণি লৈছিল) কুম্ভমেলা হয় আৰু অমৃত ছিটিকি পৰা হৰিদ্বাৰ আৰু প্ৰয়াগত প্ৰতি ১২ বছৰৰ মূৰে মূৰে হয় পূৰ্ণ কুম্ভ। কুম্ভমেলাৰ সময়ত গংগাত স্নান কৰাটো হিন্দুসকলৰ বাবে বৰ পবিত্ৰ কাম বুলি গণ্য কৰা হয় আৰু সেই স্নানৰ ফলত হেনো পূৰ্বৰ সকলো পাপ ক্ষয় হয়।
*লগতে চাওক সমুদ্ৰ মন্থন*

## কুম্ভীলক বৃত্তি *Plagiarism*

আনৰ লেখা, ধাৰণা, আবিষ্কাৰ আদি নকল কৰি বেআইনীভাৱে নিজৰ নামত প্ৰকাশ-প্ৰচাৰ কৰা কাৰ্য।

## কুৰী *Curie*

তেজস্ক্ৰিয়তাৰ পৰিমাণ বুজাবলৈ ব্যৱহাৰ কৰা একক। এই এককৰ ক্ষেত্ৰত ৰেডিয়ামৰ ক্ষয় বা খণ্ডিত হোৱাৰ হাৰ প্ৰমাণ হিচাপে লোৱা হয়। ৰেডিয়ামৰ পৰা প্ৰতি ছেকেণ্ডত $৩.৭১ \times ১০^{১০}$ টা ৰেডিয়াম পৰমাণুৰ ক্ষয় হয়। অৰ্থাৎ, কুৰী হ'ল তেজস্ক্ৰিয় পদাৰ্থৰ প্ৰতি ছেকেণ্ডত $৩.৭১ \times ১০^{১০}$ টা পৰমাণু ক্ষয় বা খণ্ডিত হোৱাৰ হিচাপ। সাধাৰণতে অৱশ্যে তেজস্ক্ৰিয়তাৰ ব্যৱহাৰিক একক হিচাপে মিলি কুৰীকহে প্ৰতি ছেকেণ্ডত ($৩.৭১ \times ১০^{৭}$টা পৰমাণু) ক্ষয় লোৱা হয়।

## কুৰুক্ষেত্ৰ যুদ্ধ *Kurukhetra War*

খ্ৰীষ্টপূৰ্ব ১৪২৮-ত (নৱেম্বৰ-ডিচেম্বৰ) বৰ্তমানৰ হাৰিয়ানাৰ কুৰুক্ষেত্ৰত কৌৰৱ-পাণ্ডৱৰ মাজত হোৱা প্ৰচণ্ড যুদ্ধ। ১৮ দিন ব্যাপি হোৱা এই যুদ্ধত কৌৰৱৰ ১১ অক্ষৌহিনী আৰু পাণ্ডৱৰ ৭ অক্ষৌহিনী সেনাই অংশগ্ৰহণ কৰে। শ্ৰীকৃষ্ণৰ পৰোক্ষ সহায়ত পাণ্ডৱসকলে কৌৰৱসকলক এই যুদ্ধত পৰাজিত কৰে। যুদ্ধৰ শেষত উভয় পক্ষৰ মাত্ৰ দহজনহে জীৱিত আছিল। পাণ্ডৱ পক্ষৰ সাতজন (যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল, সহদেৱ, শ্ৰীকৃষ্ণ আৰু

সাত্যকি) আৰু কৌৰৱ পক্ষৰ তিনিজন (অশ্বত্থমা, কৃপাচাৰ্য আৰু কৃতবৰ্মা)।

*লগতে চাওক অক্ষৌহিনী*

**কৃচ্ছ্রসাধনা** *Asceticism*

নিজকে সুশৃংখলিত কৰি তপোপাসনা কৰা এক ধৰ্মীয় পদ্ধতি। যিসকলে কৃচ্ছ্রসাধনা কৰে, তেওঁলোকে উচ্চতৰ আধ্যাত্মিক স্তৰ লাভ কৰিবৰ বাবে শাৰীৰিক, মানসিক সকলো বাসনা বিসৰ্জন দিয়ে। এওঁলোকৰ কৃচ্ছ্রসাধক বুলি জনা যায়।

**কৃত্ৰিম বৰষুণ** *Artificial Rain*

কৃত্ৰিম উপায়েৰে বিভিন্ন ৰাসায়নিক যৌগৰ সহায়ত সৃষ্টি হোৱা বৰষুণ। সাধাৰণতে ডাৱৰৰ লগত শুকান বৰফৰ (কাৰ্বন ডাই-অক্সাইডৰ গোটা অৱস্থা) গুড়ি মিহলাই কৃত্ৰিম বৰষুণৰ সৃষ্টি কৰা হয় যদিও আজিকালি ছিলভাৰ ডাই-অক্সাইড নামৰ লোণ এবিধৰ গুড়ি মেঘলৈ মাৰি পঠিয়াই (স্প্ৰে কৰি) কৃত্ৰিম বৰষুণৰ সৃষ্টি কৰা হৈছে। কৃত্ৰিম বৰষুণ এতিয়াও ব্যৱহাৰিক ক্ষেত্ৰত সীমিত অৱস্থাতে আছে আৰু এই বিষয়ত অধিক গৱেষণা পৃথিৱীৰ বিভিন্ন দেশত অব্যাহত আছে।

**কৃষ্ণ গহ্বৰ** *Black Hole*

মহাকাশৰ এক প্ৰকাৰৰ বাসিন্দা। এইবোৰৰ আপেক্ষিক গুৰুত্ব ইমানেই বেছি যে সিহঁতৰ আকৰ্ষণী ক্ষমতাৰ সীমাৰ ভিতৰত সোমালে কোনো পদাৰ্থ —আনকি পোহৰো ঘূৰি যাব নোৱাৰে, অৰ্থাৎ, পোহৰো ই শুহি ৰাখে। কৃষ্ণ গহ্বৰবোৰৰ মাধ্যাকৰ্ষণ শক্তি ইমান প্ৰবল যে ইয়াৰ কাষেদি পাৰ হৈ যোৱা যিকোনো বস্তুকে ই নিজৰ মাজলৈ টানি লৈ যায়। ক্ৰমে নক্ষত্ৰৰ বৰ দ্ৰুত আৰু ভয়ানকভাৱে নিপাত (collapse) ঘটে; আয়তন যথেষ্ট কম হয় (মাত্ৰ কেইকিলোমিটাৰমান ব্যাসাৰ্ধৰ হ'ব পাৰে)। কিন্তু আপেক্ষিক ঘনত্ব ইমানেই বেছি হয় যে একাপ আয়তনৰ নক্ষত্ৰৰ ওজনো পৃথিৱীখনৰ ওজনৰ সমান হ'ব পাৰে। সকলো নক্ষত্ৰৰে শেষ অৱস্থা সাধাৰণভাৱে এই কৃষ্ণ গহ্বৰ বুলিয়েই কোৱা হৈছে।

**কেওলিন** *Kaolin*

এক প্ৰকাৰ মিহি বগা মাটি। ঔষধ প্ৰস্তুত কৰা প্ৰতিষ্ঠানবোৰে মলম আৰু আৱৰণযুক্ত টেবলেট প্ৰস্তুত কৰিবলৈ ইয়াক ব্যৱহাৰ কৰে।

**কেট্‌ছ আইজ** *Cat's Eyes*

গাড়ী চালকসকলে ৰাতি যাতে বাট ভালদৰে দেখা পায় তাৰ বাবে ৰাষ্টাত ব্যৱহাৰ কৰা এক নিৰাপত্তা কৌশল। এই কৌশলত কিছু বিশেষ আকৃতিৰ কাঁচ আৰু দাপোন এনেদৰে ৰখা হয় যাতে সেইবোৰে সামান্য পোহৰো ভালদৰে প্ৰতিফলিত কৰিব পাৰে।

**কেটৱাক** *Catwalk*

শব্দটো একাধিক অৰ্থত ব্যৱহৃত হয়। প্ৰথম, যিখন দীঘল আৰু ঠেক মঞ্চৰ ওপৰেদি ফেশ্বন

শ্বোৰ প্ৰতিযোগী মডেলসকল যায় (মেকুৰীৰ (cat) দৰে খোজ কাঢ়ি।)। দ্বিতীয় অৰ্থ হ'ল থিয়েটাৰৰ মঞ্চৰ ওপৰত খোজ কঢ়াৰ বাবে ৰখা সৰু প্লেটফৰ্ম। দলঙৰ কাষত বা দুটা কেইবামহলীয়া ঘৰৰ ওপৰে ওপৰে ইটো ঘৰৰ পৰা সিটো ঘৰলৈ খোজ কাঢ়ি যাবলৈ বন্ধা সংকীৰ্ণ বাটৰ নামো কেটৱাক; সাঁকো পথ।

**কেটেৰেক্ট** *Cataract*

চকুৰ মণিৰ ওপৰত বগা চামনি পৰা ৰোগ; ছানি পৰা ৰোগ। সাধাৰণতে বাৰ্ধক্যজনিত এই ৰোগ অস্ত্ৰোপচাৰৰ জৰিয়তে নিৰাময় হয়।

**কেটোলজী** *Catology*

সামুদ্ৰিক স্তন্যপায়ী প্ৰাণী, বিশেষকৈ, তিমি মাছ সম্পৰ্কে অধ্যয়ন কৰা বিজ্ঞানৰ এটা শাখা।

**কেথেড্ৰেল** *Cathedral*

খ্ৰীষ্টান ধৰ্মৰ বিছপে ব্যক্তিগতভাৱে অধ্যক্ষতা চলোৱা ডাঙৰ গিৰ্জা।

**কেথলিক** *Cathelic*

কেথলিক শব্দটো গ্ৰীক ভাষাৰ কেথোলিকছৰ (Katholikos) পৰা আহিছে। ইয়াৰ অৰ্থ সাৰ্বজনীনতা (Universality)। ইহুদি গিৰ্জাৰ পৰা পৃথক কৰি দেখুৱাবৰ বাবে দ্বিতীয় শতিকাৰ পৰা খ্ৰীষ্টান গিৰ্জাৰ নাম কেথেলিক হয়। খ্ৰীষ্টান গিৰ্জা সমগ্ৰ পৃথিবীৰ সকলো মানুহৰ গিৰ্জা হ'ব, — তাৰ বাবেই এই নামকৰণ। প্ৰথমৰে পৰা কেথলিক গিৰ্জাত যীশুখ্ৰীষ্টৰ সাক্ষাৎ শিষ্যসকলে প্ৰচাৰ কৰা আদি খ্ৰীষ্টান ধৰ্ম, পবিত্ৰ পানীত স্নান কৰোৱাই খ্ৰীষ্টান ধৰ্মত দীক্ষিত কৰাৰ ৰীতি আদি ৰীতি প্ৰতিষ্ঠিত আছিল। কেথলিক গিৰ্জাত ৰোমৰ বিশেষ কৰ্তৃত্ব আছিল। কিন্তু ষষ্ঠদশ শতিকাৰ ধৰ্ম সংস্কাৰ আন্দোলনৰ (Reformation) সময়ত পোপৰ কৰ্তৃত্ব, অহেতুক গোড়ামি, দুৰ্নীতি আদিৰ বিৰুদ্ধে এদল খ্ৰীষ্টান সৰৱ হৈ উঠে আৰু পৰিণতিত খ্ৰীষ্টান গিৰ্জা দুভাগত বিভক্ত হৈ যায়। সংস্কাৰপন্থীসকল প্ৰটেষ্টাণ্ট নামেৰে আৰু কেথলিক গিৰ্জা ৰোমান কেথলিক গিৰ্জা নামেৰে পৰিচিত হয়।

**কেন্সাৰ** *Cancer (Malignancy)*

**শৰীৰৰ কোষসমূহৰ অস্বাভাৱিক আৰু অতিমাত্ৰা বৃদ্ধিৰ ফলত হোৱা ৰোগ; কৰ্কট ৰোগ। মাত্ৰ এটা কোষৰ পৰাই অস্বাভাৱিক ধৰণৰ বৃদ্ধি হৈ কেন্সাৰৰ সৃষ্টি হয়। কেন্সাৰৰ কোষসমূহে স্বাভাৱিক কোষ বৃদ্ধিৰ নিয়মসমূহ মানি নচলে আৰু ইহঁতে কোষৰ স্বাভাৱিক বৈশিষ্ট্যসমূহ সহজেই শৰীৰৰ এক অংশৰ পৰা আন এক অংশলৈ বিয়পিব পাৰে। নখ, চুলি আৰু দাঁতৰ বাহিৰে শৰীৰৰ যিকোনো অংশত কেন্সাৰ হ'ব পাৰে। আগতে কেন্সাৰ মানেই মৃত্যু বুলি ভবা হৈছিল। অৱশ্যে আজিকালি আধুনিক পৰীক্ষা-নিৰীক্ষাৰ দ্বাৰা কেন্সাৰ সহজেই আৰু অতি সোনকালে ধৰা পেলাব পাৰি। প্ৰথম অৱস্থাতেই ধৰা পেলালে আধুনিক চিকিৎসাৰ দ্বাৰা ৰোগী বহু বছৰলৈ জীয়াই থাকে। সমগ্ৰ বিশ্বতে কেন্সাৰ সম্পৰ্কীয় গৱেষণা ব্যাপকভাৱে চলি আছে আৰু শীঘ্ৰে বিজ্ঞানীসকল কেন্সাৰ নিৰাময়ত সম্পূৰ্ণৰূপে সফল হ'ব বুলি আশা কৰা হৈছে।**

*লগতে চাওক কেমোথেৰাপী*

**কেপলাৰৰ তত্ত্ব** *Kepler's Law*
সৌৰজগতৰ গ্ৰহসমূহৰ গতি বিষয়ক তিনিটা প্ৰসিদ্ধ সূত্ৰ। জাৰ্মান জ্যোতির্বিদ যোহানছ কেপলাৰে আৱিষ্কাৰ কৰা এই সূত্ৰ তিনিটা হ'ল ঃ (১) গ্ৰহসমূহৰ কক্ষপথ বৃত্তাকাৰ নহয়, উপবৃত্তাকাৰহে; আৰু এই উপবৃত্তৰ কেন্দ্ৰত সূৰ্য অৱস্থিত; (২) গ্ৰহবোৰৰ গতি সকলো সময়তে একে নাথাকে; সূৰ্যৰ যিমানেই ওচৰ চাপে, সিহঁত সিমানেই খৰকৈ যাবলৈ ধৰে; (৩) গ্ৰহবোৰে সূৰ্যক এবাৰ প্ৰদক্ষিণ কৰোঁতে লগা সময়ৰ বৰ্গফল সূৰ্যৰ পৰা সিহঁতৰ গড় দূৰত্বৰ সমানুপাতিক।

**কেফেইন** *Caffeine*
চাহ, কফি, ককো, কোলা আদিত প্ৰাকৃতিকভাৱে থকা এবিধ গোন্ধহীন আৰু সামান্য তিতা সোৱাদৰ এক জৈৱ পদাৰ্থ। কম পৰিমাণে ব্যৱহাৰ কৰিলে ই মানুহৰ পৰিপাকত সহায় কৰে। কিন্তু বেছি পৰিমাণে সেৱন কৰিলে নিদ্ৰাহীনতা, মূৰৰ বিষ, হজমৰ সমস্যা আদি হ'ব পাৰে।

**কেব্‌ল টিভি** *Cable TV*
উপগ্ৰহ প্ৰযুক্তিৰ দ্ৰুত বিকাশৰ লগে লগে কেব্‌ল টিভি বা ছেটেলাইট টিভি নামৰ এক পদ্ধতিয়ে অভাৱনীয়ভাৱে জনপ্ৰিয়তা অৰ্জন কৰিছে। টেলিভিছন কেন্দ্ৰৰ প্ৰচাৰ সীমাৰ বাহিৰত থকা অঞ্চলত বিশেষভাৱে নিৰ্মিত ঘূৰণীয়া ডাঙৰ বাটি আকৃতিৰ এণ্টেনাৰ (যাক ডিছ এণ্টেনা নামে জনা যায়) সহায়ত পোনে পোনে উপগ্ৰহৰ কাৰ্যসূচী গ্ৰহণ কৰি কেব্‌লৰ সহায়ত সম্প্ৰচাৰ কৰিব পাৰি। ইয়ে সাধাৰণভাৱে কেব্‌ল টিভি নামে জনাজাত।

**কেবিনেট মিছন** *Cabinet Mission*
ভাৰতৰ স্বাধীনতা আন্দোলনৰ নেতৃবৃন্দৰ লগত আলোচনা কৰাৰ অৰ্থে ভাৰতলৈ অহা ব্ৰিটিছ চৰকাৰৰ তিনিজন মন্ত্ৰীৰে গঠিত সমিতি। ১৯৪৬ চনৰ ২৪ মাৰ্চত কেবিনেট মিছন নতুন দিল্লী পায়হি আৰু ডেৰ মাহ ধৰি কংগ্ৰেছ আৰু মুছলিম লীগৰ মাজৰ বিৰোধ নিষ্পত্তিৰ চেষ্টা কৰে। কিন্তু তেওঁলোকৰ প্ৰচেষ্টা ব্যৰ্থ হয়। অৱশেষত মে' মাহৰ ১৬ তাৰিখে কেবিনেট মিছনে এটি মীমাংসামূলক প্ৰস্তাৱ ভাৰতীয় নেতৃবৃন্দৰ বিবেচনাৰ্থে আগবঢ়ায়। কেবিনেট মিছনৰ প্ৰস্তাৱত ভাৰতৰ এঘাৰখন ব্ৰিটিছশাসিত প্ৰদেশ আৰু সকলোখিনি দেশীয় ৰাজ্য লৈ এখন যৌথ ৰাষ্ট্ৰ গঠনৰ প্ৰস্তাৱ দিয়া হয়। এই ৰাষ্ট্ৰৰ কেন্দ্ৰীয় চৰকাৰৰ হাতত কেৱল বৈদেশিক নীতি, দেশ ৰক্ষা, যোগাযোগ ব্যৱস্থাৰ ভাৰ আৰু এই তিনি বিষয়ত হ'বলগীয়া ব্যয়ৰ বাবে অৰ্থ সংগ্ৰহৰ ক্ষমতা প্ৰদান কৰা হয়। আনহাতে ব্ৰিটিছশাসিত প্ৰদেশবোৰক তিনিটা গ্ৰুপত ভাগ কৰাৰ প্ৰস্তাৱ দিয়া হয়। এনে গ্ৰুপ ব্যৱস্থাত পাকিস্তান গঠনৰ ইংগিত পাই মুছলিম লীগে এই প্ৰস্তাৱ গ্ৰহণ কৰে। কংগ্ৰেছ গ্ৰুপ ব্যৱস্থাৰ বিৰোধী হ'লেও সমগ্ৰ ভাৰতৰ বাবে এক কেন্দ্ৰীয় চৰকাৰ আৰু এক গণ পৰিষদ গঠনৰ প্ৰস্তাৱ থকা বাবে কেবিনেট মিছনৰ আপোচমূলক সূত্ৰ মানি লয়। কিন্তু ক্ষমতা হস্তান্তৰৰ পূৰ্বে অন্তৰ্বৰ্তীকালীন চৰকাৰ গঠন আৰু প্ৰতিনিধিত্বৰ বিষয় লৈ পুনৰ লীগ আৰু কংগ্ৰেছৰ মাজত বিৰোধে দেখা দিয়ে। তিনি মাহ ধৰি মীমাংসাৰ বাবে কৰা অবিশ্ৰান্ত প্ৰয়াসৰ অন্তত ১৯৪৬ চনৰ ২৯ জুনত কেবিনেট মিছনে ভাৰত ত্যাগ কৰে। কেবিনেট মিছনৰ প্ৰস্তাৱ শেষ পৰ্যন্ত কাৰ্যকৰী নহ'ল। কাৰণ ভাৰতৰ বিভাজন ৰোধ কৰিবৰ

বাবে তেওঁলোকৰ যি প্ৰচেষ্টা সেয়া ব্যৰ্থ হয়। কিন্তু তেওঁলোকে যিদৰে ভাৰতৰ ৰাজ্যবোৰক তিনিটা গ্ৰুপত ভাগ কৰিছিল, মোটামুটিভাৱে তাৰ ভিত্তিতে পৰৱৰ্তী কালত ভাৰতক বিভাজন কৰা হয়। ভাৰতৰ পূব আৰু পশ্চিমৰ দুটি খণ্ডিত অংশ লৈ সৃষ্টি হয় পাকিস্তান ৰাষ্ট্ৰ।

**কেমকৰ্ডাৰ** *Camcorder*

ভিডিঅ' কেমেৰা আৰু ৰেকৰ্ডাৰ একেলগে থকা সহজে বহনযোগ্য বা পৰ্টেবল যন্ত্ৰ। এই যন্ত্ৰ **Camera** আৰু **Recorder**-ৰ মিলিত ৰূপ। হেণ্ডিকেম (Handycum) নামেৰেও সমধিক পৰিচিত।

**কেমোথেৰাপী** *Chemotherapy*

কেন্সাৰ আৰু কেতবোৰ মাৰাত্মক সংক্ৰামক ৰোগ নিৰাময়ৰ বাবে ব্যৱহৃত চিকিৎসা পদ্ধতি; ৰস চিকিৎসা। ১৯১০ চনতে এই পদ্ধতি প্ৰথম প্ৰয়োগ কৰা হৈছিল যদিও সাম্প্ৰতিক কালত ইয়াৰ উন্নতি আৰু বিশেষ প্ৰয়োগ ঘটিছে। কেইবিধমান জীৱাণু আৰু কোষ বিধ্বংসী (Cytotoxic ঃ কোষৰ বাবে বিষাক্ত কোনো দ্ৰব্য বা পদাৰ্থ) ঔষধৰ মিশ্ৰণ কেমোথেৰাপীত ব্যৱহাৰ কৰা হয়। এনেবোৰ ঔষধে বহুসময়ত মানুহৰ দেহৰ স্বাভাৱিক কোষকো আক্ৰমণ কৰে আৰু তাৰ ফলত মানুহৰ প্ৰতিৰোধ ক্ষমতা কমি যায়, চুলি সৰে। এইবোৰ অসুবিধা দূৰ কৰাৰ বাবে আন কেতবোৰ সহায়ক ঔষধ প্ৰয়োগ কৰিবলগীয়া হয়। কেমোথেৰাপী কেৱল কেমো বুলিও সমধিক পৰিচিত।

**কেমোফ্লেজ** *Camouflage*

সামৰিক সামগ্ৰী, অস্ত্ৰ-শস্ত্ৰ, সৈনিক আদিক শত্ৰুপক্ষৰ চকুত নপৰাকৈ ৰখা এক কৌশল। এই কৌশলত বৰফৰ মাজত হ'লে বগা, হাবিৰ মাজত হ'লে সেউজীয়া আদি বিভিন্ন বৰণৰ পোছাক ব্যৱহাৰ কৰা হয়। তদুপৰি সামৰিক বয়-বস্তু, অস্ত্ৰ-শস্ত্ৰ শিল বা গছৰ পাতেৰে ঢাকি ৰখা হয়।

**কেৰাটেক্‌টমী** *Keratectomy*

চকুৰ কৰ্ণিয়াৰ সম্পূৰ্ণ অংশ বা কিছু অংশ উঠাই পেলাবলৈ কৰা অস্ত্ৰোপচাৰ।

**কেৰিবিয়ান** *Caribbean*

কেৰিবিয়ান শব্দটোৰ একাধিক অৰ্থ আছে। ৱেষ্ট ইণ্ডিজৰ আন এটা নাম কেৰিবিয়ান। ই বিশেষ্য। বিশেষণৰ ৰূপত কেৰিবিয়ানৰ অৰ্থ ৱেষ্ট ইণ্ডিজৰ অধিবাসী-সংক্ৰান্তীয় বা তেওঁলোকৰ সংস্কৃতি-সংক্ৰান্তীয় (Caribbean Culture)। ৱেষ্ট ইণ্ডিজৰ দ্বীপবোৰ কেৰিবিয়ান সাগৰত অৱস্থিত হোৱা বাবে ইয়াৰ অধিবাসীসকল কেৰিবিয়ান নামেৰেও পৰিচিত। উত্তৰ আমেৰিকা আৰু দক্ষিণ আমেৰিকাৰ মধ্যৱৰ্তী আটলাণ্টিক মহাসাগৰৰ অন্তৰ্গত সাগৰৰ নাম কেৰিবিয়ান সাগৰ, ই বিশেষ্য। বিশেষণত এই সাগৰ-সংক্ৰান্তীয় (The Caribbean Wave)।

**কেৰিয়াৰ** *Career*

কেৰিয়াৰ শব্দটোৱে সাধাৰণভাৱে এক বৃত্তি বা জীৱিকাকে বুজায়। অৱশ্যে সেই বৃত্তি বা জীৱিকা উন্নতিৰ অৱকাশ থকাবিধৰ হ'ব লাগিব। কেৰিয়াৰে এজন লোকৰ জীৱনধাৰা, কৰ্মৰ

পৰিৱেশ, ৰুটিন, উপাৰ্জন, আৰাম, প্ৰত্যাহ্বান, শাৰীৰিক-মানসিক পৰিশ্ৰম আদি বহু দিশ নিৰ্দেশ কৰে। জীৱনৰ প্ৰায় সকলো ক্ষেত্ৰতে কেৰিয়াৰৰ প্ৰভাৱ পৰে। এজন ব্যক্তিয়ে প্ৰতিভা বিকাশৰ সুযোগ পাইছে নে নাই, তেওঁৰ পঢ়া-শুনা-যোগ্যতাৰ প্ৰতি সঠিক বিচাৰ কৰা হৈছে নে নাই, ব্যক্তিজনৰ বন্ধুমহল কেনেকুৱা হ'ব, তেওঁৰ 'ষ্টেণ্ডাৰ্ড অব্ লিভিং' বা জীৱন ধাৰণৰ মান কেনে হ'ব, সমাজত তেওঁৰ স্থান কি হ'ব, সমাজ বা ৰাষ্ট্ৰলৈ তেওঁ কি অৰিহণা আগবঢ়াব, — এনে ধৰণৰ বহু কথা এজন ব্যক্তিৰ কেৰিয়াৰে নিৰূপণ কৰে। এক কথাত ক'বলৈ গ'লে, এজন ব্যক্তিয়ে এটা কেৰিয়াৰ নিৰ্বাচন কৰাৰ অৰ্থ হ'ল, ব্যক্তিজনে তেওঁৰ ভৱিষ্যৎ জীৱনধাৰাটো নিৰ্বাচন কৰা।

**কেৰেট** *Carat, Karat*

মূল্যৱান ধাতু-ৰত্নাদিৰ ওজনৰ একক। আগতে ১ কেৰেট = ৩.১৬৬৬৬ গ্ৰেইন (০.২০৩৩ গ্ৰাম) আছিল। ১৯১৩ চনৰ পৰা ২০০ মিলিগ্ৰাম বা ০.২০০ গ্ৰামত এক কেৰেট বুলি ধৰা হৈছে। আগতে সোণ আদিৰ দৰে মূল্যৱান ধাতু-ৰত্ন জোখাৰ একক আছিল তোলা (=১০ গ্ৰাম)।

সোণৰ বিশুদ্ধতাৰ পৰিমাণ বুজাবলৈও কেৰেট শব্দটো ব্যৱহাৰ কৰা হয়। সম্পূৰ্ণ খাটি সোণক ২৪ কেৰেট বুলি ধৰা হয়। কোনো সোণ ১৮ কেৰেট বুলিলে বুজিব লাগিব যে তাত ১৮ অংশ বিশুদ্ধ সোণ আৰু বাকী ৬ অংশ আন ধাতু আছে।

**কেলকুলাছ** *Calculus*

গণিতৰ শাখা বিশেষ। কোনো ক্ৰমাগত পৰিৱৰ্তনশীল ৰাশি সম্পৰ্কে বিভিন্ন গাণিতিক সমাধানৰ পদ্ধতি ইয়াত আলোচনা কৰা হয়।

**কেলকুলেটৰ** *Calculator*

নিমিষতে যোগ-বিয়োগ-পূৰণ-হৰণ আদি কৰিব পৰা আকাৰত সৰু ইলেক্ট্ৰনিক গণনা যন্ত্ৰ; সৰল অৰ্থত কেলকুলেটৰ হ'ল এবিধ অংক কৰিব পৰা যন্ত্ৰ। ১৯৬৩ চনত বৰ্তমানে আমি দেখা ইলেক্ট্ৰনিক কেলকুলেটৰ ওলায়। বৰ্তমানে ব্যৱহৃত সৰহভাগ কেলকুলেটৰেই ইলেক্ট্ৰনিক। দেখাত এখন ডাঠ কাগজতকৈ কিছু ডাঠ আৰু জেপত লৈ ফুৰিব পৰা (কেতিয়াবা ডাওৰ আকাৰৰো থাকে) ইলেক্ট্ৰনিক কেলকুলেটৰ এটাই নিমিষতে যোগ-বিয়োগ, পূৰণ-হৰণ, বৰ্গমূল, শতকৰা হাৰ আদি সৰু-বৰ অংক কৰিব পাৰে। একোটা ইলেক্ট্ৰনিক কেলকুলেটৰত সৰ্বাধিক ৮-১২টা সংখ্যালৈকে উত্তৰ পোৱা যায়।

**কেলামাইন** *Calamine*

জিংক অক্সাইডযুক্ত এবিধ গুলপীয়া পদাৰ্থ। ছালত ব্যৱহাৰ কৰিব পৰা পাউদাৰ আৰু মলম হিচাপে এইবিধ পদাৰ্থক ব্যৱহাৰ কৰা হয়।

**কেলিগ্ৰাফী** *Calligraphy*

কেলিগ্ৰাফী মূলতে গ্ৰীক শব্দ। ইয়াৰ অৰ্থ কলম বা তুলিকাৰে লিখা আলংকৰিক, দৃষ্টিনন্দন

লিপি। সাধাৰণতে কোনো এটা বস্তু সুন্দৰকৈ লিখাটোকে কেলিগ্ৰাফী বুলি কোৱা হয়। এক শিল্পীসুলভ ধৰণেৰে আখৰবোৰ সজোৱা এই বিশেষ বৈশিষ্ট্যসূচক কলাত্মক লিখন শৈলী বিশেষভাৱে ব্যৱহৃত হৈছিল হস্তলিপি বা প্ৰাচীন ধৰ্মগ্ৰন্থসমূহৰ নতুন সংস্কৰণ প্ৰকাশৰ সময়ত। আনহাতে কথিত গদ্যসমূহ সংকলিত কৰি কিতাপ আকাৰে লিপিবদ্ধ কৰিবলৈও এই শৈলীৰ ব্যৱহাৰ হৈছিল। বৰ্তমান কম্পিউটাৰৰ সহায়ত কেলিগ্ৰাফী কৰাটো সহজ হৈছে যদিও সুদক্ষ কেলিগ্ৰাফী শিল্পীসকলৰ নিজস্ব বৈশিষ্ট্যৰ বাবে এই শিল্পৰ চাহিদা আজিও কমা নাই।

## কেলিডোস্কোপ *Kaleidoscope*

সৰু, আৱৰণযুক্ত এক কাঁচৰ নলী, যাৰ মাজেৰে চালে ধুনীয়া আৰু ৰংচঙীয়া ডিজাইন পোৱা যায়। ই পোহৰৰ যৌগিক প্ৰতিফলনৰ তত্ত্ব অনুসৰি কাম কৰে।

## কেলোৰি *Calorie*

কোনো পদাৰ্থত নিহিত মুঠ উত্তাপ বা তাপশক্তি পৰিমাপৰ একক; খাদ্যৰ পৰা পোৱা শক্তিৰ একক। বিভিন্ন খাদ্যৰ তাপ উৎপাদনৰ শক্তিকো কেলোৰিত প্ৰকাশ কৰা হয়। খাদ্যৰ কেলোৰি মূল্যমান সাধাৰণতে কিলো কেলোৰিত প্ৰকাশ কৰা হয়। পিছে লিখোঁতে 'কিলো' শব্দটো বাদ দি কেৱল কেলোৰি বুলিয়েই লিখা হয়।

## কৈশোৰ অপৰাধ *Juvenile Delinquency*

প্ৰাপ্তবয়স্কৰ সময়সীমাত উপনীত নোহোৱা কোনো ল'ৰা বা ছোৱালীয়ে কৰা অপৰাধ বা আইন ভংগমূলক কাম। প্ৰায়বোৰ দেশতে ওঠৰ বছৰ অতিক্ৰম কৰিলেই প্ৰাপ্তবয়স্ক বুলি ধৰা যায়। এনে অপৰাধৰ বিচাৰ কৰিবলৈ বিশেষ ন্যায়ালয়ৰ ব্যৱস্থা আছে।

## কোই *Koi*

এছিয়া মহাদেশত জনপ্ৰিয় এবিধ ধুনীয়া আলংকাৰিক মাছ। মাছ সংৰক্ষণকাৰীসকলে ইয়াক এক চলন্ত কলাকৃতি (moving work of art) বুলি গণ্য কৰে। জাপানত এইবিধ মাছৰ বহুল উৎপাদন কৰা হয়।

## কোপ্তা

মাংস বা মাছৰ বৰজাতীয় খাদ্যবিশেষ; কোফ্‌তা নামেৰেও সমধিক পৰিচিত।

## কোমলাভিব্যক্তি *Euphemism*

কোনো অপ্ৰীতিকৰ ঘটনা, ব্যক্তি, প্ৰসংগ সম্পৰ্কত ভদ্ৰজনোচিত অভিব্যক্তি। যেনেঃ বেশ্যাৰ ঠাইত যৌনকৰ্মী।

## কোমা *Coma*

সম্পূৰ্ণ আৰু দীৰ্ঘ সময় ব্যাপি চেতনা বিলোপ হোৱা অৱস্থা। চিকিৎসা বিজ্ঞানত কঠিন ৰোগীৰ এনেধৰণৰ অচেতন অৱস্থাক 'কোমা' বুলি কোৱা হয়। এনে অৱস্থাত ৰোগীক দুখ পোৱাকৈ জোৰেৰে হেঁচুকিও সাৰ পোৱাব নোৱাৰি। কোমা অৱস্থাৰ পৰা ৰোগী কেতিয়াও ভাল নহয় বুলি জনসাধাৰণৰ মাজত এটা ধাৰণা আছে। কিন্তু দেখা গৈছে যে সঠিক চিকিৎসাৰ

দ্বাৰা এনে বহু ৰোগীক মৃত্যুমুখৰ পৰা বচাব পৰা যায়। মগজুলৈ তেজৰ চলাচল কমি গ'লে (ischaemia), শৰীৰত অক্সিজেনৰ পৰিমাণ বেছিকৈ কমি গ'লে (hypoxia), তেজত গ্লুকোজৰ পৰিমাণ বেছিকৈ কমি গ'লে (hypoglycaemia) বা অত্যধিক মদ্যপান কৰিলেও কোমা হ'ব পাৰে।

### কোম্পানী

*নিগম আৰু কোম্পানী চাওক*

### কোৰিঅ'গ্ৰাফী *Choreography*

কোৰিঅ'গ্ৰাফীৰ মূল অৰ্থ আছিল নৃত্যলিপি (dance notation) প্ৰস্তুত কৰা কাম। কিন্তু বৰ্তমান শব্দটোৰ অৰ্থ তথা প্ৰয়োগ কিছু সলনি আৰু প্ৰসাৰিত হৈছে। বৰ্তমানে কোৰিঅ'গ্ৰাফী বুলিলে নৃত্য পৰিকল্পনা ৰচনা, নৃত্যৰ ভংগী, গতি, ছন্দ আদি নৃত্যৰ সকলো স্তৰৰ পৰিকল্পনা আৰু ব্যৱহাৰিক প্ৰয়োগশিল্পক বুজায়। বেলে নৃত্যত কোৰিঅ'গ্ৰাফী অপৰিহাৰ্য। অৱশ্যে অন্যান্য আধুনিক নৃত্যতো কোৰিঅ'গ্ৰাফীৰ প্ৰয়োগ হয়।

### কোৰিয়া যুদ্ধ *Korean War*

কোৰিয়াক, ছোভিয়েট প্ৰভাৱাধীন উত্তৰ কোৰিয়া আৰু আমেৰিকা যুক্তৰাষ্ট্ৰ প্ৰভাৱাধীন দক্ষিণ কোৰিয়াত বিভক্ত কৰাৰ পাছত দুয়ো অংশৰ মাজত ১৯৫০-৫৩ চনত যি সংঘৰ্ষৰ সূত্ৰপাত হৈছিল, তাকে কোৰিয়া যুদ্ধ বুলি জনা যায়।

### কোৰ্ট মাৰ্শ্বেল *Court Martial*

কোনো সামৰিক ছাউনীত কাম কৰা লোক বা সেনাই কৰা অপৰাধৰ বাবে বিচাৰ কৰা সুকীয়া ন্যায়ালয়। এই ন্যায়ালয়েও অৱশ্যে স্বাভাৱিক আইনেই অনুসৰণ কৰে আৰু দোষ সাব্যস্ত নোহোৱালৈকে অভিযুক্তজনক দোষী বুলি গণ্য নকৰে।

### কোলাজ *Collage*

ফৰাচী শব্দ। অৰ্থ, বিভিন্ন ৰচনাৰ টুকুৰা একেলগে সাঙুৰি সৃষ্টি কৰা ৰচনা। অৱশ্যে মূলতঃ চিত্ৰকলাৰ ক্ষেত্ৰতহে এই শব্দটো ব্যৱহাৰ হয়। নানান টুকুৰা ছবি বা ছবিৰ টুকুৰা, কোনো লেখা বা ছপা কাগজৰ টুকুৰা বিশেষ ৰীতিত সজাই কোনো আৰ্হি বা নক্সা (pattern) প্ৰস্তুত কৰিলে তাকে কোলাজ বোলা হয়। সাধাৰণভাৱে ক'বলৈ গ'লে কোনো কেনভাছ বা কাগজৰ ওপৰত বাতৰিকাকত, সূতা বা কাপোৰৰ টুকুৰা আঠা লগাই সৃষ্টি কৰা এক কলাত্মক গঠনৰ নামেই কোলাজ। লোকশিল্পতো কোলাজৰ ব্যৱহাৰ আছে। আফ্ৰিকা আৰু ৱেষ্ট ইণ্ডিজত ধৰ্মমূলক ভাস্কৰ্য আৰু মুখা নিৰ্মাণৰ কামত কোলাজ পদ্ধতি ব্যৱহাৰ হয়। কুৰি শতিকাৰ প্ৰথমাৰ্ধত পৰাবাস্তৱবাদী (surrealistic) শিল্পীসকলেই প্ৰথম কোলাজ ব্যৱহাৰ কৰে। পাছলৈ পাবলো পিকাছোকে ধৰি কিউবিষ্ট শিল্পীসকলেও কোলাজ প্ৰচুৰ ব্যৱহাৰ কৰিবলৈ লয়। কুৰি শতিকাৰ দ্বিতীয়াৰ্ধলৈ ইয়াৰ জনপ্ৰিয়তা বৃদ্ধি পায়। অৱশ্যে সাম্প্ৰতিক কালত শব্দটোৰ আন প্ৰয়োগো দেখা গৈছে। আধুনিক সাহিত্যতো কোনো কোনোৱে ইয়াৰ প্ৰয়োগ কৰিছে। জেমছ জয়ছ, টি এছ ইলিয়ট, এজৰা পাউণ্ড, জন মিল্টন আদিৰ ৰচনাত ইয়াৰ উদাহৰণ আছে। কবিয়ে যেতিয়া

তেওঁৰ কোনো কবিতাত আনৰ কবিতা বা গীতৰ শাৰী ব্যৱহাৰ কৰে তাকো কোলাজ বোলা হয়।

**কোৱাছাৰ** *Quasar*

পৃথিৱীৰ পৰা বহু যোজন আঁতৰত অৱস্থিত কেতবোৰ নক্ষত্ৰপ্ৰায় জ্যোতিষ্ক। ইংৰাজী Quasi Stellar Radio Sources ব্যাকাংশক সংক্ষেপে কোৱাছাৰ বুলি লিখা আৰু কোৱা হয়। কোৱাছাৰে শত শত হাতীপটিৰ সমান শক্তি বিকিৰণ কৰে। বৰ্তমানলৈকে ৰেডিঅ' টেলিস্কোপৰ সহায়ত প্ৰায় ছশ কোৱাছাৰৰ সন্ধান পোৱা গৈছে।

**কোৱাছিয়ৰকৰ** *Kwashiorkor*

পাঁচ বছৰ তলৰ শিশুৰ প্ৰটিনৰ তীব্ৰ অভাৱৰ ফলত হোৱা ৰোগ। এই ৰোগত শিশুৰ মুখ, পেট, ভৰি আদিত পানী জমা হৈ ফুলি উঠে আৰু শিশুটি ডায়েৰীয়া, ৰক্তহীনতা আদিতো আক্ৰান্ত হয়।

**কোৱাণ্টাম তত্ত্ব** *Quantam Theory*

শক্তিৰ বিকিৰণ সম্পৰ্কীয় তত্ত্ব। ১৯০০ চনত জাৰ্মান বিজ্ঞানী মেক্স প্লাংকে ইয়াক প্ৰকাশ কৰে। এই তত্ত্ব মতে, বিকিৰিত শক্তিৰ প্ৰেৰণ আৰু গ্ৰহণ অবিচ্ছিন্নভাৱে নহয়। এই শক্তি কণিকাবোৰক কোৱাণ্টাম বুলি কোৱা হয়। প্ৰত্যেক কোৱাণ্টামৰ শক্তি সিহঁতৰ কম্পনাংকৰ (Frequency) নিৰ্দিষ্ট গুণ বেছি।

**কোৱালিটী কণ্ট্ৰোল** *Quality Control*

কোনো পণ্যৰ উৎপাদন প্ৰক্ৰিয়াৰ বিভিন্ন স্তৰত পণ্যটোৰ গুণমানৰ কৰা পৰীক্ষা; গুণাগুণ নিয়ন্ত্ৰণ। উৎপাদনৰ প্ৰাথমিক স্তৰত যিদৰে পণ্যৰ পৰীক্ষা কৰা হয়, তেনেদৰে মাজে মাজে একাধিকবাৰ গুণমান পৰীক্ষা কৰাৰ পাছতহে কোনো এটি পণ্য সৰ্বসাধাৰণৰ ব্যৱহাৰৰ বাবে অনুমতি প্ৰদান কৰা হয়।

**কোংকন** *Konkan*

পশ্চিম ভাৰতৰ গুজৰাটৰ পৰা গোৱা পৰ্যন্ত বিস্তৃত আৰব সাগৰৰ পূব উপকূল। এই অঞ্চলৰ দীঘ ৫৩১ কিলোমিটাৰ আৰু গড় প্ৰস্থ ৫০ কিলোমিটাৰ। মুম্বাই, পানাজি, ৰত্নগিৰি, মাৰ্মাগাঁও আদি চহৰ এই উপকূলত অৱস্থিত। অঞ্চলটোৰ প্ৰধান ভাষা কোংকনী। ভাৰতৰ সংবিধানৰ দ্বাৰা স্বীকৃত এই ভাষা মাৰাথী ভাষাৰ কাষ চপা যদিও স্বতন্ত্ৰ। কোংকনী গোৱাৰ চৰকাৰী ভাষা। ভাৰতৰ কেইবাটাও উল্লেখযোগ্য বন্দৰো এই উপকূলত অৱস্থিত।

কোংকন উপকূল অঞ্চলক লৈ ১৯৯৮ চনত 'কোংকন ৰে'লৱে' (Konkan Railway) নামেৰে এক নতুন ৰে'লপথ মুকলি কৰা হৈছে। এই ৰে'লপথৰ দৈৰ্ঘ্য ৭৬০ কিলোমিটাৰ আৰু ই চাৰিখন ৰাজ্যক (মহাৰাষ্ট্ৰ, কৰ্ণাটক, গোৱা আৰু কেৰালা) সামৰি লৈছে।

**ক্ৰছ্ ছেকচন** *Cross Section*

শব্দটোৰ একাধিক ব্যৱহাৰ আছে। প্ৰথম অৰ্থ, গছৰ কাণ্ড, জীব-জন্তুৰ দেহ ইত্যাদি দৈৰ্ঘ্যৰ

সমকোণত কটা অংশ। এনেদৰে ছেদ কৰিলে বস্তুটোৰ প্ৰস্থ দেখা যায়। সেয়ে ইয়াৰ অসমীয়া পৰিভাষা প্ৰস্থচ্ছেদ। দ্বিতীয় অৰ্থ, কোনো ভৌগোলিক অঞ্চলৰ মানুহ, জীৱ-জন্তুৰ আদিৰ নমুনাস্বৰূপ অংশ।

**ক্ৰছড চেক** *Crossed Cheque*
চেকৰ যোগেদি নিৰাপদভাৱে ধনৰ লেনদেন কৰা হয়। এই নিৰাপত্তাৰ বাবেই প্ৰাপকজনৰ নাম লিখা চেকখনৰ এটা চুকত দুডাল সমান্তৰাল ৰেখাৰ মাজত 'একাউন্ট পেয়ী অনলী' (Account Payee বা A/C payee only) কথাষাৰ লিখা থাকে। ইয়াকে 'ক্ৰছ' কৰা বোলে। ইয়াৰ ফলত প্ৰাপকজনে কেৱল নিজৰ বেংকৰ একাউণ্টতহে চেকখন জমা কৰিব পাৰে আৰু তাৰ পাছত নিজৰ নামৰ চেকৰ (বা উইথড্ৰৱেল ফৰ্মৰ) জৰিয়তে টকা উলিয়াব পাৰে। এনে ধৰণৰ চেক বেংকত আন কোনেও ভৰাব নোৱাৰে। সাধাৰণতে এনে চেক 'এ চি পেয়ী চেক' বুলিও জনাজাত।

**ক্ৰমিক শিক্ষা** *Continuing Education*
যিসকল প্ৰাপ্তবয়স্ক লোকে কোনো কাৰণত আনুষ্ঠানিক শিক্ষা সম্পূৰ্ণ কৰিব নোৱাৰে বা শিক্ষা গ্ৰহণ কৰাই নাই, তেওঁলোকৰ বাবে লোৱা প্ৰাপ্তবয়স্ক শিক্ষা প্ৰকল্প। যিসকল প্ৰাপ্তবয়স্ক লোক কোনো বৃত্তিত নিযুক্ত, যিসকলে শিক্ষা গ্ৰহণ বা শিক্ষা সম্পূৰ্ণ কৰিব নোৱাৰিলে তেওঁলোকৰ সুবিধাৰ বাবেই এনে প্ৰকল্প ৰূপায়িত হয়। ভাৰতৰ বিভিন্ন ঠাইত প্ৰতিষ্ঠা কৰা মুকলি বিদ্যালয় (Open School) আৰু মুকলি বিশ্ববিদ্যালয় (Open University) এনে ক্ৰমিক শিক্ষা প্ৰকল্পৰে অংশ। এই শিক্ষায়তনসমূহ বয়স্ক বা ক্ৰমিক শিক্ষাৰ প্ৰসাৰত ব্ৰতী হৈ আছে।

**ক্ৰমোজোম** *Chromosome*
উদ্ভিদ আৰু প্ৰাণীকোষৰ কোষকেন্দ্ৰত থকা চুটি চুটি সূতাৰ টুকুৰাৰ নিচিনা পদাৰ্থ। জিনীয় দ্ৰব্য ডি এন এ-ৰ ক্ৰমোজোমবোৰেই হ'ল মূল বাহক। সাধাৰণতে ক্ৰমোজোমবোৰ যোৰ বান্ধি থাকে। বিভিন্ন জীৱৰ ক্ৰমোজোমৰ সংখ্যাও বিভিন্ন হয়। মানুহৰ ক্ষেত্ৰত ক্ৰমোজোমৰ সংখ্যা ২৪ যোৰ। মানুহৰ বুদ্ধিমত্তা, আন বিশেষত্ব তথা বিশেষ ৰোগৰ সম্ভাৱনা এই ক্ৰমোজোমবোৰত নিহিত হৈ থাকে। বিজ্ঞানীসকলে এই নিৰ্দিষ্ট ক্ৰমোজোমবোৰ আৰু তাৰো ভিতৰৰ নিৰ্দিষ্ট স্থানবোৰ চিনাক্তকৰণ কৰিবলৈ সক্ষম হৈছে। বিজ্ঞানীসকলৰ আশা ঃ সুদূৰ ভৱিষ্যতে ক্ৰমোজোমত জিনীয় চিকিৎসা কৰি মাৰাত্মক ৰোগৰ পৰা হাত সাৰিব পৰা যাব বা বুদ্ধিমত্তাকে ধৰি নানা গুণ ক্ৰমোজোমত সৃষ্টি কৰি ল'ব পৰা যাব।

**ক্ৰান্তীয় অঞ্চল**
*গ্ৰীষ্ম মণ্ডল চাওক*

**ক্ৰায়োজেনিকছ** *Cryogenics*
অতি শীতল অৱস্থা সৃষ্টি কৰা, অতি শীতল অৱস্থাত পদাৰ্থৰ গুণাগুণ অধ্যয়ন কৰা বিজ্ঞান; নিম্নতাপী বিজ্ঞান।

**ক্ৰিঅ'ল** *Creole*
পিজিন (Pidgin) আৰু মিশ্ৰ ভাষাৰ পৰা সৃষ্টি হোৱা ভাষা। কেতিয়াবা দুটা ভাষাগোষ্ঠী বা ভাষা-সম্প্ৰদায়ৰ মাজত ভাষিক আদান-প্ৰদানৰ ফলত এটা নতুন, কিছু বিকৃত ভাষাৰীতিৰ সৃষ্টি হয়। এনে অৱস্থাত তৃতীয় ভাষাটোক পিজিন বোলা হয়। কোনো পিজিন যেতিয়া কোনো সম্প্ৰদায়ৰ মাতৃভাষা হৈ পৰে, তেতিয়া তাক কোৱা হয় ক্ৰিঅ'ল। বহু সময়ত ইংৰাজী, ফৰাচী, পৰ্তুগীজ আদি ভাষাৰ লগত কোনো উপনিৱেশৰ স্থানীয় ভাষা মিলি গৈ যি আন ভাষাৰ সৃষ্টি হৈছে তাকে ক্ৰিঅ'ল বোলা হয়।

**ক্ৰিপ্‌ছ মিছন** *Cripps Mission*
দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ পাছত ব্ৰিটিছ চৰকাৰে ভাৰতীয় জনমতক উপেক্ষা কৰি ভাৰতক এই যুদ্ধত জড়িত কৰাৰ প্ৰতিবাদত কংগ্ৰেছে ব্ৰিটিছ চৰকাৰৰ লগত যুদ্ধৰ বিষয়ত সম্পূৰ্ণ অসহযোগিতাৰ সিদ্ধান্ত ঘোষণা কৰে। আনহাতে, ১৯৪২ চনত জাপানে যুদ্ধ ঘোষণা কৰি দ্ৰুতগতিত ভাৰতৰ দিশলৈ আগবাঢ়ি অহাত ব্ৰিটিছ চৰকাৰ ভাৰতীয় নেতৃবৃন্দৰ লগত আপোচ-মীমাংসাৰ বাবে উদ্যোগী হৈ উঠে। ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰতি সহানুভূতিশীল ব্ৰিটিছ নেতা ছাৰ ষ্টেফোৰ্ড ক্ৰিপ্‌ছ (Stafford Cripps) সেই সময়ত ব্ৰিটিছ চৰকাৰৰ মন্ত্ৰীসভাৰ সদস্য আছিল। ভাৰতৰ জগগণ তেওঁৰ প্ৰতি কিছু আস্থাশীল হোৱা বাবে ক্ৰিপ্‌ছক ভাৰতলৈ পঠিওৱা হয়। ১৯৪২ চনৰ ২২ মাৰ্চত ক্ৰিপ্‌ছে ভাৰতত দেখা দিয়া ৰাজনৈতিক সমস্যাৰ এক মীমাংসা-প্ৰস্তাৱ লৈ ভাৰতত উপস্থিত হয়হি। ক্ৰিপ্‌ছৰ এই দৌত্য ইতিহাসত 'ক্ৰিপ্‌ছ মিছন' নামে প্ৰখ্যাত। ক্ৰিপ্‌ছে তেওঁৰ প্ৰস্তাৱত কয় যে যুদ্ধৰ শেষত স্বাধীন ভাৰতৰ সংবিধান প্ৰণয়নৰ বাবে সংবিধান পৰিষদ গঠনৰ আহ্বান কৰা হ'ব। এই প্ৰতিশ্ৰুতিৰ বিনিময়ত তেওঁ যুদ্ধত ভাৰতৰ পূৰ্ণ সহযোগিতা বিচাৰে। ভাৰতৰ জাতীয় কংগ্ৰেছৰ কিছুসংখ্যক নেতা ক্ৰিপ্‌ছৰ এই প্ৰস্তাৱ গ্ৰহণৰ পক্ষপাতী আছিল যদিও মহাত্মা গান্ধীৰ আপোচবিহীন মনোভাবৰ বাবে ক্ৰিপ্‌ছৰ প্ৰস্তাৱ কংগ্ৰেছে প্ৰত্যাখ্যান কৰে। ফলত ভগ্ন মনোৰথ হৈ ক্ৰিপ্‌ছ স্বদেশলৈ উভতি যায়। তাৰ কেইমাহমানৰ পাছতেই গান্ধীজীৰ নেতৃত্বত 'ভাৰত ত্যাগ আন্দোলন' আৰম্ভ হয়।

**ক্ৰিষ্টেল থেৰাপী** *Crystel Therapy*
মূল্যবান পাথৰৰ লগতে অন্যান্য পাথৰৰ সহায়তো কৰা চিকিৎসা। এই থেৰাপীত পাথৰবোৰৰ বিভিন্ন কম্পনসজ্জা আছে বুলি বিশ্বাস কৰা হয়, আৰু এই কম্পনে মানৱ দেহৰ আভ্যন্তৰীণ শক্তি বঢ়াই দিয়ে বা অসমতা দূৰ কৰে বুলিও ভবা হয়।

**ক্ৰুছেড**
*ধৰ্মযুদ্ধ চাওক*

**ক্ৰেছ** *Creche*
(সাধাৰণতে) কৰ্মৰতা মাতৃৰ শিশুক দিনৰ ভাগত যত্ন লোৱা প্ৰতিষ্ঠান; শিশু ভৱন; শিশুৰ সাময়িক আপডাল গৃহ। এনে ঘৰত এটা নিৰ্দিষ্ট বয়সৰ শিশুক দিনটোৰ এক নিৰ্দিষ্ট সময়ত

ৰাখি আপডাল কৰা হয়। ঘাইকৈ কৰ্মৰত দম্পতীৰ সতি-সন্ততিক নিৰ্দিষ্ট মূল্যৰ বিনিময়ত ক্ৰেছত ৰাখি আপডাল কৰাৰ লগতে খেলা-ধূলাৰো সুবিধা দিয়া হয়।

**ক্ৰেডিট কাৰ্ড** *Credit Card*
এক বিশেষ ধৰণৰ প্লাষ্টিক কাৰ্ড, যাৰ সহায়ত টকা আদায় দিব পৰা যায়। ক্ৰেডিট কাৰ্ডৰ জৰিয়তে কোনো বেংক বা বিত্তীয় প্ৰতিষ্ঠানে গ্ৰাহকক ধন ধাৰলৈ দিয়ে। সেই ধন নগদ টকা হ'ব পাৰে বা কোনো সামগ্ৰীৰ মূল্যও হ'ব পাৰে। পাছত নিৰ্দিষ্ট সময়ৰ ভিতৰত ধন ঘূৰাই দিব লাগে। নহ'লে নিৰ্দিষ্ট হাৰত সুত ভৰিব লাগে। সকলো ক্ৰেডিট কাৰ্ডৰে সামগ্ৰীৰ মূল্য আদায় কৰা প্ৰতিষ্ঠানৰ এক 'ক্ৰেডিট কাৰ্ড পেমেণ্ট টাৰ্মিনেল' বা 'পইণ্ট অব্ ছেল (POS : Point of Sale) ছিষ্টেম থাকে। তাত ক্ৰেডিট কাৰ্ডখন সুমুৱাই দি কাৰ্ডখনৰ বিশ্বাসযোগ্যতা আৰু পৰিশোধ কৰিবলগীয়া ধন আদায়ৰ নিশ্চয়তা পৰীক্ষা কৰা হয়। কাৰ্ডৰ বিষয়ে সবিশেষ থকা এক ছপা ৰছিদত চহী কৰি ক্ৰেডিট কাৰ্ডৰ গৰাকীয়ে ধন আদায়ত সন্মতি প্ৰদান কৰে। কুৰি শতিকাৰ দ্বিতীয় দশকৰ পৰা আমেৰিকাত প্ৰথম ক্ৰেডিট কাৰ্ডৰ প্ৰচলন আৰম্ভ হয়। তেতিয়াৰ ক্ৰেডিট কাৰ্ডবোৰ অৱশ্যে কেৱল প্লাষ্টিকৰ নাছিল। ১৯৪৬ চনত বেংকে গ্ৰাহকক দিব পৰা বিধৰ ক্ৰেডিট কাৰ্ড আৱিষ্কাৰ হয়। এনেধৰণৰ ক্ৰেডিট কাৰ্ডবোৰত কেৱল কাৰ্ডৰ গৰাকীয়ে ব্যৱহাৰ কৰিব পৰা এটা গোপন নম্বৰ কাৰ্ডৰ গৰাকীক জনোৱা হয় আৰু দৰাচলতে এই নম্বৰৰ জৰিয়তেই প্ৰকৃত লেন-দেন চলোৱা হয়। এতিয়া বহু প্ৰতিষ্ঠান আৰু বেংকে গ্ৰাহকক ক্ৰেডিট কাৰ্ড দিয়ে আৰু এনে কাৰ্ডৰ জৰিয়তে প্ৰায় সকলো ডাঙৰ প্ৰতিষ্ঠানৰ প্ৰায় সকলো সামগ্ৰীয়েই কিনিব পৰা যায় আৰু বিমান-ৰে'লৰে আদি সেৱাৰো টিকট কাটিব পৰা যায়।

**ক্ৰেডিট টাইটেল**
*পৰিচয় লিপি চাওক*

**ক্ৰো-মেগ্‌নন্** *Cro-Magnon*
সম্পূৰ্ণ আধুনিক মানুহৰ আদিম উপজাতি। প্ৰায় ৩৫ হাজাৰ বছৰ আগতে পৃথিৱীৰ বিভিন্ন ঠাইত এই প্ৰ-মানৱ গোষ্ঠীয়ে বাস কৰিছিল। দক্ষিণ-পশ্চিম ফ্ৰান্সৰ ক্ৰো-মেগ্‌নন্ নামৰ ঠাইত এই জাতিৰ জীৱাশ্ম আৰু প্ৰত্নতাত্ত্বিক নিদৰ্শন পোৱা গৈছে। সেই ঠাইৰ নামানুসৰি এই গোষ্ঠীৰ নামকৰণ কৰা হৈছে। ক্ৰো-মেগ্‌নন্ মানুহৰ সভ্যতা প্ৰস্তৰ যুগৰ পৰা নব্য প্ৰস্তৰ যুগলৈকে বিস্তৃত। এই সভ্যতাৰ কালছোৱাত মানুহৰ শিল্প প্ৰতিভাৰ উন্মেষৰো কিছু পৰিচয় পোৱা যায়। বিভিন্ন জীৱ-জন্তুৰ বৰ্ণময় চিত্ৰ, খোদিত কৰি অঁকা ৰেখাচিত্ৰ আৰু শিলত কটা বিভিন্ন ভাস্কৰ্যই ক্ৰো-মেগ্‌নন্ মানৱৰ শৈল্পিক চিন্তা-চৰ্চাৰো উমান দিয়ে। এওঁলোকে জন্তুৰ হাড় আৰু ছালেৰে পঁজা ঘৰ সাজিছিল। ক্ৰো-মেগ্‌নন্ মানৱৰ লগে লগে প্ৰত্নপ্ৰস্তৰ যুগৰ অন্ত পৰা বুলি ধৰা হয়।

**ক্লাছিফাইড বিজ্ঞাপন** *Classified Advertisement*
বাতৰিকাকতত প্ৰকাশিত বিজ্ঞাপনৰ ঘাই দুটা ভাগৰ এটা ভাগ (আনটো ভাগ ডিছপ্লে বিজ্ঞাপন); শ্ৰেণীবদ্ধ বিজ্ঞাপন। এই বিজ্ঞাপনবোৰ সাধাৰণতে সৰু আখৰত কম ঠাই জুৰি

একেলগে একো একোটা শ্ৰেণীৰ অন্তৰ্গত হৈ প্ৰকাশ পায়। অসমীয়া বাতৰিকাকতত প্ৰকাশিত 'পাত্ৰ-পাত্ৰী আৱশ্যক', 'হেৰাইছে', 'নিৰুদ্দেশ' সম্পৰ্কীয় বিজ্ঞাপন আদি এই শ্ৰেণীত পৰে। সাধাৰণতে দৈনিক বাতৰিকাকতৰ দ্বিতীয় পৃষ্ঠাত এনে বিজ্ঞাপন প্ৰকাশ হয়।

**ক্লে পিজন** *Clay Pigeon*

বন্দুকৰ লক্ষ্যভেদৰ আখৰাত ব্যৱহাৰ কৰা একধৰণৰ ঘূৰণীয়া কাঁহী বা চকৰি। সচৰাচৰ মাটি আৰু পিচ (Pitch ঃ আলকাতৰাৰ পৰা উৎপন্ন ক'লা কঠিন নমনীয় দ্ৰব্য) মিহলাই ক্লে পিজন প্ৰস্তুত কৰা হয়। চকৰিটো যন্ত্ৰৰ সহায়ত উৰাই দিয়া হয় আৰু বন্দুকধাৰীয়ে সেই উৰন্ত চকৰিক লক্ষ্য কৰি গুলীওৱাৰ নিচানা অভ্যাস কৰিব লাগে।

**ক্লেপ্টোমেনিয়া** *Kleptomania*

প্ৰয়োজন নহ'লেও বস্তু চুৰি কৰিব বিচৰা এবিধ মানসিক ৰোগ। এনেধৰণৰ ৰোগীসকলে সাধাৰণতে দোকানৰ পৰা বস্তু চুৰি কৰে আৰু কেতিয়াবা ধৰাও পৰে। সকলো চোৰ কিন্তু ক্লেপ্টোমেনিয়াত নোভোগে। দোকানৰ পৰা বস্তু চুৰি কৰাসকলৰ ভিতৰত মাত্ৰ পাঁচ শতাংশমানহে ক্লেপ্টোমেনিয়াত আক্ৰান্ত। বাকীসকলে ইচ্ছাকৃতভাৱে চুৰি কৰে। ক্লেপ্টোমেনিয়াত ভোগাৰ বাবে চুৰি কৰা ব্যক্তিসকলৰ কিছুমানে বস্তুবোৰ গোপনে ঘৰলৈ লৈ যায়। কিছুসংখ্যকে চুৰি কৰাৰ পাছত এক অপৰাধবোধত ভোগে আৰু চুৰি কৰা বস্তুবোৰ ঘূৰাই দিব খোজে। আনহাতে কিছুমান ক্লেপ্টোমেনিয়াত ভোগা লোকে কেইবা মাহ বা বছৰো চুৰি নকৰাকৈ থাকিব পাৰে।

**ক্লোজ আপ** *Close-up*

সাধাৰণতে চলচ্চিত্ৰ আৰু ফটোগ্ৰাফীত ব্যৱহৃত শব্দ। ওচৰৰ পৰা লোৱা কোনো ছবি বা কোনো বস্তুক আনুপাতিকভাৱে যথেষ্ট ডাঙৰকৈ দেখুৱালে তাকেই ক্লোজ আপ বা নিবিড় চিত্ৰ বোলা হয়। উদাহৰণস্বৰূপে দৃশ্যবস্তু যদি এজন মানুহৰ শৰীৰ হয় তেনেহ'লে যি শ্বটত (Shot ঃ চলচ্চিত্ৰ, টেলিভিছনত বিৰামহীনভাৱে এবাৰত লোৱা আলোকচিত্ৰ) পৰ্দাত মানুহজনৰ মূৰৰ পৰা মোটামুটিভাৱে কঁকাল পৰ্যন্ত দেখা যায় সেই শ্বটক কোৱা হয় ক্লোজ আপ। ইয়াতকৈ কম অংশ (যেনে ঃ কেৱল মুখখন, মূৰৰ পৰা বুকুলৈকে ইত্যাদি) দেখা গ'লে তাক কোৱা হয় বিগ ক্লোজ আপ। দৰ্শকৰ দৃষ্টিক বিশেষভাৱে আকৃষ্ট কৰা, দৃশ্য গঠনৰ বৈচিত্ৰ্য আৰোপ, খণ্ড খণ্ড উপাদানৰ মাজেদি অখণ্ড ৰূপগঠন, অন্তৰ্নিহিত কোনো বিষয়ক স্পষ্ট কৰা আদি বিবিধ আৰু বিচিত্ৰ কাৰণত চলচ্চিত্ৰত ক্লোজ আপৰ প্ৰয়োজন হয়। চলচ্চিত্ৰত ক্লোজ আপ মূলতঃ মুখৰ হ'লেও আন দৃশ্যবস্তুৰ ক্লোজ আপ বহু সময়ত অত্যন্ত প্ৰকাশময় আৰু অভিব্যক্তিমূলক হৈ উঠে।

**ক্লোজড ইউজাৰ গ্ৰুপ** *Closed User Group (CUG)*

বাহিৰা কোনেও পাব নোৱাৰা আৰু কেৱল নিজৰ গ্ৰুপৰ ব্যৱহাৰৰ বাবেহে উপলব্ধ কোনো যোগাযোগ আৰু তথ্য সৰবৰাহৰ সুবিধা পোৱা এক দল বা গ্ৰুপ। কিছুমান মোবাইল ফোন কোম্পানীয়ে কেতিয়াবা এনেধৰণৰ বিনামূলীয়া সুবিধা আগবঢ়ায়।

**ক্লোন** *Clone*
এক প্ৰকাৰৰ জীৱৰ সমষ্টি, যাৰ এটাৰ লগত সিটো (আৰু পিতৃ প্ৰজাতি) সম্পূৰ্ণ অবিকল। আনকি ক্ৰমোজোম, জিন আদি আন্তঃকোষীয় কণাবোৰো সম্পূৰ্ণ একে। কিছুমান জীৱই প্ৰাকৃতিকভাৱেই ক্লোনৰ সৃষ্টি কৰে। বহু উদ্ভিদে নিজৰ নিচিনা উদ্ভিদ উৎপন্ন কৰে। কিছুমান সৰল জীৱ (যেনে ঃ এমিবা) বংশ বৃদ্ধিৰ সময়ত কেৱল দুভাগ হৈ যায়। এতিয়া কৃত্ৰিমভাৱেও ক্লোন সৃষ্টি কৰিবলৈ লোৱা হৈছে।

**ক্লোৰোফৰ্ম** *Chloroform*
বৰ্ণহীন, উদ্বায়ী, মিঠা গোন্ধযুক্ত, চেতনানাশক তৰল পদাৰ্থ। পানীত সামান্য দ্ৰাব্য। অস্ত্ৰোপচাৰ কৰিবৰ সময়ত সাধাৰণতে ইয়াৰ দ্বাৰা ৰোগক সাময়িকভাৱে অসাৰ আৰু অনুভূতিশূন্য কৰি লোৱা হয়। হজমৰ ঔষধ ৰূপেও ব্যৱহৃত। আজিকালি ক্লোৰোফৰ্ম চিকিৎসা জগতৰ সামান্য খবৰ ৰখা মানুহৰ বাবেও এটা চিনাকি নাম। ক্লোৰোফৰ্মে ইমানেই জনপ্ৰিয়তা লাভ কৰিছে যে আন কোনো চেতনানাশক দ্ৰব্যৰ সহায়ত ৰোগীক অজ্ঞান কৰিলেও সাধাৰণ মানুহে তাক ক্লোৰোফৰ্ম বুলিয়েই কয়। সম্প্ৰতি ক্লোৰোফৰ্মতকৈ বহু উন্নত চেতনানাশক ওলাইছে আৰু আজিকালি সকলোতে ক্লোৰোফৰ্ম ব্যৱহাৰ কৰাও নহয়।

# খ

**খৰোষ্ঠি** *Kharoshti*
প্ৰাচীন ভাৰতত, বিশেষকৈ, উত্তৰ-পশ্চিম সীমান্ত অঞ্চলত পঞ্চম শতিকাৰ আগলৈকে প্ৰচলিত ভাষা। প্ৰাচীন ভাৰতত ব্যৱহৃত দুটা প্ৰধান লিপিৰ এটা খৰোষ্ঠি (আনটো ব্ৰাহ্মী)। খৰোষ্ঠি লিপিৰ প্ৰাচীনতম নিদৰ্শন খ্ৰীষ্টপূৰ্ব ২৫১-ৰ বুলি জানিব পৰা গৈছে। খৰোষ্ঠি সোঁফালৰ পৰা বাঁওফাললৈ লিখাৰ নিয়ম আছিল। সম্ৰাট অশোকৰ কোনো কোনো শিলালিপি খৰোষ্ঠিত খোদিত। ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তত গ্ৰীক, পহ্লব আৰু শকসকলৰ আমোলত খৰোষ্ঠিৰ প্ৰচলন আছিল। বৰ্তমান পাকিস্তানৰ অন্তৰ্গত পেছোৱাৰৰ কাষত আৱিষ্কৃত কণিষ্কৰ এক শিলালিপিতো খৰোষ্ঠিৰ ব্যৱহাৰ দেখা গৈছে।

*লগতে চাওক ব্ৰাহ্মী*

**খাদ্য শৃংখল** *Food Chain*
খাদ্য সম্পৰ্কীয় এক প্ৰাকৃতিক চক্ৰীয় প্ৰক্ৰিয়া। কোনো সৰু প্ৰাণী বা তৃণভোজী প্ৰাণীয়ে ঘাঁহ-উদ্ভিদ আদি খায়, সেই সৰু প্ৰাণী বা তৃণভোজী প্ৰাণীক আন ডাঙৰ মাংসহাৰী প্ৰাণীয়ে খায়। সেইবোৰ যেতিয়া মৰে আৰু গেলি-পচি যায়, তেতিয়া সেইবোৰৰ পোষক দ্ৰব্যবোৰ মাটিত মিহলি যায়, আৰু সেই সাৰুৱা মাটিত ঘাঁহ-উদ্ভিদ আদি গজি সৰু প্ৰাণী বা তৃণভোজী প্ৰাণীৰ বাবে খাদ্যৰ সৃষ্টি কৰে। ই অন্তহীন এক চক্ৰীয় প্ৰক্ৰিয়া।

**খাৰিফ শস্য** *Kharif Crop*
*ৰবি আৰু খাৰিফ শস্য চাওক*

**খালছা** *Khalsa*
গুৰু গোবিন্দ সিং প্ৰৱৰ্তিত (১৬৯৯) শিখ গোষ্ঠী। খালছা মানে শুদ্ধ, বিশুদ্ধ। শিখগুৰু দশম গুৰু গোবিন্দ সিঙে মোগল সম্ৰাট ঔৰংগজেবৰ নিৰ্যাতনৰ বিৰুদ্ধে শিখসকলক সংগঠিত কৰি তেওঁলোকক এক সামৰিক সম্প্ৰদায় হিচাপে গঢ়ি তোলে। তেওঁৰ নতুন আদৰ্শৰে দীক্ষিত শিখসকলক 'খালছা' বোলা হয়। খালছাসকলে পাঁচটা 'ক' মানি চলাটো অনিবাৰ্য। সেইকেইটা হ'ল ঃ (১) কেশ ঃ দীঘল চুলি (২) কচ্চ ঃ এক শ্বেত পৰিধেয় বস্ত্ৰ, (৩) কৰ ঃ হাতত লো বা তীখাৰ খাৰু (৪) কংঘা ঃ এখন সৰু ফণি, (৫) কৃপাণ ঃ সৰু তৰোৱাল।

**খালিস্তান** *Khalistan*
আক্ষৰিক অৰ্থত বিশুদ্ধ দেশ বা খালছাৰ দেশ। বৰ্তমান প্ৰচলিত অৰ্থ হ'ল পৱিত্ৰ শিখসকলৰ বা খালছাসকলৰ বাসভূমি। ৰাজনৈতিকভাৱে স্বতন্ত্ৰ বা স্বাধীন শিখ ৰাষ্ট্ৰৰ প্ৰস্তাৱিত নাম। ৰাজনৈতিকভাৱে স্বতন্ত্ৰ বা স্বাধীন শিখ ৰাষ্ট্ৰ গঠনৰ সমৰ্থকসকলক খালিস্তানী বোলা হয়।

**খিলাফট আন্দোলন** *Khilafat Movement*
খলিফাৰ কাৰ্যালয়, অৰ্থাৎ, মুছলমান ধৰ্মৰ গুৰিয়াল বা মুৰব্বীজনৰ কাৰ্যালয়েই হ'ল খিলাফট। প্ৰথম মহাসমৰৰ পাছত (১৯১৪-১৯১৯) তুৰস্কৰ পৰাজয়ৰ ফলত খিলাফটবিলাক উঠাই দিয়াত খিলাফটৰ অস্তিত্ব লোপ পায়। ইয়াৰ পুনৰ প্ৰৱৰ্তনৰ বাবে ভাৰতত মুছলমানসকলে এক আন্দোলন গঢ়ি তোলে। ইয়ে খিলাফট আন্দোলন।

১৯২০ চনৰ ৮ ছেপ্টেম্বৰত কলকাতাত বহা জাতীয় কংগ্ৰেছৰ বিশেষ অধিবেশনত খিলাফট আৰু অসহযোগ আন্দোলন একেলগে পৰিচালনা কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। দুয়োটা আন্দোলনেই এবছৰৰ অধিক কাল চলে যদিও ১৯২২ চনৰ নৱেম্বৰ মাহত কামাল আতাৰ্তুকে তুৰস্কক ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক ৰাষ্ট্ৰ বুলি ঘোষণা কৰাত খিলাফট আন্দোলনৰ সাৰ্থকতা লোপ পায়। তুৰস্কৰ শেষৰজন সম্ৰাট আৰু খলিফাই তুৰস্ক ত্যাগ কৰি ছুইজাৰলেণ্ডত আশ্ৰয় গ্ৰহণ কৰাৰ লগে লগে খিলাফট আন্দোলনৰো সামৰণি পৰে।

**খোদা-ই-খিদমৎগাৰ** *Khuda-e-Khidmotgar*
উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত খান আব্দুল গফৰ খানৰ নেতৃত্বত গঠিত অহিংস সমাজসেৱী মুক্তি সেনা। খোদা-ই-খিদমৎগাৰৰ অৰ্থ ঈশ্বৰৰ ভৃত্য। এই বাহিনীৰ সদস্যসকলৰ চোলাৰ (কুৰ্তা) ৰং আছিল ৰঙা আৰু সেয়ে দলটো লালকুৰ্তা নামেৰেও পৰিচিত। ১৯২৯ চনত এই বাহিনী গঠন হয় আৰু ১৯৩১ চনত ই কংগ্ৰেছৰ অংশৰূপে স্বীকৃতি লাভ কৰে।

১৯৩০-৩২ চনত এই বাহিনীয়ে আইন অমান্য আন্দোলনত যোগ দিয়ে আৰু ইংৰাজৰ প্ৰচণ্ড পীড়ন সত্ত্বেও অহিংস আদৰ্শত অবিচল হৈ থাকে। '৪২-ৰ স্বাধীনতা সংগ্ৰামতো খোদা-ই-খিদমৎগাৰ বাহিনীয়ে সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিছিল। এই বাহিনীৰ সংঘবদ্ধতা, শৃংখলা, আদৰ্শনিষ্ঠা আৰু ত্যাগ ভাৰতৰ স্বাধীনতা আন্দোলনৰ এক গৌৰৱময় অধ্যায়।

## খোবা-খুবী

অসমীয়া জনবিশ্বাসত প্ৰচলিত খোবা আৰু খুবী নামৰ এহাল ভূত-ভুতুনী। খোবা মতা আৰু খুবী মাইকী। বৈষ্ণৱ কবি ৰাম সৰস্বতীৰ 'ভীম চৰিত'ত এই সম্পৰ্কীয় এটা আখ্যান আছে। মহাদেৱ শিৱই এবাৰ হোনো নিজে খেতি কৰিছিল আৰু সেই খেতি চাবলৈ তেওঁ পাৰ্বতীক নিষেধ কৰিছিল। কিন্তু শিৱৰ কথা নামানি পাৰ্বতীয়ে গৈ খেতি চাই আচৰিত হৈ 'উস্', 'আহ' কৰাত তাৰে পৰা খোবা-খুবী ওলাই খেতিডৰা পুৰি উচ্ছন্ন কৰিলে।

মহাদেৱৰ বৰত এই খোবা-খুবীয়ে ন-কৈ বিয়া হোৱা দৰা-কইনাৰ গাত লম্ভিব পাৰে আৰু অনিষ্ট কৰিব পাৰে বুলি জনবিশ্বাস প্ৰচলিত। ইয়াকে খণ্ডাবৰ বাবে বিয়াৰ তৃতীয় দিনা দৰাঘৰত 'খোবা-খুবী' নামৰ এক অনুষ্ঠান পালন কৰা হয়। সেইদিনা দৰাঘৰত ভোজ-ভাতৰ আয়োজন কৰাৰ লগতে নানান ৰং-ৰহইচ কৰা হয়। 'খোবা-খুবী'ৰ দিনাৰ পৰাই দৰা-কইনা একেলগে থাকিবলৈ লয়।

# গ

## গজল *Ghazal*

একপ্ৰকাৰ প্ৰেমবিষয়ক কবিতা আৰু গীত। এক বিশিষ্ট ৰীতিত সুৰ কৰি গজল পাঠ কৰা বা গোৱা হয়। পাৰ্চী ভাষাত ৰচিত গজল সমগ্ৰ বিশ্বতে সমাদৃত। গায়কৰ (গায়িকাৰ) উত্তম স্বৰ আৰু ভাষাজ্ঞান তথা স্পষ্ট আৰু মধুৰ উচ্চাৰণ গজলৰ বাবে অপৰিহাৰ্য। গালিব, আমিৰ খছৰু আদি কেইগৰাকীমান প্ৰসিদ্ধ গজল ৰচয়িতা। কুৰি শতিকাৰ কেইগৰাকীমান বিশিষ্ট গজল শিল্পীৰ ভিতৰত বেগম আখতাৰ, মল্লিকা পোখৰাজ, তালাত মেহমুদ, গুলাম আলি, মেহদী হাছান, জগজিৎ সিং, চিত্ৰা সিং, হৰিহৰণ, পিনাজ মাচানী, পংকজ উধাছ আদিৰ নাম উল্লেখযোগ্য।

## গজদন্ত মিনাৰ *Ivory Tower*

জীৱনৰ বাস্তৱতাৰ পৰা আঁতৰি থকাসকলৰ আশ্ৰয়স্থল। গজদন্ত মিনাৰত বাস কৰাৰ অৰ্থ হ'ল দৈনন্দিন জীৱনযাত্ৰাৰ পৰা নিলগত ইচ্ছাকৃত বা অনিচ্ছাকৃতভাৱে বাহিৰৰ পৃথিৱীখনৰ কঠিন বাস্তৱৰ পৰা আঁতৰত থাকি অকলশৰে বাস কৰা। ১৯১১ চনত ফৰাচী শব্দ 'ট্যুৰ ডি আইভৰি'ৰ (*tour d' ivoire*) অনুবাদ হিচাপে ইংৰাজী ভাষাত 'আইভৰি টাৱাৰ' খণ্ডবাক্যটো ব্যৱহাৰ কৰা হৈছিল। তাৰো আগত ১৮৩৭ চনত কবি-সমালোচক চাৰ্লছ ছেইণ্টে-বুভেই (Charles Sainte-Bouve) তেওঁৰ সতীৰ্থ কবি আলফ্ৰেড ডি ভিগনিৰ (Alfred de Vigny) প্ৰসংগত প্ৰথমবাৰৰ বাবে এই ফৰাচী শব্দটো ব্যৱহাৰ কৰিছিল। ইংৰাজ ঔপন্যাসিক হেনৰী জেম্‌ছে (Henry James) ১৯১৬ চনত এই খণ্ডবাক্যটো তেওঁৰ নৱতম উপন্যাসৰ (The Ivory Tower) নাম হিচাপে ব্যৱহাৰ কৰে। পৰৱৰ্তী সময়ত হাৰ্ট ক্ৰেন, এজ্‌ৰা পাউণ্ড, এলডাছ হাক্সলি, এইচ জি ৱেল্‌ছ আদিৰ ৰচনাৰ যোগেদি এই বাক্যাংশটো বিখ্যাত হৈ পৰে।

## গণতন্ত্ৰ *Democracy*

জনসাধাৰণৰ প্ৰতিনিধিৰ দ্বাৰা সমতাৰ ভিত্তিত ৰাষ্ট্ৰশাসন; তেনেভাৱে শাসিত দেশ। ইংৰাজী 'ডেমোক্ৰেছী' (democracy) শব্দটো অসমীয়াত গণতন্ত্ৰ বুলি লিখা আৰু কোৱা হয়। democracy শব্দটো গ্ৰীক ডেমছ (demos, অৰ্থ জনগণ) আৰু ক্ৰাটিয়া (kratia, অৰ্থ শাসন) শব্দ দুটাৰ পৰা আহিছে। ইয়াৰ মিলিত অৰ্থ জনগণৰ শাসন। বিভিন্ন চিন্তাবিদে গণতন্ত্ৰৰ ধাৰণাটো বিভিন্ন ধৰণে ব্যাখ্যা কৰিছে যদিও ইয়াৰ ভিতৰত আব্ৰাহাম লিংকনৰ 'গণতন্ত্ৰ জনগণৰ বাবে গঠিত, জনগণৰ দ্বাৰা আৰু জনগণৰ বাবে (of the people, for the people, by the people) পৰিচালিত শাসন ব্যৱস্থা' শীৰ্ষক ব্যাখ্যাটোৱেই আটাইতকৈ প্ৰসিদ্ধ আৰু স্বীকৃত। মুক্ত আৰু নিকা নিৰ্বাচন গণতন্ত্ৰৰ এক অবিচ্ছেদ্য অংগ। গণতন্ত্ৰৰ ঘাই ভাগ দুটা ঃ প্ৰত্যক্ষ গণতন্ত্ৰ (যি শাসন ব্যৱস্থাত নাগৰিকসকলে প্ৰত্যক্ষভাৱে শাসনকাৰ্য পৰিচালনা কৰে) আৰু পৰোক্ষ গণতন্ত্ৰ (যি শাসন ব্যৱস্থাত জনসাধাৰণৰ দ্বাৰা নিৰ্বাচিত প্ৰতিনিধিয়ে শাসনকাৰ্য পৰিচালনাত অংশগ্ৰহণ কৰে)। ভাৰতসহ আধুনিক বিশ্বৰ বেছিভাগ দেশতে পৰোক্ষ গণতন্ত্ৰ প্ৰচলিত।

## গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ *Fourth Estate of Democracy*

সংবাদপত্ৰ বা সংবাদ মাধ্যমৰ আন এক পৰিচিতি বা নাম। শিল্পবিপ্লৱোত্তৰ ইংলেণ্ডত প্ৰথম আৰু প্ৰধান শক্তি বা শ্ৰেণী (The First Estate) হিচাপে পৰিগণিত আছিল গিৰ্জাঘৰ (The Lords Spiritual), দ্বিতীয় শক্তিৰ আধাৰ আছিল ৰাজশক্তি (Lord Temporal) আৰু তৃতীয় বৃহৎ শক্তিশালী শ্ৰেণী আছিল কমন্‌ছ সভা (House of Commons)। সেই সময়ৰ প্ৰখ্যাত ৰাজনীতিবিদ, বক্তা এডমাণ্ড বাৰ্কে কমনছ সভাত বক্তৃতা দি থাকোঁতে প্ৰথমবাৰৰ বাবে প্ৰেছ গেলাৰীৰ ফালে আঙুলিয়াই কৈছিল, 'Youder sits the Fourth Estate'. এনেদৰেই সংবাদপত্ৰই গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভৰ (Fourth Estate) মৰ্যাদা লাভ কৰে। বৰ্তমানে প্ৰশাসনৰ তিনিটা প্ৰধান স্তম্ভ কাৰ্যপালিকা, ন্যায়পালিকা আৰু বিধানমণ্ডলৰ লগতে চতুৰ্থ স্তম্ভ সংবাদপত্ৰক সামৰা হয়।

## গণভোট *Referendum*

কোনো এটা বিতৰ্কিত বিষয়ত ভোটাৰসকলে একাধিক সম্ভাব্য উপায়ৰ এটাক বাছি লোৱাৰ বাবে চলোৱা মত পৰীক্ষা। গণভোটৰ ফল সংবিধানতো গৃহীত বা সংযোজিত হ'ব পাৰে। কেতিয়াবা কোনো কোনো ক্ষেত্ৰত গণভোটে আন্তৰ্জাতিক স্বীকৃতিও লাভ কৰে। অৱশ্যে কোনো বিতৰ্কিত বিষয় গণভোটৰ যোগ্য হয় নে নহয়, সেয়া কেইটামান চৰ্তৰ ওপৰত নিৰ্ভৰ কৰে। দেশৰ কিমান শতাংশ মানুহে গণভোট বিচাৰে তাকো বিচাৰ কৰি চোৱা হয়। ছুইজাৰলেণ্ডত গণভোট এক নিয়মিত প্ৰথা। অৱশ্যে বহু বিশেষজ্ঞৰ মতে নিয়মিত গণভোট প্ৰশাসনিক অসুবিধাৰ কাৰণ হ'ব পাৰে।

## গণ মাধ্যম *Mass Media*

জনগণৰ লগত সংযোগ স্থাপন কৰাৰ, বৰং ক'ব পাৰি, জনগণৰ মনোৰঞ্জন আৰু চেতনা সঞ্চাৰৰ বাবে ব্যৱহৃত উপায় বা মাধ্যমসমূহ। মাছ মিডিয়া নামেৰেও সমধিক পৰিচিত যদিও

কেৱল মিডিয়া শব্দটোহে বেছি প্ৰচলিত। ৰেডিঅ', টেলিভিছন, চলচ্চিত্ৰ আৰু সংবাদপত্ৰ হ'ল প্ৰধান গণ মাধ্যম। গণ মাধ্যমে তথ্য আৰু তত্ত্বৰ সহায়ত যেনেদৰে জনগণক শিক্ষিত আৰু সচেতন কৰাৰ প্ৰয়াস কৰে, তেনেদৰে তেওঁলোকক মনোৰঞ্জন কৰাও গণ মাধ্যমসমূহৰ আন এক উদ্দেশ্য। গণ মাধ্যম চৰকাৰী আৰু বেচৰকাৰী উভয় খণ্ডতে আছে।

## গণ সংযোগ *Mass Communication*

কোনো দেশ বা সমাজৰ সাধাৰণ মানুহখিনিকেই কোৱা হয় জনসাধাৰণ বা মাছ (mass)। সাধাৰণতে এওঁলোকৰ শিক্ষাৰ মান বৰ উন্নত নহয়। ভাৰতৰ দৰে দেশত সেই জনগণ দৰিদ্ৰ, নিৰক্ষৰ বা অল্পশিক্ষিত আৰু মূলতঃ গাঁওবাসী। চহৰৰ দৰিদ্ৰ আৰু অল্পশিক্ষিত মানুহখিনিও এই শ্ৰেণীত পৰে। এই জনগণক সামাজিক আৰু ৰাজনৈতিকভাৱে সচেতন কৰি তোলাৰ আয়োজনৰেই নাম গণ সংযোগ। এই গণ সংযোগৰ কামতে ঘাইকৈ ব্যৱহৃত হয় বিভিন্ন গণ মাধ্যম। গণ মাধ্যমৰ ভিতৰত ৰেডিঅ' আৰু টেলিভিছনৰ এটা বিশেষ সুবিধা আছে। এইবোৰ মাধ্যমৰ সুবিধা শিক্ষিত-অশিক্ষিত সকলোৱে গ্ৰহণ কৰিব পাৰে। কিন্তু সংবাদপত্ৰৰ বাবে ন্যূনতম সাক্ষৰ হোৱা আৱশ্যক। গণ মাধ্যমৰ জৰিয়তে গণ সংযোগৰ যি কাৰ্য সাধিত হয়, সি কু-সংস্কাৰ দূৰীকৰণ, শিক্ষাৰ প্ৰসাৰ আৰু সামাজিক তথা ৰাজনৈতিক চেতনা সঞ্চাৰত সহায় কৰে।

## গথিক *Gothic*

দ্বাদশৰ পৰা পঞ্চদশ শতিকাৰ ইউৰোপীয় এক প্ৰধান স্থাপত্য শৈলী। ডাঙৰ খুঁটা, ওপৰৰ ভাৰ বহন কৰা বৃত্তাকাৰ গাঁথনি বা খিলান, সূচাগ্ৰ শীৰ্ষস্তম্ভ আৰু খিলানৰ কাষৰ সৰু আলম্ব এই শৈলীৰ বৈশিষ্ট্য ।

মূলতঃ স্থাপত্য ৰীতি সম্বন্ধেই গথিক শব্দটো ব্যৱহৃত হ'লেও ইয়াৰ আন অৰ্থ তথা ব্যৱহাৰো আছে। অষ্টাদশ-উনবিংশ শতিকাৰ বিশেষ এক সাহিত্য ৰীতিৰো নাম গথিক। যি সাহিত্যত আতংক, ভয়াল, ৰোমাঞ্চ, কু-সংস্কাৰ, অলৌকিক পৰিৱেশ আদিৰ প্ৰাধান্য তাকেই গথিক বোলা হৈছিল। এনে গথিক কাহিনীৰ অন্যতম দৃষ্টান্ত মেৰী শ্বেলীৰ ফ্ৰেংকেনষ্টাইন।

প্ৰাচীন জাৰ্মান লিপিৰ ভংগীত প্ৰস্তুত, শকত ৰেখাৰে অংকিত ছপা আখৰৰো নাম গথিক। সূচাগ্ৰ থকা এনেবোৰ আখৰ বহু পৰিমাণে গথিক স্থাপত্য শৈলীৰ স্তম্ভ বা খিলানৰ দৰে। সম্ভৱতঃ তাৰে পৰাই আখৰবিধৰ নামকৰণ কৰা হৈছে।

## গন্ধৰ্ব বিবাহ

কেৱল দৰা-কইনাৰ মত অনুসৰি সম্পন্ন হোৱা এক প্ৰকাৰৰ হিন্দু বিয়া। এনে বিবাহত দৰা-কইনাই (সাধাৰণতে) গোপনে বিবাহপাশত আবদ্ধ হয়। আঠ প্ৰকাৰৰ বৈদিক বিবাহৰ ভিতৰত গন্ধৰ্ব বিবাহ অন্যতম।

## গম্বুজ *Dome*

মঠ-মন্দিৰ আদিৰ ওপৰত থকা কলচীৰ নিচিনা অংশ; গুম্বজ।

## গৰ্ভগৃহ

উত্তৰ ভাৰতীয় আৰ্হিৰ মন্দিৰৰ যি ঠাইত বিগ্ৰহ বা মূল উপাস্য দেৱতাৰ মূৰ্তি বা বিগ্ৰহ ৰখা হয়। গৰ্ভগৃহৰ ওপৰতে সাধাৰণতে গম্বুজ থাকে। বিমান নামেৰেও পৰিচিত।

## গল ব্লাডাৰ *Gall Bladder*

মানুহৰ দেহৰ ভিতৰত যকৃতৰ ওচৰতে থকা এটা সৰু মোনা; পিত্তকোষ। ইয়াত পিত্তৰস সঞ্চিত হৈ থাকে। যকৃতৰ ভিতৰত পিত্তৰস সৃষ্টি হয়। অৱশ্যে এই পিত্তৰসৰ পৰিমাণ, খাদ্যৰ পৰিমাণ আৰু প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰে। যকৃতত উৎপন্ন হোৱা পিত্তৰস পিত্তকোষত সঞ্চিত হৈ থাকে। ক্ষুদ্ৰান্ত্ৰত যেতিয়া খাদ্যবস্তু আহি পৰেহি (বিশেষকৈ চৰ্বিজাতীয় খাদ্য), তেতিয়া ক্ষুদ্ৰান্ত্ৰৰ বেৰৰ পৰা কিছুমান হৰমোন নিঃসৰিত হয়। এই নিঃসৰিত হৰমোনৰ মাজৰে এক নিৰ্দিষ্ট প্ৰকাৰ হৰমোনে পিত্তকোষটো ক্ষুদ্ৰান্ত্ৰৰ বেৰত সংকোচন-প্ৰসাৰণৰ দ্বাৰা প্ৰায় খালী কৰি পেলায় আৰু তাত থকা পিত্তৰস আহি আহাৰ হজম কৰাত সহায় কৰে।

যকৃতৰ পৰা যি পিত্তৰস আহি পিত্তকোষত জমা হয়, তাৰ মাজৰে শৰীৰৰ বাবে উপকাৰী কিছু অংশ আৰু পানীক পিত্তকোষৰ বেৰবোৰে শোষণ কৰে। ফলত পিত্তৰস অধিক গাঢ় হৈ পৰে। তদুপৰি পিত্তকোষে কিছুমান প্ৰয়োজনীয় পদাৰ্থ নিঃসৰণ কৰি পিত্তৰসৰ সৈতে মিশ্ৰণ কৰি পেলায়।

## গাইডেড মিছাইল আৰু বেলিষ্টিক মিছাইল *Guided and Ballistic Missile*

মিছাইল হ'ল দূৰলৈ নিক্ষেপ কৰা অস্ত্ৰ; ক্ষেপণাস্ত্ৰ। সাধাৰণতে মাটিৰ পৰা ৰকেটৰ সহায়ত অস্ত্ৰবিধ ওপৰলৈ পঠিয়াই উপযুক্ত দিশত আৰু বেগত তাক এৰি দিয়া হয়, অৰ্থাৎ, মাৰি পঠিওৱা বা প্ৰক্ষেপ কৰা হয়। এনেদৰে প্ৰক্ষেপ কৰা অস্ত্ৰবিধক মিছাইল (missile) বোলা হয়। একেবিধ অস্ত্ৰকে কিন্তু 'মাৰি নপঠিয়ালে' মিছাইল বোলা নহয়। প্ৰক্ষেপ কৰাৰ পাছত যদি মিছাইলবোৰৰ ওপৰত কোনো ধৰণৰ নিয়ন্ত্ৰণ ৰখা নহয়, তেন্তে তেনে মিছাইলক অনিৰ্দেশচালিত (unguided) মিছাইল বোলা হয়। ইলেক্ট্ৰনিকছ্ আৰু যন্ত্ৰবিদ্যাৰ উন্নতিৰ ফলত আজিকালি মিছাইলবোৰ নিৰ্দেশচালিত (guided) কৰিব পৰা হৈছে। উপযুক্ত যন্ত্ৰ-পাতিৰে মাটিৰ পৰা বা আকাশৰ পৰাও মিছাইলবোৰক এনেদৰে নিৰ্দেশ দিব পাৰি যে ই সকলো মুহূৰ্ততে য'লৈ পঠিওৱা হৈছে ত'লৈকে গৈ থাকিব। মিছাইলবোৰ মাটিৰ কোনো ঠাইৰ পৰা মাটিতে থকা কোনো লক্ষ্যলৈ পঠিয়াব পাৰি, মাটিৰ পৰা আকাশত থকা লক্ষ্যবস্তুলৈ পঠিয়াব পাৰি, নতুবা আকাশৰ পৰা মাটিলৈও পঠিয়াব পাৰি।

গাইডেড মিছাইলৰ ক্ষেত্ৰত তাৰ গতিপথ নিৰৱচ্ছিন্নভাৱে নিয়ন্ত্ৰণ কৰা হয়। এই নিয়ন্ত্ৰণ ব্যৱস্থা তাৰ ভিতৰতো থাকিব পাৰে বা বাহিৰৰ পৰাও তাক নিয়ন্ত্ৰণ কৰিব পাৰি। গতিকে লক্ষ্যবস্তুত সঠিকভাৱে আঘাত কৰাটো প্ৰায় নিশ্চিত হয়। চাৰি ধৰণৰ গাইডেড মিছাইল থাকিব পাৰে ঃ ভূপৃষ্ঠৰ পৰা আকাশলৈ (surface to air), ভূপৃষ্ঠৰ পৰা ভূপৃষ্ঠলৈ (surface to surface), আকাশৰ পৰা আকাশলৈ (air to air), আকাশৰ পৰা ভূপৃষ্ঠলৈ (air to surface)। বেলিষ্টিক মিছাইলৰ ক্ষেত্ৰত তাৰ গতিপথ আৰু লক্ষ্যস্থান নিক্ষেপ কৰাৰ সময়তে নিৰ্ধাৰণ কৰা হয়। সেই মতে দিক্ নিৰ্ণয় কৰি আৰু প্ৰয়োজনীয় পৰিমাণৰ শক্তিৰে বেলিষ্টিক মিছাইল নিক্ষেপ কৰা হয়। কেইবা হাজাৰ কিলোমিটাৰ দূৰৰ পৰাই এক নিৰ্দিষ্ট

লক্ষ্যস্থানত প্ৰচণ্ডভাৱে আঘাত কৰিবলৈ বেলিষ্টিক মিছাইল ব্যৱহাৰ কৰা হয়। বেলিষ্টিক মিছাইল সাধাৰণতে ভূপৃষ্ঠৰ পৰা নিক্ষেপ কৰা হয়।

### গাট *GATT*

১৯৯৪ চনৰ ১৫ এপ্ৰিলত বিশ্বৰ ১১০খন ৰাষ্ট্ৰই স্বাক্ষৰ কৰা এক বহুমুখী আন্তৰ্জাতিক চুক্তি। চুক্তিখনৰ সম্পূৰ্ণ নামটো হ'ল General Agreement of Tarrifs and Trade. এই চুক্তিৰ মুখ্য উদ্দেশ্য আমদানিৰ ক্ষেত্ৰত থকা 'কোটা', কৰ আদি কমাই বা নোহোৱা কৰি আন্তৰ্জাতিক বাণিজ্য সুচল কৰা।

### গাণ্ডীৱ

অৰ্জুনৰ অক্ষয় তূণ থকা ধনু। কথিত আছে যে ব্ৰহ্মা-নিৰ্মিত এই ধনু প্ৰথমে লাভ কৰিছিল চন্দ্ৰই, পাছত ই বৰুণৰ হাতলৈ আহে। খাণ্ডৱ বন দাহনৰ সময়ত অগ্নিৰ প্ৰাৰ্থনাত বৰুণে এই ধনু অৰ্জুনক দিয়ে। গঁড়ৰ (সংস্কৃতত গঁড়ৰ নাম গণ্ডাৰ) মেৰুদণ্ডৰে নিৰ্মিত বাবে এই ধনুৰ নাম গাণ্ডীৱ। মূলতঃ এই ধনুৰ সহায়তে অৰ্জুন কুৰুক্ষেত্ৰ যুদ্ধত জয়ী হয়। গাণ্ডীৱ অৰ্জুনৰ অতি মৰমৰ আছিল। আনকি পাণ্ডৱৰ মহাপ্ৰস্থানৰ সময়তো অৰ্জুনে গাণ্ডীৱ আৰু অক্ষয় তূণৰ মায়া ত্যাগ কৰিব পৰা নাছিল। কিন্তু স্বয়ং অগ্নি আহি অৰ্জুনৰ পথ ৰোধ কৰে আৰু গাণ্ডীৱ বৰুণক ঘূৰাই দিবলৈ পৰামৰ্শ দিয়ে। সেইমতে অৰ্জুনে অক্ষয় তূণসহ গাণ্ডীৱ পানীলৈ নিক্ষেপ কৰে।

### গান পাউদাৰ *Gun Powder*

এবিধ বিস্ফোৰক পদাৰ্থ; বন্দুকৰ খাৰ; বাৰুদ। পটাছিয়াম নাইট্ৰেট, কাঠ-কয়লাৰ গুৰি আৰু গন্ধকৰ সংমিশ্ৰণত গান পাউদাৰ প্ৰস্তুত কৰা হয়। চাপ দি ৰখা গান পাউদাৰত জুই দিলে অতি দ্ৰুতভাৱে সংঘটিত বিভিন্ন ৰাসায়নিক ক্ৰিয়াৰ ফলত বিস্ফোৰণ ঘটে। প্ৰচুৰ গেছ আৰু ধোঁৱাও নিৰ্গত হয়। ট্ৰিগাৰ টিপিলে বন্দুক বা কামানৰ বন্ধ খোলাৰ ভিতৰত যান্ত্ৰিক সংঘৰ্ষত হোৱা বিস্ফোৰণৰ ফলত প্ৰচণ্ড শব্দ হয় আৰু উৎপন্ন গেছৰ চাপত গুলী অতি দ্ৰুততাৰে ওলাই যায়। বৰ্তমান অৱশ্যে কামানত গান পাউদাৰৰ ব্যৱহাৰ প্ৰায় পৰিত্যক্ত হৈছে। ফটকা, আতচবাজী আদি প্ৰস্তুতকৰণতহে এতিয়া ইয়াৰ ব্যৱহাৰ বেছি। উল্লেখযোগ্য, গান পাউদাৰ মানুহে ব্যৱহাৰ কৰা প্ৰাচীনতম বিস্ফোৰক।

### গান মেটেল *Gun Metal*

তাম, দস্তা আৰু টিনৰ সংকৰ ধাতু। ইয়াত প্ৰায় ৯০ শতাংশ তাম, ৬-৮ শতাংশ টিন আৰু ২-৪ শতাংশ দস্তা থাকে। এই সংকৰ ধাতুবিধ ঈষৎ নীলাভ বৰণৰ একপ্ৰকাৰ ব্ৰঞ্জ। বন্দুক (gun) নিৰ্মাণত বহুলভাৱে ব্যৱহৃত; সেয়ে এই নাম।

### গান্ধী-আৰউইন চুক্তি *Gandhi-Irwin Pact*

মহাত্মা গান্ধী আৰু তৎকালীন ভাৰতৰ ভাইচৰয় তথা গৱৰ্ণৰ জেনেৰেল লৰ্ড আৰউইনৰ মাজত স্বাক্ষৰিত চুক্তি। ১৯৩১ চনৰ ৫ মাৰ্চত স্বাক্ষৰিত এই চুক্তি অনুসৰি আইন অমান্য আন্দোলনৰ সকলো বন্দীকে মুক্তি দিয়া হয় আৰু কংগ্ৰেছে দ্বিতীয় ঘূৰণীয়া মেজমেলত যোগদানৰ বাবে সন্মতি প্ৰদান কৰে।

## গামা ৰশ্মি *Gama Ray*

বিভিন্ন তেজস্ক্রিয় পদাৰ্থৰ পৰা তৰংগাকাৰে বিচ্ছুৰিত একশ্ৰেণীৰ অতি সূক্ষ্ম ৰশ্মি। ৰেডিয়াম, ইউৰেনিয়াম আদি তেজস্ক্রিয় মৌলৰ পৰা যি তিনি প্ৰকাৰৰ বিদ্যুৎ চুম্বকীয় তৰংগ বিচ্ছুৰিত হয় তাৰ ভিতৰত গামা ৰশ্মি অন্যতম। চিকিৎসা বিজ্ঞান (প্ৰধানকৈ কেন্সাৰ ৰোগৰ চিকিৎসাৰ বাবে), কেতবোৰ খাদ্য তৈয়াৰী প্ৰতিষ্ঠান, উদ্ভিদ-উৎপাদন, ঔদ্যোগিক ৰেডিঅ'গ্ৰাফী আদিত গামা ৰশ্মিৰ ব্যৱহাৰ আছে। গামা ৰশ্মিয়ে প্ৰাণীদেহৰ ৰক্তকোষ নষ্ট কৰে; সেয়ে প্ৰাণীদেহৰ বাবে ই অতি মাৰাত্মক।

## গায়ত্ৰী *Gayatri*

ঋকবেদৰ পৱিত্ৰতম মন্ত্ৰ। (ঘাইকৈ) ব্ৰাহ্মণসকলৰ উপাস্য বৈদিক মন্ত্ৰবিশেষ। প্ৰতিজন ব্ৰাহ্মণে পুৱা, দুপৰীয়া আৰু সন্ধ্যা নিৰ্দিষ্ট ক্ৰম লৈ এই মন্ত্ৰৰ দ্বাৰা মনে মনে সূৰ্যক ধ্যান কৰাৰ ৰীতি প্ৰচলিত। মন্ত্ৰটো হ'ল 'ওঁ ভূ ভূৱঃ স্বঃ, তৎবিতুৰ্বৰেণ্যং ভৰ্গো দেৱস্য ধীমহি ধিয়ো য়ো নঃ প্ৰচোদয়াৎ ওঁ।' সূৰ্যক উদ্দেশ্যি ৰচিত এই মন্ত্ৰৰ অৰ্থ, সৰ্বলোকপ্ৰকাশক সৰ্বব্যাপী সেই পূৰ্ণমণ্ডল জগত প্ৰসৱিতা পৰম দেৱতাৰ বৰণীয় জ্ঞান আৰু শক্তি ধ্যান কৰোঁ, যি আমাৰ বুদ্ধি-বৃত্তিক নিয়ত চলাই নিছে তেওঁক ধ্যান কৰোঁ। গায়ত্ৰী পাঠ আৰু ধ্যানত মানুহে পৰিত্ৰাণ পায় বুলি বিশ্বাস প্ৰচলিত। যিসকলে এই মন্ত্ৰ পাঠ কৰে বা গায় তেওঁলোক ত্ৰাণপ্ৰাপ্ত হয় বুলি বিশ্বাস কৰিয়েই ইয়াৰ নাম গায়ত্ৰী। ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যসকলে বেদ পাৰদৰ্শী আচাৰ্যৰ ওচৰত লগুণ পিন্ধি গায়ত্ৰী মন্ত্ৰেৰে দীক্ষিত হোৱাৰ পৰম্পৰা প্ৰচলিত। কথিত আছে যে, গায়ত্ৰী একেধাৰে ব্ৰহ্মা, বিষ্ণু, শিৱ আৰু তিনিখন বেদৰ সমান। ব্ৰাহ্মণে যজ্ঞাদি ক্ৰিয়া কৰকেই বা নকৰক, কেৱল গায়ত্ৰী জপ কৰিয়েই তেওঁলোকে ব্ৰহ্ম-সাক্ষাৎ পাবলৈ সক্ষম হয়।

দেৱী হিচাপে গায়ত্ৰীক ব্ৰহ্মাৰ পত্নী আৰু চাৰিবেদৰ মাতৃ হিচাপেও জনা যায়।

## গাংগ্ৰীন *Gangrene*

তেজৰ যোগান বন্ধ হোৱা বাবে দেহৰ কোনো অংশৰ কলা গেলি-পচি যোৱা অৱস্থা; দেহ-পচন। য'ত এই লক্ষণে দেখা দিয়ে সেই ছাল আৰু কলা ক'লা হৈ যায়।

## গিজাৰ *Geyser*

মূল অৰ্থ উষ্ণ প্ৰস্ৰৱন (hotspring)। বৰ্তমান প্ৰচলিত অৰ্থ গৰম পানীৰ পাত্ৰ বা পানী গৰম কৰা যন্ত্ৰ। সাধাৰণতে বাথৰুমত পানী গৰম কৰাত ব্যৱহৃত।

## গিৰিখাত *Canyon*

দুই পৰ্বতৰ মাজত বা নদী উপত্যকাত সৃষ্টি হোৱা অতি থিয় গৰাৰ দ খাল। পৰ্বতৰ পৰা ওলোৱা নদীৰ প্ৰথম অৱস্থাত নিম্নমুখী খনন শক্তি বেছি থাকে। তদুপৰি নদীপথত হেলনীয়া হোৱাৰ মাত্ৰা বা ঢাল বেছি হোৱা বাবে নদীৰ বেগো প্ৰবল হয় আৰু অতিৰিক্ত নিম্নক্ষয়ৰ জৰিয়তে নদী উপত্যকা থিয়কৈ ভৈয়ামলৈ নামি যায়। এনেধৰণৰ নদী উপত্যকা দেখাত ইংৰাজী V (ভি) আখৰটোৰ দৰে হয় আৰু ইয়াকে গিৰিখাত বোলে। গংগা, সিন্ধু, ব্ৰহ্মপুত্ৰ,

শতদ্ৰু আদি নদীবোৰে হিমালয়েদি প্ৰবাহিত হোৱাৰ সময়ত গভীৰ গিৰিখাতৰ সৃষ্টি কৰিছে। পৃথিৱীৰ ভিতৰত দীৰ্ঘতম আৰু গভীৰতম গিৰিখাতটো হ'ল ব্ৰহ্মপুত্ৰ নদীৰ ইয়াৰলুং ঝাংবো (Yarlung Zangbo) গিৰিখাত। গড় হিচাপত ৫ কিলোমিটাৰ গভীৰ এই গিৰিখাতটো দীঘলে ৩১৭ কিলোমিটাৰ।

## গিলোটিন *Guillotine*

মানুহৰ শিৰচ্ছেদ কৰিবলৈ ব্যৱহাৰ কৰা ধাৰাল ব্লেডযুক্ত এক যন্ত্ৰ (ঘাইকৈ ফ্ৰান্সত ব্যৱহৃত)। ফ্ৰান্সৰ যোছেফ-ইগনেছ গিলোটিন (Joseph-Ignace Guillotin, 1738-1814) নামৰ এজন চিকিৎসকে এনেদৰে যন্ত্ৰৰ সহায়ত মৃত্যুদণ্ড দিয়াৰ পদ্ধতি উদ্ভাৱন কৰে আৰু তেওঁৰ নামেৰেই যন্ত্ৰবিধৰো নামকৰণ কৰা হয়। ১৭৯২ চনত ফৰাচী বিপ্লৱৰ সময়ত গিলোটিনৰ ব্যাপক ব্যৱহাৰ হৈছিল। গিলোটিনত মৃত্যুদণ্ড দিয়াৰ শেষৰটো ঘটনা ফ্ৰান্সত সংঘটিত হয় ১৯৭৭ চনত।

## গীতি-কবিতা *Lyric*

গীতৰ কথাংশ; গীত কৰি গাবৰ কাৰণে লিখা কবিতা। অত্যন্ত মৃণ্ময়ধৰ্মী আবেগ-অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ, ভাব-ভাবনাৰ একমুখী গতি আৰু তুলনাত আলফুলীয়া ধৰণৰ শব্দ-সমাৱেশৰ মনোৰম বিস্তাৰ — এইবোৰ লৈয়েই গীতি-কবিতাৰ গাঁথনি।

## গুগল্ *Google*

ইণ্টাৰনেটত কোনো বিষয় বিচাৰি দিব পৰা আৰু মেইলৰ সুবিধাও প্ৰদান কৰা আটাইতকৈ জনপ্ৰিয় ছাৰ্চ ইঞ্জিন।

## গুড ফ্ৰাইডে *Good Friday*

খ্ৰীষ্টানসকলৰ এটা উৎসৱ; গ্ৰেট ফ্ৰাইডে নামেৰেও সমধিক প্ৰসিদ্ধ। যীশুখ্ৰীষ্টক কেতবোৰ শাসক তথা ধৰ্মীয় নেতাই কূটবুদ্ধিৰে ক্ৰুছবিদ্ধ কৰি হত্যা কৰিছিল। সেয়ে ক্ৰুছ খ্ৰীষ্টানসকলৰ এটি পবিত্ৰ প্ৰতীক চিহ্ন। যীশুক শুকুৰবাৰে ক্ৰুছবিদ্ধ কৰি হত্যা কৰা হৈছিল আৰু সেয়ে এই দিনটো খ্ৰীষ্টানসকলে শুভ শুকুৰবাৰ, অৰ্থাৎ, গুড ফ্ৰাইডে নামেৰে পালন কৰে। যীশুখ্ৰীষ্টৰ ভক্তসকলে আগতে প্ৰতিটো শুকুৰবাৰে উপবাসে থাকি যীশুৰ ক্ৰুছবিদ্ধ দিনটো পালন কৰিছিল। দ্বিতীয় শতিকাৰ পৰা অৱশ্যে প্ৰতিবছৰে ইষ্টাৰৰ আগৰ শুকুৰবাৰটোহে গুড ফ্ৰাইডেৰূপে পালন কৰাৰ নিয়ম প্ৰচলিত হয়। *লগতে চাওক ইষ্টাৰ*

## গুৰুদ্বাৰ *Gurdwara*

শিখসকলৰ উপাসনা স্থলী। গুৰুদ্বাৰৰ অৰ্থ 'গুৰুৰ দুৱাৰ' বা 'গুৰুৰ পথ প্ৰদৰ্শক'। ইয়াৰে চন্দ্ৰতাপৰ তলত সভক্তিৰে শিখসকলৰ ধৰ্মগ্ৰন্থ গ্ৰন্থচাহেব স্থাপন কৰে আৰু সকলোৱে প্ৰাৰ্থনা জনায়। গুৰুদ্বাৰত প্ৰৱেশ কৰাৰ ক্ষেত্ৰত সকলোৱে কেতবোৰ নীতি-নিয়ম পালিব লাগে। ইয়াৰ ভিতৰত পদ প্ৰক্ষালন, মূৰত কোনো আৱৰণ লোৱা আদি উল্লেখযোগ্য। শিখসকলৰ নিৰ্বাচিত প্ৰতিনিধিৰে গঠিত এক সমিতিৰ দ্বাৰা গুৰুদ্বাৰ পৰিচালনা কৰা হয়। এই সমিতিৰ নাম শিৰোমণি গুৰুদ্বাৰ প্ৰবন্ধক।

**গুৰমুখী**
গুৰুনানক প্ৰবৰ্তিত আৰু প্ৰভাৱিত পঞ্জাবী ভাষা আৰু লিপি।

**গৃহ পত্ৰিকা** *House Journal*
কোনো সংগঠন বা প্ৰতিষ্ঠানৰ সদস্য বা কৰ্মীসকলৰ উদ্দেশ্যে প্ৰকাশ কৰা আলোচনী বা পত্ৰিকা।

**গে** *Gay*
*লেছবিয়ান চাওক*

**গেছ টাৰবাইন** *Gas Turbine*
গেছৰ সহায়ত চলা টাৰবাইন। সাধাৰণতে বিদ্যুৎ উৎপাদনৰ বাবে গেছ টাৰবাইন ব্যৱহাৰ কৰা হয়। গেছ টাৰবাইনে যিকোনো সময়, যিকোনো পৰিস্থিতিতে বিদ্যুৎ উৎপাদন কৰিব পাৰে। বিদ্যুৎ উৎপাদনত সচৰাচৰ ব্যৱহৃত জলবিদ্যুতৰ উৎপাদন বৰষুণৰ ওপৰত নিৰ্ভৰশীল। বৰষুণ কম হ'লে বা পৰ্যাপ্ত নহ'লে জলবিদ্যুতৰ উৎপাদন নহয়। সেইদৰে বন্ধ অৱস্থাৰ পৰা তাপবিদ্যুতৰ উৎপাদন আৰম্ভ কৰি বিদ্যুতৰ যোগান পাবলৈও কেইবা ঘণ্টা লাগে। গেছ টাৰবাইনৰ এইবোৰ অসুবিধা নাই। গেছ টাৰবাইনৰ বিদ্যুৎ কেন্দ্ৰ স্থাপনৰ খৰচো কম। যিকোনো স্থানত এই বিদ্যুৎ কেন্দ্ৰ স্থাপন কৰিব পাৰি। যান্ত্ৰিক জটিলতাও কম। বিদ্যুৎ উৎপাদনৰ কামত ব্যৱহৃত গেছ টাৰবাইন দুই ধৰণৰ ঃ 'অ'পেন চাইক্ল' আৰু 'ক্লোজড্ চাইক্ল'। প্ৰথম ধৰণৰ টাৰবাইনৰ পৰা নিৰ্গত গেছ পোনে পোনে বায়ুমণ্ডলত মিহলি হৈ যায়। আনহাতে, দ্বিতীয় ধৰণৰ টাৰবাইনৰ পৰা নিৰ্গত গেছ পুনৰ ব্যৱহাৰৰ বাবে কামত লগোৱা হয়।

*লগতে চাওক টাৰবাইন*

**গেছ ৱেল্ডিং**
*অক্সি-এচিটিলিন শিখা চাওক*

**গেজেটিয়াৰ** *Gazetteer*
গেজেটিয়াৰ বুলিলে সাধাৰণতে কোনো দেশ বা জাতিৰ সামগ্ৰিক বিৱৰণকে বুজা যায়। সাধাৰণভাৱে ক'বলৈ গ'লে গেজেটিয়াৰ হ'ল কোনো দেশ বা জাতিৰ ঐতিহাসিক, ভৌগোলিক, ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক বিৱৰণসহ নানান তথ্য নিখুঁতভাৱে সংকলিত গ্ৰন্থ। গেজেটিয়াৰে এফালে যিদৰে প্ৰশাসনৰ প্ৰয়োজন পূৰায়, আনফালে তেনেকৈ বহু গৱেষক তথা অনুসন্ধিৎসু ব্যক্তিৰ চাহিদা পূৰণ কৰে। উনবিংশ শতিকাৰ প্ৰথমাৰ্ধত ইউৰোপত প্ৰথম গেজেটিয়াৰ প্ৰকাশ হয়। ১৯১০ চনৰ পৰা ভাৰতত ৰাজ্যভিত্তিক গেজেটিয়াৰ প্ৰকাশ হ'বলৈ ধৰে। এই গেজেটিয়াৰবোৰ পুৰণা হৈ গ'লেও ইয়াৰ প্ৰয়োজন একেবাৰে নোহোৱা হৈ যোৱা নাই। কাৰণ সেই সময়ৰ দেশৰ, সমাজৰ অৱস্থা জানিবলৈ হ'লে এই গেজেটিয়াৰবোৰে প্ৰভূত সহায় কৰিব পাৰে। অৱশ্যে এই গেজেটিয়াৰবোৰ বৰ্তমানে দুষ্প্ৰাপ্য হৈ পৰিছে।

**গেৰিলা যুদ্ধ** *Guerilla War*
নির্দিষ্ট প্ৰণালী নোহোৱাকৈ ছল চাই শত্ৰুৰ ওপৰত আক্ৰমণ কৰা কৌশলৰ যুদ্ধ; নিয়মিত সৈন্যবাহিনীৰ সদস্য নোহোৱাকৈ যুদ্ধ কৰা লোক (Guerilla)। গেৰিলা স্পেনীয় ভাষাৰ শব্দ, যাৰ অৰ্থ গোপন সংঘৰ্ষ। গেৰিলা যুদ্ধ হ'ল এই গেৰিলাসকলৰ দ্বাৰা সংঘটিত যুদ্ধ। ১৮০৮-১৪ চনৰ উপসাগৰীয় যুদ্ধত প্ৰথমবাৰৰ বাবে এনে পদ্ধতিৰে যুদ্ধ কৰি স্পেনিছ আৰু পৰ্টুগীজ 'গেৰিলেৰোছে' (guerrileros : ক্ষুদ্ৰ যোদ্ধা) ফৰাচী বাহিনীক পৰাস্ত কৰিছিল। ভিয়েটনাম যুদ্ধৰ সময়ছোৱাত ভিয়েটনামী যোদ্ধাই গেৰিলা কৌশলেৰে আমেৰিকা যুক্তৰাষ্ট্ৰৰ সুশিক্ষিত বাহিনীক পৰ্যুদস্ত কৰিছিল।

**গেৰিমেণ্ডাৰ** *Gerrymander*
বিশেষ কোনো ৰাজনৈতিক দল বা প্ৰাৰ্থীৰ সুবিধাৰ্থে নিৰ্বাচনী সমষ্টিৰ পৰিসীমা সলনি কৰা। সাধাৰণতে শাসক দলেই এনে কাম কৰে আৰু তাৰ দ্বাৰা অনুচিত সুবিধা ল'ব খোজে। আমেৰিকাৰ মাছাচুছেটছৰ গৱৰ্ণৰ এলব্ৰিজ গেৰীৰ (Elbridge Gerry) নামৰ পৰা এই শব্দটো সৃষ্টি হৈছে।

**গেলভেনাইজেচন**
*দস্তালেপন চাওক*

**গেষ্টাপো** *Gestapo*
প্ৰথম মহাসমৰৰ পাছত জাৰ্মানীৰ নাজি বাহিনীয়ে সংগঠিত কৰা গোপন আৰক্ষী বাহিনী। *Geheime Staatspolizei* শব্দ দুটাক সংক্ষেপে গেষ্টাপো বুলি লিখা আৰু কোৱা হয়। ১৯৩৩ চনত নাজি নেতা হেৰমান গোৱেৰিঙৰ (Hermann Goering, ১৮৯৩-১৯৪৬) নেতৃত্বত গেষ্টাপো গঠিত হয়। ১৯৩৪ চনত ইয়াৰ দায়িত্ব লয় নাজি পুলিচৰ মুৰব্বী হাইনৰিখ হিমলাৰে (Heinrich Himmler ১৯০০-১৯৪৫)। নাজি পুলিচ আৰু চোৰাংচোৱা দুয়োটা বিভাগেই গেষ্টাপোৰ পৰিচালনা আৰু নিয়ন্ত্ৰণাধীন আছিল। এই উচ্চ ক্ষমতাধাৰী সংগঠনে যিকোনো সন্দেহযুক্ত ব্যক্তিক বিনা বিচাৰে গ্ৰেপ্তাৰ কৰিব পাৰিছিল। তেওঁক নামমাত্ৰ বিচাৰ কৰি কঠিন শাস্তি দিয়াৰো ক্ষমতা আছিল।

**গেষ্ট্ৰাইটিছ** *Gastritis*
পাকস্থলীৰ বিষ হোৱা ৰোগ; সাধাৰণভাৱে গেষ্ট্ৰিক নামেৰে পৰিচিত। গেষ্ট্ৰাইটিছৰ বাবে পেটৰ বিষ, পেটত জ্বলা-পোৰা কৰা, বমি বমি ভাব আদি সমস্যাই দেখা দিয়ে। সাধাৰণতে অত্যধিক মদ্যপান, বিষ কমাবৰ বাবে ব্যৱহাৰ কৰা ঔষধ, অত্যধিক মানসিক চাপ, দীৰ্ঘদিন বিশেষ গুৰুপাকী আহাৰ গ্ৰহণৰ অভ্যাস, ষ্টেৰয়ড জাতীয় ঔষধ আদিৰ বাবে এই ৰোগ জন্মে।

**গেষ্ট্ৰোএণ্টাৰাইটিছ** *Gastroenteritis*
ভাইৰাছ বা বেক্টেৰিয়াই সৃষ্টি কৰা পাচনতন্ত্ৰৰ সংক্ৰমণ। এই ৰোগৰ লক্ষণ হ'ল ঃ বমি, পেটৰ বিষ আৰু ডায়েৰীয়া। তাৰ ফলত দেহৰ জলভাগ অস্বাভাৱিকভাৱে কমি যায় (dehydration)। শেষ পৰ্যন্ত বৃক্কতো নেতিবাচক প্ৰতিক্ৰিয়া হ'ব পাৰে বা মৃত্যুও হ'ব পাৰে।

**গেংষ্টাৰ** *Gangster*

অপৰাধী কাৰ্যত লিপ্ত থকা ডকাইত দলৰ সদস্য; দস্যু: সংঘবদ্ধ অপৰাধী। গেংষ্টাৰে জুৱা খেলি, ডকাইতি কৰি, বেশ্যা বৃত্তি কৰাই, ভাং, ড্ৰাগছ্ আদি ৰাগিয়াল বস্তু বিক্ৰী কৰি আৰু তেনেধৰণৰ নানা অপৰাধমূলক কাম কৰি ধন ঘটে। বহু গেংষ্টাৰ অতি প্ৰভাৱশালী আৰু সমাজত উচ্চ স্থান অধিকাৰ কৰি বিলাসী জীৱন যাপন কৰা লোক। তেওঁলোক যে গেংষ্টাৰ সেই বিষয়ে কোনেও নাজানে আৰু সংবাদ মাধ্যমতো তেওঁলোকৰ কথা প্ৰচাৰ নহয়। গেংষ্টাৰৰ উৎপত্তি আমেৰিকাত যদিও ভাৰতবো মুম্বাই, দিল্লী আদি চহৰত গেংষ্টাৰৰ কাৰ্যকলাপ ক্ৰমশঃ বৃদ্ধি পাই আহিছে।

**গোল্ড ই টি এফ** *Gold ETF*

এক প্ৰকাৰৰ পুঁজি। ইংৰাজী Gold Exchange Traded Funds শব্দকেইটাক সংক্ষেপে Gold ETF বুলি লিখা আৰু কোৱা হয়। শ্বেয়াৰৰ দৰে বজাৰৰ ক্ষেত্ৰত ইয়াৰ যথেষ্ট গুৰুত্ব আছে। এই পুঁজিৰ বাবদ প্ৰকৃতাৰ্থত সোণৰ নিৰ্দিষ্ট পৰিমাণ জমা থাকিব লাগে।

**গোল্ডেন হেণ্ডশ্বেক** *Golden Handshake*

স্বেচ্ছাই অৱসৰ ল'ব বিচৰাসকলৰ বাবে ক্ষতিপূৰণসহ এক আকৰ্ষণীয় আঁচনি। বিভিন্ন চৰকাৰী আৰু বেচৰকাৰী খণ্ডত অনাৱশ্যকীয় তথা অত্যধিক কৰ্মচাৰী আঁতৰোৱাৰ বাবে এই আঁচনি প্ৰৱৰ্তন কৰা হৈছে।

**গোষ্ঠী নিৰপেক্ষ আন্দোলন** *Non-Aligned Movement (NAM)*

দ্বিতীয় মহাসমৰৰ পাছত আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু ৰাছিয়া বিশ্বৰ দুই বৃহৎ শক্তিৰূপে পৰিগণিত হয়। ফলস্বৰূপে যিসকল এই দুই বৃহৎ শক্তিৰ লগত চামিল হোৱা নাছিল তেওঁলোক ক্ষতিগ্ৰস্ত হ'বলৈ ধৰে। ইয়াৰ ফলত উন্নয়নশীল দেশসমূহ লগ লাগি তেতিয়াৰ ভাৰতৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৰ পঞ্চশীল নীতিৰ ভিত্তিত ১৯৬১ চনত গোষ্ঠী নিৰপেক্ষ আন্দোলন গঢ়ি তোলে। ইয়াৰ প্ৰথম সন্মিলন অনুষ্ঠিত হয় যুগোশ্লাভিয়াৰ বেলগ্ৰেডত। গোষ্ঠী নিৰপেক্ষ আন্দোলনৰ বৰ্তমান সদস্য দেশৰ সংখ্যা ১০১।

**গৌৰৱময় বিপ্লৱ** *Glorious Revolution*

১৬৮৮ চনত ইংলেণ্ডৰ কেথলিক মতাৱলম্বী ৰজা দ্বিতীয় জেমছক আঁতৰাই তেওঁৰ ঠাইত আন এজন উদাৰ ৰজা হলেণ্ডৰ তৃতীয় উইলিয়ামক অভিষিক্ত কৰিবলৈ ইংলেণ্ডৰ অ-কেথলিক প্ৰজাসকলে এক সফল প্ৰচেষ্টা চলাইছিল। ইতিহাসত ইয়ে গৌৰৱময় বিপ্লৱ নামে জনাজাত। কেৱল ইংলেণ্ডৰ ইতিহাসতে নহয়, বিশ্ব ইতিহাসতো গৌৰৱময় বিপ্লৱ এক যুগান্তকাৰী ঘটনা। গৌৰৱময় বিপ্লৱে ৰজাৰ ওপৰত সংসদৰ ক্ষমতা প্ৰতিপন্ন কৰে। তেতিয়াৰ পৰা ৰজাও এজন কৰ্মচাৰীৰ দৰে হয়। একেদৰে বিপ্লৱৰ পাছত গ্ৰহণ কৰা কিছুমান আইনে ৰাজ্যৰ ক্ষমতা সীমাবদ্ধ কৰে। 'বিল অব্ ৰাইটছ' (Bill of Rights) মতে ৰোমান কেথলিক বিয়া কৰোৱা লোকে ৰাজসিংহাসন লাভ কৰাটো বন্ধ কৰি দিয়া হয়। এনেদৰে গৌৰৱময় বিপ্লৱৰ পাছত ইংলেণ্ডত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাট প্ৰশস্ত হয়।

**গ্ৰাউণ্ড ক্ৰু** *Ground Crew*
কোনো বিমানৰ মেৰামতি আৰু সংৰক্ষণৰ বাবে বিমান বন্দৰত থকা লোকসকল।

**গ্ৰাহকৰ সাৰ্বভৌমতা** *Consumer's Sovereignty*
যি পৰিস্থিতিত ৰাষ্ট্ৰৰ কোনো হস্তক্ষেপ বা আন বাধা-নিষেধ নোহোৱাকৈ উপভোক্তাই বিচৰা মতেই সম্পদবোৰৰ বিতৰণ হয়, তেনে পৰিস্থিতিত গ্ৰাহক বা উপভোক্তাৰ সাৰ্বভৌমতা থকা বুলি কোৱা হয়।

**গ্ৰীনউইচ মান সময়** *Greenwich Mean Time (GMT)*
লণ্ডনৰ টেমছ্ নদীৰ পাৰৰ গ্ৰীনউইচত অৱস্থিত গ্ৰীনউইচ মান মন্দিৰৰ ওপৰেদি কল্পনা কৰা দ্ৰাঘিমা ৰেখাক ০ ডিগ্ৰী দ্ৰাঘিমা ৰেখা বুলি আন্তৰ্জাতিকভাৱে ধৰা হয়। গতিকে ইয়াৰ স্থানীয় সময়তেই পৃথিৱীৰ, বিশেষকৈ, কমনৱেলথৰ অন্তৰ্ভুক্ত দেশবোৰৰ মান সময় হিচাপে উল্লেখ কৰা হয়। গ্ৰীনউইচৰ সময়ক গ্ৰীনউইচ মান সময় (**Greenwich Mean Time**, সংক্ষেপে GMT) নামেৰে নামকৰণ কৰা হৈছে। আমাৰ দেশৰ সময় গ্ৰীনউইচৰ সময়তকৈ ৫ $^{১}/_{২}$ ঘণ্টা আগবঢ়া। অৰ্থাৎ, গ্ৰীনউইচত দুপৰীয়া বাৰ বাজিলে আমাৰ দেশত আবেলি চাৰে পাঁচ বাজে। এতিয়া গ্ৰীনউইচ মান সময়ক 'আন্তৰ্জাতিক মান সময়' (International Standard Time) বুলি জনা যায়।

**গ্ৰীন বেল্ট** *Green Belt*
কোনো চহৰৰ চাৰিওকাষে থকা সেউজ আৱৰণ। চহৰ যাতে সম্প্ৰসাৰিত হৈ গাঁৱৰ সেউজ পৰিৱেশ নষ্ট কৰিব নোৱাৰে তাৰ বাবেই গ্ৰীন বেল্ট। ইয়াৰ উপৰি চহৰখনৰ নাগৰিকৰ স্বাস্থ্যৰ বাবেও গ্ৰীন বেল্ট প্ৰয়োজনীয়। গ্ৰীন বেল্টৰ মুকলি বতাহ আৰু মুকলি পৰিৱেশ একোখন চহৰৰ 'সেউজ হাওঁফাওঁ' (green lungs) স্বৰূপ।

**গ্ৰীন হাউছ্ এফেক্ট** *Green House Effect*
পৃথিৱীপৃষ্ঠৰ পৰা প্ৰতিফলিত হোৱা সূৰ্যৰ ৰশ্মি বায়ুমণ্ডলৰ অত্যধিক মাত্ৰাত থকা কাৰ্বন ডাই-অক্সাইডে শোষণ কৰাৰ ফলত বায়ুমণ্ডলৰ উষ্ণতা বৃদ্ধিৰ পৰিঘটনা, সেউজ গৃহ প্ৰভাৱ। শীতপ্ৰধান অঞ্চলত যিবোৰ গছ-গছনিয়ে শীত সহ্য কৰিব নোৱাৰে, তেনেবোৰ গছ-গছনিক কাঁচৰ ঘৰত, অৰ্থাৎ সেউজ গৃহ বা গ্ৰীন হাউছত অপেক্ষাকৃতভাৱে উষ্ণ পৰিৱেশত ৰখা হয়। কাঁচৰ মাজেৰে পাৰ হৈ অহা সূৰ্যৰ ৰশ্মি প্ৰতিফলিত হওঁতে সূৰ্যৰ ৰশ্মিৰ কিছু অংশ কাঁচে শোষণ কৰি বাকী অংশ পুনৰ সেউজ গৃহৰ ভিতৰলৈ প্ৰতিফলিত কৰাৰ ফলত ভিতৰৰ উষ্ণতা বৃদ্ধি পায়। ঔদ্যোগীকৰণ, বনাঞ্চল ধ্বংস আদিৰ ফলত বায়ুমণ্ডলত সৃষ্টি হোৱা ক্ৰমবৰ্ধমান কাৰ্বন ডাই-অক্সাইডৰ পৰিমাণে সেউজ গৃহৰ কাঁচৰ দৰে কাম কৰি বায়ুমণ্ডলৰ উষ্ণতা বঢ়াইছে। এয়ে গ্ৰীন হাউছ্ এফেক্ট। *লগতে চাওক গ্লোবেল ৱাৰ্মিং*

**গ্ৰীষ্ম মণ্ডল** *Torrid Zone*
কৰ্কটক্ৰান্তি অঞ্চল আৰু মকৰক্ৰান্তি অঞ্চলৰ মধ্যৱৰ্তী অঞ্চল; ক্ৰান্তীয় অঞ্চল। গ্ৰীষ্মৰ বা তাপৰ প্ৰাবল্য এই অঞ্চলৰ বৈশিষ্ট্য। আন অঞ্চলৰ দৰে ইয়াত ঋতুভেদে উষ্ণতাৰ তাৰতম্য বেছি নহয়।

### গ্ৰুপিং *Grouping*
ব্ৰিটিছ চৰকাৰে অসমক পাকিস্তানৰ লগত অন্তৰ্ভুক্ত কৰিবলৈ গ্ৰহণ কৰা আঁচনি। ব্ৰিটিছ চৰকাৰে ১৯৪৬ চনত তৎকালীন অবিভক্ত ভাৰতক তিনিটা গ্ৰুপত বিভক্ত কৰাৰ পৰিকল্পনা তথা আঁচনি প্ৰস্তুত কৰিছিল। 'গ্ৰুপিং আঁচনি' নামে জনাজাত এই আঁচনি অনুসৰি অসম আৰু বংগক এটা গ্ৰুপত অন্তৰ্ভুক্ত কৰা হৈছিল। অসমৰ বাবে এই প্ৰস্তাৱ মাৰাত্মক আছিল। গোপীনাথ বৰদলৈৰ নেতৃত্বত, মহাত্মা গান্ধীৰ সমৰ্থনত আৰু অসমৰ প্ৰবল জনমতত এই গ্ৰুপিং আঁচনি অৱশেষত ব্যৰ্থ হয়।

### গ্ৰে ইকনমী *Grey Economy*
কোনো দেশৰ চৰকাৰৰ দ্বাৰা পৰিচালিত আৰু স্বীকৃত আৰ্থিক লেনদেনৰ বাহিৰতো কেতবোৰ অৰ্থনৈতিক কাম-কাজ থাকে আৰু চলে। যিবোৰ আৰ্থিক লেনদেন চৰকাৰী পৰিসংখ্যাত দেখুওৱা নহয়, অৰ্থাৎ, যিবোৰ বিধিসংগত হিচাপৰ বহিৰ্ভূত (unaccounted) তাকেই গ্ৰে ইকনমী বোলা হয়।

### গ্ৰেট ব্ৰিটেইন *Great Britain*
স্কটলেণ্ড, ইংলেণ্ড, ৱেল্‌ছ আৰু ইংলিছ প্ৰণালীৰ কিছু দ্বীপ সম্মিলিতভাবে গ্ৰেট ব্ৰিটেইন বা কেৱল ব্ৰিটেইন নামে পৰিচিত। ব্ৰিটিছ দ্বীপপুঞ্জ বা ব্ৰিটিছ যুক্তৰাষ্ট্ৰৰ ভিতৰত আকাৰত গ্ৰেট ব্ৰিটেইন সৰ্ববৃহৎ। ইয়াৰ লগত উত্তৰ আয়াৰলেণ্ড যোগ হৈ যিখন ৰাষ্ট্ৰৰ সৃষ্টি হৈছে তাৰ নাম ইউনাইটেড কিংডম (United Kingdom, সংক্ষেপে UK). অসমীয়াত ব্ৰিটিছ যুক্তৰাষ্ট্ৰ। গ্ৰেট ব্ৰিটেইনক লৈ গঠিত ব্ৰিটিছ যুক্তৰাষ্ট্ৰৰ সম্পূৰ্ণ নামটো হ'ল 'ইউনাইটেড কিংডম অব্ গ্ৰেট ব্ৰিটেইন এণ্ড নৰ্দাৰ্ন আয়াৰলেণ্ড'।

### গ্ৰেট লীপ ফৰৱাৰ্ড *Great Leap Forward*
১৯৫৮ চনৰ পৰা ১৯৬১ চনৰ ভিতৰত চীনা কমিউনিষ্ট পাৰ্টীয়ে দেশখনৰ দ্ৰুত আৰ্থ-সামাজিক উন্নয়নৰ বাবে গ্ৰহণ কৰা কৰ্মসূচী। ইয়াৰ এক শ্লোগানো বুলিব পাৰি। কৃষি আৰু শিল্পৰ সম্প্ৰসাৰণ, উৎপাদন বৃদ্ধি আদি এই কৰ্মসূচীৰ অন্তৰ্ভুক্ত আছিল। কিন্তু অপ্ৰত্যাশিত দুৰ্ভিক্ষ, উৎপাদনৰ নিকৃষ্ট মান, ছোভিয়েট যুক্তৰাষ্ট্ৰৰ পৰা প্ৰত্যাশিত সাহায্য লাভ নকৰা আদি কাৰণত এই কৰ্মসূচী ব্যৰ্থ হয়।

### গ্ৰেণ্ড শ্লাম *Grand Slam*
'গ্ৰেণ্ড শ্লাম' শব্দটো খেলৰ লগত জড়িত। কোনো খেলত এক নিৰ্দিষ্টসংখ্যক মেচ বা চেম্পিয়নশ্বিপৰ আটাইকেইখনতে জয়ী হ'লে এজন খেলুৱৈ বা এটা দলে গ্ৰেণ্ড শ্লাম লাভ কৰা বুলি কোৱা হয়। টেনিছৰ ক্ষেত্ৰত অষ্ট্ৰেলিয়ান অ'পেন, ফ্ৰেঞ্চ অ'পেন, উইম্বলডন আৰু আমেৰিকান অ'পেন চেম্পিয়নশ্বিপ; গলফৰ ক্ষেত্ৰত আমেৰিকান অ'পেন, ব্ৰিটিছ অ'পেন, মাষ্টাৰ্ছ আৰু পি জি এ; ৰাগবীৰ ক্ষেত্ৰত ইংলেণ্ড, ৱেল্‌ছ, ফ্ৰান্স, আয়াৰলেণ্ড আৰু স্কটলেণ্ডৰ ভিতৰত হোৱা প্ৰতিযোগিতাত আটাইকেইটা প্ৰতিপক্ষ দলক হৰুওৱা বিজয়ীক গ্ৰেণ্ড শ্লাম সন্মান লাভ কৰা বুলি কোৱা হয়।

**গ্লাছনষ্ট্** *Glassnost*
১৯৮৫ চনত ছোভিয়েট ৰাষ্ট্ৰপ্ৰধান মিখাইল গৰ্বাছেভে দেশৰ সাংস্কৃতিক পৰিমণ্ডলত মুকলি বতাহ সঞ্চাৰ কৰাৰ বাবে প্ৰৱৰ্তন কৰা নীতি। ৰুছ ভাষাত গ্লাছনষ্ট্ শব্দৰ অৰ্থ উন্মুক্ততা, স্বচ্ছতা। এই নীতিৰ ফলত চৰকাৰ-নিয়ন্ত্ৰিত তথ্য-সংবাদ আদি অবাধে আদান-প্ৰদান হ'বলৈ ধৰিলে, প্ৰশাসনত জনগণৰ মতামত প্ৰতিফলিত হোৱাৰ সুযোগ সৃষ্টি হ'ল। অৱশ্যে কিছুদিনৰ ভিতৰতে এই নীতি বাতিল হৈ যায়। *লগতে চাওক পেৰেষ্ট্ৰইকা*

**গ্লোবেলাইজেছন**
*বিশ্বায়ন চাওক*

**গ্লুকোমা** *Glaucoma*
চকুৰ অক্ষিগোলকৰ অভ্যন্তৰত অত্যধিক পানী জমা হৈ তাৰ অতিৰিক্ত চাপৰ ফলত হোৱা ৰোগ। সময়মতে সঠিক চিকিৎসা নকৰালে এই ৰোগৰ ফলত মানুহ অন্ধ হ'ব পাৰে।

**গ্লেডিয়েটৰ** *Gladiator*
প্ৰাচীন ৰোমত যুদ্ধবিদ্যা প্ৰদৰ্শন কৰা মল্ল বা যোদ্ধা। ইটালীৰ ৰোমৰ কলোছিয়ামৰ কেন্দ্ৰস্থ ৰংগমঞ্চ বা ৰংগভূমিত বন্দী অথবা দাস যোদ্ধাৰ দ্বন্দ্বযুদ্ধ অথবা মল্লযুদ্ধ চলিছিল আমৃত্য — অৰ্থাৎ, যোদ্ধা দুজনৰ এজনৰ মৃত্যু নোহোৱালৈকে এই যুদ্ধ চলি আছিল। কেতিয়াবা যোদ্ধাসকলে বাঘ, ভালুক, সিংহৰ দৰে হিংস্ৰ জন্তুৰ লগতো যুদ্ধ কৰিব লাগিছিল। দাস বা বন্দীয়ে স্বেচ্ছাই এই যুঁজত ভাগ লোৱা নাছিল। তেওঁলোকক যুঁজৰ বাবে বাধ্য কৰোৱা হৈছিল। এই নিষ্ঠুৰ বিনোদনে সেই সময়ত ৰোমত প্ৰভূত জনপ্ৰিয়তা অৰ্জন কৰিছিল, যাৰ বাবে কলোছিয়ামত বছৰৰ ২০০তকৈ অধিক দিন এনে 'মৃত্যু উৎসৱ' উদ্‌যাপিত হৈছিল। যুঁজত অংশ লোৱা যোদ্ধাসকলক বোলা হৈছিল 'গ্লেডিয়েটৰ'। এনে যুঁজৰ বাবে তৎকালীন ৰোমৰ পাপুৱা চহৰত এক প্ৰশিক্ষণ কেন্দ্ৰও আছিল ।

**গ্লোবেল ৱাৰ্মিং** *Global Warming*
বিগত কিছু বছৰ ধৰি পৃথিৱীৰ স্থলভাগ, বায়ুমণ্ডল আৰু পথাৰৰ পানীত হোৱা উষ্ণতা বৃদ্ধি; গোলকীয় উষ্ণতা বৃদ্ধি। ইয়াৰ মূল কাৰণ গ্ৰীনহাউছ পৰিঘটনা বুলি ঠাৱৰ কৰা হৈছে। ঊনবিংশ শতিকাৰ শেষভাগৰ পৰা এই উষ্মভৱন পৰিলক্ষিত হৈছে।
*লগতে চাওক গ্ৰীন হাউছ এফেক্ট*

# ঘ

**ঘৰ বিভীষণ** *Quisling*
বিশ্বাসঘাতক। যি নিজৰ দেশৰ শত্ৰুক সহায় কৰে আৰু মাতৃভূমি অধিকাৰ কৰি লোৱা শত্ৰুলৈ

সহযোগিতা আগবঢ়ায়। ৰাৱণৰ ভ্ৰাতৃ বিভীষণে ৰাৱণৰ শত্ৰু ৰামক সহায় কৰিছিল। তাৰে পৰাই এই নামৰ উৎপত্তি।

**ঘূৰণীয়া মেজমেল** *Round Table Conference*
সংবিধান সংস্কাৰৰ বিষয়ক লৈ ভাৰতৰ ৰাজনৈতিক নেতৃবৰ্গৰ লগত ব্ৰিটিছ চৰকাৰে ১৯৩০-৩২ চনত লণ্ডনত অনুষ্ঠিত কৰা তিনিলানি আলোচনা।

প্ৰথম ঘূৰণীয়া মেজমেল আৰম্ভ হয় ১৯৩০ চনত। এই মেজমেলত ১৬জন ভাৰতীয় দেশীয় ৰজা, ৫৬জন আন ৰাজনৈতিক দলৰ নেতা আৰু ১৩জন ব্ৰিটিছ প্ৰতিনিধিয়ে অংশ গ্ৰহণ কৰে। কংগ্ৰেছে এই মেজমেল বৰ্জন কৰে। পৰিণতিত প্ৰথম ঘূৰণীয়া মেজমেলৰ গুৰুত্ব হ্ৰাস পায়।

দ্বিতীয় ঘূৰণীয়া মেজমেল আৰম্ভ হয় ১৯৩১ চনত। এই মেজমেলত যোগ দিবলৈ ব্ৰিটিছ চৰকাৰে কংগ্ৰেছক সন্মত কৰোৱায় আৰু মহাত্মা গান্ধীয়ে কংগ্ৰেছৰ একমাত্ৰ প্ৰতিনিধি ৰূপে এই মেজমেলত যোগ দিয়ে। মেজমেলত কংগ্ৰেছৰ লগত তথাকথিত অনুন্নত সম্প্ৰদায়ৰ নেতৃবৰ্গৰ সাম্প্ৰদায়িক ভিত্তিত আসন বণ্টনৰ প্ৰশ্নত গুৰুতৰ মতভেদে দেখা দিয়ে। পৰিণতিত এই মেজমেল ব্যৰ্থ হয়।

তৃতীয় আৰু অন্তিম ঘূৰণীয়া মেজমেল আৰম্ভ হয় ১৯৩২ চনত। কংগ্ৰেছৰ প্ৰতিনিধি আৰু দেশীয় ৰজা এই মেজমেলত অনুপস্থিত থাকে। মুছলমান নেতাসকলৰ দাবীত এই মেজমেলত স্বতন্ত্ৰ সিন্ধু প্ৰদেশ গঠনৰ সিদ্ধান্ত লোৱা হয় আৰু তৎকালীন ভাৰতৰ সচিব ছাৰ ছেমুৱেল হোৰে ঘোষণা কৰে যে ভাৰতৰ প্ৰস্তাবিত কেন্দ্ৰীয় আইন সভাত মুছলমানসকলৰ বাবে এক-তৃতীয়াংশ আসন সংৰক্ষিত থাকিব।

তিনিওখন ঘূৰণীয়া মেজমেলত আলোচিত বিষয় আৰু সিদ্ধান্তসমূহ ১৯৩২ চনত ইংৰাজ চৰকাৰে এক শ্বেতপত্ৰযোগে প্ৰকাশ কৰে। ভাৰতৰ সাংবিধানিক বিৱৰ্তনৰ ইতিহাসত এই মেজমেলকেইখনৰ সিদ্ধান্তসমূহ বিশেষ গুৰুত্বপূৰ্ণ।

# চ

**চক্ৰবেহু**
মণ্ডলাকাৰে কৰা সৈন্যসজ্জা; চক্ৰব্যূহ। কুৰুক্ষেত্ৰ যুদ্ধত দ্ৰোণাচাৰ্যই এনে চক্ৰবেহু ৰচনা কৰিছিল। অৰ্জুন পুত্ৰ অভিমন্যুৱে এই চক্ৰবেহু ভেদ কৰি ভিতৰত প্ৰৱেশ কৰে আৰু অন্যায় যুদ্ধত নিহত হয়।

*লগতে চাওক সপ্তৰথী*

**চতুৰ্যুগ**
পুৰাণত বৰ্ণিত কালৰ চাৰিটা ভাগ : সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি। সত্য যুগৰ পৰিমাণ ১৭ লাখ ২৮ হাজাৰ বছৰ। এই যুগত বিষ্ণুৰ মৎস, কূৰ্ম, বৰাহ আৰু নৰসিংহ — এই চাৰি অৱতাৰ আবিৰ্ভূত হয়। ত্ৰেতা যুগৰ পৰিমাণ ১২ লাখ ৯৬ হাজাৰ বছৰ। এই যুগত বলৰাম আৰু বুদ্ধ

— এই দুই অৱতাৰৰ আৱিৰ্ভাৱ ঘটে। ইয়াৰ পাছত দ্বাপৰ যুগ। এই যুগৰ পৰিমাণ ৮ লাখ ৬৪ হাজাৰ বছৰ। চতুৰ্যুগৰ শেষ যুগ কলি যুগৰ পৰিমাণ ৪ লাখ ৩২ হাজাৰ বছৰ। এই যুগৰ শেষত বিষ্ণু কল্কি অৱতাৰৰূপে অৱতীৰ্ণ হ'ব বুলি বিশ্বাস প্ৰচলিত।

**চৰমতন্ত্ৰ** *Absolutism*

আদিতে চৰমতন্ত্ৰ আছিল এক ধৰ্মতাত্ত্বিক মত। এই মত অনুসৰি মানুহৰ মুক্তি বা মোক্ষ কিভাৱে সম্ভৱ তাৰ একমাত্ৰ বিচাৰক ঈশ্বৰ। পাছলৈ এই তত্ত্বটো ৰাষ্ট্ৰনীতিত প্ৰয়োগ কৰা হয়। চৰমতন্ত্ৰত এক চৰম সমিতি বা গোষ্ঠীয়ে শাসন চলায়। তেওঁলোকৰ ওপৰত কাৰো নিয়ন্ত্ৰণ নাথাকে। সাধাৰণতে তেওঁলোকে নিজৰ সাৰ্বভৌম ক্ষমতা ঈশ্বৰপ্ৰদত্ত বুলি ক'ব খোজে আৰু ঈশ্বৰৰ প্ৰতিনিধি হিচাপে মানৱজাতি বা প্ৰজাৰ ওপৰত চৰম প্ৰভুত্ব বজাই ৰাখিব খোজে।

**চৰম শাস্তি** *Capital Punishment*

হত্যা, বলাৎকাৰ, সশস্ত্ৰ ডকাইতি, ৰাষ্ট্ৰবিৰোধী ষড়যন্ত্ৰ বা কাৰ্যকলাপ আদিৰ বাবে কোনো দেশৰ চৰকাৰে বিহা মৃত্যুদণ্ডৰ শাস্তি।

**চৰিত্ৰ দৰ্শন বিদ্যা** *Physiognomy*

দেহৰ কোনো অংগ, বিশেষকৈ, মুখৰ ভাব-ভংগী, লৰচৰৰ পৰা মানৱ চৰিত্ৰ নিৰ্ণয় কৰা কলাবিশেষ।

**চৰ্বিকলা** *Adipose*

ছালৰ তলত আৰু বৃক্কৰ কেউফালে সৃষ্টি হোৱা এবিধ কলা। বাহিৰৰ শীত যাতে ভিতৰলৈ আহিব নোৱাৰে বা দেহৰ ভিতৰৰ তাপ যাতে বাহিৰলৈ যাব নোৱাৰে, তাৰ বাবে ই এক অন্তৰকৰ দৰে কাম কৰে।

**চৰ্যাপদ** *Charjyapada*

প্ৰাচীন বৌদ্ধ সাহিত্য। অসমীয়া লিখিত সাহিত্যৰ প্ৰথম নিদৰ্শন চৰ্যাপদবোৰত পোৱা যায়। চৰ্যাপদবোৰ বৌদ্ধ ধৰ্মৰ মূল আচাৰ-নীতিবোৰ প্ৰচাৰ কৰিবলৈ গীতৰ আকাৰত ৰচনা কৰা হৈছিল। ৰাগ-ৰাগিণী অনুসৰি গোৱা এই গীতবোৰক চৰ্যাগীত, বৌদ্ধগান বা দোহাও বোলা হয়।

চৰ্যাপদবোৰ গাবৰ বাবে ৰচিত। সাধনতত্ত্বৰ কথা সাংকেতিক ভাষাত লিখা চৰ্যাপদবোৰৰ বিষয়বস্তু সাঁথৰৰ দৰে ৰহস্যপূৰ্ণ আৰু জটিল; ইয়াৰ বাহ্যিক অৰ্থ অতি সহজ, কিন্তু গূঢ়াৰ্থ বা মৰ্মাৰ্থ বুজা টান। প্ৰতীক বা ৰূপকৰ প্ৰয়োগ ইয়াৰ প্ৰধান বিশেষত্ব। সেইদৰে ভাবৰ গাম্ভীৰ্য আৰু প্ৰকাশৰ তীব্ৰ গভীৰতা প্ৰায়খিনি গীতৰে সম্পত্তি।

চৰ্যাপদবোৰৰ ৰচনাকাল সম্পৰ্কে পণ্ডিতসকলৰ মাজত মত পাৰ্থক্য থাকিলেও সকলোৱে এটা কথা মানি লৈছে যে চৰ্যাপদবোৰৰ ৰচনা অষ্টম শতিকাৰ পূৰ্বৰ আৰু দ্বাদশ শতিকাৰ পিছৰ নহয়। চৰ্যাপদত বিভিন্ন ঠাইৰ বিভিন্ন গড়ৰ ভাষাৰ সংমিশ্ৰণ ঘটিছিল আৰু বৈষ্ণৱসকলে নিজ ৰচনাত এই ভাষা ব্যৱহাৰ কৰিছিল। ফলত সেই সময়ৰ সাহিত্যিক ভাষাৰূপে ই স্বীকৃতি লাভ কৰিছিল। আন কথাত ক'বলৈ গ'লে চৰ্যাকালীন কথিত ভাষাটোৰ

ভেটিতেই পৰৱৰ্তী কালৰ ব্ৰজাবলী ভাষাই গঢ় লৈ উঠিছিল। সেইকাৰণে চৰ্যাপদৰ ভাষাত ব্ৰজাবলী শব্দৰ পয়োভৰ দেখা যায়।

চৰ্যাপদসমূহৰ মাজেৰে ফুটি উঠা সমাজখন সচৰাচৰ সমাজৰ পৰা পৃথক। এইখন সমাজ মহাযানী বৌদ্ধ ধৰ্মৰ তন্ত্ৰযান শাখাৰ শেহতীয়া পন্থা সহজযান পন্থৰ ধৰ্মীয় সমাজ; ইয়াত তাহানিৰ তথাকথিত নিম্ন শ্ৰেণীৰ লোকে প্ৰতিনিধিত্ব কৰিছে। চৰ্যাপদত বৰ্ণিত সমাজখন প্ৰধানকৈ কৃষিভিত্তিক সমাজ, খাটি খোৱা মানুহৰ সমাজ।

## চাইটিয়াছ্-অলটিয়াছ্-ফৰটিয়াছ্ *Citius-Alties-Fortius*

অলিম্পিকৰ মূলমন্ত্ৰ (motto)। 'চাইটিয়াছ্-অলটিয়াছ্-ফৰটিয়াছ'ৰ অৰ্থ হ'ল : বেগৱান, উৰ্ধ্বৱান আৰু বলৱান (Faster-Higher-Stronger)। পেৰিছৰ ওচৰৰ এখন স্কুলৰ প্ৰধান শিক্ষক ৰেভাৰেণ্ড ফাদাৰ ডিডোনে (Rev. Father Didon) এই শব্দ বিন্যাস সৃষ্টি কৰিছিল। তেওঁ এজন মহান ক্ৰীড়ানুৰাগী আৰু ক্ৰীড়া সংগঠক আছিল। এই শব্দ তিনিটা তেওঁ নিজৰ স্কুল, ক্লাবৰ পতাকাত লিখি থৈছিল। ক্ৰীড়াৰ দৰ্শনিক সুন্দৰভাৱে প্ৰতিফলিত কৰা শব্দকেইটা আধুনিক অলিম্পিকৰ জন্মদাতা আৰু ফাদাৰ ডিডোনৰ বন্ধু বেৰন পিয়েৰ দা কুবাৰ্তিনৰ বৰ পচন্দ হ'ল। তেওঁৰ পৰামৰ্শমতেই ১৮৯৪ চনৰ ২৩ জুনত, 'ইণ্টাৰনেচনেল কংগ্ৰেছ ফৰ দা ষ্টাডী এণ্ড প্ৰপাগেচন অব্ দা প্ৰিন্সিপলছ্ অব্ এমেচাৰিজম'ৰ অধিৱেশনত এই খণ্ডবাক্যটো হ'বলগীয়া আধুনিক অলিম্পিকৰ মূলমন্ত্ৰ হিচাপে গৃহীত হয়। এই শব্দকেইটাই প্ৰতিযোগীসকলক বেছি বেগাই দৌৰিবলৈ, বেছি ওখলৈ জঁপিয়াবলৈ আৰু বেছি শক্তিৰে দলিয়াবলৈ অনুপ্ৰেৰণা যোগায়।

## চাইনামেন *Chinaman*

ক্ৰিকেটত এজন বাঁওহতীয়া বলাৰে সোঁহতীয়া বেটছমেনলৈ দিয়া অফব্ৰেক বলক বুজাবলৈ এই 'চাইনামেন' শব্দটো ব্যৱহাৰ কৰা হয়। ৱেষ্ট ইণ্ডিজৰ হৈ খেলা, জন্মসূত্ৰে চীনা খেলুৱৈ এলিছ আচঙৰ (Ellis Achang) নামেৰে এই 'চাইনামেন' শব্দৰ উদ্ভৱ হয়। তেওঁ এনেধৰণৰ বল দিয়াৰ প্ৰচেষ্টা কৰিছিল যদিও এইক্ষেত্ৰত তেৱেঁই প্ৰথম বলাৰ নাছিল।

## চাইবাৰনেটিকছ *Cybernetics*

কুৰি শতিকাৰ চল্লিছৰ দশকত উদ্ভাৱিত সংযোগ নিয়ন্ত্ৰণ বিজ্ঞান। সাধাৰণতে ক'বলৈ গ'লে জীৱ আৰু যন্ত্ৰৰ মাজত যোগাযোগ সংক্ৰান্তীয় বিজ্ঞানেই চাইবাৰনেটিকছ। ১৯৪৮ চনত মাৰ্কিন গণিতজ্ঞ নৰবাৰ্ট ৱাইনাৰে (Norbert Wiener, ১৮৯৪-১৯৬৪) তেওঁৰ 'চাইবাৰনেটিকছ' নামৰ গ্ৰন্থখনত প্ৰথম এই শব্দটো ব্যৱহাৰ কৰে। জীৱজগতত আছে পাৰস্পৰিক সংযোগ বা স্থাপনৰ ব্যৱস্থা। সেই বিষয়টোক যন্ত্ৰৰ ক্ষেত্ৰত প্ৰয়োগৰেই নাম চাইবাৰনেটিকছ। বৰ্তমানে কম্পিউটাৰ, ইণ্টাৰনেট সংযোগ, এছ এম এছ (SMS), — এই সকলোৱেই চাইবাৰনেটিকছৰ অন্তৰ্ভুক্ত।

## চাইবাৰ স্পেচ *Cyberspace*

সাধাৰণভাৱে চাইবাৰ স্পেচ আৰু ইণ্টাৰনেটৰ মাজত বিশেষ পাৰ্থক্য নাই যদিও চাইবাৰ

স্পেচৰ প্ৰকৃত অৰ্থ হ'ল, ইলেক্ট্ৰনিক যোগাযোগ ব্যৱস্থাৰ এক কল্পিত স্থান বা স্পেচ (space)। অধিক সৰলকৈ ক'বলৈ হ'লে, চাইবাৰ স্পেচ হ'ল এক কল্পিত শূন্য স্থান, য'ত এটা কম্পিউটাৰৰ লগত আন এটা কম্পিউটাৰৰ যোগাযোগ হয়।

**চান্দ্ৰমাহ** *Luner Month*

চন্দ্ৰই নিজ কক্ষপথেৰে পৃথিৱীৰ চাৰিওফালে মাহত এবাৰ ঘূৰা সময়খিনি। একোটা চান্দ্ৰমাহত ২৯ দিন ১২ ঘণ্টা ৪৪ মিনিট বা প্ৰায় ২৯১/২ দিন থাকে। পৰিভ্ৰমণৰ বাবে চন্দ্ৰকলা প্ৰতিদিনে বাঢ়ি অহা দেখা যায় আৰু ১৫ দিনৰ এই সময়খিনিক পক্ষ বোলে। চন্দ্ৰকলা বাঢ়ি যোৱা পক্ষটোৰ নাম শুক্ল আৰু কমি যোৱা পক্ষটোৰ নাম কৃষ্ণ পক্ষ। প্ৰত্যেক পক্ষৰ একোটা দিনৰ নাম তিথি। চন্দ্ৰকলা ক্ৰমান্বয়ে কমি আহি এটা বিশেষ দিনত একেবাৰে নেদেখা হয়।

**চাৰ্টিজম** *Chartism*

১৮৩৮ চনত ব্ৰিটিছ শ্ৰমিকসকলে আৰম্ভ কৰা এক আন্দোলন। ই এক উদাৰপন্থী আদৰ্শৰ ভিত্তিত প্ৰতিষ্ঠিত হৈছিল আৰু আন্দোলনৰ নেতাসকলে এই কথা বিশ্বাস কৰিছিল যে সামাজিক আৰু অৰ্থনৈতিক বিকাশৰ বাবে ৰাজনৈতিক সংস্কাৰৰ প্ৰয়োজন আছে। ১৮৪৮ চনৰ পৰা এই আন্দোলনৰ তীব্ৰতা ক্ৰমে কমি আহে।

**চাৰিধাম**

ভাৰতৰ চাৰি দিশত থকা চাৰিখন প্ৰসিদ্ধ তীৰ্থক সামূহিকভাৱে চাৰিধাম নামেৰে জনা যায়। এই চাৰিধাম হ'ল ঃ বদ্ৰীনাথ (উত্তৰ), দ্বাৰকা (পশ্চিম), ৰামেশ্বৰম (দক্ষিণ) আৰু পুৰী (পূব)।

**চাৰিহাটী**

বৈষ্ণৱ সত্ৰৰ নামঘৰ আৰু সত্ৰাধিকাৰৰ বাসগৃহক কেন্দ্ৰ কৰি চাৰিওফালে থকা ভক্তসকলৰ শাৰী শাৰী বহা বা বাসগৃহ।

**চাৰু কলা**

*সুকুমাৰ কলা চাওক*

**চাৰ্বাক** *Charvaka*

প্ৰাচীন ভাৰতীয় বস্তুবাদী দৰ্শন; লোকায়ত। এই মত অনুযায়ী সচেতন দেহ বাদ দি 'আত্মা-জাতীয়' একো নাই। সুখেই পৰম পুৰুষাৰ্থ আৰু প্ৰত্যক্ষই একমাত্ৰ প্ৰমাণ। শাস্ত্ৰবোৰ মিছা। পৰলোক বোলা কোনো কথা নাই। ভাববাদী দৰ্শনৰ লগত ইয়াৰ অহি-নকুল সম্পৰ্ক। কাৰণ ভাববাদী দৰ্শনৰ মূল ভিত্তিয়েই হ'ল আত্মা-পৰমাত্মা — যিটো চাৰ্বাক দৰ্শনে মুঠেই মানি নলয়। চাৰ্বাক দৰ্শনৰ মতে প্ৰত্যক্ষই জ্ঞান লাভৰ একমাত্ৰ উপায়। যি প্ৰত্যক্ষ কৰা যায়, সিয়েই সত্য। শব্দ বা আপ্তবাক্য অনুমাননিৰ্ভৰ। সেইবাবে লৌকিক বা বৈদিক কোনো শব্দই প্ৰমাণ নহয়। জগৎস্ৰষ্টা হিচাপে ঈশ্বৰৰ অস্তিত্ব স্বীকাৰৰ প্ৰয়োজন নাই। আত্মা আৰু দেহ অভিন্ন, দেহৰ বিলাসত আত্মাৰো বিনাশ হয়। চাৰ্বাক দৰ্শনৰ মতে, দুখক যিমান সম্ভৱ দূৰত ৰাখি ইন্দ্ৰিয়

সুখ ভোগ কৰাটোৰেই জীৱনৰ লক্ষ্য হোৱা উচিত। 'ঋণং কৃত্বা ঘৃতং পিবেট' — চাৰ্বাক দৰ্শনৰ এটা প্ৰচলিত ভাষ্য।

**চিকুনগুন্যা** *Chikungunya*
আলফা ভাইৰাছ নামৰ এবিধ ভাইৰাছে মানৱ দেহত সৃষ্টি কৰা এক বিৰল প্ৰকাৰৰ ভাইৰেল জ্বৰ। আক্ৰান্ত মহে কামুৰিলে আলফা ভাইৰাছে মানুহৰ দেহত প্ৰৱেশ কৰি এইবিধ ৰোগ দেহত সংক্ৰমিত কৰিব পাৰে।

**চিগুৱেটেৰা** *Ciguatera*
গৰম বস্তু খালে ঠাণ্ডা আৰু ঠাণ্ডা বস্তু খালে গৰম অনুভব হোৱা ৰোগ। এনে ৰোগ হ'লে আইচক্ৰীম খালে গৰম চাহ খোৱা যেন অনুভৱ হয়।

**চিচি টিভি** *CCTV (Closed Circuit Television)*
সীমিত এলেকাৰ ভিতৰত সম্প্ৰচাৰ হোৱা টেলিভিছন; বদ্ধ বৰ্তনী টেলিভিছন। এনে টেলিভিছনত কেমেৰাৰ সংকেতসমূহ প্ৰত্যক্ষভাৱে কেবলৰ সহায়ত এটা টেলিভিছন ছেটলৈ প্ৰেৰণ কৰা হয়। ৰে'ল ষ্টেচন, বিমান বন্দৰ, চিকিৎসালয়, ডাঙৰ মেলা, সন্মিলন, বেংক, ডাঙৰ দোকান, শিল্প, প্ৰশিক্ষণ আদিত বিভিন্ন প্ৰয়োজনত বদ্ধ বৰ্তনী টেলিভিছনৰ বহুল প্ৰয়োগ আছে।

**চি টি স্কেন** *CT Scan*
শৰীৰত লুকাই থকা নানা ৰোগ-ব্যাধিৰ সঠিক তথ্য জানিবলৈ অনুসন্ধান চলোৱা এক বিশেষ পদ্ধতি। বিগত ডেৰকুৰি বছৰত ৰেডিঅ'লজী সংক্ৰান্ত গৱেষণাত ব্যাপক পৰিৱৰ্তন ঘটিছে। চিকিৎসা বিজ্ঞানত প্ৰৱেশ ঘটিছে কম্পিউটাৰৰ। এক্স-ৰে'ৰ লগত কম্পিউটাৰ প্ৰযুক্তিৰ সংযোগে চিকিৎসা বিজ্ঞানক প্ৰদান কৰিছে এক নতুন মাত্ৰা। এই ব্যৱস্থাটোকেই আজিকালি আমি 'কম্পিউটেড টোমোগ্ৰাফী' (Computed Tomography) বা সংক্ষেপে 'চি টি স্কেন' বোলোঁ। শৰীৰৰ বিভিন্ন অংশৰ কোষ আৰু কলাই সমপৰিমাণে পোহৰ ৰশ্মি শোষণ নকৰে। কলাৰ ঘনত্ব যদি বেছি হয়, শোষিত ৰশ্মিৰ পৰিমাণো বাঢ়ি যায়। এই তত্ত্বৰ ওপৰত ভিত্তি কৰিয়েই গঢ়ি উঠিছে চি টি স্কেন প্ৰযুক্তি। শোষিত ৰশ্মিৰ পৰিমাণগত তাৰতম্য বা কম্পিউটাৰৰ সহায়ত বিশ্লেষণ কৰি শৰীৰৰ সূক্ষ্মতম খুঁটি-নাটিও জনা যায়।

**চি ডি-ৰম** *CD-Rom*
একধৰণৰ কমপেক্ট ডিস্ক, য'ত বিপুল পৰিমাণৰ দৃশ্য, পাঠ্যতথ্য আদি সন্নিবিষ্ট হৈ থাকে আৰু কম্পিউটাৰত তাক চাব তথা পঢ়িব পাৰি। এই তথ্যবোৰক অৱশ্যে কোনোধৰণে সালসলনি কৰিব বা মচি পেলাব নোৱাৰি। ইংৰাজী Compact Disc (Disk) Read Only Memory শব্দকেইটা সংক্ষেপে CD-ROM বুলি লিখা আৰু কোৱা হয়।

**চিত্ৰকল্প** *Imagery*
মনত এখন চিত্ৰৰ উন্মেষ ঘটোৱা শব্দ বা শব্দসমষ্টি (picture made out of words)।

সমালোচকসকলে কবিতাৰ প্ৰসংগতে চিত্ৰকল্প আলোচনা কৰে। অৱশ্যে কেৱল কবিতাৰেই যে চিত্ৰকল্প ব্যৱহৃত হয় তেনে নহয়, গদ্য ৰচনাতো চিত্ৰকল্প ব্যৱহৃত হ'ব পাৰে। চিত্ৰকল্প থাকে দৈনন্দিন ব্যৱহৃত মুখৰ ভাষাতো। কিন্তু নতুন নতুন চিত্ৰকল্পৰ উদ্ভাৱন বা অভিনৱ আৰু গভীৰ চিত্ৰকল্প কবিতাত যিমান স্বাভাৱিক আন ঠাইত সিমান নহয়। শব্দৰ সহায়ত চিত্ৰ ৰচনা কৰিবলৈ হ'লে প্ৰায়ে প্ৰয়োজন হয় আলংকাৰিক ভাষা, ৰূপক, উপমা আদি অলংকাৰৰ। এইবোৰ অলংকাৰ ব্যৱহাৰ কৰি যি চিত্ৰকল্প ৰচিত হয়, তাৰ আবেদন আমাৰ চকুতকৈ মন আৰু কল্পনাতহে বেছি। খুব সহজ অথচ আমোঘ চিত্ৰকল্প ৰচনাত কোনো কোনো সিদ্ধহস্ত। এটা উদাহৰণ ঃ 'আমাৰ চকুৰ আশাৰ নেজাল তৰা/এই জ্বলে এই মৰে/বালিমাহীৰ ময়ূৰ চালিত/ৰুদ্ধ পৰাণত সাত সাগৰৰ বান নামে।' — **জাৰৰ দিনৰ সপোন ঃ** হেম বৰুৱা

## চিপ *Chip*

ছিলিকন বা আন অৰ্ধ পৰিবাহীৰ টুকুৰা, য'ত জটিল ইলেক্ট্ৰনিক বৰ্তনী আই চি হিচাপে গঢ়ি তুলিব পাৰি। ছিলিকন হৈছে ছেমি কণ্ডাক্টৰ বা অৰ্ধ পৰিবাহী, অৰ্থাৎ ই বিদ্যুতৰ পৰিবাহী, আনহাতে অপৰিবাহীও। বিশুদ্ধ ছিলিকনৰ পাতল টুকুৰাৰ ভিতৰত নানা ধৰণৰ 'ভেজাল' কণা অতি সূক্ষ্ম জোখত ভৰাই ইয়াক এনেদৰে প্ৰস্তুত কৰা হয়, যাৰ ফলত ইয়াৰ কিছু অংশত বিদ্যুৎ চলাচল কৰিব পাৰে আৰু কিছু অংশত নোৱাৰে। এই সকলো মিলি এটা জটিল ইলেক্ট্ৰনিক চাৰ্কিট বা বৰ্তনী তৈয়াৰ হয় য'ত, হাজাৰ হাজাৰ চিপ বা কেৱল 'চিপ'। এই চিপবোৰৰ আকাৰ নিচেই সৰু যদিও ইয়াতে বহু হাজাৰ উপাংশ ভৰাই থ'ব পাৰি। দীঘলে-বহলে এক চেণ্টিমিটাৰমানৰ এটা চিপত এহাজাৰমান ট্ৰেনজিষ্টৰ, ৰেজিষ্টৰ, কেপাচিটৰ আদি উপাংশ সুমুৱাই থ'ব পাৰি। এনে চিপ তৈয়াৰ কৰোঁতে ইমান বেছি সূক্ষ্ম কাৰিকৰী প্ৰযুক্তিৰ প্ৰয়োজন হয় নে নিখুঁত এটা চিপ প্ৰায়ে আন্দাজতে দলি মৰাৰ দৰে তৈয়াৰ কৰিব লাগে, কাৰণ, প্ৰতি দহটা চিপৰ ভিতৰত নটাই হয়তো তৈয়াৰ কৰাৰ সময়ত নষ্ট হৈ যায়। আই চি আৰু চিপৰ ব্যৱহাৰৰ লগে লগে কম্পিউটাৰৰ গতি তথা নিৰ্ভৰযোগ্যতা অভাৱনীয়ভাবে বাঢ়িল, আনহাতে ইয়াৰ নিৰ্মাণ ব্যয় কমি আহিল।

চকলিয়াই ভজা আলুৰ এক মুখৰোচক আৰু জনপ্ৰিয় খাদ্য-সামগ্ৰীৰ নামো চিপ।

*লগতে চাওক আই চি*

## চিপ্‌কো আন্দোলন *Chipco Movement*

১৯৭২ চনত ভাৰতত গান্ধীবাদী নেতা সুন্দৰলাল বহুগুণাই আৰম্ভ কৰা এক পৰিৱেশ আন্দোলন। হিন্দী-গাৰোৱালী ভাষাত 'চিপ্‌কো' মানে হ'ল সাবটি ধৰা। ১৯৭৩ চনত এই আন্দোলনৰ প্ৰথম 'ডাইৰেক্ট একছন' আৰম্ভ হয় উত্তৰ প্ৰদেশৰ চামোলি জিলাৰ মণ্ডল অৰণ্যত। বন বিভাগে গছ কাটিবলৈ লোৱাৰ প্ৰতিবাদ কৰি গাঁওবাসীসকলে গছবোৰক সাবটি ধৰি আছিল। পাছত এই আন্দোলনে অন্যান্য বিষয় আৰু স্থানলৈও বিস্তৃতি লাভ কৰে। এই আন্দোলনৰ পৰিণতিত ভাৰত চৰকাৰে পৰ্বত-পাহাৰৰ ১,০০০ মিটাৰ পৰ্যন্ত উচ্চতালৈ গছ কটা নিষিদ্ধ কৰে। চিপ্‌কো আন্দোলনৰ বৈশিষ্ট্য হ'ল ই জনগণৰ স্বতঃস্ফূৰ্ত আন্দোলন। তদুপৰি চিপ্‌কো আন্দোলনেই ভাৰতত প্ৰথমবাৰৰ বাবে জনসাধাৰণৰ মনত পৰিৱেশ চেতনা জগাই তোলে।

**চিপাহী বিদ্ৰোহ** *Sepoy Mutiny*
ইংৰাজ বণিক কোম্পানী ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতত যি শাসন চলাইছিল, সেই শাসনৰ বিৰুদ্ধে ১৮৫৭ চনত, প্ৰথমে ভাৰতীয় চিপাহীসকলে গুৰি ধৰা এক বিদ্ৰোহ। পোনতে চিপাহীসকলে আৰম্ভ কৰিলেও, পাছলৈ ঠায়ে ঠায়ে দেশীয় ৰজা-মহাৰজা আৰু সৰ্বসাধাৰণ ৰাইজৰ অংশগ্ৰহণে এই বিদ্ৰোহৰ শক্তি বহুগুণে বঢ়াই তুলিছিল। বিশেষকৈ, উত্তৰ ভাৰতত ই জাতীয় বিদ্ৰোহত পৰিণত হৈছিল। সেয়ে, বহু বুৰঞ্জীবিদে ইয়াক যুক্তিযুক্তভাৱেই ভাৰতৰ প্ৰথম স্বাধীনতা আন্দোলন বুলি অভিহিত কৰিছে। ভাৰতীয় চিপাহী বিদ্ৰোহৰ পৰিণতিত ভাৰত ইংলেণ্ডৰ মহাৰাণীৰ নিজস্ব শাসনাধীন হ'ল। সকলো ভাৰতীয় একগোট হোৱাৰ প্ৰৱণতা জাগি উঠাৰ ফলত এক ভাৰতীয় জাতীয়তাবাদৰ সূচনা হ'ল। ইংৰাজ সামৰিক বাহিনী আৰু শক্তিশালী কৰা হ'ল। আনহাতে মহাৰাণী ভিক্টোৰিয়াই জাতি, বৰ্ণ আৰু ধৰ্ম নিৰ্বিশেষে সকলো পদবী ভাৰতবাসীৰ অৰ্থে মুকলি কৰি দিয়া হ'ব বুলি আশ্বাস দিলে।

**চি ভি** *CV*
*বায়োডাটা চাওক*

**চিৰোছিছ** *Cirrhosis*
ৰোগজনিত কাৰণত অন্তঃঅংগৰ (বিশেষকৈ যকৃৎ বা লিভাৰৰ) কোষৰ সংকোচন আৰু কঠিন ভৱন। চিৰোছিছত যকৃতৰ কাৰ্যকৰী কোষ ধ্বংস হয় আৰু তাৰ ঠাইত আঁহযুক্ত সংবাহী তন্তুৰ জন্ম হয়। দীৰ্ঘদিন অত্যধিক মদ্যপান কৰা লোকৰ সাধাৰণতে চিৰোছিছ হয় যদিও আন কাৰণতো এনে হ'ব পাৰে।

**চীনা মাটি** *China Clay*
পিয়লা আদি তৈয়াৰ কৰা এবিধ বগা মাটি। চীনত এই বগা মাটিবিধ পোনতে আবিষ্কাৰ হোৱা আৰু তাৰ পৰা তৈয়াৰী বাচন-বৰ্তন আদি পোৱাৰ বাবে এই মাটিবিধক চীনা মাটি বুলি কোৱা হয়। ইংৰাজী China Clay শব্দৰ পৰা আমাৰ ভাষাত চীনা মাটি হয়। চীনা মাটিৰ উদ্যোগক চেৰামিক উদ্যোগ বুলি কোৱা হয় আৰু চীনা মাটিৰ পৰা হোৱা বস্তুক কোৱা হয় 'পৰ্চেলিন' (Porcelain)। অৱশ্যে আজিকালি চীনা মাটি, চেৰামিক বা পৰ্চেলিন — যিকোনো এটা শব্দকে ব্যৱহাৰ কৰি এনে ধৰণৰ বস্তু বা উদ্যোগৰ কথা কোৱা হয়। দ্বাদশ শতিকাত চীনৰ পৰা ইটালী, ফ্ৰান্স, জাৰ্মানী, ইংলেণ্ড আৰু ইউৰোপৰ নানা দেশলৈ এই শিল্পৰ প্ৰসাৰ হয়।

**চুটি গল্প** *Short Story*
চুটি গল্প এনে এক সংক্ষিপ্ত পৰিসৰৰ অথচ বৰ্ণময় কলা যে ইয়াৰ এটা নিখুঁত সংজ্ঞা আগবঢ়োৱা সম্ভৱ নহয়। 'এনচাইক্লোপিডিয়া ব্ৰিটানিকা'ৰ মতে, 'চুটি গল্প এবিধ সাহিত্যকলা ৰূপে এতিয়াও বিকাশশীল অৱস্থাত আছে, গতিকে তাৰ সুনিৰ্দিষ্ট সংজ্ঞা এটা এতিয়ালৈকে উলিয়াব পৰা হোৱা নাই।' এডগাৰ এলেন পোৱে কৈছে; 'আধা ঘণ্টাৰ পৰা এক ঘণ্টা অথবা অতি বেছি দুঘণ্টাৰ ভিতৰতে পঢ়ি শেষ কৰিব পৰা বিধৰ সাহিত্যিক শিল্পবস্তু। এইচ জি

ৰেলছে কৈছে, 'চুটি গল্প ১০ মিনিটৰ পৰা ৫০ মিনিটৰ ভিতৰত শেষ হোৱা বাঞ্ছনীয়। গতিকে চুটিগল্প এনে এক ৰচনা যাক একেটা বৈঠকতে পঢ়ি শেষ কৰিব পাৰি।' ই এবিধ সংক্ষিপ্ত স্বতঃসম্পূৰ্ণ কলা।

**চুন্নত** *Circumcision*
(ঘাইকৈ) মুছলমান আৰু ইহুদিসকলৰ মাজত প্ৰচলিত লিংগত্বক ছেদনৰ ধৰ্মীয় সংস্কাৰ। ত্যাগ, ধৰ্মীয় কাৰণ, সমাজত অন্তৰ্ভুক্তকৰণ আদি নানা কাৰণত চুন্নত কৰা হয়।

**চুলুং ৰজা**
শিঙৰী ঘৰত উঠি অভিষেক নোহোৱা আহোম ৰজা। শিঙৰী ঘৰত নুঠা বাবে সিংহ উপাধি নাপায় আৰু নিজৰ নামত মোহৰ মৰাৰ অধিকাৰী নহয়।

**চূড়ান্ত পণ্যদ্ৰব্য** *Final Products*
যিবোৰ উৎপাদিত দ্ৰব্যক কোনো প্ৰতিষ্ঠানে তেওঁলোকৰ পণ্যদ্ৰব্য উৎপাদন কৰিবলৈ ব্যৱহাৰ নকৰে; কেৱল গ্ৰাহকেহে নিজে ব্যৱহাৰ কৰিবলৈ কিনে।

**চেলছিয়াছ** *Celsius*
তাপমাত্ৰাৰ আন্তৰ্জাতিকভাৱে (SI : *System International de Unites* বা International System of Units) স্বীকৃত একক। যি উষ্ণতাত পানী গোট মাৰে তাক শূন্য আৰু যি উষ্ণতাত পানী উতলে তাক এশ বুলি ধৰি লৈ মাজৰখিনিক সমানে এশভাগ কৰি তাৰ এটা ভাগক যদি ডিগ্ৰী বুলি কোৱা হয়, তেনেহ'লে ই হ'ব এডাল তাপ জোখা স্কেল। এই স্কেলডালকে বিজ্ঞানীসকলে চেণ্টিগ্ৰেড (Centigrade) স্কেল নাম দি ব্যৱহাৰ কৰি আছিল। Centi মানে এশ; grade মানে এশ ডিগ্ৰী থকা। কিন্তু এনেকুৱা এশ ভাগ থকা স্কেলডালৰ বিষয়ে প্ৰথমে পৰামৰ্শ দিছিল ছুইডেনৰ এণ্ডাৰছ চেলছিয়াছ (Anders Celsius) নামৰ জ্যোতিৰ্বিজ্ঞানী এজনে (১৭৪২ চনত)। তেওঁৰ নামানুসৰিয়েই চেণ্টিগ্ৰেড স্কেলৰ নাম চেলছিয়াছ স্কেল কৰা হয়। চেলছিয়াছ স্কেল মতে পানী শূন্য ডিগ্ৰীত গোট মাৰে আৰু এশ ডিগ্ৰীত উতলে; আৰু ডিগ্ৰী হৈছে যিকোনো তাপ জোখা স্কেলৰ এটা ভাগ। চেলছিয়াছ স্কেলেৰে জোখোঁতে যদি এটা বস্তুৰ উষ্ণতা ষাঠি ভাগ পাওঁ, তেনেহ'লে আমি ক'ম — বস্তুটোৰ উষ্ণতা ষাঠি ডিগ্ৰী চেলছিয়াছ।

**চেলুলয়ড** *Celluloid*
চেলুলোজ নাইট্ৰেড আৰু কৰ্পূৰৰ ৰাসায়নিক মিলনত উৎপন্ন বিশেষ এক শ্ৰেণীৰ প্লাষ্টিক দাহ্য পদাৰ্থ। পৰিষ্কাৰ আৰু স্বচ্ছ একধৰণৰ চেলুলয়ডৰ পৰা চলচ্চিত্ৰৰ ফিল্ম তৈয়াৰ কৰা হয়।

**চেলুলাৰ ফোন** *Cellular Phone*
তাঁৰৰ সৈতে সংযোগবিহীন এবিধ ফোন; চেল ফোন। তাঁৰবিহীন হোৱা বাবে এই ফোন য'লৈকে ইচ্ছা কঢ়িয়াই লৈ ফুৰিব পাৰি। সেয়ে ইয়াক মোবাইল (ভ্ৰাম্যমাণ) ফোন বুলি কোৱা

হয়। আনহাতে গাড়ীত গৈ থাকোঁতে এই ফোনৰ সহায়েৰে কথা পাতিব পাৰি কাৰণে ইয়াক 'কাৰ ফোন' বুলিও কোৱা হয়। চেলুলাৰ ফোনে চেল ছাইট নামেৰে অভিহিত কিছুমান 'বেছ ষ্টেচন'ৰ নেটৱৰ্কৰ মাজত মাত-কথা আৰু তথ্যৰ আদান-প্ৰদান কৰিব পাৰে। সাধাৰণ টেলিফোনৰ তুলনাত চেল ফোনত থকা বা থাকিব পৰা অতিৰিক্ত সুবিধাবোৰ হ'ল ঃ এছ এম এছ বা চমু বাৰ্তা প্ৰেৰণ, ই-মেইল, ইণ্টাৰনেটৰ সুবিধা, ভিডিঅ' গেম, ব্লু টুথ, ইনফ্ৰাৰেড, কেমেৰা, ভিডিঅ' ৰেকৰ্ডাৰ আদি। ইয়াৰ উপৰি সম্প্ৰতি টাচ্চ স্ক্ৰীন চেল ফোনো বজাৰত পোৱা গৈছে। এনে বিবিধ বৈচিত্ৰ্যময় সুবিধাৰে চেলুলাৰ ফোনৰ জনপ্ৰিয়তা আজি অভাৱনীয়।

## চেলুলোজ *Cellulose*

যি জৈৱ পদাৰ্থৰে উদ্ভিদৰ দেহকোষ প্ৰধানতঃ গঠিত; বিভিন্ন উদ্ভিদতন্তুৰ মূল ৰাসায়নিক উপাদান। চেলুলোজ গ্লুকোজৰ এক বহুযোগী। প্ৰায় ৩০০০-৪০০০ গ্লুকোজৰ অণু ৰাসায়নিক শৃংখলেৰে বান্ধ খাই চেলুলোজৰ সৃষ্টি হয়। প্ৰায়বোৰ উদ্ভিদতে চেলুলোজ থাকে। কাগজ আৰু কপাহৰ মূল উপাদানেই হ'ল চেলুলোজ। কপাহৰ প্ৰায় ৯৮ শতাংশই চেলুলোজ। চেলুলোজ এবিধ আঁহযুক্ত পদাৰ্থ। মানুহে চেলুলোজ হজম কৰিব নোৱাৰে। পাছে ই মানুহৰ পৰিপাক-তন্ত্ৰ পৰিষ্কাৰ কৰে। কপাহী সূতা মূলতঃ কপাহত থকা চেলুলোজৰ পৰাই তৈয়াৰ কৰা হয়। বস্ত্ৰশিল্পত চেলুলোজৰ ব্যৱহাৰ অপৰিহাৰ্য। কাগজ উদ্যোগত চেলুলোজ নহ'লেই নহয়। চেলুলইডৰ ফিল্মৰ মূল উপাদান চেলুলোজ। পেইণ্ট, বাৰ্নিছ, ডিটাৰজেণ্ট, নানাবিধ বেণ্ডেজ তৈয়াৰ কৰিবলৈ চেলুলোজ যৌগৰ আৱশ্যক। নাইট্ৰোচেলুলোজ নামৰ এটা যৌগ ব্লাষ্টিং বা শিল ভঙা কামত ব্যৱহাৰ কৰা হয়।

ইমানবোৰ বিচিত্ৰ ব্যৱহাৰৰ বাবেই চেলুলোজক মানৱ সভ্যতাৰ এটা প্ৰধান অংগ বুলি কোৱা হয়।

## চৌৰি চুৰাৰ হত্যাকাণ্ড *Chauri Chaura Murder*

১৯২২ চনৰ ৫ ফেব্ৰুৱাৰীত উত্তৰ প্ৰদেশৰ গোৰখপুৰ জিলাৰ চৌৰি চুৰা নামৰ এখন গাঁৱত উত্তেজিত জনতাৰ আক্ৰমণত স্থানীয় থানাখনৰ ২২জন আৰক্ষীৰ লোক নিহত হয়। ইয়াৰ বাবে ১২ ফেব্ৰুৱাৰীৰ পৰা মহাত্মা গান্ধীয়ে একক সিদ্ধান্তৰে অসহযোগ আন্দোলন প্ৰত্যাহাৰৰ কথা ঘোষণা কৰে। ঘটনাক্ৰমে ১৯৪২ চনৰ আগষ্ট আন্দোলনতো একে ঠাইতে ৩০জন আৰক্ষীক উত্তেজিত জনতাই জীৱন্তে দাহ কৰে।

## চৌষষ্টি কলা *Sixty Four Practical Arts*

চৌষষ্টি প্ৰকাৰৰ কলা বিদ্যা। প্ৰাচীন ভাৰতৰ কামশাস্ত্ৰী বাৎসায়নে নাৰীৰ ১২৮ বিধ কলা আৱিষ্কাৰ কৰিছিল। ইয়াৰে ৬৪ বিধ মৌলিক, অৰ্থাৎ প্ৰাকৃতিকভাৱেই নাৰীৰ আয়ত্তত। বাকী ৬৪ বিধ নাৰীয়ে অৰ্জন কৰি ল'ব লাগে। এই ৬৪ বিধ কলা হ'ল ঃ ১) গীত, ২) বাদ্য, ৩) নৃত্য, ৪) চিত্ৰ অংকন, ৫) সংকেত লিপি কলা, ৬) আলপনা, ৭) পুষ্পাস্তৰণ, ৮) ৰঞ্জনবিধি, ৯) মজিয়া সাজোন, ১০) জলতৰংগ, ১১) শয়ন ৰচনা, ১২) জলক্ৰীড়া, ১৩) মোহিনী মায়া, ১৪) মালা গাঁথা, ১৫) মূৰৰ আভৰণ ৰচনা, ১৬) ৰংগ ৰচনা, ১৭) অলংকাৰ প্ৰস্তুতকৰণ, ১৮) সুগন্ধি দ্ৰব্য প্ৰস্তুত, ১৯) অলংকাৰ ৰচনা, ২০) ঐন্দ্ৰজাল, ২১) বল-বীৰ্য, বঢ়াবলৈ ঔষধ

প্রস্তুতকৰণ ২২) হস্ত সঞ্চালনৰ দ্বাৰা ভেল্কিবাজি ২৩) ৰন্ধন কলা ২৪) পানক ৰস ৰাগাসৱ যোজন, ২৫) সূচীবান কর্ম, ২৬) সূত্র ক্রীড়া, ২৭) বীণা ডম্বৰুক বাদ্য, ২৮) কাব্যৰ মনন, ২৯) শ্লোক, কবিতা আদি পঢ়াৰ ৰীতি, ৩০) কঠিন শব্দোচ্চাৰণ, ৩১) পুস্তক বাচন, ৩২) নাট্য সমালোচনা, ৩৩) কাব্য সম্পাদনা, ৩৪) পর্ণদ্রব্য প্রস্তুতকৰণ, ৩৫) তক্ষ কর্ম, ৩৬) বাঢ়ৈ কাম, ৩৭) বাস্তুবিদ্যা, ৩৮) ৰূপ্যৰত্ন পৰীক্ষা, ৩৯) ৰসায়ন আৰু মণিক বিদ্যা, ৪০) মণিৰঞ্জন বিজ্ঞান, ৪১) কৃষিজ্ঞান, ৪২) প্রাণী ক্রীড়া, ৪৩) চৰাইৰ প্রশিক্ষণ, ৪৪) অংগৰাগ, ৪৫) সাংকেতিক লিপিৰ জ্ঞান, ৪৬) গুপ্ত সংকেত লিপি, ৪৭) দেশ-ভাষা বিজ্ঞান, ৪৮) পুষ্পবাহন সজ্জা, ৪৯) মংগল চিন আৰু কাকচৰিত বিদ্যা, ৫০) যন্ত্র আৰু সঁজুলি জ্ঞান, ৫১) শুনা কথা মনত ৰখা ৫২) সম্মিলিত পঠন ৫৩) শ্লোক পূৰণ ৫৪) অভিধান কোষ ৫৫) ছন্দোজ্ঞান, ৫৬) ক্রিয়াকল্প, ৫৭) ৰূপ আৰু কথা লুকুওৱা, অর্থাৎ ভেশছন, ৫৮) বস্ত্র পৰিধান, ৫৯) বাজী ৰখা, ৬০) পাশা খেল, ৬১) বালক ক্রীড়া, ৬২) আচাৰ শাস্ত্র, অর্থাৎ, বিনয়, শিষ্টাচাৰ আদি জ্ঞান, ৬৩) বিজয় লাভ আৰু ৬৪) শৰীৰ চর্চা।

# ছ

**ছছেজ** *Sausage*

গাহৰিৰ পৰিস্কৃত অন্ত্রৰ ভিতৰত পিহা মঙহ ভৰাই, সিজাই ভাজি খোৱা অথবা ভাপত দি সংৰক্ষণ কৰা আহাৰ বিশেষ।

**ছদ্মনাম** *Pseudonym*

কোনো লেখা, নিজে লিখা সত্ত্বেও নিজৰ নামৰ নিদি লেখক হিচাপে আন নাম দিয়া। লেখকসকলে বিভিন্ন উদ্দেশ্যত বা বিভিন্ন কাৰণত ছদ্মনাম লয় বা ল'বলগীয়া হয়। ছদ্মনামৰ ব্যৱহাৰ প্ৰথম প্ৰচলিত হয় অষ্টাদশ শতিকাত। সংবাদপত্ৰ, আলোচনী আৰু অন্যান্য সাময়িক পত্ৰিকা প্ৰকাশৰ সমান্তৰালভাৱে প্ৰচলন হয় ছদ্মনামৰ ব্যৱহাৰ। ছদ্মনাম ব্যৱহাৰৰ প্ৰাথমিক কাৰণ আছিল মতামত প্ৰকাশৰ বাবে ৰাজনৈতিক ৰোষৰ পৰা আত্মৰক্ষা। ছদ্মনাম ব্যৱহাৰৰ প্ৰথম যুগত আটাইতকৈ বিখ্যাত ছদ্মনাম আছিল ভল্টেয়াৰ (Voltaire)। ১৭১৮ চনত ফৰাচী প্ৰবন্ধকাৰ, দাৰ্শনিক ফ্ৰাঁচোৱা মাৰি আৰুয়েটে (Francois Marie Arouet, ১৬৯৪-১৭৭৮) এই ছদ্মনাম ব্যৱহাৰ কৰিছিল। উনবিংশ শতিকাত বহু মহিলা লেখিকাই ছদ্মনাম হিচাপে পুৰুষৰ নাম ব্যৱহাৰ কৰিছিল। ইয়াৰ ভিতৰত আটাইতকৈ বিখ্যাত আছিল ইংৰাজ মহিলা ঔপন্যাসিক মেৰী এন ইভান্স (Mary Ann Evans, ১৮১৯-১৮৮০)। ১৮৫৮ চনত তেওঁ জৰ্জ এলিয়ট (George Eliot) ছদ্মনাম গ্ৰহণ কৰে আৰু সেই নামেৰেই কেইবাখনো সুখপাঠ্য উপন্যাস লিখে।

ছদ্মনাম ব্যৱহাৰৰ বিভিন্ন কাৰণ থাকিব পাৰে। কোনো লেখকৰ প্ৰকৃত নাম অতি দীঘল বা উচ্চাৰণ কৰিবলৈ কঠিন হ'লে বহু সময়ত লেখকে ছদ্মনাম ব্যৱহাৰ কৰে। তদুপৰি আন

কাৰোবাৰ নামৰ লগত সংগতি থকাৰ কাৰণে বা বিভিন্ন ধৰণৰ লেখাৰ বাবেও একোজন লেখকে একাধিক নাম ব্যৱহাৰ কৰিব পাৰে। এনে ছদ্মনামৰ এটা উদাহৰণ ভবেন্দ্ৰ নাথ শইকীয়া, তেওঁ এক নিৰ্দিষ্ট ধৰণৰ লেখাৰ বাবে সত্যপ্ৰিয় পাঠক ছদ্মনাম ব্যৱহাৰ কৰিছিল।

**ছনেট** *Sonnet*

চৈধ্যটা শাৰী থকা ছন্দোবদ্ধ কবিতা; চতুৰ্দশপদী কবিতা। হেমচন্দ্ৰ গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি' অসমীয়া ছনেটৰ উল্লেখযোগ্য উদাহৰণ।

**ছফ্‌ট কাৰেন্সী** *Soft Currency*

বিনিময় মূল্য কমাৰ প্ৰৱণতা থকা কাৰেন্সী বা মুদ্ৰা। বহুদিন ধৰি চলি থকা 'বেলেন্স অব্ পেমেণ্ট' সংকটৰ বাবে এয়া হ'ব পাৰে নাইবা বিনিময় মূল্য পৰিৱৰ্তনৰ আশাত লোৱা আন কাৰ্য্যব্যৱস্থাৰ জৰিয়তেও হ'ব পাৰে।

**ছফ্‌ট লোন** *Soft Loan*

কোনো সুত নোহোৱাকৈ বা মূল সুতৰ হাৰৰ বহু কম হাৰত দিয়া ঋণ।

**ছফ্‌টৱেৰ**

*হাৰ্ডৱেৰ আৰু ছফ্‌টৱেৰ চাওক*

**ছাইকোলজী**

*মনোবিজ্ঞান চাওক*

**ছাইনাছ** *Sinus*

ছাইনাছ্ শব্দটো লেটিন ভাষাৰ। চিকিৎসা বিজ্ঞানত ইয়াৰ অৰ্থ হ'ল ঃ (১) হাড়ৰ ভিতৰত থকা গাঁত, (২) তেজ যোৱা বহল নলী, আৰু (৩) পূঁজ ওলোৱা পথ। আমাৰ নাকৰ ওচৰৰ কেইডালমান অস্থিৰ ভিতৰত গাঁত বা কোটৰ আছে। এই কোটৰবোৰত বায়ু সোমাই থাকে আৰু নাকৰ ভিতৰৰ পৰা প্ৰতিটো কোটৰলৈ বায়ু ওলোৱা-সোমোৱা কৰাৰ বাট আছে। নাকৰ এই কোটৰৰ ভিতৰত জ্বলা-পোৰা, বিষ হোৱাকে 'ছাইনাছাইটিছ' (sinusitis) বোলা হয়। সাধাৰণতে কপালৰ হাড়ডাল আৰু চকুৰ তলত, নাকৰ দুয়োকাষে থকা উৰ্ধ্ব হনুৰ ভিতৰত থকা কোটৰতে বেছিকৈ এনে বিষ, জ্বলা-পোৰা হয়। পানী লগা, ইনফ্লুৱেঞ্জা, দাঁতৰ অসুখ আদি হ'লে, দাঁত উঘালিলে, আঘাত পালে, নাকৰ ভিতৰত অস্ত্ৰোপচাৰ কৰিলে, নাকৰ ফুটা বহু দিন বন্ধ হৈ থাকিলে, নাকৰ দুই ফালৰ বিন্ধাৰ মাজত থকা বেৰ বা পাটিখন একতীয়া হ'লে, নাকৰ ফুটা দুটাৰ পিছফালে থকা এডেনইড্ নামৰ গ্ৰন্থিৰ নিচিনা বস্তুটো ডাঙৰ হ'লে আৰু নাকৰ ভিতৰত বাহিৰা কিবা বস্তু সোমাই থাকিলে ছাইনাছাইটিছ হোৱা দেখা যায়।

**ছাইনাছাইটিছ** *Sinusitis*

*ছাইনাছ চাওক*

**ছাইফন** *Siphon*
ইংৰাজী ওলোটা U (ইউ) আখৰটোৰ দৰে এটা বাহু চুটি আৰু আনটো বাহু দীঘল নলৰ ব্যৱস্থা। জুলীয়া পদাৰ্থৰে নলটো পূৰ্ণ কৰি চুটি বাহুটো জুলীয়া পদাৰ্থত ডুবালে অবিৰতভাৱে আনটো মূৰলৈ জুলীয়া পদাৰ্থ বৈ থাকে। নলৰ আনুভূমিক অংশটোৰ দুই মূৰত চাপ একে নহয় কাৰণে জুলীয়া পদাৰ্থৰ সোঁতটো বয়। এই সহজ ব্যৱস্থাৰে এটা পাত্ৰৰ তৰল পদাৰ্থ অনায়াসে আন এটা পাত্ৰলৈ স্থানান্তৰিত কৰিব পাৰি।

**ছাইবেৰিয়া** *Siberia*
ৰাছিয়াৰ পুব অংশ আৰু ইউৰাল পৰ্বতমালাৰ পৰা প্ৰশান্ত মহাসাগৰ পৰ্যন্ত বিস্তীৰ্ণ অঞ্চল। ছাইবেৰিয়াৰ এক বিস্তীৰ্ণ অংশ বছৰৰ বাৰ মাহেই বৰফাবৃত হৈ থাকে। এসময়ত ৰাছিয়াই এই বৰফৰ দেশলৈ, অপৰাধীসকলক নিজান পৰিৱেশত কষ্ট ভোগ কৰিবলৈ নিৰ্বাসন দিছিল। পাছত অৱশ্যে ছাইবেৰিয়াৰ যথেষ্ট উন্নতি হৈছে। সোণ, হীৰা, খাৰুৱা তেল, প্ৰাকৃতিক গেছ, লো, তাম, নিকেল, ক'বাল্ট আদি ছাইবেৰিয়াত পোৱা যায়। ১৮৯২-১৯০৫ চনত নিৰ্মাণ কৰা ট্ৰান্স ছাইবেৰিয়ান ৰে'লপথে ছেইণ্ট পিটাৰ্ছবাৰ্গৰ পৰা ছাইবেৰিয়াৰ পুব সীমান্তৱৰ্তী প্ৰশান্ত মহাসাগৰীয় বন্দৰ ভ্লাডিভস্তকক সংযুক্ত কৰিছে। এই ৰে'লপথে ছাইবেৰিয়াৰ উন্নতিত গুৰুত্বপূৰ্ণ অৰিহণা আগবঢ়াইছে। নতুন জনবসতিস্থল আৰু কল-কাৰখানা এই ৰে'লপথক আধাৰ কৰিয়েই গঢ় লৈ উঠিছে।

**ছাইমন কমিছন** *Simon Commission*
ভাৰতৰ ৰাজনৈতিক অস্থিৰতা, স্বাধীনতা আন্দোলন আদিৰ পৰিপ্ৰেক্ষিতত ১৯২৭ চনত ব্ৰিটিছ চৰকাৰে ছাৰ জন ছাইমনৰ অধীনত ভাৰতৰ অৱস্থা অধ্যয়নৰ বাবে গঠন কৰা সাংবিধানিক আয়োগ। ভাৰতবাসী এখন দায়িত্বশীল চৰকাৰ গঠনৰ বাবে কেনেদৰে প্ৰস্তুত হৈছে, দায়িত্বশীল চৰকাৰ গঠনৰ অনুকূল পৰিৱেশ ভাৰতত কিমানখিনি সৃষ্টি হৈছে, আৰু কি ধৰণৰ শাসনতন্ত্ৰই ভাৰতৰ সকলো স্তৰৰ জনসাধাৰণৰ স্বাৰ্থক সন্তুষ্ট কৰিব পাৰিব — এনেবোৰ কথা পৰ্যালোচনাৰ দায়িত্ব ছাইমন কমিছনৰ ওপৰত ন্যস্ত কৰা হয়। এই উদ্দেশ্যে ১৯২৮-২৯ চনত ছাইমন কমিছনে ভাৰত ভ্ৰমণ কৰে। ১৯৩০ চনৰ জুন মাহত কমিছনৰ প্ৰতিবেদন প্ৰকাশিত হয়। ভাৰতৰ সমস্যাক লৈ আলোচনাৰ বাবে ছাইমন কমিছনে ঘূৰণীয়া মেজমেল আহ্বানৰ প্ৰস্তাৱ দিয়ে। ব্ৰিটিছ চৰকাৰে কমিছনৰ এই প্ৰস্তাৱ গ্ৰহণ কৰে আৰু সেই মৰ্মে ১৯৩০ চনৰ নৱেম্বৰ মাহত প্ৰথম ঘূৰণীয়া মেজমেল আহুত হয়।

**ছাণ্টাক্লজ** *Santa Claus*
বৰদিনৰ ৰাতি সৰু ল'ৰা-ছোৱালীলৈ উপহাৰ লৈ আহে বুলি কল্পিত, পকা দাড়ি-চুলি আৰু শুভ্ৰ পোছাক পৰিহিত এজন বুঢ়া! ছাণ্টাক্লজৰ চৰিত্ৰৰ বিষয়ে প্ৰাচীন কালৰ পৰা বিভিন্ন ধাৰণা প্ৰচলিত আছে। তেওঁক মহিলা, শিশু, দুখীয়া আদি লোকসকলক বিপদত ৰক্ষা কৰিবলৈ ঈশ্বৰে পঠিয়াইছিল বুলি ভবা হয়। এটা কাহিনী অনুসৰি ইটালীৰ মায়াবা চহৰৰ বিছপ, নিকোলছ নামৰ এজন বৃদ্ধ ভদ্ৰলোকে চতুৰ্থ শতিকাৰ বৰদিন এটাত ৰাতি বাটলৈ ওলাই আহি সকলোকে আনন্দ দিবৰ বাবে যীশু পৃথিৱীলৈ নামি আহিছে বুলি চিঞৰি চিঞৰি কণ কণ ল'ৰা-ছোৱালীবোৰক মৰ্টন, টফী আদি উপহাৰ বিলাই দি আশীৰ্বাদ দিয়ে। এই ঘটনাৰ

পাছৰ পৰাই সকলোৰে মুখে মুখে কেৱল বৃদ্ধ নিকোলাছৰ কথা। এইদৰেই শুভ্ৰ পোছাক আৰু মুখভৰা বগা দাড়িৰে বৃদ্ধ নিকোলাছ কিংবদন্তি হৈ পৰে। নিকোলাছৰ মৃত্যুৰ পাছত ধৰ্মগুৰু পোপে তেওঁক ছেইণ্ট উপাধি প্ৰদান কৰে। বিছপ নিকোলাছ ছেইণ্ট নিকোলাছ নামেৰে জনাজাত হৈ পৰে। পাছত ইংৰাজীৰ St. (ছেইণ্ট) শব্দৰ পৰিবৰ্তন হৈ ছাণ্টা (Santa) হ'ল আৰু নিকোলাছৰ প্ৰথম আখৰটো হেৰাই মাথোন থাকিল ক্লজ (Claus); ছেইণ্ট নিকোলাছ ছাণ্টাক্লজৰূপে জনাজাত হৈ পৰিল। ছাণ্টাক্লজক খ্ৰীষ্টমাছ ফাডাৰ বুলিও কোৱা হয়। ইউৰোপ বা অন্য দেশৰ শিশুসকলে বিশ্বাস কৰে যে বৰদিনৰ ৰাতি ছাণ্টাক্লজ আহি তেওঁলোকৰ বাবে বিভিন্ন উপহাৰ দি থৈ যায়। সেয়েহে শিশুসকলে চিম্‌নী, দুৱাৰমুখ আদিত নিজৰ জোতা, মোজা, মোনা আদি ওলোমাই থৈ দিয়ে, যাতে খ্ৰীষ্টমাছ ফাডাৰে সেইবোৰত তেওঁলোকৰ বাবে উপহাৰ দি থৈ যাব পাৰে। শিশুসকলৰ বিশ্বাস অটুট ৰাখিবলৈ তেওঁলোকৰ মাক-দেউতাকে সেইবোৰত তেওঁলোকৰ মনৰ পচন্দৰ বস্তুবোৰ সুমুৱাই থয়। ইটালী, জাৰ্মানী, ফ্ৰান্স আদি দেশত ঘৰৰে সদস্য এজনে ছাণ্টাক্লজৰ দৰে ভেশ ধৰি বৰ্ৰদিনৰ মেলত (Christmas Party) উপহাৰ বিলাই ফুৰে ।

## ছাব টাইটেল *Subtitle*

বিদেশী ভাষাৰ কাহিনী চিত্ৰ আন ভাষাৰ অঞ্চলত প্ৰদৰ্শনৰ সময়ত সেই ভাষাত মূল ছবিৰ সংলাপ, ধাৰাভাষ্য, স্বগতোক্তি আদিক অনুবাদ কৰি দৃশ্যৰ ওপৰত, ফ্ৰেমৰ তলৰ ফালে মুদ্ৰিত কৰা; চলচ্চিত্ৰত প্ৰদৰ্শিত, লিখিত সংলাপ; দৃশ্য সংলাপ।

কোনো লেখাৰ মূল শিৰোনামৰ ব্যাখ্যাৰ্থে দিয়া ওপৰঞ্চি শিৰোনামৰো নাম ছাব টাইটেল বা উপ-শিৰোনাম।

## ছামুৰাই *Samurai*

প্ৰাচীন জাপানৰ এক যোদ্ধা জাতি। জাপানী ভাষাত ছামুৰাই শব্দৰ অৰ্থ হ'ল 'যি কৰ্তব্য পালন কৰে।' ছামুৰাইসকলৰ আৰু এটা স্বল্প প্ৰচলিত নাম আছে — 'বুচি', অৰ্থাৎ যোদ্ধা জাতি। ৯৩০ খ্ৰীষ্টাব্দমানত এটি ক্ষমতাশালী যোদ্ধা জাতি হিচাপে ছামুৰাইসকলে নিজৰ অস্তিত্ব ঘোষণা কৰে। শ্ৰেষ্ঠ ছামুৰাই যোদ্ধাসকলে অনেক চিন্তা আৰু পৰিশ্ৰমৰ যোগেদি জাপানৰ সমৰকলাক উন্নত আৰু পৰিশীলিত কৰে। তেওঁলোকে সমৰকলাক তিনিটা শ্ৰেণীত ভাগ কৰিছিল ঃ হত্যাৰ মাধ্যমত আক্ৰমণ প্ৰতিৰোধ, আঘাতৰ মাধ্যমত আক্ৰমণ প্ৰতিৰোধ আৰু হত্যা বা আঘাত অবিহনেই আক্ৰমণ প্ৰতিৰোধ। ছামুৰাইসকলে তৰোৱাল চালনা, জুডো আৰু তীৰন্দাজিক সমৰকলাৰ অন্তৰ্ভুক্ত কৰি লৈছিল। তেওঁলোক কিন্তু হিংসুক নাছিল। ছামুৰাইসকলে বিশ্বাস কৰে যে সাহসেই জীৱন।

জাপানত শান্তি প্ৰতিষ্ঠা হোৱাৰ পাছত ছামুৰাইসকলৰ যুদ্ধ ক্ষেত্ৰত নিজৰ সামৰ্থ্য প্ৰদৰ্শনৰ প্ৰয়োজন নোহোৱা হৈ পৰিল। তেতিয়া ছামুৰাইসকলৰ সমৰকলা এক টেকনিক-সৰ্বস্ব ক্ৰীড়া হিচাপে পৰিগণিত হ'বলৈ ধৰিলে। দৰাচলতে আগ্নেয়াস্ত্ৰৰ ব্যৱহাৰ বাঢ়ি অহাৰ পাছত ছামুৰাইসকলৰ সামৰিক কলা-কৌশল অপ্ৰাসংগিক হৈ পৰিল।

## ছাৰ্ক *SAARC*

দক্ষিণ এছিয়াৰ সাতখন দেশৰ (ভাৰত, নেপাল, ভুটান, বাংলাদেশ, শ্ৰীলংকা, মালদ্বীপ আৰু

পাকিস্তান) মাজত মাণ্ডলিক সহযোগিতাৰ বাবে গঠিত সংগঠন। ইংৰাজীত এই সংগঠনৰ সম্পূৰ্ণ নাম South Asian Association for Regional Co-operation. ইয়াকে সংক্ষেপে SAARC (ছাৰ্ক) বুলি লিখা আৰু কোৱা হয়। অসমীয়াত ইয়াৰ নাম দক্ষিণ এছিয়া মাণ্ডলিক সহযোগিতা পৰিষদ। ১৯৮৫ চনত বাংলাদেশৰ ৰাজধানী ঢাকাত ছাৰ্কৰ জন্ম হয়। ইয়াৰ মুখ্য উদ্দেশ্য হ'ল সদস্য দেশবোৰৰ মাজত সহযোগিতা বৃদ্ধি কৰা আৰু দেশবোৰৰ সাধাৰণ সমস্যা, যেনে ঃ দৰিদ্ৰতা, নিৰক্ষৰতা, অপুষ্টি আৰু অস্বাস্থ্য, ৰুগ্নতা আদি দূৰ কৰা। ছাৰ্কৰ মুখ্য কাৰ্যালয় নেপালৰ কাঠমাণ্ডুত অৱস্থিত।

**ছাৰ্ফ বোৰ্ড**

*ছাৰ্ফিং চাওক*

**ছাৰ্ফিং** *Surfing*

সাগৰৰ পাৰমুখী ঢৌৰ গতি ব্যৱহাৰ কৰি, এখন বিশেষ ধৰণৰ বোৰ্ডত উঠি (কেতিয়াবা বোৰ্ড নোহোৱাকৈয়ে) ঢৌৰ লগতে উঠা-নমা কৰি পাৰৰ ফালে অহা এক অতি ৰোমাঞ্চকৰ আৰু উত্তেজনাপূৰ্ণ খেল। যিখন বোৰ্ডত উঠি ছাৰ্ফিং কৰা যায়, তাক ছাৰ্ফ বোৰ্ড (surf board) বোলে। পাতল-টান আৰু স্পঞ্জ জাতীয় (spongy) প্লাষ্টিকৰ বোৰ্ড এখনত ৰেজিন আৰু ফাইবাৰ গ্লাছৰ প্ৰলেপ দি ছাৰ্ফ বোৰ্ড তৈয়াৰ কৰা হয়। কেতিয়াবা অৱশ্যে বোৰ্ড নোহোৱাকৈয়ে শুদা শৰীৰটোৰ সৈতে এই খেল খেলা হয়। ইয়াক 'বডী-ছাৰ্ফিং' (Body-Surfing) বোলে।

ব্ৰিটিছ নাৱিকসকলে প্ৰায় দুশ বছৰ আগতে হাৱাই দ্বীপত বাস কৰা লোকসকলে এনেধৰণে 'ছাৰ্ফিং' কৰা দেখিছিল। তেওঁলোকে এই খেলৰ অভ্যাস তথা প্ৰচলন কৰে। ১৯৫০ চনমানৰ পৰা ই এক প্ৰতিযোগিতামূলক খেলত পৰিণত হয়।

'ছাৰ্ফিঙ'ৰ লগত সম্পৰ্কিত আন এক খেল হ'ল 'উইণ্ড ছাৰ্ফিং' (Wnd Surfing)। এই খেলত ছাৰ্ফিং কৰোঁতে বতাহৰ বেগ ব্যৱহাৰ কৰা হয়।

**ছালফোন এমাইডছ্** *Sulphonamides*

কুৰি শতিকাৰ ত্ৰিছৰ দশকত আৱিষ্কৃত যিবোৰ ঔষধক যথেষ্টসংখ্যক বেক্টেৰিয়াসৃষ্ট ৰোগৰ ক্ষেত্ৰত কাৰ্যকৰীভাৱে ব্যৱহাৰ কৰা হৈছিল, সেইবোৰৰ সামূহিক নাম।

**ছায়েন্স ফিকচন**

*কল্পবিজ্ঞান চাওক*

**ছিছ্‌মোগ্ৰাফ** *Seismograph*

ভূমিকম্পৰ প্ৰাবল্য বা তীব্ৰতা জোখা যন্ত্ৰ। এই যন্ত্ৰত দুটা স্তম্ভ থাকে। ইয়াৰে এটা স্তম্ভৰ পৰা এটা দোলক বা পেণ্ডুলাম তাঁৰৰ সহায়েৰে ওলোমাই ৰখা হয়। পেণ্ডুলামটোৰ লগত এটা কলম সংযুক্ত হৈ থাকে। আনটো স্তম্ভত থাকে এটা ঘূৰি থাকিব পৰা চুঙা বা ড্ৰাম। এই চুঙাটোৰ গাটো এখন লেখ কাগজেৰে (গ্ৰাফ পেপাৰ) মেৰিয়াই থোৱা থাকে। কলমটোৰ

আগটোৱে (নিব্) লেখ কাগজখন স্পৰ্শ কৰি থাকে। লেখ কাগজ লগোৱা চুঙাটো খুব লাহে লাহে অনবৰতে ঘূৰি থাকে। মাটিত কঁপনি উঠিলে স্তম্ভ দুটাও কঁপি উঠে আৰু ফলত কলমটোও কঁপিবলৈ ধৰে। কঁপনিৰ ফলত কলমটোৰ আঁচোৰ লেখ কাগজত পৰে আৰু চুঙাটোৰ ওপৰত কঁপনিৰ প্ৰকৃতি লেখ হিচাপে অংকিত হৈ ৰয়। ইয়াকে ভূকম্পন অভিলেখ বা ছিছমোগ্ৰাম (Seismogram) বোলা হয়। এক নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে এই ছিছমোগ্ৰামখন এৰুৱাই তাত নতুনকৈ লেখ কাগজ লগাই দিয়া হয়। এই যন্ত্ৰত অতি সৰু ভূমিকম্পৰ জোকাৰণিও ধৰা পৰে।

**ছিজোফ্ৰেনিয়া** *Schizopherenia*

পৰিৱেশ আৰু বহিঃবিশ্বৰ লগত ক্ৰমশঃ মানসিক সংযোগ হেৰুৱাই পেলোৱা, কঠিন মানসিক ৰোগবিশেষ। এই ৰোগৰ লক্ষণ হ'ল মানসিক অস্থিৰতা, অন্তৰ্মুখিতা, আচৰণৰ বিসংগতি, অকলে থাকি ভাল পোৱা, বাস্তব-অবাস্তব ঘটনাবোৰ একেলগ কৰি পেলোৱা ইত্যাদি। এই ৰোগত ৰোগীৰ চিন্তাশক্তি লোপ পায়, বাস্তৱৰ লগত সংযোগ হেৰাই যায় আৰু তেওঁ প্ৰায়ে এক অলীক জগতৰ বাসিন্দা হৈ পৰে।

**ছিন বিন** *Sin Bin*

কোনো খেলপথাৰৰ ওচৰতে, খেলুৱৈসকল থাকিব পৰা এক স্থান : খেলৰ কোনো নিয়ম ভংগ কৰিলে সেই খেলুৱৈক এই স্থানতে অস্থায়ীভাৱে ৰখা হয়।

**ছিলিকন** *Silicon*

ক'লা-ধূসৰ বৰণৰ মৌলিক পদাৰ্থ। ছিলিকেট আদি বিভিন্ন খনিজ পদাৰ্থ আৰু ছিলিকা হিচাপে পৃথিৱীৰ খোলাত প্ৰচুৰ পৰিমাণে পোৱা যায়। ছিলিকন বিদ্যুতৰ অৰ্ধপৰিবাহী। বিভিন্ন অৰ্ধপৰিবাহী, ট্ৰেনজিষ্টৰ আদিত ছিলিকন ব্যৱহাৰ কৰা হয়। প্ৰকৃতিত প্ৰচুৰ পৰিমাণে পোৱা মৌলবিলাকৰ ভিতৰত ইয়াৰ স্থান দ্বিতীয় (প্ৰথম অক্সিজেন)। সাধাৰণতে ছিলিকা বিজাৰিত কৰি ছিলিকন আহৰণ কৰা হয়।

**ছিলিকন ভেলী** *Silicon Valley*

যি অঞ্চলত ইলেক্ট্ৰনিকছ্ উদ্যোগ যথেষ্ট পৰিমাণে বেছি আছে, সাধাৰণ অৰ্থত তাকে ছিলিকন ভেলী বুলি কোৱা হয়। আগতে আমেৰিকা যুক্তৰাষ্ট্ৰৰ উত্তৰ কেলিফোৰ্নিয়াৰ ছান্টা ক্লাৰা উপত্যকা অঞ্চলকে ছিলকন ভেলী নামেৰে জনা গৈছিল। এই অঞ্চলটোত অজস্ৰ মাইক্ৰোপ্ৰচেছৰ-নিৰ্ভৰ উদ্যোগ আৰু প্ৰতিষ্ঠান আছে, আৰু তাৰ বাবেই ই পৃথিৱী বিখ্যাত।

**ছিল্ক ৰুট**

*ৰেছমী পথ চাওক*

**ছুনামি** *Tsunami*

সমুদ্ৰতলিৰ আগ্নেয়গিৰি উদ্‌গীৰণ বা ভূমিকম্পৰ ফলত সৃষ্টি হোৱা প্ৰকাণ্ড সামুদ্ৰিক ঢৌ।

ছুনামি এটা জাপানী শব্দ। ছু (tsu) মানে বন্দৰ আৰু নামি (nami) মানে ঢৌ। সাধাৰণভাৱে ক'বলৈ গ'লে ছুনামিৰ অৰ্থ হ'ল সাগৰৰ বিশাল ঢৌ। বিশেষ কেইটামান কাৰণত দ্ৰুতগতিৰ সমুদ্ৰ-তৰংগ যেতিয়া উপকূলভাগত আছাৰ খাই পৰি মহাতৰংগলৈ ৰূপান্তৰিত হয়, তাকে কোৱা হয় ছুনামি। এক কথাত ক'বলৈ গ'লে ছুনামি হ'ল প্ৰবল জলোচ্ছ্বাস। সমুদ্ৰগৰ্ভত হোৱা ভূমিকম্প (ৰিখটাৰ স্কেলৰ ৬.৫ বা ততোধিক প্ৰাবল্যৰ), নিমজ্জিত আগ্নেয়গিৰিৰ আকস্মিক উদ্‌গীৰণ, ভূমিস্খলন আদি কাৰণত সাধাৰণতে ছুনামিৰ সৃষ্টি হয়।

সকলো ছুনামি ভয়াবহ নহয়। প্ৰায়বোৰ ছুনামি কোনো ক্ষতি নকৰাকৈয়ে সাগৰৰ বুকুত ঢৌ তুলি তাতে মাৰ যায়। কিন্তু ২০০৪ চনৰ ২৬ ডিচেম্বৰৰ এটা ছুনামিয়ে ভাৰতকে ধৰি দক্ষিণ-পূব এছিয়াৰ কেইবাখনো দেশত ভয়াবহ তাণ্ডৱৰ সৃষ্টি কৰে।

## ছুন্নি

মুছলমানসকলৰ দুটা প্ৰধান (আনটো চিয়া) সম্প্ৰদায়ৰ অন্যতম। এওঁলোকে ছুন্না, অৰ্থাৎ, প্ৰাচীন মুছলমান আইনক শ্ৰদ্ধা কৰে আৰু প্ৰথম দুই বা তিনিজন খলিফাক মানে। মধ্যযুগৰ চুলতানসকল আৰু মোগল সম্ৰাটসকল ছুন্নি আছিল। ভাৰতৰ অধিকাংশ মুছলমানো ছুন্নি।

## ছুপাৰ ইগো

*অধিশাস্তা চাওক*

## ছুফিবাদ *Sufism*

ছুফি হ'ল অতীন্দ্ৰিয়বাদী মুছলমান ধৰ্ম সম্প্ৰদায়বিশেষ বা সাধক সম্প্ৰদায়বিশেষ। ছুফিসকলৰ সাধনাৰ আদৰ্শকে ছুফিবাদ বুলিব পাৰি। খ্ৰীষ্টীয় অষ্টম-নৱম শতিকাত আৰবত ছুফিবাদৰ উদ্ভৱ। আৰবত উদ্ভৱ হ'লেও ইয়াৰ প্ৰচাৰকসকলৰ বহুতেই আছিল পাৰ্চী। ছুফিসকল এক আৰু অদ্বিতীয় ঈশ্বৰত বিশ্বাসী। জীৱনৰ লগত ঈশ্বৰৰ মিলন আৰু ঈশ্বৰপ্ৰেম — এই তত্ত্বৰ সাৰ কথা। আড়ম্বৰ নহয়, ভক্তিহে ঈশ্বৰ প্ৰাপ্তিৰ মূলমন্ত্ৰ। ছুফি মতবাদ কোৰানৰ পৰা উদ্ভুত হ'লেও ইয়াৰ ওপৰত হিন্দু আৰু বৌদ্ধ ধৰ্মৰ প্ৰভাৱ স্পষ্ট। ত্ৰয়োদশ শতিকাৰ পৰা ভাৰততো ছুফিবাদে প্ৰসাৰ লাভ কৰে। তৎকালীন ছুফি সাধকসকলে প্ৰচাৰ কৰা মতে হিন্দু-মুছলমান সমন্বয়ৰ পথ প্ৰশস্ত কৰিছিল। সপ্তদশ শতিকাৰ আগভাগত অসমত আজান ফকিৰে ৰচনা কৰা জিকিৰ আৰু জাৰীত ছুফিবাদৰ উদাৰতত্ত্ব আৰু সম্প্ৰীতিৰ সুৰ সুন্দৰভাৱে প্ৰকাশ হৈছে।

## ছুৰেয়ালিজম

*পৰাবাস্তৱবাদ চাওক*

## ছেকাৰিন *Saccharin*

খোৱাবস্তু মিঠা কৰিবলৈ ব্যৱহাৰ কৰা উপাদান। সাধাৰণতে মিঠা সোৱাদৰ বাবে ব্যৱহাৰ কৰা চেনি বা গুড়ৰ লগত ইয়াৰ প্ৰভেদ এয়ে যে ই কাৰ্বোহাইড্ৰেট নহয় আৰু ইয়াৰ কোনো খাদ্যমূল্য (food value) নাই। ডায়েবেটিছ ৰোগীৰ ক্ষেত্ৰত ইয়াক চেনিৰ পৰিৱৰ্তে ব্যৱহাৰ

কৰিব পাৰি। ছেকাৰিনৰ এটা টেবলেটৰ (১২ গ্ৰাম) মিঠা কৰিব পৰা গুণ প্ৰায় ১ চামুচ চেনিৰ সমান। কম পৰিমাণত ছেকাৰিন বহুদিন ধৰি ব্যৱহাৰ কৰিলেও শৰীৰৰ একো হানি নহয়।

**ছেটেলাইট টাউন**
*উপনগৰ চাওক*

**ছেটেলাইট টেলিফোন** Satellite Telephone
অত্যাধুনিক টেলিফোন; উপগ্ৰহ টেলিফোন। কৃত্ৰিম উপগ্ৰহৰ দ্বাৰা নিয়ন্ত্ৰিত এই ফোনৰ সহায়েৰে পৃথিৱীৰ যিকোনো ঠাইৰ লগতে সংযোগ স্থাপন কৰিব পাৰি। ৩.২৫ ছেকেণ্ডতকৈও কম সময়তে বাৰ্তা বিনিময় কৰিব পৰা আৰু হাতত লৈ ফুৰিব পৰা এই শক্তিশালী ফোনৰ দাম অৱশ্যে যথেষ্ট বেছি।

**ছেটেলাইট টেলিভিছন**
*কেব্‌ল টিভি চাওক*

**ছেটেলাইট প্ৰিণ্টিং** Satellite Printing
(সাধাৰণতে) বাতৰিকাকত ছপোৱাৰ অত্যাধুনিক পদ্ধতি। এই পদ্ধতিৰে এক বা একাধিক ঠাইত (দূৰত্ব যিমানেই নহওক) একে সময়তে ছপাৰ কাম সমাধা কৰিব পাৰি। সাধাৰণতে বাতৰিকাকত ছপোৱাৰ কামত এই পদ্ধতি ব্যৱহাৰ কৰা হয়। ইয়াৰ বাবে এঠাইত কাকতখনৰ অংগসজ্জা (লে-আউট) সম্পূৰ্ণ কৰি কৃত্ৰিম উপগ্ৰহ (satellite) আৰু কম্পিউটাৰৰ সহায়ত কাকতখন আন ঠাইলৈ (য'ৰ পৰা কাকতখনৰ ছেটেলাইট সংস্কৰণ প্ৰকাশ হয়) পঠিওৱা হয় আৰু তাত কাকতখন ছপা কৰা হয়।

**ছেটেলাইট মানী অৰ্ডাৰ** Satellite Money Order
ছেটেলাইট বা উপগ্ৰহনিৰ্ভৰ এক মানী অৰ্ডাৰ ব্যৱস্থা। এই ব্যৱস্থাৰ জৰিয়তে পাহাৰীয়া, পিছপৰা আৰু আওহতীয়া অঞ্চলসমূহলৈও দ্ৰুতভাৱে মানী অৰ্ডাৰ পঠিয়াব পৰা হৈছে। সমগ্ৰ ভাৰতৰ ৭৫টা উপগ্ৰহনিৰ্ভৰ 'ভেৰী স্মল এপাৰচাৰ টাৰ্মিনেল' (Very Small Aperture Terminal, চমুকৈ VSAT) স্থাপন কৰা হৈছে। সেইকেইটাক পুনৰ ৬১০টা ছেটেলাইট মানী অৰ্ডাৰ ষ্টেচনৰ লগত সংযোগ কৰা হৈছে। মডেম, টেলিফোন আৰু পাৰ্ছনেল কম্পিউটাৰ এনে সংযোগকৰণত ব্যৱহাৰ কৰা হয়

**ছেণ্ট জাৰ্মেইন চুক্তি** Treaty of St. Germain
প্ৰথম মহাসমৰৰ পাছত শান্তি প্ৰচেষ্টাৰ অংশ হিচাপে ১৯১৯ চনৰ ১০ ছেপ্টেম্বৰত ফ্ৰান্সৰ ছেণ্ট জাৰ্মেইন চহৰত মিত্ৰপক্ষ আৰু অষ্ট্ৰিয়াৰ মাজত হোৱা চুক্তি। এই চুক্তিৰ যোগেদি অষ্ট্ৰিয়াৰ ওপৰত কিছু কঠোৰ বাধা-নিষেধ আৰোপ কৰা হৈছিল।

**ছেনছেক্স** SENSEX
ইংৰাজী Sensitivity Index (of Share Price) শব্দকেইটাক সংক্ষেপে SENSEX বুলি

লিখা আৰু কোৱা হয়। ছেনছেক্স বুলিলে সাধাৰণতে বি এছ ই ছেনছেক্সকে (BSE SENSEX) বুজা যায়। ই হ'ল বম্বে ষ্টক এক্সচেঞ্জ ছেনছিটিভি ইনডেক্স'ৰ (Bombay Stock Exchange Sensitivity Index) এক সংক্ষেপ্তিকৰণ। বম্বে ষ্টক এক্সচেঞ্জৰ (বি এছ ই) জৰিয়তে ব্যৱসায় কৰা বিভিন্ন ক্ষেত্ৰৰ ৩০টা আটাইতকৈ বৃহৎ আৰু সক্ৰিয় প্ৰতিষ্ঠানৰ ষ্টকৰ বাণিজ্যিক উত্থান-পতনৰ জৰিয়তে মূল্য-ভৰযুক্ত এই সূচাংক বা ইনডেক্স নিৰূপিত হয়। এনেধৰণৰ বৃহৎ আৰু সক্ৰিয় ষ্টকক লৈ ছেনছেক্স নিৰূপণ কৰা কাৰ্যৰ আৰম্ভণি হৈছিল ১৯৮৬ চনৰ ১ জানুৱাৰীত। ১৯৭৯ চনৰ ১ এপ্ৰিলত এই সূচাংকৰ আধাৰ মূল্য ১০০ বুলি ধৰি লৈ ছেনছেক্সৰ গণনা কৰা হয়।

বজাৰৰ সামগ্ৰিক ৰূপ নিৰ্দেশ কৰিব পৰাকৈ পৰিৱৰ্তিত সময় আৰু পৰিস্থিতিত কোন কোন প্ৰতিষ্ঠানক এই ছেনছেক্স নিৰ্ধাৰণৰ আওতাৰ ভিতৰলৈ নতুনকৈ অনা হ'ব আৰু কাক বাদ দিয়া যাব, বি এছ ই কৰ্তৃপক্ষই অনিয়মীয়া সময় ব্যৱধানত সেই সিদ্ধান্ত গ্ৰহণ কৰে। এই সিদ্ধান্ত লওতে প্ৰতিষ্ঠানটোৰ মুঠ শ্বেয়াৰ কিমান আছে, সেই কথাতকৈ তেওঁলোকৰ কিমান শ্বেয়াৰ মুক্ত বাণিজ্যৰ বাবে এৰি দিয়া হৈছে, তাকহে বেছি গুৰুত্ব দিয়া হয়। ১৯৯০ চনৰ জুনৰ তুলনাত এতিয়ালৈকে এই সূচাংকৰ মান দহ গুণৰো বেছি বৃদ্ধি পাইছে।

২০০৯ চনৰ ১২ জানুৱাৰীত নিম্নোক্ত প্ৰতিষ্ঠানসমূহৰ ষ্টকক ছেনছেক্স নিৰূপণৰ আওতাৰ ভিতৰত ৰখা হৈছে। এ চি চি, ভাৰত হেভি ইলেকট্ৰিকেল লিমিটেড, ভাৰতী এয়াৰটেল, ডি এল এফ, গ্ৰাছিম ইণ্ডাষ্ট্ৰিজ, এইচ ডি এফ চি ফাইনেন্স, এইচ ডি এফ চি বেংক, হিৰোহোণ্ডা লিমিটেড, হিন্দালকো ইণ্ড্ৰাষ্ট্ৰিজ লিমিটেড, হিন্দুস্তান লিভাৰ লিমিটেড, আই চি আই চি আই বেংক লিমিটেড, ইনফোছিছ, আই টি চি লিমিটেড, জয়প্ৰকাশ এছোচিয়েটছ, লাৰ্ছেন এণ্ড টাৰ্বো, মাহিন্দ্ৰ এণ্ড মাহিন্দ্ৰ লিমিটেড, মাৰুতি উদ্যোগ, এন টি পি চি, অ' এন জি চি, ৰিলায়েন্স কমিউনিকেছনছ, ৰিলায়েন্স ইণ্ডাষ্ট্ৰিজ, ৰিলায়েন্স ইনফ্ৰাষ্ট্ৰাকছাৰ, ষ্টেট বেংক অব্ ইণ্ডিয়া, ষ্টাৰলাইন ইণ্ডাষ্ট্ৰিজ, ছান ফাৰ্মাচিউটিকেল, টাটা কনছালটেন্সী ছাৰ্ভিচ, টাটা মটৰছ, টাটা পাৱাৰ, টাটা ষ্টীল আৰু উইপ্ৰো। বিভিন্ন ক্ষেত্ৰৰ পৰা এই প্ৰতিষ্ঠানসমূহক বাচনি কৰা হৈছে, যাতে বজাৰৰ এক সঠিক ৰূপ ছেনছেক্সৰ পৰা পাব পৰা যায়।

## ছেফোলজী

বিজ্ঞানসন্মতভাৱে নিৰ্বাচনৰ আগেয়ে ফলাফল বিশ্লেষণ কৰা পদ্ধতি। বহুতৰ মতে ই ৰাশি বিজ্ঞানৰ এটা শাখাহে মাথোন। ১৯৪৮ চনৰ পৰাই ছেফোলজী এক পৃথক বিজ্ঞান হিচাপে বহুলভাৱে চৰ্চিত হৈ আহিছে। যোৱা কেইবাটাও সাধাৰণ নিৰ্বাচনত গণ মাধ্যমবোৰলৈ (টেলিভিছন, বাতৰিকাকত আদি) মন কৰিলেই দেখা যায় ছেফোলজীয়ে দৃঢ়ভাৱে কিদৰে আমাৰ দেশত খোপনি পুতিছে। উদাহৰণস্বৰূপে ২০০৯ চনৰ সাধাৰণ নিৰ্বাচনৰ কথাকে ক'ব পাৰি। এই নিৰ্বাচনত বাতৰিকাকত আৰু টেলিভিছনৰ বিভিন্ন চেনেলবোৰে বিশেষজ্ঞসকলৰ হতুৱাই প্ৰাক্-নিৰ্বাচনী বিশ্লেষণ (কোন ৰাজনৈতিক দলে কিমান আসন পাব, কোনে চৰকাৰ গঠন কৰিব আদি) আগবঢ়াইছিল।

## ছেভৰেছ চুক্তি *Treaty of Severs*

প্ৰথম মহাসমৰৰ পাছত ১৯২০ চনৰ ১০ আগষ্টত মিত্ৰপক্ষ আৰু তুৰস্কৰ মাজত স্বাক্ষৰিত এক চুক্তি। এই চুক্তিত তুৰস্কৰ ওপৰত কিছুমান বাধা-নিষেধ আৰোপ কৰা হয়। তুৰস্কৰ

ৰিপাব্লিকান আন্দোলনে এই চৰ্তসমূহ প্ৰত্যাখান কৰে আৰু পাছত ১৯২৩ চনত লাউছেন চুক্তিৰ (Treaty of Lausanne) যোগেদি কিছু সংশোধনী অনা হয়।

## ছোনাৰ *SONAR*

আপতিত আৰু প্ৰতিফলিত শব্দ তৰংগৰ সহায়ত পানীত ওপঙি থকা বা ডুব গৈ থকা বস্তুৰ চিনাক্তকৰণ তথা দূৰত্ব নিৰ্ণয়ৰ পদ্ধতি। ইংৰাজী **Sound, Navigation and Ranging** শব্দকেইটাক সংক্ষেপে SONAR বুলি লিখা আৰু কোৱা হয়। অতীজৰে পৰা বহু জন্তু তথা চৰায়ে সিহঁতৰ বাটত থকা বাধা ধৰা পেলাবলৈ বা পাৰস্পৰিক যোগাযোগৰ বাবে শব্দ তৰংগক ব্যৱহাৰ কৰি আহিছে। অৱশ্যে পানীৰ তলৰ বস্তুৰ বিষয়ে জানিবৰ বাবে মানুহে শব্দ তৰংগ ব্যৱহাৰ কৰা বৰ বেছি বছৰ হোৱা নাই। আধুনিক ছোনাৰ পদ্ধতি আৱিষ্কাৰ হয় কুৰি শতিকাৰ প্ৰথম দুটা দশকত। প্ৰথম পৰ্যায়ৰ ছোনাৰ কৌশলবোৰেৰে কেৱল শুনিব পৰাহে গৈছিল। পাছত অৱশ্যে শব্দ সংকেত প্ৰেৰণ আৰু গ্ৰহণ উভয় প্ৰকাৰৰ কাম কৰিব পৰা ছোনাৰ কৌশল আৱিষ্কৃত হয়। এতিয়া বিভিন্ন প্ৰকাৰৰ ছোনাৰ কৌশল বিকশিত হৈ উঠিছে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল, গভীৰতা মাপক ছোনাৰ, দ্ৰুত স্কেনিং ছোনাৰ, ছাইড-স্কেন ছোনাৰ আৰু WPESS (Within-Palse-Electronic-Sector-Scanning) ছোনাৰ। সাগৰত ছাবমেৰিন বা মাইন ধৰা পেলোৱা, গভীৰতা নিৰ্ণয়, বাণিজ্যিকভাৱে মাছ মৰা, সুৰক্ষিত ডাইভিং, সাগৰৰ মাজত যোগাযোগ আদি বিভিন্ন উদ্দেশ্যত ছোনাৰ পদ্ধতি ব্যৱহাৰ কৰা হয়।

## ছোপ অপেৰা *Soap Opera*

ৰেডিঅ' বা টেলিভিছনত সম্প্ৰচাৰিত কিছুমান চৰিত্ৰক লৈ নিৰ্মিত উপভোগ্য আৰু কেতিয়াবা কেতিয়াবা কিছু বেছি আৱেগিক অনুষ্ঠান বা ধাৰাবাহিক। এই চৰিত্ৰবোৰৰ সাংসাৰিক জীৱন আৰু আৱেগ-অনুভূতিয়েই ছোপ অপেৰাৰ ঘাই উপজীব্য। এনে ধাৰাবাহিকৰ পৰিকল্পনা আৰু প্ৰৱৰ্তন আৰম্ভ হৈছিল আমেৰিকা আৰু ইংলেণ্ডত। আৰম্ভণিৰ কালছোৱাত কেতবোৰ চাবোন (soap) কোম্পানী এই অনুষ্ঠানবোৰৰ প্ৰযোজক আছিল। সেয়ে ইয়াৰ নাম ছোপ অপেৰা। কোনো কোনোৰ মতে এই অনুষ্ঠান বা ধাৰাবাহিকবোৰ চাবোনৰ ফেনৰ দৰে বাঢ়ি গৈ (দীঘল হৈ) থাকে, সেয়েহে ইয়াৰ নাম ছোপ অপেৰা।

## ছোমেৰ যুদ্ধ *Battle of the Somme*

প্ৰথম মহাসমৰৰ সময়ত উত্তৰ ফ্ৰান্সৰ ছোমে নদীৰ উত্তৰত প্ৰায় ৩২ কিলোমিটাৰ দীঘল সীমান্ত বা ফ্ৰণ্টত হোৱা যুদ্ধ (১ জুলাই-১৮ নৱেম্বৰ, ১৯১৬)। ইতিহাসৰ ৰক্তক্ষয়ী যুদ্ধবোৰৰ ভিতৰত ছোমেৰ যুদ্ধ অন্যতম। জাৰ্মানী আৰু মিত্ৰপক্ষৰ মাজত হোৱা এই যুদ্ধত ১০ লাখৰো অধিক লোকৰ মৃত্যু হয় যদিও মিত্ৰপক্ষই মাত্ৰ ১৬ কিলোমিটাৰ অঞ্চলহে অধিকাৰ কৰিব পাৰে।

## ছোৱাইন ফ্লু *Swine Flu*

ভাইৰাছজনিত সংক্ৰামক ৰোগবিশেষ। সাধাৰণতে গাহৰিৰ পৰা এই ৰোগ বিয়পে। 'টাইপ এ ইনফ্লুৱেঞ্জা ভাইৰাছ' নামৰ এবিধ ভাইৰাছে এই ৰোগ সৃষ্টি কৰে। নিচেই ক্ষুদ্ৰ ব্যাসৰ এই ভাইৰাছবিধ 'অৰ্থমাইক্সোভাইৰাইডী' (Orthomyxovindae) নামৰ এক ভাইৰাছ পৰিয়ালৰ অন্তৰ্গত। এই ভাইৰাছবিধৰ চাৰিটা মূল উপ-বিভাগ আছে। সেইকেইটা হ'ল এইচ ৱান এন ৱান

(H1N1), এইচ ৱান এন টু (H1N2), এইচ থ্ৰী এন টু (H3N2) আৰু এইচ ৱান এন ছেভেন (H1N7)। ইয়াৰ ভিতৰত H1N1 ভাইৰাছবিধহে বেছি কাৰ্যকৰী হৈ উঠিছে। 'টাইপ এ H1N1' ভাইৰাছে প্ৰধানকৈ পূৰ্ণবয়স্ক ডেকা গাহৰিক আক্ৰান্ত কৰে। জলচৰ চৰাইবোৰ এইবিধ ভাইৰাছৰ মূল বাহক। সেইবোৰেই এই ভাইৰাছবোৰ গাহৰিলৈ সংক্ৰমণ ঘটাব পাৰে। মানুহৰ 'ইনফ্লুৱেঞ্জা এ' ভাইৰাছৰ লগতে ছোৱাইন আৰু পক্ষীৰ এক ধৰণৰ ভাইৰাছৰ দ্বাৰাও আক্ৰান্ত হ'ব পাৰে। গাহৰিৰ ফ্লুৰ ভাইৰাছ, চৰাইৰ ফ্লুৰ ভাইৰাছ আৰু মানুহৰ ফ্লুৰ ভাইৰাছৰ সংমিশ্ৰণত আৰু জিনীয় পৰিৱৰ্তন তথা উৎপৰিৱৰ্তন হৈ গাহৰিৰ দেহত এক নতুন বিধৰ ভাইৰাছ গঠন হয় আৰু ই সৃষ্টি কৰে এক নতুন ধৰণৰ ছোৱাইন ফ্লু ৰোগৰ, যি সহজতে এজন মানুহৰ দেহৰ পৰা আন মানুহৰ দেহলৈ সংক্ৰমিত হ'ব পাৰে।

ছোৱাইন ফ্লুত আক্ৰান্ত এজন লোকৰ পৰা ওচৰ-পাঁজৰত থকা আন লোকলৈ ছোৱাইন ফ্লুৰ ভাইৰাছ যাব পাৰে বা আক্ৰান্ত লোকজনে ব্যৱহাৰ কৰা, স্পৰ্শ কৰা কোনো বস্তু চুই সেই হাতেৰে যদি নাক, চকু বা মুখ স্পৰ্শ কৰা যায়, তেন্তে এনে ভাইৰাছৰ সংক্ৰমণ হ'ব পাৰে। আক্ৰান্ত লোকে মুখ আৰু নাক ঢাকি নৰখাকৈ কাহিলে বা হাঁচিয়ালে এনে ভাইৰাছ বায়ুলৈ যাব পাৰে আৰু সহজতে আন নিৰোগী লোকক আক্ৰান্ত কৰিব পাৰে।

ছোৱাইন ফ্লুৰ লক্ষণবোৰ হ'ল জ্বৰ, কাহ, ডিঙিৰ পোৰণি, মূৰৰ বিষ, গাৰ বিষ, ঠাণ্ডা লগা আৰু ভাগৰ লগা। কিছুমান ৰোগীৰ ডায়েৰীয়া আৰু বমিও হ'ব পাৰে। লক্ষণৰ ফালৰ পৰা ই সাধাৰণ ফ্লু নে ছোৱাইন ফ্লু, সেয়া সহজতে জানিব পৰা নাযায়। লেবৰেটৰী পৰীক্ষাৰ দ্বাৰাহে ছোৱাইন ফ্লুক চিনাক্ত কৰাটো সম্ভৱ। কিন্তু এইক্ষেত্ৰত দেৰি কৰিলে বিপদ আছে। কাৰণ সাধাৰণ ফ্লু বুলি ভাবি তাৰ চিকিৎসা কৰি থাকিলে লক্ষণসমূহ কমক চাৰি বাঢ়িহে যাব পাৰে আৰু সাংঘাতিক বিপদ ঘটাব পাৰে। ছোৱাইন ফ্লুৰ ক্ষেত্ৰত কেতিয়াবা সাধাৰণ দৰবে কাম কৰিলেও বহুক্ষেত্ৰত তেনে দৰবে কাম নকৰে আৰু বিশেষ তথা সহজে নোপোৱা দৰবৰ প্ৰয়োজন হৈ পৰে।

ছোৱাইন ফ্লুৰ প্ৰতিৰোধৰ ক্ষেত্ৰত বহলভাৱে তিনিটা ব্যৱস্থা ল'ব পৰা যায়। প্ৰথমটো হৈছে ভাইৰাছবিধক গাহৰিৰ দেহত প্ৰৱেশ কৰিবলৈ নিদিয়া, দ্বিতীয়টো হ'ল আক্ৰান্ত গাহৰিৰ পৰা মানুহলৈ যাতে এই সংক্ৰমণ নহয়, তাৰ ব্যৱস্থা লোৱা আৰু তৃতীয়টো হ'ল মানুহৰ পৰা মানুহলৈ সংক্ৰমণ নোহোৱাৰ ব্যৱস্থা লোৱা।

ছোৱাইন ফ্লুক দূৰতে ৰখাৰ ক্ষেত্ৰত চিকিৎসা বিজ্ঞানীসকলে দুটামান সহজ পৰামৰ্শ দিছে। ছোৱাইন ফ্লুৰ ভাইৰাছ সাধাৰণতে হাতৰ যোগেদি চকু, নাক, মুখৰ জৰিয়তে দেহৰ ভিতৰলৈ প্ৰৱেশ কৰিব পাৰে। গতিকে সঘনাই চাবোনেৰে হাত ধুই থাকিলে সহজে ভাইৰাছ দেহৰ ভিতৰত প্ৰৱেশ কৰিব নোৱাৰে। মুখ-বান্ধনি ব্যৱহাৰ কৰিলে আৰু ভাল।

# জ

**জগন্নাথদেৱ** *Juggernaut*

উৰিষ্যাৰ পুৰীত ৰথযাত্ৰা কৰি লৈ ফুৰা জগন্নাথৰ মূৰ্তি। এতিয়া এক বৃহৎ, ক্ষমতাপন্ন আৰু প্ৰচণ্ড শক্তিসম্পন্ন বল বা প্ৰতিষ্ঠানক বুজাবলৈ এই শব্দটো ব্যৱহাৰ কৰা হয়।

**জগমোহন**

মঠ-মন্দিৰৰ প্ৰৱেশ পথত মন্দিৰৰ গাতে লগাই সজা সৰু মন্দিৰ। সাধাৰণতে উৎকলীয় নিৰ্মাণ শৈলীৰ মন্দিৰৰ ক্ষেত্ৰত জগমোহন শব্দটো বহুল প্ৰচলিত।

**জণ্ডিচ** *Jaundice*

তেজত থকা বিলিৰুবিন নামৰ কণিকাৰ পৰিমাণ বৃদ্ধি পাই চকু, ছাল আৰু শ্লেষ্মা আৱৰণ হালধীয়া হোৱা অৱস্থা। জণ্ডিচ নিৰ্দিষ্ট এটা ৰোগৰ নাম নহয়। ই এটা ৰোগৰ লক্ষণহে। জণ্ডিচ হোৱা অৱস্থাত বিলিৰুবিন প্ৰস্ৰাৱত ওলাই প্ৰস্ৰাৱৰ ৰং হালধীয়া কৰে। জণ্ডিচৰ বিভিন্ন কাৰণৰ ভিতৰত যকৃতজনিত কাৰণেই প্ৰধান। ভাইৰেল হেপাটাইটিছ, অত্যধিক মদ্যপান, যকৃতৰ টিউমাৰ আদিত সঘনাই জণ্ডিচ হোৱা দেখা যায়। কেতিয়াবা জণ্ডিচ কিছুমান ঔষধৰ কুপ্ৰভাৱৰ ফলস্বৰূপে নাইবা বিষাক্ত দ্ৰব্য শৰীৰত সোমোৱাৰ বাবেও হ'ব পাৰে।

**জনমূৰি আয়** *Per Capita Income*

কোনো জনসমষ্টি, দেশ বা ৰাজ্যৰ প্ৰতিজন লোকৰ বাৰ্ষিক আয়ৰ পৰিমাণ। কোনো এক জনসমষ্টিৰ সামূহিক আয়ক সেই জন সমষ্টিৰ জনসংখ্যাৰে হৰণ কৰিলে জনমূৰি আয় পোৱা যায়। ২০০৫-০৬ চনৰ পৰিসংখ্যা অনুসৰি অসমৰ জনমূৰি আয় ১৮,৫১৮ টকা।

**জনসংখ্যা বিজ্ঞান** *Demography*

কোনো দেশ বা অঞ্চলৰ অধিবাসীৰ পৰিমাণ, গঠন, বিকাশ, জন্ম-মৃত্যুৰ হাৰ, জনসংখ্যা বৃদ্ধি আদি সম্পৰ্কত পৰিসাংখ্যিক অধ্যয়ন কৰা বিজ্ঞানৰ এটা শাখা।

**জলগতি বিজ্ঞান** *Hydraulies/Hydrodynamies*

গতি কৰি থকা তৰলৰ বল, শক্তি আৰু চাপৰ গাণিতিক অধ্যয়ন কৰা বল বিজ্ঞানৰ শাখাবিশেষ।

**জলচিকিৎসা** *Hydrotherapy*

পানীৰ সহায়ত কৰা ৰোগ চিকিৎসা। বিজ্ঞানীসকলৰ মতে মানসিক অশান্তি, উদ্বিগ্নতা, খং, চিন্তা আদিৰ ফলত হোৱা ৰোগসমূহৰ নিৰাময়ৰ বাবে জল চিকিৎসা এক উত্তম চিকিৎসা। এই চিকিৎসা পদ্ধতি মতে, গৰম পানীৰে স্নান কৰিলে শৰীৰটোৱে আৰাম পায়। তাৰ উপৰি পেশীৰ টান খোৱা, গাৰ বিষ, জড়তা, নিদ্ৰাহীনতা আদি নোহোৱা হয়। গৰম পানীৰ ভাপে ছালৰ নোম ছিদ্ৰবোৰ মুকলি কৰি সেইবোৰ পৰিষ্কাৰ কৰে। সেইদৰে চেঁচা পানীৰ স্নানে দেহ-মন সতেজ কৰে, এলাহ দূৰ কৰে, তন্দ্ৰা আঁতৰাই দিয়ে আৰু কৰ্মক্ষমতা বৃদ্ধি কৰে। অন্যান্য ৰোগ চিকিৎসাৰ দৰে জলচিকিৎসাতো কেতবোৰ নিৰ্দিষ্ট নীতি-নিয়ম অৱলম্বন কৰা হয়।

**জলজ উদ্ভিদ উৎপাদন তত্ত্ব** *Hydroponics*

মাটি নোহোৱাকৈ উদ্ভিদ আৰু কৃষি শস্য গজোৱাৰ এক পদ্ধতি। পানীত প্ৰয়োজনীয় পোষক দ্ৰব্য মিহলি কৰি এনে উদ্ভিদৰ বৃদ্ধি হ'বলৈ দিয়া হয়।

**জলবায়ু বিজ্ঞান** *Climatology*
দীৰ্ঘ সময় কোনো স্থানৰ জলবায়ুৰ গড় অৱস্থাৰ চৰ্চা কৰা বিজ্ঞানৰ এক শাখা। তাপমাত্ৰা, উষ্ণতা আৰু শীত, আৰ্দ্ৰতা আদিৰ গড় হিচাপ, প্ৰাকৃতিক পৰিমণ্ডলৰ ওপৰত এইবোৰৰ ক্ৰিয়া, প্ৰভাৱ আদি জলবায়ু বিজ্ঞানৰ অন্তৰ্গত। পৃথিৱীৰ বিভিন্ন অংশত বহু শত বছৰ ধৰি জলবায়ু আৰু প্ৰাকৃতিক পৰিৱেশৰ যিবোৰ পৰিৱৰ্তন হৈছে সেইবোৰো জলবায়ু বিজ্ঞানৰ অন্তৰ্ভুক্ত।

**জলবিদ্যুৎ শক্তি** *Hydroelectric Power*
তীব্ৰ গতিসম্পন্ন পানীৰ সোঁতত যথেষ্ট পৰিমাণে শক্তি (গতিশক্তি) নিহিত হৈ থাকে। এই শক্তিক যেতিয়া বিদ্যুৎ শক্তিলৈ ৰূপান্তৰিত কৰা হয়, তেতিয়া তাকে জলবিদ্যুৎ শক্তি বোলে।

জলবিদ্যুৎ শক্তিকেন্দ্ৰত নিয়ন্ত্ৰিতভাৱে বিদ্যুৎ উৎপাদন কৰিবৰ বাবে ওপৰত এটা ডাঙৰ বান্ধ সাজি নদীৰ (বা আন উৎসৰ) পানী তাত জমা কৰা হয়। নলীৰ সহায়েৰে এই বেছি উচ্চতাবিশিষ্ট পানী তীব্ৰ গতিৰে তললৈ পঠিয়াই দিয়া হয়। পানী পৰা স্থানত থাকে এটা টাৰবাইন। পানীৰ সোঁতে টাৰবাইনটো জোৰেৰে ঘূৰাবলৈ ধৰে। তেতিয়া টাৰ্বাইনৰ লগত সংযুক্ত জেনেৰেটৰৰ নিৰ্দিষ্ট যন্ত্ৰাংশ (ৰটৰ) ঘূৰিবলৈ ধৰে আৰু বিদ্যুৎ উৎপাদন হয়। পৰিবাহীৰ সহায়েৰে এই জলবিদ্যুৎ শক্তি দূৰলৈ প্ৰেৰণ কৰা হয়।

ইন্ধনৰ কোনো প্ৰয়োজন নাই বাবে জলবিদ্যুৎ শক্তিৰ উৎপাদন-মূল্য যথেষ্ট কম।

**জলাতংক** *Hydrophobia*
বলিয়া কুকুৰ, শিয়াল আদিয়ে কামোৰা মানুহৰ পানী দেখিলে ভয় খোৱা আৰু পানী খাব নোৱাৰা হোৱা ৰোগ। এই ৰোগত মূৰৰ বিষ, অৱসাদ, উত্তেজনা, স্নায়বিক অস্থিৰতা, ডিঙিৰ সংকোচন আদি লক্ষণে দেখা দিয়ে। এসময়ত এইবোৰ লক্ষণ ইমান বেছি হয়গৈ যে সামান্য পানী এটোপা খাবলৈও ৰোগী আতংকিত হয়। এই অৱস্থাত ৰোগীৰ মৃত্যু অনিবাৰ্য। সেয়েহে এই ৰোগৰ নাম দিয়া হৈছে জলাতংক (*Hydrophobia*; গ্ৰীক শব্দ *Hydro* মানে পানী আৰু *phobos* মানে আতংক)। জলাতংক ৰোগৰ তেনে কোনো চিকিৎসা নাই। যথাসময়ত প্ৰতিষেধক ছিটা ল'লে জলাতংকৰ আশংকা কমে। ১৮৮৫ চনত বিজ্ঞানী লুই পেষ্টিউৰে (Louis Pasteur, ১৮২২-১৮৯৫) জলাতংক ৰোগৰ কাৰণ আৰু তাৰ প্ৰতিষেধক ছিটা আৱিষ্কাৰ কৰে।

**জলাশয় বিজ্ঞান** *Hydrography*
পৃথিৱীৰ জলৰাশিৰ জোখ-মাখ সম্বন্ধীয় তথ্যবোৰ অধ্যয়ন কৰা বিজ্ঞানৰ এক শাখা। এইক্ষেত্ৰত নাও-জাহাজ সেই জলাশয়ৰে চলাচল কৰাৰ সুবিধাক বিশেষ গুৰুত্ব দিয়া হয়।

**জড়োপাসনা** *Idolatry*
কোনো মূৰ্তিক ভগৱান বুলি ভাবি পূজা কৰা। হিন্দু ধৰ্মত জড়োপাসনাৰ ব্যাপক প্ৰচলন আছে। আনহাতে, খ্ৰীষ্টান আৰু ইছলাম ধৰ্মত এনে পূজা নিষেধ।

## জয়ষ্টিক *Joystick*

কোনো কোনো, কম্পিউটাৰত গেম খেলিবলৈ বা কম্পিউটাৰৰ সহায়ত আন কাম কৰিব'ল ব্যৱহাৰ কৰা বহুমুখী দিশসূচক এক সঁজুলি। আজিকালি বহু মোবাইল ফোনতো জয়ষ্টিক থাকে।

## জাইগোট *Zygote*

পুং আৰু স্ত্ৰী জনন কোষৰ মিলনৰ ফলত উৎপন্ন হোৱা কোষ; যোজন কোষ। মানুহৰ দেহ লাখ লাখ কোষেৰে গঠিত। এই সকলো কোষৰ সৃষ্টি হৈছে জীৱনৰ আৰম্ভণিতে এটা মাত্ৰ কোষেৰে। মাতৃৰ শৰীৰৰ এক বিশেষ ধৰণৰ কোষ আছে। ইয়াৰে নাম ডিম্বাণু। ইয়াৰে লগত পিতৃৰ শৰীৰৰ এটি বিশেষ কোষ শুক্ৰাণু মিলি প্ৰথম কোষটো তৈয়াৰ হয়। এই কোষটোৰে নাম জাইগোট। এই দুই কোষৰ মিলনক নিষেচন (fertilization) বোলা হয়।

## জাজ *Jazz*

কুৰি শতিকাৰ প্ৰথম ভাগত সৃষ্টি হোৱা এক বিশেষ প্ৰকাৰৰ সংগীত-শৈলী। কৃষ্ণাংগ আমেৰিকান সংগীতজ্ঞসকলে জাজ সংগীতৰ সৃষ্টি কৰিছিল। বিভিন্ন শৈলীৰ জৰিয়তে ই অচিৰেই জনপ্ৰিয়তা অৰ্জন কৰে। দুটা বিশেষত্বই জাজ সংগীতক, সংগীতৰ আন ৰূপৰ পৰা পৃথক কৰি তুলিছে। প্ৰথমটো হ'ল এক বিশেষ সুৰক আধাৰ হিচাপে ৰাখি সুৰৰ বিস্তাৰ। ইয়াক ইম্প্ৰভাইজেছন (Improvisation) বুলি জনা যায়। আনটো হ'ল তাল আৰু লয়ৰ এক নিৰ্দিষ্ট শৈলী। ইয়াক ছুইং (swing) বুলি কোৱা হয়। অৱশ্যে মহান জাজ-শিল্পীসকলে জাজ-সংগীতক নিজস্ব ধৰণৰ কিছুমান বিশেষত্বও প্ৰদান কৰিছে। যুগৰ পৰিবৰ্তন, মানুহৰ ৰুচিৰ পৰিবৰ্তন, অত্যাধুনিক প্ৰযুক্তিৰ লগত খাপ খুৱাই জাজ সংগীতৰ ধাৰাৰো বহু পৰিবৰ্তন কৰা হৈছে বাবেই বোধকৰোঁ এতিয়াও জাজ সংগীতৰ জনপ্ৰিয়তা কমা নাই।

## জাতীয়তাবাদ *Nationalism*

অভিধানৰ মতে জাতীয়তাবাদৰ অৰ্থ হ'ল নিজৰ জাতিৰ প্ৰতি গভীৰ প্ৰেম। কোনো এক ভূখণ্ডৰ বা অঞ্চলৰ এদল মানুহৰ মনত যদি এনে বোধ জাগি উঠে যে তেওঁলোক সকলো একেই জাতিৰ অন্তৰ্ভুক্ত আৰু তেওঁলোক ইজনে সিজনৰ সুখ-দুখ, উন্নতি-অৱনতিৰ লগত গভীৰভাৱে সম্পৰ্কিত, তেতিয়া ক'ব পাৰি এই লোকসকল জাতীয়তা বোধেৰে উদ্বুদ্ধ। জাতীয়তাবাদৰ বৈশিষ্ট্য আৰু লক্ষণ হ'ল ভৌগোলিক ঐক্য, ভাষাগত আৰু ধৰ্মীয় ঐক্য, ঐতিহাসিক ঐতিহ্যৰ অভিন্নতা আৰু জাতি-কুলগত ঐক্য। এইবোৰ জাতীয়তাবাদৰ উৎসও। আজি আমি যাক জাতীয়তাবাদ বুলি কওঁ, সেয়া বহুলাংশে এক ধৰণৰ ঐক্য-অনুভূতিৰ ফল। অৱশ্যে উল্লিখিত লক্ষণবোৰৰ প্ৰত্যেকটোৱেই বা সকলোৱেই যে জাতীয়তাবাদৰ বাবে অপৰিহাৰ্য তেনে নহয়। ভাষাৰ ভিন্নতা ভাৰতীয় জাতীয়তাবাদ বা জাতীয়তাবোধৰ অন্তৰায় হোৱা নাই। উত্তৰ ভাৰতৰ আৰু দক্ষিণ ভাৰতৰ মানুহৰ মাজত জাতি-কুলগত (ethnic) পাৰ্থক্য আছে। জাতীয়তাবাদৰ বাবে ধৰ্মীয় ঐক্যও অপৰিহাৰ্য নহয়। অৱশ্যে প্ৰত্যেকটোৰে কিছু ভূমিকা নিশ্চয় আছে।

জাতীয়তাবাদে কোনো কোনো ক্ষেত্ৰত উগ্ৰ আৰু আগ্ৰাসী ৰূপ ধাৰণ কৰে। জাতি-কুল গৰ্ববোধেৰে (ethnocentricity) উদ্বুদ্ধসকলে নিজ জাতিৰ শ্ৰেষ্ঠত্বক লৈ গৌৰৱবোধ কৰাৰ লগতে আন জাতিৰ প্ৰতি বৈৰী ভাব পোষণ কৰে। এনে উগ্ৰ জাতীয়তাবাদে পৃথিৱীত বহু যুদ্ধ আৰু সংঘাতৰ সূচনা কৰিছে। সেয়ে বহু সমাজ বিজ্ঞানীয়ে জাতীয়তাবাদৰ প্ৰতি কটাক্ষ কৰি আন্তৰ্জাতিকতাবাদৰ পোষকতা কৰিছে। বহু সমাজ বিজ্ঞানীৰ মতে উদাৰ জাতীয়তাবাদৰ লগত আন্তৰ্জাতিকতাবাদৰ কোনো বিৰোধ নাই।

(আন এখন দেশৰদ্বাৰা শাসিত কোনো এখন দেশত) ৰাজনৈতিক, অৰ্থনৈতিক আদি স্বাধীনতাৰ বাবে হোৱা আন্দোলনকো জাতীয়তাবাদ বুলি কোৱা হয়।

### জাতীয় ৰাষ্ট্ৰ *Nation State*
এখন জাতীয় চৰকাৰৰ অধীনস্থ অখণ্ড সাৰ্বভৌম ৰাষ্ট্ৰ। এই ধাৰণাৰ দুটা দিশ ঃ ৰাজনৈতিক আৰু ভৌগোলিক। ৰাজনৈতিক স্বাধীনতা তথা সাৰ্বভৌমত্ব আৰু ভৌগোলিক অখণ্ডতা তথা সংহতি। জাতীয় ৰাষ্ট্ৰ বিশ্বৰ আন সকলো ৰাষ্ট্ৰৰ লগত স্বাধীন আৰু সাৰ্বভৌম।

### জানাডু *Xanadu*
মাৰ্কিন সমাজতত্ত্ববিদ, দাৰ্শনিক আৰু তথ্য-প্ৰযুক্তিৰ বাটকটীয়া থিঅ'ডৰ হোম নেলছনে (Theodor Holm Nelson, জ. ১৯৩৭) জন্ম দিয়া এক ধাৰণা বা আঁচনি। এই আঁচনিৰে সমগ্ৰ বিশ্বৰ পুথিভঁৰালৰ সংগ্ৰহ আৰু লগতে তথ্যসমূহো এক একক ডিজিটেল পদ্ধতিত জমা কৰি ৰাখিব বিচৰা হৈছিল। কুৰি শতিকাৰ সত্তৰৰ দশকত যেতিয়া এই ধাৰণাৰ সৃষ্টি হৈছিল, তেতিয়া ইয়াক বহুতে একপ্ৰকাৰ অসম্ভৱ বুলিয়েই কৈছিল। কিন্তু ইণ্টাৰনেটৰ আগমনৰ পাছত এই কাম আংশিকভাৱে হ'লেও সমাধা হৈছে।

### জাৰগন *Jargon*
কোনো বিশেষ বৃত্তিৰ লোকে সঘনে ব্যৱহাৰ কৰা কাৰিকৰী শব্দযুক্ত ভাষা; কাৰিকৰী ভাষা। এনে ভাষা কোনো পেশা বা বৃত্তিত নিযুক্ত লোকসকলেই ব্যৱহাৰ কৰে আৰু সেই বৃত্তিৰ বাহিৰে আনৰ বাবে তেনে ভাষা বোধগম্য নহয়, অন্ততঃ তাৰ বিশেষ অৰ্থটো বোধগম্য নহয়। চলচ্চিত্ৰ উদ্যোগ, চিকিৎসক, সাংবাদিক, আইনজীৱীসকলৰ মাজত এনে কেতবোৰ কাৰিকৰী শব্দৰ ব্যৱহাৰ আছে, যিবোৰ শব্দৰ অৰ্থ সেই নিৰ্দিষ্ট বৃত্তিটোৰ বাহিৰত বেলেগ। এনে শব্দবোৰেই জাৰগন।

অত্যধিক শব্দালংকাৰ ব্যৱহাৰৰ ফলত দুৰ্বোধ্য বা অশোভন হৈ পৰা ভাষাৰ নামো জাৰগন।

### জাৰণ
*অক্সাইডেছন চাওক*

### জালিয়ানৱালাবাগৰ হত্যাকাণ্ড *Jallianwala Bagh Massacre*
পঞ্জাবৰ জালিয়ানৱালাবাগ উদ্যানত ১৯১৯ চনত ইংৰাজ সৈন্যৰ গুলীচালনা আৰু

হত্যাকাণ্ড। ভাৰতত ব্ৰিটিছ চৰকাৰে প্ৰৱৰ্তন কৰা কুখ্যাত ৰাওলাট আইনৰ প্ৰতিবাদ কৰিবলৈ ১৯১৯ চনৰ ১৩ এপ্ৰিলত জালিয়ানৱালাবাগত প্ৰায় ১০,০০০ নিৰস্ত্ৰ লোক সমৱেত হয়। চাৰিওফালে ওখ প্ৰাচীৰেৰে ঘেৰা উদ্যানৰ একমাত্ৰ সংকীৰ্ণ দুৱাৰৰ ওচৰত অৱস্থান কৰি জেনেৰেল আৰ ই এইচ ডায়াৰৰ নেতৃত্বত ৫০জনীয়া সৈনিকৰ এটা দলে এই সমৱেত নিৰস্ত্ৰ আৰু সম্পূৰ্ণ শান্ত জনতাৰ ওপৰত নিৰ্বিচাৰ গুলীচালনা কৰে। পূৰ্বে ঘোষণা কৰা নিষেধাজ্ঞা অমান্য কৰি উপৰিউক্ত সভাখন আহ্বান কৰাৰ অভিযোগত ডায়াৰে এই হত্যাকাণ্ড সংঘটিত কৰে। ১০-১৫ মিনিটৰ ভিতৰতে ১,৬৫০ জাঁই গুলী চলোৱা হয়। চৰকাৰী হিচাপ মতেই এই গুলীচালনাত ৩৭৯ লোক নিহত আৰু ১,২০০ লোক আহত হয়। পিছে বেচৰকাৰী এটা হিচাপ অনুযায়ী মৃতকৰ সংখ্যা এহাজাৰমান হ'ব। জেনেৰেল ডায়াৰে পাছত স্বীকাৰ কৰা মতে, তেওঁৰ ওচৰত যদি আৰু গুলী থাকিলেহেঁতেন গুলীচালনা অধিক হ'লহেঁতেন। উদ্যানখনৰ উত্তৰ প্ৰান্তত আছে এটা কুঁৱা। জেনেৰেল ডায়াৰৰ সৈন্যই চলোৱা অতৰ্কিত গুলীচালনাত প্ৰাণৰ ভয়ত সন্ত্ৰস্ত বহু লোক এই সুগভীৰ কুঁৱাটোত জঁপিয়াই পৰিছিল। পাছত এই কুঁৱাৰ পৰা ডেৰ শতাধিক মৃতদেহ উদ্ধাৰ হয়। একেদৰে আছে এখন বেৰ, য'ত সৈন্য বাহিনীৰ লক্ষ্যভ্ৰষ্ট গুলীয়ে ক্ষতৰ সৃষ্টি কৰিছিল। এই গুলীচালনাত মৃতকসকলৰ প্ৰতি শ্ৰদ্ধা জনাই পাছত ইয়াত শাশ্বত শিখা ৰূপী ৰঙা শিলৰ এক দৃষ্টিনন্দন ছাহিদ স্মাৰক নিৰ্মাণ কৰা হয়। বৰ্তমান এই স্থান পঞ্জাৱৰ অন্যতম পৰ্যটক আকৰ্ষণ স্থান।

## জিঅ' মেডিচিন *Geomedicine*

স্বাস্থ্যৰ ওপৰত জলবায়ু আৰু পৰিৱেশিক অৱস্থাই পেলোৱা নেতিবাচক প্ৰভাৱ আৰু তাৰ প্ৰতিকাৰ সম্পৰ্কে অধ্যয়ন কৰা চিকিৎসা বিজ্ঞানৰ এক শাখা।

## জি এম টি *GMT*

*গ্ৰীনউইচ মান সময় চাওক*

## জিজিয়া

মুছলমান শাসকসকলে অমুছলমানসকলৰ ওপৰত ধাৰ্য কৰা জনমূৰি ধৰ্মীয় কৰ। মধ্যপ্ৰাচ্যত মুছলমান শাসকসকলে ইহুদি আৰু খ্ৰীষ্টানসকলৰ পৰা এই কৰ আদায় কৰিছিল। ৭১২ খ্ৰীষ্টাব্দত আৰব নেতা মহম্মদ বিন কাছিমে ভাৰতৰ সিন্ধু প্ৰদেশ জয় কৰি তাত জিজিয়া কৰৰ প্ৰৱৰ্তন কৰে। ভাৰতত মুছলমান শাসন সম্প্ৰসাৰিত হোৱাৰ লগে লগে সমগ্ৰ ভাৰততে হিন্দুসকলৰ পৰা এই কৰ আদায় কৰাৰ প্ৰথা আৰম্ভ হয়। প্ৰথম অৱস্থাত ব্ৰাহ্মণসকলে এই কৰ দিব নালাগিছিল। কিন্তু টোগলক বংগীয় তৃতীয় চুলতান ফিৰোজ শ্বাহ টোগলকৰ শাসন কালত (১৩৫১-৮৮) ব্ৰাহ্মণসকলেও এই কৰ দিবলৈ বাধ্য হয়। ১৫০৪ চনত মোগল সম্ৰাট আকবৰে এই কৰ উঠাই দি হিন্দুসকলৰ শুভেচ্ছা-সমৰ্থন লাভ কৰে। কিন্তু পৰৱৰ্তী সম্ৰাট ঔৰংগজেবে ১৬৭৯ চনত পুনৰ এই কৰ প্ৰৱৰ্তন কৰাত হিন্দুসকলৰ মাজত ক্ষোভৰ সৃষ্টি হয়; ৰাজপুতসকলৰ লগত মোগলৰ দীৰ্ঘস্থায়ী সংঘৰ্ষৰ সূচনা হয়; মেৱাৰত এই কৰ আদায় বন্ধ হৈ যায়। ১৭১৩ চনত মোগল সম্ৰাট ফাৰুকচিয়াৰে এই কৰ প্ৰত্যাহাৰ কৰে যদিও ১৭১৭ চনত পুনৰ প্ৰৱৰ্তন কৰে। সম্ৰাট মহম্মদ শ্বাহৰ শাসনকালৰ (১৭১৯-৪৮) পৰা আইনতঃ এই কৰ

প্ৰথা থাকিলেও কাৰ্যতঃ কৰ আদায় বন্ধ হে যায়। এই কৰ প্ৰৱৰ্তন কৰাৰ ফলত হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মাজত বিভেদ-বিদ্বেষৰ সৃষ্টি হয়।

**জিন** *Gene*

জীৱকোষৰ ক্ৰমোজোমত থকা বংশগতিৰ লক্ষণসমূহ বহন কৰা এক একক (unit)। জিন, ক্ৰমোজোমত থকা ডি এন এৰে গঠিত। ই ক্ৰমোজোমৰ এক ক্ষুদ্ৰ অংশ অধিকাৰ কৰি থাকে। প্ৰত্যেকটো জিনৰে গঠন তথা কাম বেলেগ বেলেগ। কিছুমান জিনে বংশৰ লক্ষণসমূহ বহন কৰে। আন কিছুমানে উত্তৰাধিকাৰী সূত্ৰে পোৱা বেমাৰসমূহ বহন কৰে। জিন মানুহৰ বংশগত দোষ-গুণবোৰৰ বাৰ্তাবাহক। প্ৰত্যেক ব্যক্তিৰে গাৰ ছালৰ বৰণ, চকু বা নাকৰ গঠন, শকত বা ক্ষীণ হোৱাৰ প্ৰৱণতা, ৰোগৰ প্ৰৱণতা আদি সকলো জিনৰ ওপৰত নিৰ্ভৰ কৰে। মানুহৰ দেহত প্ৰায় ৩০,০০০ জিন আছে বুলি বিজ্ঞানীসকলে ঠাৱৰ কৰিছে।

**জিনছেং** *Ginseng*

জিনছেনোছাইড (Ginsenoside) নামৰ এক জৈৱিকভাৱে সক্ৰিয় পদাৰ্থ থকা এবিধ চীন দেশীয় গছৰ শিপা। এই শিপা সৰ্বৰোগহাৰক বুলি বিশ্বাস প্ৰচলিত। বহু হাজাৰ বছৰ ধৰি ই টনিক আৰু যৌন শক্তিবৰ্ধক পদাৰ্থ হিচাপে ব্যৱহৃত হৈ আহিছে।

**জিন বেংক** *Gene Bank*

কোনো আপুৰুগীয়া বীজ বা জিনীয় দ্ৰব্য সু-সংৰক্ষিত কৰি ৰখা এক স্থান। উদ্ভিদৰ কাণ্ডমূল, ৰেণু, বেক্টেৰিয়া বা ইষ্টৰ কালচাৰ (culture) কৰা ৰূপ, জীৱিত উদ্ভিদ আৰু প্ৰাণীৰ কোষ, নষ্ট নোহোৱাকৈ শীতল কৰি ৰখা শুক্ৰাণু, ডিম্বাণু আদি জিন বেংকত সংৰক্ষিত কৰা থাকে, যাতে পাছত কৃষি, উদ্ভিদ-প্ৰাণীৰ পুনৰ সৃষ্টি আদিত সেইবোৰ ব্যবহাৰ কৰিব পৰা যায়। আনহাতে জিন বেংকত উপযুক্ত সময়ত বিৰল বা লুপ্তপ্ৰায় জীৱৰ জিনীয় উপাদান সংগ্ৰহ কৰি ৰাখি, পাছত সেইবোৰ পুনৰ সৃষ্টি কৰি পৃথিৱীৰ জৈৱ বৈচিত্ৰ্য কিছু পৰিমাণে বজাই ৰাখিব পৰা যায়। জেনেটিক ইঞ্জিনিয়াৰিং বিষয়ক গৱেষণাতো জিন বেংকৰ বিশেষ গুৰুত্ব আছে।

**জিনিয়াছ** *Genius*

যিসকলৰ মগজুৱে বিস্ময়কৰভাৱে কাম কৰে, যাৰ অকল্পনীয় মেধা, স্মৃতিশক্তি আৰু প্ৰতিভা সাধাৰণ মানুহৰ আয়ত্তৰ সম্পূৰ্ণ বাহিৰত, তেওঁলোককে কোৱা হয় 'জিনিয়াছ'। শৈশৱৰে পৰা যাৰ মাজত এইবোৰ গুণৰ প্ৰকাশ দেখা যায়, তেওঁলোকক কোৱা হয় বিস্ময় বালক, বালিকা বা প্ৰডিজি (prodigy)। পৃথিৱীৰ মাত্ৰ ১ শতাংশ মানুহহে প্ৰডিজি। পৃথিৱীৰ কেইজনমান উল্লেখযোগ্য প্ৰডিজিৰ ভিতৰত জন ষ্টুৱাৰ্ট মিল, ব্লেইজ পাস্কেল, গ্যেটে, মোজাৰ্ট আদিৰ নাম উল্লেখযোগ্য।

**জিপ কোড** *ZIP Code*

ডাক বিভাগীয় সাংকেতৰ নাম। কোনো দেশৰ প্ৰদেশ বা ৰাজ্য, চহৰ বা চহৰৰ অঞ্চল নিৰ্দেশ

কৰাৰ বাবে কেতবোৰ সংখ্যা ব্যৱহাৰ কৰা হয়। আমেৰিকাত ইয়াৰ নাম জিপ কোড, ইংলেণ্ডত পোষ্ট কোড, ভাৰতত পিন কোড। জিপ শব্দটো কেইটামান ইংৰাজী শব্দৰ প্ৰথমৰ আখৰকেইটা লগ লগাই সজা হৈছে। ইংৰাজী Zone Indication Plan শব্দকেইটা চমুকৈ ZIP বুলি লিখা আৰু কোৱা হয়।

## জিপছী *Gypsy*

স্বাধীনভাৱে আৰু নিজস্ব ধৰণেৰে থকা এক অঘৰী জনগোষ্ঠী। ইউৰোপ, উত্তৰ আফ্ৰিকা, উত্তৰ আমেৰিকা আৰু দক্ষিণ আমেৰিকাত জিপছীসকলৰ প্ৰাধান্য আছে। জিপছীসকল যি দেশত থাকে সেই দেশৰে ভাষা আৰু জীৱনযাত্ৰাৰ লগত নিজকে কিছু খাপ খুৱাই ল'বলৈ চেষ্টা কৰে। তথাপি নিজৰ কিছুমান বিশেষ ৰীতি-নীতি তেওঁলোকে বজাই ৰাখে। কিছুসংখ্যক জিপছীয়ে ঘৰ সাজি থাকে, পিছে প্ৰায়সকল জিপছী অঘৰী, ভ্ৰমণকাৰী। জিপছীসকল স্বাৱলম্বী। বাস কৰা স্থান বা দেশৰ পৰিৱেশৰ লগত খাপ খোৱা সৰু-সুৰা অস্থায়ী ব্যৱসায় কৰি তেওঁলোকে জীৱন নিৰ্বাহ কৰে। জিপছীসকলৰ মাজত সংগীতজ্ঞ, নৰ্তক বা চাৰ্কাছ শিল্পীও আছে। য'তে নাথাকক, যিয়ে নকৰক — জিপছীসকলে নিজৰ স্বাধীন সত্তা কেতিয়াও হেৰুৱাব নোখোজে।

## জিপাৰ *Zipper*

দুড়োখৰ কাপোৰ বা তেনেজাতীয় সামগ্ৰী ইচ্ছামতে জোৰা লগাব আৰু খুলিব পৰা এক যান্ত্ৰিক কৌশল আৰু আহিলা। প্ৰায়বোৰ জিপাৰতে কাপোৰৰ দুডাল পটিত ধাতু বা প্লাষ্টিকৰ শ শ দাঁত লগোৱা থাকে। দাঁতবিশিষ্ট এই দুয়োডাল পটি এটা মূৰত সংযোজিত হৈ থাকে আৰু তাত থাকে এক শ্লাইডাৰ (Slider)। শ্লাইডাৰৰ ভিতৰত ইংৰাজী Y (ৱাই) আকৃতিৰ এক চেনেল থাকে। শ্লাইডাৰডাল টানি আনিলে এই Y আকৃতিৰ চেনেলে দুয়োফালৰ দাঁতবোৰ নকপ্‌কপীয়াকৈ লগাই ধৰে আৰু পুনৰ আগৰ ঠাইলৈ নিলে সেই দাঁতবোৰ এৰুৱাই দিয়ে। জিপাৰৰ সহায়ত বুটামতকৈ যথেষ্ট কম সময়ত আৰু কম আয়াসতে খোলা-মেলা কৰিব পৰা যায়। জিপাৰৰ পটি দুডাল য'ত লগোৱা যায়, সি সেইটো বস্তুকে খোলা-মেলা কৰে। আমাৰ পৰিধেয় পেণ্ট, জেকেট আৰু বেগ আদিত জিপাৰ নহ'লেই নহয়।

## জি পি আৰ এছ *GPRS*

ডিজিটেল চেলুলাৰ ফোনত ব্যৱহৃত অত্যাধুনিক কাৰিকৰী প্ৰযুক্তি কৌশল। ইংৰাজী General Pocket Radio Service শব্দকেইটাক সংক্ষেপে GPRS বুলি লিখা আৰু কোৱা হয়। এই পদ্ধতিত সাধাৰণ মোবাইল সেৱাই প্ৰদান কৰা কথা পতাৰ সুবিধাৰ উপৰি অন্যান্য কিছুমান সেৱাও লাভ কৰিব পৰা যায়। জি পি আৰ এছ ব্যৱস্থা থকা মোবাইল হেণ্ডছেটৰ দ্বাৰা এই প্ৰযুক্তি কৌশলেৰে ইণ্টাৰনেটৰ সুবিধা গ্ৰহণ কৰিব পৰা যায়। সাধাৰণ মোবাইল ব্যৱস্থাৰ দৰে জি পি আৰ এছত তথ্য সৰবৰাহৰ ক্ষেত্ৰত কোনো সীমাবদ্ধতা নাই। ব্যৱহাৰকাৰীয়ে প্ৰয়োজনীয় সময়ত জি পি আৰ এছৰ সুবিধা গ্ৰহণ কৰি আন সময়ত ইয়াক অফ কৰিও থ'ব পাৰে। মোবাইল হেণ্ডছেটৰ দ্বাৰা ইণ্টাৰনেটৰ সুবিধা লোৱাৰ ক্ষেত্ৰত জি পি আৰ এছ ব্যৱস্থা অতিকৈ কাৰ্যক্ষম আৰু জনপ্ৰিয়।

**জি পি এছ** *GPS*
কৃত্রিম উপগ্ৰহৰ পৰা প্ৰাপ্ত তথ্যাৱলীৰ সহায়ত কোনো স্থানৰ অৱস্থান সঠিকভাৱে নিৰ্ধাৰণ কৰিব পৰা পদ্ধতিবিশেষ। ইংৰাজী Global Positioning System শব্দকেইটাক সংক্ষেপে *GPS* বুলি লিখা আৰু কোৱা হয়। এই পদ্ধতিত কোনো নিৰ্দিষ্ট স্থানৰ অৱস্থিতি প্ৰায় নিখুঁতভাৱে গণনা কৰি উলিওৱা হয়। সাধাৰণতে সামৰিক বাহিনীৰ বিভিন্ন কাম-কাজত (যেনে ঃ জাহাজ আৰু বিমানৰ দিশ নিৰ্ধাৰণ আৰু নিয়ন্ত্ৰণ, মিছাইল উৎক্ষেপণ, আঘাত কৰিব খোজা কোনো লক্ষ্যবস্তুৰ অৱস্থান নিৰ্ণয় আদি) জি পি এছ পদ্ধতি ব্যৱহাৰ হ'লেও, অসামৰিক কাম-কাজতো (যেনে ঃ চহৰৰ ৰাষ্টা-পদূলিৰ মানচিত্ৰ প্ৰস্তুতকৰণ, বাট-পথৰ তথ্য, পথ নিৰ্দেশিকা প্ৰস্তুত আদি) ইয়াৰ ব্যৱহাৰ আছে।

**জিভা কেঁকুৰি** *Tongue Twister*
খৰকৈ বা শুদ্ধকৈ উচ্চাৰণ কৰিবলৈ অসুবিধা হোৱা কিছুমান শব্দ; যি পদ্য পঢ়িলে জিভা পাক খাই ধৰে। যেনে ঃ She sells sea shells on the sea shore; লাই পুলি লৰাই ৰুলোঁ, ৰুলোঁ লৰাই লফা; পানী তপতালে তপতে, নতপতালে নতপতে।

**জিমখানা** *Gymkhana*
সাধাৰণ খেলা-ধূলা বা প্ৰতিযোগিতামূলক খেলা-ধূলাৰ (বিশেষকৈ ঘোঁৰা দৌৰ) ঠাই বা সংগঠন; ক্ৰীড়া সংঘ।

**জিমনাষ্টিক্‌ছ** *Gymnastics*
যথাসাধ্য নমীয়তাৰে শাৰীৰিক কছৰতক ছন্দোবদ্ধভাৱে অথচ নিখুঁতকৈ (বহু সময়ত প্ৰায় নৃত্যৰ সমপৰ্যায়েৰে) উপস্থাপন কৰা ক্ৰীড়া। শৰীৰ চৰ্চাৰ প্ৰধান উপায়বোৰৰ ভিতৰত জিমনাষ্টিক্‌ছ অন্যতম। কেৱল শৰীৰৰ উন্নতি সাধনেই নহয়, বিনোদনতো জিমনাষ্টিক্‌ছৰ বিশেষ ভূমিকা আছে। শৰীৰ চৰ্চাৰ এই কেন্দ্ৰৰ নাম জিমনেছিয়াম। দেহ গঠনৰ বাবে বিশেষ ধৰণৰ কিছু সৰঞ্জামো ইয়াত ৰখা হয়।

জিমনাষ্টিকৰ অৰ্থ ধৰা-বন্ধা কিছুমান ব্যায়াম বা জাঁপ নহয়, শৰীৰ চৰ্চাৰ এই বিশেষ বিভাগত উদ্ভাৱনী শক্তিৰ এক বিশাল ভূমিকা আছে। নিয়মিত অনুশীলন আৰু শৃংখলিত প্ৰশিক্ষণৰদ্বাৰা সম্পূৰ্ণ হোৱা জিমনাষ্টিক্‌ছত দেখা যায় দক্ষতা, শাৰীৰিক সক্ষমতা আৰু অপূৰ্ব ক্ৰীড়া নৈপুণ্য। সৌন্দৰ্য আৰু কৌশলৰ সমাহাৰেৰে জিমনাষ্ট্ এগৰাকীয়ে এই খেলবিধক শাৰীৰিক কলা-কৌশলৰ শিল্প হিচাপে প্ৰতিষ্ঠা কৰিব পাৰে।

**জিমনেছিয়াম** *Gymnasium*
*জিমনাষ্টিকছ চাওক*

**জিৰো আৱাৰ** *Zero Hour*
জিৰো আৱাৰ শব্দটো দুটা অৰ্থত ব্যৱহাৰ হয়। প্ৰথম অৰ্থ, যুদ্ধ বা আক্ৰমণ, উৎক্ষেপণ বা কোনো ডাঙৰ ঘটনাৰ আৰম্ভ হোৱা মুহূৰ্ত; দ্বিতীয় অৰ্থ, সংসদৰ প্ৰশ্নোত্তৰ পৰ্বৰ ঠিক পাছৰ

যিখিনি সময়ত সাংসদসকলে বিনা জাননীৰে প্ৰশ্ন কৰিব পাৰে; শূন্য কাল। সংসদৰ দৈনিক কাৰ্যাৱলী দুভাগত বিভক্ত ঃ চৰকাৰী কাৰ্যসূচী আৰু বেচৰকাৰী কাৰ্যসূচী। বেচৰকাৰী কাৰ্যসূচীৰে সংসদৰ প্ৰতিদিনৰ কাম-কাজ আৰম্ভ হয়। এই কাৰ্যসূচীত থাকে প্ৰশ্নোত্তৰ পৰ্ব, মুলতুবি প্ৰস্তাৱ, দৃষ্টি আকৰ্ষণী প্ৰস্তাৱ আদি। বেচৰকাৰী কাৰ্যসূচী শেষ হ'লে আৰম্ভ হয় চৰকাৰী কাৰ্যসূচী। কাৰ্যক্ৰমৰ (rules of procedure) প্ৰতিটো কাৰ্যসূচীৰ বাবে সময় নিৰ্দেশ কৰা আছে, কিন্তু জিৰো আৱাৰৰ কোনো উল্লেখ নাই। সেয়ে প্ৰথম পৰ্বৰ বেচৰকাৰী কাৰ্যসূচীৰ সামৰণি আৰু দ্বিতীয় পৰ্বৰ চৰকাৰী কাৰ্যসূচীৰ আৰম্ভ, ইয়াৰ মধ্যৱৰ্তী সময়খিনিকেই জিৰো আৱাৰ বোলা হয়। জিৰো আৱাৰত সংসদৰ সদস্যসকলে সাম্প্ৰতিক আৰু জনস্বাৰ্থ সম্পৰ্কিত কোনো গুৰুত্বপূৰ্ণ বিষয় বিনা জাননীৰে সংসদত উত্থাপন কৰিব পাৰে। অৱশ্যে সংসদৰ নিয়ম-নীতিত জিৰো আৱাৰৰ কোনো উল্লেখ নাই। সংবাদ মাধ্যমেহে এই নাম দিছে। কুৰি শতিকাৰ যাঠিৰ দশকত সংসদত এই সময়ছোৱাত গুৰুত্বপূৰ্ণ ৰাজহুৱা বিষয় (কোনো জাননী নোহোৱাকৈ) উত্থাপন কৰাৰ এক পৰম্পৰা গঢ় লৈ উঠে আৰু তেতিয়াই জিৰো আৱাৰ আখ্যা জনপ্ৰিয় হৈ উঠে।

**জীৱনযাত্ৰাৰ মান** *Standard of Living*

সাধাৰণতে কোৱা হয়, কোনো ব্যক্তিৰ আয় স্তৰেই তেওঁৰ জীৱনযাত্ৰাৰো মানৰ সূচক। আয় স্তৰ অন্যতম নিৰ্ধাৰক হ'লেও, একমাত্ৰ আয় স্তৰৰ দ্বাৰাই জীৱনযাত্ৰাৰ মান নিৰ্ধাৰিত নহয়। কোনো ব্যক্তিয়ে কিমান পৰিমাণৰ ভোগ্য পণ্য ব্যৱহাৰ কৰে, স্বাস্থ্য আৰু অন্যান্য সামাজিক সেৱা কিমান আৰু কি পৰিমাণ ব্যৱহাৰ কৰে, এই সকলোৰেই জীৱনযাত্ৰাৰ মান নিৰ্ধাৰণৰ সূচক হিচাপে ধৰা হয়। কেৱল ব্যক্তিৰেই নহয়, এখন সমাজৰ সামগ্ৰিক জীৱনযাত্ৰাৰ মানকো এই হিচাপৰ ভিতৰত ধৰা হয়।

**জীৱাণু, বীজাণু**

প্ৰথমটোৰ অৰ্থ, কেৱল অণুবীক্ষণ যন্ত্ৰৰ সহায়ত দেখা পোৱা জীৱ (micro-organism); দ্বিতীয়টোৰ অৰ্থ, ৰোগৰ কাৰণ-স্বৰূপ অণু-সদৃশ ক্ষুদ্ৰ জীৱ (germ of disease)।

**জীৱাণু যুদ্ধ** *Bacteriological Warfare*

আধুনিক বিশ্বৰ যুদ্ধত কেৱল বিবিধ মাৰণাস্ত্ৰই ব্যৱহাৰ নহয়। এনে যুদ্ধত নানান ৰোগ-জীৱাণু, জৈৱ বিহ, ভাইৰাছ আদি শত্ৰু দেশত ছটিয়াই দিয়া হয়, যাৰ ফলত দেশখনৰ মানুহ, পোহনীয়া জীৱ-জন্তু আদি ৰোগগ্ৰস্ত হয়, মৃত্যুমুখত পৰে। এনেদৰে যুদ্ধৰ অংশ হিচাপে প্লেগ, এনথ্ৰাক্স আদি ভয়ংকৰ মৰণব্যাধিৰ বীজ বিয়পাই দিয়াকে জীৱাণু যুদ্ধ বোলে। প্ৰাচীন কালৰ বহু যুদ্ধত বিবদমান দুই পক্ষৰ একপক্ষই আন পক্ষৰ সেনাৰ মাজত ৰোগ-জীৱাণু সংক্ৰমিত কৰাৰ চেষ্টা কৰিছিল। প্ৰথম মহাসমৰৰ পাছত ১৯২৫ চনত জেনেভাত অনুষ্ঠিত এক সন্মিলনত যুদ্ধত ৰোগ-জীৱাণুৰ ব্যৱহাৰ নিষিদ্ধ কৰা হয়। কিন্তু ই বন্ধ নহ'ল। দ্বিতীয় মহাসমৰৰ সময়ত জাপানে চীনৰ ওপৰত আৰু পাছত মাৰ্কিন যুক্তৰাষ্ট্ৰই তৎকালীন ছোভিয়েট যুক্তৰাষ্ট্ৰৰ ওপৰত জীৱাণু যুদ্ধ চলাইছিল। ১৯৭২ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু ছোভিয়েট যুক্তৰাষ্ট্ৰই এক যুটীয়া পত্ৰযোগে যুদ্ধত জীৱাণু প্ৰয়োগৰ বিৰোধিতা কৰি এনে নকৰাৰ প্ৰতিশ্ৰুতি দিয়ে। তথাপি আজিও ই সম্পূৰ্ণৰূপে বন্ধ হোৱা নাই।

**জীৱাশ্ম বিজ্ঞান** *Paleontology*
প্ৰাচীন প্ৰাণী বা উদ্ভিদৰ (জীৱাশ্ম ভূগৰ্ভত পোত গৈ এতিয়া শিলৰ দৰে টান হৈ পৰা প্ৰাগ্ ঐতিহাসিক যুগৰ উদ্ভিদ বা প্ৰাণীৰ দেহৰ অংগ, চিন বা সাঁচ) বা আন চিহ্ন অধ্যয়ন কৰা বিজ্ঞানৰ এটা শাখা। জীৱাশ্ম বিজ্ঞানত জীৱাশ্মত পৰিণত প্ৰাণীদেহ বা উদ্ভিদ ভূতাত্ত্বিকসকলৰ বাবে অত্যন্ত গুৰুত্বপূৰ্ণ। ইয়াৰ দ্বাৰা কেৱল যে জীৱাশ্মৰ বয়সহে জনা যায় এনে নহয়, বিৱৰ্তনৰ ধাৰাটোও অনুমান কৰিব পাৰি। বৰ্তমান জীৱাশ্ম বিজ্ঞানত মূলতঃ প্ৰাণীদেহৰ জীৱাশ্মৰ বিষয়েহে চৰ্চা, অধ্যয়ন আৰু গৱেষণা কৰা হয়। উদ্ভিদৰ জীৱাশ্মক লৈ উদ্ভিদ জীৱাশ্ম বিজ্ঞান (Paleobotany) নামৰ এটা নতুন শাখাত চৰ্চা কৰা হয়।

**জুক বক্স** *Juke Box*
মুদ্ৰা ভৰাইপা দিলে স্বয়ংক্ৰিয়ভাৱে সংগীত পৰিৱেশন কৰিব পৰা এক যন্ত্ৰ। ইপ্মাত আলোকীয় বা চুম্বকীয় ষ্টোৰেজ ডিস্ক ব্যৱহাৰ কৰা হয়। ব্যৱহাৰকাৰীৰ অনুৰোধমৰ্মে সেই বিশেষ ডিস্কখন নিজে নিজে বাজি উঠে।

**জুটলেণ্ডৰ যুদ্ধ** *Battle of Jutland*
প্ৰথম মহাসমৰৰ মাজতে ১৯১৬ চনত (৩১ মে'-১ জুন) ব্ৰিটিছ আৰু জাৰ্মানৰ মাজত সংঘটিত এখন চমু অথচ ভয়ংকৰ নৌ যুদ্ধ। ডেনমাৰ্কৰ উপকূলৱৰ্তী জুটলেণ্ডত সংঘটিত বাবে এই যুদ্ধ ইতিহাসত জুটলেণ্ডৰ যুদ্ধ নামে প্ৰখ্যাত। এই যুদ্ধত অৱশ্যে কোনো জয়ী নহ'ল। ব্ৰিটিছসকলে ১৪খন জাহাজ হেৰুৱায়। ৬,১০০ সৈন্যৰ মৃত্যু হয়। জাৰ্মানসকলৰ এঘাৰখন জাহাজ ধ্বংস হয়। সৈন্য হানি হয় ২,৫৫০। ব্ৰিটিছ জাহাজ তথা সৈন্যৰ সংখ্যাধিক্য সত্ত্বেও জাৰ্মান বাহিনীয়ে অৱশ্যে বেছি ক্ষতি কৰিবলৈ সমৰ্থ হয়। এই যুদ্ধৰ পাছত জাৰ্মান নৌ বাহিনীয়ে কিন্তু পুনৰ ব্ৰিটিছ নৌ বাহিনীক জোকাই ল'বলৈ ইচ্ছা নকৰিলে। ফলত উত্তৰ সাগৰত ব্ৰিটিছ আধিপত্যই বাহাল থাকে।

**জুণ্টা** *Junta*
স্পেনীয় ভাষাৰ শব্দ; জাণ্টা নামেৰেও সমধিক পৰিচিত। শব্দটোৰ অৰ্থ দুটা। প্ৰথম অৰ্থ, এনে এক সামৰিক গোষ্ঠী যি বাহুবলেৰে কোনো দেশৰ চৰকাৰক অপসাৰণ কৰি ক্ষমতা দখল কৰে আৰু শাসন চলায়। দ্বিতীয় অৰ্থ, কোনো দেশৰ প্ৰশাসন পৰিচালনা কৰা বা আইন প্ৰণয়ন কৰা এখন আইনসন্মত সভা বা পৰিষদ। শব্দটোৰ দ্বিতীয় অৰ্থটোহে অধিক প্ৰচলিত। স্পেইন আৰু পৰ্টুগালৰ বাহিৰে আন দেশত জুণ্টাৰ প্ৰয়োগ কম।

**জুৰাছিক** *Jurassic*
আজিৰ পৰা আনুমানিক ১৪.২ কোটি-২০.৬ কোটি বছৰৰ আগৰ সময়ছোৱা; পৰিসৰ ৬.৪ কোটি বছৰ। ডাইনোছৰৰ বিকাশ আৰু বিস্তাৰ এই যুগৰ বিশেষত্ব। আৰ্কিঅ'পটেৰিক্স নামৰ চৰাইৰ আদিতম ৰূপটোৰো এই যুগতে আৱিৰ্ভাৱ হয়। একেদৰে প্ৰথম স্তন্যপায়ী প্ৰাণীৰো আৱিৰ্ভাৱ এই যুগতে।

**জুলৰ সূত্ৰ** *Joule's Law*
ইংৰাজ পদাৰ্থবিদ জেম্‌ছ প্ৰেছকট জুলৰ (James Prescott Joule, ১৮১৮-১৮৮৯) প্ৰসিদ্ধ সূত্ৰ। তাপ আৰু যান্ত্ৰিক কাৰ্য যে একেই শক্তিৰ বিভিন্ন ৰূপ তাক তেওঁ প্ৰমাণ কৰি সিহঁতৰ মাজৰ অনুপাতো নিৰ্ণয় কৰে। জুলে দেখুৱালে যে সকলো প্ৰকাৰৰ শক্তিয়েই যান্ত্ৰিক শক্তিৰ সমতুল্য; তাপো এবিধ শক্তি, গতিকে ইয়ো যান্ত্ৰিক শক্তিৰ সমতুল্য। W পৰিমাণৰ শক্তি ব্যয়ৰ ফলত যদি H পৰিমাণৰ তাপ উৎপন্ন হয়, তেন্তে W সদায় H-অৰ সমানুপাতিক। ইয়াকে 'জুলৰ সূত্ৰ' বুলি কোৱা হয়।

**জেট লে'গ** *Jet Lag*
দূৰণিবটীয়া বিমান ভ্ৰমণৰ বাবে (বিশেষকৈ, যাত্ৰা আৰম্ভ কৰা আৰু গন্তব্য স্থানৰ মাজত যেতিয়া সময়ৰ ব্যৱধান দীঘলীয়া হয়) হোৱা ক্লান্তি, অৱসাদ আৰু আন অস্বস্তিকৰ শাৰীৰিক বিকৃতি।

আমি জানো, আমাৰ ইয়াত দিন হ'লে আমেৰিকা বা ইউৰোপৰ অনা কিছুমান দেশত ৰাতি হয়। সেয়ে যদি ভাৰতীয় নাগৰিক এজন আমেৰিকালৈ যায়, তেওঁৰ শোৱা-খোৱা, পঢ়া, গাড়ী চলোৱা ইত্যাদি প্ৰাত্যহিক কৰ্মকাণ্ডবোৰ সেইখন দেশত সলনি হৈ যায়। উদাহৰণস্বৰূপে ইয়াত যেতিয়া তেওঁ শুবলৈ যায়, তাত তেতিয়া শুই উঠিবৰ হয়। সেয়ে আন্তঃৰাষ্ট্ৰীয় সময়ৰ সীমাৰেখা পাৰ হোৱাৰ পাছত প্ৰতি ঘণ্টা মিলিবৰ বাবে এজন ব্যক্তিক প্ৰয়োজন হয় এটা সম্পূৰ্ণ দিনৰ। দূৰণিবটীয়া বিমান(জেট) যাত্ৰীসকলৰ ক্ষেত্ৰত এই ঘটনা বেছিকৈ ঘটে বাবেই এই সমস্যাটোক 'জেট লে'গ' বোলা হয়। অন্য অৰ্থত এই ঘটনাৰ ফলত জীৱনৰ যিটো প্ৰাত্যহিক ছন্দ সেয়া হেৰাই যায়। লগতে বদহজম, হাত-ভৰিৰ অলসতা, সামগ্ৰিক স্বাস্থ্যৰ অৱনতি আদি ঘটে।

সাধাৰণতে পশ্চিমতকৈ পুবলৈ যোৱা যাত্ৰীসকল বেছিকৈ এই আপকালৰ সন্মুখীন হ'বলগীয়া হয়। আশ্চৰ্যজনক এই যে তিনি বছৰলৈকে শিশুসকল এই সমস্যাৰ দ্বাৰা আক্ৰান্ত নহয়। আকৌ যিসকল ব্যক্তিৰ দিন-ৰাতি চিন নোহোৱাকৈ কাম কৰাৰ অভ্যাস থাকে, সেইসকলো এই ঘটনাৰ বলি নহয়। কিন্তু যিসকল লোক এক নিয়মীয়া ৰুটিনৰ অধীন, তেওঁলোক আন দেশলৈ গৈ আটাইতকৈ বেছি ভুক্তভোগী হয় এই সমস্যাৰ।

**জেনেটিক ইঞ্জিনিয়াৰিং** *Genetic Engineering*
জিন মানচিত্ৰৰ কৃত্ৰিমভাৱে কৰা পৰিৱৰ্তন; জিন প্ৰযুক্তি বিজ্ঞান। জেনেটিক ইঞ্জিনিয়াৰিঙত এটা জীৱনৰ জিন আন এটা জীৱৰ ডি এন এৰ মাজত সংস্থাপন কৰি তাৰ চৰিত্ৰ বা বৈশিষ্ট্য সলনি কৰিব পাৰি। যি পদ্ধতিত এই সংস্থাপন কৰা হয় তাৰ নাম জিন ক্লোনিং (gene cloning)। এনেদৰে ক্লোনিং কৰি নতুন উদ্ভিদ বা প্ৰাণী সৃষ্টি কৰিব পাৰি। ৰোগৰ চিকিৎসা আৰু হৰমোন প্ৰস্তুতকৰণত জেনেটিক ইঞ্জিনিয়াৰিঙৰ প্ৰয়োগ বহুল।

**জেনেটিক্‌ছ** *Genetics*
জীৱৰ বিভিন্ন বৈশিষ্ট্য বা গুণাৱলী, এক প্ৰজন্মৰ পৰা পৰৱৰ্তী প্ৰজন্মলৈ সঞ্চাৰিত হোৱাৰ ৰীতি-নীতি, এই ৰীতি-নীতিৰ ওপৰত পৰিৱেশ আৰু জিনৰ প্ৰভাৱ, জিনৰ ৰাসায়নিক আৰু

কাৰ্যকৰী ধৰ্ম আদিৰ বিচাৰ-বিশ্লেষণ তথা আলোচনা কৰা জীৱ বিজ্ঞানৰ এটা শাখা; বংশগতি বিজ্ঞান; বংশগতি বিদ্যা। স্ত্ৰী-পুৰুষৰ প্ৰজনন কোষৰ (শুক্ৰ কোষ আৰু ডিম্ব কোষ) বিভিন্ন সংখ্যক ক্ৰমোজোম পৰস্পৰ সম্মিলিত হৈ সিহঁতৰ সংগঠক জিনৰ পাৰস্পৰিক সহযোগত নতুন জীৱকোষৰ সৃষ্টি হয়,— যাৰ মাধ্যমেদি পিতৃ-মাতৃৰ বৈশিষ্ট্যসমূহ সন্তানলৈ পৰিবাহিত হয়। অৱশ্যে পাৰিপাৰ্শ্বিক অৱস্থা আৰু অন্যান্য কাৰণত পিতৃ-মাতৃৰ বৈশিষ্ট্য আদিৰ কিছু পৰিৱৰ্তন হ'ব পাৰে। সাধাৰণভাৱে এইবোৰ সম্পৰ্কীয় বৈজ্ঞানিক তত্ত্ব আৰু মতবাদকে জেনেটিক্ছ বোলা হয়। উদ্ভিদ আৰু প্ৰাণী,— যিকোনো জীৱৰ ক্ষেত্ৰত বংশানুক্ৰমৰ গৱেষণালব্ধ তথ্য জীৱ বিজ্ঞানৰ এই শাখাত পৰ্যালোচনা কৰা হয়।

**জেনেভা চুক্তি** *11Geneva Conventions*

জেনেভা চুক্তি প্ৰকৃততে চাৰিখন আন্তৰ্জাতিক চুক্তিৰ সমষ্টি। ১৯৪৯ চনৰ আগষ্টত ছুইজাৰলেণ্ডৰ জেনেভাত অনুষ্ঠিত এখন সম্মিলনত যুদ্ধবন্দী সৈন্য আৰু সাধাৰণ অসামৰিক লোকসকলক যুদ্ধৰ সময়ত নিৰাপত্তা দিবৰ বাবে মূল চুক্তিখনৰ খচৰা তৈয়াৰ কৰা হয় আৰু ৫৯খন ৰাষ্ট্ৰই ইয়াত স্বাক্ষৰ কৰে। জেনেভাত স্বাক্ষৰিত হোৱা বাবে এই চুক্তি জেনেভা চুক্তি নামে পৰিচিত। জেনেভা চুক্তিলানিৰ অন্তৰ্গত চাৰিখন চুক্তিৰ প্ৰথমখন ৰে'ডক্ৰছৰ প্ৰতিষ্ঠাপক জীন হেনৰী ডুনাণ্টৰ (Jean Henry Dunant, ১৮২৪-১৯১০) প্ৰচেষ্টাত ১৮৬৪ চনত অনুষ্ঠিত এখন সম্মিলনত স্বাক্ষৰিত হৈছিল। এই চুক্তিমতে ৰুগীয়া আৰু আঘাতপ্ৰাপ্ত সৈন্যসকলক চিকিৎসা সাহায্য দিয়াৰ সিদ্ধান্ত লোৱা হয়। ১৯০৭ চনৰ দ্বিতীয় চুক্তিখনত নৌ সৈন্যসকলকো এনে সাহায্যৰ আওতাত সামৰি লোৱা হয়। ১৯২৯ চনৰ তৃতীয়খন চুক্তিত যুদ্ধবন্দীসকলক চিকিৎসাসেৱা আৰু আন কিছু সুবিধা দিয়াৰ কথা কোৱা হয়। ১৯৪৯ চনত এই চুক্তিসমূহৰে চতুৰ্থ তথা আটাইতকৈ গুৰুত্বপূৰ্ণ চুক্তিখন স্বাক্ষৰিত হয় আৰু নিৰীহ অসামৰিক লোকসকলক যুদ্ধৰ ভয়াৱহতাৰ পৰা প্ৰতিৰক্ষা দিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হয়।

**জেনেৰেটৰ** *Generator*

যান্ত্ৰিক শক্তিক বৈদ্যুতিক শক্তিলৈ ৰূপান্তৰিত কৰিব পৰা বিদ্যুৎ চুম্বকীয় যন্ত্ৰৰ সাধাৰণ নাম। জেনেৰেটৰৰ পৰা সাধাৰণতে দুই ধৰণৰ বিদ্যুৎ প্ৰবাহ পোৱা যায়। ডি চি (D C) বা ডিৰেক্ট কাৰেণ্ট (Direct Current) যিধৰণৰ জেনেৰেটৰৰ পৰা পোৱা যায় তাক সাধাৰণতে ডি চি জেনেৰেটৰ বোলা হয়। বাইচাইকেল, স্কুটাৰ, মটৰ-গাড়ী আদিত থকা এনেধৰণৰ জেনেৰেটৰৰ নাম ডায়নেমো। আনহাতে এ চি (A C) বা অল্টাৰনেটিং কাৰেণ্ট (Alternating Current) পোৱা যন্ত্ৰৰ নাম অল্টাৰনেটৰ (Alternator)। স্থায়ী চুম্বকৰ দুটা বিপৰীত মেৰুৰ মাজত তাঁৰৰ কুণ্ডলী এটা ঘূৰালে তাঁৰডালত বিদ্যুৎ প্ৰবাহ চলি থাকে। এয়ে জেনেৰেটৰৰ মূল নীতি।

**জেনেৰেলিছিমো** *Generalissimo*

জেনেৰেলিছিমো শব্দৰ অৰ্থ হ'ল সৰ্বোচ্চ সামৰিক শাসক, একনায়ক। ৰাষ্ট্ৰৰ সৰ্বময় শাসনক্ষমতা তেওঁ নিজৰ অধিকাৰত ৰাখে। সেনাবাহিনীৰ সকলো বিভাগৰ প্ৰধানো তেৱেঁই হয়। ৰাষ্ট্ৰৰ শাসন বিভাগৰ ক্ষেত্ৰত জেনেৰেলিছিমো নিজেই ৰাষ্ট্ৰপ্ৰধান, চৰকাৰৰ প্ৰধান;

নিজেই স্থল বাহিনী, বিমান বাহিনী আৰু নৌ বাহিনীৰো প্ৰধান। স্পেইনৰ জেনেৰেল ফ্ৰাংকো আছিল এনে এজন ব্যক্তি। তেওঁ দেশৰ প্ৰতিক্ষেত্ৰতে নিজৰ সৰ্বোচ্চ ক্ষমতা বজাই ৰখাৰ হেতু শ শ লোকক ফাঁচিকাঠত ওলমাবলৈও কুণ্ঠাবোধ নকৰিছিল। তেওঁৰ আমোলত স্পেইনত লক্ষাধিক লোকৰ মৃত্যু হৈছিল। পৃথিৱীৰ বিভিন্ন দেশত বিভিন্ন সময়ত জেনেৰেলিছিমোসকলৰ উদ্ভৱ হৈছে। ইয়াৰ ভিতৰৰে তিনিজনে জেনেৰেলিছিমো হিচাপে বিশেষ পৰিচিতি লাভ কৰিছে। তেওঁলোক হ'ল ঃ স্পেইনৰ ফ্ৰান্সিস্কো ফ্ৰাংকো (Francisco Frunco,১৮৯২-১৯৭৫), ৰাছিয়াৰ যোছেফ ষ্টেলিন (Joseph Stalin, ১৮৭৯-১৯৫৩) আৰু চীনৰ চিয়ান কাই শ্বেক (Chiang Kai-Shek, ১৮৮৭-১৯৭৫)।

### জেপাৰ *Zapper*

টেলিভিছনত অনুষ্ঠান উপভোগ কৰি থকা সময়ত সঘনে চেনেল পৰিবৰ্তন বা সলনি কৰি থকা ব্যক্তি।

### জেৰক্স

*জেৰোগ্ৰাফী চাওক*

### জেৰোগ্ৰাফী *Xerography*

তৰল চিয়াঁহি আদি ব্যৱহাৰ নকৰাকৈ বিশেষ ফটোগ্ৰাফী প্ৰক্ৰিয়াৰে নথি-পত্ৰ, ফটো আদিৰ প্ৰতিলিপি প্ৰস্তুত কৰাৰ কৌশল বা কাৰ্য; সাধাৰণভাৱে জেৰক্স বা ফটোগ্ৰাফী বা ফটো কপিয়াৰ নামে পৰিচিত। জেৰক্স মেচিনত নিমিষতে মূল লেখাৰ অবিকল প্ৰতিলিপি পোৱা যায়। 'জেৰোগ্ৰাফী' শব্দটো গ্ৰীক ভাষাৰ পৰা অহা। গ্ৰীক ভাষাত 'জেৰছ' মানে শুকান আৰু 'গ্ৰাফিক' মানে লেখা। অৰ্থাৎ শুকান লেখা। এই পদ্ধতিত কোনো তৰল চিয়াঁহি আদিৰ ব্যৱহাৰ নহয় বাবেই এই নাম দিয়া হৈছে। আধুনিক জেৰক্স মেচিনে অতি দ্ৰুতভাৱে কাম কৰিব পাৰে আৰু প্ৰতিলিপিও উজ্জ্বল, স্পষ্ট হয়। এটা আধুনিক জেৰক্স মেচিনে মিনিটত ১৩০-১৩৫টা প্ৰতিলিপি অনায়াসে কৰিব পাৰে। তদুপৰি প্ৰয়োজনমতে সৰু-ডাঙৰ, উজ্জ্বল বা গাঢ় প্ৰতিলিপিও কৰিব পৰা যায়। বিজ্ঞান তথা প্ৰযুক্তিবিদ্যাৰ উন্নতিৰ লগে লগে জেৰক্স মেচিনৰো আধুনিকীকৰণ কৰা হৈছে। বৰ্তমানে মাইক্ৰোপ্ৰচেছৰ, লেজাৰ ৰশ্মি, বাবল জেট, ডিজিটেল ইমেজ প্ৰচেছিং আদি প্ৰযুক্তি ব্যৱহাৰ কৰা ৰঙীণ প্ৰতিলিপিও পাব পৰা হৈছে। কিছুমানৰ ক্ষেত্ৰত কেৱল এনে ৰঙীণ প্ৰতিলিপি পোৱাই নহয়, মূল নথিত থকা ভুলৰ সম্পাদনা আদিও কৰিব পাৰি।

### জেহাদ *Jehad*

ইছলাম ধৰ্মৰ সুৰক্ষা আৰু সম্প্ৰসাৰণৰ বাবে কৰা ধৰ্মীয় যুদ্ধ; জিহাদ। ইছলাম ধৰ্মত জেহাদ শব্দটো বিশেষ অৰ্থত ব্যৱহাৰ হয়। আল্লাৰ উদ্দেশ্যে সকলো শক্তি প্ৰয়োগ; সৰ্বস্ব ত্যাগ (প্ৰয়োজনত মৰণকো নেওচি) কৰি, ন্যায়, নীতি, আদৰ্শ আৰু বিশ্বাসক প্ৰতিষ্ঠা কৰাকে ইছলামত জেহাদ নামে অভিহিত। জেহাদ মানে কেৱল অস্ত্ৰযুদ্ধ নহয়। হজৰত মহম্মদৰ মতে কাফেৰৰ (ইছলাম ধৰ্ম নমনা লোক) স'তে ইছলামৰ যি যুদ্ধ, সেয়া ক্ষুদ্ৰ জেহাদ। আৰু

মানুহৰ ছয় ৰিপুৰ লগত বিবেকৰ যি অবিৰত সংগ্ৰাম সেয়া বৃহৎ জেহাদ। মানুহৰ সৎ গুণসমূহ আৰু ঈশ্বৰৰ ওপৰত থকা বিশ্বাসক যি শক্তিয়ে ধ্বংস কৰিব খোজে তাক নিৰ্মূল কৰাৰ যি সংগ্ৰাম আৰু অত্যাচাৰিত, অৱহেলিত, নিপীড়িত তথা শোষিত মানুহক ৰক্ষা কৰাৰ বাবে যি প্ৰয়াস তাকে ইছলামত জেহাদ বোলা হয়। কোৰাণ আৰু হাদিছত (পয়গম্বৰসকলৰ উপদেশমালা) কোৱা হৈছে যে জেহাদৰ নামত কোনো পাশৱিক অত্যাচাৰ, নাৰী, শিশু আৰু দুৰ্বলীৰ ওপৰত অত্যাচাৰ আৰু বৃথা অন্যায় হত্যাকাণ্ড নচলিব। জেহাদৰ উদ্দেশ্য পূৰ্ণ হ'লেই জেহাদ বন্ধ কৰিব লাগিব। শত্ৰুৰ চক্ৰান্ত বা শত্ৰুৰ দ্বাৰা আক্ৰান্ত নহ'লে জেহাদ আৰম্ভ কৰিব নোৱাৰিব। কিন্তু এনেবোৰ নিৰ্দেশনা থকা সত্ত্বেও দুৰ্ভাগ্যৱশতঃ আজিকালি জেহাদ আৰু সন্ত্ৰাসবাদ প্ৰায় সমাৰ্থক শব্দ হৈ পৰিছে। জেহাদীসকলে তেওঁলোকৰ লক্ষ্য পূৰণৰ বাবে সন্ত্ৰাসবাদৰ সহায় লোৱা দেখা গৈছে, আনহাতে বহু সন্ত্ৰাসবাদীয়ে জেহাদৰ দোহাই দি সন্ত্ৰাসবাদ অব্যাহত ৰাখিছে।

**জৈৱ অভিযান্ত্ৰিক** *Bioengineering*

মানুহৰ দেহৰ অংগ প্ৰতিষ্ঠাপন কৰিবলৈ প্ৰয়োজনীয় সঁজুলি আৰু পদ্ধতিৰ বিষয়ে অধ্যয়ন কৰা অভিযান্ত্ৰিক বিজ্ঞানৰ এটা শাখা।

**জৈৱ গোলাক** *Biosphere*

পৃথিৱীপৃষ্ঠ আৰু বায়ুমণ্ডলৰ জীৱ বাস কৰিব পৰা অংশ; জীৱমণ্ডল। পৃথিৱীৰ স্থলভাগ আৰু জলভাগৰ প্ৰায় ১.১ কোটি প্ৰজাতিৰ প্ৰাণী আৰু ৩.৫ লাখ প্ৰজাতিৰ উদ্ভিদক লৈ এই গোলক গঠিত। বায়ুমণ্ডলৰ প্ৰায় ১০,০০০ মিটাৰ ওপৰৰ পৰা সমুদ্ৰতলিলৈ আৰু মাটিৰ তলৰ কেইবামিটাৰলৈ এই গোলক ব্যাপ্ত। আনহাতে, বায়ুমণ্ডল, লিথোস্ফিয়েৰ (পৃথিৱীৰ কঠিন ভূ-ভাগ) আৰু হাইড্ৰোস্ফিয়েৰক (পানী) লৈ সৃষ্টি হৈছে জিঅ'স্ফিয়েৰ বা ভূ-মণ্ডলৰ।

**জৈৱ ছন্দ** *Biological Rhythm/Clock*

পুৱা-দুপৰীয়া-ৰাতি, দিন-মাহ-বছৰ বা ঋতুচক্ৰ যিদৰে আৱৰ্তিত হয়, তেনেদৰে জীৱজগতো কেতবোৰ বিশেষ নিয়মেৰে চলে। জীৱৰ জীৱনৰ এক বিশেষ বিশেষ সময়ত পৰিৱৰ্তন ঘটে। কোনো জৈৱ ঘটনা প্ৰতিদিনে এবাৰ ঘটে। ইয়াৰ নাম দিবা অনুক্ৰম বা দিবা চক্ৰ (Circadian Cycle)। আকৌ কোনো ঘটনা, যেনে নাৰীৰ ঋতুস্ৰাৱ মাহত এবাৰ হয়। ইয়াৰ নাম ৰজঃচক্ৰ (Menstrual Cycle)। কোনো কোনো প্ৰাণীৰ প্ৰজনন চক্ৰ বছৰত এবাৰ আহে। জীৱৰ জীৱনৰ এনেধৰণৰ পৰিঘটনাৰেই সামূহিক নাম জৈৱ ছন্দ।

**জৈৱ নিয়ন্ত্ৰণ** *Biological Control*

ৰাসায়নিক পন্থা গ্ৰহণ নকৰাকৈ জৈৱিক উপায়েৰে ক্ষতিকৰ কীট-পতংগ ধ্বংস কৰাৰ কৌশল। ইয়াৰ দ্বাৰা কীট-পতংগভোজী প্ৰাণী বা পৰজীৱীৰ ব্যৱহাৰেৰে ক্ষতিকৰ কীট-পতংগক ধ্বংস কৰি পৰিৱেশক সুস্থ কৰি ৰখা হয়। কীটনাশক দ্ৰব্য ব্যৱহাৰৰ ক্ষতিকৰ দিশসমূহ জৈৱ নিয়ন্ত্ৰণৰ দ্বাৰা এৰাই চলিব পাৰি।

## জৈৱ পদাৰ্থ বিজ্ঞান *Biophysics*

জীৱ বিজ্ঞানৰ আলোচনাত পদাৰ্থ বিজ্ঞানৰ পদ্ধতি আৰু প্ৰকৰণৰ প্ৰয়োগ সংক্ৰান্তীয় বিজ্ঞান; জৈৱ পদাৰ্থ বিজ্ঞান। আধুনিক বিজ্ঞানত বহুল প্ৰসাৰ লাভ কৰা আণৱিক জীৱ বিজ্ঞান (Molecular Biology) জৈৱ পদাৰ্থ বিজ্ঞানৰ এটা গুৰুত্বপূৰ্ণ অংশ।

## জৈৱ প্ৰযুক্তি বিজ্ঞান *Biotechnology*

যন্ত্ৰ-প্ৰযুক্তি আৰু ঔষধ প্ৰস্তুতকৰণত জীৱ বিজ্ঞানৰ পদ্ধতি আৰু প্ৰকৰণৰ প্ৰয়োগ বিজ্ঞান। জৈৱ প্ৰযুক্তি বিজ্ঞানৰ পৰিচিত দৃষ্টান্ত হ'ল এণ্টিবায়োটিক, চিজ, সুৰা আদিৰ উৎপাদন, য'ত নানান বেক্টেৰিয়াক কামত লগোৱা হয়। জেনেটিক ইঞ্জিনিয়াৰিঙো জৈৱ প্ৰযুক্তি বিজ্ঞানৰ অন্তৰ্গত।

## জৈৱ বৈচিত্ৰ্য *Biodiversity/Biological Diversity*

কোনো বিশেষ পৰিৱেশত জীৱজগতৰ সংখ্যাগত বৈচিত্ৰ্য আৰু বিশেষ কোনো প্ৰজাতিৰ সংখ্যাধিক্য। জৈৱ বৈচিত্ৰ্য বা বায়োডাৰছিটি শব্দটো নতুন। কুৰি শতিকাৰ শেষৰ দশকমানত জীৱ বিজ্ঞানত শব্দটো প্ৰথম ব্যৱহাৰ কৰা হয়। পৃথিৱীত বা কোনো নিৰ্দিষ্ট স্থানত প্ৰাণী আৰু উদ্ভিদৰ মুঠ প্ৰজাতিৰ সংখ্যা আৰু বৈচিত্ৰ্য বিস্ময়কৰ। সংখ্যাৰ এই বিপুলতা আৰু বিচিত্ৰতাকেই সাধাৰণভাৱে জৈৱ বৈচিত্ৰ্য বোলা হয়।

## জৈৱ ৰসায়ন *Biochemistry*

জীৱদেহ, কোষ আদিত সংঘটিত ৰাসায়নিক বিক্ৰিয়া আৰু পৰিঘটনাৰ অধ্যয়ন কৰা বিজ্ঞান; প্ৰাণ ৰসায়ন। এই বিজ্ঞানৰ ঘাই উপজীব্য হ'ল প্ৰোটিন, কাৰ্বোহাইড্ৰেট আদিৰ ৰাসায়নিক গঠন, ধৰ্ম আৰু ক্ৰিয়াৰ ৰসায়ন বিজ্ঞান-নিৰ্ভৰ ব্যাখ্যা। কুৰি শতিকাৰ বিভিন্ন অত্যাধুনিক, সূক্ষ্ম যন্ত্ৰ আৰু পদ্ধতিৰ সহায়ত অণু সম্বন্ধে গভীৰ পৰীক্ষা কৰা সম্ভৱ হৈছে। জীৱই কেনেদৰে শক্তি আহৰণ আৰু সঞ্চয় কৰে তাকো জানিব পৰা গৈছে। শৰীৰ বিদ্যা, বংশগতি বিদ্যা আদিৰ লগতো জৈৱ ৰসায়ন সম্পৰ্কিত। জৈৱ ৰসায়নৰ ন-ন আৱিষ্কাৰে কৃষি বিজ্ঞান, চিকিৎসা বিজ্ঞান আদিৰ চৰ্চাক সমৃদ্ধ কৰিছে।

## জ্যোতিৰ্বিজ্ঞান *Astronomy*

মহাকাশৰ গ্ৰহ-নক্ষত্ৰ, নীহাৰিকা, হাতীপটি আদিৰ গতি-প্ৰকৃতি, অৱস্থান, অৱস্থা আদি নিৰীক্ষণ আৰু অধ্যয়ন কৰা বিজ্ঞানৰ এটা শাখা; জ্যোতিৰ্বিদ্যা। সূৰ্যাদি সকলোধৰণৰ জ্যোতিষ্ক সম্পৰ্কে পৰ্যবেক্ষণৰ জৰিয়তে যাৱতীয় তথ্য সংগ্ৰহ আৰু তাৰ ভিত্তিত সেইবোৰৰ গতি-প্ৰকৃতি সম্বন্ধে যুক্তিসম্মত তত্ত্ব গঠন কৰাই জ্যোতিৰ্বিদ্যাৰ প্ৰধান লক্ষ্য বা উদ্দেশ্য।

আধুনিক জ্যোতিৰ্বিজ্ঞান কেইবাটাও শাখা-প্ৰশাখাত বিভক্ত। যেনে : তত্ত্বগত জ্যোতিৰ্বিজ্ঞান (Theoretical Astronomy), বৰ্ণনাত্মক জ্যোতিৰ্বিজ্ঞান (Descriptive Astronomy), অৱস্থানগত জ্যোতিৰ্বিজ্ঞান (Positional Astronomy), জ্যামিতিক জ্যোতিৰ্বিজ্ঞান (Geometrical Astronomy), ব্যৱহাৰিক জ্যোতিৰ্বিদ্যা (Practical Astronomy), জ্যোতিৰ্মিতি (Astrometry), জ্যোতিৰ্পদাৰ্থ বিজ্ঞান (Astrophysics)

আদি। জ্যোতির্বিজ্ঞানৰে আন এটা শাখা হ'ল বিশ্ববিজ্ঞান (Cosmology)। বিশ্বব্ৰহ্মাণ্ডৰ সামগ্ৰিক ৰূপৰ ধাৰণা কৰা, উৎপত্তিৰ ইতিহাস ৰচনা কৰা আদি এই শাখাৰ উদ্দেশ্য।

## জ্যোতির্লিংগ

*দ্বাদশ জ্যোতির্লিংগ চাওক*

## জ্যোতিষবিদ্যা *Astrology*

প্ৰধানকৈ গ্ৰহ-নক্ষত্ৰৰ অৱস্থান আৰু সেই অৱস্থানৰ ফলত মানুহৰ ওপৰত পৰিব পৰা প্ৰভাৱৰ বিষয়ে অধ্যয়ন কৰা বিদ্যা। এই বিদ্যাত বিশেষ বৈজ্ঞানিক সা-সঁজুলিৰ সহায় লোৱা নহয়। জ্যোতিষবিদ্যাৰ মতে গ্ৰহ-নক্ষত্ৰ আদিৰ অৱস্থানৰ পৰিৱৰ্তনৰ লগে লগে প্ৰত্যেক মানুহৰ শাৰীৰিক-মানসিক অৱস্থা, ভাগ্য আদিৰ পৰিৱৰ্তন ঘটে আৰু বিভিন্ন প্ৰতিৰোধমূলক ব্যৱস্থাৰ দ্বাৰা কিছুমান বিৰূপ ঘটনাৰ পৰা হাত সাৰিব পৰা যায়। জন্মৰ সময়ত গ্ৰহ-নক্ষত্ৰৰ যি অৱস্থান থাকে সেই অৱস্থানে মানুহৰ ওপৰত সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলায় বুলিও এই বিদ্যাই কয়। বহুতৰে মতে জ্যোতিষবিদ্যা বিজ্ঞান নিৰ্ভৰ নহয় আৰু ইয়াৰ কোনো বাস্তৱিক ভিত্তি নাই।

# ট

## টক্সাইড *Toxid*

*টক্সিন চাওক*

## টক্সিন *Toxin*

আণুবীক্ষণিক জীৱাণুৱে প্ৰাণীদেহৰ পেশীতন্তুত বিয়পোৱা বিষৰস। দেহৰ কোনো জীৱাণুপুষ্ট অংশৰ পৰা এই টক্সিন বা বিষৰস ৰক্ত প্ৰবাহত মিহলি হোৱা অৱস্থাৰ নাম টক্সিমিয়া। যিবোৰ পদাৰ্থই দেহৰ ভিতৰত উপজাত কোনো টক্সিনৰ বিষক্ৰিয়া নষ্ট কৰে সিহঁতক কোৱা হয় টক্সাইড। আনহাতে কোনো টক্সিনৰ বিষক্ৰিয়া প্ৰতিৰোধৰ বাবে স্বাভাৱিকতে দেহত উৎপন্ন হোৱা পদাৰ্থৰ নাম এণ্টি-টক্সিন।

## টক্সিমিয়া *Toximia*

*টক্সিন চাওক*

## টনছিল *Tonsil*

মুখগহ্বৰৰ পিছফালে আলজিভাৰ দুয়োপাশৰ বেৰত থকা দুটা গ্ৰন্থি। ইয়াক তালুপাৰ্শ্ব গ্ৰন্থি বুলিও ক'ব পাৰি। টনছিলে লিম্ফ (lymph) নামৰ একপ্ৰকাৰ বৰণহীন স্বচ্ছ জৈৱ ৰস উৎপাদন কৰে, যি মানুহৰ কণ্ঠনলীৰ ৰোগ-সংক্ৰমণ প্ৰতিৰোধ কৰে। টনছিলৰ প্ৰদাহ বা বিষ (tonsillities) হ'লে ইয়াৰ আকাৰ বৃদ্ধি পায়। ইয়াৰ ফলত ৰোগীৰ ডিঙিৰ বিষ হয়, খাদ্যবস্তু বা সেপ গিলোঁতে কষ্ট পায়। কাহ আৰু জ্বৰো হ'ব পাৰে। সঘনাই টনছিলৰ প্ৰদাহ হৈ থাকিলে অস্ত্ৰোপচাৰৰ জৰিয়তে টনছিল দুটা উঠাই পেলোৱা হয়।

**টপিয়াৰী** *Topiary*

কিছুমান ঘন জোপোহাক জন্তু বা চৰাইৰ আকৃতিত কলম দি বা কাটি এক কলাত্মক গঠনৰ সৃষ্টি কৰা পদ্ধতি। জোপোহা কাটি বিশেষ ৰূপ দিয়া বিদ্যা বা তেনেধৰণে সজোৱা বাগিচা।

**টম বয়** *Tom Boy*

ল'ৰাৰ দৰে পোছাক পিন্ধি ভাল পোৱা আৰু ল'ৰাৰ দৰে শাৰীৰিক কাম কৰি ভাল পোৱা ছোৱালী; মুনিহীয়া ছোৱালী।

**টমোগ্ৰাফী** *Tomography*

কোনো বন্ধ পাত্ৰৰ ভিতৰত কি আছে তাক চোৱাৰ বাবে বা বাহিৰৰ পৰা দেখা নাযায়, এনে বস্তু চোৱাৰ বাবে এক্স-ৰে', গামা ৰশ্মি আদি ব্যৱহাৰ কৰা কম্পিউটাৰ পদ্ধতি। এই পদ্ধতি ব্যৱহাৰ কৰি ছুটকেছ, বেগ আদিৰ ভিতৰৰ বয়-বস্তু কম্পিউটাৰৰ পৰ্দাত চাব পাৰি। বিমান বন্দৰ আদিত এই পদ্ধতিৰে যাত্ৰীৰ বয়-বস্তু পৰীক্ষা কৰা হয়।

**টৰ্নেডো** *Tornado*

সমুদ্ৰপৃষ্ঠত বা বহল সমভূমি অঞ্চলত হোৱা প্ৰবল ঘূৰ্ণি বতাহযুক্ত ধুমুহা। টৰ্নেডোত দহৰ পৰা এশ মিটাৰ ব্যাসত বায়ুৰ এক শক্তিশালী স্তম্ভ প্ৰচণ্ড গতিত ঘূৰি থাকে আৰু ধূসৰ ডাৱৰৰ দৰে ই দৃশ্যমান হৈ পৰে। ইয়াৰ আকাৰ চুপি বা ফানেলসদৃশ। টৰ্নেডোৱে ইয়াৰ গতিপথত থকা সকলো বস্তুকে, — আনকি মানুহ আৰু জীৱ-জন্তুকো, প্ৰকাণ্ড ভেকুৱাম ক্লীনাৰ (vacuum cleaner) এটাৰ দৰে টানি লৈ যায় আৰু দূৰত আচাৰি পেলায়। সাধাৰণতে একেলগে কেইবাটাও টৰ্নেডোৰ সৃষ্টি হয়। মূলতঃ আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু অষ্ট্ৰেলিয়াত এনে টৰ্নেডোৰ প্ৰভাব বেছি দেখা যায়।

**টৰ্পেডো** *Torpedo*

সাধাৰণতে পানীৰ তলত ব্যৱহৃত একধৰণৰ মাৰণাস্ত্ৰ; জাহাজ-বিধ্বংসী, স্বয়ংচালিত বিস্ফোৰক। টৰ্পেডো ভাপ, পেট্ৰোল, ডিজেল বা বিদ্যুতৰ সহায়ত চলে। সাধাৰণতে টৰ্পেডো পানীৰ তলত ব্যৱহাৰ কৰা হয় যদিও উৰাজাহাজৰ পৰা নিক্ষেপ কৰা টৰ্পেডোও আছে। আগৰ টৰ্পেডোবোৰে পূৰ্বনিৰ্দিষ্ট পথেৰে সৰলৰেখাত গতি কৰিছিল। কিন্তু বৰ্তমানৰ টৰ্পেডোৱে একা-বেঁকাকৈ লক্ষ্যবস্তু অভিমুখে গতি কৰে; অধিকাংশ ক্ষেত্ৰত লক্ষ্যবস্তুৰ পৰা অহা শব্দ-তৰংগ অনুসৰণ কৰি ইহঁতে গতি কৰে। লক্ষ্যবস্তুত (যেনে ঃ জাহাজ) আঘাত কৰাৰ লগে লগে টৰ্পেডো বিস্ফোৰিত হয় আৰু বিস্তৰ ক্ষতি সাধন কৰে। সমুদ্ৰ তীৰস্থ ঘাটি, ছাবমেৰিন, জাহাজ, নাও বা উৰাজাহাজৰ পৰা টৰ্পেডো ব্যৱহাৰ কৰা হয়। টৰ্পেডো বিভিন্ন প্ৰকাৰৰ আছে। তাৰ ভিতৰত স্পাইডাৰ (Spider) টৰ্পেডোৱে এক বিশিষ্ট স্থান অধিকাৰ কৰিছে। সম্প্ৰতি বিভিন্ন দেশে মনুষ্যবাহী টৰ্পেডোও নিৰ্মাণ কৰি উলিয়াইছে।

**টল পপী ছিনড্ৰোম** *Toll poppy Syndrome*

জীৱনত সফল হোৱাসকলৰ সুনাম ম্লান কৰিবলৈ বা তেওঁলোকৰ বদনাম কৰিবলৈ আন কিছু লোকৰ থকা কু-উদ্দেশ্যমূলক প্ৰৱণতা।

**টাইটেল পেজ**
*ফ্লাই লীফ চাওক*

**টাইপ-এ ব্যক্তিত্ব** *Type-A personality*
বিশেষ এক মানসিক অৱস্থা আৰু আচৰণযুক্ত ব্যক্তিত্ব। এনে ব্যক্তিত্বৰ লক্ষণ হ'ল ঃ অতি বেছি ভ্ৰমণ কৰা, প্ৰতিযোগিতামূলক মনোভাব, জৰুৰী সময়ৰ জ্ঞান, ধৈৰ্যহীনতা, অবাস্তৱ উচ্চাকাংক্ষা আদি।

**টাইফয়ড** *Typhoid*
জীৱাণুজনিত সংক্ৰামক ৰোগ। 'ছালমনেলা টাইফি' (Salmonella Typhi) নামৰ এবিধ বেক্টেৰিয়াৰ আক্ৰমণত এই ৰোগ হয়। প্ৰধানতঃ দূষিত পানী, গাখীৰ বা খাদ্যৰদ্বাৰা বা ৰোগীৰ মল-মূত্ৰৰ সংস্পৰ্শলৈ অহাৰ ফলত এই ৰোগ সুস্থ মানুহৰ শৰীৰলৈ বিয়পে। টাইফয়ড হ'লে ক্ৰমে ৰোগীৰ ডিঙিৰ বিষ, কাহ, পেট চলা, দুৰ্বলতা আদি উপসৰ্গই দেখা দিয়ে। প্ৰতিদিনে জ্বৰৰ তাপমাত্ৰা কম-বেছি হয়। ৰোগী অত্যন্ত দুৰ্বল হৈ পৰে। কেতিয়াবা কোনো কোনো ৰোগীৰ দেহত ৰঙচুৰা সৰু সৰু গুটি দেখা যায়। ক্ৰমে ৰোগী অধিক দুৰ্বল হৈ পৰে।অচেতনপ্ৰায় হৈ প্ৰলাপ বকিবলৈ ধৰে। পেট ওফন্দি উঠে; দিনে পাঁচ-ছবাৰ পৰ্যন্ত শৌচ হয়। উপযুক্ত চিকিৎসা অবিহনে টাইফয়ডত ৰোগীৰ হৃদপিণ্ড, হাওঁফাওঁ, খাদ্যনলী, বৃক্ক আদিও সংক্ৰমিত হৈ জটিলতাৰ সৃষ্টি হয়। অন্ত্ৰ ফুটা হৈ যোৱা, নিউমোনিয়া আদি উপসৰ্গই দেখা দিয়ে। পৰিস্থিতি জটিল হ'লে ৰোগীৰ মৃত্যুও হ'ব পাৰে। উপযুক্ত শুশ্ৰূষা, খাদ্য, এণ্টিবায়োটিক ঔষধ প্ৰয়োগৰ ফলত টাইফয়ড সম্পূৰ্ণ নিৰাময় হয়। এই ৰোগৰ পৰা হাত সাৰি থকাৰ বাবে প্ৰতিষেধক বেজী লোৱাৰো ব্যৱস্থা আছে।

**টাইম জোন** *Time Zone*
একে মান সময় (standard time) দেখুওৱা ভৌগোলিক মণ্ডল; সমকাল মণ্ডল; সময় মণ্ডল। এখন ঠাইৰ স্থানীয় সময় হ'ল সেই ঠাইখনৰ ঠিক ওপৰত সূৰ্যটো থাকোতে দুপৰীয়া বাৰ বজা বুলি ধৰি লৈ গণনা কৰা সময়। গতিকে বিভিন্ন অঞ্চলত, বা অধিক শুদ্ধকৈ ক'বলৈ গ'লে বিভিন্ন দ্ৰাঘিমাংশত অৱস্থিত ঠাইবোৰৰ স্থানীয় সময় বেলেগ হয়। মানুহৰ চলাচল যেতিয়া ধীৰ আৰু সীমিত আছিল, তেতিয়া এনেধৰণৰ বিভিন্ন স্থানীয় সময়ে বিশেষ সমস্যাৰ সৃষ্টি কৰা নাছিল। কিন্তু দীৰ্ঘ দূৰত্বৰ ৰে'ল সেৱা আৰু উৰাজাহাজ সেৱা আৰম্ভ হোৱাৰ পাছত এইক্ষেত্ৰত প্ৰথম কিছু সমস্যা অনুভৱ কৰা গ'ল। এখন দীৰ্ঘ দূৰত্বৰ ৰে'লৰ ভ্ৰমণসূচী যদি বিভিন্ন অঞ্চলৰ স্থানীয় সময় অনুযায়ী বিভিন্ন ধৰণৰ হয়, তেন্তে ই ব্যাপক খেলিমেলিৰ সৃষ্টি কৰিব। এনেধৰণৰ বহু অসুবিধাৰ বাবে সমগ্ৰ বিশ্বক পৃথিৱীৰ পৃষ্ঠৰ পৰা কেন্দ্ৰলৈকে থকা কিছুমান চকলৰ আকৃতিৰ টাইম জোন বা সময় মণ্ডলত ভাগ কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰা গ'ল। এই প্ৰতিটো মণ্ডলৰে সময় বিভিন্ন। সেই অনুযায়ী প্ৰায় ১৫ ডিগ্ৰী দ্ৰাঘিমাংশৰ বিস্তৃতিত একোটা মণ্ডল লৈ মুঠতে ২৪টা সময় মণ্ডলত পৃথিৱীক ভাগ কৰা হ'ল। এই মণ্ডলসমূহৰ অন্তৰ্গত এক বিস্তীৰ্ণ অঞ্চলত সময় একে থাকিব, আৰু এটা সময় মণ্ডলৰ পৰা আন এটা মণ্ডলত প্ৰৱেশ কৰোতে সময় বেলেগ হ'ব। অৱশ্যে বিভিন্ন ৰাজনৈতিক,

অর্থনৈতিক আৰু প্ৰাকৃতিক কাৰণত ১৫ ডিগ্ৰীৰ এই ভাগটো কটকটীয়াকৈ মনা হোৱা নাই আৰু সময় মণ্ডলসমূহক পৃথক কৰা ৰেখাডালো সৰলৰেখা নহয়। সাধাৰণতে এক টাইম জোনৰ প্ৰায় মাজতে অৱস্থিত কোনো ঠাইৰ স্থানীয় সময়কে সেই সময় মণ্ডলৰ সময় বুলি মানি লোৱা হয় আৰু সেই মণ্ডলৰ সকলো স্থানত সেই সময় ব্যৱহাৰ কৰা হয়। অৱশ্যে সংশ্লিষ্ট ৰাষ্ট্ৰৰ ইচ্ছাৰ ওপৰতো সেই মণ্ডল নিৰ্ভৰ কৰে। উদাহৰণস্বৰূপে ফ্ৰান্স যদিও ভৌগোলিকভাৱে গ্ৰীনহাউছৰ সময় মণ্ডলৰ অন্তৰ্ভুক্ত, তথাপি ফ্ৰান্সে ওচৰৰ আন এক সময় মণ্ডলৰ (চেণ্ট্ৰেল ইউৰোপিয়ান টাইম জোন) সময়হে অনুসৰণ কৰে। তদুপৰি 'ডে লাইট ছেভিং টাইম'ৰ অধীনত কোনো সময় মণ্ডলৰ মান সময় এঘণ্টামান আগ-পিছ কৰাও হ'ব পাৰে, স্পেইনে তেওঁলোকৰ মণ্ডলটোৰ একেবাৰে পশ্চিম সীমাৰ এক ঠাইৰ স্থানীয় সময়কহে সেই মণ্ডলৰ সময় বুলি গ্ৰহণ কৰিছে আৰু 'ডে লাইট ছেভিং টাইম'ৰ অধীনত সেই সময়ো এঘণ্টা পিছুৱাই দিয়া হৈছে। গতিকে স্পেইনৰ মুক্সিয়া নামৰ নগৰখনত স্থানীয় সময়মতে যেতিয়া দুপৰীয়া বাৰ বাজিব লাগে, তেতিয়া মণ্ডল হিচাপে তাত সময় হয়গৈ দিনৰ ২ বাজি ৩৭ মিনিট। অৱশ্যে সময় মণ্ডলৰ ব্যৱহাৰৰ ফলত বহু খেলিমেলি আঁতৰ কৰিব পৰা গৈছে আৰু বিশ্বৰ বিভিন্ন ঠাইৰ সময়ৰ ক্ষেত্ৰত এক সামঞ্জস্য ৰক্ষা কৰিব পৰা গৈছে।

## টাইম মেচিন *Time Mechine*

কল্পবিজ্ঞানৰ কাহিনীত ব্যৱহৃত কল্পিত যন্ত্ৰ, যি যন্ত্ৰৰ সহায়ত অতীত আৰু ভৱিষ্যতলৈ যাব পাৰি।

## টাইম মেনেজমেণ্ট *Time Management*

দৈনন্দিন কামত সময়ৰ সদ্ ব্যৱহাৰ; সময় ব্যৱস্থাপনা; সময় পৰিচালনা। কিছুমান বিশেষ কাম, প্ৰকল্প বা প্ৰজেক্ট, বা লক্ষ্য আদিক নিৰ্দিষ্ট সময়ৰ ভিতৰত শেষ কৰিবৰ বাবে ব্যৱহাৰ কৰা কিছুমান বুদ্ধি, কৌশল, সঁজুলি আদিৰ সমাহাৰকো সামূহিকভাৱে টাইম মেনেজমেণ্ট বুলি কোৱা হয়। পৰিকল্পনা প্ৰস্তুতকৰণ, দায়িত্বভাৰ অৰ্পণ, লক্ষ্য নিৰ্ধাৰণ, বিভিন্ন লোকৰ বাবে বিভিন্ন উপ-কামৰ দায়িত্ব নিৰ্ধাৰণ, প্ৰয়োজনীয় সময়ৰ বিশ্লেষণ, সংগঠিতকৰণ, বিভিন্ন পৰ্যায়ৰ মাজত সমন্বয় সাধন, কোনটো কাম আগতে কৰিব লাগে নিৰ্ধাৰণ কৰা আদি বহু দিশ সামৰি লয়। প্ৰথম পৰ্যায়ত কেৱল ব্যৱসায়িক কামবোৰ বা কোনো প্ৰকল্পৰ ক্ষেত্ৰতহে এই টাইম মেনেজমেণ্ট শব্দটো বা ইয়াৰ ধাৰণা ব্যৱহাৰ কৰা হৈছিল। কিন্তু এতিয়া ব্যক্তিগত কামবোৰৰ ক্ষেত্ৰতো টাইম মেনেজমেণ্ট ধাৰণাৰ প্ৰয়োগ কৰা হয় আৰু ই অতি প্ৰয়োজনীয়ও হৈ পৰিছে। যিকোনো মানুহ আৰু কামৰ বাবে সময়ৰ জোখ সদায় একে। দিনটোত চব্বিছ ঘণ্টাতকৈ বেছি সময় কোনেও নাপায়। কিন্তু তাৰে ভিতৰত দেখা যায় যে কিছুমান ডাঙৰ কামো নিচেই কম সময়ৰ ভিতৰতে সম্পন্ন কৰা হয়, আৰু আন কিছুক্ষেত্ৰত একেধৰণৰ কাম বছৰৰ পাছত বছৰ জুৰি কৰিও শেষ কৰিব পৰা নাযায়। ইয়াৰ লগত আন কিছুমান কাৰকো জড়িত হৈ আছে যদিও সময়ৰ সুব্যৱস্থাপনা বা সুব্যৱস্থাপনাৰ অভাৱৰ এইক্ষেত্ৰত অতিশয় প্ৰভাৱ আছে। এতিয়া বিভিন্ন বৃহৎ প্ৰকল্প সময়মতে সম্পূৰ্ণ কৰাৰ ক্ষেত্ৰত প্ৰজেক্ট মেনেজমেণ্টৰ অধ্যয়নক যথেষ্ট গুৰুত্ব দিয়া হয় আৰু এইক্ষেত্ৰত সময় ব্যৱস্থাপনাৰ এক তাৎপৰ্যপূৰ্ণ ভূমিকা আছে।

ব্যক্তিগত ক্ষেত্রত সফলতা লাভ কৰিবৰ বাবেও টাইম মেনেজমেণ্টৰ যথেষ্ট গুৰুত্ব আছে। ব্যক্তিগত পৰিকল্পনা, উপযুক্ত লক্ষ্য নিৰ্ধাৰণ, ব্যক্তিগত প্ৰচেষ্টা তথা দক্ষতা, উপযুক্ত কৌশল আৰু সঁজুলিৰ ব্যৱহাৰ আদিৰ সমন্বয়তহে এনে সময় ব্যৱস্থাপনা সম্ভৱপৰ। আজিকালি কিছুমান অভিনৱ ছফটৱেৰ ব্যৱহাৰ কৰি কম সময়তে বহু কাম সমাধা কৰিব পৰাও যায়। কিছু লেখকে এতিয়ালৈকে ব্যৱহৃত টাইম মেনেজমেণ্টৰ কৌশলক সময় অনুযায়ী চাৰিটা ভাগত ভাগ কৰিছে। সেইকেইটা হ'ল ঃ প্ৰথম প্ৰজন্ম (মূলতঃ ঘড়ীৰ ব্যৱহাৰ), দ্বিতীয় প্ৰজন্ম (কেলেণ্ডাৰ আৰু এপইণ্টমেণ্ট বুকৰ ব্যৱহাৰ, লক্ষ্য নিৰ্ধাৰণ), তৃতীয় প্ৰজন্ম (উচিত পৰিকল্পনা, প্ৰয়োজন অনুসৰি কোনো কামত কম বা বেছি গুৰুত্ব দিয়াৰ কৌশলৰ ব্যৱহাৰ, কম্পিউটাৰৰ ব্যৱহাৰ আদি) আৰু চতুৰ্থ প্ৰজন্ম (সকলো অত্যাধুনিক কৌশলৰ ব্যৱহাৰ, টাইম মেনেজণ্টেৰ বৈজ্ঞানিক অধ্যয়নৰ প্ৰয়োগ আদি)।

### টাগ অব্ লাভ *Tug of Love*

বিবাহ বিচ্ছেদ হোৱা পুৰুষ-নাৰীৰ এজনে তেওঁলোকৰ সন্তানক লগত ৰখা আৰু আনজনেও সেই সন্তানৰ অধিকাৰ দাবী কৰা এক পৰিস্থিতি।

### টাছখণ্ড চুক্তি *Tashkant Agreement*

তৎকালীন ছোভিয়েট ৰাছিয়াৰ টাছখণ্ডত ৰাছিয়াৰ প্ৰচেষ্টাত ভাৰতৰ প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰী আৰু পাকিস্তানৰ ৰাষ্ট্ৰপতি আয়ুব খানৰ মাজত ১৯৬৬ চনৰ ১০ জানুৱাৰীত স্বাক্ষৰিত এক চুক্তি। টাছখণ্ডত স্বাক্ষৰিত হোৱা বাবে ই টাছখণ্ড চুক্তি নামে প্ৰখ্যাত।

১৯৬৪ চনৰ ভাৰত-পাকিস্তানৰ যুদ্ধৰ পৰিপ্ৰেক্ষিতত দুয়ো দেশৰ মাজত যি উত্তেজনা সৃষ্টি হয়, তাক প্ৰশমিত কৰিবলৈকে এই আলোচনা (আৰু পাছত চুক্তি) সম্পাদিত হয়। এই চুক্তিৰ জৰিয়তে দুয়ো দেশে সৈন্য অপসাৰণ কৰা, যুদ্ধবন্দী প্ৰত্যৰ্পণ কৰা, কূটনৈতিক সম্পৰ্ক পুনৰ স্থাপন কৰা আদি ব্যৱস্থা সম্পৰ্কে সিদ্ধান্ত গ্ৰহণ কৰে। চুক্তিত স্বাক্ষৰ কৰাৰ দিনাই ৰাতি হঠাতে লাল বাহাদুৰ শাস্ত্ৰীৰ মৃত্যু হোৱাত এই চুক্তি ৰূপায়ণত বাধা আহি পৰে।

টাছখণ্ড চুক্তিয়ে ভাৰত-পাকিস্তানৰ সম্পৰ্ক উন্নত কৰাত বিশেষ অৰিহণা যোগাব নোৱাৰিলে। ১৯৭১ চনত এই দুয়ো দেশ পূব পাকিস্তানত (এতিয়াৰ বাংলাদেশ) পুনৰ যুদ্ধত লিপ্ত হ'ল।

### টাট্টু *Tattoo*

গাৰ ছাল বেজীৰে বিন্ধাই তাৰ ভিতৰত ৰং সুমুৱাই শৰীৰৰ ওপৰত স্থায়ী নক্সা বা চিত্ৰ অংকন; উল্কি। পৃথিৱীৰ বিভিন্ন ঠাইৰ লগতে উত্তৰ-পূব ভাৰতৰ বিভিন্ন জনগোষ্ঠীৰ মাজত টাট্টুৰ প্ৰচলন আছে। আধুনিক পাশ্চাত্য সংস্কৃতিতো সম্প্ৰতি টাট্টুৱে বিশেষ প্ৰসাৰ আৰু জনপ্ৰিয়তা লাভ কৰিছে।

### টানেন্‌বাৰ্গৰ যুদ্ধ *Battle of Tannenberg*

প্ৰথম মহাসমৰৰ সময়ত, ১৯১৪ চনৰ ২৩-৩১ আগষ্টত পূব প্ৰুছিয়াত জাৰ্মানী আৰু ৰাছিয়াৰ মাজত হোৱা এলানি যুদ্ধ। বহুবাৰ হৰা-জিকা হৈ থকাৰ পাছত, ৰাছিয়ান বাহিনী পিছ হোঁহকি আহি পুনৰ জাৰ্মানীত প্ৰৱেশ নকৰিলে।

**টাৰবাইন** *Turbine*

তৰল বা গেছীয় পদাৰ্থৰ সোঁতত নিহিত হৈ থকা শক্তিক যান্ত্রিক শক্তিলৈ ৰূপান্তৰিত কৰা যন্ত্র। টাৰবাইনৰ সহায়ত মটৰ বা ইঞ্জিনৰ অনুৰূপ কাৰ্যকৰী শক্তি উৎপাদন কৰিব পাৰি। টাৰবাইনৰ কৌশলেৰে চালিত যন্ত্ৰক টাৰ্বো বোলে। যেনে ঃ টাৰ্বো ইঞ্জিন, টাৰ্বো জেনেৰেটৰ ইত্যাদি। বিদ্যুৎ উৎপাদন, জাহাজ আৰু উৰাজাহাজ চলোৱাত টাৰবাইনৰ বিশেষ ভূমিকা আছে।

**টাৰ্মিনেল** *Terminal*

টাৰ্মিনেল শব্দটোৰ কেইবাটাও অৰ্থ আছে। ৰে'ল ষ্টেচন বা বিমান বন্দৰ সংলগ্ন যি প্রান্তিক ভৱন যাত্রীসকলে যাত্ৰাৰ প্ৰাক্‌কালত বা আগমনৰ সময়ত ব্যৱহাৰ কৰে, সমৱেত হয় তাৰ নাম টাৰ্মিনেল।

কম্পিউটাৰৰ লগত যুক্ত আউটপুট আৰু ইনপুট ব্যৱস্থা (যেনে ঃ কী বোৰ্ড আৰু মনিটৰিং ব্যৱস্থা) — যাৰ দ্বাৰা তথ্য আহৰণ আৰু প্ৰেৰণ কৰা হয় তাকো টাৰ্মিনেল বোলা হয়।

একেদৰে শিক্ষায়তনৰ একোটি নিৰ্ধাৰিত শিক্ষাকাল শেষ হোৱা বুজোৱাতো শব্দটোৰ ব্যৱহাৰ আছে (যেনে ঃ terminal examination)।

**টিউমাৰ** *Tumour*

কোষৰ অস্বাভাৱিক বৃদ্ধি ঘটি দেহত সৃষ্টি হোৱা পিণ্ড। হঠাৎ বাঢ়ি অহা এই পিণ্ড শৰীৰৰ একো কামত নালাগে। প্রকৃতাৰ্থত টিউমাৰ বুলিলে অজ্ঞাত কাৰণত দেহৰ কোনো অংগৰ স্বতঃপ্ৰবৃত্ত অস্বাভাৱিক আৰু অনিয়ন্ত্রিত বৃদ্ধিকে বুজোৱা হয়।

**টিউৰেটছ্ ছিনড্ৰোম** *Tourette's Syndrom*

মগজুৰ এক বিৰল ৰোগ। এই ৰোগত ভোগা ৰোগীসকল হঠাতে ঘামি উঠে, চিঞৰ মাৰে আৰু ঘপকৈ লৰচৰ কৰে। এনে কৰাটোক তেওঁলোকে নিয়ন্ত্ৰণ কৰিব নোৱাৰে।

**টিছু কালচাৰ**

*কলাকৰ্ষণ চাওক*

**টি বি**

*যক্ষ্মা চাওক*

**টুৱেণ্টী-২০ ক্রিকেট** *Twenty-20 Cricket*

২০ অ'ভাৰৰ ক্রিকেট খেল। সময় খৰচী অভিযোগৰ পৰা মুক্ত হোৱাৰ লগতে তীব্ৰ উত্তেজনাময় হোৱা বাবে আৰম্ভণিৰে পৰাই এইবিধ ক্রিকেটে জনপ্রিয়তা লাভ কৰে। ইয়াৰ ক্রমবৰ্ধমান জনপ্রিয়তাৰ প্রতি লক্ষ্য ৰাখিয়েই আই চি চিয়ে ২০০৭ চনৰ ১০-১৪ ছেপ্টেম্বৰলৈ দক্ষিণ আফ্রিকাত প্রথম টুৱেণ্টী-২০ বিশ্বকাপ ক্রিকেট প্রতিযোগিতা অনুষ্ঠিত কৰে। এই বিশ্বকাপত পৃথিৱীৰ ১০খন দেশে অংশগ্ৰহণ কৰে। সেই দেশকেইখন হ'ল ঃ ভাৰত, পাকিস্তান, শ্ৰীলংকা, দক্ষিণ আফ্রিকা, বাংলাদেশ, অষ্ট্রেলিয়া, ইংলেণ্ড, নিউজিলেণ্ড জিম্বাবুৱে আৰু ৱেষ্ট ইণ্ডিজ।

## টেক্সিডার্মি *Texidarmy*

নোম আৰু চুলিসহ মৃত জীৱ-জন্তুক জীৱন্ত ৰূপ দিয়া পদ্ধতি; চৰ্ম সংৰক্ষণ বিদ্যা। সাধাৰণতে মিউজিয়াম আদিত মৃত জীৱ-জন্তুক এই পদ্ধতিৰ সহায়ত দেখিবলৈ জীৱন্ত যেন কৰি ৰখা হয়।

## টেট্ৰা পেক *Tetra Pack*

যিকোনো জুলীয়া খাদ্য-সামগ্ৰী (ঘাইকৈ গাখীৰ, ফলৰ ৰস আদি) বহুদিনলৈ বেয়া নোহোৱাকৈ ৰাখিব পৰা এক পেকেজিং কৌশল। টেট্ৰা পেকৰ সহায়তে ফলৰ ৰস, গাখীৰ, লাচী আদি খাদ্য-সামগ্ৰী বহু দূৰলৈকে প্ৰেৰণ কৰিব পৰা গৈছে আৰু গ্ৰাহকেও অনায়াসে নিজৰ ঘৰৰ ওচৰতে সেইবোৰ লাভ কৰিব পাৰিছে। এনে পেকেটবোৰৰ আকৃতি প্ৰথমতে টেট্ৰাহেড্ৰনৰ (tetrahedron, চতুস্ফলক) দৰে আছিল। মানে তাত চাৰিখন ত্ৰিভুজাকৃতিৰ পাত থাকে আৰু সেই পাতকেইখনৰ শীৰ্ষ বিন্দুকেইটা ওপৰত এটা বিন্দুত মিলিত হয়। অৰ্থাৎ, পিৰামিডৰ দৰে এক আকাৰ। এৰিক ৱালেনবাৰ্গ (Erik Wallenberg) নামৰ এজন ডিজাইনাৰে এই টেট্ৰা পেক আৱিষ্কাৰ কৰে। তেওঁ আছিল ডঃ ৰুবেন ৰাউছিং (Dr Ruben Rausing) নামৰ এজন ব্যৱসায়ীৰ 'আকেৰলুণ্ড এণ্ড ৰাউছিং' প্ৰতিষ্ঠানৰ কৰ্মচাৰী। ছুইডেনৰ এই কোম্পানীটো পেকেজিঙৰ লগত জড়িত আছিল। ৱালেনবাৰ্গে জুলীয়া খাদ্যবস্তু পেকেজিঙৰ বাবে প্ৰথমে এই টেট্ৰাহেড্ৰন আকাৰৰ এক পেকেট তৈয়াৰ কৰিলে। ডঃ ৰাউচিঙে এই ডিজাইনটো ভাল পালে আৰু ১৯৪৪ চনৰ ২৭ মাৰ্চত তাৰ পেটেণ্টৰ বাবে আবেদন কৰিলে। তাৰ পাছত অৱশ্যে ইয়াক সম্পূৰ্ণ বায়ুনিৰুদ্ধ কৰি তাৰ বাবে এলুমিনিয়াম আৰু প্লাষ্টিকৰ তৰপ ব্যৱহাৰ কৰা হ'ল। ১৯৫৩ চনত এইবিধ পেকেজিং সামগ্ৰীৰ বিপণন আৰম্ভ হয়। ১৯৫১ চনত কোম্পানীটোৰ নাম সলনি কৰি টেট্ৰা পেক ৰখা হৈছিল বাবে এইবিধ পেকেটৰ টেট্ৰা পেক নামটোৱেই ৰৈ গ'ল। এতিয়া টেট্ৰা পেকৰ সহায়ত সাধাৰণ কোঠাৰ উষ্ণতাত জুলীয়া খাদ্যবস্তু বেয়া নোহোৱাকৈ এবছৰ পৰ্যন্ত ৰাখিব পৰা যায় আৰু দূৰ-দূৰণিলৈ প্ৰেৰণ কৰিব পৰাও যায়। অৱশ্যে এতিয়া টেট্ৰা পেকৰ আকাৰ টেট্ৰাহেড্ৰনেই হৈ থকা নাই। বিভিন্ন আকাৰৰ টেট্ৰা পেক এতিয়া বজাৰত পোৱা যায়। 'আমুল তাজা', 'ফ্ৰুটী' আদি আমাৰ পৰিচিত টেট্ৰা পেকৰ দৃষ্টান্ত।

## টেডী বিয়েৰ *Teddy Bear*

অকণি আৰু বহু যুৱক-যুৱতীৰ মাজত অতি জনপ্ৰিয় এটি সৰু ভালুকৰ পোৱালিৰ পুতলা। এই পুতলা ভালুক পোৱালিটোৰ নাম প্ৰসিদ্ধ মাৰ্কিন ৰাষ্ট্ৰপতি থিঅ'ডৰ ৰুজভেল্টৰ নামানুসৰি কৰা হৈছে। ৰুজভেল্ট জনসমাজত ঘাইকৈ 'টেডী ৰুজভেল্ট নামেৰেই জনাজাত আছিল। ৰুজভেল্ট আছিল বৰ ভাল চিকাৰী। ১৯০২ চনত এখন বাতৰিকাকতত এটা কাৰ্টুন প্ৰকাশ হয়। কাৰ্টুনটোত এটা মৰমলগা ভালুকৰ পোৱালিক চিকাৰীয়ে বন্দী কৰা দেখুওৱা হৈছিল। কাৰ্টুনটোত ৰুজভেল্টৰো ছবি আছিল। চিকাৰীয়ে বন্দী কৰা ভালুকৰ পোৱালিটো গুলীয়াবলৈ ৰুজভেল্ট অমান্তি হৈছে, — সেয়ে আছিল কাৰ্টুনটোৰ বিষয়বস্তু। ইয়াৰ পাছৰ পৰাই জন্ম হয় টেডী বিয়েৰ পুতলা। মৰিছ মিচ্‌কম (Morris Mitchcom) নামৰ এজন উৰ্বৰ মস্তিষ্কৰ পুতলা নিৰ্মাণ কৰোঁতাই ঠিক সেই কাৰ্টুনটোত থকাৰ দৰেই এটা অতি মৰমলগা ভালুকৰ পোৱালিৰ

পুতলা সাজি নিজৰ দোকানত সজাই ৰাখিছিল। বাদামী ৰঙৰ মখমল (ভেলভেট) কাপোৰেৰে নির্মিত এই ভালুক পোৱালিটোৰ হাত-ভৰি লৰাব পৰা ব্যৱস্থাও আছিল। চকু দুটাৰ ঠাইত আছিল দুটা উজ্জ্বল ক'লা বুটাম। ডিঙিত সেউজীয়া ফিটা বান্ধি কাঁচৰ খোলোচত ভালুক পোৱালিটোক বহুৱাই তেওঁ তলত লেবেল লগালে 'টেডী বিয়েৰ'। ইয়াৰ পাছৰে পৰা সমগ্ৰ বিশ্বতে টেডী বিয়েৰে প্ৰচুৰ জনপ্ৰিয়তা লাভ কৰিবলৈ ধৰে।

**টেনিছ এল্‌বো** *Tennis Elbow*

কিলাকুটিৰ বহিঃঅংশত থকা এপিকন্‌ডাইল (epicondyle) অংশত হোৱা প্ৰদাহজনিত ৰোগ। এই ৰোগৰ ফলত যথেষ্ট বিষ হয় আৰু আক্ৰান্ত অংশ ফুলি উঠে।

**টেবলয়ড** *Tabloid*

ডাঙৰ ডাঙৰ আখৰৰ শিৰোনাম আৰু যথেষ্ট ছবিসহ মুদ্ৰিত স্বাভাৱিক জোখতকৈ আধা জোখৰ সংবাদপত্ৰ। সাধাৰণ অৰ্থত, সাধাৰণ দৈনিক বাতৰিকাকত এখনৰ আধা আকাৰৰ বাতৰিকাকত। অসমীয়া ভাষাত সাদিন, অসম বাণী, জনমভূমি আদি টেবলয়ড জোখৰ কাকত।

**টেলি কনফাৰেন্স** *Teleconference*

টেলিযোগাযোগৰ মাধ্যমত, অৰ্থাৎ, টেলিফোন, টেলিভিছন বা কম্পিউটাৰ টাৰ্মিনেলৰ সহায়ত দূৰত থকা মানুহৰ মাজত পাৰস্পৰিক কথা-বতৰা বা আলাপ-আলোচনা; টেলিকন (Telecon) নামেৰেও সমধিক পৰিচিত। সাম্প্ৰতিক কালত এই পদ্ধতিৰে মেনেজমেণ্ট আৰু তথ্য প্ৰযুক্তিৰ ক্ষেত্ৰত সাক্ষাৎকাৰ তথা আন গুৰুত্বপূৰ্ণ আলোচনা সম্পাদন কৰা হয়।

**টেলি প্ৰম্পটাৰ** *Teleprompter*

টেলিভিছন ষ্টুডিঅ'ত থকা এবিধ যন্ত্ৰ। ইয়াৰ সহায়ত অনুষ্ঠান পৰিবেশনকাৰীয়ে টেলিভিছনৰ দৰ্শকলৈ পোনে পোনে চাই থাকিয়েই সংলাপ আদি গাই যাব পাৰে। সাধাৰণতে টেলিভিছনৰ বাতৰি পঢ়োঁতাই এনে যন্ত্ৰৰ সহায়তে বাতৰি পঢ়ে, যাৰ বাবে বাতৰি পঢ়োঁতাজনক দৰ্শকলৈ চাই কথা কৈ থকা যেন লাগে। এনে যন্ত্ৰত অনুষ্ঠান পৰিবেশনকাৰীয়ে ক'ব লগা কথাখিনি জিলিকি থাকে, যাৰ দ্বাৰা তেওঁৰ কথাখিনি কোৱাত কোনো অসুবিধা নহয়।

**টেলিভাংগেলিজম** *Televangelism*

ধৰ্মবাণী প্ৰচাৰ বা ধৰ্মীয় উদ্দেশ্যত পুঁজি সংগ্ৰহৰ বাবে টেলিভিছনৰ যোগেদি ধৰ্ম সম্বন্ধীয় কথা বা আলোচনা প্ৰচাৰ; টেলি ধৰ্মবাণী প্ৰচাৰ।

**টেলিমেডিচিন** *Telemedicine*

টেলিমেডিচিনৰ অৰ্থ হ'ল 'দূৰৰ পৰাই মেডিচিন বা ঔষধ'। অসম্ভৱ যেন লগা এই কথাটোৱে বৰ্তমান বাস্তৱ ৰূপ লাভ কৰিছে। টেলিমেডিচিন ব্যৱস্থাৰ বাবে এজন ব্যক্তিৰ ওচৰত এটা পাৰ্ছনেল কম্পিউটাৰ, এটা কেমেৰা আৰু এটা ভাল টেলিফোন-সংযোগ থকা প্ৰয়োজন।

ইণ্টাৰনেট ব্যৱস্থাৰ বাবে কম্পিউটাৰ আৰু টেলিফোন লাইন দৰকাৰী। এইবাৰ তেওঁ পূৰ্ব নিৰ্ধাৰিত ব্যৱস্থা অনুযায়ী বহু দূৰৰ কোনোবা নামী চিকিৎসকৰ লগত যোগাযোগ কৰিব পাৰে। কেমেৰাৰ সহায়ত চিকিৎসকে তেওঁক পুংখানুপুংখভাৱে চাব আৰু তাৰ পাছত ব্যৱস্থা-পত্ৰ বা প্ৰেছক্ৰিপচন প্ৰেৰণ কৰিব। গুৰুতৰভাৱে অসুস্থ এজন ৰোগীক হাস্পতাললৈ পঠিয়াবই লাগিব বা কটা-ছিঙা আদিৰ চিকিৎসা স্থানীয়ভাৱে কৰিবই লাগিব। কিন্তু এনে বহু ৰোগ আছে যিবোৰৰ চিকিৎসা দূৰৰ পৰাই কৰিব পাৰি। ইয়াৰ ফলত ৰোগীজনৰ যথেষ্ট কম সময় তথা কম ধন খৰচ হয়। টেলিমেডিচিন ব্যৱস্থাৰ জৰিয়তে একে সময়তে বহুকেইজন বিশেষজ্ঞৰ লগত আলোচনা কৰি আটাইতকৈ কাৰ্যকৰী ঔষধবিধক চিনাক্ত কৰিব পৰা যায়। বিশেষজ্ঞৰ মতামত ৰোগীগৰাকীলৈ মুহূৰ্ততে প্ৰেৰণ কৰিব পৰা যায়। ৰোগীৰ উপকাৰৰ বাবে চিকিৎসা ব্যৱস্থা সহজতে পুনৰীক্ষণ কৰিব পৰা যায়। ভাৰতৰ এনে বহু ভিতৰুৱা ঠাই আছে য'ত চিকিৎসা সেৱা প্ৰায় নায়েই আৰু খুব কমসংখ্যক চিকিৎসকেহে তালৈ গৈ চিকিৎসা সেৱা আগবঢ়াবলৈ ইচ্ছুক। এনেক্ষেত্ৰত টেলিমেডিচিনে বিশেষ ভূমিকা ল'ব পাৰে।

## টেষ্ট টিউব বেবী *Test Tube Baby*

কোনো পুৰুষৰ পৰা শুক্ৰাণু আৰু নাৰীৰ পৰা ডিম্বাণু লৈ বাহিৰত তাৰ নিষেচন ঘটাই, পুনৰ নাৰীগৰাকীৰ গৰ্ভত সেই ভ্ৰূণ স্থাপিত কৰি, তাৰ পাছত স্বাভাৱিকভাৱেই জন্ম হোৱা সন্তান।

*লগতে চাওক বহিঃ নিষেচন*

## টোটেম পোল *Totem Pole*

উত্তৰ আমেৰিকাৰ উত্তৰ-পশ্চিম উপকূলৰ ঠায়ে ঠায়ে এক পৰম্পৰাগত কলাশৈলীৰ কিছু শিল্পকৃতি দেখা যায়। এইবোৰৰ নাম টোটেম পোল। বহু টোটেম পোলৰ আকাৰ বৰ বিশাল। প্ৰাকৃতিক ক্ষয় ৰোধ কৰিবলৈ কিছুসংখ্যক টোটেম পোলক এতিয়া সংগ্ৰহালয়ত সংৰক্ষিত কৰি ৰখা হৈছে। সাধাৰণতে টোটেম পোলবোৰে কোনো পৰিয়ালৰ ইতিহাস আৰু বৃত্তিক প্ৰতিনিধিত্ব কৰে (প্ৰায়েই মৃত পূৰ্বপুৰুষৰ)। তাত মানুহৰ মুখাৱয়বৰ উপৰি আন জন্তু আৰু চৰাইৰ চিত্ৰও অংকিত কৰা থাকে। পূৰ্বতে বিশ্বাস কৰা হৈছিল যে টোটেম পোলবোৰ ভূত, অপদেৱতা বা দুষ্ট আত্মাক আঁতৰ কৰিবৰ বাবে সজা হৈছিল। কিন্তু এতিয়া নৃ-বিজ্ঞানীসকল নিশ্চিত হৈছে যে টোটেম পোলবোৰ মূলতঃ পৰম্পৰাগতভাৱে নিৰ্মিত এক শিল্প সৌধহে। ভূত, অপদেৱতা আদিৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই। পূৰ্বপুৰুষৰ গৌৰৱ আৰু গোষ্ঠীটোৰ গৌৰৱ ঘোষণা কৰিবলৈকে এইবোৰ সজা হৈছিল। পাছলৈ এই ধৰণৰ গৌৰৱময় কাহিনী জনাজাত কৰিবলৈ আন মানুহেও টোটেম পোল নিৰ্মাণ কৰিবলৈ লয়।

## ট্ৰপোস্ফিয়েৰ *Troposphere*

পৃথিৱীৰ গাতে লাগি থকা বায়ুৰ স্তৰটো; ট্ৰপোমণ্ডল। এই মণ্ডলৰ বিস্তৃতি পৃথিৱীৰ সকলো স্থানতে সমান নহয়। মেৰু অঞ্চলত ইয়াৰ বিস্তৃতি মাত্ৰ ৮ কিলোমিটাৰলৈকেহে, আনহাতে বিষুৱ অঞ্চলত ই ১৫ কিলোমিটাৰ পৰ্যন্ত বিস্তৃত হয়। মেঘ, বিজুলী, বতাহ, বৰষুণ, ধুমুহা আদি বতৰৰ সকলো ধৰণৰ পৰিৱৰ্তন এই অঞ্চলতে ঘটে। সেয়ে বতৰ বিজ্ঞানীসকলৰ বাবে এই মণ্ডল অতি আকৰ্ষণীয়। পৃথিৱীৰ ভূ-ভাগৰ গাতে লাগি থকা গুণে এই অঞ্চলৰ উষ্ণতাও

ভূপৃষ্ঠৰ সৈতে সমান। অৱশ্যে উচ্চতাৰ লগে লগে উষ্ণতা ক্ৰমে কমিবলৈ ধৰে। এই মণ্ডলৰে উপৰিভাগত পৃথিৱীৰ আটাইতকৈ ঠাণ্ডা মেৰু বতাহ বৈ থাকে।

### ট্ৰাবল্ শ্যুটিং *Troubleshooting*

মূলতঃ কম্পিউটাৰৰ লগত সম্পৰ্কিত এটা নতুন শব্দ। কুৰি শতিকাৰ মাজভাগমানৰ পৰা শব্দটোৰ ব্যৱহাৰ হৈছে। কম্পিউটাৰৰ বিন্যাস বা ব্যৱহাৰত কোনো ত্ৰুটি বা সমস্যা দেখা দিলে তাক বিচাৰি উলিওৱা আৰু সংশোধন বা সমাধান কৰাকে সাধাৰণভাৱে ট্ৰাবল্ শ্যুটিং বোলা হয়।

### ট্ৰায়াছিক *Triassic*

আজিৰ পৰা আনুমানিক ২০.৬ কোটি-২৪.৮ কোটি বছৰৰ আগৰ সময়ছোৱা, পৰিসৰ ৪.২ কোটি বছৰ। এই যুগত নগ্নবীজী উদ্ভিদৰ প্ৰাধান্য লক্ষ্য কৰা যায়। এই যুগতে অতিকায় ডাইনোছৰৰ আবিৰ্ভাৱ ঘটে (২৩ কোটি বছৰৰ পূৰ্বে) আৰু জুৰাচিক যুগ পৰ্যন্ত ইহঁতৰ বিচৰণ চলে। জলে-স্থলে, সৰু-ডাঙৰ সৰীসৃপ জাতীয় প্ৰাণীৰ প্ৰাধান্য এই যুগৰ আন এটা বিশেষত্ব।

*লগতে চাওক জুৰাচিক*

### ট্ৰায়াথ্লন *Triathlon*

চাইকেল চালনা, সাঁতোৰ আৰু দৌৰ — এই তিনিটা ক্ৰীড়াশৈলীৰ মিলনত সৃষ্ট এথলেটিকছৰ নতুন শাখা। এই প্ৰতিযোগিতাত এজন খেলুৱৈয়ে পোনতে চাৰি কিলোমিটাৰ সাঁতুৰিব লাগে; সেয়া শেষ কৰিয়েই ১৯০ কিলোমিটাৰ চাইকেল চলাব লাগে আৰু তাৰ ঠিক পাছতেই ৪২.২ কিলোমিটাৰ দৌৰিব লাগে। বৰ্তমান পৃথিৱীৰ বহু নগৰ-চহৰত ট্ৰায়াথ্লন জনপ্ৰিয় হৈ উঠিছে। ট্ৰায়াথ্লনক ভাৰতত এক সুকীয়া ৰূপ দিয়া হৈছে। তাৰ নাম 'টীম ট্ৰায়াথ্লন' বা দলীয় ট্ৰায়াথ্লন। ইয়াত ভিন ভিন তিনিজন খেলুৱৈৰ প্ৰথমজনে সাঁতোৰে। সাঁতোৰ শেষ হোৱাৰ লগে লগে দ্বিতীয়জনে চাইকেল চলোৱা আৰম্ভ কৰে। তাৰ পাছতেই তৃতীয়জনে দৌৰে। সাঁতোৰৰ দূৰত্ব এক কিলোমিটাৰ, চাইক্লিঙৰ দহ কিলোমিটাৰ আৰু দৌৰৰ বাবে পাঁচ কিলোমিটাৰ।

### ট্ৰিলজী *Trilogy*

তিনিখন স্বয়ংসম্পূৰ্ণ কিন্তু সংযোগ থকা নাটক, উপন্যাস বা সংগীত ৰচনাৰ একক সংকলন; ত্ৰয়ী। গোবিন্দ প্ৰসাদ শৰ্মাৰ 'কাঁচৰ দৰে হীৰাৰ দৰে'খনক অসমীয়া উপন্যাস সাহিত্যৰ প্ৰথম ট্ৰিলজী আখ্যা দিয়া হৈছে। ইয়াত সন্নিবিষ্ট 'প্ৰদ্যুম্ন ত্ৰিতত্ত্ব', 'অৰুন্ধতী ত্ৰিতত্ত্ব' আৰু 'পিটনি পুখুৰী ত্ৰিতত্ত্ব' নামৰ উপন্যাসিকা তিনিখনৰ প্ৰতিখনেই একে সময়তে তিনিটা স্বয়ংসম্পূৰ্ণ চুটি গল্পৰো সমাহাৰ। তিনিওটা গল্প একাদিক্ৰমে পঢ়ি গ'লে মাথোন তিনিওটাই ধৰা দিয়ে একখনি উপন্যাসৰূপে।

### ট্ৰেজেডী *Tragedy*

এক প্ৰকাৰৰ নাটক; বিয়োগান্তক নাটক। সাধাৰণভাৱে যি নাটকৰ পৰিণতিত কোনো বিয়োগ, বিচ্ছেদ বা বিষাদৰ সৃষ্টি হয় তাকে ট্ৰেজেডী বোলা হয়। উইলিয়াম শ্বেক্সপীয়েৰৰ

'অথেলো', 'কিং লিয়েৰ', 'হেমলেট' আৰু 'মেকবেথ' বিশ্ব সাহিত্যৰ উল্লেখযোগ্য ট্ৰেজেডী। সাহিত্য ক্ষেত্ৰত ট্ৰেজেডী শব্দটো ঘাইকৈ নাটকৰ লগতে জড়িত যদিও শোকাবহ পৰিণতিৰ যিকোনো ৰচনাকে (কাব্য, উপন্যাস, চুটি গল্প) সাধাৰণ অৰ্থত ট্ৰেজেডীৰ ভিতৰত সামৰা হয়।

**ট্ৰেড ইউনিয়ন** *Trade Union*

শ্ৰমিক সংঘ। শ্ৰমজীৱী বা বনুৱাসকলৰ কৰ্মজীৱনৰ অৱস্থা আৰু অন্যান্য অৰ্থনৈতিক সুযোগ-সুবিধা ৰক্ষা কৰা তথা তেওঁলোকক আগবঢ়াই নিয়াৰ বাবেই এই সংঘৰ উৎপত্তি। অষ্টাদশ শতিকাৰ শিল্প বিপ্লব আৰু পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ উদ্ভৱৰ ফলতেই ট্ৰেড ইউনিয়নৰ জন্ম। পুঁজিবাদৰ লগে লগে অৰ্থনৈতিক শ্ৰেণীভেদৰ নতুন মাত্ৰা সংযোজিত হয়; সৰ্বহাৰা শ্ৰেণীৰ উদ্ভৱ ঘটে। পুঁজিবাদৰ প্ৰথমছোৱাত ভয়াবহ শ্ৰমিক শোষণ, নাবালক শিশুক ফেক্টৰীৰ কামত নিয়োগ আৰু অসংখ্য দমন-নিপীড়িনৰ বিৰুদ্ধে আক্ষৰিক অৰ্থতে বাচি থকাৰ সংগ্ৰাম হিচাপে ইংলেণ্ডত প্ৰথম ট্ৰেড ইউনিয়ন আন্দোলন আৰম্ভ হয়। ক্ৰমে এই আন্দোলনে বিশ্বৰ বিভিন্ন ঠাইত প্ৰসাৰ লাভ কৰে আৰু কুৰি শতিকাৰ দ্বিতীয় দশকমানৰ পৰা এই আন্দোলন ৰাজনৈতিক আন্দোলনৰ লগতো যুক্ত হ'বলৈ ধৰে। প্ৰথম আৰু দ্বিতীয় মহাসমৰৰ মাজৰ সময়ছোৱাত আৰু ঔপনিৱেশিক দেশবোৰৰ জাতীয় মুক্তি আন্দোলন তথা সাম্ৰাজ্যবাদবিৰোধী আন্দোলনত ট্ৰেড ইউনিয়ন তথা শ্ৰমিক শ্ৰেণীৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। ১৯২০ চনৰ পৰা ভাৰততো সংগঠিত ৰূপত ট্ৰেড ইউনিয়ন আন্দোলনে আত্মপ্ৰকাশ কৰে। ভাৰতৰ অৰ্থনৈতিক আৰু শ্ৰমিক আন্দোলনৰ ইতিহাসত ট্ৰেড ইউনিয়নৰ ভূমিকা গভীৰ আৰু ব্যাপক।

**ট্ৰেড মাৰ্ক** *Trademark*

কোনো ব্যৱসায় বা শিল্প প্ৰতিষ্ঠানৰ উৎপাদিত বা বিপণন কৰা পণ্যত মৰা উৎপাদকৰ প্ৰতীক চিহ্ন; পণ্য চিহ্ন মাৰ্কা।

**ট্ৰেন্সফৰ্মাৰ** *Transformer*

কম্পনাংক সলনি নকৰাকৈ এ চি বিদ্যুৎ প্ৰবাহৰ ভল্টেজ (voltage, বিদ্যুৎ প্ৰবাহৰ শক্তি) বেছি বা কম কৰিব পৰা সঁজুলি। প্ৰায়বোৰ বৈদ্যুতিক সৰঞ্জামতে (ৰেডিঅ', টেলিভিছন, টেপ ৰেকৰ্ডাৰ, বেটেৰী চাৰ্জাৰ, কম্পিউটাৰৰ মূল এডাপ্টৰ (adaptor) আদি) সৰু আৰু বিভিন্ন ক্ষমতাৰ ট্ৰেন্সফৰ্মাৰ ব্যৱহাৰ কৰা হয়। নিচেই কম ভল্টেজৰ (মিলি ভল্ট) পৰা অতি বেছি ভল্টেজলৈকে (কেইবা লাখো ভল্ট) ব্যৱহাৰ কৰিব পৰাকৈ ট্ৰেন্সফৰ্মাৰৰ আকাৰ অতি ক্ষুদ্ৰৰ পৰা বিয়াগোম হ'ব পাৰে।

**ট্ৰেফেলগাৰ যুদ্ধ** *Battle of Trafalgar*

ব্ৰিটিছ বাহিনী আৰু ফ্ৰান্স-স্পেইনৰ সম্মিলিত বাহিনীৰ মাজত হোৱা যুদ্ধ। ১৮০৫ চনৰ ২১ অক্টোবৰত হোৱা এই যুদ্ধত নৌ সেনাধ্যক্ষ হোৰেচিঅ' নেলছনৰ নেতৃত্বত ব্ৰিটিছ বাহিনীয়ে স্পেইনৰ দক্ষিণ-পশ্চিম উপকূলৰ কাডিজ (Cadiz) বন্দৰৰ ওচৰতে ট্ৰেফেলগাৰ অন্তৰীপত

ফ্রান্স আৰু স্পেইনৰ সম্মিলিত নৌ শক্তিৰ বিৰুদ্ধে এক বৃহৎ জয় সাব্যস্ত কৰে। যুদ্ধত ফ্রান্স-স্পেইনৰ কুৰিখন জাহাজ হয় ধ্বংস, নহয় ব্রিটিছৰ হস্তগত হয়। যুদ্ধত ফৰাচী-স্পেনিছ বাহিনীৰ শোচনীয় পৰাজয় হ'লেও বিজয়ী সেনাপতি নেলছন যুদ্ধক্ষেত্রতে গুৰুতৰভাৱে আহত হয় আৰু পাছত মৃত্যুমুখত পৰে। এই যুদ্ধৰ পাছত বহুদিনলৈ সাগৰীয় অঞ্চলত ব্রিটিছ নৌ বাহিনীৰ আধিপত্য অক্ষুণ্ণ হৈ আছিল। ট্রেফেলগাৰত হোৱা বাবে এই যুদ্ধ ট্রেফেলগাৰ যুদ্ধ নামেৰে প্রসিদ্ধ।

# ড

**ডট বল** *Dot Ball*

ক্রিকেট খেলত যিটো বলত বেটছমেনে কোনো ৰান কৰিব নোৱাৰে, সেই বলটো বুজাবলৈ ব্যৱহৃত শব্দ। স্কোৰশ্বিটত সেই বলটোৰ বিপৰীতে কেৱল এটা বিন্দু বা 'ডট' (dot) দিয়া হয় বাবে এই বলৰ নাম ডট বল।

**ডন জুৱান** *Don Juan*

স্পেনীয় ৰূপকথাত ডন জুৱান টেনোৰিঅ' নামৰ এজন নায়কৰ গল্প, প্রচলিত, যি বহু নাৰীৰ মন ভুলাই তেওঁলোকৰ লগত সহবাস কৰে। বৰ্তমানে ডন জুৱান বুলিলে এনে ইন্দ্রিয়বিলাসী পুৰুষক বুজায় যি নাৰীৰ মন যায় জয় কৰি তেওঁলোকক উপভোগ কৰাত দক্ষ।

**ডব্লিউ ডব্লিউ ডব্লিউ** *www*

ডব্লিউ ডব্লিউ ডব্লিউ আখৰকেইটা সম্পূৰ্ণকৈ লিখিলে হয় ৱৰ্ল্ড ৱাইড ৱেব (World Wide Web)। কুৰি শতিকাৰ নবৈৰ দশকত ছুইজাৰলেণ্ডৰ জেনেভাত অৱস্থিত 'ইউৰোপিয়ান চেণ্টাৰ ফৰ নিউক্লিয়াৰ ৰিছাৰ্চ'ত এই শব্দটো প্রথমবাৰৰ বাবে ব্যৱহাৰ কৰা হৈছিল। বিজ্ঞানীসকলে তেওঁলোকৰ দ্বাৰা সংগৃহীত তথ্যসমূহ পৰস্পৰে পৰস্পৰক জনোৱাৰ পৰিবেশক এই শব্দটোৰে বুজোৱা হৈছিল। এতিয়া এই শব্দ সমষ্টি ইণ্টাৰনেটৰ ক্ষেত্রত বহুলভাৱে ব্যৱহৃত হয়। ইণ্টাৰনেটত যিকোনো 'ঠিকনা' বুজাবৰ বাবে প্রথমে এই তিনিটা বৰ্ণ ব্যৱহাৰ হয়। দৰচলতে 'ডব্লিউ ডব্লিউ ডব্লিউ'য়ে সমগ্র বিশ্বৰ নিৰ্দিষ্ট কম্পিউটাৰ আৰু কম্পিউটাৰ ব্যৱহাৰকাৰীক সামৰি এক অদৃশ্য জালিকাৰ সৃষ্টি কৰিছে। সকলো ইণ্টাৰনেট ব্যৱহাৰকাৰী এই জালিকাৰ এক অংশ। 'ডব্লিউ ডব্লিউ ডব্লিউ' নামৰ এই সাংকেতিক বৰ্ণকেইটাই এতিয়া যথেষ্ট জনপ্রিয়তা অৰ্জন কৰিছে। ইণ্টাৰনেটত তথ্যৰ আদান-প্রদানৰ বাবে বৰ্তমান 'ডব্লিউ ডব্লিউ ডব্লিউ'ৰ বিকল্প নাই।

**ডল্‌বি** *Dolby*

ডল্‌বি শব্দটোৰ অৰ্থ দুটা। প্রথম অৰ্থ, অডিঅ' টেপ ৰেকৰ্ডিং বা শব্দ বাণীবদ্ধ কৰা যন্ত্রত বাহিৰৰ অনভিপ্রেত শাঁ-শাঁ শব্দৰ প্রৱেশ বন্ধ বা নিয়ন্ত্রণ কৰাৰ ইলেকট্রনিক পদ্ধতিবিশেষ।

শব্দটোৰ দ্বিতীয় অৰ্থ হ'ল চলচ্চিত্ৰ বা টেলিভিছনত ষ্টেৰিঅ'ফোনিক শব্দ, অৰ্থাৎ, প্ৰেক্ষাগৃহ বা ঘৰজুৰি গমগমীয়া শব্দ সৃষ্টি কৰাৰ ইলেকট্ৰনিক পদ্ধতি। ডল্‌বিৰ দ্বিতীয় অৰ্থটোহে অধিক প্ৰচলিত আৰু পৰিচিত।

## ডাউনলোড *Download*

ইণ্টাৰনেটৰ যোগে দূৰৱৰ্তী কোনো কম্পিউটাৰৰ পৰা বা তাতকৈ সহজভাৱে ক'বলৈ গ'লে কোনো ৱেবছাইটৰ পৰা ব্যৱহাৰকাৰীৰ কম্পিউটাৰলৈ তথ্য, চিত্ৰ, ছফটৱেৰ বা তেনেধৰণৰ আন কোনো দৰকাৰী বিষয়বস্তু সম্বলিত ফাইলৰ একোটা কপি অনা কাৰ্য। কোনো কম্পিউটাৰৰ পৰা তথ্য আৰু প্ৰগ্ৰেম আন ডিস্কলৈ প্ৰেৰণ কৰা কামটোৰো নাম ডাউনলোড। ডাউনলোডৰ ঠিক বিপৰীত পৰিঘটনাটো হৈছে আপলোড। এইক্ষেত্ৰত ব্যৱহাৰকাৰীৰ কম্পিউটাৰৰ পৰা এটা ফাইল ইণ্টাৰনেটযোগে দূৰৱৰ্তী কোনো কম্পিউটাৰলৈ পঠিওৱা হয়।

## ডাচ্চ্‌ *Dutch*

নেদাৰলেণ্ডছৰ অধিবাসীসকলক বুজাবলৈ ব্যৱহাৰ কৰা শব্দ; নেদাৰলেণ্ডিছ। সম্ভৱতঃ নেদাৰলেণ্ডিছ শব্দটোৰ পৰাই হলেণ্ড বা নেদাৰলেণ্ডছৰ অধিবাসীসকলক বুজাবলৈ অসমীয়াত ওলন্দাজ শব্দটো ব্যৱহৃত হৈ আহিছে। অধিকাংশ ডাচ্চ্‌ জাৰ্মানীৰ। ষষ্ঠদশ শতিকাৰ পৰাহে তেওঁলোক জাৰ্মানীৰ পৰা পৃথকৰূপে ডাচ্চ্‌ হিচাপে খ্যাত। অৱশ্যে জাৰ্মানসকলে তেওঁলোকক বুজাবলৈ ব্যৱহাৰ কৰা Deutsch শব্দৰ পৰাই Dutch শব্দটো আহিছে।

## ডাটাবেছ *Database*

কম্পিউটাৰত পদ্ধতিগতভাৱে সংগৃহীত আৰু সংৰক্ষিত তথ্য-পাতিৰ (যাতে ক্ষিপ্ৰতাৰে এনে তথ্যৰ ব্যৱহাৰ বা সালসলনি কৰিব পাৰি) সাধাৰণ নাম। কম্পিউটাৰত ব্যৱহাৰপযোগী তথ্য যদি প্ৰয়োজনত সহজেই ব্যৱহাৰ কৰিব পৰাকৈ বিন্যস্ত কৰা হয়, তেতিয়া সেই তথ্যৰ ভাণ্ডাৰ বা সমাহাৰক ডাটাবেছ বুলি কোৱা হয়।

## ডাবিং *Dubbing*

চলচ্চিত্ৰত ব্যৱহৃত শব্দ। চলচ্চিত্ৰৰ দৃশ্যগ্ৰহণ হোৱাৰ পাছত গৃহীত দৃশ্য স্ক্ৰীন বা কম্পিউটাৰত চাই অভিনেতাৰ অংগী-ভংগী, অভিব্যক্তি আৰু ওঁঠৰ সঞ্চালন অনুসৰি তেওঁৰ সংলাপ শব্দ গ্ৰহণৰ ষ্টুডিঅ'ত ছাউণ্ড ট্ৰেকত পূৰ্ণগ্ৰহণ কৰাৰ নাম ডাবিং। শব্দহীন কেমেৰাৰে শ্বুটিং কৰা সকলো সময়তে সম্ভৱ নহয়, সম্ভৱ হ'লেও দৃশ্যগ্ৰহণ কৰা ঠাইত (লোকেছন) অন্যান্য শব্দৰ উপদ্ৰৱৰ বাবে কেতিয়াবা সংলাপ তথা কণ্ঠস্বৰৰ কিছু পৰিৱৰ্তন সাধন প্ৰয়োজনীয় হোৱাত ডাবিং কৰিব লগা হয়। কোনো এটা ভাষাৰ ছবিক আন ভাষালৈ অনুবাদ কৰাৰ সময়তো মাজে মাজে ছাব টাইটেলৰ পৰিৱৰ্তে ডাবিং ব্যৱহৃত হয়। যি যন্ত্ৰৰ সহায়ত ডাবিঙৰ কাম কৰা সম্পন্ন কৰা হয়, তাৰ নাম ডাবাৰ (dubber)। ডাবিং আৰু ৰি-ৰেকৰ্ডিং দৰাচলতে একেই এটা কামৰ দুটা পৰ্যায়। এই কামটোৰ নাম মিক্সিং।

**ডাম্পষ্টাৰ ডাইভিং** *Dumpster Diving*
আবৰ্জনা পেলোৱা ডাষ্টবিনৰ জাবৰ-জোঁথৰবোৰ খুঁচৰি তাৰ পৰা গেলা খাদ্যবস্তু বা অন্যান্য সামগ্ৰীৰ উদ্ধাৰ। মহানগৰৰ ডাষ্টবিনবোৰত এনে দৃশ্য অতি সুলভ।

**ডাৰউইনৰ মতবাদ** *Darwinism*
ইংৰাজ প্ৰকৃতিবিদ চাৰ্লছ ৰবাৰ্ট ডাৰউইনে (Charles Robert Darwin, ১৮০৯-১৮৮২) তেওঁৰ 'অৰিজিন অব্ স্পেচিছ' (Origin of Specis; সম্পূৰ্ণ নাম On the origin of species by Means of Natural Selection, or the Preservation of Favoured Races in the struggle for Life, ১৮৫৯ ) গ্ৰন্থত উত্থাপন কৰা জীৱজগতৰ বিৱৰ্তন সম্পৰ্কীয় প্ৰসিদ্ধ মতবাদ; ডাৰউইনবাদ। ডাৰউইনৰ মতে সকলো জীৱই প্ৰাকৃতিক নিৰ্বাচনৰ বলত বাচি থাকে আৰু বিৱৰ্তিত হয়। যিবোৰ প্ৰাণীয়ে সিহঁতৰ গতিবেগৰ লগত যিমান বেছি মানি চলিব পাৰে, সেইবোৰ প্ৰাণীৰেই বাচি থকাৰ সম্ভাৱনা আৰু শক্তি বেছি। ডাৰউইনে আৰু কয় যে, জীৱজগতত প্ৰতিনিয়ত চলিছে অস্তিত্বৰ বাবে সংগ্ৰাম (struggle for existance) আৰু পৰিৱেশৰ লগত খাপ খুৱাই চলাৰ শক্তি যাৰ বেছি, সিয়েই এই সংগ্ৰামত জয়ী হ'ব আৰু টিকি থাকিব পাৰিব। পাছত ইংৰাজ দাৰ্শনিক হাৰ্বাৰ্ট স্পেন্সাৰে (Herbert Spencer, ১৮২০-১৯০৩) ডাৰউইনৰ মতবাদটো কিছু সম্প্ৰসাৰণ আৰু পৰিৱৰ্তন কৰে। তেওঁৱেই এই মতবাদৰ লগত যোগ্য ভোগ্য বসুন্ধৰা (survival of the fittest) কথাষাৰ যোগ দিয়ে। কুৰি শতিকাত নব্য-ডাৰউইনবাদৰ (New-Durwinism) আবিৰ্ভাৱৰ লগে লগে ডাৰউইনবাদৰ অগ্ৰগতি কিছু ব্যাহত হয়। নব্য-ডাৰউইনবাদীসকলে আধুনিক বংশগতি বিজ্ঞানৰ পোহৰত বিৱৰ্তনৰ প্ৰসংগটো চৰ্চা কৰে। অৱশ্যে ডাৰউইনবাদ এতিয়াও পৰিত্যক্ত হোৱা নাই।

**ডাৰ্ক হৰ্ছ** *Dark Horse*
ডাৰ্ক হৰ্ছ শব্দ দুটা তিনিটা অৰ্থত ব্যৱহাৰ হয়। প্ৰথমে, ডাৰ্ক হৰ্ছ এনে এজন ব্যক্তি যাৰ বিষয়ে বহু কম মানুহেহে জানে আৰু পাছত যাৰ গুণাৱলী বা কৃতিত্ব প্ৰকাশ পায়। শব্দ দুটাৰ দ্বিতীয়টো অৰ্থৰ প্ৰয়োগ সাধাৰণতে ৰাজনীতিৰ ক্ষেত্ৰত হয়। প্ৰথমতে বৰকৈ চকুত নপৰা ব্যক্তি, যি ভোটৰ সময়ত বা কোনো বিশেষ গুৰুত্বপূৰ্ণ সময়ত সকলোৰে সমৰ্থন লাভ কৰি আগবাঢ়ি যায়, তেনে লোকক ৰাজনীতি ক্ষেত্ৰত ডাৰ্ক হৰ্ছ বোলা হয়। ডাৰ্ক হৰ্ছৰ তৃতীয়টো অৰ্থৰ প্ৰয়োগ হয় ক্ৰীড়া জগতত। যি খেলুৱৈ বা দলৰ সাফল্য সম্পৰ্কে জনসাধাৰণ বৰ আশাবাদী নহয়, অথচ দেখা যায়, সেই খেলুৱৈ বা দলেই শেষত জয়লাভ কৰে বা সফল হয়। এনে খেলুৱৈ বা দলো ডাৰ্ক হৰ্ছ নামেৰে অভিহিত।

**ডাৱৰ বিস্ফোৰণ** *Cloud Burst*
কম সময়ৰ বাবে আৰু কম পৰিসৰত হোৱা প্ৰচণ্ড বৰষুণ। ইয়াৰ লগতে সাধাৰণতে বিজুলী-ঢেৰেকনিও আছে।

**ডায়নেমো** *Dynamo*
যান্ত্ৰিক শক্তিক বিদ্যুৎ শক্তিলৈ ৰূপান্তৰিত কৰিব পৰা এবিধ যন্ত্ৰ। বিভিন্ন বিদ্যুৎ উৎপাদন

কেন্দ্রত বিভিন্ন গঠন আৰু যান্ত্রিক পদ্ধতিৰ ডায়নেমোৰ সহায়ত বিদ্যুৎ সৰবৰাহৰ ব্যৱস্থা কৰা হয়। ডায়নেমোৰ পৰা উৎপাদিত বিদ্যুতৰ সহায়ত ৰে'লগাড়ী, ট্ৰাম, বৈদ্যুতিক ফেন, লাইট আদি চলোৱা সম্ভৱ হৈছে।

**ডায়েবেটিছ** *Diabetes*
প্রস্রাৱত শর্কৰাজাতীয় পদার্থ (sugar) ক্ষৰিত হোৱা ৰোগ; বহুমূত্র; মধুমেহ। এই ৰোগ হ'লে ঘনে ঘনে প্রস্রাব হোৱা, পিয়াহ লগা, সকলো সময়তে দুর্বল যেন লগা, হাত-ভৰিৰ জোৰ কম হোৱা যেন ভাব হোৱা, দেহৰ ওজন কমা, কটা-ছিঙা হ'লে শুকাবলৈ সময় লগা আদি উপসর্গই দেখা দিয়ে। বহু সময়ত ডায়েবেটিছৰ কোনো বাহ্যিক লক্ষণ দেখা পোৱা নাযায়। আন ৰোগ বা উপসর্গৰ চিকিৎসা কৰাৰ সময়ত বা নিয়মীয়া শৰীৰ পৰীক্ষাৰ সময়তহে ই ধৰা পৰে। যিকোনো বয়সতেই ডায়েবেটিছ হ'ব পাৰে যদিও মধ্যবয়সীয়াসকলৰ মাজত এই ৰোগৰ প্রকোপ বেছি। নিয়ন্ত্রিত খাদ্য গ্রহণ, ডায়েবেটিছৰ কাৰণে উৎপন্ন ৰোগৰ নির্দিষ্ট চিকিৎসা, ইনছুলিন আৰু অন্যান্য ঔষধ প্রয়োগ কৰি ডায়েবেটিছ নিয়ন্ত্রণ-নিৰাময় কৰিব পাৰি।

**ডায়েৰীয়া** *Diarrhea/Diarrhoea*
কোনো খাদ্য বদহজম হৈ হোৱা পেটৰ ৰোগ; বেক্টেৰিয়াৰ প্রভাৱত পাকস্থলীত হোৱা ৰোগ, যাৰ ফলত পনীয়া শৌচ হয়; পেট চলা ৰোগ।

**ডায়েলিছিছ** *Dialysis*
বৃক্ক নিষ্ক্রিয় হৈ পৰিলে কৃত্রিম উপায়েৰে তেজৰ পৰা বর্জনীয় পদার্থ চেকি উলিওৱা পদ্ধতি। বৃক্কৰ স্বাভাৱিক কাম-কাজ ব্যাহত হ'লে দেহৰ দূষিত পদার্থ তেজত বৃদ্ধি পাবলৈ ধৰে, ফলত দেহৰ জুলীয়া অংশৰ ভাৰসাম্য বিঘ্নিত হয় আৰু দেহকোষৰ বাবে ক্ষতিকাৰক নানা পদার্থৰ পৰিমাণ তেজত বৃদ্ধি হৈ ৰোগীৰ মৃত্যু পর্যন্ত ঘটাব পাৰে। এই অৱস্থাৰ পৰা ৰোগীক বচাবলৈ ডায়েলিছিছ কৰি তেজ শোধন কৰা হয়। বৃক্ক বিকল হোৱা ৰোগী এই পদ্ধতিৰ ফলত বহুখিনি সুস্থ হয় যদিও ই অত্যন্ত ব্যয়সাপেক্ষ ।

**ডি-এক্সিং** *D-xing*
পৃথিৱীৰ বিভিন্ন অনাতাঁৰ কেন্দ্ৰৰ অনুষ্ঠান শুনা আৰু সংশ্লিষ্ট কেন্দ্ৰবোৰৰ সৈতে যোগাযোগ স্থাপন কৰা জনপ্রিয় হবী বা ৰাপ, অনাতাঁৰ হবী। ডি-এক্সিঙৰ D আখৰটোৱে Distance (দূৰত্ব) বুজায়। আনহাতে গণিতত অজান সংখ্যাক চিহ্নিত কৰাৰ বাবে ইংৰাজী 'এক্স'(x) আখৰটো ব্যৱহাৰ কৰা হয়। সেই অনুসৰি ডি-এক্সিঙৰ x আখৰটোৰ অর্থ হ'ল অজ্ঞাত ঠাই। অর্থাৎ, ডি-এক্সিং মানে অজ্ঞাত দূৰত্বৰ অনাতাঁৰ কেন্দ্ৰৰ সৈতে যোগাযোগ স্থাপন কৰা। যিসকল ব্যক্তি এই হবীৰ সৈতে জড়িত, অর্থাৎ, যাৰ এই হবী থাকে তেওঁক বা তেওঁলোকক কোৱা হয় ডি-এক্সাৰ (D-xer)। এই হবীৰ জৰিয়তে ডি-এক্সাৰজনে দেশ-বিদেশৰ বিভিন্ন জ্ঞান লাভ কৰিবলৈ সমর্থ হয়। বিজ্ঞান, বাণিজ্য, বিভিন্ন দেশৰ ৰাজনীতি, সমাজনীতি, সাহিত্য-সংস্কৃতিৰ বিষয়ে জনাত ডি-এক্সিঙে প্রভূতভাৱে সহায় কৰে। তদুপৰি বিভিন্ন কেন্দ্ৰৰ পৰা

ডি-এক্সাৰজনে লাভ কৰে আলোচনী, কেলেণ্ডাৰ, ষ্টিকাৰ আদি বিভিন্ন সামগ্ৰী। ডি-এক্সিঙক জনপ্ৰিয় কৰি তোলাৰ বাবে পৃথিৱীৰ বিভিন্ন ঠাইত ডি-এক্সিং ক্লাব গঢ়ি উঠিছে।

## ডি এন এ *DNA*

জীৱকোষৰ জিন গঠনকাৰী ৰাসায়নিক উপাদান, ডি-অক্সিৰাইবো-নিউক্লিক এচিডৰ (Deoxyribo Nucleic Acid) সংক্ষিপ্ত নাম। ডি এন এ জীৱদেহৰ কোষকেন্দ্ৰত থকা এবিধ জটিল ৰাসায়নিক পদাৰ্থ। ই জীৱৰ বংশগত বৈশিষ্ট্য নিৰ্ধাৰণ কৰে। ডি এন এ অণুবোৰে নিজৰ নিচিনা আৰু একোটা অণু গঢ়ি ল'ব পাৰে। ইয়াৰ ফলত জীৱকোষৰ বিভাজন সম্ভৱপৰ হয়। জীৱদেহৰ বাবে ডি এন এ বৰ গুৰুত্বপূৰ্ণ ৰাসায়নিক যৌগ। ডি এন এ অণুবোৰৰ এক আচৰিত বৈশিষ্ট্য আছে। ইহঁতে প্ৰয়োজনীয় সংকেত পঠিয়াই কোষৰ লগতে নিজৰো হুবহু নকল সৃষ্টি কৰিব পাৰে। এক জটিল জৈৱ-ৰাসায়নিক ক্ৰিয়াৰ যোগেদি এইটো সম্ভৱ হৈ উঠে। ডি এন এ-ৰ সজ্জা প্ৰত্যেক মানুহৰ বাবে বেলেগ বেলেগ। গতিকে ডি এন এ-ৰ সজ্জাবোৰ পৰীক্ষা আৰু তুলনা কৰি এজন মানুহৰ চিনাক্তকৰণ কৰিব পাৰি। এনে পদ্ধতিক 'ডি এন এ ফিংগাৰ প্ৰিন্টিং' বোলে।

জীৱকোষৰ ডি এন এ-ৰ অণু অতি মূল্যবান। মানুহৰ হৃদপিণ্ড যেনেদৰে অত্যন্ত মূল্যবান দেহযন্ত্ৰ, কামিহাড়ৰ সজাৰ মাজত তাক যেনেদৰে সযতনে আছুতীয়াকৈ ৰখা হয়, তেনেদৰে ডি এন এ অণুকো সযতনে আছুতীয়াকৈ ৰখা আৱশ্যক। সেয়ে, কোষৰ এনে ঠাইত ডি এন এ অণুৰ অৱস্থান, যাতে ইহঁত সহজে ক্ষতিগ্ৰস্ত হ'ব নোৱাৰে। কিন্তু, এই ডি এন এ অণুৰ 'বাতৰি বাকচ'ত যিবোৰ তথ্য জমা হয়, তাক যিকোনো উপায়েৰে কোষৰ আন ঠাইত জনাব লাগিব। এই 'জনোৱা' কামটো যিয়ে কৰে তাৰ নাম আৰ এন এ (RNA : Ribo Nucletic Acid)। সাধাৰণভাৱে ক'বলৈ গ'লে ডি এন এ যদি ডাকঘৰৰ পোষ্টমাষ্টৰ হয়, তেনেহ'লে আৰ এন এ হ'ল ডাকোৱাল বা পিয়ন।

## ডি চি কাৰেণ্ট *DC Current*

যি বিদ্যুৎ প্ৰবাহত একেফালেই সমানভাৱে প্ৰবাহিত হৈ থাকে, গতিপথৰ দিশ পৰিৱৰ্তন নহয়, ডাইৰেক্ট কাৰেণ্ট (Direct Current)। আমি সচৰাচৰ ব্যৱহাৰ কৰা বেটেৰীৰ পৰা যি বিদ্যুৎ পাওঁ সেয়া ডি চি কাৰেণ্ট।

*লগতে চাওক এ চি কাৰেণ্ট*

## ডিছ টিভি *Dish TV*

*কেবল টিভি চাওক*

## ডিছপ্লে বিজ্ঞাপন *Display Advertisement*

বিজ্ঞাপনৰ ঘাই দুটা ভাগৰ এটা (আনটো ক্লাছিফাইড বা শ্ৰেণীবদ্ধ বিজ্ঞাপন); প্ৰদৰ্শ বিজ্ঞাপন। বাতৰিকাকত একোখনত ক্লাছিফাইড বিজ্ঞাপনৰ বাহিৰে যিবোৰ বিজ্ঞাপন সুন্দৰ ৰূপত সজাই-পৰাই পৰিৱেশন কৰা হয়, তেনেবোৰ বিজ্ঞাপনক ডিছপ্লে বিজ্ঞাপন বুলি কোৱা হয়। এনেধৰণৰ বিজ্ঞাপন সাধাৰণতে বিজ্ঞাপনদাতাৰ নিজস্ব দপ্তৰৰ বিশেষজ্ঞ বা বিজ্ঞাপন এজেন্সীৰ দ্বাৰা প্ৰকাশ কৰা হয়। ডিছপ্লে বিজ্ঞাপনত বিজ্ঞাপন নিৰ্মাতা শিল্পীগৰাকীয়ে

বিজ্ঞাপন কোম্পানীৰ ট্ৰেড মাৰ্ক, শ্লোগান আদি আকৰ্ষণীয়ভাৱে উত্থাপন কৰে।

*লগতে চাওক ক্লাছিফাইড বিজ্ঞাপন*

**ডিজিটেল কেমেৰা** *Digital Camera*

এক পোহৰ-সংবেদী ছেন্সৰত কোনো বস্তু বা ঘটনাৰ প্ৰতিচ্ছবি ৰেকৰ্ড কৰি তাৰ স্থিৰ বা ভিডিঅ' ফটোগ্ৰাফ পাব পৰা কেমেৰা। সাধাৰণ কেমেৰাত নথকা বহু সুবিধা ডিজিটেল কেমেৰাত পোৱা যায়। সেইবোৰ হ'ল ৰেকৰ্ড কৰাৰ ঠিক পাছতে প্ৰতিবিম্বটো স্ক্ৰীনত প্ৰদৰ্শন কৰা, উপযুক্ত 'মেমৰী'ৰ জৰিয়তে হাজাৰৰ হিচাপতো ফটো তুলিব পৰা, ভিডিঅ' ছবি আৰু শব্দ ৰেকৰ্ড কৰিব পৰা, প্ৰয়োজন নথকা ছবি 'ডিলিট' কৰি পুনৰ ব্যৱহাৰ কৰিব পৰা ইত্যাদি। এনেবোৰ বৈশিষ্ট্যই ডিজিটেল কেমেৰাক অনন্য আৰু বৈশিষ্ট্যপূৰ্ণ কৰি তুলিছে। ডিজিটেল কেমেৰাক এতিয়া আনকি আন কিছুমান সঁজুলি বা স্থানত (যেনে ঃ চেল ফোন, গাড়ী আদি) ব্যৱহাৰ কৰিব পৰা যায়। 'হাবল্ স্পেচ টেলিস্কোপ' আৰু অন্যান্য জ্যোতিৰ্বৈজ্ঞানিক সঁজুলিতো বিশেষ ধৰণৰ ডিজিটেল কেমেৰা ব্যৱহাৰ কৰা হয়।

টেলিভিছনৰ বাবে প্ৰতিচ্ছবি ৰেকৰ্ড কৰাৰ ক্ষেত্ৰত যি প্ৰযুক্তি ব্যৱহাৰ কৰা হয়, সেই একে প্ৰযুক্তি ডিজিটেল কেমেৰাতো ব্যৱহৃত হয়। পোহৰৰ বৰণ আৰু প্ৰাবল্য ধৰা পেলাবলৈ দুয়ো প্ৰণালীতে চাৰ্জড কাপল্ ডিভাইচ (CCD : Charged Coupled Device) নামৰ এক কৌশল ব্যৱহাৰ কৰা হয়। ১৯৮১ চনৰ ছোনী কোম্পানীয়ে প্ৰথম বাণিজ্যিক স্থিৰ ডিজিটেল কেমেৰা বজাৰত মুকলি কৰি দিয়ে। ১৯৮৬ চনত কোডাক কোম্পানীৰ বিজ্ঞানীয়ে মেগা পিক্সেল সংবেদক আৱিষ্কাৰ কৰে। *লগতে চাওক মেগা পিক্সেল*

**ডিজিটেল ডায়েৰী** *Digital Diary*

সৰু, জেপতে ভৰাই নিব পৰা কম্পিউটাৰচালিত ডায়েৰী; অৰ্গেনাইজাৰ নামেৰেও সমধিক পৰিচিত। ই এটা কম্পিউটাৰচালিত যন্ত্ৰ, য'ত নাম-ঠিকনা, টেলিফোন নম্বৰ, বিভিন্ন টোকা আদি ভৰাই থ'ব পাৰি। খেলিমেলিকৈ ভৰোৱা তথ্যবোৰ যন্ত্ৰটোৱে কম্পিউটাৰ পদ্ধতিত বৰ্ণানুক্ৰমিকভাৱে সজাই লয়।

**ডিজিটেল ভাৰ্ছেটাইল ডিস্ক** *Digital Versatile Disc*

*ডি ভি ডি চাওক*

**ডিটাৰজেন্ট** *Detergent*

পৰিষ্কাৰক দ্ৰব্য; কোনো বস্তুৰ পৰা (সাধাৰণতে কাপোৰ) মলি, ৰং, দাগ আদি গুচাবলৈ ব্যৱহৃত কঠিন বা জুলীয়া পদাৰ্থ। অসমীয়াত ডিটাৰজেন্টক অপমাৰ্জক বুলি কোৱা হয়। সাধাৰণ চাবোনো একধৰণৰ ডিটাৰজেন্ট, অৱশ্যে তাৰ ৰাসায়নিক গঠন সম্পূৰ্ণ পৃথক। ডিটাৰজেন্টৰ তেলজাতীয় দ্ৰব্যক দ্ৰবীভূত কৰি (বা অৱদ্ৰৱত পৰিণত কৰি) মলি পৃথক কৰাৰ বিশেষ ক্ষমতা আছে। দ্ৰাব্যতা গুণ অনুযায়ী ডিটাৰজেন্টবোৰক 'তেলত দ্ৰাব্য' আৰু 'পানীত' দ্ৰাব্য — এই দুই ভাগত ভগাব পাৰি। কাপোৰ ধোৱাত সাধাৰণতে দ্বিতীয়বিধ ডিটাৰজেন্টহে ব্যৱহাৰ কৰা হয়। পেট্ৰোল আৰু লুব্ৰিকেটিং তেলৰ অশুদ্ধিবোৰ আঁতৰাবৰ বাবে 'তেলত দ্ৰাব্য'

ডিটাৰজেণ্ট ব্যৱহাৰ কৰিব পাৰি। সাধাৰণতে পৰিষ্কাৰ কৰিব পৰা সকলো পৰিমাৰ্জককে (cleaning agent) ডিটাৰজেণ্ট বোলা হয়। এই ডিটাৰজেণ্টবোৰৰ ভিতৰত কোনোটোৰ চাবোনৰ গুণ আছে, কোনোটোৰ নাই। চাবোন চৰ্বিজাতীয় এচিডৰ (faty acid) ছোডিয়াম অথবা পটাছিয়াম লৱণৰ পৰা প্ৰস্তুত কৰা হয়। আনহাতে ডিটাৰজেণ্ট হ'ল কৃত্ৰিম, অৰ্থাৎ, ছিনথেটিক। সাধাৰণতে চাবোনত যিবোৰ ৰাসায়নিক পদাৰ্থ থাকে, বজাৰত ডিটাৰজেণ্ট হিচাপে প্ৰচলিত পদাৰ্থসমূহত তাক পোৱা নাযায়।

## ডি টি পি *DTP*

ইংৰাজী Desktop Publishing শব্দ দুটাক সংক্ষেপে DTP বুলি লিখা আৰু কোৱা হয়। ডেস্কটপ হ'ল ডেস্ক বা টেবুলৰ ওপৰত কাম কৰিব পৰা সৰু কম্পিউটাৰ। কম্পিউটাৰৰ সহায়ত আখৰ সজোৱা বা কম্পোজ কৰা আৰু কাকত-আলোচনী-কিতাপ আদিৰ অংগসজ্জা বা লে-অডিটৰ কামত ডিটিপিৰ ব্যৱহাৰ বহুল।

## ডি ডি টি *DDT*

কীট-পতংগনাশক এক শ্ৰেণী ক্লোৰিনযুক্ত বিষাক্ত ৰাসায়নিক পদাৰ্থৰ সংক্ষিপ্ত নাম। সম্পূৰ্ণ নাম ডাইক্লোৰো-ডাইফিনাইল-ট্ৰাইক্লোৰোইথেন (dichloro-diphenyle-triclorethane)। ই এবিধ বগা পাউদাৰৰ দৰে দ্ৰব্য, সামান্য গোন্ধযুক্ত। ডি ডি টি পানীত অদ্ৰৱণীয়, পিছে ইথানল আৰু এচিটনৰ দৰে হাইড্ৰোকাৰ্বনত (হাইড্ৰোজেন আৰু কাৰ্বনৰ ৰাসায়নিক সংযোগত গঠিত যৌগ, hydrocarbon) সহজে দ্ৰৱণীয়। কৃষিক্ষেত্ৰত কীটনাশক হিচাপে ব্যৱহৃত ডি ডি টি এক বিষাক্ত পদাৰ্থ। মানুহৰ ক্ষেত্ৰত ইয়াৰ বিপদমাত্ৰা — শৰীৰৰ প্ৰতি কিলোগ্ৰাম ওজনৰ বাবে ৫০০ মিলিগ্ৰাম বুলি নিৰ্ণয় কৰা হৈছে।

দ্বিতীয় মহাসমৰৰ সময়ত সৈন্যসকলক কীট-পতংগ, মহ আৰু আন পৰজীৱী প্ৰাণীৰ পৰা ৰক্ষা কৰিবৰ বাবে তাক বহুলভাৱে প্ৰয়োগ কৰা হৈছিল। অৱশ্যে, ডি ডি টিৰ বহু নেতিবাচক ক্ৰিয়াৰ কথা গম পোৱাৰ পাছত ১৯৭০ চনৰ পৰা পৃথিৱীৰ বিভিন্ন দেশত ইয়াৰ ব্যৱহাৰ নিষিদ্ধ কৰা হৈছে।

## ডিপথেৰিয়া *Diptheria*

শ্বাসনলীত হোৱা বেক্টেৰিয়াজনিত সংক্ৰামক ৰোগ। এই ৰোগ হ'লে ডিঙিৰ ভিতৰটো ফুলি শ্বাসৰুদ্ধ হৈ পৰে। অতি সূক্ষ্ম এক শ্ৰেণীৰ জীৱাণুৰ বিষক্ৰিয়াত বিশেষকৈ শিশুৰ এই ৰোগ হয়। প্ৰধানকৈ ডিঙি, টনছিল, শব্দযন্ত্ৰ (carynx) আৰু নাকত এই ৰোগত প্ৰকোপ বেছি। এই ৰোগৰ জীৱাণুৱে নিঃসৰণ কৰা এবিধ টক্সিন (toxin) তেজত প্ৰৱেশ কৰি হৃদপিণ্ড আৰু স্নায়ু দুৰ্বল কৰি তোলে। ৰোগীয়ে হাঁচিয়াওঁতে বা কাহোঁতে এই ৰোগৰ জীৱাণুৰ দ্বাৰা বায়ুমণ্ডল দূষিত হয় আৰু তাৰ দ্বাৰা সুস্থ লোকৰ শৰীৰত এই জীৱাণু প্ৰৱেশ কৰে। ডিপথেৰিয়াৰ লক্ষণ শৰীৰত লাহে লাহে দেখা দিয়ে। শিশু নিৰ্জীৱ, শান্ত হৈ পৰে, খাবলৈ মন নকৰে, মুখ আৰু ডিঙিৰ বিষৰ লগতে দেহৰ তাপমাত্ৰা বাঢ়ে। উশাহ লোৱাতো কষ্ট হয়। প্ৰথম অৱস্থাতে সঠিক চিকিৎসা নহ'লে এই ৰোগৰ মাৰাত্মক আক্ৰমণত ৰোগীৰ মৃত্যুও হ'ব পাৰে। ডিপথেৰিয়াৰ প্ৰতিষেধক হিচাপে আজিকালি শিশুক ইয়াৰ প্ৰতিষেধক ছিটা দিয়াটো অপৰিহাৰ্য।

## ডি ভি ডি *DVD*

তথ্য, সংগীত, ভিডিঅ' আদি ষ্টোৰ কৰি ৰাখিব পৰা এক জনপ্ৰিয় আলোকীয় ডিস্ক। ইংৰাজী Digital Video (বা Versatile) শব্দকেইটাক সংক্ষেপে DVD বুলি লিখা আৰু কোৱা হয়। ডিভিডিৰ আকাৰ আৰু কৰ্মপদ্ধতি কমপেক্ট ডিস্ক বা চিডিৰ সৈতে প্ৰায় একে যদিও চিডিতকৈ ডিভিডিত ছগুণৰো বেছি তথ্য, সংগীত, ভিডিঅ' আদি ৰেকৰ্ড কৰি ৰাখিব পাৰি। উদাহৰণস্বৰূপে এখন হিন্দী ছবি ৰেকৰ্ড কৰিবলৈ কমেও দুখন চিডিৰ আৱশ্যক। কিন্তু এখন ডিভিডিতে চাৰিখন (কেতিয়াবা তাতকৈও বেছি) পূৰ্ণ দৈৰ্ঘ্যৰ ছবি ৰেকৰ্ড কৰি থ'ব পাৰি। এনে অনন্য বৈশিষ্ট্যৰ বাবে ডিভিডিয়ে সমগ্ৰ বিশ্বতে অভূতপূৰ্ব জনপ্ৰিয়তা লাভ কৰিছে।

*লগতে চাওক কমপেক্ট ডিস্ক*

## ডিয়েৰ মানী *Dear Money*

সুতৰ উচ্চ হাৰ। সাধাৰণতে বজাৰত ধনৰ যোগান কম কৰি মুদ্ৰাস্ফীতি ৰোধ কৰিবৰ বাবে কোনো বিত্তীয় প্ৰতিষ্ঠানে এনে 'ডিয়েৰ মানী পলিচী' গ্ৰহণ কৰে।

## ডিপ্ৰেছন *Depression*

বৰ্ধিত তথা দীৰ্ঘস্থায়ী নিবনুৱা সমস্যা আৰু আন সমস্যাৰ পৰিপ্ৰেক্ষিতত ব্যৱসায় জগতত সৃষ্টি হোৱা মন্দাবস্থা।

*লগতে চাওক অৰ্থনৈতিক মন্দাবস্থা*

## ডিৱেডেচিমেল পদ্ধতি *Dewey Decimal System*

পুথিভঁৰালৰ কিতাপবোৰ শ্ৰেণীবদ্ধভাৱে সংৰক্ষণ কৰা আৰু সজাই ৰখাৰ এক কৌশল। এই পদ্ধতিত কোনো এক বিষয়সম্পৰ্কীয় কিতাপবোৰক একোটা নম্বৰ দিয়া হয়, আৰু প্ৰতিটো উপশ্ৰেণীৰ বাবে তাৰ পাছত আন এটা নম্বৰ দিয়া হয়। মেলভিল ডিৱে (Melvil Deway, ১৮৫১-১৯৩১) নামৰ এজন মাৰ্কিন গ্ৰন্থাগাৰিকে এই পদ্ধতি আৱিষ্কাৰ কৰিছিল।

## ডিষ্টিলড্ ৱাটাৰ *Distilled Water*

যি প্ৰক্ৰিয়াত তৰল পদাৰ্থ বা এইবোৰৰ মিশ্ৰণ উপযুক্ত তাপ প্ৰয়োগৰ দ্বাৰা বাষ্পলৈ ৰূপান্তৰিত কৰি পুনৰ তাপ কমাই আকৌ তৰল অৱস্থালৈ লৈ অনা হয়, তাক ডিষ্টিলেচন (Distilation) বা পাতন প্ৰক্ৰিয়া বুলি কোৱা হয়। 'ডিষ্টিলড্ ৱাটাৰ' হ'ল পাতন পদ্ধতিৰে পাব পৰা পানী। 'ডিষ্টিলড্ ৱাটাৰ' প্ৰস্তুত কৰোঁতে পানীক উত্তপ্ত কৰি ভাপলৈ পৰিবৰ্তন কৰা হয়। এই জলীয় ভাপত কোনো ধৰণৰ ৰাসায়নিক পদাৰ্থ বা অশুদ্ধি মিহলি হৈ থাকিব নোৱাৰে। পাছত যেতিয়া এই ভাপক পুনৰ পানীলৈ ৰূপান্তৰিত কৰা হয়, তেতিয়া সেই পানী (অৰ্থাৎ, 'ডিষ্টিলড্ ৱাটাৰ') সম্পূৰ্ণ শুদ্ধ অৱস্থাত থাকে আৰু তাত ৰাসায়নিক পদাৰ্থ বা অশুদ্ধি নাথাকে।

'ডিষ্টিলড্ ৱাটাৰ' চিকিৎসা, ৰাসায়নিক কাম-কাজ আদিত ব্যৱহাৰ কৰা হয়। তৰল বিদ্যুৎ কোষ কিছুমানতো (যেনে ঃ গাড়ী আৰু ইনভাৰ্টাৰৰ বেটাৰী) প্ৰয়োজন সাপেক্ষে ডিষ্টিলড্ ৱাটাৰ ঢলা হয়।

**ডিষ্টিলেছন** *Distilation*
*ডিষ্টিলড্ ৱাটাৰ চাওক*

**ডিস্কো** *Disco*
ফৰাচী ডিস্কোথেক্ (discotheque) শব্দটোৰ সংক্ষিপ্ত ৰূপ ডিস্কো। শব্দটো ফ্ৰান্সতেই প্ৰথম প্ৰচলিত হয়। আদিতে তৰুণ-তৰুণীসকলে উজ্জ্বল আৰু ৰঙীণ পোহৰত দ্ৰুত লয়ত বাদ্য আৰু উজ্জ্বল লঘু সংগীতৰ তালত নাচ-গান কৰা ক্লাব বা মছলিছৰ নাম আছিল ডিস্কো। ক্ৰমে ৰেডিঅ' আৰু ৰেকৰ্ডৰ এই ৰীতিৰ নৃত্য-গীতো ডিস্কো নামেৰে অভিহিত হ'বলৈ ধৰিলে। বৰ্তমান ডিস্কো বুলিলে সংগীতৰ সহযোগত নচা উল্লিখিত ভংগীৰ নৃত্য আৰু ডিস্কো নৃত্য-গীতৰ ৰেকৰ্ডক বুজায়।

**ডুম্বাৰটন অ'কছ্ সন্মিলন** *Dumbarton Oaks Conterence*
আমেৰিকাৰ ৱাশ্বিংটনৰ ওচৰৰ ডুম্বাৰটন অ'কছত ব্ৰিটেইন, চীন, ছোভিয়েট যুক্তৰাষ্ট্ৰ আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰতিনিধিবৰ্গৰ মাজত ১৯৪৪ চনৰ আগষ্ট-অক্টোবৰ মাহত বহা এখনি সন্মিলন। এই সন্মিলনতে ৰাষ্ট্ৰসংঘৰ গঠন, নিৰাপত্তা পৰিষদৰ সদস্যৰ ভোট ক্ষমতা আদিৰ বিষয়ে আলোচনা কৰা হয়।

**ডুৰাণ্ড লাইন** *Durand Line*
পাকিস্তান-আফগানিস্তানৰ সীমান্ত ৰেখা। ইংৰাজৰ শাসনকালত অবিভক্ত ভাৰত আৰু আফগানিস্তানৰ মাজৰ সীমান্ত নিৰ্ধাৰণৰ বাবে ভাৰত চৰকাৰৰ তৎকালীন বৈদেশিক সচিব ছাৰ মাৰ্টিমাৰ ডুৰাণ্ডক (Sir Martımar Durand) অধ্যক্ষৰূপে লৈ এক আয়োগ গঠন কৰা হয়। ১৮৯৩ চনত এই আয়োগে ইংৰাজ-অধিকৃত ভাৰত আৰু আফগানিস্তানৰ মাজৰ সীমান্ত ৰেখা চিহ্নিত কৰে। আয়োগৰ অধ্যক্ষ মাৰ্টিমাৰ ডুৰাণ্ডৰ নাম অনুসৰি এই সীমান্তৰেখা ডুৰাণ্ড লাইনৰূপে পৰিচিত আৰু প্ৰসিদ্ধ হয়। বৰ্তমান ডুৰাণ্ড লাইন পাকিস্তান আৰু আফগানিস্তানৰ মধ্যৱৰ্তী সীমা।

**ডুৱাৰ্ছ** *Duars*
পশ্চিমবংগৰ তিস্তা নদীৰ দক্ষিণ তীৰস্থ সমভূমি অঞ্চল। এই অঞ্চলৰ উত্তৰে ছিকিম আৰু ভূটান, পূবে অসম, পশ্চিমে নেপাল, দক্ষিণে পশ্চিমবংগৰ আন অংশ। এই অঞ্চলৰ মাজেদি নামনি হিমালয়ৰ ফালে যাবলৈ কেইটামান গিৰিপথ বা 'দ্বাৰ' (door) আছে। তাৰ পৰাই এই অঞ্চলৰ নাম 'ডুৱাৰ্ছ' হৈছে। দাৰ্জিলিং আৰু শিলিগুৰি এই অঞ্চলৰ দুখন গুৰুত্বপূৰ্ণ নগৰ।

**ডেকটাইলোলজী** *Dactylology*
আঙুলিৰ অংগি-ভংগিৰে ভাব প্ৰকাশ কৰা এক কৌশল। সাধাৰণতে বধিৰসকলে এই কৌশল ব্যৱহাৰ কৰে।

**ডেকাথ্লন** *Decathlon*
ক্ৰীড়া-প্ৰতিযোগিতাৰ দহটি বিভাগ : দীঘল জাঁপ, ওখ জাঁপ, ডিছকাছ থ্ৰো, পোল ভল্ট

শ্বটপুট, জেভ্‌লিন থ্ৰো, ১০০ মিটাৰ হাৰ্ডল ৰেচ, ১০০ মিটাৰ দৌৰ, ৪০০ মিটাৰ দৌৰ আৰু ১৫০০ মিটাৰ দৌৰ।

**ডেচিবেল** *Decible*

শব্দৰ তীব্ৰতা বুজাবলৈ ব্যৱহাৰ কৰা একক। এটা শব্দতকৈ আন এটা শব্দ এক ডেচিবেল বেছি হ'লে প্ৰথমটোতকৈ দ্বিতীয়টো ১.২৬ গুণ ডাঙৰ শুনা যায়। ৪০-৭০ ডেচিবেলমানৰ শব্দই আমাৰ কোনো অপকাৰ নকৰে। ৭০ ডেচিবেল অতিক্ৰম কৰাৰ লগে লগে আমি অস্বস্তিবোধ কৰোঁ। ১০০-ৰ পৰা ১২০ ডেচিবেলমান পালেগৈ আমি কাণত যন্ত্ৰণা অনুভৱ কৰোঁ। তাতকৈও বাঢ়ি গৈ যেতিয়া ১৪০-ৰ ওপৰ হয়গৈ তেতিয়া আমাৰ শাৰীৰিক আৰু মানসিক দুয়ো ধৰণেৰে ক্ষতি হয়। মজিয়াত পিন এটা এটা পৰাৰ শব্দ ২ ডেচিবেল। আনহাতে ছাইৰেণৰ শব্দ ১৫০ ডেচিবেল।

**ডেলটিঅ'লোজী** *Deltiology*

পোষ্টকাৰ্ড সংগ্ৰহ কৰা হবী বা ৰাপ। ডাক টিকট আৰু মুদ্ৰা সংগ্ৰহৰ পাছত পোষ্টকাৰ্ড সংগ্ৰহেই হ'ল পৃথিৱীৰ অধিক মানুহৰ ৰাপ।

**ডেলিৰিয়াম** *Delirium*

খেলি-মেলি চিন্তা, কোনো কথা বা ঘটনা বুজি পোৱাত অসমৰ্থতা, উদ্বেগ বঢ়া, অস্থিৰতা, মেজাজৰ হঠাৎ পৰিৱৰ্তন আদি লক্ষণযুক্ত এক প্ৰকাৰ মানসিক অসুস্থতা।

**ডেল্টনৰ পাৰমাণৱিক তত্ত্ব** *Dalton's Atomic Theory*

ইংৰাজ ৰাসায়নবিদ জন ডেল্টনৰ (John Dalton, ১৭৬৬-১৮৪৪) মতবাদ বা তত্ত্ব। ১৮০৮ চনত ডেল্টনে আগবঢ়োৱা এই তত্ত্বমতে সকলো পদাৰ্থ কিছুমান অতি ক্ষুদ্ৰ কণিকাৰে গঠিত। কণিকাবোৰক পৰমাণু বোলা হয়। এই কণিকাসমূহক আৰু ভাগ কৰিব নোৱাৰি। এটা পদাৰ্থৰ সকলো পৰমাণু একে। ৰাসায়নিক ক্ৰিয়াত ইটোৱে সিটোৰ প্ৰতি আকৰ্ষিত হৈ সৰল বা সাধাৰণ অনুপাতত মিলিত হয় আৰু যৌগিক পদাৰ্থৰ সৃষ্টি কৰে। ডেল্টনৰ এই তত্ত্ব আজিকালি ভালেখিনি সলনি হৈছে। তথাপি এই তত্ত্বৰ পৰাই আধুনিক পৰমাণু বিজ্ঞানৰ সূচনা হৈছে।

**ডেংগু** *Dengue*

মহে কটিয়াই অনা এক প্ৰকাৰ ভাইৰাছৰ পৰা হোৱা ৰোগ। ডেংগুৰ লক্ষণ হ'ল ঃ জ্বৰ, মূৰৰ বিষ, পেশীৰ বিষ, গাঁঠিৰ বিষ, পানীলগা, ডিঙি জ্বলা-পোৰা কৰা, ছাল ৰঙা পৰা ইত্যাদি।

**ডোপ, ডোপিং** *Dope, Doping*

শাৰীৰিক উত্তেজনা বা কৰ্মক্ষমতা বৃদ্ধিৰ বাবে অস্বীকৃত ষ্টেৰইডজাতীয় মাদকদ্ৰব্য আৰু সেই মাদকদ্ৰব্য সেৱন।

**ডোবাৰমেন** *Doberman*

এক জাতৰ কুকুৰ। 'ডোবাৰমেন' নামটো আহিছে লুডউইগ ডোবাৰমেন নামৰ এজন জাৰ্মান

কৰ সংগ্ৰাহকৰ পৰা। এই কৰ সংগ্ৰাহকজনে তেওঁৰ বৃত্তিটোৰ ফলত তেওঁ যে আনে দেখিব নোৱাৰা এজন ব্যক্তি হৈ পৰিছে, সেই কথা উপলব্ধি কৰিছিল। গতিকে প্ৰতিৰক্ষাৰ বাবে তেওঁ এক শ্ৰেণীৰ ভয়ানক সংকৰ জাতৰ কুকুৰৰ বিকাশ ঘটাই সেই কুকুৰবোৰ লগতে লৈ ফুৰিছিল। সেই জাতিৰ কুকুৰবোৰৰ পাছত নাম ৰখা হ'ল ডোবাৰমেন। বৰ্তমান ডোবাৰমেন কুকুৰ প্ৰধানকৈ পহৰা দিয়া কামত ব্যৱহাৰ কৰা হয়।

## ড্ৰাই ক্লীনিং *Dry Cleaning*

পানীৰ বাহিৰে আন জুলীয়া দ্ৰাৱক ব্যৱহাৰ কৰি কাপোৰ, ছামৰা বা ফাৰ (fur) পৰিষ্কাৰ কৰা পদ্ধতি। কিছুমান বিশেষ কাপোৰ পানীৰে ধুলে নষ্ট হোৱাৰ আশংকা থাকে। তদুপৰি কিছুমান দাগ পানীৰে আঁতৰাবও নোৱাৰি। মূলতঃ এই দুটা অসুবিধাকে মূলধন কৰি ড্ৰাই ক্লীনিং উদ্যোগে ঠন ধৰি উঠিছে আৰু জনপ্ৰিয়তা অৰ্জন কৰিছে। সাম্প্ৰতিক কালত ড্ৰাই ক্লীন পদ্ধতিৰ বহু উন্নতি সাধনো কৰা হৈছে।

## ড্ৰাগছ *Drugs*

প্ৰকৃতিত এনে কিছুমান পদাৰ্থ পোৱা যায় যিবোৰ সেৱন কৰিলে মানুহৰ নিচা হয়। ইয়াৰ ভিতৰৰ বহু নিচাযুক্ত দ্ৰব্যক ঔষধ হিচাপে ব্যৱহাৰ কৰি নানা ধৰণৰ ৰোগৰ পৰা উপশম পাব পাৰি। কোনো এটা ৰোগ হ'লে তাৰ নিৰাময়ৰ কাৰণে ব্যৱহাৰ কৰা দ্ৰব্যটোক আমি ঔষধ বা ড্ৰাগ বুলি কওঁ। কিন্তু কোনো ৰোগ নোহোৱাকৈয়েই যদি তেনে জাতীয় দ্ৰব্য ব্যৱহাৰ কৰা হয়, যাৰ দ্বাৰা শৰীৰ নিচাগ্ৰস্ত হৈ পৰে, ই নিশ্চয় আমাৰ শৰীৰত কিবা নহয় কিবা এটা কুপ্ৰভাৱ পেলাব। এনে ধৰণৰ দ্ৰব্য যেতিয়া এজন সুস্থ মানুহে গ্ৰহণ কৰে, সেই দ্ৰব্যটোক বৰ্তমান অস্বাভাৱিক 'ড্ৰাগছ' বোলা হয়। অৰ্থাৎ, সুস্থ মানুহক অস্বাভাৱিক বা অসুস্থ কৰি তোলা দ্ৰব্যসমূহক 'ড্ৰাগছ' বুলি কোৱা হৈছে। সভ্যতাৰ আৰম্ভণিৰে পৰা মানুহে কৃত্ৰিম পদ্ধতিৰে সুখানুভূতি লাভ কৰাৰ অৰ্থে জন্ম দিয়া বিভিন্ন ক্ষতিকাৰক অভ্যাসৰ অন্যতম ড্ৰাগছ সেৱন। ড্ৰাগছে প্ৰধানতঃ মন আৰু চিন্তাশক্তিৰ ওপৰত প্ৰচণ্ড প্ৰভাৱ পেলায়। লাহে লাহে এই প্ৰভাৱ সমগ্ৰ শৰীৰতে বিয়পি পৰে আৰু এজন সুস্থ-সবল যুৱকক অথৰ্ব কৰি পেলোৱাত অগ্ৰণী ভূমিকা গ্ৰহণ কৰে।

ড্ৰাগছ সেৱন আৰম্ভ কৰাৰে পৰা এটা নিৰ্দিষ্ট সময়ৰ ভিতৰত একোটা মানব শৰীৰৰ ভাঙোন প্ৰক্ৰিয়া আৰম্ভ হয়। এই সময়ছোৱাত শৰীৰলৈ আহে সাময়িক দুৰ্বলতা। পেটৰ বিষ, অস্বাভাৱিক ৰক্তচাপ, ক্ষয়ৰোগ, যকৃতৰ জ্বলা-পোৰা, শৰীৰত কঁপনি, হেপাটাইটিছ আদিৰ সৃষ্টি হয়। এইবোৰৰ লগে লগে আহে দৃষ্টিহীনতা, নিদ্ৰাহীনতা, ভোকহীনতা আদি আৰু এটা সময়ত গৈ কেন্সাৰো হ'ব পাৰে। আকৌ ইনজেকছনেৰে ড্ৰাগছ লোৱাৰ বাবে আজিকালি এইড্‌ছৰ বীজাণু সংক্ৰমিত হোৱাও দেখা গৈছে। ড্ৰাগছৰ মানসিক প্ৰতিক্ৰিয়াবোৰ হ'ল ঃ বিনা কাৰণত উত্তেজিত হোৱা, তীব্ৰ হতাশাৰ ভাব, অসংলগ্ন ব্যৱহাৰ, উচ্ছৃংখল আচৰণ, উদাসীনতা, আত্মহত্যাৰ প্ৰৱণতা ইত্যাদি। এনেদৰেই ড্ৰাগছ সেৱনে এজন ব্যক্তিৰ জীৱন তিল তিলকৈ ধ্বংসৰ গৰাহলৈ ঠেলি লৈ যায়।

## ড্ৰাগ সহন ক্ষমতা *Drug Tolerance*

কোনো বস্তু, দৰৱ বা মাদকদ্ৰব্য বাৰে বাৰে ব্যৱহাৰ কৰি থাকিলে সি একে ধৰণৰ প্ৰভাৱ সৃষ্টি

কৰিবলৈ অসমৰ্থ হয় আৰু একে প্ৰভাৱ পাবলৈ বেছি পৰিমাণৰ সেই দ্ৰব্য ব্যৱহাৰ কৰিবলগীয়া হয়। তেতিয়া ‘ড্ৰাগ সহন ক্ষমতা’ বাঢ়ি যোৱা বুলি কোৱা হয়।

**ড্ৰাগ হলিডে’** *Drug Holiday*
চিকিৎসা বৈজ্ঞানিক শব্দ। কোনো ৰোগীৰ দেহত এক ঔষধ ব্যৱহাৰ কৰাৰ পাছত, তাৰ প্ৰতিক্ৰিয়া চাবলৈ কিছুদিন সেই ঔষধ নিদিয়াকৈ ৰখা হয় আৰু সেই দিনকেইটাক ‘ড্ৰাগ হলিডে’ বোলে।

**ড্ৰেইন পাইপ** *Drainpipe*
আভিধানিক অৰ্থ, পানী নিৰ্গমন নল; পানী যোৱা চুঙা। কিন্তু প্ৰচলিত অৰ্থ, ভৰিৰ তলৰ ফালে ক্ৰমে চেপা খোৱা পেণ্টবিশেষ। এনে পেণ্টৰ ব্যৱহাৰ বৰ্তমানে অৱশ্যে নাই বুলিলেই হয়।

**ড্ৰেকোনিয়ান** *Draconian*
প্ৰয়োজনতকৈ বা উচিত ব্যৱস্থাতকৈ অযুক্তিকৰভাৱে অধিক কঠোৰ কোনো আইন বা চৰকাৰী কাৰ্যব্যৱস্থা। প্ৰাচীন গ্ৰীচৰ এজন শাসনকৰ্তা ড্ৰেকোৱে এনে ধৰণৰ নিয়ম বলবৎ কৰিছিল বাবে এনেবোৰ নিয়ম বা ব্যৱস্থাক ড্ৰেকোনিয়ান নামেৰে জনা যায়।

# ত

**তথ্য জনাৰ অধিকাৰ আইন** *Right to Information Act*
তথ্য জনাৰ অধিকাৰৰ আধাৰত ২০০৫ চনত ভাৰতত প্ৰৱৰ্তন কৰা এখন আইন। এই আইনৰ দ্বাৰা জনসাধাৰণে দেশৰ উন্নয়নৰ স্বাৰ্থত বিভিন্ন চৰকাৰী আঁচনিৰ তথ্য, প্ৰশাসনিক ব্যৱস্থা তথা স্বচ্ছতা সম্পৰ্কে জানিব পাৰে। আইনখন তথ্য জনাৰ অধিকাৰ আইন, ২০০৫ হিচাপে জনাজাত। জম্মু আৰু কাশ্মীৰৰ বাহিৰে সমগ্ৰ ভাৰততে এই আইনখন বৰ্তমান প্ৰচলিত। আইনখনৰ নীতি অনুসৰি প্ৰতিজন ভাৰতীয় নাগৰিকে চৰকাৰক যিকোনো বিষয়ত প্ৰশ্ন সোধা তথা তথ্য বিচৰাৰ অধিকাৰ লাভ কৰিছে। লগতে লাভ কৰিছে চৰকাৰী নথি-পত্ৰৰ প্ৰতিলিপি আহৰণ কৰা, চৰকাৰী নথি-পত্ৰ প্ৰত্যক্ষ কৰিব বিচৰা সুবিধা, চৰকাৰী কাম-কাজৰ অগ্ৰগতি পৰিদৰ্শন কৰাৰ সুবিধা তথা কাম-কাজৰ নমুনা সংগ্ৰহ কৰাৰ অধিকাৰ। কেৱল যে চৰকাৰী কাম-কাজহে এই আইনে সামৰি লৈছে এনে নহয়, ভাৰতত প্ৰচলিত যিকোনো আইন আৰু চৰকাৰী নিৰ্দেশৰ দ্বাৰা পৰিচালিত অনুষ্ঠান, চৰকাৰ নিয়ন্ত্ৰিত আৰু আৰ্থিক সাহায্যপ্ৰাপ্ত যিকোনো বেচৰকাৰী সংগঠনকো এই আইনে সামৰি লৈছে। যিবোৰ ব্যক্তিগত প্ৰতিষ্ঠানে ৰাজসাহায্য, কৰ ৰেহাই লাভ কৰে তেওঁলোকেও নাগৰিকক তথ্য জনাৰ অধিকাৰৰ পৰা বঞ্চিত কৰিব নোৱাৰিব এই আইনৰ বাবে। এই আইন অনুসৰি চৰকাৰে প্ৰতিটো বিভাগতে এজন বা একাধিক লোক তথ্য বিষয়া হিচাপে নিয়োগৰ ব্যৱস্থা লৈছে। এওঁলোকে নাগৰিকৰ

তথ্য জনাৰ অধিকাৰ আবেদন গ্ৰহণ কৰে। আবেদনকাৰীয়ে তাৰ বাবে সামান্য মাচুলো প্ৰদান কৰিব লাগে। আবেদন কৰাৰ পৰা ৩৫ দিনৰ ভিতৰত তথ্য প্ৰদান কৰিব লাগে কৰ্তৃপক্ষই। কেন্দ্ৰীয় চৰকাৰৰ চোৰাংচোৱা আৰু নিৰাপত্তা বাহিনীৰ লগতে ৰাজ্য চৰকাৰৰ কিছুসংখ্যক বিষয় তথ্য জনাৰ অধিকাৰৰ আইনৰ পৰা ৰেহাই প্ৰদান কৰা হৈছে।

**তথ্য প্ৰযুক্তি** *Information Technology*

কম্পিউটাৰ, ইলেক্ট্ৰনিকছ্ আৰু টেলি সংযোগ বিজ্ঞানৰ সহায়ত তথ্য, সংবাদ আদি সংগ্ৰহ আৰু বণ্টন সম্পৰ্কে তাত্ত্বিক পাঠ তথা তাৰ ব্যৱহাৰিক প্ৰয়োগ। কম্পিউটাৰ, মাইক্ৰো প্ৰচেছৰ আদি ইলেক্ট্ৰনিক আহিলাৰ অভূতপূৰ্ব অগ্ৰগতিৰ ফলত কম্পিউটাৰ, যোগাযোগ ব্যৱস্থা, ব্যৱহাৰিক ইলেক্ট্ৰনিকছ্, ৰেডিঅ', টেলিভিছন আদিৰ হাৰ্ডৱেৰ-ছফটৱেৰক লৈ গঢ়ি উঠা প্ৰযুক্তি। সম্প্ৰতি বিশ্বজুৰি তথ্য প্ৰযুক্তিয়ে এক বিপ্লৱৰ সূচনা কৰিছে।

**তন্তু আলোক বিদ্যা** *Fibre Optics*

তন্তু আলোক বিদ্যাত কাঁচৰ অতি ক্ষুদ্ৰ তন্তু ব্যৱহাৰ কৰি পোহৰ নিৰ্দিষ্ট স্থানলৈ প্ৰেৰণ কৰা হয় আৰু এই পৰিঘটনাৰ সহায়ত যথেষ্ট প্ৰয়োজনীয় কাম সমাধান কৰা হয়। কাঁচৰ তেনেই সূক্ষ্ম তন্তুৰ ভিতৰত পোহৰৰ বাৰে বাৰে পূৰ্ণ প্ৰতিফলন ঘটে আৰু এনেদৰেই পোহৰ আগবাঢ়ি গৈ তন্তুৰ আনটো মূৰ পায়গৈ। এনে তন্তুবোৰৰ নাম আলোক তন্তু। সাধাৰণভাৱে চাব নোৱাৰা, জটিল অৱস্থাত থকা বস্তু বা অংগ চাবলৈ আলোক তন্তু ব্যৱহাৰ কৰিব পাৰি। চিকিৎসা বিজ্ঞানত এনে পৰিঘটনা ব্যৱহাৰ কৰি পাকস্থলী, হাওঁফাওঁ, জৰায়ু আদি চাব পৰা 'ফাইবাৰ স্কোপ' নামৰ এবিধ সঁজুলি ব্যৱহাৰ হয়। টেলিসংযোগ ব্যৱস্থাতো আলোক তন্তু ব্যৱহাৰ কৰা হয়। আলোক তন্তুবোৰক এডাল বা একোছা — দুয়ো প্ৰকাৰতে ব্যৱহাৰ কৰিব পাৰি।

**তৰাই** *Tarai*

উত্তৰ ভাৰত আৰু দক্ষিণ নেপাল জুৰি বিস্তৃত অঞ্চল। নামনি হিমালয় পৰ্বতমালাৰ প্ৰায় সমান্তৰালভাৱে থকা এই ওখ-চাপৰ অঞ্চল পশ্চিমে যমুনাৰ পৰা পূবে ব্ৰহ্মপুত্ৰলৈকে বিস্তৃত। তৰাইৰ উত্তৰ অংশৰ পৰা যথেষ্টসংখ্যক জান-জুৰিৰ উৎপত্তি হৈছে। জান-জুৰি, নদ-নদীবোৰে তৰাই অঞ্চলক এক জলাহ ভূমিত পৰিণত কৰিছে। তৰাই অঞ্চলৰ ওচৰতে আছে সৰু-ডাঙৰ শিলৰ টুকুৰাৰে ভৰপূৰ 'ভাবাৰ' (Bhabar) নামেৰে এক অঞ্চল। এই অঞ্চলত এসময়ত ব্যাপকভাৱে মেলেৰিয়া ৰোগৰ প্ৰাদুৰ্ভাৱ হৈছিল। তৰাই অঞ্চলৰ পূব ভাগক পশ্চিমবংগ আৰু বাংলাদেশত ডুৱাৰ্ছ (Duars) নামেৰে জনা যায়। *লগতে চাওক ডুৱাৰ্ছ*

**তললৈ গতি কৰা বস্তুৰ সূত্ৰ** *Law of Falling Bodies*

বিজ্ঞানী গেলিলিঅ' গেলিলিয়ে (১৫৬৪-১৬৪২) আৱিষ্কাৰ কৰা পদাৰ্থৰ গতি সম্পৰ্কীয় সূত্ৰ। ১৫৯০ চনত গেলিলিঅ'ই এই সূত্ৰ আৱিষ্কাৰ কৰে। তেওঁ প্ৰমাণ কৰি দেখুৱায় যে বাটত কোনো বাধা নাপালে একে উচ্চতাৰ পৰা অহা সকলো বস্তু সমান বেগত একে সময়তে আহি মাটিত পৰিবহি।

**তাপগতি বিজ্ঞান** *Thermodynamics*
পদাৰ্থ বিজ্ঞানৰ শাখাবিশেষ। তাপৰ লগত যান্ত্ৰিক আৰু অন্যান্য শক্তিৰ পাৰস্পৰিক সম্পৰ্কৰ গাণিতিক চৰ্চা এই শাখাৰ বিষয়বস্তু। বাষ্পীয় ইঞ্জিনৰ ভিত্তি তাপগতি বিজ্ঞান। তাপগতি বিজ্ঞানৰ তিনিটা মূল সূত্ৰ আছেঃ ১) শক্তিৰ ৰূপান্তৰহে হয়, ক্ষয় বা বিনাশ বা সৃষ্টি নহয়; ২) তাপ কেতিয়াও স্বতঃস্ফূৰ্তভাৱে শীতলতৰ মাধ্যমৰ পৰা উষ্ণতৰ মাধ্যমলৈ প্ৰবাহিত নহয়; ৩) পৰম শূন্য উষ্ণতাৰ ওচৰহে চাপিব পাৰি, কেতিয়াও তাত উপনীত হ'ব নোৱাৰি।

**তাপ চিকিৎসা** *Diathermy*
ছালৰ তলত তাপশক্তি সৃষ্টি কৰি বা তাত তাপ প্ৰয়োগ কৰি পেশীকলাৰ বিষ, পেশী কোঁচ খোৱা, গাঁঠিত বিষ আদি চিকিৎসা কৰা পদ্ধতিবিশেষ।

**তাম্ৰযুগ** *Copper Age*
খ্ৰীষ্টপূৰ্ব ৫০০০-ৰ পৰা খ্ৰীষ্টপূৰ্ব ৪০০০-ৰ মাজৰ কালছোৱা। এই সময়ছোৱাতে মানুহে তামৰ সন্ধেদ পায়। সম্ভৱ শিলৰ ওপৰত জুই জ্বলাওঁতে তাপ পাই মণিকৰ পৰা ধাতৱ তাম ওলাইছিল। তাৰ পৰাই মানুহে প্ৰথমে শিলৰ অস্ত্ৰ-শস্ত্ৰ, কাঁহী-বাটি আদিৰ দৰে তামৰ অস্ত্ৰ-শস্ত্ৰ, কাঁহী-বাটি আদি সাজিছিল। তামেই মানুহে ব্যৱহাৰ কৰা প্ৰথম ধাতু। সেই সময়ত তাম ব্যৱহাৰৰ অন্যতম কাৰণ আছিল ইয়াক প্ৰকৃতিত মুক্ত অৱস্থাত পোৱা যায়। ৰোমানসকলে চাইপ্ৰাছ দ্বীপৰ পৰা তাম নিষ্কাশন কৰিছিল। তামৰ তেওঁলোকে নাম দিছিল 'এছ কিপ্ৰিয়াম' (Aes Cyprium)। কালক্ৰমত সেই নামেই সংক্ষিপ্ত হৈ কুপ্ৰাম (Cuprum) হয়। কুপ্ৰাম বৰ্তমান তামৰ স্বীকৃত লেটিন নাম।

**তাৰকাৰাজ্য** *Galaxy*
মহাকৰ্ষণ শক্তিৰে সম্পৰ্কিত হৈ থকা এক বিশালসংখ্যক তৰা, মহাজাতিক ধূলিকণা, গেছ আদিৰ সমষ্টি। সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডখনতে তাৰকাৰাজ্য যথেষ্ট আঁতৰত অকলশৰীয়াভাৱে থাকিলেও, বেছিভাগ কিছুমান দলত থুপ খাই আছে। কোনো এখন তাৰকাৰাজ্যত হয়তো কেইটামানহে তৰা আছে; আনহাতে কোনো এখন তাৰকাৰাজ্যত বহু হাজাৰ পৰ্যন্ত তৰা থাকিব পাৰে। সেইদৰে তাৰকাৰাজ্যৰ গড় ব্যাস কেইবাহাজাৰ আলোকবৰ্ষৰ পৰা দহ লাখ আলোকবৰ্ষলৈকে হ'ব পাৰে। আমি বাস কৰা তাৰকাৰাজ্যখনৰ নাম হাতীপটি তাৰকাৰাজ্য। ইয়াত সূৰ্যকে ধৰি গ্ৰহসমূহৰ উপৰি অলেখ বাসিন্দা আছে। অনেক তাৰকাৰাজ্যই থুপ পাতি একো একোটা তাৰকাৰাজ্যৰ থুপ বা তাৰকাপুঞ্জৰ (cluster of galaxis) সৃষ্টি কৰে। আকৌ এনেধৰণৰ কিছুমান তাৰকাৰাজ্যৰ থুপ একেলগ হৈ গঠন কৰে অতিতাৰকাৰাজ্যৰ থুপ বা অতিপুঞ্জ (super clusters)। এই অতিপুঞ্জ বা অতিতাৰকাৰাজ্যসমূহৰ সমষ্টিয়েই হ'ল বিশাল বিশ্বব্ৰহ্মাণ্ড।

**তীৰ্থংকৰ** *Tirthankar*
জৈন সিদ্ধ পুৰুষ; যি নিৰ্বাণ লাভ কৰিছে। জৈন ধৰ্মৰ প্ৰচাৰক হিচাপে ২৪জন তীৰ্থংকৰৰ নাম পোৱা গৈছে। ব্ৰাহ্মণ বা দেৱতাৰ সলনি জৈনসকলৰ পূজ্য ২৪জন তীৰ্থংকৰ। এই ২৪জন তীৰ্থংকৰ হ'ল ঃ ঋষভ নাথ বা আদিনাথ, অজিত নাথ, সম্ভৱনাথ, অভিনন্দন, সুমতিনাথ,

পদ্মপ্রভ, সুপার্শ্বনাথ, চন্দ্রপ্রভা, সুবিধিনাথ বা পুষ্পদন্তনাথ, শীতলনাথ, শ্রেয়াংস নাথ, বাসুপূজ্য, বিমল নাথ, অনন্ত নাথ, ধৰ্মনাথ, শান্তিনাথ, কুন্দুনাথ, আৰানাথ, মল্লিনাথ, সুব্রত নাথ বা মুনিসুব্রত নাথ, নামি নাথ বা নিমিন নাথ, নেমি নাথ, অৰিষ্টনেমি নাথ, পাৰ্শ্ব নাথ বা পৰেশ নাথ আৰু বৰ্ধমান (পাছলৈ মহাবীৰ নামে খ্যাত)।

## তুতীয়া *Blue Vitriol*

তাম আৰু গন্ধকৰ ৰাসায়নিক সংযোগত উৎপন্ন হোৱা যৌগিক পদাৰ্থ। স্ফটিকাকৃত নীলা বৰণৰ এই পদাৰ্থবিধ বিষাক্ত। কীটনাশক হিচাপে, ৰঞ্জন শিল্প আৰু কাঠ সংৰক্ষণত তুতীয়াৰ ব্যৱহাৰ আছে।

## তুন্দ্ৰা *Tundra*

উত্তৰ মেৰু বা সুমেৰু বৃত্তৰ উত্তৰে ছাইবেৰিয়াৰ অন্তৰ্গত গছ-গছনিবিহীন, শীতল আৰু শুকান জলবায়ুযুক্ত অঞ্চল। 'তুন্দ্ৰা' শব্দটো স্কাণ্ডিনেভিয়াৰ উত্তৰাঞ্চলত বাস কৰা 'ছামি' (Sami) নামৰ এটা জাতিৰ ভাষাৰ পৰা আহিছে। ইয়াৰ অৰ্থ 'তৰুহীন' (treeless)। এই অৰ্থই তুন্দ্ৰা অঞ্চলৰ বিষয়ে সঠিককৈ বুজাইছে। ইউৰোপ, এছিয়া আৰু আমেৰিকাৰ উত্তৰৰ এক বৃহৎ ভূখণ্ড তুন্দ্ৰা অঞ্চলৰ অন্তৰ্গত। এই অঞ্চলত স্থায়ীভাৱে থকা লোকৰ সংখ্যা কম। অধিবাসীসকলৰ অধিকাংশই অনগ্ৰসৰ আৰু জনজাতীয় গোষ্ঠীৰ অন্তৰ্গত। বছৰটোৰ বেছিভাগ সময়েই তুন্দ্ৰা অঞ্চলক বৰফেৰে ঢাকি ৰাখে। খুব গৰমৰ সময়তো উষ্ণতা ১০ ডিগ্ৰী চেলচিয়াছহে হয়। ভূতাত্ত্বিকসকলৰ মতে তুন্দ্ৰা অঞ্চলত খনিজ সম্পদৰ প্ৰচুৰ সম্ভাৱনা আছে। অৱশ্যে ইয়াৰ অনুসন্ধান আৰু খননৰ বিশেষ অগ্ৰগতি হোৱা নাই।

## তুলনামূলক সাহিত্য *Comparative Literature*

এখন দেশৰ জাতীয় সাহিত্য আৰু লোক সাহিত্য আন দেশৰ সাহিত্যৰ সৈতে কৰা তুলনামূলক অধ্যয়ন, বিশ্লেষণ তথা সংশ্লিষ্ট চিন্তা-চৰ্চা। বিশ্ব সাহিত্যত তুলনাত্মক অধ্যয়ন আৰু বিশ্লেষণে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। বহু বিশ্ববিদ্যালয়ত সম্প্ৰতি তুলনামূলক সাহিত্যক এক স্বতন্ত্ৰ বিষয়ৰূপে অন্তৰ্ভুক্ত কৰা হৈছে।

## তুষাৰ যুগ *Ice Age*

পৃথিৱীৰ আদি বুৰঞ্জীৰ এছোৱা সময়, যেতিয়া পৃথিৱীপৃষ্ঠৰ এক বৃহৎ ক্ষেত্ৰ বৰফাবৃত হৈছিল। মানৱ সভ্যতাৰ বিকাশৰ প্ৰচেষ্টাৰ মাজতে ভয়ংকৰ তুষাৰ যুগৰ আগমনে পৃথিৱীত মানৱ জাতি আৰু আন জীৱ-জন্তুৰ অস্তিত্বকে বিপন্ন কৰি তুলিছিল। প্ৰথম তুষাৰ যুগ সৃষ্টি হৈছিল এক লাখ বছৰ আগতে। শেষ তুষাৰ যুগটো আহিছিল প্ৰায় ১৮,০০০ বছৰ আগতে আৰু প্ৰধানকৈ উত্তৰ গোলাৰ্ধত ই প্ৰভাৱ বিস্তাৰ কৰিছিল। এটা হিচাপ মতে তুষাৰ যুগৰ সময়ত গড় হিচাপে এক কিলোমিটাৰ ঘন বৰফৰ আচ্ছাদনে ভূপৃষ্ঠৰ প্ৰায় ৩৮০ লাখ বৰ্গ কিলোমিটাৰ ঠাই ঢাকি ধৰিছিল (এতিয়া মাথোঁ ১৬০ লাখ বৰ্গ কিলোমিটাৰহে বৰফৰ দ্বাৰা আবৃত)। প্ৰাণৰ মায়াত বহুতে দক্ষিণ গোলাৰ্ধৰ ফালে গতি কৰিছিল। ভূপৃষ্ঠৰ নিচেই কম অংশহে বৰফৰ পৰা মুক্ত হৈ আছিল। কিছুমান মানুহে বৰফৰ ওপৰতে, গুহাত বা আন

আশ্ৰয়স্থলী নিৰ্মাণ কৰি তাত বসবাস কৰিছিল, জন্তুৰ ছালেৰে আত্মৰক্ষাৰ চেষ্টা কৰিছিল।

বিজ্ঞানীসকলৰ মতে পৃথিৱীৰ বুকুলৈ চাৰিটা তুষাৰ যুগ নামি আহিছিল। কিন্তু এই হিমপ্ৰবাহৰ আগমন হৈছিল আৰু কেনেকৈ ই পুনৰ আঁতৰি গ'ল সেই কথাৰ সঠিক সম্ভেদ আজিও পোৱা হোৱা নাই। তথাপি দুটা বৈজ্ঞানিক অনুমান গ্ৰহণযোগ্য বুলি ভবা হৈছে।

প্ৰথমটো অনুমান মতে, সূৰ্যৰ পৰা পৃথিৱীৰ দূৰত্ব বঢ়াৰ বাবে (বা আন কাৰণত) সূৰ্যৰ পৰা পৃথিৱীলৈ অহা তাপৰ পৰিমাণ কমি গৈছিল। ফলত পৃথিৱীখন অত্যধিক শীতল হৈ তাত বিপুল পৰিমাণৰ বৰফৰ এক আচ্ছাদন সৃষ্টি হৈছিল। আনটো অনুমান মতে, পৃথিৱীৰ বায়ুমণ্ডলত কিবা কাৰণত কাৰ্বন ডাই-অক্সাইড আৰু জলীয় বাষ্পৰ পৰিমাণ কমি যোৱাৰ ফলত বায়ুমণ্ডল বৰ বেছি শীতল হৈ পৰিছিল আৰু পৃথিৱীৰ উপৰিভাগত প্ৰচুৰ তুষাৰ জমা হৈছিল। পাছৰ পৰ্যায়ত এই কাৰণসমূহ দুৰ হোৱা বাবে ভয়াৱহ তুষাৰ যুগৰো অন্ত পৰিছিল।

### তুষাৰ ক্ষত *Frost Bite*

৩২ ডিগ্ৰী চেলচিয়াছ উষ্ণতাৰ তলত মানুহৰ শৰীৰত দেখা দিব পৰা ক্ষত। একে ক্ষত সাধাৰণতে ভৰিৰ তলুৱা, কাণ, নাক আৰু আঙুলিত হয়। তুষাৰক্ষত হ'লে সেই অংগত অনবৰতে বেজীৰে খুঁচি থকাৰ দৰে অনুভৱ হয় আৰু পাছত সেই অংগ নিঃসাৰ হৈ যায়। ছাল প্ৰথমতে বগা হয়, টান হয় আৰু পাছত ক'লা হৈ পৰে।

### তৃতীয় বিশ্ব *Third World*

আমেৰিকা যুক্তৰাষ্ট্ৰ নেতৃত্বাধীন শক্তিশালী পুঁজিবাদী পশ্চিমীয়া ৰাষ্ট্ৰসমূহ আৰু পূৰ্বৰ ছোভিয়েট ৰাছিয়া নেতৃত্বাধীন সমাজতান্ত্ৰিক ৰাষ্ট্ৰসমূহৰ বাহিৰে (প্ৰধানতঃ এছিয়া আৰু আফ্ৰিকাৰ) আন দৰিদ্ৰ আৰু উন্নয়নশীল ৰাষ্ট্ৰসমূহ। তৃতীয় বিশ্ব একক কোনো দেশ নহয়, ই নিৰ্দিষ্ট বৈশিষ্ট্যসম্পন্ন বহুসংখ্যক দেশৰ সমষ্টি! এছিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ বিভিন্ন দেশ তৃতীয় বিশ্বৰ অন্তৰ্গত। এইবোৰ দেশৰ অধিকাংশত এসময়ত আন দেশৰ উপনিৱেশ আছিল আৰু পাছত সাম্ৰাজ্যবাদৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়ি উঠিছিল। তৃতীয় বিশ্বৰ দেশসমূহত অৰ্থনৈতিক সংকটৰ উপৰি ক্ৰমবৰ্ধমান অশিক্ষা, জনসংখ্যা বৃদ্ধিৰ সমস্যা, নিবনুৱা আৰু অন্যান্য সামাজিক সমস্যা আছে। বৰ্তমান এই সমস্যাবোৰ দূৰ কৰিবলৈ আন্তৰ্জাতিক প্ৰচেষ্টা চলোৱা হৈছে। তৃতীয় বিশ্বৰ দেশসমূহৰ ভিতৰত ভাৰত অন্যতম।

### তৃতীয় বিশ্ববাদ *Third Worldism*

তৃতীয় বিশ্বৰ দেশবোৰত বিগত কেইদশক ধৰি এক সংঘবদ্ধ আৰু ঐক্যবদ্ধ আন্দোলন গঢ়ি উঠিছে। ১৯৬৪ চনত অনুষ্ঠিত ৰাষ্ট্ৰসংঘৰ বাণিজ্য আৰু উন্নয়ন সন্মিলনত (UNCTAD : United Nations Conference on Trade and Development) তৃতীয় বিশ্বৰ প্ৰতিনিধিত্বৰ শক্তি আছিল আটাইতকৈ বেছি। তেতিয়াৰে পৰা তৃতীয় বিশ্বৰ দেশবোৰে পাৰস্পৰিক বান্ধোন আৰু ঐক্যক দৃঢ়তৰ কৰাৰ চেষ্টা কৰি আহিছে। এই দেশবোৰৰ মাজত অৱশ্যে আছে মতভেদ আৰু স্বাৰ্থৰ ভিন্নতা। তথাপি তৃতীয় বিশ্ব এতিয়া পাশ্চাত্য জগতৰ বাবে অপাংক্তেয় বা উপেক্ষণীয় নহয়। বৰং বিজ্ঞান, প্ৰযুক্তি, শিল্প-সাহিত্যত তৃতীয় বিশ্বই আজি পশ্চিমীয়া দেশবোৰৰ সমীহ আদায় কৰিবলৈ সমৰ্থ হৈছে। স্বাভাৱিকতে, তৃতীয়

বিশ্বক লৈ উন্নত পশ্চিমীয়া দেশবোৰৰ আগ্ৰহ যেনেদৰে আছে, তেনেদৰে আছে শংকা। তৃতীয় বিশ্বৰ এই শক্তি, আত্মবিশ্বাস আৰু উন্নয়নকামিতাকেই সামগ্ৰিকভাৱে তৃতীয় বিশ্ববাদ বোলা হয়।

## তেজস্ক্ৰিয়তা *Radioactivity*

কেতিয়াবা কোনো অস্থিৰ পৰমাণুৰ (সাধাৰণতে উচ্চ পাৰমাণৱিক ভৰৰ) স্বতঃস্ফূৰ্ত ভাঙোণ ঘটি বিশেষ ৰশ্মিৰ বিকিৰণ হয় আৰু সেই পৰমাণু এক সুস্থিৰ পৰমাণুত পৰিণত নোহোৱালৈকে এই ক্ৰিয়া চলি থাকে। এনে পৰিঘটনাক তেজস্ক্ৰিয়তা বুলি কোৱা হয়। তেজস্ক্ৰিয়তাৰ প্ৰয়োগৰ ক্ষেত্ৰখন যথেষ্ট বিশাল। সেইবোৰৰ ভিতৰত আছে কেন্সাৰ আৰু থাইৰয়ড গ্ৰন্থিৰ চিকিৎসা, শস্যৰ কীটনাশন তথা সংৰক্ষণ, পৃথিৱীৰ বয়স নিৰ্ধাৰণ, মানুহৰ দেহত তেজৰ পৰিমাণ নিৰ্ণয়, ৰাসায়নিক পৰীক্ষাগাৰত মৌলৰ পৰিমাণ নিৰ্ণয়, বিভিন্ন প্ৰকাৰৰ বিশ্লেষণ ইত্যাদি। অধিক মাত্ৰাত তেজস্ক্ৰিয় বিকিৰণ জীৱদেহৰ কাৰণে হানিকাৰক। এনে বিকিৰণে চিৰস্থায়ী ৰুগ্নতা বা মৃত্যুও ঘটাব পাৰে। তেজস্ক্ৰিয়তা আধুনিক বিজ্ঞানৰ শ্ৰেষ্ঠ আৱিষ্কাৰসমূহৰ অন্যতম। তেজস্ক্ৰিয়তা সম্পৰ্কীয় গৱেষণাৰ ক্ৰমবৰ্ধিত পৰিসৰ আৰু ইয়াৰ সুদূৰপ্ৰসাৰী ফলৰ বাবে সম্প্ৰতি ইয়াক লৈয়ে বিজ্ঞানৰ এটি পৃথক শাখা গঢ়ি উঠিছে।

## তেজস্ক্ৰিয় পদাৰ্থ *Radioactive Element*

তেজস্ক্ৰিয় ৰশ্মি বিকিৰণ হোৱা পদাৰ্থ (যেনে ঃ ৰেডিয়াম, ইউৰেনিয়াম, থৰিয়াম, এক্টিনিয়াম আদি)। তেজস্ক্ৰিয় মৌলিক পদাৰ্থবোৰৰ কেতবোৰ বিশেষ বৈশিষ্ট্য আছে। এনেবোৰ পদাৰ্থৰ পৰা গেছৰ স্ৰোতৰ দৰে অনৰ্গলি আৰু অবিৰাম একধৰণৰ ৰশ্মি নিৰ্গত হয়। অৱশ্যে এনে নিৰ্গমন এসময়ত বন্ধ হৈ যায় আৰু তেনে তেজস্ক্ৰিয় পদাৰ্থ আন এক সাধাৰণ পদাৰ্থলৈ ৰূপান্তৰিত হয়। উদাহৰণস্বৰূপে ৰেডিয়াম নামৰ তেজস্ক্ৰিয় ধাতুবিধৰ পৰা তেজস্ক্ৰিয় ৰশ্মি নিৰ্গত হোৱাৰ পাছত এসময়ত ই সাধাৰণ সীহলৈ ৰূপান্তৰিত হয়। এতিয়ালৈকে প্ৰাকৃতিকভাৱে প্ৰায় ৫০ বিধ তেজস্ক্ৰিয় পদাৰ্থৰ সন্ধান পোৱা গৈছে। ইয়াৰে আটাইতকৈ জনাজাতবিধৰ নাম ইউৰেনিয়াম। তদুপৰি ২,০০০-তকৈও অধিক এনে পদাৰ্থ সৃষ্টি কৰা হৈছে কৃত্ৰিমভাৱে। ইয়াৰ ভিতৰত প্লুটোনিয়াম উল্লেখযোগ্য।

## তোলনি বিয়া

ছোৱালীৰ কন্যাকাল হোৱাত পতা উৎসৱ। কন্যা সন্তান পুষ্পিতা হ'লে অসমীয়া সমাজত তোলনি বিয়া, নোৱাই তোলনি, পুহা বিয়া, উঠান বিয়া বা পুষ্পোৎসৱ পতাৰ নিয়ম। ছোৱালী পুষ্পিতা হোৱাৰ পৰা চাৰি দিন বা পুষ্পিতা হোৱাৰ যোগ অনুসৰি ছদিন বা সাত দিনৰ মূৰত পালন কৰা ঋতুস্নানৰ এই অনুষ্ঠানত কেৱল মহিলাসকলেহে অংশগ্ৰহণ কৰে। অসমীয়া বিয়াত সচৰাচৰ পালন কৰা বহু আচাৰ-অনুষ্ঠান তোলনি বিয়াতো পালন কৰা হয়। পুষ্পিতা হোৱা কালছোৱাত ছোৱালীগৰাকীয়ে চন্দ্ৰ-সূৰ্য, গৰু-গাই, পুৰুষ মানুহ চাব নাপায় বুলি বিশ্বাস কৰা হয় আৰু সেয়ে সেই সময়ছোৱাত তেওঁক নিলগ কৈ ৰখা হয়। আগৰ দিনত গোসাঁই-ব্ৰাহ্মণ আদি সম্প্ৰদায়ৰ ছোৱালীৰ আগ-বিয়াৰ (কন্যাকাল হোৱাৰ আগতে পতা

বিয়া) পাছত শান্তি বিয়া বা পাছ-বিয়া (আগ-বিয়া দিয়া ছোৱালী ঋতুমতী হোৱাৰ পাছত স্বামীগৃহলৈ নিবৰ সময়ত পবিত্ৰ পানীৰে স্নান কৰোৱা লোকাচাৰ) পতাৰ নিয়ম আছিল।

## ত্রয়ী

বেদৰ সামূহিক নাম। প্ৰথম অৱস্থাত বেদ তিনিখনেই আছিল (অথৰ্ব বেদে পাছতহে বেদৰ মৰ্যাদা পায়)। ঋক, যজুঃ আৰু সাম — এই তিনিখন বেদত যথাক্ৰমে পদ্য, গদ্য আৰু গীতিৰ প্ৰাধান্য আছিল। তিনিখন বেদক 'ত্ৰয়ী' শব্দেৰে বুজোৱা হৈছিল।

তিনিখন স্বয়ংসম্পূৰ্ণ কিন্তু সংযোগ থকা নাটক, উপন্যাস বা সংগীত ৰচনাৰ এখন সংকলনকো ত্ৰয়ী বা ট্ৰিলজী বোলা হয়। *লগতে চাওক ট্ৰিলজী*

## ত্রিকোণমিতি *Trigonometry*

গণিত শাস্ত্ৰৰ এটা শাখা। গণিতৰ যি শাখাত ত্ৰিভুজৰ বাহু-কোণ-ক্ষেত্ৰফল সম্পৰ্কীয় জোখ-মাখৰ আলোচনা কৰা হয় সিয়েই ত্ৰিকোণমিতি। ত্ৰিকোণমিতিৰ সূত্ৰৰ সহায়ত নানা সামতলিক জ্যামিতিক ক্ষেত্ৰৰ ক্ষেত্ৰফল উলিয়াব পাৰি। পাহাৰৰ উচ্চতা, নৌবিজ্ঞান, সমুদ্ৰবিজ্ঞান সম্পৰ্কীয় নানা জোখ-মাখত ত্ৰিকোণমিতিৰ প্ৰয়োগ আছে। বৰ্তমান গণিতশাস্ত্ৰৰ উপৰি বিজ্ঞানৰ প্ৰায়বোৰ শাখাতেই ত্ৰিকোণমিতিৰ ব্যৱহাৰ বহুল।

## ত্রিবেণী সংগম

গংগা, যমুনা আৰু হিন্দুসকলে অন্তঃসলিলা ৰূপে থকা বুলি বিশ্বাস কৰা সৰস্বতীৰ সংগমস্থল। উত্তৰ প্ৰদেশৰ এলাহাবাদৰ ওচৰত থকা এই ত্ৰিবেণী সংগম হিন্দুসকলৰ পবিত্ৰ তীৰ্থ।

## ত্রিশ বছৰীয়া যুদ্ধ *Thirty Years War*

সিংহাসনৰ বাবে অৰিয়াঅৰি, ৰাজ্য বিস্তাৰৰ বাবে আক্ৰমণ, কেথলিক-প্ৰটেষ্টাণ্টৰ সংঘাত আদি বিভিন্ন কাৰণত জাৰ্মানী প্ৰমুখ্যে ইউৰোপৰ বিভিন্ন ঠাইত আৰম্ভ হোৱা যুদ্ধ। প্ৰাগত (Prague) কেথলিক হাবছ্বুৰ্গ সাম্ৰাজ্যৰ বিৰুদ্ধে প্ৰটেষ্টাণ্টসকলে কৰা এক বিদ্ৰোহৰ যোগেদি ১৬১৮ চনত এই যুদ্ধ আৰম্ভ হয়। পাছলৈ ইউৰোপৰ প্ৰায় সকলো শক্তিয়েই জল আৰু স্থলযুদ্ধত জড়িত হৈ পৰে। ১৬৪৮ চনৰ ২৪ অক্টোবৰত ৱেষ্টফালিয়া সন্ধিৰ জৰিয়তে ত্ৰিশ বছৰীয়া যুদ্ধৰ অৱসান ঘটে। এই সন্ধিমতে, জাৰ্মানীক এখন কেথলিক ৰাজ্যত পৰিণত কৰাত হাবছ্বুৰ্গসকলৰ ব্যৰ্থতাক মানি লোৱা হয়। জাৰ্মানীত হাবছ্বুৰ্গসকলৰ নিজা অঞ্চলৰ বাহিৰে বাকী আন অঞ্চলৰ ৰাজ্যবোৰৰ সাৰ্বভৌমত্ব আৰু তিনিওটা ধৰ্ম বিশ্বাসৰ (কেথলিকবাদ, লুথাৰপন্থা আৰু কেলভিনিজম্) স্বাধীনতা স্বীকাৰ কৰা হয়। হাবছ্বুৰ্গসকলে স্বাধীন ৰাজ্য হিচাপে ছুইজাৰলেণ্ডৰ অস্তিত্ব আৰু স্পেইনৰ পৰা নেদাৰলেণ্ডছৰ বিচ্ছিন্নকৰণ মানি লয়। ক্ষতিপূৰণ হিচাপে ফ্ৰান্সে আলজাক আৰু আন কিছু অঞ্চল লাভ কৰে। ছুইডেনে লাভ কৰে পমেৰানিয়া (Pomerania)। ইউৰোপত অৱশ্যে এই দীঘলীয়া যুদ্ধৰ বিভীষিকাৰ অন্ত পৰিবলৈ ভালেখিনি সময় লয়।

## ত্রিশংকু

ত্ৰিশংকু শব্দৰ অৰ্থ হৈছে ওলমি থকা। পৌৰাণিক আখ্যান মতে সূৰ্য বংশত ত্ৰিশংকু নামেৰে

এজন ৰজা আছিল। তেওঁ বিশ্বামিত্ৰ ঋষিৰ অনুগ্ৰহত জীয়াই জীয়াই স্বৰ্গলৈ গৈছিল। কিন্তু দেৱতাৰ কোপত আদবাটতে ৰ'ল আৰু ওলমি থাকিল। আৰু এইদৰেই 'ত্ৰিশংকু' শব্দটোৰ সৃষ্টি হ'ল। বৰ্তমান দোধোৰ-মোধোৰ বা মীমাংসা নোহোৱাকৈ থকা কোনো পৰিস্থিতি বা অৱস্থাৰ কথা বুজাবলৈ শব্দটো ব্যৱহাৰ কৰা হয়।

### ত্ৰিয়ানন চুক্তি *Treaty of Trianon*

প্ৰথম মহাসমৰৰ পাছত ১৯২০ চনৰ ৪ জুনত মিত্ৰপক্ষ আৰু হাংগেৰীৰ মাজত হোৱা এক চুক্তি। এই চুক্তিমতে হাংগেৰীয়ে দুই-তৃতীয়াংশ ভূমি এৰি দিবলগীয়া হয় আৰু সৈন্য সংখ্যাও ৩৫,০০০-তে সীমাবদ্ধ ৰাখিবলৈ বাধ্য হয়।

# থ

### থাইৰয়ড *Thyroid*

জীৱৰ বৃদ্ধি আৰু বিকাশ নিয়ন্ত্ৰণ কৰা দেহগ্ৰন্থি বিশেষ। মানুহৰ ডিঙিৰ স্বৰযন্ত্ৰৰ নিম্নভাগৰ সমুখৰ ফালে এই অন্তঃস্ৰাৱী জৈৱ গ্ৰন্থিৰ অৱস্থান। প্ৰাপ্তবয়স্ক মানুহৰ ক্ষেত্ৰত ইয়াৰ ওজন ২০-৩০ গ্ৰাম। থাইৰয়ডত খাদ্যৰ আয়োডিন উপাদান আহি জমা হয় আৰু থাইৰক্সিন (thyroxine) নামৰ এক হৰমোন নিঃসৃত হয়। এই নিঃসৰণৰ মাত্ৰা নিয়ন্ত্ৰণ কৰে মস্তিষ্কৰ পৰা নিঃসৃত থাইৰয়ড ষ্টিমিউলেটিং হৰমোনে (Thyroid Stimulating Hormone, সংক্ষেপে TSH)। TSH-ৰ ক্ষৰণ বেছি হ'লে থাইৰক্সিনৰ নিঃসৰণ বাঢ়ে আৰু TSH কমি গ'লে থাইৰক্সিনৰ নিঃসৰণ কমে। এই হৰমোনৰ বঢ়া-টুটাৰ বাবেই থাইৰয়ডৰ নানা বিজুতিয়ে দেখা দিয়ে। সাধাৰণতে পুৰুষতকৈ নাৰীৰ থাইৰয়ড সংক্ৰান্তীয় বিজুতি বেছিকৈ দেখা যায়। থাইৰয়ডে মানুহৰ দেহৰ বৃদ্ধি, মানসিক বিকাশ, গৌণ যৌন লক্ষণ (যেনে ঃ যৌনাংগৰ বৃদ্ধি, যৌৱনত কেশোদগম) আদি নিয়ন্ত্ৰণ কৰে। তদুপৰি মস্তিষ্ক আৰু স্নায়ুৰ নানা কাম-কাজৰো ই প্ৰধান সহায়ক। একেদৰে স্বাভাৱিক আৱেগ-অনুভূতি আৰু নানা শৰীৰবৃত্তীয় কাম-কাজ নিয়ন্ত্ৰণ কৰে থাইৰয়ড গ্ৰন্থিৰ থাইৰক্সিন হৰমোনে।

### থাৰ্ড ডিগ্ৰী *Third Degree*

স্বীকাৰোক্তি আদায়ৰ বাবে আৰক্ষী আৰু সেনাই আটকাধীন বন্দীক গোপনে নিষ্ঠুৰ শাৰীৰিক আৰু মানসিক যন্ত্ৰণা দিয়া পদ্ধতি, আন কথাত ক'বলৈ গ'লে, থাৰ্ড ডিগ্ৰী হ'ল আইনী সংগঠনৰ দ্বাৰা সংগঠিত বেআইনী কাম। থাৰ্ড ডিগ্ৰীত অশ্লীল গালি-গালাজ কৰাৰ উপৰি শৰীৰৰ বিভিন্ন ঠাইত চূড়ান্ত যন্ত্ৰণাদায়ক প্ৰহাৰ কৰা হয়। এনে প্ৰহাৰৰ ৰূপ আৰু পদ্ধতি বিভিন্ন ধৰণৰ হয়। আনকি বন্দী বা বন্দিনীত ওপৰত যৌন নিৰ্যাতনো বাদ নপৰে। থাৰ্ড ডিগ্ৰী প্ৰয়োগৰ ফলত বহু ক্ষেত্ৰত বন্দীৰ মৃত্যুও ঘটে। এই থাৰ্ড ডিগ্ৰী বা এনে নিপীড়ন মানৱ অধিকাৰৰ ফালৰ পৰা বে-আইনী, সেয়ে ইয়াক গোপনে, লোকচক্ষুৰ আঁৰত সংঘটিত কৰা

হয়। ভাৰতৰ উচ্চতম ন্যায়ালয়ে থাৰ্ড ডিগ্ৰীক পোনপটীয়াকৈ ধিক্কাৰ নিদিলেও বিভিন্ন জনস্বাৰ্থ বিষয়ত গোচৰৰ বিচাৰকালত আটকাধীন বন্দীৰ ওপৰত নিপীড়ন আৰু অত্যাচাৰৰ বিৰুদ্ধে সততে মত প্ৰকাশ কৰি আহিছে। মানৱ অধিকাৰ আয়োগেও ইয়াৰ বিৰুদ্ধে সুস্পষ্ট আৰু সবল মত প্ৰকাশ কৰিছে।

**থাৰ্মোফ্লাস্ক** *Thermo Flask*

এটা বিশেষ ধৰণৰ কাঁচ-পাত্ৰ, যাৰ ভিতৰত ৰাখি কোনো পদাৰ্থৰ উষ্ণতা বহুসময় বজাই ৰাখিব পাৰি। এইবিধ পাত্ৰৰ ভিতৰত ঠাণ্ডা দ্ৰব্য ঠাণ্ডা আৰু গৰম দ্ৰব্য গৰম হৈ থাকে। ১৮৭০ চনত ইংৰাজ বিজ্ঞানী ছাৰ জেমছ ডিৱাৰে (Sir James Dewar, ১৮৪২-১৯২৩) থাৰ্মোফ্লাস্ক আবিষ্কাৰ কৰে। তেওঁৰ নাম অনুসৰি থাৰ্মোফ্লাস্কক 'ডিৱাৰ ফ্লাস্ক' নামেৰেও জনা যায়।

**থালিডোমাইড** *Thalidomide*

আগতে মানুহক আৰাম দিয়াবলৈ বা টোপনি অনাত সহায় কৰিবলৈ ব্যৱহাৰ কৰা এবিধ ঔষধ। পাছত গম পোৱা গ'ল যে এই ঔষধে জিনীয় বিসংগতি আনিব পাৰে। গৰ্ভৱতী মহিলাই এই ঔষধ ব্যৱহাৰ কৰিলে গৰ্ভস্থ সন্তানৰ হাত-ভৰিৰ সুস্থ বিকাশ নহ'ব পাৰে।

**থেলাছিমিয়া** *Thalassaemia*

বংশগত ৰক্তাল্পতা বা ৰক্তশূন্যতা ৰোগবিশেষ; মীৰৰক্তিকা। গ্ৰীক ভাষাৰ থেলাছাৰ (thalassa) পৰা শব্দটোৰ উদ্ভৱ। ইয়াৰ অৰ্থ সাগৰ। সম্ভৱতঃ ভূমধ্যসাগৰীয় অঞ্চলত প্ৰথম এই ৰোগৰ প্ৰকোপ দেখা পোৱা গৈছিল বাবেই ৰোগবিধৰ এই নাম হৈছে। হিমোগ্লোবিনৰ অস্বাভাৱিক ত্ৰুটি এই ৰোগৰ ঘাই কাৰণ। ভূমধ্য সাগৰীয় অঞ্চল, আফ্ৰিকা আৰু এছিয়াৰ দেশবোৰত এই ৰোগৰ প্ৰকোপ বেছি। থেলাছিমিয়াত আক্ৰান্ত ৰোগীৰ দেহত নিয়মিত ৰক্ত সঞ্চালন কৰিব লাগে।

**থ্ৰী-ডাইমেনছনেল ছবি** *Three-Dimensional Picture*

আমি সাধাৰণতে যিবোৰ ছবি দেখোঁ, সেইবোৰৰ কেৱল দীঘ আৰু প্ৰস্থহে আছে, কিন্তু বেধ বা গভীৰতা নাই। সেইবোৰ ছবিক টু-ডাইমেনছনেল (two-dimensional) ছবি বোলা হয়। কিন্তু থ্ৰী-ডাইমেনছনেল (three-dimensional, সংক্ষেপে 3-D) ছবিত দীঘ, পুতল আৰু গভীৰতা (কিমান ডাঠ) — এই তিনিওটাই থাকে। ছবিবিলাকত এই তৃতীয়টো উপাংশ 'ডাঠে' এটা নতুনত্ব দিয়ে। সেইটো লিখি বুজাব নোৱাৰি। দেখুৱালে বা চালেহে বুজাব পাৰি। এই থ্ৰী-ডাইমেনছনেল ছবিবোৰ খালী চকুৰে চাব নোৱাৰি, বিশেষভাৱে নিৰ্মিত এযোৰ চছ্মাৰ সহায়তহে এই ছবি চাব পাৰি।অসমীয়াত এনে ছবিক 'ত্ৰিমাত্ৰিক ছবি' বোলা হয়।

**থ্ৰোম্বোছিছ** *Thrombosis*

ৰক্তবাহী নলীৰ ভিতৰত তেজ গোট মৰা প্ৰক্ৰিয়া; পিণ্ডায়ন। দেহৰ কোনো ঠাইত তেজ গোট মাৰি বা জমা হৈ ধমনী বা সিৰাৰ ৰক্ত পৰিবহণত বাধা সৃষ্টি কৰিব পাৰে। ইয়াৰ ফলত হৃদপিণ্ড,

মস্তিষ্ক আদিত তেজৰ প্ৰবাহ বন্ধ বা অনিয়মিত হয়। শৰীৰৰ এই অৱস্থাই থ্ৰোম্বোছিছ নামে পৰিচিত। গ্ৰীক থ্ৰম্বোছৰ (thrombos) পৰা শব্দটো আহিছে, ইয়াৰ অৰ্থ গোট মৰা (clot)।

# দ

## দণ্ডকাৰণ্য *Dandakaranya*

পূব-মধ্য ভাৰতৰ গোদাবৰী আৰু নৰ্মদাৰ মধ্যৱৰ্তী অৰণ্যৰ অঞ্চল। ইয়াতে ৰামচন্দ্ৰই বনবাস খাটিছিল বুলি জনবিশ্বাস প্ৰচলিত। ৯২,৩০০ বৰ্গ কিলোমিটাৰ মাটিকালিৰ দণ্ডকাৰণ্যৰ একো একো অংশ মধ্য প্ৰদেশ, উৰিষ্যা আৰু অন্ধ্ৰ প্ৰদেশৰ অন্তৰ্গত।

## দন্দুৱা দ্ৰোহ

আহোম স্বৰ্গদেউ কমলেশ্বৰ সিংহৰ (১৭৯৫-১৮১০) দিনত কামৰূপত সূচনা হোৱা এক বিদ্ৰোহ। সেই সময়ত বীৰদত্ত আৰু হৰদত্ত নামেৰে দুজন ভাই-ককায়ে কামৰূপক স্বাধীন ৰাজ্য হিচাপে ঘোষণা কৰে। হৰদত্তৰ সেনাবাহিনীক ডুমডুমীয়া বা দন্দুৱা নামে জনা গৈছিল। সেয়ে এই বিদ্ৰোহক 'দন্দুৱা দ্ৰোহ' বোলা হয়। আহোম ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে বেলতলা আৰু ডিমৰীয়াৰ ৰজাৰ সহায় লৈ এই বিদ্ৰোহ দমন কৰে। বিদ্ৰোহৰ নায়ক হৰদত্ত আৰু বীৰদত্ত পলাই যায় যদিও তেওঁলোকক ধৰি আনি মৃত্যুদণ্ড দিয়া হয়।

## দৰগাহ

মুছলমান পীৰ, সাত্ত্বিক লোক, ছুফী সাধক আদিৰ কবৰ আৰু লগতে থকা স্মৃতি-মন্দিৰ। পৃথিৱীৰ মুছলমান বসতিপ্ৰধান বহু ঠাইত দৰগাহ দেখিবলৈ পোৱা যায়। বহু সময়ত দৰগাহত সমাধিস্থ ব্যক্তিজনৰ সম্পৰ্কত নানান কিংবদন্তিও জড়িত হৈ থাকে। অসমত থকা এনে কেইটামান দৰগাহ হ'ল আজান পীৰৰ দৰগাহ, খোন্দকাৰ পীৰৰ দৰগাহ, চালেহ পীৰৰ দৰগাহ, চৰাল পীৰৰ দৰগাহ আদি।

## দৰ্শন *Philosophy*

অভিধানৰ মতে দৰ্শনৰ অৰ্থ হ'ল তত্ত্ব; জ্ঞানৰ অন্বেষণ। সামগ্ৰিকভাৱে বিশ্ব-প্ৰকৃতি, সমাজ সম্বন্ধে মানুহৰ চিন্তা আৰু জ্ঞান অৰ্জন প্ৰক্ৰিয়াৰ সাধাৰণ নিয়ম বা পদ্ধতিবোৰৰ বিদ্যাকে দৰ্শন বুলি ক'ব পাৰি। দৰাচলতে দৰ্শনে এক বৃহৎ বিষয় আৰু ক্ষেত্ৰ সামৰি লয়। বহুতে দৰ্শনক এক বিষয় বুলি নকৈ পদ্ধতিহে বুলিব খোজে। অৰ্থাৎ, দৰ্শন হ'ল : সুচিন্তিত যুক্তি-তৰ্কৰে সত্য আৰু জ্ঞান অৰ্জন কৰাৰ এক পদ্ধতি। দৰ্শনৰ লক্ষণ হ'ল : যুক্তিৰ ধাৰা অনুসৰণ কৰি কোনো প্ৰশ্নৰ উত্তৰ দিয়াৰ প্ৰয়াস। বিশ্ব প্ৰকৃতিৰ অন্তৰালত থকা সত্যক লৈ চিন্তা-চৰ্চা কৰাটো দৰ্শনৰ জন্মকালীন বৈশিষ্ট্য। দৰ্শনে বহু বিষয়ক লৈ আলোচনা কৰিলেও তাৰ মূল প্ৰশ্ন কিন্তু এটাই। সেইটো হ'ল, চিন্তাৰ লগত সত্তাৰ (অস্তিত্বশীল বহিৰ্জগত) সম্পৰ্কৰ প্ৰশ্ন।

**দশ অস্ত্ৰ**
দেৱী দুৰ্গাৰ হাতত থকা দহবিধ অস্ত্ৰ ঃ শক্তি, ত্ৰিশূল, ঢাল, খড়্গ, অংকুশ, চক্ৰ, পূৰ্ণচাপ, বাণ, খটক আৰু পাশ। এই দশ অস্ত্ৰৰে দশভূজা দুৰ্গাই মহিষাসুৰক বধ কৰিছিল।

**দৰ্শ কৰ্ম**
হিন্দুসকলে আচৰণ কৰিবলগীয়া দহবিধ সংস্কাৰ ঃ গৰ্ভাধান (বিয়াৰ পাছত নাৰীৰ প্ৰথম ঋতুস্নানৰ পাছৰ ১৬ দিনৰ ভিতৰত স্বামীয়ে সন্তান লাভৰ অৰ্থে কৰা ক্ৰিয়া বা অনুষ্ঠান), পুংসৱন (নাৰীৰ গৰ্ভধাৰণকালত পুত্ৰ-সন্তান কামনা কৰি কৰা সংস্কাৰ বিশেষ), সীমন্তোনয়ন (হিন্দুমতে গৰ্ভধাৰণৰ চতুৰ্থ বা ষষ্ঠ মাহত গৰ্ভৱতী নাৰীক কৰাবলগীয়া সংস্কাৰ-কৰ্ম), জাতকৰ্ম (সন্তান জন্মৰ পাছত কৰা সংস্কাৰ), নামকৰণ (ওপজাৰ পাছত সন্তানৰ প্ৰথম নাম দিয়া কাৰ্য), অন্নপ্ৰাসন (সন্তানৰ মুখত প্ৰথম ভাত দিয়া অনুষ্ঠান), চূড়াকৰণ (সৰুতে ল'ৰাৰ মূৰৰ সকলো চুলি খুৰাই মাজমূৰত সৰু চুলি একোছা ৰখাৰ সংস্কাৰ), উপনয়ন (লগুণ-দিয়নী), সমাৱৰ্তন আৰু বিবাহ। দশ সংস্কাৰ নামেৰেও সমধিক পৰিচিত।

**দশদিক, দশোদিশ**
পূব, পশ্চিম, উত্তৰ, দক্ষিণ, ঈশান, নৈঋত, বায়ু, অগ্নি, উৰ্ধ্ব আৰু অধঃ — এই দহোটা দিশ।

**দশাৱতাৰ**
বিষ্ণুৰ দহটা প্ৰধান অৱতাৰ ঃ মৎস, কূৰ্ম, নৰসিংহ, বামন, পৰশুৰাম, হলিৰাম (বলৰাম), বৰাহ, শ্ৰীৰাম, বুদ্ধ, কল্কি। এই দহটি অৱতাৰ পৃথিৱীৰ অত্যন্ত সংকটময় সময়ত অৱতীৰ্ণ হৈছিল বাবে দশাৱতাৰ বুলিলে এই দহ অৱতাৰকে বুজোৱা হয়।

**দশেন্দ্ৰিয়**
পাঁচ কৰ্মেন্দ্ৰিয় (হাত, ভৰি, মলদ্বাৰ, লিংগ বা যোনি আৰু বাক্ ইন্দ্ৰিয়) আৰু পাঁচ জ্ঞানেন্দ্ৰিয় (চকু, কাণ, নাক, জিভা আৰু ছাল)।

**দস্তালেপন** *Galvanization*
লো আৰু তীখাৰ সামগ্ৰীত মামৰে নধৰিবলৈ দস্তা বা জিংকৰ প্ৰলেপ দিয়া পদ্ধতি; জিংক লেপন। লো বা তীখাৰ পাত এচিডেৰে ধুই পৰিষ্কাৰ কৰি লৈ গলিত জিংকৰ পাত্ৰ এটাত ডুবাই থ'লে লো বা তীখাৰ পাতত জিংকৰ এটা প্ৰলেপ বা আৱৰণ পৰে। ইয়ে দস্তালেপন।

**দহন** *Combustion*
অক্সিজেনৰ লগত কোনো পদাৰ্থৰ দ্ৰুত মিলনৰ ফলত তাপ আৰু কেতিয়াবা পোহৰ উৎপন্ন হোৱা ৰাসায়নিক বিক্ৰিয়া। যি পদাৰ্থৰ দহন হয়, তাৰ উপাদান অক্সিজেনৰ লগত মিলিত হৈ অক্সাইডলৈ ৰূপান্তৰিত হয়। এনে কেতবোৰ বিক্ৰিয়া আছে যিবোৰক প্ৰত্যক্ষভাৱে দহন বুলিব নোৱাৰি যদিও ৰাসায়নিক বিচাৰত সেইবোৰো দহন। এনে দহনক মৃদু দহন বোলা হয়। লোত মামৰে ধৰা এনে দহনৰ উদাহৰণ। সাধাৰণতে বায়ু বা অক্সিজেন নোহোৱাকৈ দহন হ'ব

নোৱাৰে। অৱশ্যে হাইড্ৰোজেন ক্লোৰিন গেছতো জ্বলি থাকিব পাৰে। সেইদৰে এচিটিলিন শিখা আপোনা-আপুনি জ্বলি থাকিব পাৰে।

## দাণ্ডি যাত্ৰা

১৯৩০ চনৰ ১২ মাৰ্চত মহাত্মা গান্ধীয়ে লোণ আইন ভংগ কৰিবৰ বাবে সংগঠিত কৰা 'লোণ সত্যাগ্ৰহ'। ইয়াৰ বাবে গুজৰাটৰ সবৰমতী আশ্ৰমৰ পৰা প্ৰায় এশ সত্যাগ্ৰহীক লগত লৈ প্ৰায় ৩৮৪ কিলোমিটাৰ দূৰৈৰ সমুদ্ৰ উপকূলৱৰ্তী দাণ্ডিলৈ পদযাত্ৰা কৰি যায় আৰু সাগৰৰ পাৰত এমুঠি লোণ তৈয়াৰ কৰি লোণ আইন লংঘন কৰে। ভাৰতৰ ইতিহাসত ইয়ে দাণ্ডি যাত্ৰা নামে প্ৰখ্যাত। সেইদিনাৰ পৰা (১৯৩০ চনৰ ৬ এপ্ৰিল) সমগ্ৰ ভাৰততে আইন অমান্য আন্দোলনৰ ঢৌ বিয়পি পৰে। আইন অমান্য আন্দোলনৰ প্ৰথম পদক্ষেপ 'লোণ আইন ভংগ' হোৱা বাবে এই জাতীয় আন্দোলনটো 'লোণ সত্যাগ্ৰহ' নামেৰেও পৰিচিত।

১৯৩৪ চনৰ ১৯ মে'ত কংগ্ৰেছৰ অধিৱেশনত আইন অমান্য আন্দোলন প্ৰত্যাহাৰ কৰা হয়।

## দাস প্ৰথা *Slavery*

দাস বা ক্ৰীতদাসৰ আভিধানিক অৰ্থ আজীৱন দাসত্ব কৰিবলৈ কিনি লোৱা মানুহ। দাস প্ৰথা বা ক্ৰীতদাস প্ৰথা এক সুপ্ৰাচীন সামাজিক ব্যৱস্থা। ব্যক্তিগত আধিপত্য আৰু বশ্যতাৰ সম্পৰ্ক দাস প্ৰথাৰ প্ৰধান বৈশিষ্ট্য। দাসৰ প্ৰভু দাসৰ মালিক আৰু দাসক তেওঁ তেওঁৰ সম্পত্তি বুলি বিবেচনা কৰিছিল। সেই সময়ত ক্ৰীতদাসসকলৰ অৱস্থা আছিল অত্যন্ত কৰুণ আৰু কষ্টদায়ক। শ্বেতাংগ প্ৰভুসকলে কৃষ্ণাংগ ক্ৰীতদাসকলৰ ওপৰত চলাইছিল অকথ্য অত্যাচাৰ। বিনা মজুৰিত বা নিচেই কম মজুৰিত ক্ৰীতদাসসকলে কুঁহিয়াৰ, কপাহ, ধঁপাত আদিৰ খেতিপথাৰত অমানুষিক পৰিশ্ৰম কৰিব লাগিছিল। ক্ৰীতদাসসকলৰ কোনো পাৰিবাৰিক বন্ধন গ্ৰাহ্য কৰা হোৱা নাছিল। তেওঁলোকৰ সন্তান-সন্ততিৰ ওপৰতো কোনো অধিকাৰ নাছিল। পিতৃ-মাতৃৰ কাষৰ পৰা সন্তানক কাঢ়ি নি আন স্থানত বিক্ৰী কৰি দিয়া হৈছিল। দৰিদ্ৰ দাসসকলক লাভজনক ভোগ্য পণ্যৰ (যেনে ঃ সুৰা, বস্ত্ৰ, অস্ত্ৰ-শস্ত্ৰ ইত্যাদি) বিনিময়ত দাস হিচাপে বিক্ৰীৰ বাবে দূৰ-দূৰণিলৈ ৰপ্তানি কৰা হৈছিল। পুৰুষ-নাৰী সকলোৱে কঠিন শাৰীৰিক পৰিশ্ৰম কৰিব লগিছিল। কামত নিযুক্ত ক্ৰীতদাসৰ অক্ষমতা, অৱহেলাৰ শাস্তি আছিল নিদাৰুণ, নিৰ্মম — লাঞ্ছনা, প্ৰহাৰৰ পৰা অংগচ্ছেদ, মৃত্যু পৰ্যন্ত। প্ৰায় তিনি শতিকা জুৰি এনে দাস প্ৰথাৰ প্ৰচলন থকাৰ পাছত, আমেৰিকা যুক্তৰাষ্ট্ৰত ১৮০৮ চনত দাস-ব্যৱসায় নিষিদ্ধ কৰা হয়। তথাপি দাস প্ৰথাৰ বিলোপ সাধন হোৱা নাছিল। ঊনবিংশ শতিকাত আমেৰিকা যুক্তৰাষ্ট্ৰৰ উত্তৰাঞ্চলৰ দ্ৰুত শিল্পায়নৰ বাবে কম মজুৰিৰ শ্ৰমিকৰ প্ৰয়োজন হোৱাত তাত দাস প্ৰথাৰ বিৰুদ্ধে আন্দোলনৰ সূচনা হয়। আব্ৰাহাম লিংকন আমেৰিকাৰ ৰাষ্ট্ৰপতি হোৱাৰ পাছতে দেশখনত দাস প্ৰথাক লৈ আৰম্ভ হয় গৃহযুদ্ধৰ। অৱশেষত ১৮৬৫ চনত, আব্ৰাহাম লিংকনৰ উদ্যোগত দাস প্ৰথাৰ বিলুপ্তি ঘটাই ৪০ লাখ ক্ৰীতদাসক মুক্তি দিয়া হয়।

আধুনিক কালতো বহু ক্ষেত্ৰত সহজলভ্য আৰু সস্তীয়া শ্ৰমৰ বাবে দাস প্ৰথাক জীয়াই ৰখা হয়। দ্বিতীয় মহাসমৰৰ সময়ত জাৰ্মানীয়ে দাসৰ শ্ৰমক ব্যাপকভাৱে ব্যৱহাৰ কৰিছিল।

## দাক্ষিণাত্য *Deccan*

ভাৰতৰ দক্ষিণাংশক সামগ্ৰিকভাৱে দাক্ষিণাত্য নামেৰে জনা যায়। উপদ্বীপ আকৃতিৰ এই মালভূমি অঞ্চলৰ উত্তৰে সাতপুৰা পৰ্বতমালা, পূবে পূৰ্বঘাট পৰ্বতমালা, দক্ষিণে পূৰ্বঘাট আৰু পশ্চিমঘাট পৰ্বতমালাৰ সংযোগস্থল আৰু পশ্চিমে পশ্চিমঘাট পৰ্বতমালা। অন্ধ্ৰ প্ৰদেশ, কৰ্ণাটক, তামিলনাডু আৰু কেৰালা ৰাজ্য এই অঞ্চলত অৱস্থিত। গোদাবৰী, কৃষ্ণা, কাবেৰী ইয়াৰ প্ৰধান নদী।

## দিন-ই-ইলাহী

সকলো ধৰ্মৰ মূলতত্ত্বৰ সমন্বয়ত ১৫৮২ চনত মোগল সম্ৰাট আকবৰে প্ৰৱৰ্তন কৰা ধৰ্ম; তাওহিদ-ই-ইলাহী নামেৰেও পৰিচিত। ভাৰতৰ সকলো ধৰ্মীয় সম্প্ৰদায়ৰ গ্ৰহণযোগ্য এটা জাতীয় ধৰ্মৰূপে দিন-ই-ইলাহী মতবাদ প্ৰচাৰিত হয়। বিভিন্ন সম্প্ৰদায়ৰ লোকসকলৰ মাজত একেলগে খোৱা-বোৱা আৰু সামাজিক জীৱনত সাৰ্বজনীন আচৰণৰ ওপৰত আকবৰে এই ধৰ্মমতৰ জৰিয়তে সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছিল। সমগ্ৰ ভাৰতকে ধৰ্মীয় একতাৰ বান্ধোনেৰে বন্ধাই তেওঁৰ এই ধৰ্মৰ উদ্দেশ্য আছিল যদিও আকবৰৰ এই প্ৰচেষ্টা সফল নহ'ল। এই ধৰ্মৰ কেতবোৰ নিৰ্দেশে ইছলাম ধৰ্মক আঘাত কৰিছিল, সেয়ে মুছলমানসকলৰ মনত দিন-ই-ইলাহীয়ে বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে। সেইদৰে মূলতঃ ইছলাম ধৰ্মৰ কাঠামোৰ ওপৰতে দিন-ই-ইলাহী গঢ়ি উঠা বাবে হিন্দুসকলকো এই ধৰ্মই আকৃষ্ট কৰিব নোৱাৰিলে। আকবৰৰ প্ৰিয়পাত্ৰ বীৰবলৰ বাহিৰে কোনো হিন্দুৱে এই ধৰ্ম গ্ৰহণ নকৰিলে। তদুপৰি ৰাজদৰবাৰৰ বাহিৰে নিচেই কমসংখ্যক মানুহেহে এই ধৰ্মমতৰ কথা জানিছিল আৰু সেয়ে সম্ৰাট আকবৰৰ মৃত্যুৰ লগে লগে দিন-ই-ইলাহী লুপ্ত হয়। দিন-ই-ইলাহী ব্যৰ্থ হ'লেও এই ধৰ্মীয় মতবাদৰ মাজেদিয়ে সম্ৰাট আকবৰৰ যি সংস্কাৰমুক্ত মনৰ পৰিচয় পোৱা যায় তাৰ ঐতিহাসিক মূল্য সীমাহীন।

## দিল্লী দৰবাৰ *Delhi Durbar*

১৯১১ চনৰ ১২ ডিচেম্বৰত দিল্লীত ইংলেণ্ডৰ ৰজা পঞ্চম জৰ্জ আৰু ৰাণী মেৰীৰ উপস্থিতিত অনুষ্ঠিত দৰবাৰ বা ৰাজসভা। দিল্লীৰ মোগল প্ৰাসাদত অনুষ্ঠিত এই আড়ম্বৰপূৰ্ণ দৰবাৰত ভাৰতৰ সম্ৰাটৰূপে পঞ্চম জৰ্জৰ অভিষেক হয়। ব্ৰিটিছৰাজৰ প্ৰতি সামন্ত-জমিদাৰ শ্ৰেণীৰ আনুগত্য প্ৰদৰ্শনৰ বাবে অনুষ্ঠিত এই ৰাজ্যাভিষেকতে বংগ বিভাজন বাতিলৰ সিদ্ধান্ত ঘোষণা হয়; পৰিণতিত অসম, বিহাৰ আৰু উৰিষ্যাই স্বতন্ত্ৰ প্ৰদেশৰ মৰ্যাদা লাভ কৰে। একেদিনাই সম্ৰাট পঞ্চম জৰ্জে কলকাতাৰ পৰা দিল্লীলৈ ভাৰতৰ ৰাজধানী স্থানান্তৰৰ কথা ঘোষণা কৰে।

## দীৰ্ঘস্থায়ী পণ্য সামগ্ৰী *Durable Goods*

ৱাছিং মেচিন, মটৰ গাড়ী, টেলিভিছন ছেট আদিৰ দৰে পণ্য সামগ্ৰী, যিবোৰ সামগ্ৰী কিনাৰ লগে লগে সম্পূৰ্ণকৈ ব্যৱহাৰ কৰা নহয়, বৰং এনে ব্যৱহাৰ দীৰ্ঘদিন ধৰি চলি থাকে।

## দূৰ প্ৰাচ্য *Far East*

দূৰ প্ৰাচ্য বুলিলে ইন্দোনেছিয়া আৰু ফিলিপাইন দ্বীপপুঞ্জক বুজা যায়। এই দুখন দেশ এছিয়াৰ মূল ভূ-খণ্ডৰ পৰা অনেক দূৰত, প্ৰশান্ত মহাসাগৰত অৱস্থিত। ইংলেণ্ড আৰু অন্যান্য

ইউৰোপীয় দেশসমূহৰ পৰা দূৰত, কিন্তু প্ৰাচ্যতে (এছিয়াত) অৱস্থিত বাবে, তেওঁলোকে এই দেশ দুখনৰ নাম থ'লে দূৰ প্ৰাচ্য।

**দৃশ্য কলা** *Visual Arts*

চকুৰে চাই যিবোৰ শিল্পকলাৰ ৰসাস্বাদন কৰা হয়। নৃত্য, চিত্ৰকলা, ভাস্কৰ্য, স্থাপত্য, চলচ্চিত্ৰ আদি শিল্পৰূপ দৃশ্যকলাৰ উদাহৰণ। অৱশ্যে চিত্ৰকলা, ভাস্কৰ্য, স্থাপত্য আদি সম্পূৰ্ণ দৃশ্যকলা, আনহাতে চলচ্চিত্ৰ আংশিক দৃশ্য আৰু শ্ৰাব্য কলা।

**দৃষ্টি বিভ্ৰম** *Optical Illusion*

দেখাৰ ভুল। চকুৰে যি দেখা যেন লাগে, সেয়া যদি সঠিক নহয়, তেন্তে সাধাৰণতে তাকে দৃষ্টি বিভ্ৰম বুলি কোৱা হয়। চকুক বিভ্ৰান্ত কৰিবৰ বাবে কেতিয়াবা কেতিয়াবা কিছু ছবি বা নক্সা অঁকা হয়। ওচৰা-উচৰিকৈ দুডাল সমান জোখৰ ৰেখা এনে কৌশলেৰে অঁকা হয় যে ৰেখা দুডালৰ এডালক আনডালতকৈ চুটি যেন লাগে। ইয়ে দৃষ্টি বিভ্ৰম।

**দেৱযোনী** *Demigod*

দেৱতাৰ পৰা জন্ম যাৰ, অৰ্থাৎ, অপ্সৰা, যক্ষ, ৰক্ষ, গন্ধৰ্ব, কিন্নৰ আদি; উপদেৱতা।

**দৈয়ন দিয়া**

অসমীয়া সমাজৰ বিয়াৰ দিনা পুৱা দৰা আৰু কইনাৰ গাল দৈৰে স্পৰ্শ কৰা অনুষ্ঠান। সেইদিনা কাহিলি পুৱাতে দৰা বা কইনাক শোৱনি কোঠাৰ দুৱাৰডলিত বৰপীৰা এখনত বহুওৱা হয়। তাৰ পাছত দৰা-কইনাৰ মাক-খুৰীয়েক বা আন কোনো প্ৰবীণা আত্মীয়ই সন্মুখত বহি আগদিনা ৰাতিয়েই যতনাই ৰখা এবাটি দৈত আগ-গুৰি নকটা দুখিলা পাণ জুবুৰিয়াই পাণখিলাৰে দৈ দৰা-কইনাৰ গাল আৰু হাত-ভৰিত ওপৰৰ পৰা তললৈ তিনিবাৰ সানি দিয়ে। লগে লগে আয়তীসকলে উৰুলি দিয়ে। উৰুলি জোকাৰত বিয়াঘৰৰ বাকীবোৰ মানুহ সাৰ পায় আৰু সকলোৱে দৰা-কইনাক দৈ সনাৰ লগতে বাকীবোৰকো খেদাখেদি কৰি ধেমালিতে দৈ সানে। এই দৈয়ন দিয়াৰ ৰং-ৰহইচৰ মাজেদিয়ে আৰম্ভ হয় বিয়াৰ দিনাৰ কাৰ্যসূচী।

**দোষগ্ৰস্ত দৃষ্টি** *Astigmation*

ওচৰ বা দূৰৰ যিকোনো বস্তুকে অস্পষ্ট দেখা এক দৃষ্টিৰোগ। চকুৰ কৰ্নিয়া অস্বাভাৱিকভাৱে ভাঁজ খাই গ'লে এনে লক্ষণৰ সৃষ্টি হয়। সাধাৰণতে এই ৰোগ দুয়োটা চকুতে হয়।

**দোহা**

*চৰ্যাপদ চাওক*

**দ্বন্দ্ব সংলাপ** *Stichomythia*

নাটকীয় সংলাপত কোনো এফাকি সংলাপৰ ভাব, পূৰ্ববৰ্তী সংলাপৰ বিপৰীত হ'লে তাক দ্বন্দ্ব সংলাপ আখ্যা দিয়া হয়। বক্তাৰ বাক্‌চাতুৰ্য বুজাবলৈ এনে সংলাপ ব্যৱহাৰ কৰা হয়।

**দ্বাদশ জ্যোতিৰ্লিংগ**

শিৱৰ প্ৰতীকৰূপী ভাৰতৰ ১২টা অতি প্ৰসিদ্ধ শিৱলিংগ। কাহিনী অনুসৰি এবাৰ ব্ৰহ্মা আৰু বিষ্ণুৰ মাজত কোননো শ্ৰেষ্ঠ দেৱতা সেই বিষয়ে সংঘাত আৰম্ভ হয়। দুয়োজনেই নিজ নিজ দাবীত অটল। ক্ৰমে এই সংঘাতে জটিলৰ পৰা জটিলতৰ ৰূপ ল'লে। তেনেতে হঠাৎ এক আলোকস্তম্ভৰ পৰা উদ্ভাসিত জ্যোতি দেখি দুয়ো থৰ লাগিল; নিজ নিজ দৰ্প তল পৰিল। বিস্ময় বিহ্বল হৈ বিষ্ণুৱে বৰাহ ৰূপ লৈ পাতালত আৰু ব্ৰহ্মাই তীক্ষ্ণ দৃষ্টিসম্পন্ন ঈগলৰ ৰূপ লৈ হাজাৰ বছৰ ধৰি সেই জ্যোতিৰ উৎসৰ সন্ধান কৰি বিশ্ব চৰাচৰ তোলপাৰ লগালে। কিন্তু ক'তো তাৰ সন্ধান নাপালে। উপায়ান্তৰ হৈ দুয়ো সেই জ্যোতিৰ আৰাধনা কৰিবলৈ ধৰিলে আৰু তেতিয়াই আলোকস্তম্ভৰ পৰা আবিৰ্ভাৱ হ'ল দেৱাদিদেৱ সদাশিৱ। ব্ৰহ্মা-বিষ্ণুৱে নিজ নিজ গৰ্ব পাহৰি সদাশিৱক শ্ৰেষ্ঠ বুলি স্বীকৃতি জনালে। তেতিয়াৰে পৰা লিংগৰূপী দ্বাদশ জ্যোতিস্তম্ভ, অৰ্থাৎ, দ্বাদশ লিংগৰ পৰা জ্যোতি বিচ্ছুৰিত হৈ আছে বুলি বিশ্বাস প্ৰচলিত। ভাৰতৰ ১২টা মন্দিৰত এই দ্বাদশ জ্যোতিৰ্লিংগ আছে বুলি বিশ্বাস কৰা হয়। সেই দ্বাদশ জ্যোতিৰ্লিংগ হৈছেঃ সোমনাথ (গুজৰাট), মল্লিকাৰ্জুন বা শ্ৰীশৈল (তামিলনাডু), শ্ৰীমহাকালেশ্বৰ (উজ্জয়িনী), ওংকাৰেশ্বৰ (ইন্দোৰ), শ্ৰীকেদাৰনাথ (গৌৰীকুণ্ড, হিমালয়), ভীমাশংকৰ (মহাৰাষ্ট্ৰ), শ্ৰীবিশ্বেশ্বৰ (কাশী), বৈদ্যনাথ (দেওঘৰ), শ্ৰীনাগেশ্বৰ (ওখা), শ্ৰীত্ৰ্যম্বকেশ্বৰ (নাছিক), শ্ৰীৰামেশ্বৰম (তামিলনাডু), শ্ৰীঘৃষ্ণেনেশ্বৰ (ঔৰাংগাবাদ)।

**দ্বিঅণ্ডজ যমজ** *Fraternal Twins*

দুটা অণ্ডক, দুটা শুক্ৰাণুৱে একে সময়তে নিষেচন কৰাৰ ফলত সৃষ্টি হোৱা যমজ।

**দ্বিগুণ কৰ** *Double Taxation*

একেবিধ সামগ্ৰী বা বিষয়ৰ ওপৰত ভৰিবলগীয়া হোৱা একাধিক কৰ।

**দ্বিতীয় বিশ্ব** *Second World*

দেশ পৰিচালনাৰ নীতিত সমাজবাদ বা কমিউনিজমত বিশ্বাসী দেশসমূহ।

*লগতে চাওক প্ৰথম বিশ্ব, তৃতীয় বিশ্ব*

**দ্বিতীয় মহাসমৰ** *Second World War*

১৯৩৯ চনত আৰম্ভ হোৱা, আৰু বিশ্বৰ গৰিষ্ঠসংখ্যক দেশেই প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত হৈ পৰা ছবছৰীয়া বিশ্বযুদ্ধ।

দ্বিতীয় মহাসমৰত পৃথিবীৰ সৰু-বৰ ৬১খন দেশ জড়িত হৈছিল। মহাসমৰত মৃত্যু হোৱা সামৰিক-অসামৰিক লোকৰ সংখ্যা ৫ কোটি ৬৪ লাখ। একেদৰে এই যুদ্ধত মুঠ খৰচ হৈছিল ১.৫ ট্ৰিলিয়ন ডলাৰ (১ ট্ৰিলিয়ন =১ লাখ কোটি)। কোনো যুদ্ধত হোৱা মৃত্যু আৰু ব্যয়ৰ এই সংখ্যাই এতিয়ালৈকে সৰ্বাধিক।

দ্বিতীয় মহাসমৰত যিমান ধন-জন হানি হৈছিল বা অৰ্থনীতি যিদৰে বিপৰ্যস্ত হৈ পৰিছিল, তাৰ পৰিপ্ৰেক্ষিতত প্ৰায় সকলোৱে শান্তিৰ পোষকতা কৰিছিল আৰু ৰাষ্ট্ৰসংঘৰ দৰে আন্তৰ্জাতিক সংগঠনৰ জন্ম হৈছিল। এই যুদ্ধৰ পৰিণতিত ঔপনিৱেশিক শাসনৰ যুগৰ প্ৰায়

অন্ত পৰে আৰু এছিয়াত ভাৰত, ব্ৰহ্মদেশ (ম্যানমাৰ), শ্ৰীলংকা আদি দেশে স্বাধীনতা লাভ কৰে। পূব আৰু পশ্চিম আফ্ৰিকাৰো স্বাধীনতাৰ পথ মুকলি হয়।

দ্বিতীয় মহাসমৰৰ সময়ত বিমান আক্ৰমণৰ ফলত, ভোকত, জুইত পৰি, নাজী বন্দী শিবিৰত বা আন কিবা কাৰণত ১ কোটি ৩০ লাখ শিশুৰ মৃত্যু হৈছিল। একেদৰে নাজী বন্দী শিবিৰত হত্যা কৰা হৈছিল ১ কোটি ২০ লাখ নিৰ্দোষী লোকক।

## দ্বিদৰ্শন ৰোগ *Diplopia*

একেটা বস্তুকে দুটাকৈ দেখা। সাধাৰণতে চকুৰ পেশীৰ পক্ষাঘাত হ'লে এনে লক্ষণৰ সৃষ্টি হয়।

## দ্বিপদ নামকৰণ *Binomial Nomenclature*

ছুইডিছ বিজ্ঞানী কেৰোলাছ লিনিয়াছে (Carolus Linnaeus, ১৭০৩-১৭৭৮) জীৱজগতৰ নামকৰণৰ বাবে সূচনা কৰা এক বৈজ্ঞানিক পদ্ধতি। এই নামত দুটা অংশ থাকে। প্ৰথম অংশটোৱে এটা জীৱৰ (উদ্ভিদ বা প্ৰাণী যিয়েই নহওক) গণ বা বৰ্গ (genus) আৰু পিছৰ অংশটোৱে প্ৰজাতি (species) বুজায়। উদাহৰণস্বৰূপে এই পদ্ধতিত নাহৰফুটুকী বাঘৰ নাম দিয়া হৈছে *Panthera pardus* আৰু টেকীয়াপতীয়া বাঘৰ নাম দিয়া হৈছে *Panthera tigris*. ইয়াত Panthera হ'ল ইহঁতৰ বৰ্গৰ নাম। একেটা বৰ্গৰ নাম দিয়াৰ অৰ্থ হ'ল ইহঁত দুয়োটা বাঘ-জাতিভুক্ত প্ৰাণী। লিনিয়াছৰ এই নামকৰণৰ পদ্ধতিকে দ্বিপদ নামকৰণ বুলি কোৱা হয়। এই পদ্ধতিৰে সকলো জীৱৰে প্ৰণালীবদ্ধ নামকৰণ সম্ভৱ হৈছে।

## দ্বিবিচাৰ *Double Jeopardy*

একেটা অপৰাধৰ বাবে অভিযুক্ত ব্যক্তিৰ দুবাৰ বিচাৰ। ভাৰতৰ আইন অনুসৰি একেটা অপৰাধৰ বাবে অপৰাধীক এবাৰহে শাস্তি বিহিব পৰা যায়।

## দ্বিৰুক্তি *Repetition*

কথা বা কাব্যশৈলীৰ এক উপাদান বিশেষ। কোনো ভাব-অনুভূতি, বিষয় বা ক্ৰিয়াৰ প্ৰাধান্য, আধিক্য বা তীব্ৰতা প্ৰকাশৰ বাবে কেতিয়াবা একেটা শব্দ দুবাৰ ব্যৱহাৰ কৰা হয়। ইয়াকে দ্বিৰুক্তি বোলে। কাব্যৰ সাংগীতিক পৰিণতিৰ বাবেও ইয়াক প্ৰয়োগ কৰা হয়। যথা ঃ 'কৃষ্ণবিনে শ্ৰেষ্ঠ কেৱ নাহি নাহি আৰ' (নামঘোষা)।

## দ্বৈতবাদ *Dualism*

ভাৰতীয় আৰু পাশ্চাত্য দৰ্শনত দ্বৈতবাদৰ অৰ্থ সুকীয়া। ভাৰতীয় দৰ্শনত দ্বৈতবাদ মানে হ'ল জীৱ আৰু ঈশ্বৰক পৃথক বুলি বিবেচনা কৰা মতবাদ। এই মতবাদ অনুসৰি জীৱ আৰু পৰমাত্মা কেতিয়াও একে হ'ব নোৱাৰে। এক কথাত ক'বলৈ গ'লে এই মতবাদ অনুসৰি জীৱ আৰু জড়ৰ পাৰ্থক্য অনস্বীকাৰ্য। পাশ্চাত্য দৰ্শনত দ্বৈতবাদ হ'ল মন আৰু দেহৰ দ্বৈতত্তা (mind-body dualism)।

## দ্বৈত শাসন

১৭৬৫ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বংগ, বিহাৰ আৰু উৰিষ্যাৰ দৈৱানী লাভ কৰাৰ পাছত

পূব ভাৰতৰ এই অঞ্চলসমূহত প্ৰৱৰ্তন কৰা শাসন ব্যৱস্থা। এই শাসন ব্যৱস্থাত প্ৰশাসনিক দায়িত্ব আছিল নবাবৰ হাতত; কিন্তু ৰাজহ আদায় আৰু ব্যয়ৰ পূৰ্ণ কৰ্তৃত্ব আছিল কোম্পানীৰ হাতত। ফলত নবাবৰ হাতত থাকে ক্ষমতাহীন দায়িত্ব আৰু কোম্পানীয়ে লাভ কৰে দায়িত্বমুক্ত অবাধ ক্ষমতা। পৰিণতিত কোম্পানীৰ বিষয়া-কৰ্মচাৰীয়ে ৰাজহ আদায়ৰ নামত আৰম্ভ কৰে অবাধ লুণ্ঠন। জনসাধাৰণৰ দুখ-কষ্ট কুলাই-পাচিয়ে নধৰা হয়।

**দ্ৰাবিড়** *Dravida*

ভাৰতৰ অন্যতম প্ৰাচীন জাতি। মানুহৰ জাতিগত বিচাৰত দ্ৰাবিড় এক শ্ৰেণীগোষ্ঠী যদিও কোনো কোনো পণ্ডিতে এক ভাষা সমষ্টিৰ লোকক দ্ৰাবিড় বুলি ক'ব খোজে। সংস্কৃতত দ্ৰাবিড় শব্দৰ অৰ্থ দক্ষিণৰ দেশ। দ্ৰাবিড় বুলিলে যেনে ধৰণৰ মানৱগোষ্ঠীক বুজায়, তেনে ধৰণৰ মানুহ ভাৰতৰ দাক্ষিণাত্যত যথেষ্ট পৰিমাণে আছে। ঐতিহাসিকসকলে ধাৰণা কৰা মতে এই গোষ্ঠী ভাৰতৰ অতি প্ৰাচীন জনগোষ্ঠী আৰু এসময়ত তেওঁলোকে উত্তৰ ভাৰততো বাস কৰিছিল। খ্ৰীষ্টপূৰ্ব ২০০০-ৰ আশে-পাশে দ্ৰাবিড়সকলৰ লগত আন মানৱগোষ্ঠীৰ মিশ্ৰণ হৈছিল বুলি অনুমান কৰা হয়। দ্ৰাবিড়সকলৰ নিজা এক সুকীয়া ভাষা আছিল, যাৰ লগত ভাৰতৰ প্ৰাচীন সংস্কৃত ভাষাৰ স্পষ্ট পাৰ্থক্য আছে। দাক্ষিণাত্যৰ তামিল, তেলুগু, মালয়ালম আৰু কানাড়া — দ্ৰাবিড় ভাষা-সাহিত্য-সংস্কৃতিৰ অতি উন্নত নিদৰ্শন।

আঢ়ৈ হাজাৰ বছৰৰ আগেয়ে আৰ্যসকলে যেতিয়া ভাৰতত প্ৰৱেশ কৰিছিল, তেতিয়া দ্ৰাবিড়সকল আছিল এই দেশৰ সৰ্বাধিক সভ্য জাতি। যুদ্ধবিদ্যাতো আছিল তেওঁলোক বিশেষ পাৰদৰ্শী। আৰ্যসকলৰ লগত দ্ৰাবিড়সকলৰ দীৰ্ঘ সংগ্ৰামৰ কাহিনী বেদ আৰু বিভিন্ন পুৰাণগ্ৰন্থত বৰ্ণিত হৈছে। আৰ্যসকলৰ আক্ৰমণৰ পৰা আত্মৰক্ষাৰ বাবে দ্ৰাবিড়সকলে উত্তৰ ভাৰতৰ পৰা পশ্চাদপসৰণ কৰি দক্ষিণ ভাৰতলৈ আহে আৰু তাতেই গঢ়ি উঠে তেওঁলোকৰ স্থায়ী সভ্যতা।

দক্ষিণ ভাৰতত আজিও দ্ৰাবিড় সভ্যতা-সংস্কৃতিৰ বহু বৈশিষ্ট্য অটুট আছে। ই দ্ৰাবিড় সভ্যতা-সংস্কৃতিৰ অন্তৰ্নিহিত শক্তিৰেই সাক্ষ্য বহন কৰে। ঋকবেদত আৰ্যসকলে স্থানীয় অধিবাসীসকলক 'দস্যু' বুলি বৰ্ণনা কৰিছে। সম্ভৱতঃ ইয়াৰ দ্বাৰা দ্ৰাবিড়সকলকে বুজোৱা হৈছে।

# ধ

**ধনতেৰাছ**

মূলতঃ উত্তৰ আৰু পশ্চিম ভাৰতত পালন কৰা এক উৎসৱ; ধন ত্ৰয়োদশী। কালী পূজাৰ দুদিন আগতে কৃষ্ণ ত্ৰয়োদশী তিথিত এই উৎসৱ পালন কৰা হয়। হিন্দুসকলৰ মতে ধনতেৰাছ কুবেৰৰ পূজা। আন এচামৰ মতে এই দিনটোতে সমুদ্ৰ মন্থনৰ ফলত হাতত অমৃতৰ কলহ লৈ আবিৰ্ভাৱ হৈছিল ধন্বন্তৰি বা নাৰায়ণ আৰু ঐশ্বৰ্যৰ দেৱী লক্ষ্মী। সেয়ে এই ধন্বন্তৰি

ত্ৰয়োদশী তিথিত লক্ষ্মী-নাৰায়ণৰ পূজা কৰা হয়। এই তিথিত এডোখৰ ৰূপ বা সোণ কিনিলে কুবেৰৰ আশীৰ্বাদত অক্ষয় ধন লাভ হয় বা লক্ষ্মীদেৱী সন্তুষ্ট হয় বুলি জনবিশ্বাস প্ৰচলিত।

**ধনুষ্টংকাৰ** *Titanus*

জীৱাণুজনিত কঠিন ৰোগ। শৰীৰত ঘা বা কটা-ছিঙা থাকিলে সেই অংশৰে ৰোগৰ বীজাণু শৰীৰত প্ৰৱেশ কৰে। অস্বাস্থ্যকৰ পৰিৱেশত সন্তান জন্ম হ'লে, কেঁচুৱাৰ নাভিৰ ক্ষতস্থানেদি এই ৰোগ শিশুৰ শৰীৰত বিয়পি পৰে। এই ৰোগ হ'লে আৰম্ভণিতে ৰোগীৰ কোৰাৰি আৰু ডিঙিৰ মাংসপেশী সিৰামূৰিয়ে ধৰে, ফলত ৰোগীয়ে মুখ মেলাত কষ্ট পায়। ক্ৰমে মুখ, কান্ধ আৰু শৰীৰৰ বিভিন্ন মাংসপেশী জঠৰ হৈ সংকুচিত হৈ আহে। বক্ষীয় মাংসপেশীও সংকুচিত হয় আৰু এই সংকোচন হৈ পৰে অতি কষ্টকৰ। ক্ৰমে ৰোগীৰ দেহ ধেনুভিৰীয়া হৈ পৰিব পাৰে। ধেনুভিৰীয়া হ'ব পাৰে বাবেই এই ৰোগৰ নাম ধনুষ্টংকাৰ। ঠাণ্ডা বতাহ, কোলাহল বা উজ্জ্বল পোহৰে এই ৰোগক অধিক ভয়াবহ কৰি তোলে। তেনে অৱস্থাত কেতিয়াবা মাংসপেশীবোৰ অলপ সময়ৰ বাবে অতি ভয়ানকভাৱে জোকাৰি জঠৰ হৈ পৰে। দেহৰ পেশী ফন্দিয়াই ধৰে (convulsion)। ক্ৰমে ইয়াৰ মাত্ৰা বাঢ়িবলৈ ধৰে আৰু ৰোগী অৱশ হৈ পৰে। সময়মতে উপযুক্ত চিকিৎসা অবিহনে এনে অৱস্থাত ৰোগীৰ মৃত্যু নিশ্চিত। ধনুষ্টংকাৰ সংক্ৰামক ৰোগ নহয়। কটা-ছিঙা ঘাৰে বীজাণু সোমালেহে এই ৰোগ হয়। প্ৰতিষেধক ছিটাৰ জৰিয়তে আজিকালি এই ৰোগ বহু পৰিমাণে নিয়ন্ত্ৰণলৈ অনা হৈছে।

**ধ্বনিতত্ত্ব** *Phonology*

ভাষা, শব্দৰ উদ্ভাৱন আৰু উচ্চাৰণ তথা পৰিৱৰ্তন অধ্যয়ন কৰা ভাষা বিজ্ঞানৰ এটা শাখা; শব্দবিদ্যা; ভাষা ধ্বনিতত্ত্ব। ইয়াত বিশেষ এটা ভাষাৰ ধ্বনি আৰু ৰীতি-প্ৰকৃতিৰ আলোচনা কৰা হয়।

**ধ্বনি বিজ্ঞান** *Phonetics*

ভাষাৰ, ধ্বনিৰ অধ্যয়ন আৰু শ্ৰেণী বিভাজন কৰা ভাষা বিজ্ঞানৰ এটা শাখা; ধ্বনিবিদ্যা; স্বৰ বিজ্ঞান। ইয়াত বিশেষ কোনো ভাষাৰ প্ৰসংগ অবিহনে বাক্ধ্বনিৰ উচ্চাৰণৰ স্থান, উচ্চাৰণৰ প্ৰক্ৰিয়া, ধ্বনিমূলৰ প্ৰকৃতি আদি আলোচনা কৰা হয়।

**ধ্বনি ভোট** *Vote of Voice*

সভা, সংসদ আদিত উত্থাপিত প্ৰস্তাৱৰ সপক্ষে বা বিপক্ষে মুখেৰে শব্দ কৰি মতামত জনোৱা।

**ধৰিত্ৰী বিজ্ঞান** *Earth Science*

পৃথিৱী বা পৃথিৱীৰ যিকোনো অংশৰ চৰ্চা কৰা বিজ্ঞানৰ শাখা। পৃথিৱীপৃষ্ঠ, বায়ুমণ্ডল, নদী, সাগৰ সকলোৱেই ইয়াৰ অন্তৰ্গত। একেদৰে সমুদ্ৰ বিজ্ঞান, ভূবিজ্ঞান, জলবায়ু বিজ্ঞান, ভূপ্ৰকৃতি বিজ্ঞান, জ্যোতিৰ্বিজ্ঞান, মৃৎ বিজ্ঞান আদিকো এই বিজ্ঞানৰ চৰ্চাই সামৰি লয়।

**ধৰ্মনিৰপেক্ষতা** *Secularism*

ৰাষ্ট্ৰৰ চৰকাৰী প্ৰশাসন, ৰাজনৈতিক ক্ৰিয়াকৰ্ম, শিক্ষা আদিৰ লগত ধৰ্ম বা ধৰ্মীয় অনুষ্ঠানৰ সম্বন্ধহীন বুলি গঢ় লোৱা ৰাজনৈতিক নীতি বা প্ৰশাসন; ধৰ্মসম্বন্ধহীন প্ৰশাসন। সাম্প্ৰতিক

কালত ধৰ্মনিৰপেক্ষতা শব্দটোৰ অৰ্থ কিছু প্ৰসাৰিত হৈছে। বৰ্তমান ধৰ্মনিৰপেক্ষতা বুলিলে ধৰ্ম সম্পৰ্কে নিস্পৃহতা আৰু উদাৰ তথা সহিষ্ণু মনোভাবকো বুজোৱা হয়।

**ধৰ্মযুদ্ধ** *Crusade*

মুছলমানসকলৰ হাতৰ পৰা পেলেষ্টাইন বা জেৰুজালেম পুনৰুদ্ধাৰৰ বাবে সমগ্ৰ ইউৰোপৰ খ্ৰীষ্টানসকলৰ সম্মিলিত অভিযান; ক্ৰুছেড। একাদশৰ পৰা ত্ৰয়োদশ শতিকা পৰ্যন্ত (১০৯৬-১২৯১) প্ৰায় তিনিশ বছৰত আঠখন ধৰ্মযুদ্ধ হোৱাৰ কথা পোৱা যায়। তাৰে চাৰিখন ধৰ্মযুদ্ধ বিশেষভাৱে উল্লেখযোগ্য। ইউৰোপৰ ইতিহাসত এই দীৰ্ঘকালীন যুদ্ধ অভিযানে বিভিন্নভাৱে প্ৰভাৱ বিস্তাৰ কৰে। তৎকালীন সাহিত্য-সংস্কৃতিৰ বিশাল অংশ এই ধৰ্মযুদ্ধক কেন্দ্ৰ কৰিয়েই সৃষ্টি হয়। এই অভিযানে ইউৰোপৰ মানুহৰ ভৌগোলিক জ্ঞান বৃদ্ধি কৰে আৰু নতুন পথ আৱিষ্কাৰৰ লগে লগে ব্যৱসায়-বাণিজ্য, বিশেষকৈ ভূমধ্য সাগৰীয় বন্দৰবোৰে বিশেষ প্ৰসাৰ লাভ কৰে। আনহাতে যুদ্ধ পৰিচালনাত সিদ্ধান্ত গ্ৰহণ বিষয়টো ক্ৰমশঃ পোপৰ হাতৰ পৰা ৰজাৰ হাতলৈ যোৱাত তুলনামূলকভাৱে পোপৰ ক্ষমতা হ্ৰাস পায়। ইয়াৰে পৰোক্ষ ফল হ'ল ইউৰোপত ৰাজতান্ত্ৰিক ৰাষ্ট্ৰসমূহৰ উদ্ভৱ। ধৰ্মযুদ্ধই পাশ্চাত্য আৰু প্ৰাচ্য জগতৰ মাজত বাণিজ্যিক সম্পৰ্ক স্থাপন কৰায়; ইউৰোপীয় লোকসকলৰ ইছলামীয় সভ্যতাৰ সৈতে পৰিচয় ঘটে। এই পৰিচয়ে ইউৰোপক মধ্যযুগৰ পৰা আধুনিক যুগলৈ গতি কৰাত যথেষ্ট পৰিমাণে সহায় কৰে; ইউৰোপত সূচনা হয় নৱজাগৰণৰ।

**ধৰ্ষকাম** *Sadism*

একপ্ৰকাৰৰ যৌন বিকৃতি। এসময়ত ইয়াৰ অৰ্থ আছিল আনক দৈহিক কষ্ট দি বা নিপীড়িন কৰি যৌন তৃপ্তি লাভ কৰা। পাছলৈ ইয়াৰ অৰ্থ প্ৰসাৰিত হয়। বৰ্তমানে যিকোনো নিষ্ঠুৰ আনন্দকে বা আনন্দ বা তৃপ্তিৰ বাবে আনক কষ্ট দিয়া কাৰ্যকো ধৰ্ষকাম বুলি কোৱা হয়।

**ধ্ৰুপদী ৰীতি** *Classicism*

ধ্ৰুপদী ৰীতিৰ একাধিক অৰ্থ আছে যদিও ইয়াৰে সৰ্বাধিক গৃহীত আৰু সংগত অৰ্থটো হ'ল প্ৰাচীন শিল্প-সাহিত্যৰ ৰীতিৰ প্ৰতি, বিশেষকৈ, প্ৰাচীন গ্ৰীক আৰু ৰোমান ৰীতিৰ প্ৰতি আনুগত্য। ইউৰোপত নৱজাগৰণৰ সময়ত গ্ৰীক আৰু ৰোমান শিল্প-সাহিত্যৰ শ্ৰেষ্ঠ নিদৰ্শনসমূহৰ প্ৰতি শ্ৰদ্ধাশীল হৈ সেই ৰীতিক ওভতাই অনাৰ এক সবল প্ৰয়াস পৰিলক্ষিত হৈছিল। ধ্ৰুপদী ৰীতিৰ সমৰ্থকসকলে বিশ্বাস কৰিছিল যে গ্ৰীক আৰু ৰোমান শিল্প-সাহিত্যৰ প্ৰধান বৈশিষ্ট্য বা গুণ হ'ল সুষমা, পৰিমিতি, শোভনতা আৰু সংযম। এই গুণ বা বৈশিষ্ট্যবোৰৰ চৰ্চাই শিল্প-সাহিত্যক কৰি তুলিব সম্মানীয়, সিবোৰৰ মূল্যও হ'ব স্থায়ী। ইয়াৰ পাছত ধ্ৰুপদী ৰীতি বুলিলে নীতি আৰু আদৰ্শৰ প্ৰতি আনুগত্যকো বুজোৱা হ'ল।

# ন

**নকল দৰব** *Spurious Medicines*

ভাৰতত প্ৰকৃত নকল দৰব আৰু ভুৱা দৰববোৰ এই শ্ৰেণীৰ দৰবতে পৰে। প্ৰকৃত নকল

দৰবৰোৰত সক্ৰিয় ৰাসায়নিক দ্ৰব্য নাথাকে বা দৰবৰোৰৰ ব্যৱহাৰৰ তাৰিখ পাৰ হৈ যায়। আনহাতে ভুৱা দৰবৰ লগত মূল দৰবৰ কোনো মিল নাথাকে।

### নগৰ ৰাষ্ট্ৰ *City State*

কোনো এখন নগৰ আৰু তাৰ পাৰিপাৰ্শ্বিক কেন্দ্ৰ কৰি গঢ়ি উঠা ৰাষ্ট্ৰ। প্ৰাচীন গ্ৰীচৰ এথেন্স আৰু স্পাৰ্টা নগৰ দুখনক কেন্দ্ৰ কৰি দুখন শক্তিশালী ৰাষ্ট্ৰ গঢ়ি উঠিছিল। খ্ৰীষ্টপূৰ্ব ষষ্ঠ শতিকাত বৰ্তমানৰ বিহাৰ, উত্তৰ প্ৰদেশ আৰু মধ্য ভাৰত অঞ্চলত অংগ, বংগ, কলিংগ, কাশী, কোশল, মগধ, পাঞ্চাল, গান্ধাৰ আদি যোল্লখন নগৰক কেন্দ্ৰ কৰি যোল্লখন ৰাজ্য গঢ়ি উঠিছিল। এই ৰাজ্যকেইখনক সামূহিকভাৱে কোৱা হৈছিল মহাজনপদ। অৱশ্যে এটা কথা উল্লেখযোগ্য যে, আধুনিক ৰাষ্ট্ৰ বুলিলে যি বুজায়, এইবোৰ সেই অৰ্থত ৰাষ্ট্ৰ নহয়।

### নগৰায়ন *Urbanisation*

নগৰায়ন এক আৰ্থ-সামাজিক প্ৰক্ৰিয়া। নগৰৰ প্ৰসাৰ তথা সমৃদ্ধি আৰু নগৰজীৱনৰ উন্নতি তথা আধুনিকীকৰণকে সামগ্ৰিকভাৱে নগৰায়ন বুলি কোৱা হয়। নগৰায়নৰ প্ৰক্ৰিয়া নানাভাৱে চলে। প্ৰথমতে, গাঁৱৰ জনসংখ্যাৰ এক উল্লেখযোগ্য অংশ কৰ্মসংস্থানৰ সন্ধানত বা উন্নত জীৱন যাপনৰ আশাত নগৰলৈ আহে। ফলত, নগৰৰ সংস্কৃতি তথা শিল্পোদ্যোগ আদিত উল্লেখনীয় পৰিৱৰ্তন ঘটে। নগৰৰ জনসংখ্যা বাঢ়ে, লগে লগে জনসংখ্যাৰ বিন্যাসো সলনি হয়। নগৰৰ জনজীৱনলৈ আহে বৈচিত্ৰ্য আৰু বিভিন্নতা। বহুতৰ মতে নগৰায়ন সমাজ পৰিৱৰ্তনৰ ফল। আন এচামৰ মতে নগৰায়নৰ বাবে সমাজৰ পৰিৱৰ্তন ঘটে। নগৰায়ন তৃতীয় বিশ্বৰ সাম্প্ৰতিক বৈশিষ্ট্য। নগৰায়নৰ ফলত অনিবাৰ্যভাৱে নগৰীয়া জীৱনত সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক পৰিৱৰ্তন ঘটে। কিন্তু বহু লোকে যিদৰে নগৰীয়া স্বাচ্ছন্দ ভোগ কৰে, তেনেদৰে নগৰীয়া সুবিধাৰ অংশীদাৰ বাঢ়ি যোৱাত কোনো কোনো ক্ষেত্ৰত জটিলতা বা অসুবিধাৰো সৃষ্টি হয়।

### নগুণ *Me*

আচাৰ, বিনয়, বিদ্যা, প্ৰতিষ্ঠা, তীৰ্থ-দৰ্শন, নিষ্ঠা, বেদপাঠ, তপ আৰু দান, — ব্ৰাহ্মণৰ গাত থাকিব লগা নটা গুণ বা লক্ষণ; নৱগুণ। এই নগুণৰে অপভ্ৰংশ হৈ লগুণ শব্দটোৰ উৎপত্তি হৈছে।

### নট *Knots*

জাহাজৰ গতিৰ একক। এখন জাহাজ বা আন জলযানে এঘণ্টাত এক নটিকেল মাইল (Nautical Mile) বা ৬,০৭৬,১২ ফুট বা ১,৮৫২ মিটাৰ বা ১.৮ কিলোমিটাৰ দূৰত্ব অতিক্ৰম কৰিব পাৰিলে তাক এক নট বোলা হয়। প্ৰাচীন কালত জাহাজৰ গতি জোখা নাৱিকসকলে এডোখৰ কাঠ বা ৰছীকেই গতিৰ একক হিচাপে ব্যৱহাৰ কৰিবলৈ ধৰিলে। ইয়াৰ বাবে তেওঁলোকে কাঠৰ খণ্ড টুকুৰা এডাল ৰছীৰে বান্ধি সাগৰত এৰে; ৰছীডালৰ আনটো মূৰ লেটাসদৃশ বস্তু এটাৰ গাত মেৰিওৱা থাকে। কাঠৰ খণ্ডটিৰ ওজন এই লেটাতকৈ বেছি। ফলত জাহাজে গতি কৰাৰ লগে লগে ৰছী খুলি গৈ থাকে। এক নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে কিমান ৰছী খোলা হৈছে তাৰ দ্বাৰা জাহাজৰ গতি জোখা হয়। পৰৱৰ্তী কালত সুবিধাৰ বাবে ৰছীডালৰ সমান দূৰত্বত কিছুমান গাঁঠি (knots) দিয়া হ'ল। এক নিৰ্দিষ্ট সময়ৰ অন্তৰে অন্তৰে কিমান গাঁঠি

খোলা হ'ল তাৰ দ্বাৰা জাহাজৰ গতি নিৰ্ণয় কৰা হৈছিল। এই গাঁঠি বা knots-অৰ পৰাই জাহাজৰ গতিৰ একক 'নট' হ'ল। বৰ্তমানে অৱশ্যে আগৰ দৰে কাঠৰ টুকুৰা আৰু ৰছী ব্যৱহাৰ কৰা নহয়। তাৰ সলনি উন্নত মানৰ যন্ত্ৰ জাহাজৰ গতি জোখাৰ বাবে ব্যৱহাৰ কৰা হয়।

### নটৰাজ

নৃত্যৰত শিৱ। নৃত্যকলাৰ উদ্ভাৱক হিচাপে শিৱৰ আন এটা নাম নটৰাজ। শিৱৰ বিশ্ব ধ্বংসৰ সময়ৰ নৃত্যক কোৱা হয় তাণ্ডৱ নৃত্য। গজাসুৰ আৰু কালাসুৰ নামৰ অসুৰদ্বয়ক বধ কৰিও শিৱই তাণ্ডৱ নৃত্য কৰিছিল বুলি পুৰাণত উল্লেখ আছে। নৃত্যৰ সূচনা হৈছে নটৰাজৰ তাণ্ডৱ নৃত্যৰ জৰিয়তে। নটৰাজে সৃষ্টি, স্থিতি, লয়, তিৰোভাৱ আৰু অনুগ্ৰহ — এই পঞ্চক্ৰিয়াৰ মাজেৰে নিজক প্ৰকাশ কৰিছে।

### নথি-পত্ৰ *Dossier*

কোনো লোক বা ঘটনা সম্পৰ্কীয় কাকত-পত্ৰৰ এক টোপোলা। সেই টোপোলাতে বিষয়টো সম্পৰ্কত সকলোধৰণৰ তথ্য-প্ৰমাণ সন্নিৱিষ্ট থাকে।

### নন-ষ্টিক ৰন্ধন সঁজুলি *Non-stick Cookware*

কুৰি শতিকাৰ ষাঠিৰ দশকৰ পৰা প্ৰচলন হোৱা নন-ষ্টিক ৰন্ধন সঁজুলিৰ ব্যৱহাৰে এতিয়া সমগ্ৰ পৃথিৱীকে ছানি ধৰিছে। এনেধৰণৰ ৰন্ধন সঁজুলিৰ প্ৰধান বিশেষত্ব হ'ল — পৰম্পৰাগত ৰন্ধন সঁজুলিতকৈ ইয়াত তেল বা তেনে জাতীয় ৰন্ধন সামগ্ৰীৰ প্ৰয়োজন কম। ইয়াত ৰন্ধা বস্তু সেই সঁজুলিত লাগি নধৰে আৰু ৰন্ধাৰ পাছত ইয়াক পৰিষ্কাৰ কৰিবলৈ সহজ। এনে সঁজুলিত এক বিশেষ পদাৰ্থৰ তৰপ দিয়া যায়, যাক নন-ষ্টিক তৰপ (Non-stick Coating) বুলি কোৱা হয়। নন-ষ্টিক তৰপ মূলতঃ দুই প্ৰকাৰৰ। প্ৰথম প্ৰকাৰত ছিলিকন-নিৰ্ভৰ এক পদাৰ্থ ব্যৱহাৰ কৰা হয় আৰু বেকাৰীবোৰত ইয়াৰ বহুল প্ৰচলন আছে। দ্বিতীয়বিধৰ নাম পি টি এফ ই (PTFE : Polytetrafluoroethylene, পলিটেট্ৰাফ্লোৰোইথিলিন), যি টেফলন (Teflon) নামেৰেহে বেছি বিখ্যাত। আমাৰ ঘৰুৱা ৰন্ধন সঁজুলিত প্ৰধানকৈ টেলফন ব্যৱহাৰ কৰা হয়। টেফনলৰ পৃষ্ঠভাগ অতি পিচ্ছল আৰু তেনেই ক্ষুদ্ৰ অণুও তাত লাগি নধৰি পিছলি যায়। সেইবাবেই টেফলনে এক অনন্য তৰপৰ সৃষ্টি কৰি নন-ষ্টিক ৰন্ধন সঁজুলিবোৰক ইমান উপযোগী আৰু জনপ্ৰিয় কৰি তুলিব পাৰিছে। ১৯৪৫ চনৰ পৰাই টেলফনৰ বাণিজ্যিক উৎপাদন আৰম্ভ হয়। কিন্তু ইয়াৰ উৎপাদন ব্যয় যথেষ্ট হোৱা বাবে কম খৰচতে টেফলনযুক্ত ৰন্ধন সঁজুলি তৈয়াৰ কৰাটো সম্ভৱ হৈ উঠা নাছিল। কুৰি শতিকাৰ ষাঠিৰ দশকৰ পৰাহে ই কিছু পৰিমাণে সম্ভৱ হৈ উঠে। বৰ্তমান এনে নন-ষ্টিক ৰন্ধন সঁজুলিৰ দাম দিনক দিনে কমি আহিছে আৰু সেইবাবে ই সমাজৰ প্ৰায় সকলো শ্ৰেণীৰ মানুহকে আকৰ্ষিত কৰিব পাৰিছে।

### নন্দনতত্ত্ব *Aesthetics*

আধুনিক শিল্প-সাহিত্যৰ সৌন্দৰ্যদৰ্শন বা সৌন্দৰ্যতত্ত্ব; সাধাৰণভাৱে শিল্প-সাহিত্যৰ দৰ্শনাক্ৰান্ত চৰ্চাক নন্দনতত্ত্ব বুলিব পাৰি। সকলো শিল্পৰে মুখ্য উদ্দেশ্য সৌন্দৰ্য সৃষ্টি। বিভিন্ন শিল্পৰ প্ৰকাশ বিভিন্ন ধৰণৰ হ'লেও উদ্দেশ্য একে — সৌন্দৰ্য সৃষ্টি। সেইবোৰ শিল্পৰ লক্ষ্যৰ

এই অভিন্নতা আৰু ঐক্য নন্দনতত্ত্বৰ অন্যতম ভিত্তি। ইয়াৰ উপৰি ক'ব পাৰি, শিল্প আৰু সৌন্দৰ্যৰ তাত্ত্বিক বা দাৰ্শনিক অনুসন্ধানেই নন্দনতত্ত্বৰ ঘাই উপজীব্য। সকলো দৃশ্যকলাই (যেনে ঃ চিত্ৰকলা, ভাস্কৰ্য, চলচ্চিত্ৰ, সাহিত্য, নৃত্য, সংগীত) নন্দনতত্ত্বৰ অন্তৰ্ভুক্ত।

## নব্য-ঔপনিবেশবাদ *Neo-Colonialism*

সমাজবাদ তথা ঔপনিবেশবাদৰ নতুন ৰূপ, য'ত ঔপনিবেশবোৰে আইনতঃ স্বাধীনতা ভোগ কৰিলেও কাৰ্যতঃ পৰাধীন আৰু নিয়ন্ত্ৰণাধীন হৈ থাকে। কোনো উন্নত আৰু শক্তিশালী দেশে যেতিয়া দুৰ্বল আৰু অনুন্নত বা উন্নয়নশীল দেশক নিয়ন্ত্ৰিত কৰে, তেতিয়া তাকেই নব্য-ঔপনিবেশবাদ বোলে। ইয়াক নব্য-সাম্ৰাজ্যবাদো বুলিব পাৰি। উন্নত আৰু শক্তিশালী দেশৰ এই নিয়ন্ত্ৰণ অৰ্থনৈতিক আৰু ৰাজনৈতিক তথা প্ৰত্যক্ষ আৰু পৰোক্ষ। কঠোৰ চৰ্তত ঋণদান, উন্নয়নৰ নামত সাহায্য, পুঁজিৰ ৰপ্তানি আদিৰ অজুহাতত ইউৰোপ-আমেৰিকাৰ বহু উন্নত তথা শক্তিশালী দেশে এছিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ অনুন্নত বা উন্নয়নশীল তথা দুৰ্বল দেশবোৰক নিয়ন্ত্ৰণ কৰিছে। নানান ক্ষতিকৰ বাণিজ্যিক চুক্তি আৰু বিনিয়োগ এই নব্য-ঔপনিবেশবাদৰ অস্ত্ৰ। সাধাৰণতে বহুজাতিক সংস্থা বা কোম্পানীৰ জৰিয়তে নব্য-ঔপনিবেশবাদ কাৰ্যকৰী কৰা হয়।

## নব্য গণতন্ত্ৰ *New Democracy*

চীনৰ মুক্তি আন্দোলনৰ নেতা মাও-চে-তুঙে উদ্ভাৱন কৰা তত্ত্ব। এই তত্ত্বমতে নব্য গণতন্ত্ৰ হ'ব বিপ্লৱী শ্ৰমিক শ্ৰেণীৰ নিজস্ব চৰকাৰ, এই চৰকাৰে শ্ৰমিকসকলৰ গণতান্ত্ৰিক অধিকাৰ সুৰক্ষিত কৰি ৰাখিব, গাঁৱৰ মানুহৰ বাবে খেতিমাটিৰ সুষম বণ্টন আৰু কৃষিক্ষেত্ৰত সমবায় নীতিৰ প্ৰয়োগ নিশ্চিত কৰিব। মাও-চে-তুঙৰ বিবেচনাত সমাজতন্ত্ৰৰ ৰূপায়ণত নব্য গণতন্ত্ৰৰ ভূমিকা অনস্বীকাৰ্য। নব্য গণতন্ত্ৰক মাৰ্ক্সীয় তত্ত্বত মাও-চে-তুঙৰ সংযোজন বুলিব পাৰি।

## নভেল ভাগ *Nouvelle Vague*

দ্বিতীয় মহাসমৰৰ পাছত কুৰি শতিকাৰ পঞ্চাছৰ দশকৰ শেষৰ ফালে ফৰাচী চলচ্চিত্ৰৰ নিৰ্মাণ ৰীতিত অহা নতুন টেকনিক বা কাৰিকৰী কৌশল। ফৰাচী ভাষাত নভেল ভাগৰ অৰ্থ নতুন ঢৌ (New Wave)। শব্দটো নতুন ৰীতিৰ ফৰাচী চলচ্চিত্ৰ সম্পৰ্কত প্ৰযুক্ত। নভেল ভাগৰ ফলত ফৰাচী চলচ্চিত্ৰৰ আংগিকলৈ আহিল নতুন ভংগী, নতুন নতুন প্ৰতীকী ব্যঞ্জনা। প্ৰথাগত কাহিনী-নিৰ্ভৰতা বৰ্জন কৰা হ'ল আৰু তাৰকাবৰ্জিত ছবি নিৰ্মাণ কৰিও যে সফলতা পাব পাৰি সেয়া প্ৰমাণিত হ'ল। এক কথাত ক'বলৈ গ'লে, নভেল ভাগৰ ফলত প্ৰচলিত আৰু গতানুগতিক ৰীতি বৰ্জন কৰি সম্পূৰ্ণ নতুন আংগিকেৰে ছবি নিৰ্মাণৰ পৰম্পৰা আৰম্ভ হ'ল। উল্লেখযোগ্য, নভেল ভাগ কেৱল নতুন টেকনিক নহয়। ফৰাচী সমাজৰ তৎকালীন অনিশ্চয়তা আৰু অস্থিৰতাক চলচ্চিত্ৰৰ পৰ্দাত প্ৰতিফলিত কৰাৰ বাবে এদল নতুন পৰিচালকে বিশেষ আন্তৰিক তাগিদা অনুভৱ কৰিছিল। অৱশ্যে এনে ছবিৰ বাবে দৰ্শক প্ৰথমতে অভ্যস্ত নাছিল, সেয়ে প্ৰথম অৱস্থাত এনে ছবিয়ে দৰ্শকক অস্বস্তিত পেলাইছিল। কিন্তু ক্ৰমে এনে ছবিৰ ৰসাস্বাদন কৰিব পৰা এদল দৰ্শকৰ জন্ম হ'ল; তেওঁলোকে এই নতুন আংগিকৰ ছবিক আঁকোৱালি ল'লে আৰু ক্ৰমশঃ ই জনপ্ৰিয়ও হ'বলৈ ধৰিলে।

## নৰ্ডিক *Nordic*

মানৱজাতিৰ এটা প্ৰাথমিক উপজাতি। বৰ্তমান নৰ্ডিক জাতিৰ প্ৰধান বসতি স্কাণ্ডিনেভিয়া অঞ্চলত। নৰ্ডিক জাতিৰ উৎপত্তি সম্বন্ধে নিশ্চিত তথ্য নাই। অনুমান কৰা মতে লৌহযুগত বিভিন্ন জাতি বা উপজাতিৰ সংমিশ্ৰণত নৰ্ডিকসকলৰ উৎপত্তি হৈছিল। স্কাণ্ডিনেভিয়াৰ কিছু নৃতত্ত্ববিদৰ মতে, এই অঞ্চলত সম্ভৱতঃ মধ্যপ্ৰস্তৰ যুগত নৰ্ডিকসকলৰ আবিৰ্ভাৱ হৈছিল আৰু তেতিয়াৰে পৰা তাত তেওঁলোকে বাস কৰি আছে। নৰ্ডিকসকলৰ লগত ভূমধ্য সাগৰীয় জাতিৰ যথেষ্ট সাদৃশ্য আছে। বিশেষকৈ হাড়ৰ গঠন আৰু জোখ দুয়ো জাতিৰে প্ৰায় একে। আগতে এই নৰ্ডিক জাতিকেই আৰ্যসকলৰ মূল বুলি ধাৰণা কৰা হ'লেও তাৰ সমৰ্থনত বিশেষ প্ৰমাণ পোৱা নাযায়।

## নৱজাগৰণ *Renaissance*

পঞ্চদশ-ষষ্ঠদশ শতিকাত প্ৰাচীন গ্ৰীক জ্ঞানৰ ভিত্তিত ইটালীত আৰম্ভ হৈ সমগ্ৰ ইউৰোপত বিয়পি পৰা কলা-সাহিত্য-বিজ্ঞানৰ পুনৰ জাগৰণ; ৰেনেছাঁ। পঞ্চদশ-ষষ্ঠদশ শতিকাত ইটালীত বিজ্ঞান, কলা, তথা অন্যান্য ক্ষেত্ৰত আমূল আৰু অভূতপূৰ্ব পৰিৱৰ্তন হয় আৰু সকলো ক্ষেত্ৰতে উন্নতিয়ে এক উচ্চ সীমা লাভ কৰেগৈ। এই সময়ছোৱাকে নৱজাগৰণ বা পুনৰ জন্ম (Renaissance-ৰ অৰ্থ rebirth) বুলি কোৱা হয়। ইটালীত আৰম্ভ হ'লেও এই নতুন দৃষ্টিভংগী ক্ৰমে ইংলেণ্ড, ফ্ৰান্সকে ধৰি সমগ্ৰ ইউৰোপতে বিয়পি পৰে। এই নতুন জ্ঞানৰ জাগৰণৰ ফলত ইউৰোপত মধ্যযুগীয় চিন্তাধাৰাৰ অৱসান ঘটে আৰু আধুনিক যুগ আৰম্ভ হয়।

নৱজাগৰণৰ ন ভাবধাৰাৰ ফলত ধৰ্ম সংস্কাৰ (Reformation) আন্দোলন আৰম্ভ হৈ যাজক শ্ৰেণীৰ একাধিপত্যৰ অৱসান ঘটায়। ছপাশাল আৰু বহু নতুন যন্ত্ৰ-পাতিৰ উদ্ভৱ তথা বিকাশ হয়। বন্দুক, খাৰ-বাৰুদৰ প্ৰচলনে যুদ্ধৰ ক্ষেত্ৰত আমূল পৰিৱৰ্তন আনে। মেৰিনাৰ কম্পাছ আদি যন্ত্ৰৰ আৱিষ্কাৰে সমুদ্ৰ যাত্ৰা সহজসাধ্য কৰি তোলে। ভৌগোলিক আৱিষ্কাৰো নৱজাগৰণৰ এক বিশেষ অৱদান। এইক্ষেত্ৰত কলম্বাছ, ভাস্কো ডা-গামা, মেগালান আদি পৰিব্ৰাজকৰ অৱদান উল্লেখযোগ্য। উন্নত ৰাষ্ট্ৰসমূহৰ ঔপনিবেশিক শাসন এই সময়ছোৱাৰ পৰাই আৰম্ভ হয়। শিল্প বিপ্লৱৰো সূচনা এই সময়ৰে পৰাই। নৱজাগৰণে ৰাজনৈতিক পৰিৱৰ্তনৰো পথ সুচল কৰি তোলে। সামন্ত প্ৰথাৰ মৃতপ্ৰায় অৱস্থা হোৱাত অবাধ ৰাজতন্ত্ৰৰ উদ্ভৱ হয়। মানুহৰ মাজত জাতীয়তাবাদী ভাবধাৰাৰ সৃষ্টি হয়। ক্ষমতা লাভৰ প্ৰয়াসো নৱজাগৰণৰেই পৰিণতি।

## নৱন্যাসবাদ *Romanticism*

সাহিত্য, কলা আৰু সংগীতত বাস্তৱ জীৱন আৰু অভিজ্ঞতাৰ পৰা সুদূৰত থকা ধাৰণা বা অনুভূতিপ্ৰৱণতা। ৰোমাণ্টিকতাবাদ নামেৰেও সমাধিক পৰিচিত। নৱন্যাসবাদ দৰাচলতে ঘাইকৈ সাহিত্য ক্ষেত্ৰত কিছু পলমকৈ দেখা এক নতুন ধাৰা। ইংৰাজী সাহিত্যৰ প্ৰথাবদ্ধ সাহিত্য-ৰীতিৰ বিৰুদ্ধে নৱন্যাসবাদ ৰীতি গঢ় লৈ উঠিছিল। উচ্চস্তৰীয় কল্পনাৰে জীৱনৰ সৌন্দৰ্য, একাকীত্ব, আবেগ-অনুভূতি, অধ্যাত্মবাদ আদিক ন ৰূপেৰে সজাই তোলাটো আছিল নৱন্যাসবাদৰ অন্যতম বৈশিষ্ট্য। নৱন্যাসবাদত বিশ্বাসীসকলৰ বাবে যুক্তিবাদ, শৃংখলা,

সংযমতকৈ মানুহৰ সীমাহীন কল্পনা আৰু আবেগৰ স্বতঃস্ফূৰ্ত প্ৰকাশহে বেছি সত্য আৰু স্বাভাৱিক। ইংৰাজী নৱন্যাসবাদী কবিসকলৰ ভিতৰত কোলৰিজ, ৱৰ্ডছৱৰ্থ, শ্বেলী আৰু কীটছ উল্লেখযোগ্য।

কেৱল কবিতা বা কথা-সাহিত্যই নহয়, চিত্ৰকলা, স্থাপত্য আৰু সংগীততো নৱন্যাসবাদৰ প্ৰকাশ ঘটিছিল।

## নৱপত্ৰিকা

ন বিধ উদ্ভিদৰ পাতেৰে সজা দেৱী দুৰ্গাৰ মূৰ্তি। দুৰ্গোৎসৱৰ ষষ্ঠীৰ দিনা সন্ধিয়া বেলবোধন নামৰ এক অনুষ্ঠানত এই দুৰ্গা মূৰ্তি প্ৰতিষ্ঠা কৰা হয়। এই মূৰ্তি দৰাচলতে এক কলপুলি। কলপুলিটোত আঠ বিধ উদ্ভিদ-শস্যৰ পাত দুটা বেলেৰে সৈতে বান্ধি শাৰী বা চাদৰ পিন্ধাই দেৱী সজাই পূজা-অৰ্চনা কৰি বিজয়া দশমীলৈকে মূল পূজাৰ বেদীত ৰখা হয়। মূল দুৰ্গা প্ৰতিমাৰ কাষত এই কলপুলিৰে সজোৱা মূৰ্তিও দৰ্শনাৰ্থী ভক্তৰ চকুত পৰে। প্ৰকৃততে বেলসহ যি ন বিধ উদ্ভিদ-শস্যৰ পাত কলপুলিত বন্ধা হয়, তাকে দেৱীৰ প্ৰতীক ৰূপত পূজা কৰা হয়। এই ন বিধ উদ্ভিদ-শস্য হ'ল ঃ কল, কচু, হালধি, ডালিম, বেল, অশোক, জয়ন্তী, মানকচু আৰু ধান।

## নৱৰত্ন

(১) ন বিধ বহুমূলীয়া মণি বা ৰত্ন ঃ মুকুতা, মাণিক, বৈদুৰ্য, গোমেদ, হীৰা, প্ৰবাল, পদ্মৰাগ, মৰকত আৰু নীলকান্ত। (২) ৰজা বিক্ৰমাদিত্যৰ ৰাজসভাৰ নজন সভাপণ্ডিত বা সভাসদ ঃ কালিদাস, বৰৰুচি, বৰাহমিহিৰ, শংকু, বেতালভট্ট, ঘটকপূৰ্ব, থপনক, অমৰসিংহ আৰু ধন্বন্তৰী।

## নৱৰস

সাহিত্য, কাব্যৰ ন বিধ ৰস ঃ আদি বা শৃংগাৰ, বীৰ, কৰুণ, হাস্য, ভয়ানক, বীভৎস, অদ্ভুত, ৰৌদ্ৰ আৰু শান্ত।

## নাইট ৱাটছমেন *Night Watchman*

ক্ৰিকেট খেলৰ লগত জড়িত এটা শব্দ। সাধাৰণতে টেষ্ট ক্ৰিকেটত কোনো এটা দিনৰ সামৰণিৰ সময়ত যদি কোনো প্ৰতিষ্ঠিত বেটছমেন আউট হৈ যায়, তেন্তে বাকী থকা অ'ভাৰকেইটা ৰক্ষা কৰিবলৈ যিজন শেষৰ শাৰীৰ বেটছমেনক আগতীয়াকৈ (আন এজন প্ৰতিষ্ঠিত বেটছমেনৰ স্থানত) পঠিওৱা হয়, তেওঁক নাইট ৱাটছমেন (নৈশ প্ৰহৰী) বুলি কোৱা হয়। তেওঁ শেষৰ অ'ভাৰকেইটাত ৰান কৰিবলৈ বিশেষ চেষ্টা নকৰি মাত্ৰ আউট নোহোৱাকৈ খেলে আৰু তেনেকৈয়ে দিনটোৰ খেল শেষ কৰিবলৈ চেষ্টা কৰে। ৰাতিটো পাৰ হোৱাৰ পাছত যেতিয়া পাছদিনা পুনৰ খেল আৰম্ভ হয়, তেতিয়া তেওঁ আউট হৈ গ'লেও কথা নাই। কাৰণ আনজন প্ৰতিষ্ঠিত বেটছমেনে তেতিয়া এক অনুকূল পৰিৱেশত বেট কৰিবলৈ সুবিধা পাব।

## নাইট্ৰোজেন চক্ৰ *Nitrogen Cycle*

জীৱ আৰু পৰিৱেশৰ মাজত নাইট্ৰোজেনৰ চক্ৰভূত প্ৰবাহ। প্ৰকৃতিৰ বিচিত্ৰ ব্যৱস্থাৰে

নাইট্ৰোজেনজনিত বিভিন্ন যৌগিক পদাৰ্থই খাদ্যৰ মাধ্যমেৰে উদ্ভিদ আৰু প্ৰাণীজগতৰ প্ৰয়োজন পূৰণ কৰে। আনহাতে, বিভিন্ন জীৱাণুৰ প্ৰভাৱত সিহঁতৰ দেহাৱশেষৰ পৰা নানাভাৱে পুনৰ নাইট্ৰোজেন মুক্ত হয়। বিভিন্ন জীৱাণুৰ প্ৰভাৱত মাটিৰ বিভিন্ন অজৈব উপাদান বায়ুমণ্ডলৰ নাইট্ৰোজেনৰ সংযোগত বিভিন্ন নাইট্ৰোজেন যৌগত পৰিণত হয়। উদ্ভিদে তাৰ পৰিপুষ্টি আৰু বৃদ্ধিৰ বাবে সেই যৌগৰ জলীয় দ্ৰৱণ মাটিৰ পৰা শোষণ কৰে। উদ্ভিদ-দেহৰ নাইট্ৰোজেনজনিত প্ৰোটিন আকৌ প্ৰাণীয়ে খাদ্যৰূপে গ্ৰহণ কৰে। মৃত্যুৰ পাছত উদ্ভিদ আৰু প্ৰাণীৰ দেহ মাটিত মিহলি হৈ যায়; প্ৰাণীৰ মল-মূত্ৰও মাটিত মিহলি হয়। এইদৰে নাইট্ৰোজেনজনিত যৌগিক পদাৰ্থ পুনৰ মাটিলৈ ঘূৰি যায়। বিশেষ কেতবোৰ জীৱাণুৰ প্ৰভাৱত ইয়াৰ কিছু অংশ গেছৰূপে বায়ুমণ্ডলত মিহলি হৈ যায় আৰু কিছু অংশ নাইট্ৰেটৰ আকাৰত পুনৰ উদ্ভিদ-দেহলৈ উভতি আহে। এইদৰে গেছীয় নাইট্ৰোজেন স্বতঃস্ফূৰ্তভাৱে বায়ুমণ্ডলৰ পৰা উদ্ভিদ আৰু প্ৰাণীৰ মাধ্যমেৰে মাটি আৰু বায়ুৰ মাজেদি পৰ্যায়ক্ৰমে চক্ৰগতিত চলাচল কৰি আছে। নাইট্ৰোজেনৰ এই প্ৰাকৃতিক চক্ৰাৱৰ্তন পদ্ধতিৰে নাম নাইট্ৰোজেন চক্ৰ।

## নাজীবাদ *Nazism*

কুৰি শতিকাৰ দ্বিতীয়াৰ্ধত জাৰ্মানীত গঠিত নাজী দলৰ নীতি আৰু কৰ্মধাৰা। নাজী দলৰ মূল কৰ্ণধাৰ আছিল হিটলাৰ। ১৯১৯ চনত হিটলাৰে 'জাৰ্মান কৰ্মী সংঘ' (German Worker's Party) নামৰ সৰু দল এটাত যোগ দিয়ে। ১৯২০ চনৰ ১ এপ্ৰিলত এই দলটোৰ নাম সলনি কৰি 'নেচনেল ছোচিয়েলিষ্ট জাৰ্মান ৱৰ্কাৰ্ছ পাৰ্টী' (National Socialist German Worker's Party; মূল জাৰ্মান ঃ *National Sozialictiche Deutsche Arbeiterpartei)* কৰা হয়। ইতিহাসত এইটো দলেই সংক্ষেপে নাজী (Nazi) বা নাৎচি নামে পৰিচিত। ১৯২১ চনত হিটলাৰ এই দলৰ সৰ্বাধিনায়ক হয়গৈ। মূলতঃ ভাৰ্ছাই চুক্তিৰ প্ৰতিবাদ হিচাপে নাজী দলৰ উদ্ভৱ হৈছিল। বহু ইতিহাসবিদৰ মতে ইটালীৰ ফেছিবাদৰ দ্বাৰা জাৰ্মানীৰ নাজীবাদ প্ৰভাৱিত হৈছিল। ফেছিবাদৰ প্ৰভাৱত আৰু হিটলাৰৰ পৰিচালনাত ক্ৰমশঃ নাজীবাদৰ প্ৰধান নীতি হয়গৈ ইহুদি বিদ্বেষ আৰু আৰ্যশ্ৰেষ্ঠবাদ। ১৯৩০ চনৰ মন্দাৱস্থাৰ পৰিণতিত দেশব্যাপী দেখা দিয়া নিবনুৱা সমস্যাৰ ফলত নাজী দলৰ সমৰ্থকৰ সংখ্যা অভূতপূৰ্বভাৱে বৃদ্ধি পায়। এনে অৱস্থাত স্বাভাৱিকতে দলটোৰ প্ৰতিপত্তিও ক্ৰমাৎ বাঢ়িবলৈ লয়। ১৯৩৩ চনত হিটলাৰ জাৰ্মানীৰ চেন্সেলৰ হয়। ১৯৩৪ চনত চেন্সেলৰ আৰু ৰাষ্ট্ৰপতি দুয়োটা পদক একেলগ কৰি হিটলাৰে নিজকে জাৰ্মানীৰ ডিক্টেটৰ (Dictator) বা ফুৰাৰ (Fuehrer) ৰূপে ঘোষণা কৰে। জাৰ্মান সেনাৰো তেওঁ সৰ্বাধিনায়ক হয়। ১৯৪৫ চন পৰ্যন্ত নাজীবাদেই জাৰ্মানীৰ ভাগ্য নিয়ন্ত্ৰণ কৰে। নাজী দলৰ নামৰ মাজত socialist শব্দটো থাকিলেও এই দলৰ নীতি আৰু উদ্দেশ্যৰ লগত সমাজতন্ত্ৰ বা সমাজবাদৰ কোনো সম্পৰ্ক নাছিল। সকলো বিৰোধী পক্ষক নিষ্ক্ৰিয় আৰু নিষিদ্ধ কৰি হিটলাৰে জাৰ্মানীত গঢ়ি তোলে চৰম একনায়কতন্ত্ৰ। হিটলাৰে অনাৰ্য বুলি বিবেচনা কৰা লাখ লাখ মানুহ বন্দী হয়; বহু মানুহক, বিশেষকৈ, ইহুদি লোকক হত্যা কৰা হয়। জাৰ্মানীক ইউৰোপৰ প্ৰধানতম শক্তিত পৰিণত কৰাৰ আগ্ৰহত হিটলাৰে চূড়ান্ত আগ্ৰাসনৰ নীতি গ্ৰহণ কৰে। দেশৰ সৰ্বত্ৰ চোৰাংচোৱা পুলিচ, শ্বাসৰোধী নিয়ন্ত্ৰণ আৰু নিষ্ঠুৰতাৰ প্ৰতীক বুলি চিহ্নিত হয় নাজী দল আৰু নাজীবাদ। তথাপি হিটলাৰ আৰু নাজী

দলে এসময়ত জনসমৰ্থন লাভ কৰিছিল। সম্ভৱতঃ দেশৰ তৎকালীন অৰ্থনৈতিক দুৰৱস্থাৰ পৰা পৰিত্ৰাণৰ বাবে মানুহে নাজী দলৰ কৰ্মসূচীক বিশ্বাস কৰিছিল।

## নাট মন্দিৰ

মন্দিৰ-দেৱালয়ৰ আগফালে থকা নাচ-গান কৰা ঘৰ। সাধাৰণতে উৎকলীয় নিৰ্মাণ শৈলীৰ মন্দিৰৰ ক্ষেত্ৰত নাট মন্দিৰ শব্দটো বহুল প্ৰচলিত। এসময়ত ইয়াতে দেৱদাসীসকলৰ নৃত্য অনুষ্ঠিত হৈছিল।

## নাটো *NATO*

ঘাইকৈ সামৰিক সহযোগিতাৰ বাবে গঠিত বিশ্বৰ কেইখনমান উন্নত দেশৰ এটি সংগঠন। নাটো শব্দটো কেইটামান ইংৰাজী শব্দৰ প্ৰথমৰ আখৰবোৰ লগ লগাই সজা হৈছে। North Atlantic Treaty Organisation, এই শব্দকেইটাক চমুকৈ NATO বুলি লিখা আৰু কোৱা হয়। ১৯৪৯ চনৰ ৪ এপ্ৰিলত আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৱাশ্বিংটনত বেলজিয়াম, কানাডা, ডেনমাৰ্ক, ফ্ৰান্স, পৰ্টুগাল, আইচলেণ্ড, ইটালী, লাক্সেমবাৰ্গ, নৰৱে, নেদাৰলেণ্ডছ, গ্ৰেট ব্ৰিটেইন আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ মাজত এখন চুক্তি স্বাক্ষৰিত হয়। এই চুক্তি অনুসৰিয়েই নাটো গঠন হয়। বৰ্তমান নাটোৰ সদস্য সংখ্যা ২৬। নাটো চুক্তিৰ অন্তৰ্ভুক্ত দেশসমূহৰ মাজত সামৰিক সহযোগিতা বৃদ্ধি কৰাই হ'ল ইয়াৰ মুখ্য উদ্দেশ্য। ইয়াৰ মুখ্য কাৰ্যালয় বেলজিয়ামৰ ব্ৰুছেলছত।

মূলতঃ কমিউনিষ্ট দেশসমূহৰ বৰ্ধিত সামৰিক শক্তিক বাধা দিবলৈ নাটো গঠন কৰা হৈছিল। পিছে, ছোভিয়েট ৰাছিয়াত কমিউনিষ্ট শক্তি স্তিমিত হৈ যোৱাৰ পাছত বিশ্বৰ আন অংশতো এই শক্তিৰ শোচনীয় অৱস্থা হয় আৰু নাটো কাৰ্যতঃ ইয়াৰ মূল উদ্দেশ্যাত অপ্ৰাসংগিক হৈ পৰে। ১৯৯১ চনৰ পৰা নাটোৱে ইয়াৰ ৰূপ সলনি কৰি প্ৰধানতঃ শান্তিৰক্ষী বাহিনী হৈ পৰে আৰু ৰাষ্ট্ৰসংঘৰ লগত একেলগে আৰু একে উদ্দেশ্যাত কৰ্মৰত হ'বলৈ লয়।

## নাম *NAM*

*গোষ্ঠী নিৰপেক্ষ আন্দোলন চাওক*

## নাৰীবাদ *Feminism*

নাৰী আৰু পুৰুষৰ কাৰ্যক্ষেত্ৰ বা অধিকাৰত একো প্ৰভেদ নাই, — এই মতবাদ। উনবিংশ শতিকাত এদল উদাৰপন্থী নাৰী নাৰীৰ স্বাধীনতা আৰু পুৰুষৰ সমানে সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক অধিকাৰৰ বাবে সৰব হৈ উঠিছিল। ক্ৰমে ই আন্দোলনৰ ৰূপ লয় আৰু বৰ্তমান ইয়াকে নাৰীবাদ আখ্যা দিয়া হৈছে। ফৰাচী বিপ্লৱ আৰু আমেৰিকাৰ স্বাধীনতা যুদ্ধৰ সময়তো সাধাৰণভাৱে মানৱাধিকাৰৰ প্ৰশ্নৰ লগে লগে নাৰীৰ অধিকাৰৰ প্ৰশ্নও উঠিছিল। এই দুই বিপ্লৱৰ আদৰ্শৰ পৰা অনুপ্ৰাণিত হৈ ইংৰাজ লেখিকা মেৰী ৱলষ্টনক্ৰাফটে (Mary Wollstonecraft, ১৭৫৯-১৭৯৭) ১৭৯২ চনত A Vinidication of the Rights of Women নামৰ এখন গ্ৰন্থ ৰচনা কৰে। এইখন গ্ৰন্থক আধুনিক নাৰীবাদৰ উল্লেখযোগ্য পদক্ষেপ আখ্যা দিয়া হৈছে। বিভিন্ন দেশত উদ্ভৱ আৰু বিকাশ লাভ কৰা নাৰীবাদী

আন্দোলনৰ ফলত পৃথিৱীৰ বিভিন্ন দেশত নাৰীৰ ভোটাধিকাৰ সফল হৈছে। সামাজিক অধিকাৰ অৰ্জনতো নাৰীবাদে বহুলাংশে সফলতা অৰ্জন কৰিছে। কিন্তু আজিও বহু পুৰুষ নাৰীৰ মানসিক ক্ষমতা আৰু শক্তিৰ প্ৰতি আস্থাশীল নহয়। বহুতে ভাবে যে, জৈৱিক কাৰণতেই নাৰী মানসিকভাৱে দুৰ্বল। হাজাৰ হাজাৰ বছৰৰ অভ্যাস-পৰম্পৰাৰ ফলতো বহু নাৰীয়ে আত্মবিশ্বাসৰ অভাৱত ভোগে। নাৰীবাদী আন্দোলনৰ কেতবোৰ ত্ৰুটি-বিচ্যুতি থাকিলেও, কিছু ক্ষেত্ৰত নাৰীৰ অকাৰণ পুৰুষবিদ্বেষে সমস্যাক জটিল কৰি তুলিলেও, এটা কথা ঠিক যে নাৰীবাদী আন্দোলনে নাৰীৰ অৱস্থাৰ ভালেখিনি পৰিৱৰ্তন ঘটাইছে।

## নাৰ্ছাৰী ৰাইম *Nursery Rhyme*

কোমল বয়সীয়া ল'ৰা-ছোৱালীক ওমলাবলৈ চুটি চুটি আওৰাবলৈ ভাল লগা কথাৰ পদ; ওমলা পদ্য। নাৰ্ছাৰী ৰাইমবোৰ প্ৰায়ে লঘু পদৰ হয়, অৰ্থাৎ, এইবোৰ প্ৰায়ে লাগ-বান্ধ নথকা কথাৰ লঘু পদ। যেনে ঃ 'ঢোল বায় ক'ত? — ৰতনপুৰত। খোল বায় ক'ত? — ৰতনপুৰত।' বা 'Jingle, bells ! Jingle, bells ! Jingle all the way' আদি।

## নাসিকা গৰ্জন *Nasal Roar*

কোনো মানুহে টোপনিত নাকেৰে কৰা ডাঙৰ শব্দ। গভীৰ টোপনিত মানুহৰ শ্বাস-প্ৰশ্বাসো গভীৰ হয়। বহু সময়ত এনে টোপনিত কোনো কোনো মানুহৰ জিভাখন ডিঙিৰ ভিতৰলৈ সোমাই শ্বাসনলী সংকুচিত হৈ পৰে। ফলত বতাহৰ পথ সংকীৰ্ণ হৈ আহে। গভীৰভাৱে উশাহ লোৱাৰ সময়ত বায়ু সেই সংকীৰ্ণ পথত সোমাবলৈ বাধা পোৱাত বায়ুৰ বেগ আৰু বাঢ়ি যায়। ফলত তালুৰ পিছফালে থকা কোমল তালুত (Soft Palate) বায়ুৰ চাপৰ কম্পনৰ সৃষ্টি হয়। ইয়াৰ ফলত যি শব্দৰ সৃষ্টি হয় তাকেই নাকে শব্দ কৰা বা নাসিকা গৰ্জন বোলা হয়। সাধাৰণতে ৪০-৪৫ বছৰ বয়সীয়া অপেক্ষাকৃতভাৱে স্থূলকায় ব্যক্তিৰ ক্ষেত্ৰত এনে সমস্যা হোৱা দেখা যায়। এনে ব্যক্তিৰ ডিঙিৰ চাৰিওফালে অতিৰিক্ত চৰ্বি জমা হৈ শ্বাসনলীক সংকুচিত কৰি পেলায়, ফলত স্বাভাৱিক শ্বাসক্ৰিয়াত ব্যাঘাত জন্মে। ইয়াৰ উপৰি তল কোৱাৰিৰ হাড়, জিভা আৰু নাসাৰন্ধ্ৰৰ অস্বাভাৱিকতাৰ বাবেও টোপনিত নাকে শব্দ কৰিব পাৰে।

## নিঅ'-ক্লাছিচিজম *Neo-Clssicism*

ইউৰোপীয় শিল্প-সাহিত্যত প্ৰচীন গ্ৰীক-ৰোমান ধৰণ পুনঃ প্ৰৱৰ্তন বা স্পষ্ট প্ৰভাৱ প্ৰদৰ্শন সংক্ৰান্তীয় মতবাদ; নব্য-ধ্ৰুপদীবাদ। সাধাৰণভাৱে ধ্ৰুপদী ভাবধাৰাৰ পুনৰ আৱিৰ্ভাৱকে নিঅ'-ক্লাছিচিজম বুলিব পাৰি। প্ৰাচীন ৰোম আৰু গ্ৰীচৰ শ্ৰেষ্ঠ কবি-নাট্যকাৰসকলৰ অনুসৰণত সাহিত্য ৰচনাৰ আদৰ্শই নিঅ'-ক্লাছিচিজম। এই মতবাদে অষ্টাদশ শতিকাৰ ফৰাচী সাহিত্যক বিশেষভাৱে প্ৰভাৱিত কৰিছিল। সাহিত্যত নিঅ'-ক্লাছিচিজমৰ আদৰ্শ হ'ল সৌন্দৰ্য শোভনতা আৰু শালীনতা। এই মতবাদ অনুসৰি শিল্পৰ কাম হ'ল একে সময়তে বিনোদন আৰু শিক্ষাদান কৰা। কেৱল সাহিত্যই নহয়, অষ্টাদশ-উনবিংশ শতিকাৰ ফৰাচী আৰু জাৰ্মান স্থাপত্য, অষ্টাদশ শতিকাৰ চিত্ৰকলা আৰু ভাস্কৰ্যতো নিঅ'-ক্লাছিচিজমৰ আদৰ্শ প্ৰকাশিত হৈছিল। কুৰি শতিকাৰ কোনো কোনো সংগীত শৈলীতো এই মতবাদৰ প্ৰতিফলন চকুত পৰে।

## নিঅ'-ৰিয়েলিজম *Neo-Realism*

ইটালীৰ ফেছিবাদী নিয়ন্ত্ৰণৰ পৰা ওলাই আহি কঠোৰ বাস্তৱক বিষয়বস্তু হিচাপে চিহ্নিত কৰি নিৰ্মিত চলচ্চিত্ৰ সম্পৰ্কত শব্দটো ব্যৱহাৰ কৰা হয়। চলচ্চিত্ৰৰ ইতিহাসত তত্ত্বগত কাৰণতে নিঅ'-ৰিয়েলিজম দীৰ্ঘদিন স্মৰণীয় হৈ থাকিব। ই মূলতঃ এক শিল্পদৰ্শন। এই শিল্পধাৰাৰ পৰিচালকসকলৰ মূল শ্লোগান আছিল Take the camera out into the streets. এই নতুন ধাৰাৰ ছবি নিৰ্মাণৰ পথিকৃত আছিল লুকিনো ভিছকণ্টি (Luchino Visconti, ১৯০৬-১৯৭৬)। তেওঁৰ 'অছছেছছিয়েনো' (Ossessione, ১৯৪২) নামৰ ছবিখনে এক আপোচহীন আৰু বাস্তৱবাদী ছবি হিচাপে সমসাময়িক আৰু পৰৱৰ্তী কেইবাজনো চিত্ৰ নিৰ্মাতাক অনুপ্ৰাণিত কৰিছিল। নিঅ'-ৰিয়েলিজম ছবিৰ ঘাই উপজীব্য হ'ল জীৱন যেনে তাক সেইভাৱে যথাযথভাৱে ছবিৰ পৰ্দাত তুলি ধৰা।

এই ভাবধাৰাৰ ছবিবোৰৰ কাহিনী সহজ-সৰল ভাষাত প্ৰকাশ কৰা হৈছিল, চিত্ৰগ্ৰহণো কৰা হৈছিল তথ্যচিত্ৰৰ ভংগীত। বেছিভাগ ছবিয়েই অপেছাদাৰী অভিনেতা-অভিনেত্ৰী আৰু একেবাৰে সাধাৰণ স্তৰৰ মানুহক লৈ নিৰ্মিত। চলচ্চিত্ৰৰ কাৰিকৰী কৌশলৰ কোনো চমক ছবিবোৰত নাছিল। কোনো 'ফ্লেছ বেক' পদ্ধতি নথকা এইবোৰ ছবিত জাকজমক দৃশ্যাৱলীও পৰিহাৰ কৰা হৈছিল। ছবিবোৰে স্থান, কাল, ঘটনাগত এক অদ্ভুত প্ৰামাণিক কাহিনী আৰু চৰিত্ৰৰ চূড়ান্ত বাস্তৱতাক দৰ্শকৰ মনৰ মাজত সঞ্চাৰিত কৰি দিছিল। চলচ্চিত্ৰ যে পৰিচালকৰ মাধ্যম (director's medium), — এই তত্ত্বটোৱেও তেতিয়াৰে পৰা প্ৰতিষ্ঠা লাভ কৰিবলৈ আৰম্ভ কৰে।

## নিউটনৰ গতিসূত্ৰ *Newton's Laws of Motion*

ইংৰাজ বিজ্ঞানী ছাৰ আইজাক নিউটনে উদ্ভাৱন কৰা পদাৰ্থৰ গতি সম্পৰ্কীয় তিনিটা প্ৰখ্যাত সূত্ৰ। এই সূত্ৰ তিনিটা হ'ল ঃ (১) বাহ্যিক বলৰ দ্বাৰা অৱস্থাৰ পৰিৱৰ্তন নোহোৱা পৰ্যন্ত অচল বস্তু অচল অৱস্থাত আৰু সচল বস্তু সুষম দ্ৰুতিৰে ঋজুৰেখ গতিত চলি থাকে; (২) এটা বস্তুৰ ভৰবেগৰ পৰিৱৰ্তনৰ হাৰ বস্তুটোৰ ওপৰত প্ৰয়োগ কৰা বাহ্যিক বলৰ সমানুপাতিক আৰু ই সদায় বলৰ দিশমুখী; (৩) প্ৰতিটো ক্ৰিয়াৰে এক সমান আৰু বিপৰীত প্ৰতিক্ৰিয়া আছে।

## নিউ ডীল *New Deal*

আমেৰিকাৰ ৩২তম ৰাষ্ট্ৰপতি ফ্ৰেংকলিন ডিলেনো ৰুছভেল্টে (Franklin Delano Roosevelt, ১৮৮২-১৯৪৫) ১৯৩২ চনত আমেৰিকাৰ আৰ্থিক মন্দাৱস্থা অৱসানৰ বাবে গ্ৰহণ কৰা এক অৰ্থনৈতিক কৰ্মসূচী। ৰুছভেল্টৰ পৰিকল্পনাসমূহ মাৰ্কিন কংগ্ৰেছত বিপুল ভোটত গৃহীত হয়। ৰুজভেল্টৰ নিউ ডীল দুটা পৰ্বত ৰূপায়িত হয়। প্ৰথম পৰ্বত আমেৰিকাৰ বেংক ব্যৱস্থাৰ সংকট দূৰ হয়, কৰ্মসংস্থাপনৰ বাবে নানা পৰিকল্পনা গৃহীত হয়। দ্বিতীয় পৰ্বত (১৯৩৫-৪৫) সামাজিক নিৰাপত্তা, শ্ৰমিকসকলৰ বীমা আদি ৰূপায়িত হয়। নিউ ডীলে যে আমেৰিকাৰ সেই সময়ৰ ভয়াৱহ নিবনুৱা সমস্যা সম্পূৰ্ণ দূৰ কৰিব পাৰিছিল, এনে নহয়, অৱশ্যে দেশখনৰ আৰ্থিক সংকটৰ ভালেখিনি উপশম হৈছিল। এই সফলতা সত্ত্বেও ৰুজভেল্টৰ মৃত্যুৰ পাছত নিউ ডীল পৰিত্যক্ত হয়।

## নিউমেটিক টায়াৰ *Pneumatic Tyre*

বায়ু ভৰোৱা বা ভৰাব পৰা টায়াৰ; বায়ব টায়াৰ; বায়ুস্ফীত টায়াৰ। ১৮৪৫ চনত ইংৰাজ যন্ত্ৰবিদ ৰবাৰ্ট থমছনে (Robert Thomson) এনে টায়াৰ আবিষ্কাৰ কৰে। ১৮৮৮ চনত স্কটলেণ্ডৰ শল্য চিকিৎসক জন বয়ড ডানলপে (John Boyd Dunlop, ১৮৪০-১৯২১) এই নিউমেটিক টায়াৰৰ সফল বিকাশ ঘটাই চাইকেলৰ বাবে এনে টায়াৰ নিৰ্মাণ কৰি উলিয়ায় আৰু প্ৰায় লগে লগেই ই অভাৱনীয় জনপ্ৰিয়তা অৰ্জন কৰে। তাৰ পাছত প্ৰায় সকলো যানতেই এনে টায়াৰৰ ব্যৱহাৰ আৰম্ভ হয়। একে সময়তে উচ্চ গতি আৰু উচ্চ প্ৰকাৰৰ 'খামোচ' দিয়াৰ ক্ষেত্ৰত এই টায়াৰ অতুলনীয়।

আজিকালি অত্যাধুনিক প্ৰযুক্তিৰ প্ৰয়োগেৰে উন্নত নিউমেটিক টায়াৰ সাজি উলিওৱা হৈছে।

## নিউমোনিয়া *Pneumonia*

হাওঁফাওঁৰ ৰোগবিশেষ। ইয়াৰ ফলত হাওঁফাওঁ স্ফীত হৈ যায় আৰু শ্বাসকষ্টসহ জ্বৰ হয়। নিউমোনিয়াৰ লক্ষণবোৰ হ'ল ঃ হঠাৎ উঠা জ্বৰ, বুকুৰ বিষ, কাহ, মূৰৰ বিষ, গাৰ বিষ, খোৱাৰ ইচ্ছা কমা আদি। সঠিক সময়ত উপযুক্ত চিকিৎসা নকৰিলে ৰোগীৰ মৃত্যুও হ'ব পাৰে। আগতে নিউমোনিয়াত আক্ৰান্ত ৰোগীৰ শতকৰা ২০-ৰ পৰা ৪০জনৰ মৃত্যু হৈছিল, কিন্তু এণ্টিবায়োটিকৰ আৱিষ্কাৰৰ ফলত এই পৰিমাণ দ্ৰুতগতিত কমি আহিছে। এণ্টিবায়োটিক, পুষ্টিকৰ খাদ্য আৰু বিশ্ৰামৰ জৰিয়তে এতিয়া নিউমোনিয়াৰ পৰা সহজেই আৰোগ্য লভিব পাৰি। অৱশ্যে শিশু আৰু বৃদ্ধসকলৰ ক্ষেত্ৰত নিউমোনিয়াই জটিল ৰূপ ল'ব পাৰে।

## নিউস্পীক *Newspeak*

জনগণক প্ৰভাৱিত কৰিবলৈ চৰকাৰী বিষয়াবৰ্গ বা আনসকলে কোৱা প্ৰতাৰণামূলক কথা। ইংৰাজ ঔপন্যাসিক জৰ্জ অৰৱেলে (George Orwell, ১৯০৩-১৯৫০) তেওঁৰ 'নাইনটিন এইটি ফোৰ' (Nineteen Eighty Four, ১৯৪৯) নামৰ উপন্যাসখনত ছোভিয়েট আমোলাসকলে সত্য গোপন কৰাৰ বাবে তৈয়াৰ কৰা এক কৃত্ৰিম কাল্পনিক ভাষাৰ কথা উল্লেখ কৰিছিল। ইয়ে নিউস্পীক। নিউস্পীক কেৱল সত্য গোপন কৰা বা প্ৰতাৰণামূলক ভাষাই নহয়, ই প্ৰচাৰৰো ভাষা।

## নিকেলোডিয়ন *Nickelodeon*

নিৰ্দিষ্ট পৰিমাণৰ মুদ্ৰা ভৰাই দিলে নিৰ্বাচিত সংগীত পৰিৱেশন কৰা কোনো জুক বক্স বা মেচিন।

*লগতে চাওক জুক বক্স*

## নিগম আৰু কোম্পানী *Corporation and Company*

নিগম বা কৰ্পোৰেচন হ'ল এক আইনসিদ্ধ প্ৰতিষ্ঠান। সাধাৰণতে যথেষ্টসংখ্যক মানুহ মিলি এই প্ৰতিষ্ঠান গঠন কৰে। বিভিন্ন ধৰণৰ নিগম বিভিন্ন উদ্দেশ্যত গঠন হ'ব পাৰে। ৰাজহুৱা কৰ্তৃপক্ষৰ নিয়ম-নীতি অনুসৰি নিগম গঠিত হয়। নিগমত বহু মানুহ থাকিলেও তাত কাৰো সুকীয়া সত্তা নাথাকে আৰু আইনী তথা আন দিশতো কোনো ব্যক্তিগতভাৱে জবাবদিহি

নহয়। বৰং ই এটা সুকীয়া গোট হিচাপেহে কাম কৰে। সাধাৰণতে এটা সৰু গোটে (যাক 'বোৰ্ড অব্ ডিৰেক্টৰছ' বোলা হয়) নিগমৰ কাম-কাজবোৰ চম্ভালে। গোটটোত থকা ব্যক্তিসকলক ডিৰেক্টৰ বা সঞ্চালক বুলি কোৱা হয় আৰু ডিৰেক্টৰসকলৰ মাজৰে এজনক মেনেজিং ডিৰেক্টৰ বা পৰিচালন সঞ্চালক পাতি নিগমৰ মূল দায়িত্ব তেওঁৰ ওপৰত ন্যস্ত কৰা হয়। নিগম এক ৰাজহুৱা দায়িত্বসম্পন্ন প্ৰতিষ্ঠান আৰু কিছুমান ৰাজহুৱা বিধি-বিধান ই পালন কৰি চলিব লাগে। সেই নিয়মবোৰ নামানিলে নিগমৰ অস্তিত্বই নোহোৱা হৈ পৰিব পাৰে।

আনহাতে কোম্পানী হ'ল ব্যক্তিগত নিগমৰ এক নাম। অৰ্থাৎ, নিগমৰ আৰ্হিত গঠিত হ'লেও ই এক ব্যক্তিগত প্ৰতিষ্ঠান আৰু ইয়াৰ ৰাজহুৱা দায়-দায়িত্ব বিশেষ নাথাকে। কেইজনমান মানুহ মিলি আইনমতে পঞ্জীয়ন কৰি কোম্পানী গঠন কৰে। মূলধনৰ বাবে তেওঁলোকে ষ্টক মাৰ্কেটত শ্বেয়াৰ বিক্ৰী কৰিব পাৰে। কোম্পানীবোৰ হ'ল মূলতঃ লাভৰ বাবে প্ৰতিষ্ঠা কৰা এক প্ৰতিষ্ঠান। ৰাজহুৱা স্বাৰ্থজড়িত বিষয়লৈ সেইবোৰৰ বিশেষ কৰ্ণপাত নাই। নিগমৰ ৰাজহুৱা দায়িত্ব যথেষ্ট আছে আৰু কিছুক্ষেত্ৰত লোকচান স্বীকাৰ কৰিও ৰাজহুৱা স্বাৰ্থক অগ্ৰাধিকাৰ দিবলৈ নিগমবোৰে কাম কৰিব লাগে।

## নিচুকনি গীত *Lullaby*

সৰু ল'ৰা-ছোৱালীক নিচুকাবলৈ গোৱা গীত; কেঁচুৱা টোপনি যাবলৈ গোৱা গীত। নিচুকনি গীত অসমীয়া কাব্য আৰু গীতি সাহিত্যৰ এক উল্লেখযোগ্য উপাদান। সাধাৰণতে শিশুক নিচুকোৱা বা মনোৰঞ্জন দিয়াৰ বাবে এই গীত গোৱা হয় যদিও ইয়াক গায় ডাঙৰে। ইয়াক ধাইনাম বা ধেমালি নামো বোলে। শিশুৱে কান্দিলে নিচুকাবলৈ আৰু শিশুক শুৱাবৰ পৰত শিশুমনত ঐন্দ্ৰজালিক ভাব এটা সৃষ্টি কৰাৰ উদ্দেশ্যে শিশুমনৰ উপযোগীকৈ গীতখিনি ৰচনা কৰা হৈছে। চহা মনৰ আৰু মাতৃ হৃদয়ৰ পৰা নিগৰি ওলোৱা এই গীতবোৰ বাধাহীন কল্পনাৰে সহজ ভাষাত শিশুমন শাঁত পেলাব পৰা কোমল আৰু মধুৰ। এই গীতবোৰত শিশুৰ চিৰপৰিচিত জোন, বেলি, তৰা, ফুল, চৰাই, শিয়াল আদিৰ কথা আৰু কাহিনীৰ মনোৰম বৰ্ণনা আছে। নাটকীয় কথোপকথন, প্ৰশ্ন-উত্তৰ কৰা, ভয় খুওৱা, সান্ত্বনা দিয়া, বিশ্বাস জগোৱা আদি ভিন্ন বিষয়ক গীতৰ ছলেৰে শিশুৰ মনোৰঞ্জন বা নিচুকোৱাৰ উদ্দেশ্যে ইয়াক গোৱা হয়। বৈষ্ণৱ সাহিত্যত, বিশেষকৈ, মাধৱদেৱৰ 'বৰগীত' আৰু শ্ৰীধৰ কন্দলিৰ 'কাণখোৱা'ত ইয়াৰ প্ৰভাৱ মন কৰিবলগীয়া।

## নিবন্ধ আৰু প্ৰবন্ধ *Feature and Article*

বাতৰিকাকতত প্ৰকাশিত বাতৰিৰ বাহিৰে আন (সাধাৰণতে সংবাদধৰ্মী) লেখাবোৰক সামূহিকভাৱে নিবন্ধ বা ফিচাৰ বোলা হয়। অৱশ্যে সাধাৰণতে ফিচাৰ বুলিলে ই গদ্যধৰ্মী ৰচনাক সামৰি লয়। ফিচাৰত ছবি বেছি থাকে আৰু প্ৰকাশভংগীৰ ফালৰ পৰা মননশীল হয়। সংবাদধৰ্মী হ'লেও সংবাদৰ লগত ফিচাৰৰ পাৰ্থক্য আছে। ফিচাৰ সংবাদতকৈ সাধাৰণতে দীঘল হয়। তদুপৰি সংবাদ বা খবৰ মুখ্যতঃ নৈৰ্ব্যক্তিক আৰু সংবাদে এক বিশেষ ফৰ্ম (form) বা ৰূপ অনুসৰণ কৰি চলে; কিন্তু নিবন্ধত লেখকৰ স্বাধীনতা থাকে, ব্যক্তিগত মতামত আৰু সংশ্লিষ্ট তথ্যয়ো তাত স্থান পায়।

প্ৰবন্ধ বা আৰ্টিকেল হ'ল তথ্যসমৃদ্ধ, জ্ঞানগৰ্ভ, যুক্তিনিষ্ঠ আৰু ভাবসমৃদ্ধ মননশীল গদ্য

ৰচনা। প্ৰবন্ধত একোটা বিষয় বিশদভাৱে আলোচনা কৰা হয় আৰু ইয়াৰ ভাষা তথা বিষয় হয় ছিৰিয়াছধৰ্মী। প্ৰবন্ধৰ বিষয়বস্তু সাধাৰণতে গভীৰ আৰু ব্যাখ্যাত্মক। কেতিয়াবা কেতিয়াবা বিষয়ভেদে প্ৰবন্ধক বিভিন্ন ভাগত ভাগ কৰা হয়। যেনেঃ বিতৰ্কমূলক প্ৰবন্ধ, সমালোচনামূলক প্ৰবন্ধ আদি।

বৰ্তমান অৱশ্যে বহুক্ষেত্ৰত নিবন্ধ আৰু প্ৰবন্ধ একে অৰ্থত ব্যৱহাৰ হোৱা দেখা যায়।

## নিৰস্ত্ৰীকৰণ *Disarmament*

নিৰস্ত্ৰীকৰণৰ আভিধানিক অৰ্থ যুদ্ধ-সম্ভাৰ বৰ্জন বা হ্ৰাসকৰণ। বৰ্তমান এই শব্দটোৱে কোনো ৰাষ্ট্ৰৰ সমস্ত মাৰণাস্ত্ৰ বিনষ্ট কৰাৰ নীতি বা অস্ত্ৰ হ্ৰাসৰ নীতিকে বুজোৱা হয়। নিৰস্ত্ৰীকৰণৰ লগত অৱশ্যে অস্ত্ৰ নিয়ন্ত্ৰণ (arms control) নীতিৰ পাৰ্থক্য আছে। অস্ত্ৰ নিয়ন্ত্ৰণ হ'ল দুখন দেশৰ অস্ত্ৰ শক্তিৰ মাজত সমতাসাধন। আনহাতে নিৰস্ত্ৰীকৰণ হ'ল শান্তিৰ বাবে অস্ত্ৰ হ্ৰাস বা অস্ত্ৰৰ সম্পূৰ্ণ বিলোপ। প্ৰথম মহাসমৰৰ পাছতে নিৰস্ত্ৰীকৰণ সম্পৰ্কে আন্তৰ্জাতিক স্তৰত বিভিন্ন আলাপ-আলোচনা আৰম্ভ হয়। অৱশ্যে সমৱেত অস্ত্ৰ হ্ৰাসৰ (multilateral disarmament) উদ্যোগ সফল হোৱা নাই। ১৯৫৮ চনত ইংলেণ্ডৰ 'কেড' (CAD : Campaign for Nuclear Disarmament) নামৰ এটা সংগঠন প্ৰতিষ্ঠা হয়। ইয়াৰ মূল লক্ষ্য হ'ল পাৰমাণৱিক অস্ত্ৰৰ ব্যৱহাৰৰ বিৰুদ্ধে জনমত গঢ়ি তোলা। তৎসত্ত্বেও নিৰস্ত্ৰীকৰণ প্ৰক্ৰিয়া বিশ্বত সম্পূৰ্ণৰূপে সফল হোৱা নাই। কিয়নো আমেৰিকাৰ দৰে শক্তিশালী ৰাষ্ট্ৰই ইৰাকক অস্ত্ৰহীন কৰাত যিমান আগ্ৰহী, তেওঁলোকৰ নিজৰ অস্ত্ৰ হ্ৰাস কৰাত মুঠেই ৰাজী নহয়। দৰাচলতে পৰাজিত বা দুৰ্বল দেশক নিৰস্ত্ৰীকৰণৰ বাবে বাধ্য কৰোৱা নীতি নিৰস্ত্ৰীকৰণৰ সঠিক উদ্যোগ নহয়। বৰং সামুহিকভাৱে সকলো দেশে সেই নীতি গ্ৰহণ কৰিলেহে নিৰস্ত্ৰীকৰণ নীতি সফল হ'ব।

## নিৰ্জল/নিৰ্জলা একাদশী

জেঠ মাহৰ শুক্লা একাদশী তিথি। এই তিথিত পানী এটোপাও নোখোৱাকৈ উপবাস পালন কৰা হয়।

## নিৰ্ণায়ক ভোট *Casting Vote*

কোনো নিৰ্বাচনত দুটা পক্ষই লাভ কৰা ভোটৰ সংখ্যা সমান হ'লে সভাপতি বা অধ্যক্ষই তেওঁৰ বিশেষ ক্ষমতাৰ বলত এটা অতিৰিক্ত ভোট যিকোনো এটা পক্ষৰ হকে দি জয়-পৰাজয় নিৰ্ধাৰণ বা নিৰ্ণয় কৰিব পাৰে। এই অতিৰিক্ত ভোটটোকে নিৰ্ণায়ক ভোট বোলা হয়।

## নিষেচন *Fertilization*

শুক্ৰাণু আৰু ডিম্বাণুৰ মিলন। মানুহৰ দেহ লাখ লাখ কোষেৰে গঠিত। এই সকলো কোষৰ সৃষ্টি হৈছে জীৱনৰ আৰম্ভণিতে এটা মাত্ৰ কোষেৰে। মাতৃ শৰীৰত এক বিশেষ ধৰণৰ কোষ আছে। ইয়াৰে নাম ডিম্বাণু। ইয়াৰ লগত পিতৃ-শৰীৰৰ এটি বিশেষ কোষ শুক্ৰাণু মিলি প্ৰথম কোষটো তৈয়াৰ হয়। এই কোষটোৰ নাম জাইগোট বা যোজন কোষ। এই দুই কোষৰ মিলনকে নিষেচন বোলা হয়।

## নিষ্কলংক তীখা
*ষ্টেইনলেছ ষ্টীল চাওক*

## নিহিলিজম *Nihilism*
পৰম্পৰাগত বিশ্বাস আৰু মৌলিক নীতিৰ ওপৰত ভৰসা বা বিশ্বাসহীনতা। ৰুছ ঔপন্যাসিক আইভান টুৰ্গেনিভে (Ivan Turgenev, ১৮১৮-১৮৮৩) তেওঁৰ প্ৰসিদ্ধ উপন্যাস 'ফাদাৰ এণ্ড ছনছ'ত (Father and Sons, মূল ৰুছ ঃ *Otsy i deti*, ১৮৬২) এই শব্দটো প্ৰথম ব্যৱহাৰ কৰিছিল। উনবিংশ শতিকাৰ ৰাছিয়াত এদল আমূল সংস্কাৰবাদী ৰাজনীতিক আৰু বুদ্ধিজীৱীৰ আবিৰ্ভাৱ হৈছিল। তেওঁলোকে দেশৰ শাসকসকলৰ সংস্কাৰবিৰোধী মনোভাবৰ বিৰুদ্ধে এক প্ৰথা ভঙা আন্দোলন আৰম্ভ কৰিছিল। এওঁলোকৰ নীতি আৰু আদৰ্শক বৰ্ণনা কৰাৰ বাবে টুৰ্গেনিভে এই শব্দটো ব্যৱহাৰ কৰিছিল। পাছলৈ শাসন আৰু কৰ্তৃত্বৰ সম্পূৰ্ণ অস্বীকৃতি বুজাবলৈ শব্দটো ব্যৱহাৰ হ'বলৈ লয়। ৰাছিয়াৰ এটা চৰমপন্থী বিপ্লৱী দলে ৰুছ সমাজৰ ৰক্ষণশীলতাক ভঙাৰ বাবে সকলো ধৰণৰ হিংসা বা বল প্ৰয়োগৰ পোষকতা কৰিছিল। এওঁলোকক কোৱা হৈছিল নিহিলিষ্ট। ৰাজনৈতিক গুপ্ত হত্যা এই দলৰ প্ৰধান কাম আছিল। এনেদৰেহে শ্ৰমিক আৰু কৃষকসকলৰ অৱস্থাৰ উন্নতি হ'ব তথা সাধাৰণ মানুহে মুক্তি লাভ কৰিব বুলি তেওঁলোকে বিশ্বাস কৰিছিল। ৰাছিয়াৰ জাৰ দ্বিতীয় আলেকজেণ্ডাৰৰ নিৰ্দেশত নিহিলিষ্টসকলক কঠোৰভাৱে দমন কৰাৰ চেষ্টা কৰা হয়। ইয়াৰ পৰিণতিত নিহিলিষ্টসকলে ১৮৮১ চনৰ ১৩ মাৰ্চত জাৰক হত্যা কৰি প্ৰতিশোধ লয়। ১৯১৭ চনৰ অক্টোবৰ বিপ্লৱৰ পাছৰ পৰা নিহিলিষ্টসকল ক্ৰমে বিলুপ্ত হৈ যায়।

## নিয়মতান্ত্ৰিক চৰকাৰ *Constitutional Government*
সংবিধানৰ দ্বাৰা নিয়ন্ত্ৰিত আৰু পৰিচালিত চৰকাৰ। এনে চৰকাৰৰ কোনো প্ৰশাসকৰ পক্ষে সংবিধান বহিৰ্ভূত কাম কৰা সম্ভৱ নহয়। তেনে কাম কৰিলে তেওঁ ক্ষমতা হেৰুৱাবও পাৰে। ক্ষমতা বিভাজন (separation of powers) আৰু আইনৰ শাসন (rule of law) নিয়মতান্ত্ৰিক চৰকাৰৰ দুটা প্ৰধান স্তম্ভ। ইয়াৰ লগতে জনসাধাৰণৰ অধিকাৰ ৰক্ষাৰ প্ৰসংগটোও যোগ দিব পাৰি।

## নিয়মতান্ত্ৰিক ৰাজতন্ত্ৰ *Constitutional Monarchy*
নিয়মৰ শাসন, অৰ্থাৎ, সংবিধান মানি চলা ৰাজতন্ত্ৰ। নিয়মতান্ত্ৰিক ৰাজতন্ত্ৰত ৰজা/ৰাণী ৰাষ্ট্ৰৰ সৰ্বোচ্চ শাসক, কিন্তু তেওঁৰ ক্ষমতা অবাধ নহয়, বৰং আইনৰ দ্বাৰা নিয়ন্ত্ৰিত। নিয়মতান্ত্ৰিক ৰাজতন্ত্ৰত সংবিধান মানি নচলা বা মানি চলিব নোখোজা ৰজাক পদচ্যুত কৰাৰ ব্যৱস্থা আছে।

## নিয়াণ্ডার্থাল *Neanderthal*
মানুহৰ এক আদিম প্ৰজাতি। ১৮৫৬ চনৰ আগষ্ট মাহত পশ্চিম জাৰ্মানীৰ ডুছেলডৰ্ফ নগৰৰ ওচৰৰ নিয়াণ্ডাৰ উপত্যকাত প্ৰাগৈতিহাসিক মানুহৰ লাওখোলা, হাত আৰু ভৰিৰ হাড় কিছুমান আৱিষ্কৃত হয়। তদুপৰি ওচৰতে আন অংগ কিছুমানৰো হাড়ৰ অৱশেষ পোৱা গ'ল। এই আটাইবোৰৰ সমন্বয়ত বৰ্তমান মানুহৰ পূৰ্বৱৰ্তী এক প্ৰকাৰৰ মানুহৰ ধাৰণা কৰিব পৰা গ'ল। এইবিধ মানুহৰে নাম দিয়া হৈছে নিয়াণ্ডার্থাল মানুহ। প্ৰায় ১,৫০,০০০ বছৰৰ আগৰ পৰা

৩০,০০০ বছৰ আগলৈকে এনে ধৰণৰ মানুহৰ অস্তিত্ব আছিল বুলি ধাৰণা কৰা হৈছে। জাৰ্মানীৰ নিয়াণ্ডাৰ উপত্যকাত প্ৰথমে আৱিষ্কৃত হ'লেও পৃথিৱীৰ আন আন ঠাইতো নিয়াণ্ডাৰ্থাল মানুহৰ অস্তিত্বৰ প্ৰমাণ পোৱা গৈছে।

## নীতিশাস্ত্ৰ *Ethics*

সাধাৰণ অৰ্থত নীতিশাস্ত্ৰ মানে হ'ল সমাজবদ্ধ মানুহৰ ব্যক্তিগত আচৰণৰ শাস্ত্ৰ। উচিত-অনুচিত, ভাল-বেয়া, দায়িত্ব, দায়বদ্ধতা আদি সকলো বিষয় নীতিশাস্ত্ৰৰ অন্তৰ্ভুক্ত। প্ৰাচীন কালত পাপ-পুণ্যৰ প্ৰশ্নটো নৈতিকতাৰ প্ৰশ্নৰ লগত জড়িত আছিল। অসাধু কাম-কাজক পাপ আৰু নৈতিকতাবিৰোধী বুলি গণ্য কৰা হৈছিল। মিথ্যাচাৰ আৰু অসাধু আচৰণৰ কাৰণ অনুসন্ধানো সেয়ে নীতিশাস্ত্ৰৰ অন্তৰ্ভুক্ত বুলি বিবেচনা কৰা হৈছিল। আধুনিক কালত দৰ্শনৰ শাখা হিচাপেও নীতিশাস্ত্ৰ গঢ় লৈ উঠিছে। দৰ্শনত নীতিশাস্ত্ৰৰ এক বিশেষ ক্ষেত্ৰ আৰু অৰ্থ আছে। দৰ্শনত নীতিশাস্ত্ৰই নৈতিক মানে (moral standers) কিদৰে আচৰণক প্ৰভাৱিত কৰে সেই সম্পৰ্কে পৰ্যালোচনা কৰে।

ওপৰত যি সাধাৰণ অৰ্থৰ কথা কোৱা হৈছে, সেই অৰ্থত নীতিশাস্ত্ৰই আচৰণবিধিকো বুজায়, — কোনো বৃত্তি বা প্ৰতিষ্ঠানৰ আচৰণবিধি। যেনে ঃ ক্ৰিকেটৰ আচৰণবিধি, সাংবাদিকৰ আচৰণবিধি, চিকিৎসকৰ আচৰণবিধি, ব্যৱসায়ৰ আচৰণবিধি আদি।

## নীৰৱ সংখ্যাগৰিষ্ঠ *Silent Majority*

কোনো এক জনসমষ্টিৰ সংখ্যাগৰিষ্ঠ লোক, যিসকলে সাধাৰণতে নিজৰ মনোভাব প্ৰকাশ নকৰে আৰু স্থিতাৱস্থা বাহাল থকাটোকে বিচাৰে।

## নীল বিদ্ৰোহ *Indigo Riot*

ব্ৰিটিছ নীল খেতিয়কসকলৰ অত্যাচাৰ আৰু শোষণৰ বিৰুদ্ধে ১৮৫৯ চনত বংগৰ নীল উৎপাদক জিলাবোৰত হোৱা ব্যাপক কৃষক বিদ্ৰোহ। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ ৰায়তে এই বিদ্ৰোহত যোগদান কৰিছিল। বিদ্ৰোহীসকলে জলে-স্থলে অত্যাচাৰী ব্ৰিটিছ চাহাবৰ বিৰুদ্ধে আক্ৰমণ চলায়, ইংৰাজ সেনাৰ গুলীত অসংখ্য নীল বিদ্ৰোহী নিহত হয়। ক্ৰমে এই বিদ্ৰোহে তীব্ৰ ৰূপ ধাৰণ কৰে। বিভিন্ন ইংৰাজী আৰু দেশীয় সংবাদপত্ৰত ব্ৰিটিছ নীল খেতিয়কসকলৰ ভয়াৱহ অত্যাচাৰ আৰু শোষণৰ কাহিনী প্ৰকাশ হ'বলৈ ধৰে। অৱশেষত এই বিদ্ৰোহৰ প্ৰতি সঁহাৰি জনাই ১৮৬৩ চনত ইংৰাজ চৰকাৰে ব্ৰিটিছ খেতিয়কসকলৰ প্ৰধান অস্ত্ৰ 'ইণ্ডিগো কন্‌ট্ৰেক্টছ এক্ট' নামৰ আইনখন বাতিল কৰি দিয়ে। ফলত ব্ৰিটিছ খেতিয়কসকলৰ অত্যাচাৰ হ্ৰাস পায়। পাছত নীলৰ কৃত্ৰিম বিকল্প উদ্ভাৱন হোৱাত ১৮৯২ চনৰ পৰা এই দেশত নীলৰ খেতি সম্পূৰ্ণ বন্ধ হয়।

## নৃতত্ত্ব *Anthropology*

মানুহৰ উদ্ভৱ, বিকাশ, ৰীতি-নীতি আৰু বিশ্বাস বিষয়ক অধ্যয়ন আৰু জ্ঞান। সাধাৰণভাৱে মানুহ সম্পৰ্কে কৰা অধ্যয়নকে নৃতত্ত্ব বুলিব পাৰি। ইয়াত মানুহৰ দৈহিক গঠন, দৈহিক গঠনৰ বিৱৰ্তন, সমাজ-সংস্কৃতি আৰু তাৰ বিকাশ — এনেবোৰ কথা আলোচনা কৰা হয়। নৃতত্ত্বই

মানুহৰ জৈৱিক আৰু সাংস্কৃতিক দিশসমূহ সামূহিকভাৱে অধ্যয়ন কৰে। ই পৰীক্ষা-নিৰীক্ষাৰ ভিত্তিত মানৱ-অৱস্থা সম্বন্ধে জানিবলৈ দিয়ে আৰু মানুহে নিজকে নিজে জনাৰ কৌতূহল দূৰ কৰাত সহায় কৰে। নৃতাত্ত্বিক জ্ঞানৰ প্ৰায়োগিক মূল্যও আছে। চিকিৎসা বিজ্ঞান, পাৰিপাৰ্শ্বিক ৰক্ষণ ব্যৱস্থা, নগৰ পৰিকল্পনা, সামাজিক উন্নয়ন আদিতো নৃতত্ত্বৰ প্ৰয়োগ পৰিলক্ষিত হয়। সময়ৰ ভিত্তিত নৃতত্ত্বক দুটা শাখাত ভাগ কৰা হৈছে ঃ পুৰা নৃতত্ত্ব আৰু আধুনিক নৃতত্ত্ব. তদুপৰি বিষয় অনুযায়ী নৃতত্ত্বক জৈৱিক নৃতত্ত্ব, সাংস্কৃতিক নৃতত্ত্ব, সামাজিক নৃতত্ত্ব আদি ভাগত ভাগ কৰা হৈছে।

### নেটৱৰ্ক *Network*

নেটৱৰ্ক শব্দটোৰ কেইবাটাও অৰ্থ আছে। ইয়াৰ সাধাৰণ অৰ্থ, পৰস্পৰ-সংযুক্ত নানান বিষয়ৰ সমন্বয়। কোনো ব্যক্তিৰ নেটৱৰ্ক বুলিলে বুজায় যোগাযোগ ব্যৱস্থা বা সংযোগ ব্যৱস্থা বা বহু লোকৰ লগত সংযোগ (মানুহজনৰ নেটৱৰ্ক বৰ ভাল)। ইলেক্ট্ৰনিক সম্প্ৰচাৰ মাধ্যমত ইয়াৰ অৰ্থ, বহু পৰস্পৰ-সংযুক্ত সম্প্ৰচাৰ কেন্দ্ৰৰ মাজত সমন্বয়। কম্পিউটাৰ-বিজ্ঞানত নেটৱৰ্কৰ অৰ্থ, একাধিক কম্পিউটাৰৰ মাজত তথ্য আৰু প্ৰোগ্ৰাম আদান-প্ৰদানৰ বাবে সংযোগ ব্যৱস্থা। নেটৱৰ্কৰ শেষোক্ত অৰ্থটোৱেই সৰ্বাধিক প্ৰচলিত আৰু জনপ্ৰিয়।

### নেটিকেট *Netiquette*

কোনো অনলাইন ছাৰ্ভিচত, বিশেষকৈ, ইণ্টাৰনেটৰ ই-মেইল বা মেছেজ দিওঁতে জানিবলগীয়া ভদ্ৰতাসূচক নিয়ম-নীতি। ইলেক্ট্ৰনিক নীতি মনাত আৰু মেইল আদিত সৌজন্যতা ৰক্ষা কৰাত ই সহায় কৰে। ইংৰাজী **Internet** (ইণ্টাৰনেট) আৰু **Etiquette** (এটিকেট ঃ শিষ্টাচাৰ, সৌজন্য) শব্দ দুটাৰ সংমিশ্ৰণত শব্দটো সৃষ্টি কৰা হৈছে।

### নেটিজেন *Netizen*

আধুনিক তথ্য প্ৰযুক্তিৰ যুগত নিয়মীয়াকৈ ইণ্টাৰনেট ব্যৱহাৰ কৰা যিকোনো নাগৰিক বা লোক। ইংৰাজী **Internet** (ইণ্টাৰনেট) আৰু **Citizen** (চিটিজেন ঃ নাগৰিক) শব্দ দুটাৰ সংমিশ্ৰণত শব্দটো সৃষ্টি কৰা হৈছে।

### নেতি-ইতি প্ৰয়োগ *Litotes*

কোনো বক্তব্যক তাৰ বিপৰীত অৰ্থৰ নেতিবাচক প্ৰয়োগৰ দ্বাৰা, ইতিবাচক অৰ্থত প্ৰকাশ কৰা; নেতিবাচক বিশেষণৰ সহায়ত ইতিবাচক ভাব প্ৰকাশক শব্দালংকাৰ। যেনে ঃ এইটো একো সৰু কাম নহয় (অৰ্থাৎ, ডাঙৰ কাম)।

### নেনো প্ৰযুক্তি *Nanotechnology*

নেনো (১০০ কোটি ভাগৰ এভাগ) পৰ্যায়ত, অৰ্থাৎ, পাৰমাণৱিক পৰ্যায়ত কাম কৰিব পৰা এক প্ৰযুক্তি। বিজ্ঞানৰ সকলো শাখাতে, বিশেষকৈ, কম্পিউটাৰ চিপ আদি নিৰ্মাণত নেনো প্ৰযুক্তিৰ প্ৰয়োগ বহুল।

### নেপথেলিন *Napthalene*

বগা স্ফটিকাকাৰ, তীব্ৰ গোন্ধযুক্ত কঠিন পদাৰ্থ। নেপথেলিন মৃদু কীট বিতাৰক। সেয়ে পোক-

পৰুৱাৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ কাপোৰ-কানি, কিতাপ-পত্ৰৰ মাজত নেপথেলিনৰ বৰি ভৰাই থোৱা হয়। ইয়াৰ তীব্ৰ গোন্ধে কীট-পতংগক কাপোৰ-কানি, কিতাপ-পত্ৰ অনিষ্ট কৰাত বাধা দিয়ে। দুৰ্গন্ধ নিবাৰক আৰু বিবিধ ৰঞ্জক পদাৰ্থ প্ৰস্তুতকৰণতো নেপথেলিনৰ ব্যৱহাৰ আছে। বিশুদ্ধ নেপথেলিন উদ্বায়ী পদাৰ্থ। মুকলিত ৰাখিলে কিছুদিনৰ পাছত ই উৰি নোহোৱা হৈ যায়।

**নেফানাইলিছ** *Nephanalysis*
জলবায়ু পৰীক্ষণ উপগ্ৰহৰ পৰা প্ৰেৰিত তথ্যাৱলী বিশ্লেষণ আৰু শ্ৰেণী বিভক্ত কৰি ডাৱৰ সম্পৰ্কে কৰা চিত্ৰ সংশ্লেষণ; মেঘ চিত্ৰ।

**নেফোস্কোপ** *Nephoscope*
ডাৱৰ বা মেঘৰ গতিবেগ আৰু তাৰ সঞ্চাৰৰ দিশ নিৰূপণ কৰা যন্ত্ৰ; মেঘ পৰীক্ষণ যন্ত্ৰ।

**নেফ্ৰাইটিছ** *Nephritis*
বিভিন্ন কাৰণত হোৱা বৃক্কৰ উগ্ৰ প্ৰদাহ; বৃক্ক দহা। হাত-ভৰি ফুলা, ৰক্তচাপ বৃদ্ধি আৰু প্ৰস্ৰাৱ কম বা বন্ধ হোৱা এই ৰোগৰ প্ৰধান লক্ষণ। সাধাৰণতে সৰু ল'ৰা-ছোৱালীৰ হোৱা এই ৰোগ দীঘলীয়া হ'লে ৰোগীৰ বাবে মাৰাত্মক হ'ব পাৰে।

**নেৰো কাষ্টিং** *Narrow Casting*
এক বিশেষ শ্ৰেণীৰ দৰ্শক-শ্ৰোতাৰ বাবে প্ৰস্তুত আৰু পৰিৱেশন কৰা অনুষ্ঠান।

**নৈৰাজ্যবাদ** *Anarchism*
ৰাষ্ট্ৰ-ব্যৱস্থা আৰু আইন অপ্ৰয়োজনীয় বুলি কোৱা ৰাজনৈতিক তত্ত্ব। গ্ৰীক আনাৰকিয়াৰ (anarkhia) পৰা ইংৰাজী শব্দটোৰ উদ্ভৱ। ইয়াৰ আক্ষৰিক অৰ্থ শাসকৰ অভাৱ। কিন্তু দৰ্শন আৰু ৰাষ্ট্ৰবিজ্ঞানত ইয়াৰ অৰ্থ আৰু তাৎপৰ্য কিছু সুকীয়া। নৈৰাজ্যবাদত বিশ্বাসীসকলৰ মতে চৰকাৰ মাত্ৰে ক্ষতিকৰ। চৰকাৰ অবিহনেই মানৱ সমাজ সুশৃংখলভাৱে চলিব পাৰে। কেৱল চলাই নহয়, বস্তুতপক্ষে কোনো নিয়ন্ত্ৰণ নোহোৱাকৈ দেশ ভালদৰে চলিব পাৰে। এওঁলোকৰ মতে, নৈৰাজ্যবাদ মানে বিশৃংখলতা নহয়, ইয়াৰ অৰ্থ সংহতি আৰু শৃংখলা। কিন্তু ঊনবিংশ শতিকাত মাজে মাজে ৰাষ্ট্ৰহীনতা বা চৰকাৰহীনতা শৃংখলাহীনতাৰ সমাৰ্থকৰূপে দেখা দিছিল। নৈৰাজ্যবাদীৰ হাতত কেইবাখনো দেশৰ ৰাষ্ট্ৰপ্ৰধান নিহত হোৱাৰো উদাহৰণ আছে।

**নোনেব্ৰিটী** *Nonebrity*
কোনো প্ৰতিভা বা আন উপযুক্ত কাৰণ নোহোৱাকৈ 'চেলিব্ৰিটী'ৰ সন্মান পোৱা লোক।

**নোভা** *Nova*
(পাৰমাণৱিক আলোড়নৰ ফলত) স্বাভাৱিক উজ্জ্বলতাতকৈ হঠাতে বহু বেছি উজ্জ্বল হৈ জ্বলি উঠি লাহে লাহে অনুজ্জ্বল হৈ পৰা নক্ষত্ৰ; নৱতাৰকা।

**নোমোফোবিয়া** *Nomophobia*
মোবাইল ফোনৰ যোগাযোগৰ পৰা আঁতৰি থাকিবলগীয়া হোৱাৰ ভয়।

**ন্যায়িক পুনৰ্বিবেচনা** *Judicial Review*
কোনো প্ৰশাসনিক কামৰ ন্যায্যতা বা সাংবিধানিক কৰ্তৃত্ব বিবেচনা কৰাৰ ক্ষেত্ৰত থকা ন্যায়ালয়ৰ অধিকাৰ। ভাৰতত ৰাজ্যিক বিধানসভা বা সংসদত গৃহীত যিকোনো আইনেই ন্যায়িক পুনৰ্বিবেচনাৰ সন্মুখীন হ'ব পাৰে। আমেৰিকা যুক্তৰাষ্ট্ৰত এই কাম কেৱল উচ্চতম ন্যায়ালয়ে কৰিব পাৰে। কিন্তু ইংলেণ্ডত এনে ন্যায়িক পুনৰ্বিবেচনাৰ ব্যৱস্থা নাই।

# প

**পইণ্ট, পইণ্ট ছাইজ** *Point, Point Size*
ছপা আখৰৰ জোখ। সাধাৰণভাৱে ক'বলৈ গ'লে ইঞ্চি, মিটাৰ আদিৰে যিদৰে কোনো বস্তুৰ আকাৰ জোখা হয়, সেইদৰে পইণ্টেৰে মুদ্ৰিত আখৰৰ আকাৰ জোখা হয়। আখৰৰ উচ্চতম অংশৰ পৰা নিম্নতম অংশ পৰ্যন্ত যি দৈৰ্ঘ্য তাকেই কোৱা হয় পইণ্ট বা বডী ছাইজ। মোটামুটি হিচাপত ১ ইঞ্চি = ৭২ পইণ্ট। উদাহৰণস্বৰূপে জানি থওক, এই টোকাটো ১২ পইণ্টৰ আখৰত ছপা হৈছে।

**পঞ্চ উপচাৰ**
পূজা বা তেনে কোনো মাংগলিক অনুষ্ঠানৰ বাবে অপৰিহাৰ্য পাঁচবিধ দ্ৰব্য ঃ গন্ধ, পুষ্প, ধূপ, দীপ, নৈবেদ্য।

**পঞ্চকন্যা**
নিতৌ পুৱা নাম স্মৰণ কৰিলে সৰ্বপাপ নাশ হয় বুলি বিশ্বাস কৰা পাঁচগৰাকী পৌৰাণিক মহীয়সী নাৰী ঃ অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা আৰু মন্দোদৰী ।

**পঞ্চতীৰ্থ**
(১) ভাৰতৰ পাঁচখন প্ৰসিদ্ধ তীৰ্থ ঃ কুৰুক্ষেত্ৰ, গয়া, গংগা, প্ৰভাস আৰু পুষ্কৰ। (২) গুৱাহাটী অঞ্চলৰ পাঁচখন তীৰ্থ ঃ কামাখ্যা, উমানন্দ, অশ্বক্ৰান্ত, শুক্ৰেশ্বৰ আৰু বশিষ্ঠাশ্ৰম।

**পঞ্চপল্লৱ**
পূজা আৰু আন মাংগলিক কামৰ বাবে প্ৰয়োজনীয় পাঁচবিধ গছৰ পাত ঃ আম, আঁহত, বট, যজ্ঞ ডিমৰু আৰু পলাশ।

**পঞ্চবাৰ্ষিক পৰিকল্পনা** *Five Year Plan*
*অৰ্থনৈতিক পৰিকল্পনা চাওক*

**পঞ্চভূত**
হিন্দু ধৰ্ম মতে পাঁচটা মৌলিক পদাৰ্থৰ দ্বাৰা মানৱ দেহৰ সৃষ্টি হৈছে। এই পাঁচটা মৌলিক পদাৰ্থ বা পঞ্চভূত হ'ল ঃ ক্ষিতি (পৃথিৱী), অপ (আকাশ), তেজ, মৰুৎ (পানী) আৰু ব্যোম (বায়ু)।

### পঞ্চৰত্ন
পাঁচবিধ বহুমূলীয়া ৰত্ন ঃ হীৰা, সোণ, ৰূপ, পোৱাল আৰু পদ্মৰাগ।

### পঞ্চশীল নীতি
সামাজিক আচৰণ-বিধি তথা জীৱনধাৰণৰ নৈতিকতা নিৰ্ণায়ক বৌদ্ধ ধৰ্মৰ পাঁচটা নীতি বা সাধনা। যেনে ঃ (১) সৰ্বজীৱক দয়া, (২) চৌৰ্যবৃত্তি দমন, (৩) ভোগ-বাসনা ত্যাগ, (৪) মিথ্যাচাৰ বন্ধ আৰু (৫) পৰনিন্দা ত্যাগ।

বৌদ্ধ ধৰ্মৰ এই পঞ্চশীল নীতিৰ পৰাই আন্তৰ্জাতিক শান্তি আৰু সহাৱস্থানৰ ভিত্তি হিচাপে স্বীকৃত পাঁচটা নীতিৰ উদ্ভৱ হৈছে। ১৯৫৪ চনৰ ২৯ এপ্ৰিলত ভাৰতৰ তৎকালীন প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে চীনৰ প্ৰধান মন্ত্ৰী চৌ-এন-লাইৰ লগত স্বাক্ষৰ কৰা এক ঘোষণা-পত্ৰত পঞ্চশীল নীতিক সংযুক্ত কৰিছিল। এই নীতিকেইটা হ'ল ঃ (১) প্ৰত্যেক ৰাষ্ট্ৰই আন ৰাষ্ট্ৰৰ ভূখণ্ড আৰু সাৰ্বভৌমত্বৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰা, (২) আনক আক্ৰমণ নকৰা, (৩) আন দেশৰ আভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ নকৰা, (৪) ক্ষমতা আৰু পাৰস্পৰিক সহায়-সমৰ্থন আৰু (৫) শান্তিপূৰ্ণ সহাৱস্থান আৰু অৰ্থনৈতিক তথা ৰাজনৈতিক সহযোগিতা। উল্লেখযোগ্য, এই পঞ্চশীল নীতি ভাৰতৰ বৈদেশিক নীতিৰ অন্যতম ভেটি।

### পঞ্চামৃত খুওৱা
গৰ্ভৱতী নাৰীক সাধাৰণতে পাঁচ মাহত পঞ্জিকাৰ শুভলগ্ন চাই পঞ্চামৃত (দৈ, এৱা গাখীৰ, ঘিউ, মৌ আৰু চেনি) খুওৱা লোকাচাৰ। পঞ্চামৃত খুওৱাৰ বাবে মাক অপৰিহাৰ্য যদিও মাকৰ অবৰ্তমানত শাহুৱেক বা নিকট আত্মীয় বয়োজ্যেষ্ঠ মহিলায়ো পঞ্চামৃত খুৱাব পাৰে। পঞ্চামৃত খুওৱাৰ দিনা মাককে ধৰি পাঁচগৰাকীমান সধবা আয়তীৰ প্ৰয়োজন হয়। তেওঁলোকে নিৰ্দিষ্ট সময়ত কোঠা এটাৰ ভিতৰত এখন চাদৰেৰে আঁৰ কৰি পোনতে এগৰাকী এগৰাকীকৈ গৰ্ভৱতী নাৰীগৰাকীক পাঁচবাৰ (প্ৰতিগৰাকীয়ে এবাৰকৈ) পঞ্চামৃত খুৱায়। সেই সময়তে আয়তীসকলে নাম গায় আৰু উৰুলি দিয়ে। প্ৰতিবাৰ পঞ্চামৃত মুখত দিয়াৰ পাছত মুখখন ধুবলৈ আৰু প্ৰতীকী ৰূপত থুৰীয়া তামোল এখন চোবাবলৈ আৰু দাঁতত খৰিকা ল'বলৈ দিয়া হয়। নতুন কাপোৰ এসাজ পিন্ধিহে সন্তান সম্ভৱা মাতৃয়ে 'পঞ্চামৃত' খোৱা নিয়ম। কোনো কোনো ঠাইত সেইদিনা আয়তীসকলে শৰাই আগবঢ়ায় আৰু নামো গায়। বন্ধু-বান্ধৱ আদি মিলি আনন্দ কৰা, গৰ্ভৱতী নাৰীগৰাকীক আনন্দত ৰখা আৰু আগন্তুক সন্তানটি সুস্থ-সবল হোৱাৰ কামনাৰে পঞ্চামৃত খুওৱা হয়।

নামনি অসমত পঞ্চামৃত খুওৱাৰ সমগোত্ৰীয় এক অনুষ্ঠান হ'ল 'জেউৰা' বা 'সাধ ভক্ষণ'। সাধাৰণতে সাত আৰু ন মাহত এই অনুষ্ঠান পালন কৰা হয়।

### পঞ্চেন্দ্ৰিয়
দেহৰ পাঁচটা প্ৰধান ইন্দ্ৰিয়। পঞ্চেন্দ্ৰিয়ৰ ঘাই ভাগ দুটা ঃ কৰ্মেন্দ্ৰিয় আৰু জ্ঞানেন্দ্ৰিয়। কৰ্মেন্দ্ৰিয় পাঁচটা হ'ল ঃ হাত, ভৰি, পায়ু, উপস্থ (জনন ইন্দ্ৰিয়) আৰু মুখ। জ্ঞানেন্দ্ৰিয় পাঁচটা হ'ল ঃ চকু, কাণ, ছাল, জিভা আৰু নাক।

### পণ্য বিনিময় প্ৰথা *Barter System*
কিনা-বেচাৰ সলনি বয়-বস্তু সালসলনি কৰি লোৱা প্ৰথা বা কাৰ্য। সভ্যতাৰ আৰম্ভণিৰে পৰা

জীৱন ধাৰণৰ বাবে মানুহক বিভিন্ন ধৰণৰ বস্তুৰ প্ৰয়োজন হৈ আহিছে। কিন্তু এনে প্ৰয়োজনীয় দ্ৰব্যবোৰ সাধাৰণতে মানুহে অকলে তৈয়াৰ কৰি ল'ব নোৱাৰে। সেই কাৰণে প্ৰয়োজনীয় দ্ৰব্যৰ বাবে এজন মানুহে আন এজনৰ ওচৰত নিৰ্ভৰশীল হ'বলগীয়া হয়। মুদ্ৰাৰ আৱিষ্কাৰ হোৱাৰ আগতে মানুহে বিভিন্ন প্ৰয়োজনীয় দ্ৰব্যসমূহ আন দ্ৰব্যৰ সৈতে সলনি কৰিছিল। খেতিয়কে ধানৰ বিনিময়ত কাপোৰ আৰু তাঁতীয়ে কাপোৰৰ বিনিময়ত ধান বা চাউল লৈছিল। এই ধৰণৰ আদান-প্ৰদান কৰা ব্যৱস্থাটোকে পণ্য বিনিময় প্ৰথা বোলা হৈছিল। অসমৰ ভিতৰুৱা গ্ৰাম্য অঞ্চল কিছুমানত আজিকালিও এনে পণ্য বিনিময় প্ৰথাৰ প্ৰচলন আছে। মানৱ সভ্যতাৰ আৰম্ভণিৰ সময়ছোৱাতে পণ্য বিনিময় প্ৰথাৰ প্ৰচলন হৈছিল যদিও এই প্ৰথাত নানান অসুবিধা থকাৰ বাবে সভ্যতাৰ অগ্ৰগতিৰ লগে লগে ক্ৰমাৎ এই প্ৰথা লোপ পালে। বিনিময় প্ৰথাত দেখা দিয়া অসুবিধাসমূহ আঁতৰ কৰিবলৈ মানুহে এক অভিনৱ বস্তু আৱিষ্কাৰ কৰিলে, সেইটো হ'ল মুদ্ৰা।

## পত্ৰহৰিৎ *Chlorophyll*

সাধাৰণতে উদ্ভিদৰ পাতৰ কোষত থকা সেউজীয়া সূক্ষ্ম পদাৰ্থ-কণা। পাতৰ উপৰি উদ্ভিদৰ অন্যান্য সেউজীয়া অংশতো পত্ৰহৰিৎ থাকে। পত্ৰহৰিতে সূৰ্যৰশ্মিৰ প্ৰভাৱত বায়ুমণ্ডলৰ পৰা কাৰ্বন ডাই-অক্সাইড আৰু জলীয় বাষ্প আহৰণ কৰি পাতৰ অভ্যন্তৰত উদ্ভিদৰ খাদ্য শৰ্কৰা বা কাৰ্বোহাইড্ৰেট প্ৰস্তুত কৰে। এই প্ৰক্ৰিয়াৰ নাম সালোক-সংশ্লেষণ। উদ্ভিদ-কোষৰ পত্ৰহৰিৎ উপযুক্ত পৰিমাণৰ সূৰ্যৰশ্মি, পানী, খনিজ পদাৰ্থ, মেগনেছিয়াম আৰু নাইট্ৰোজেনৰ সহায়ত গঠিত। ইয়াৰ কোনো এটাৰ অভাৱ হ'লেই পত্ৰহৰিতৰ গঠন ব্যাহত হয়। ফলত উদ্ভিদৰ সেউজীয়া অংশ হালধীয়া হ'বলৈ ধৰে। পেৰামেছিয়াম আদিৰ দৰে কেতবোৰ নিম্নশ্ৰেণীৰ এককোষী প্ৰাণীৰ কোষতো পত্ৰহৰিৎ থাকে। সেয়ে এইবোৰ প্ৰাণী হ'লেও সালোক সংশ্লেষণ ঘটাব পাৰে। পত্ৰহৰিৎ থকা বাবেই গছৰ পাত সেউজীয়া দেখি।

## পথৰুঘাটৰ ৰণ *Battle of Patharughat*

দৰং জিলাৰ মঙলদৈ চহৰৰ পৰা ১২ কিলোমিটাৰ পশ্চিমত অৱস্থিত পথৰুঘাট নামে ঠাইত ১৮৯৪ চনত সাধাৰণ খেতিয়ক ৰাইজে মাটিৰ খাজনা বৃদ্ধিৰ প্ৰতিবাদত ইংৰাজৰ বিৰুদ্ধে সন্মুখ সমৰত লিপ্ত হৈছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰথম কৃষক বিদ্ৰোহ নামেৰে অভিহিত এই বিদ্ৰোহ পথৰুঘাটত হোৱা বাবে পথৰুঘাটৰ ৰণ নামেৰে জনাজাত। পথৰুঘাটৰ ৰণৰ মুখ্য কাৰণ হ'ল অযুক্তিকৰ খাজনা বৃদ্ধি। এই খাজনা বৃদ্ধিৰ প্ৰতিবাদত পথৰুঘাটত প্ৰায় ৪-৫ হাজাৰ লোকে ৰাইজ মেল পাতি বৰ্ধিত খাজনা নিদিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰে। ৰাইজৰ এই সিদ্ধান্তৰ কথা জানিব পাৰি ১৮৯৪ চনৰ ২৮ জানুৱাৰীৰ দিনা উপায়ুক্ত জে ডি এণ্ডাৰচন, মহকুমাধিপতি ৰেমছন, আৰক্ষী বিষয়া লেঃ বেৰিংটনসহ ১২জন সশস্ত্ৰ চিপাহী লগত লৈ ৰাইজৰ অভিযোগ শুনিবলৈ পথৰুঘাটলৈ আহে আৰু কৃষক ৰাইজক খাজনা আদায় দিবলৈ হুকুম জাৰি কৰে। কৃষকসকলে এই খাজনা আদায় দিবলৈ অস্বীকাৰ কৰে। কিন্তু ৰাইজ মেলৰ বক্তব্য আওকাণ কৰি ইংৰাজে খাজনা বৃদ্ধিৰ চৰ্ত উঠাই নল'লে। হুকুম মতেই কাম হ'ব লাগিব, অৰ্থাৎ, বৰ্ধিত হাৰত খাজনা দিবই লাগিব বোলাত ইংৰাজৰ লগত কৃষকসকলৰ তুমুল বাক্-বিতণ্ডাৰ সৃষ্টি হয়। ক্ৰমে পৰিস্থিতি উত্তেজনাপূৰ্ণ হৈ পৰে আৰু কৃষক ৰাইজ উত্তেজিত হৈ ব্ৰিটিছ বিষয়াকেইজনক আক্ৰমণ কৰে। পৰিস্থিতি নিয়ন্ত্ৰণৰ নামত উপায়ুক্তই গুলীচালনাৰ

নিৰ্দেশ দিয়ে। অপ্ৰৰোচিতভাৱে হোৱা এই গুলীচালনাত নিৰস্ত্ৰ কৃষক ৰাইজৰ মাজত হৈ-চৈ লাগে। পাছলৈ হাতত লাঠী-টাঙোন লৈ তেওঁলোক সন্মুখ সমৰত লিপ্ত হয় যদিও ব্ৰিটিছ চিপাহীৰ বৰ্বৰোচিত গুলীচালনাত টিকিব নোৱাৰি কৃষক ৰাইজ ছেদেলি-ভেদেলি হৈ পৰে। এই গুলীচালনাত ১৪০জন কৃষক নিহত আৰু প্ৰায় ১৫০জন কৃষক আহত হয়। চৰকাৰী তথ্যত অৱশ্যে মাত্ৰ ১৬জন নিহত আৰু ৩৫জন আহত হৈছিল বুলিহে প্ৰকাশ হয়। উল্লেখযোগ্য যে পথৰুঘাটৰ সেই কৃষক বিদ্ৰোহত হিন্দু, মুছলমান, কোচ-কছাৰী, বামুণ-গণক সকলো বৰ্ণ, ধৰ্ম-সম্প্ৰদায়ৰ কৃষক ৰাইজে অংশগ্ৰহণ কৰিছিল, মৃত্যুবৰণ কৰিছিল আৰু অমানৱীয় যন্ত্ৰণাও ভুগিব লগাত পৰিছিল।

অসমৰ ইতিহাসত পথৰুঘাটৰ ৰণে এক গুৰুত্বপূৰ্ণ স্থান লাভ কৰি আছে। পথৰুঘাটৰ এই কৃষক বিদ্ৰোহ আছিল স্বাধীনতাকামী কৃষকৰ ৰজাঘৰৰ অন্যায় আচৰণ, দুৰ্নীতি আৰু শোষণ নীতিৰ বিৰুদ্ধে কৰা শিহৰণকাৰী সাহসিকতাৰ চানেকী। মূলতঃ ব্ৰিটিছ চৰকাৰৰ শোষণ নীতিৰ বিৰুদ্ধে মুকলি প্ৰতিবাদ সাব্যস্ত হয় এই দিনটোতে; যি প্ৰতিবাদ হৈ ৰ'ল ভাৰতৰ স্বাধীনতাৰ বুৰঞ্জীত ইংৰাজৰ বিৰুদ্ধে কৰা ঐতিহাসিক জেহাদ।

**পপ কালচাৰ** *Pop Culture*

দ্বিতীয় মহাসমৰৰ পাছৰ দশকবোৰত ইউৰোপ আৰু আমেৰিকাৰ মূলতঃ তৰুণ সমাজক আকৃষ্ট কৰাৰ বাবে প্ৰচলিত লঘু আৰু বাণিজ্যমুখী শিল্প-সংস্কৃতি। ইয়াৰ ভিতৰত আছে পপ সংগীত, পপ আৰ্ট আৰু পাতল-তৰল সাহিত্য। পপ সংগীত বুলিলে ৰক এণ্ড ৰোল, ইলেক্ট্ৰনিক মিউজিক, জাজ আদিকে বুজোৱা হয়। মাইকেল জেকছনৰ সংগীত পপ সংগীতৰ এক পৰিচিত উদাহৰণ। ভাৰতৰ বাবা ছাইগল, ডালেৰ মেহেন্দি আদিৰ দ্ৰুত ছন্দৰ সংগীতকো পপ সংগীতৰ ভিতৰত ধৰিব পাৰিব। পপ আৰ্টৰ ভিতৰত পৰে কমিক ষ্ট্ৰিপ, জুক বক্স আদি। পপ কালচাৰে তৰুণ সমাজক অতিশয় আকৃষ্ট কৰে আৰু ইয়াৰ বাণিজ্যিক সাফল্যও বহুল। অৱশ্যে এই সংস্কৃতিৰ আবেদন সাধাৰণভাৱে ক্ষণস্থায়ী।

**পৰম দূৰত্ব**

*অপসূৰ চাওক*

**পৰম শূন্য** *Absolute Zero*

সকলো পদাৰ্থৰ সৰ্বনিম্ন উষ্ণতাৰ মান, অৰ্থাৎ, ইয়াতকৈ আৰু কম উষ্ণতা পোৱা নাযায়। চেলছিয়াছ স্কেলত এই উষ্ণতাৰ মান -২৭৩.১৫ ডিগ্ৰী চেলছিয়াছ।

**পৰমাণুবাদ** *Atomism*

প্ৰাচীন দাৰ্শনিক মতবাদ। ইউৰোপীয় দৰ্শনত পৰমাণুবাদৰ মূল কথা হ'ল পৃথিৱীৰ যিবোৰ অপৰিৱৰ্তনীয় তাৰ লগত পৰিৱৰ্তনীয় বস্তু বা বিষয়ক মিলোৱাৰ চেষ্টা। ভাৰতীয় দৰ্শনতো পৰমাণুবাদ নামৰ এটা বস্তু আছে। এই তত্ত্বমতে পৃথিৱীৰ কেইটামান বস্তু নিত্য আৰু অপৰিৱৰ্তনীয়। যেনে ঃ আত্মা, আকাশ, কাল, মন, বায়ু, পানী আদি। ইয়াৰ বাহিৰে আন সকলোৱেই অনিত্য আৰু পৰিৱৰ্তনশীল। এই তত্ত্ব অনুসৰি বিশ্বৰ সকলো পদাৰ্থই বহু পৰমাণুৰ সমবায়ত গঠিত। প্ৰতিটো পদাৰ্থক ভাগ কৰি কৰি গৈ থাকিলে যিটো অবিভাজ্য সূক্ষ্ম অংগ পোৱা যাব তাৰ নাম পৰমাণু।

**পৰাবাস্তৱবাদ** *Surrealism*
পৰাবাস্তৱবাদৰ অৰ্থ তথাকথিত বাস্তৱতাক ভাঙি পেলোৱা, বা এটা বাস্তৱতাক ভাঙি সৃষ্টি কৰা আন এক বাস্তৱতা। আপাতঃ বাস্তৱতাৰ বাহিৰত আন এক দৃঢ় বাস্তৱতাৰ সন্ধানেই পৰাবাস্তৱবাদৰ লক্ষ্য। পৰাবাস্তৱবাদীসকল যুক্তিবাদৰ তীব্ৰ বিৰোধী।

**পৰিচয় লিপি** *Credit Title*
চলচ্চিত্ৰৰ আৰম্ভণি বা সমাপ্তিত ছবিৰ নামৰ উপৰি প্ৰযোজক, অভিনেতা-অভিনেত্ৰী, পৰিচালক আৰু অন্যান্য কলা-কুশলীৰ নাম-পৰিচয় পৰ্দাত প্ৰদৰ্শন কৰা তালিকা। বৰ্তমান এটা সৰু দৃশ্যকল্পৰ জৰিয়তে ছবি আৰম্ভ হোৱাৰ পাছত পৰিচয় লিপি প্ৰদৰ্শনৰ ৰীতি প্ৰচলিত। একেদৰে পৰিচয় লিপিৰ মাজত দৃশ্যৰ অংশ বিশেষ অন্তৰ্ভুক্ত কৰা আৰু বহু সময়ত দৃশ্যাংশৰ ওপৰত পৰিচয় লিপি ছুপাৰ ইম্পোজ কৰাৰ ৰীতিও প্ৰচলিত। কোনো ছবিত মূল পৰিচয় লিপি ছবিৰ আৰম্ভণিতে দেখুৱাই বাকীখিনি ছবিৰ সমাপ্তিত প্ৰদৰ্শন কৰা হয়। পৰিচয় লিপিৰ লগত প্ৰায়ে থাকে আবহ সংগীত বা ধাৰাভাষ্য। ছবিৰ বক্তব্যৰ লগত খাপ খুৱাই আৰু কম্পিউটাৰ গ্ৰাফিক্স তথা ডিজিটেল প্ৰযুক্তিৰ সৌজন্যত সম্প্ৰতি পৰিচয় লিপি হৈ উঠিছে দৃষ্টিনন্দন, দক্ষ আৰু শিল্পগুণ মণ্ডিত ৰচনা।

**পৰিৱেশ** *Environment*
'পৰিৱেশ' শব্দটোৰ সাধাৰণ অৰ্থ বুলিলে আমি আমাৰ চৌপাশৰ সমাজ আৰু সেই সমাজত বসবাসকাৰী মানুহখিনিকে বুজো; কিন্তু বিজ্ঞানীসকলে পৰিৱেশ শব্দটোক বৃহত্তৰ অৰ্থত ব্যৱহাৰ কৰিছে। বিজ্ঞানীসকলৰ ভাষাত পৰিৱেশ প্ৰধানতঃ পাঁচটা উপাদানৰ উপযুক্ত সমন্বয়। এই পাঁচটা উপাদান হ'ল ঃ মাটি, পানী, বায়ু, উদ্ভিদ আৰু প্ৰাণী; অৰ্থাৎ, কেৱল জীৱজগতেই নহয়, জীৱজগতক আৱৰি যি সামগ্ৰিক প্ৰকৃতি আছে সেয়াই আমাৰ পৰিৱেশ।

**পৰিৱেশৰ সমতা** *Ecological Balance*
নদ-নদী, গছ-গছনি আদি বিভিন্ন প্ৰাকৃতিক উপাদানৰ লগত মানুহ আৰু অন্যান্য জীৱকুল দীৰ্ঘদিন একেলগে বাস কৰাৰ ফলত পৰস্পৰৰ মাজত এক ভাৰসাম্যমূলক সম্পৰ্ক গঢ়ি উঠে। এই পৰিৱেশ জীৱকুল আৰু ভৌগোলিক পৰিৱেশ উভয়ৰে বাবে স্বাস্থ্যপ্ৰদ তথা উপকাৰী। এই ভাৰসাম্যমূলক সম্পৰ্ক-পৰিস্থিতিৰে নাম পৰিৱেশৰ সমতা। এই সমতা বিনষ্ট হ'লে জীৱকুলৰ বাবে অত্যন্ত ক্ষতিকৰ হয়। নিৰ্বিচাৰ অৰণ্যহনন, কল-কাৰখানাৰ ধোঁৱাত কাৰ্বন মনোক্সাইডৰ পৰিমাণ বৃদ্ধি, ব্যাপক ব্যৱহাৰৰ পৰিণতিত ভূগৰ্ভস্থ পানীৰ পৰিমাণ হ্ৰাস আদি কাৰণত পৰিৱেশৰ ভাৰসাম্য নষ্ট হ'ব পাৰে, যিটো জীৱজগতৰ বাবে অতিশয় ক্ষতিকৰ।

**পৰিৱেশ্য কলা** *Performing Art*
শিল্পীৰ কৃতি বা প্ৰয়োগৰ ওপৰত নিৰ্ভৰশীল শিল্পৰীতি। প্ৰয়োগ অবিহনে এনে শিল্পৰীতি উপভোগ কৰিব নোৱাৰি। আবৃত্তি, গান, নাচ, নাট্যাভিনয়, মূকাভিনয় আদি পৰিৱেশ্য কলাৰ উদাহৰণ। প্ৰসাৰিত অৰ্থত যাদু প্ৰদৰ্শনো এক পৰিৱেশ্য কলা। সেইদৰে চিত্ৰকলা, ভাস্কৰ্য পৰিৱেশ্য কলা নহয়।

**পৰ্চেলিন** *Porcelin*
সাধাৰণভাৱে চীনা মাটিৰে নিৰ্মিত বস্তুক পৰ্চেলিন বুলি কোৱা হয়। চীনা মাটিৰ লগত ফেলস্পাৰ আৰু কোৱাৰ্ট্‌জৰ (বা ছিলিকাযুক্ত অন্য পদাৰ্থ) মিশ্ৰণ ঘটাই তাত তাপ প্ৰয়োগ কৰি পৰ্চেলিন তৈয়াৰ কৰা হয়। ঘৰুৱা সামগ্ৰী, ৰাসায়নিক সঁজুলি, তাপ আৱৰণ আদি তৈয়াৰ কৰাত পৰ্চেলিনৰ ব্যৱহাৰ বহুল। আজিকালি চীনা মাটি, চেৰামিক বা পৰ্চেলিন — যিকোনো এটা শব্দকে ব্যৱহাৰ কৰি এনেধৰণৰ বস্তু বা উদ্যোগৰ কথা কোৱা হয়।

**পৰ্নোগ্ৰাফী** *Pornography*
আদিম জৈৱিক বাসনা জগাই তোলাৰ অৰ্থে সৃষ্টি কৰা কোনো অশ্লীল ৰচনা, ছবি বা ফটোগ্ৰাফ। কামনা-বাসনা সৃষ্টি কৰাৰ বাহিৰে আন কোনো কলাত্মক উদ্দেশ্য পৰ্নোগ্ৰাফীত নাথাকে।

**পৰ্যাবৃত্ত তালিকা** *Periodic Table*
*পৰ্যাবৃত্ত সূত্ৰ চাওক*

**পৰ্যাবৃত্ত সূত্ৰ** *Periodic Law*
বিভিন্ন পদাৰ্থৰ গুণ আৰু ধৰ্মৰ পুনঃপৌণিক পৰ্যায়ক্ৰম সম্বন্ধে ৰাছিয়াৰ ৰসায়নবিদ ডমিত্ৰি আইভান'ভিচ মেণ্ডেলিয়েভে (Dmitri Ivanovich Mendeleyev, ১৮৩৪-১৯০৭) নিৰ্ধাৰণ কৰা এটা সুসংবদ্ধ সূত্ৰ। ১৮৬৯ চনত আৱিষ্কৃত এই সূত্ৰ মতে মৌলৰ ভৌতিক আৰু ৰাসায়নিক ধৰ্মসমূহ পাৰমাণৱিক ভৰৰ ওপৰত পৰ্যাবৃত্তভাৱে নিৰ্ভৰশীল। এই সূত্ৰ অনুসৰি মেণ্ডেলিয়েভে তেতিয়ালৈকে আৱিষ্কৃত ৬৩টা মৌলক পদাৰ্থ সিহঁতৰ গুণ আৰু ধৰ্মৰ পৰ্যায়ক্ৰমে সজাই এখন তালিকা প্ৰস্তুত কৰে। মেণ্ডেলিয়েভে তালিকাখনৰ জৰিয়তে আৱিষ্কাৰ কৰিলে যে প্ৰতি সাতোটা মৌলৰ মূৰে মূৰে মৌলবোৰৰ ধৰ্ম একোটা পৰ্যায় বা ছন্দত একে হৈ যায়। ইয়েই পৰ্যাবৃত্ত তালিকাৰূপে বিখ্যাত। তালিকাখনত সমগোত্ৰীয় মৌলিক পদাৰ্থবোৰক সিহঁতৰ ৰাসায়নিক গুণ আৰু ধৰ্ম অনুসৰি আৰু পাৰমাণৱিক সংখ্যানুযায়ী নিৰ্দিষ্ট ব্যৱধানত তথা নিৰ্দিষ্ট শ্ৰেণীত বিন্যস্ত কৰা হৈছে।

**পলাশীৰ যুদ্ধ** *Battle of Palassy (Palashi)*
বৰ্তমানৰ পশ্চিমবংগৰ মধ্য-দক্ষিণৰ ভাগীৰথী নদীৰ সামান্য পূবে অৱস্থিত পলাশী নামৰ এখন গাঁৱত ১৭৫৭ চনৰ ২৩ জুনত ইংৰাজ আৰু বংগৰ নবাব ছিৰাজোদ্দৌল্লাৰ মাজত হোৱা ঐতিহাসিক যুদ্ধ। ১৭৫৬ চনত ছিৰাজোদ্দৌল্লা বংগৰ নবাব হয়। সেই বছৰৰে ৪ জুনত ছিৰাজে ইংৰাজৰ পৰা কাশিমবাজাৰ আৰু ২০ জুনত কলকাতা দখল কৰে। এই খবৰ পাই ৰবাৰ্ট ক্লাইভৰ নেতৃত্বত এদল ইংৰাজ সৈন্য আহে আৰু কলকাতা পুনৰ দখল কৰি লয়। ইয়াৰ পাছত ছিৰাজৰ লগত ইংৰাজৰ এক সন্ধি হয় আৰু ইংৰাজে ছিৰাজক নবাব হিচাপে স্বীকাৰ কৰে। অৱশ্যে গোপনে ছিৰাজোদ্দৌল্লাৰ প্ৰধান সেনাপতি মিৰ্জাফৰৰ লগত ইংৰাজৰ এটা বুজাবুজি হ'ল যে যুদ্ধ হ'লে মিৰ্জাফৰে ইংৰাজক সহায় কৰিব আৰু ইংৰাজে ছিৰাজক আঁতৰাই মিৰ্জাফৰক নবাব পাতিব। ইয়াৰ পাছত ইংৰাজসকলে ৰবাৰ্ট ক্লাইভৰ নেতৃত্বত ছিৰাজৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। নবাবো সসৈন্যে অগ্ৰসৰ হয়। ইয়েই বিখ্যাত পলাশীৰ

যুদ্ধ। নবাবৰ ৫০,০০০ সৈন্যৰ বিপৰীতে ইংৰাজসকলৰ সৈন্য সংখ্যা আছিল মাত্ৰ ৩,০০০। পিছে মিৰ্জাফৰৰ নেতৃত্বত এই বিশাল সৈন্যদল যুদ্ধক্ষেত্ৰত নিষ্ক্ৰিয় হৈ থাকে। তথাপি মীৰমদন, মোহনলালৰ দৰে বিশ্বস্ত সেনানায়ক আৰু চিনফ্ৰেৰ নেতৃত্বত ফৰাচী সৈন্যদলৰ প্ৰচেষ্টাত ছিৰাজ বিজয়ৰ দিশত অগ্ৰসৰ হয়, কিন্তু সংকটপূৰ্ণ সময়ত মিৰ্জাফৰৰ বিশ্বাসঘাতকতাৰ বাবে তেওঁৰ পৰাজয় ঘটে। পাছত ছিৰাজক বন্দী কৰা হয় আৰু মিৰ্জাফৰৰ পুত্ৰ মীৰনে নিয়োগ কৰা মহম্মদী বেগ নামৰ এজনৰ হাতত ছিৰাজৰ মৃত্যু হয়। পলাশীৰ যুদ্ধৰ পাছত মিৰ্জাফৰক ইংৰাজসকলে বংগদেশৰ নবাব পদত অধিষ্ঠিত কৰে। পিছে, কাৰ্যতঃ নবাবৰ ক্ষমতা নিচেই সংকুচিত হয় আৰু ইংৰাজসকলৰ শক্তি প্ৰতিষ্ঠাৰ পথ মুকলি হৈ পৰে।

## পলিগ্ৰাফ

*লাই ডিটেক্টৰ চাওক*

## পয়া লগা ৰোগ *Marasmus*

হজমৰ গোলমাল বা শৰীৰৰ পুষ্টি আহৰণৰ অক্ষমতাৰ হেতুকে ক্ৰমাৎ ক্ষীণাই যোৱা ৰোগ। সাধাৰণতে প্ৰোটিন, কাৰ্বোহাইড্ৰেট আৰু চৰ্বিৰ অতিশয় অভাৱৰ বাবে সৰু ল'ৰা-ছোৱালীৰ এই ৰোগ হয়।

## পাই *Pi*

গ্ৰীক বৰ্ণমালাৰ ষষ্ঠদশ বৰ্ণ। সাধাৰণতে যিকোনো জ্যামিতিক বৃত্তৰ পৰিধি আৰু ব্যাসৰ অনুপাতসূচক স্থিৰ ৰাশিৰ প্ৰতীকৰূপে ইয়াক ব্যৱহাৰ কৰা হয়। এই প্ৰতীকৰ ৰূপ এনে ঃ $\pi$ আৰু ই এটা অপৰিমেয় সংখ্যা, অৰ্থাৎ, ইয়াৰ সম্পূৰ্ণ মান কোনো এটা বা একাধিক সংখ্যাৰ দ্বাৰা প্ৰকাশ কৰিব নোৱাৰি। মোটামুটিভাৱে ইয়াৰ মান ২২/৭ বা ৩.১৪১৫৯২৬৫৩৬। ২২/৭ বা $\pi$-ৰ মান এনে এটা আছুৱলীয়া ভগ্নাংশ — যাৰ প্ৰকৃত মান সুনিৰ্দিষ্টকৈ আজিও নিৰ্ণয় কৰিব পৰা হোৱা নাই। আধুনিক কালত কম্পিউটাৰৰ সহায়ত ২,০০০ দশমিক স্থান পৰ্যন্ত $\pi$-ৰ মান উলিওৱা হৈছে যদিও সম্পূৰ্ণ মান আজিও ওলোৱা নাই। আচৰিত কথা, সম্পূৰ্ণভাৱে মিলি যোৱাটো দূৰৰ কথা, ইয়াৰ পৌনঃপুনিক দশমিক সংখ্যাও উলিয়াব পৰা হোৱা নাই। গণিতৰ বিভিন্ন শাখাত পাইৰ বহুল ব্যৱহাৰ আছে।

## পাইথাগোৰাছৰ উপপাদ্য *Pythagoras' Theorem*

গ্ৰীক দাৰ্শনিক আৰু গণিতজ্ঞ পাইথাগোৰাছে উদ্ভাৱন কৰা জ্যামিতিৰ এক বিখ্যাত উপপাদ্য। এই উপপাদ্য মতে সমকোণী ত্ৰিভুজৰ অতিভুজৰ বৰ্গ তাৰ বিপৰীত বাহু দুটাৰ বৰ্গৰ যোগফলৰ সমান। গণিতজ্ঞজনাৰ নাম অনুসৰি উপপাদ্যটোৰো নামকৰণ (পাইথাগোৰাছৰ উপপাদ্য) কৰা হৈছে।

## পাছপোৰ্ট *Passport*

কোনো চৰকাৰে নিজৰ নাগৰিকক বিদেশলৈ যাবৰ বাবে অনুমতি দিয়া পত্ৰ; পাৰপত্ৰ। এখন ৰাষ্ট্ৰৰ পৰা আন এখন ৰাষ্ট্ৰলৈ ভ্ৰমণ কৰিবলগীয়া হ'লে ভ্ৰমণকাৰীজনে এখন আন্তৰ্জাতিক পৰিচয়-পত্ৰ লগত লৈ ফুৰিব লাগে। তেওঁ যিখন দেশৰ অধিবাসী (বা নাগৰিক), সেইখন

দেশে, মানুহজনৰ আবেদন মৰ্মে, তেওঁক এই পাছপোৰ্ট বা আন্তৰ্জাতিক পৰিচয়-পত্ৰখন দিয়ে। ইয়াৰ দ্বাৰা তেওঁ আন্তৰ্জাতিক ভ্ৰমণৰ সুবিধা ল'ব পাৰে। পাছপোৰ্টত ব্যক্তিজনৰ ফটো লগোৱাৰ লগতে তেওঁৰ বিষয়ে সবিশেষ তথ্য লিপিবদ্ধ হৈ থাকে।

**পাছপোৰ্ট আকাৰৰ ফটো** *Passport Size Photo*

ফটোৰ বাবে এটা জোখ। পাছপোৰ্টত পাছপোৰ্টৰ গৰাকীজনৰ এখন ফটো লগোৱা থাকে। এই ফটোৰ এক নিৰ্দিষ্ট জোখ (৩.৫ চেণ্টিমিটাৰ x ৪.৫ চেণ্টিমিটাৰ) আছে। ইয়াৰে পৰা পাছপোৰ্ট আকাৰৰ ফটো নামৰ ফটোৰ জোখটোৰ সৃষ্টি হৈছে।

**পাঞ্চজন্য**

বিষ্ণুৰ শংখ। পঞ্চজন নামৰ শংখ ৰূপধাৰী অসুৰক বধ কৰি বিষ্ণুৱে এই শংখ লাভ কৰিছিল।

**পাঠ সমীক্ষা** *Textual Criticism*

কোনো এখন গ্ৰন্থক পুংখানুপুংখভাৱে পাঠ কৰি, তাৰ যিমানবোৰ সংস্কৰণ পোৱা যায়, সেইবোৰক পৰীক্ষা কৰি সৰ্বাধিক নিৰ্ভৰযোগ্য বা প্ৰামাণিক সংস্কৰণ প্ৰস্তুত কৰা কাৰ্য। এইদৰে বিভিন্ন সংস্কৰণৰ তুলনা কৰাৰ ফলত টীকাকাৰ, লিপিকাৰ আদিয়ে অহেতুক আৰোপ কৰা তথ্য বৰ্জন কৰি লেখকৰ প্ৰকৃত উদ্দেশ্য আৰোপ কৰা সম্ভৱ হৈ উঠে। ঘাইকৈ পুৰণি আৰু মৌলিক ৰচনাৰ ক্ষেত্ৰত পাঠ সমীক্ষা কৰা হয়।

**পাতনি** *Preface*

গ্ৰন্থ, পুথি আদিৰ প্ৰথমতে পুথিখনৰ বিষয়বস্তু, প্ৰণয়ন পদ্ধতি আদি সমন্বিতে অৱতাৰণা কৰি লিখা বিৱৰণ। পাতনিৰ জৰিয়তে একোখন কিতাপৰ থূলমূল আভাস এটা লাভ কৰিব পাৰি। এই পাতনিকে কেতিয়াবা মুখবন্ধ বা আগকথা বা ভূমিকা বুলিও কোৱা হয়।

**পাদটীকা** *Foot Note*

কোনো পাঠৰ শেষত বা লেখাৰ শেষত আগবঢ়োৱা কোনো জটিল ভাব বা কথাৰ ব্যাখ্যা। বহু সময়ত আকৌ ইয়াক কিতাপখনৰ অথবা অধ্যায়টোৰ শেষত দিয়া দেখা যায়।

**পানী তোলা**

অসমীয়া বিবাহ অনুষ্ঠানত দৰা-কইনাক গা ধুৱাবলৈ আনুষ্ঠানিকভাৱে পানী অনা মাংগলিক লোকাচাৰ। জোৰোণৰ দিনা সন্ধিয়া দৰা-কইনাক বিশেষভাৱে তুলি অনা পানীৰে গা ধুওৱা নিয়ম অসমীয়া সমাজত প্ৰচলিত। পানী তোলাত বৈদিক মন্ত্ৰোচ্চাৰণ আদিৰ প্ৰয়োজন নাই। সাধাৰণতে ৰাজহুৱা পুখুৰী, বিল, নৈ আদিত পানী তোলা নিয়ম। বাৰীৰ পিছফালৰ কোনো পুখুৰী, নলী, বিল, নদী আদিৰ পৰা পানী তোলা নিষেধ। এনেদৰে 'পানী তুলি অনা' পানীৰে গা ধুলে দৰা-কইনাৰ অপায়-অমংগল আদি দূৰ হোৱাৰ লগতে শত্ৰুৰ কুমন্ত্ৰাদি প্ৰতিৰোধ হয় বুলি বিশ্বাস। পানী তোলাৰ সময়ত বিভিন্ন বিয়া নামো গোৱা হয়।

বিয়াৰ উপৰি অসমীয়া হিন্দু সমাজত চূড়াকৰণ, উপনয়ন আদি বিভিন্ন মাংগলিক

উৎসৱত পানী তোলা প্ৰথা আছে। একেদৰে পানী তোলাৰ লগত সম্পৰ্কিত একাধিক অনুষ্ঠানো অসমৰ ঠাই আৰু সম্প্ৰদায়ভেদে পালন কৰে।

**পানীপথৰ যুদ্ধ** *Battles of Panipat*

দিল্লীৰ উপকণ্ঠ অঞ্চলত (বৰ্তমান হাৰিয়ানাত) অৱস্থিত পানীপথত ইতিহাসৰ তিনিখন গুৰুত্বপূৰ্ণ যুদ্ধ হৈছিল আৰু প্ৰত্যেকবাৰেই ভাৰতৰ ইতিহাসৰ ৰাজনৈতিক পট পৰিৱৰ্তনৰ সূচনা হৈছিল। এই যুদ্ধকেইখনকে পানীপথৰ প্ৰথম যুদ্ধ (১৫২৬), দ্বিতীয় যুদ্ধ (১৫৫৬) আৰু তৃতীয় যুদ্ধ (১৭৬১) বুলি জনা যায়। এই যুদ্ধৰ ফলত মোগল শাসনৰ কাৰ্যতঃ পতন ঘটে আৰু ভাৰতত ইংৰাজ আধিপত্যৰ পথ সুগম হয়।

**পাপাৰাজি** *Paparazzi*

কোনো বিশিষ্ট তথা খ্যাতনামা ব্যক্তিৰ জীৱনৰ গোপন অধ্যায়ৰ স্পৰ্শকাতৰ খবৰ/ফটো বিচাৰি ব্যক্তিজনক অনবৰতে ভেনামাখিৰ দৰে আগুৰি বিৰক্ত কৰা ফটোগ্ৰাফাৰ বা সাংবাদিক। 'পাপাৰাৎজি' বা 'পাপাৰাজো' বা 'পাপাৰাজ' নামেৰেও সমধিক পৰিচিত। শব্দটো ইটালীয় ভাষাৰ paparazzo শব্দৰ বহুবচন। ইটালীৰ বিখ্যাত চলচ্চিত্ৰ পৰিচালক ফেডেৰিকো ফেলিনীৰ (Federico Fellini, ১৯২০-১৯৯৩) ১৯৬০ চনত মুক্তিলাভ কৰা 'লা ডোলে ভিটা' নামৰ ছবিখনৰ এটা চৰিত্ৰৰ পৰা শব্দটো প্ৰচলিত হৈছে।

**পাৰছেক** *Parsec*

জ্যোতিৰ্বিজ্ঞানত, বিশেষকৈ, নক্ষত্ৰৰ দূৰত্ব জুখিবলৈ ব্যৱহাৰ হোৱা একক বিশেষ। ১ পাৰছেক = ৩.০৮৫৭২ x ১০$^{১৬}$ মিটাৰ বা প্ৰায় ৩.২৬ আলোকবৰ্ষ।

**পাৰফৰ্মিং আৰ্ট**

*পৰিৱেশ্য কলা চাওক*

**পাৰমাণৱিক বোমা** *Atom Bomb*

পাৰমাণৱিক শক্তিৰ দ্বাৰা বিস্ফোৰণ ঘটোৱা অতি উচ্চ শক্তিসম্পন্ন বোমা; এটম বোমা। পাৰমাণৱিক বোমা বিস্ফোৰণত মুহূৰ্তৰ ভিতৰতে প্ৰচণ্ড পাৰমাণৱিক শক্তি বিমুক্ত হৈ ভয়াৱহ ধ্বংসলীলাৰ সৃষ্টি কৰে। পাৰমাণৱিক বোমাৰ বিস্ফোৰণকালীন তাপমাত্ৰা আৰু আঘাতজনিত বায়ু তৰংগৰ উপৰি তীব্ৰ গামা ৰশ্মি আৰু নিউট্ৰন ৰশ্মি নিৰ্গত হয়। এইবোৰ যিকোনো জীৱিত কলাৰ বাবে অত্যন্ত ক্ষতিকৰ। পাৰমাণৱিক বোমাৰ বিস্ফোৰণত বিস্ফোৰণস্থলীৰ পৰা বহুদূৰ পৰ্যন্ত পৰিৱেশ তেজস্ক্ৰিয় উপজাত পদাৰ্থৰে দূষিত হৈ পৰে। উচ্চ বায়ুমণ্ডলত তেজস্ক্ৰিয় গেছ আৰু ধূলিকণাৰ দ্বাৰা সৃষ্ট তেজস্ক্ৰিয় মেঘ বিস্ফোৰণস্থলীৰ পৰা বহুদূৰলৈ বিয়পি পৰি পৰিৱেশক বিষাক্ত কৰি পেলায়। ফলত ক্ষয়-ক্ষতিৰ মাত্ৰা হৈ পৰে অবৰ্ণনীয়। আনহাতে বিস্ফোৰণৰ পাছতো ইয়াৰ প্ৰভাৱ থাকি যায়; কেইবাটাও প্ৰজন্মলৈ জীৱজগতৰ সন্তান-সন্ততি হ'ব পাৰে বিকলাংগ। অনুৰূপ প্ৰভাৱ পৰে উদ্ভিদজগততো। বিস্ফোৰণৰ বহুবছৰ পাছতো ইয়াৰ প্ৰভাৱত মানুহৰ দেহত দুৰাৰোগ্য কেন্সাৰ ৰোগে দেখা দিব পাৰে। দ্বিতীয় মহাসমৰত আমেৰিকাই জাপানৰ হিৰোছিমা আৰু নাগাছাকি নামৰ চহৰ দুখনত প্ৰথম এটম

বোমাৰ বিস্ফোৰণ ঘটাইছিল।

আজিকালি ভূগৰ্ভৰ বাহিৰে আন ঠাইত পাৰমাণৱিক বোমাৰ বিস্ফোৰণ নিষিদ্ধ।

**পাৰমাণৱিক শক্তি** *Atomic Energy*

পৰমাণুৰ নিউক্লিয়াছৰ (বা পৰমাণু কেন্দ্ৰ) বিভংগন বা পাৰমাণৱিক বিযোজনত উৎপন্ন শক্তি। এনে বিযোজনত ভৰ শক্তিলৈ ৰূপান্তৰিত হয়। এই ভৰৰ পৰা প্ৰচণ্ড শক্তি পাব পৰা যায়। পাৰমাণৱিক শক্তিৰ বিভিন্ন প্ৰয়োগ আছে। বিদ্যুৎ শক্তি উৎপাদন, কৃষি, চিকিৎসা, স্বাস্থ্য, ভূগৰ্ভস্থ সম্পদৰ সন্ধান আৰু আহৰণ, পাৰমাণৱিক বোমা নিৰ্মাণ আদিত পাৰমাণৱিক শক্তিৰ ব্যৱহাৰ বহুল। ভাৰতকে ধৰি পৃথিৱীৰ বিভিন্ন দেশে পাৰমাণৱিক শক্তিক বিভিন্ন ক্ষেত্ৰত ব্যৱহাৰ কৰিছে।

**পাৰমিয়ান** *Permian*

আজিৰ পৰা ২৮ কোটি বছৰৰ পৰা ২৪ কোটি বছৰ পৰ্যন্ত বিস্তৃত সময়-কাল। পূৰ্বতে পৃথিৱীৰ জলবায়ু তপত আছিল। পাৰমিয়ান যুগত জলবায়ু অলপ শীতল হয়। ফাৰ্নজাতীয় উদ্ভিদ, মাছ, উভচৰ আৰু বিভিন্ন ধৰণৰ সৰীসৃপজাতীয় প্ৰাণী পাৰমিয়ান যুগৰ জীৱকুলৰ বৈশিষ্ট্য। সেই যুগৰ সৰীসৃপজাতীয় প্ৰাণীবোৰে পাছৰ প্ৰায় ১৫ কোটি বছৰ পৃথিৱীত বাস কৰিছিল। যুগটোৰ আৰম্ভণিত কিছু অমেৰুদণ্ডী প্ৰাণী থাকিলেও শেষৰফালে এইবোৰৰ সংখ্যা কম হৈ আহিছিল আৰু কোনোমতেহে নিজৰ অস্তিত্ব বজাই ৰাখিছিল।

**পাৰিবাৰিক হিংসা প্ৰতিৰোধ আইন** *Protection from Domestic Violence Act*

ঘৰৰ বা পৰিয়ালৰ ভিতৰত নিজৰ নিকটাত্মীয়ৰ দ্বাৰা মানসিক নিৰ্যাতন, অৰ্থনৈতিক প্ৰতিবন্ধকতা, নিষ্ঠুৰতা, অমানৱীয় আচৰণ তথা বলপ্ৰয়োগ আৰু ভীতি প্ৰদৰ্শনৰ ভয়াৱহতাৰ বিৰুদ্ধে আইনী সুৰক্ষা দিয়াৰ বাবে ২০০৫ চনৰ ছেপ্টেম্বৰ মাহত ভাৰতত গৃহীত আইন।

এই আইনৰ অন্যতম বৈশিষ্ট্য হ'ল ঃ ই নাৰীক জন্মসূত্ৰে, বৈবাহিক সূত্ৰে বা যৌথ বসবাসৰ সূত্ৰে প্ৰাপ্ত স্বাভাৱিক বাসস্থানত (কোনো স্বত্ব বা স্বামীত্ব নাথাকিলেও) থকাৰ অধিকাৰ প্ৰদান কৰে। প্ৰতিবাদী নাৰীক তেওঁৰ বাসস্থান ত্যাগ কৰিবলৈ বাধ্য কৰা নাযায়। এই আইনৰ বলত কোনো নাৰীক তেওঁৰ সন্মতি অবিহনে বিয়াত বহিবলৈ বাধ্য কৰাব নোৱাৰে, আনহাতে তেওঁক নিজৰ পচন্দ অনুযায়ী বিবাহ কৰাতো বাধা দিব নোৱাৰি। উল্লেখযোগ্য যে পাৰিবাৰিক হিংসা প্ৰতিৰোধ এক্তিয়াৰত ঘটা যিকোনো অপৰাধ জামিনৰ অযোগ্য।

কোনো নিৰ্যাতিতা বা নিৰ্যাতিতাৰ সপক্ষে যিকোনো ব্যক্তিয়ে এই আইন অনুযায়ী এক বা একাধিক প্ৰতিকাৰ বিচাৰি আবেদন কৰিব পাৰে।

**পাৰ্কিনছন্‌ছ ডিজিজ** *Parkinson's Disease*

এক প্ৰকাৰ স্নায়ু ৰোগ। এই ৰোগ হ'লে মানুহজনৰ স্নায়ুতন্ত্ৰ আক্ৰান্ত হয়। সাধাৰণতে 'কঁপি থকা ৰোগ' (Shaking Palsy) বুলি জনাজাত এই ৰোগ সম্বন্ধে ১৮১৭ চনত ইংৰাজ চিকিৎসক জেমছ পাৰ্কিনছনে (১৭৫৫-১৮২৪) সবিশেষ ব্যাখ্যা কৰে। তেওঁৰ নামেৰেই এইবিধ ৰোগ পাছলৈ 'পাৰ্কিনছন্‌ছ ডিজিজ' নামেৰে বিখ্যাত হৈ পৰে। সাধাৰণতে

প্ৰৌঢ়াৱস্থাৰ (কেতিয়াবা আগৰ সময়ৰো) পুৰুষ-মহিলাৰ ক্ষেত্ৰত দেখা দিয়া এইবিধ ৰোগৰ কাৰণ সম্বন্ধে অৱশ্যে পাৰ্কিনছনেও একো সিদ্ধান্ত দিব পৰা নাছিল। এই ৰোগ স্নায়ুতন্ত্ৰৰ বিকাৰজনিত এক ৰোগ। ৰোগ আৰম্ভ হোৱাৰ দহৰ পৰা বিশ বছৰৰ ভিতৰত ৰোগীৰ শৰীৰত কিছুমান স্পষ্ট লক্ষণে দেখা দিয়ে, শৰীৰৰ অংগ কিছুমান কঁপিবলৈ ধৰে। পাছলৈ এই লক্ষণসমূহ ইমান বাঢ়ি আহে যে ৰোগীয়ে 'বেলেন্স' বা ভাৰসাম্য ৰাখিব নোৱাৰে। মুখৰ মাতবোৰো অস্পষ্ট তথা দুৰ্বোধ্য হৈ আহে। হাত ইমানকৈ কঁপে যে তেওঁ একো লিখিবও নোৱাৰা হয়।

## পালনাম

পাল পাতি কেইবাদিনলৈ কৰা নাম-কীৰ্তন। মূলতঃ পালনামত হৰিনাম কীৰ্তন আৰু শাস্ত্ৰ পাঠ কৰা হয়। পালনাম বিভিন্ন ঠাইত একেৰাহে তিনি দিন, পাঁচ দিন, সাত দিন, নতুবা এমাহ জুৰি হয়। পালনামত গীতা-ভাগৱত পঢ়া লোকজন হয় পাঠক নহয় ভাগৱতী। তেওঁ বহা আসনখনক ব্যাসাসন বোলে। ব্যাসাসনখন পালনামৰ কেইদিনত খালী হ'ব নোৱাৰে। কিবা কাৰণত এজন ভাগৱতী উঠিলে অইন এজন বহিব লাগে। অগত্যা ৰিঙিৰ গামোচাখন হ'লেও আসনত বহুওৱা নিয়ম। প্ৰসংগৰ পূৰ্বে প্ৰতিদিনে পালনামত পুৰুষ-স্ত্ৰী নিৰ্বিশেষে নৈবেদ্য, উপকৰণ আগবঢ়ায়। ভক্তিৰ প্ৰতি জনসাধাৰণৰ মন সজাগ কৰাই পালনামৰ ঘাই উদ্দেশ্য। অসমৰ বেলশৰ, চামতা, সৰ্থেবাৰীৰ নসত্ৰ, মাজুলীৰ আউনীআটি সত্ৰ, বৰপেটা সত্ৰ, যোৰহাটৰ ওচৰৰ ঢেঁকীয়াখোৱা বৰনামঘৰৰ পালনাম অসম বিখ্যাত।

## পাস্কেলৰ সূত্ৰ *Pascal's Law*

ফৰাচী গণিতজ্ঞ, পদাৰ্থবিদ ব্লেইজ পাস্কেলে (Blaise Pascal, ১৬২৩-১৬৬২) উদ্ভাৱন কৰা তৰল পদাৰ্থৰ চাপ সম্পৰ্কীয় প্ৰসিদ্ধ সূত্ৰ। এই সূত্ৰমতে এটা পাত্ৰত কিছু জুলীয়া পদাৰ্থ থ'লে পদাৰ্থখিনিয়ে পাত্ৰটোৰ চাৰিওফালে সমান চাপ দিয়ে আৰু এই চাপে সদায় পাত্ৰটোৰ ওপৰত লম্বভাৱে ক্ৰিয়া কৰে। এই সূত্ৰৰ ভিত্তিতেই সম্প্ৰতি বিভিন্ন ক্ষেত্ৰত বহুলভাৱে ব্যৱহৃত 'হাইড্ৰোলিক প্ৰেছ' (Hydraulic Press) যন্ত্ৰ তৈয়াৰ কৰা হৈছে।

## পি আই বি

*প্ৰেছ ইনফৰমেচন ব্যুৰো চাওক*

## পিউৰিফাইড ৱাটাৰ *Purified Water*

সাধাৰণ পানীত থকা বিভিন্ন অপকাৰী অশুদ্ধি আঁতৰাই প্ৰস্তুতকৰা পানী; বিশুদ্ধিকৃত পানী। ডিষ্টিলড্ (distilled) আৰু ডিআয়োনাইজড্ (deionized) পানী হ'ল ব্যাপকভাৱে ব্যৱহৃত দুবিধ বিশুদ্ধিকৃত পানী। বৰ্তমান বিভিন্ন উন্নত পদ্ধতিৰ জৰিয়তে পানীক ইমান বিশুদ্ধ কৰিব পৰা হৈছে যে তাত থাকি যোৱা অশুদ্ধিক ১০০ কোটি ভাগৰ এভাগ (ppb: parts per billion) হিচাপতহে জুখিব পৰা যায়। খোৱা পানীৰ উপৰি গৱেষণাগাৰ আৰু বিভিন্ন উদ্যোগত বিশুদ্ধিকৃত পানী ব্যৱহাৰ কৰা হয়। একেদৰে বৰ্তমান বিশ্বৰ প্ৰায়বোৰ উন্নত দেশতে কেৱল বিশুদ্ধিকৃত পানীহে ব্যৱহাৰ কৰা হয়।

## পি এইচ *pH : Potential of Hydrogen*

কোনো তৰলৰ এচিডধৰ্মিতা বা ক্ষাৰকধৰ্মিতা বুজোৱা এক বিশেষ মান। এচিডৰ তীব্ৰতা নিৰ্ভৰ কৰে সমপৰিমাণৰ এচিডত হাইড্ৰোজেন আয়নৰ ঘনত্বৰ (concentration) ওপৰত। এই ঘনত্বমাপক সংখ্যাকে pH চিহ্নৰ দ্বাৰা প্ৰকাশ কৰা হয়। যি যন্ত্ৰত ইয়াৰ পৰিমাপ কৰা হয় তাৰ নাম pH মিটাৰ।

## পি এইচ ডি আৰু ডি এছ্ চি *PhD and DSc*

পি এইচ ডি হ'ল ডক্টৰ অব্ ফিলছোফী আৰু ডি এছ চি হ'ল ডক্টৰ অব্ ছায়েন্স। বিজ্ঞান, কলা, বাণিজ্য যিকোনো বিভাগতেই পি এইচ ডি পাব পাৰি। কিন্তু ডি এছ চি ডিগ্ৰী কেৱল বিজ্ঞানতহে পোৱা যায়। তদুপৰি ডি এছ চি ডিগ্ৰী পি এইচ ডিতকৈ উচ্চতৰ।

## পিকিং মানৱ *Peking Man*

অষ্ট্ৰেলোপিথেকাছৰ পৰা আধুনিক মানৱলৈ বিৱৰ্তনৰ পথৰ এক মানৱ গোষ্ঠী। আজিৰ পৰা দহ লাখ বছৰৰ আগতে এই মানৱ গোষ্ঠীয়ে পৃথিৱীত বসবাস কৰিছিল বুলি জনা গৈছে। ১৯২৭ চনত চীনৰ পিকিং (বৰ্তমান বেইজিং) চহৰৰ প্ৰায় ৪০ কিলোমিটাৰ দক্ষিণ-পশ্চিমৰ চুকুটিয়েন (Chou-Kou-Tien) নামৰ এখন গাঁৱত এক আদিম মানৱ গোষ্ঠীৰ লাওখোলা, হাড় তথা অন্যান্য অংশ, ব্যৱহাৰ কৰা সঁজুলিৰ কিছু নিদৰ্শন আৱিষ্কৃত হয়। পিকিঙত আৱিষ্কৃত বাবে এই মানৱ গোষ্ঠীক পিকিং মানৱ নামেৰে জনা যায়। বৰ্তমানৰ মানৱতকৈ এওঁলোক কিছু ওখ আছিল, অৱশ্যে হাত-ভৰিৰ জোখৰ মাজত বৰ বেছি পাৰ্থক্য নাই। পিকিং মানৱে থিয় হৈ খোজ কাঢ়িছিল। সেয়ে বহু নৃতত্ত্ববিদৰ মতে পিকিং মানৱ নিয়াণ্ডাৰ্থাল মানৱৰে অংশ। বহু নৃতত্ত্ববিদৰ মতে পিকিং মানৱেই পোনপ্ৰথমে জুইক নিজৰ কামত ব্যৱহাৰ কৰিছিল।

## পি জি *PG*

চলচ্চিত্ৰ বা টেলিভিছনৰ কোনো অনুষ্ঠানক দিয়া এক ৰেটিং। ইংৰাজী Parental Guidance শব্দ দুটাক সংক্ষেপে PG বুলি লিখা আৰু কোৱা হয়। ই হ'ল আগৰ 'A' চাৰ্টিফিকেটৰ সমতুল্য।

## পি টি আই *PTI*

*প্ৰেছ ট্ৰাষ্ট অব্ ইণ্ডিয়া চাওক*

## পি টি এছ্ *PTS*

কম্পিউটাৰৰ সহায়ত আখৰ সজোৱা বা কম্পোজ কৰা এটা অত্যাধুনিক পদ্ধতি। ইংৰাজী Photo Type Selting শব্দকেইটাক সংক্ষেপে PTS বুলি লিখা আৰু কোৱা হয়। পি টি এছ পদ্ধতিত কম্পিউটাৰৰ সহায়ত সজোৱা আখৰবোৰৰ অবিকল ৰূপ এক বিশেষ প্ৰক্ৰিয়াৰে ব্ৰোমাইড পেপাৰত জিলিকি উঠে। উল্লেখযোগ্য যে ফটো বা আলোকচিত্ৰও এই ব্ৰোমাইড পেপাৰতে ছপোৱা হয়; ছপোৱা পদ্ধতিও বহু পৰিমাণে একে। সেয়েহে এই পদ্ধতিৰ নাম ফটোটাইপ ছেটিং। অৱশ্যে পি টি এছ পদ্ধতিত ব্যৱহাৰ কৰা ব্ৰোমাইড পেপাৰ

আলোকচিত্ৰত ব্যৱহৃত ব্ৰোমাইড পেপাৰতকৈ কিছু পাতল। ছপা আখৰৰ গুণমান আৰু আকৃতি-প্ৰকৃতিৰ দিশৰ পৰা পি টি এছ পদ্ধতি অতুলনীয়। আখৰবোৰৰ সূক্ষ্মতা (resolution) অধিক হোৱা বাবে পি টি এছ পদ্ধতিত ছপোৱা যিকোনো লেখাৰ সৌন্দৰ্য সহজে চকুত পৰে। কিন্তু ব্ৰোমাইড পেপাৰকে ধৰি সকলোধৰণৰ আলোকচিত্ৰ সামগ্ৰীৰ মূল্য বৃদ্ধি পোৱাৰ বাবে আৰু ইয়াতকৈ তুলনামূলকভাৱে কম ব্যয়বহুল ডি টি পি পদ্ধতিৰ আৱিৰ্ভাৱ হোৱাত পি টি এছ পদ্ধতিৰ ব্যৱহাৰ প্ৰায় নোহোৱাই হৈ পৰিছে। ডি টি পি পদ্ধতিত সজোৱা আখৰ সাধাৰণ কাগজতে ছপা হৈ ওলোৱা বাবে এই পদ্ধতিত আখৰ সজোৱাৰ খৰচ পি টি এছ পদ্ধতিতকৈ বহু কম। *লগতে চাওক ডি টি পি*

## পিত্তৰস *Bile*

হজম ক্ৰিয়াৰ বাবে যকৃতে নিঃসৰণ কৰা পাচক ৰসপিত্ত। পিত্তৰস পাকস্থলীত জমা হৈ থাকে আৰু হজম ক্ৰিয়াত অংশ লয়। খাদ্যত পৰিপাক বা হজমৰ বাবে পিত্তৰস অতি লাগতিয়াল পদাৰ্থ। এজন সুস্থ মানুহে প্ৰতিদিনে প্ৰায় ৫০০-১,১০০ মিলিলিটাৰ পিত্তৰস নিঃসৰণ কৰে।

## পিন কোড *PIN Code*

চিঠি-পত্ৰ বাছনি (sorting) আৰু বিলি অধিক সুবিধাজনক তথা দ্ৰুত কৰাৰ উদ্দেশ্যে ভাৰতীয় ডাক বিভাগে প্ৰৱৰ্তন কৰা বিশেষ সংখ্যা; ডাক সূচাংক; ডাক সূচক সংখ্যা। ১৯৭২ চনৰ ১৫ আগষ্টৰ পৰা ভাৰতত পিন কোডৰ প্ৰচলন হয়। পিন শব্দটো কেইটামান ইংৰাজী শব্দৰ প্ৰথম আখৰবোৰ লগলগাই সজা হৈছে। Postal Index Number Code — ইয়াক সংক্ষেপে PIN Code বুলি লিখা আৰু কোৱা হয়। পিন কোডত ছটা সংখ্যা থাকে। ইয়াৰ একেবাৰে বাঁওফালৰ সংখ্যাটোৱে এটা নিৰ্দিষ্ট মণ্ডলক (zone) বুজায়। দ্বিতীয় আৰু তৃতীয় সংখ্যা দুটাই এটা নিৰ্দিষ্ট উপ-মণ্ডলক (sub zone) আৰু চিঠি এখন কোন পথেৰে যাব সেই কথা নিৰ্দেশ কৰে। একেদৰে সোঁফালৰ সংখ্যা তিনিটাই চিঠি-পত্ৰ বিলোৱা নিৰ্দিষ্ট ডাকঘৰ এটাক বুজায়। অৰ্থাৎ, ছটা সংখ্যাযুক্ত পিন কোডে চিঠি যাবলগীয়া ডাকঘৰ, অঞ্চল, জিলা আদিৰ স্পষ্ট ধাৰণা দিয়ে। উদাহৰণস্বৰূপে ৭৮৫০০১ — এই পিন কোডটোৰ একেবাৰে বাঁওহাতৰ সংখ্যাটোৱে (৭) নিৰ্দিষ্ট মণ্ডলটোক (অসম) সূচাইছে। তাৰ পিছৰ সংখ্যা দুটাই (৮৫) নিৰ্দিষ্ট উপ-মণ্ডলক (যোৰহাট) আৰু কাষৰ সংখ্যা তিনিটাই (০০১) নিৰ্দিষ্ট ডাকঘৰটোক (যোৰহাটৰ প্ৰধান ডাকঘৰ) নিৰ্দেশ কৰিছে। ভাৰতৰ ৰাজ্য আৰু কেন্দ্ৰীয়শাসিত অঞ্চলসমূহক আঠটা মণ্ডলত ভাগ কৰা হৈছে। ভাৰতৰ দৰে পৃথিৱীৰ অন্যান্য বহু দেশতো এনে ডাক সূচাংকৰ ব্যৱস্থা আছে। অৱশ্যে, দেশভেদে ইয়াৰ নাম তথা গঠন-প্ৰণালী সুকীয়া।
*লগতে চাওক জিপ কোড*

## পুনঃস্থিতিস্থাপক তত্ত্ব *Elastic Rebound Theory*

ভূপৃষ্ঠৰ তলত থকা শিলৰ তৰপবোৰ বা শিলাস্তৰবোৰৰ ওপৰত নানা চাপে অবিৰামভাৱে ক্ৰিয়া কৰি আছে। এই চাপ যদি কোনো এটা স্তৰে সহ্য কৰিব পৰাতকৈ বেছি হয়, তেন্তে সেই স্তৰত এটা ফাটৰ সৃষ্টি হয়। এই শিলাস্তৰ দুটাৰ সংযোগস্থলত খুব বেছি প্ৰতিচাপৰ (stress) সৃষ্টি হয় আৰু স্থিতিস্থাপকতা গুণৰ বাবে সিহঁত আগৰ অৱস্থালৈ ঘূৰি যাব বিচাৰে। সেয়ে

সুবিধা পালেই এটা সময়ত শিলাস্তৰ প্ৰচণ্ড বেগত আগৰ অৱস্থালৈ ঘূৰি যায় আৰু ওচৰ-পাঁজৰৰ অঞ্চলটোত এটা প্ৰচণ্ড জোকাৰণিৰ সৃষ্টি হয়। এই জোকাৰণিয়ে ভূমিকম্পৰ সৃষ্টি কৰি ঢৌৰ আকাৰত ভূপৃষ্ঠৰ ওপৰত বিয়পি পৰে। এনেধৰণে উৎপন্ন হোৱা ভূমিকম্পৰ উৎপত্তিৰ মতবাদক 'পুনঃস্থিতিস্থাপক তত্ত্ব' বোলা হয় আৰু এনেধৰণৰ ভূমিকম্পক বিবৰ্তনিক ভূমিকম্প (Tectonic Earthquake) বোলা হয়।

## পুঁজিবাদ *Capitalism*

ব্যক্তিগত ধন বিনিয়োগ, উৎপাদন যন্ত্ৰ আৰু ভিতৰণ ব্যৱস্থাত ব্যক্তিগত মালিকানাৰ নিয়ন্ত্ৰণত থকা অৰ্থনৈতিক আৰু সামাজিক ব্যৱস্থা। মুনাফা বা লাভেই এই নিয়ন্ত্ৰণৰ কাৰণ বা উদ্দেশ্য। সামন্ততন্ত্ৰৰ পৰাই পুঁজিবাদৰ উদ্ভৱ আৰু পুঁজিবাদেই সামন্ততন্ত্ৰ ধ্বংস কৰে। পুঁজিবাদৰ সমৰ্থকসকলে বিশ্বাস কৰে যে, আৰ্থিক সম্পদক বণ্টন আৰু প্ৰসাৰৰ শ্ৰেষ্ঠ উপায় হ'ল পুঁজিবাদ। পুঁজিবাদৰ বৈশিষ্ট্য আছে। প্ৰথম, এই ব্যৱস্থাৰ পৰাই মজুৰি নিৰ্ভৰ (wage-earning) শ্ৰমিক শ্ৰেণীৰ উদ্ভৱ হৈছে। দ্বিতীয়, পুঁজিবাদ এক বজাৰমুখী আৰ্থিক ব্যৱস্থা। তৃতীয়, এই ব্যৱস্থাত মানুহৰ শ্ৰমশক্তিও এক পণ্য, অন্যান্য পণ্যৰ দৰে শ্ৰমশক্তিও বিক্ৰয়যোগ্য। কেৱল দৈহিক শ্ৰমেই নহয়, মানসিক আৰু বৌদ্ধিক (intellectual) শ্ৰমশক্তিও বিক্ৰয়যোগ্য। চতুৰ্থ, পুঁজিবাদত পুঁজি যেনেদৰে বৃদ্ধি পায়, মুনাফাও তেনেদৰে ক্ৰমশঃ বাঢ়ি থাকে। পৰিণতিত পুঁজিপতি আৰু শ্ৰমিকৰ পাৰ্থক্যও ক্ৰমশঃ বাঢ়িবলৈ লয়।

## পূবলৈ চোৱা নীতি *Look East Policy*

দেশ এখনৰ বিকাশ অকলশৰে কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। বিশ্বৰ অন্যান্য ৰাষ্ট্ৰৰ সৈতে সহযোগ, আদান-প্ৰদান অবিহনে প্ৰগতি সাধন নহয়। এনে এক উদ্দেশ্যেৰে যুগুত কৰা হৈছে ভাৰতৰ 'লুক ইষ্ট', অৰ্থাৎ, 'পূবলৈ চোৱা নীতি' তথা আঁচনি। আঁচনিখনৰ থূলমূল উদ্দেশ্য ঃ ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ সৈতে চুবুৰীয়া দক্ষিণ-পূব এছিয়াৰ ৰাষ্ট্ৰসমূহৰ স্থলপথৰ সংযোগ ঘটাই দেশৰ আৰ্থ-সামাজিক বিকাশ সাধন কৰা। দক্ষিণ-পূব এছিয়াৰ চুবুৰীয়া ৰাষ্ট্ৰসমূহক লৈ এক আৰ্থ-সামাজিক মণ্ডল সৃষ্টি কৰাও আঁচনিখনৰ প্ৰয়াসৰ অন্তৰ্ভুক্ত। ইয়াৰ এক অংশৰূপে ২০০৪ চনত আয়োজন কৰা হৈছিল এক কাৰ ৰেলীৰো। ইয়াত দেশৰ উদ্যোগ-বাণিজ্য মহল ঘনিষ্ঠভাৱে জড়িত হৈছিল। ইয়াৰো উদ্দেশ্য আছিল — দক্ষিণ-পূব এছিয়াৰ দেশবোৰৰ লগত ভাৰতৰ বাণিজ্যিক সম্পৰ্ক অধিক সম্প্ৰচাৰিত কৰা।

## পেইনকিলাৰ *Painkillers*

বিষ-যন্ত্ৰণা কমোৱা ঔষধ। যি ঔষধ বা পদাৰ্থই আমাৰ বিষৰ অনুভূতিত, অস্থায়ীভাৱে হ'লেও বাধা দিয়ে, সেই সকলোবেই পেইনকিলাৰ বা এনালজেছিকৰ (চিকিৎসা বৈজ্ঞানিক প্ৰতিশব্দ) ভিতৰত পৰে। এনালজেছিক শব্দটো আহিছে গ্ৰীক 'এন' (নথকা) আৰু 'আলজিয়া' (বিষ) শব্দৰ পৰা। পেইনকিলাৰবোৰে মানুহৰ প্ৰান্তীয় আৰু কেন্দ্ৰীয় স্নায়ুতন্ত্ৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি বিষৰ অনুভূতি কমাই তোলে। চিকিৎসা বিজ্ঞানত পেইনকিলাৰৰ কেইবাটাও ভাগ আছে। সেইবোৰ হ'ল ঃ পেৰাচিটামোল (এচিটামিনোফেন), নন ষ্টেৰইডেল এথিফ্লেমেটৰী ঔষধ (যেনে ঃ ছেলিচাইলেটছ), নাৰ্কোটিক (যেনে ঃ মৰ্ফিন), নাৰ্কোটিক গুণসম্পন্ন সংশ্লেষিত ঔষধ (যেনে ঃ ট্ৰামাডল) ইত্যাদি। অতিমাত্ৰা পেইনকিলাৰৰ সেৱনে মানুহৰ দেহত বিৰূপ

প্ৰভাৱ পেলাব পাৰে। তেনে ধৰণৰ পেইনকিলাৰৰ ভিতৰত এছপিৰিন, এচিটামিনোফেন আৰু মৰ্ফিনো পৰে। বিশ্বত আটাইতকৈ বেছিকৈ প্ৰচলিত পেইনকিলাৰ হ'ল এছপিৰিন। ই জ্বৰ-বিষ কমায়। কুৰি শতিকাৰ সত্তৰৰ দশকত বিকশিত আইবোপ্ৰফেন নামৰ পেইনকিলাৰো অৱশ্যে এতিয়া বেছ জনপ্ৰিয়। আটাইতকৈ পুৰণি পেইনকিলাৰ হ'ল অপিয়াম। খ্ৰীষ্টপূৰ্ব ৯০০ মানতে কবি হোমাৰে তেওঁৰ 'ইলিয়াড' মহাকাব্যত অপিয়ামৰ কথা উল্লেখ কৰিছিল। ১৬৪৪ চনত ডেকাৰ্টেই বিষ আৰু মস্তিষ্কৰ মাজত এক সম্পৰ্ক থকাৰ কথা কয়। ১৯১৭ চনৰ ভিতৰত মৰ্ফিন বেছ প্ৰচলিত হৈ পৰে। প্ৰখ্যাত চিকিৎসা বিজ্ঞানী হেনৰী নাওলেছ বীছেৰক (১৯০৪-১৯৭৬) আধুনিক পেইনকিলাৰৰ পিতৃ বুলি অভিহিত কৰা হয়।

## পেগোদা *Pagoda*

ঘাইকৈ ভাৰত, চীন আৰু জাপানত অৱস্থিত শিল, কাঠ বা ইটাৰে নিৰ্মিত ওপৰ জোঙা একাধিক তলবিশিষ্ট বৌদ্ধ মন্দিৰ।

## পেচ-মেকাৰ *Pace-Maker*

হৃদযন্ত্ৰৰ ক্ৰিয়া ব্যাহত বা অনিয়মিত হ'লে কেতিয়াবা হৃদস্পন্দন স্তব্ধ হৈ কঠিন হৃদৰোগৰ সৃষ্টি হয়। ইয়াৰ প্ৰতিকাৰৰ বাবে উদ্ভাৱিত ইলেক্ট্ৰনিক যন্ত্ৰবিধৰ নাম পেচ-মেকাৰ। বেটেৰীচালিত এই ক্ষুদ্ৰ যন্ত্ৰ বুকুৰ মাংসপেশীৰ তলত স্থাপন কৰি হৃদপিণ্ডৰ লগত বৈদ্যুতিক তাঁৰৰ সহায়ত যুক্ত কৰা হয়, যাৰ যান্ত্ৰিক ক্ৰিয়াৰ বাবে হৃদস্পন্দন নিয়মিত হৈ থাকে। এই প্ৰক্ৰিয়াত ৰোগী নিৰ্দিষ্ট কেইবছৰমান সুস্থ হৈ থাকে, হৃদপিণ্ডৰো ক্ৰিয়া নিয়মিত হয়। নিৰ্দিষ্ট সময়ৰ অন্তত যন্ত্ৰটিৰ বৈদ্যুতিক বেটেৰী সলনি কৰি ল'ব লাগে। আজিকালি অৱশ্যে সমগ্ৰ জীৱনত এবাৰো সলনি কৰিব নলগা উন্নত বেটেৰীও ওলাইছে। বৰ্তমানৰ অত্যাধুনিক পেচ-মেকাৰৰ সহায়ত যিকোনো বয়সতে আৰু যিকোনো কামৰ প্ৰয়োজন অনুযায়ী হৃদস্পন্দনৰ হাৰ বঢ়াব বা কমাব পৰাটো সম্ভৱ হৈছে।

## পেটি বুৰ্জোৱা *Petty Bourgeois*

পেটি বুৰ্জোৱা শব্দটো ফৰাচী *petit bourgeois*-ৰ পৰা আহিছে। ইয়াৰ অৰ্থ নিম্ন মধ্যবিত্ত। ১৭৮৯ চনৰ ফৰাচী বিপ্লৱৰ আগে আগে আৰু বিপ্লৱৰ সময়ত শব্দটোৰ বিশেষ প্ৰচলন হয়। সমাজৰ এই নিম্ন মধ্যবিত্ত শ্ৰেণীৰ মানুহখিনি আৰ্থিকভাৱে স্বচ্ছল নাছিল। নিচেই কম দৰমহাৰ চাকৰি, সৰু-সুৰা ব্যৱসায়, সামান্য মাটি — এয়াই আছিল তেওঁলোকৰ সম্বল। এই আৰ্থিক দৈন্যৰ বাবেই তেওঁলোকৰ মনবোৰো সংকীৰ্ণ আছিল বুলি এটা ধাৰণা বহুদিন ধৰি প্ৰচলিত হৈ আছে। শিল্প-সাহিত্য সম্পৰ্কেও তেওঁলোকৰ বিশেষ কোনো উৎসাহ নাছিল বুলি ধৰি লোৱা হয়। এনেদৰেই পেটি বুৰ্জোৱা বিশেষণটো প্ৰচলিত হৈ আহিছে, যাৰ ইংগিত কিছু নিন্দাৰ্থক।

## পেটেণ্ট

কোনো পণ্য, বৈজ্ঞানিক তথ্য আদিৰ উদ্ভাৱকৰূপে লাভ কৰা এদনীয়া স্বত্ব। পেটেণ্ট পোৱা সামগ্ৰীৰ গৰাকী বা সংস্থাৰ বাহিৰে আনে তেনে সামগ্ৰীৰ গৱেষণা আৰু উৎপাদন কৰিব নোৱাৰে। কোনো মৌলিক আৱিষ্কাৰ তথা উদ্ভাৱনক পেটেণ্টে সুৰক্ষিত কৰে। ইয়াৰ ফলত

আৱিষ্কৃত বা উদ্ভাৱিত সামগ্ৰীবিধৰ গৱেষণা, উৎপাদন বা ব্যৱসায় কৰাৰ একচেটিয়া অধিকাৰ কেৱল আৱিষ্কাৰকজনৰহে থাকে। অৱশ্যে মৌলিক আৰু উপযোগিতা থকা সামগ্ৰীৰহে পেটেণ্ট পোৱা যায়। এবাৰ পেটেণ্ট পালে ২০-২৫ বছৰ আৱিষ্কাৰকৰ অনুমতি অবিহনে সেইবিধ সামগ্ৰীৰ গৱেষণা বা ব্যৱসায় আনে কৰিব নোৱাৰে। আৱিষ্কাৰকে ইচ্ছা কৰিলে পৃথিৱীৰ বিভিন্ন দেশত সামগ্ৰীবিধৰ পেটেণ্টৰ বাবে আবেদন কৰিব পাৰে। সেই সকলো দেশৰ পৰা পেটেণ্ট পালে আৱিষ্কৃত সামগ্ৰীবিধ সেইবোৰ দেশতো সুৰক্ষিত হৈ থাকে। নতুন যৌগ, খেলনা, বৈজ্ঞানিক পদ্ধতি বা তত্ত্ব, নক্সা, যন্ত্ৰ, সুগন্ধি, ঔষধ আদি যিকোনোৰে পেটেণ্ট পাব পাৰি।

**পেটেণ্ট লগ** *Patent Log*
নাও বা জাহাজৰ বেগ, অতিক্ৰম কৰা দূৰত্ব আদি জোখাত সহায় কৰা সঁজুলি।

**পেট্ৰোডলাৰ** *Petrodollar*
তেল উৎপাদনকাৰী দেশে খাৰুৱা তেল ৰপ্তানি কৰি উপাৰ্জন কৰা বৈদেশিক মুদ্ৰা। ইংৰাজী Petrol আৰু Dollar শব্দ দুটাৰ সংমিশ্ৰণত পেট্ৰোডলাৰ শব্দটো সৃষ্টি কৰা হৈছে।

**পেডিকিঅ'ৰ** *Pedicure*
ভৰিৰ প্ৰসাধনিক যত্ন আৰু প্ৰতিপালন। নখ কটা, ছাল কোমল ৰখা, গোৰোহা ফটাৰ প্ৰতিপালন আদি ইয়াৰ ভিতৰত পৰে।

**পেণ্ডোৰাৰ বাকচ** *Pandora's Box*
বহু অভাৱনীয় বা আগতে গম নোপোৱা সমস্যা বা বিপদেৰে পৰিপূৰ্ণ এটা বাকচ; সকলো দুখ-কষ্টৰ উৎস; দুখৰ সঁফুৰা। পেণ্ডোৰাৰ বাকচ খোলাৰ অৰ্থ হ'ল সেই বিপদ-সমস্যাবোৰ বাহিৰলৈ উলিয়াই অনা। পৌৰাণিক গ্ৰীক কাহিনী মতে পেণ্ডোৰা হ'ল প্ৰথম মানৱী। প্ৰত্যেকজন দেৱ-দেৱীয়ে তেওঁক সৰ্বাংগসুন্দৰ আৰু নিখুঁত কৰি তুলিবলৈ বহু উপহাৰ দিছিল। কিন্তু মানুহৰ ওপৰত বিতুষ্ট জিউছ দেৱতাই তেওঁক দিলে এটা বাকচ আৰু বাকচটো নুখুলিবলৈ তেওঁক সতৰ্ক কৰি দিলে। পিছে পেণ্ডোৰাই কৌতূহলবশতঃ বাকচটো খুলি পেলালে আৰু তাৰ লগে লগে মানৱজাতিৰ সকলো বিপদ-সমস্যা বাহিৰ ওলাই আহিল। বাকচত থাকি গ'ল কেৱল 'আশা'।

**পেন কাৰ্ড** *PAN Card*
আয়কৰৰ লগত জড়িত শব্দ। ইংৰাজী Permanent Account Number Card শব্দকেইটাক সংক্ষেপে PAN Card বুলি লিখা আৰু কোৱা হয়। ইনকাম টেক্স বা আয়কৰৰ যাৱতীয় হিচাপ বা ৰিটাৰ্ণ দাখিল কৰাৰ ক্ষেত্ৰত এক নিৰ্দিষ্ট নম্বৰ সম্বলিত এনে কাৰ্ড অপৰিহাৰ্য। ভাৰত চৰকাৰৰ আয়কৰ বিভাগৰ জৰিয়তে এনে পেন কাৰ্ড দিয়া হয়।

ক্ৰেডিট কাৰ্ডৰ আকাৰৰ এখন পেন কাৰ্ডত এক সাংকেতিক নম্বৰ থাকে। সেই নম্বৰৰ যোগেদি পেন কাৰ্ডৰ গৰাকীজনৰ সকলো তথ্য, প্ৰত্যেক বছৰৰ আয়কৰ ৰিটাৰ্ণ আদি আয়কৰ

বিভাগৰ ডাটাবেছত সংৰক্ষিত হৈ থাকে। সেই নম্বৰৰ যোগেদিয়েই সকলো তথ্য চাব পৰাটো সম্ভৱপৰ। পেন কাৰ্ডে আন বহুক্ষেত্ৰত তাৰ গৰাকীজনৰ 'চিনাক্তকৰণ ডকুমেণ্ট' হিচাপেও কাম কৰে। আজিকালি সকলো বিত্তীয় লেনদেনতে পেন কাৰ্ডৰ নম্বৰ উল্লেখ কৰাটো বাধ্যতামূলক হৈ পৰিছে। এনে উল্লেখত পেন কাৰ্ডৰ নম্বৰটো লিখোতে যথেষ্ট সাৱধান হোৱা প্ৰয়োজন। কাৰণ ইচ্ছাকৃত বা অনিচ্ছাকৃতভাৱে এই নম্বৰ ভুলকৈ লিখাটো প্ৰমাণিত হ'লে ১০,০০০ টকা পৰ্যন্ত জৰিমনা হ'ব পাৰে।

## পেন ড্ৰাইভ *Pen Drive*

ডিজিটেল পদ্ধতিৰে তথ্য সংৰক্ষণ কৰিব পৰা এক ক্ষুদ্ৰাকৃতিৰ অথচ নিৰ্ভৰযোগ্য আহিলা। ইউ এছ বি ফ্লেছ ড্ৰাইভ (USB Flash Drive), থাম্ব ড্ৰাইভ (Thumb Drive) নামেৰেও সমধিক পৰিচিত। আকৃতিত হাতৰ বুঢ়া আঙুলিটোৰ (thumb) সমান এই সৰু আহিলাবিধত (সেয়ে ইয়াৰ আন এটা নাম থাম্ব ড্ৰাইভ) কম্পিউটাৰৰ পৰা নিচেই সহজে তথ্য ভৰাই এঠাইৰ পৰা আন ঠাইলৈ কঢ়িয়াই লৈ ফুৰিব পৰা যায়। কম্পিউটাৰৰ সৈতে সংযোগ কৰি পেন ড্ৰাইভত তথ্য ভৰাব পাৰি অথবা ইয়াত থকা তথ্য উলিয়াই আনিব পাৰি। বৰ্তমান বজাৰত নিচেই কম মূল্যতে পোৱা এই আহিলাবিধৰ তথ্য ধাৰণ ক্ষমতা 2GB-ৰ পৰা 80GB পৰ্যন্ত। কম্পিউটাৰৰ ভালেকেইটা অপাৰেটিং ছিষ্টেমত এই আহিলাবিধৰ দ্বাৰা কাম কৰিব পৰা যায়। কাৰ্যক্ষম হ'বৰ বাবে ইয়াক অতিৰিক্ত বিদ্যুৎ শক্তিৰ প্ৰয়োজন নহয়, কম্পিউটাৰৰ সৈতে সংযোগ স্থাপনৰ দ্বাৰা যৎসামান্য বিদ্যুৎ আহৰণ কৰিয়েই ই সক্ৰিয় হয়। পেন ড্ৰাইভৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশ একোটায়ো ভালেখিনি তথ্য সঞ্চিত কৰি ৰাখিব পাৰে। নিচেই সহজ ব্যৱহাৰ তথা সহজ পৰিবহণযোগ্যতাৰ বাবে ক্ৰমাৎ জনপ্ৰিয় হৈ উঠা এই আহিলাবিধৰ জীৱনকালো পিছে অনন্ত নহয়। এখন সাধাৰণ চিডিত মাত্ৰ এবাৰহে তথ্য ভৰাব পাৰি আৰু ভালেমানবাৰ এই তথ্য পুনৰ ব্যৱহাৰ কৰিব পাৰি। বেয়া হৈ নোযোৱালৈকে যিমানবাৰ ব্যৱহাৰ কৰিব পৰা যায় তাকে সেই আহিলাপদৰ জীৱনকাল (life circle) বুলি কোৱা হয়। এখন চিডিৰ (CD-R/W · য'ত এবাৰ ভৰোৱা তথ্য মোহাৰি আকৌ ভৰাব পাৰি) জীৱনকাল প্ৰায় এহাজাৰ। আনহাতে, পেন ড্ৰাইভৰ জীৱনকাল প্ৰায় পাঁচ লাখ। অৰ্থাৎ, ব্যৱহাৰকাৰীয়ে পাঁচ লাখবাৰ ইয়াত তথ্য ভৰাব অথবা উলিয়াব পাৰে। এজনৰ পেন ড্ৰাইভত সঞ্চিত তথ্য আনে ব্যৱহাৰ কৰিব নোৱাৰাকৈ ৰাখিবলৈ হ'লে ইয়াত পাছৱৰ্ড (password) দিয়া অথবা আঙুলিৰ ছাপৰ দ্বাৰা সঠিক ব্যৱহাৰকাৰীক চিনাক্ত কৰাৰ ব্যৱস্থাও আছে।

## পেনিচিলিন *Penicillin*

পেনিচিলিয়াম নোটেটাম নামৰ এক প্ৰকাৰ ভেঁকুৰৰ পৰা আৱিষ্কৃত জটিল জৈৱ ৰাসায়নিক পদাৰ্থ; চিকিৎসা বিজ্ঞানত বহুলভাৱে ব্যৱহাৰ কৰা এবিধ এণ্টিবায়োটিক। পেনিচিলিনে ৰোগ সৃষ্টি কৰা জীৱাণুৰ বৃদ্ধি আৰু বিকাশত বাধা দিয়ে। তদুপৰি দেহৰ কোনো অনিষ্ট নকৰাকৈ (সাধাৰণতে) পেনিচিলিনে ৰোগৰ জীৱাণু ধ্বংস কৰি মানুহক সুস্থ কৰি তুলিব পাৰে। বৰ্তমান আন বহু এণ্টিবায়োটিক আৱিষ্কাৰ হোৱাৰ পাছতো ডিঙিৰ সংক্ৰমণ, ফোঁহা, নিউমোনিয়া, পকিবলৈ ধৰা আঘাত আদি জীৱাণুজড়িত ৰোগ নিৰাময়ৰ বাবে পেনিচিলিন ব্যৱহাৰ কৰা হয়।

**পেপিৰাছ** *Papyrus*
ইজিপ্টৰ নীল নদীৰ জলাহভূমিত গজা এবিধ তৃণজাতীয় জলজ উদ্ভিদ। এই পেপিৰাছৰ পৰাই ইংৰাজী 'পেপাৰ', অৰ্থাৎ, কাগজ শব্দটোৰ উৎপত্তি হৈছে। আজিৰ পৰা প্ৰায় ৬,০০০ বছৰৰ আগতে মিছৰীয়সকলে এবিধ কাগজ তৈয়াৰ কৰিছিল। নীল নদীৰ পাৰত গজি উঠা নল-খাগৰিজাতীয় এবিধ উদ্ভিদৰ পৰা এই কাগজ প্ৰস্তুত কৰা হৈছিল। তেওঁলোকে পেপিৰাছ নামৰ দীঘল দীঘল বন এবিধ কাটি লৈ ওচৰা-উচৰিকৈ আঠা লগাইছিল আৰু ডাঙৰ-দীঘল পাত এখন তৈয়াৰ কৰি তাৰ ওপৰত ছাপ দি, ৰ'দত শুকুৱাই আহল-বহল পাত তৈয়াৰ কৰিছিল। ইয়াক 'পেপিৰাছ ৰোল' বুলি কৈছিল। এই পেপিৰাছেই হ'ল পৃথিৱীৰ প্ৰথম কাগজৰ নমুনা।

**পেৰা অলিম্পিক** *Paralympics*
প্ৰতিবন্ধীসকলৰ বাবে অনুষ্ঠিত বিশ্ব ক্ৰীড়া সমাৰোহ। ১৯৬০ চনৰ ৰোমৰ গ্ৰীষ্মকালীন অলিম্পিকৰ (যাক সাধাৰণতে 'অলিম্পিক' বুলিয়েই কোৱা হয়) পাছতেই ৰোমত পোন প্ৰথমবাৰৰ বাবে বিশ্বৰ প্ৰতিবন্ধীসকলৰ বাবে অলিম্পিক ক্ৰীড়া সমাৰোহ অনুষ্ঠিত হয়। ইয়াৰ চাৰি বছৰৰ পাছত ১৯৬৪ চনত জাপানৰ টকিঅ'ত অনুষ্ঠিত এনে অলিম্পিক ক্ৰীড়া সমাৰোহত 'পেৰা অলিম্পিক' শব্দটো ব্যৱহাৰ কৰা হয়। সাধাৰণতে গ্ৰীষ্মকালীন অলিম্পিকৰ আয়োজক দেশখনে একে ঠাইতে আৰু একে বছৰতে পেৰা অলিম্পিকৰ আয়োজন কৰে। শাৰীৰিক প্ৰতিবন্ধকতাৰ বাবে যিসকলে গ্ৰীষ্মকালীন অলিম্পিকত অংশ গ্ৰহণ কৰিব নোৱাৰে তেওঁলোকৰ মাজত এক সুস্থ ক্ৰীড়া প্ৰতিযোগিতা অনুষ্ঠিত কৰাই এই অলিম্পিকৰ উদ্দেশ্য। পেৰা অলিম্পিকৰ পৰৱৰ্তী ক্ৰীড়া সমাৰোহ অনুষ্ঠিত হ'ব ২০১২ চনত লণ্ডনত।

**পেৰাট্ৰুপাৰ** *Paratrooper*
পেৰাছুটৰ সহায়ত উৰাজাহাজৰ পৰা (সাধাৰণতে) যুদ্ধক্ষেত্ৰত নমাৰ প্ৰশিক্ষণপ্ৰাপ্ত সৈনিক। স্কাই ডাইভাৰ নামেৰেও পৰিচিত।

**পেৰাডক্স** *Paradox*
কোনো উক্তি বা বাক্যত থকা অৰ্থগত স্ববিৰোধ; আপাতবিৰোধ উক্তি; বিৰোধাভাস। দেখাত পেৰাডক্সৰ মন্তব্যবিলাক উদ্ভট যেন লাগিব পাৰে, কিন্তু ইয়াৰ মাজত নিহিত হৈ থাকে বিশ্লেষণত্মাক আৰু যুক্তিনিৰ্ভৰ মানস। অৰ্থাৎ, সেই স্ববিৰোধৰ আঁৰত এটা গভীৰ অৰ্থ লুকাই থাকে। অতীজৰে পৰা গদ্যতকৈ কবিতাতহে পেৰাডক্স বেছি ব্যৱহৃত হৈ আহিছে। ইয়াক কবিতাৰ এটি জনপ্ৰিয় কৌশল বুলিব পাৰি। 'The child is father of the man', 'Cowards die many times before their deaths', 'সীমাৰ মাজতে অসীম তুমি' আদি পেৰাডক্সৰ উদাহৰণ।

**পেৰাপ্ৰাক্সিছ** *Parapraxis*
কোনো ভুল, দোষ, জিভাৰ পিছল, স্মৃতিশক্তি কমি যোৱা, কোনো বস্তু বেলেগ ঠাইত থৈ পাহৰা আদি লক্ষণ বুজাবলৈ ব্যৱহৃত এটি মনোবৈজ্ঞানিক শব্দ।

## পেৰিছ্ শান্তি সন্মিলন *Paris Peace Conference*

১৯১৯-২০ চনত, প্ৰথম মহাসমৰৰ পাছত, ৩২খন ৰাষ্ট্ৰৰ অংশ গ্ৰহণেৰে পেৰিছত হোৱা এক শান্তি সন্মিলন। ইয়াতে জাতিসংঘ প্ৰতিষ্ঠা কৰিবলৈ যাৱতীয় ব্যৱস্থা লোৱা হৈছিল।

## পেৰেষ্ট্ৰইকা *Perestroika*

পেৰেষ্ট্ৰইকা এটা ৰুছ শব্দ। ইয়াৰ অৰ্থ পুনৰ্গঠন বা পুনৰ্বিন্যাস। ১৯৮৮ চনত ছোভিয়েট ৰাষ্ট্ৰপ্ৰধান মিখাইল গৰ্বাছেভে পেৰেষ্ট্ৰইকাক চৰকাৰী নীতি হিচাপে গ্ৰহণ আৰু ঘোষণা কৰে। এই নীতিৰ প্ৰথম উদ্দেশ্য আছিল ছোভিয়েট অৰ্থনীতি আৰু সমাজৰ পুনৰ্গঠন। ইয়াৰ দ্বিতীয় উদ্দেশ্য আছিল ছোভিয়েট ৰাষ্ট্ৰব্যৱস্থাৰ গণতন্ত্ৰীকৰণ। ইয়াৰ আগতে কমিউনিষ্ট দলে নিযুক্ত কৰা এক কমিটীয়ে কেন্দ্ৰীয়ভাৱে ছোভিয়েট ৰাছিয়াৰ অৰ্থনীতি সম্পৰ্কীয় নীতিসমূহ নিৰ্ধাৰণ কৰিছিল। পিছে ছোভিয়েট ৰাছিয়াৰ অৰ্থনীতি দিনকদিনে বেয়াৰ ফালেহে ঢাল খাইছিল। গৰ্বাছেভে কমিউনিষ্ট পাৰ্টীৰ ভিতৰৰে কিছু প্ৰগতিশীল লোকক গুৰুত্বপূৰ্ণ প্ৰশাসনীয় পদত নিযুক্তি দি দলৰ গণ্ডীৰ ভিতৰতে বা অনুশাসন বজাই ৰাখি অৰ্থনৈতিক আৰু সামাজিক প্ৰগতিৰ বাবে প্ৰচেষ্টা চলাইছিল। পিছে তেনেধৰণৰ কিছু লোক (মস্কোৰ মেয়ৰ বৰিছ য়েল্টছিনকে ধৰি) গৰ্বাছেভে আশা কৰাতকৈ বেছি সংস্কাৰবাদী আছিল। আনহাতে পাৰ্টীৰ ভিতৰৰে ৰক্ষণশীল উপদলটো গৰ্বাছেভৰ এনে কাৰ্যত অসন্তুষ্ট হৈ পৰে। অধৈৰ্য প্ৰগতিবাদীসকল আৰু গোড়া ৰক্ষণশীলসকল উভয়ৰে অসন্তুষ্টিৰ কাৰণ হৈ গৰ্বাছেভে তেওঁৰ ৰাজনৈতিক সমৰ্থন হেৰুৱায়। স্ব-সৃষ্ট নীতি পেৰেষ্ট্ৰইকাৰে বলি হৈ গৰ্বাছেভ শেষ পৰ্যন্ত ক্ষমতাৰ পৰাই অপসাৰিত হ'বলগীয়া হয়।

## পেৰোডী *Parody*

কোনো ৰচনাৰ ব্যংগাত্মক অনুকৃতি। পেৰোডীত সাধাৰণতে মূল বচনভংগী একে ৰখা হয়। মূল বিষয়বস্তুৰ ঠাইতহে কেৱল লঘু ভাবৰ হাস্যোদ্দীপক বিষয়বস্তু উপস্থাপন কৰা হয়। কেতিয়াবা আকৌ লঘু ভাবৰ ঠাইত গুৰু ভাবৰ ৰচনাও লিখা দেখা যায়।

## পেৰোল *Parole*

অপৰাধশাস্ত্ৰৰ লগত জড়িত শব্দ। সাধাৰণভাৱে পেৰোল বুলিলে বন্দী বা অপৰাধীক দিয়া চৰ্তাধীন মুক্তিকে বুজোৱা হয়। কোনো দণ্ডপ্ৰাপ্ত বন্দীক চৰ্তসাপেক্ষে কিছুদিনৰ বাবে মুক্তি দিয়াৰ ব্যৱস্থা আইনত আছে। চৰ্তটো হ'ল, বন্দীয়ে মুক্তি পালেও পেৰোলৰ সময় পাৰ হ'লে তেওঁ পুনৰ উভতি আহিব লাগিব। পেৰোলৰ আন এটা অৰ্থও আছে। অপৰাধীয়ে কিছুদিন কাৰাদণ্ড ভোগ কৰাৰ পাছত নিৰ্দিষ্ট চৰ্তত মুক্তি লাভ কৰিব পাৰে। চৰ্ত ভংগ কৰিলে তেওঁ পুনৰ দণ্ড ভোগ কৰিব লাগিব।

## পেলিনড্ৰোম *Palindrom*

আৰম্ভণি বা শেষৰ পৰা পঢ়িলে যিবোৰ শব্দৰ উচ্চাৰণ আৰু অৰ্থৰ সলনি নহয়; দ্বিমুখী শব্দ; যিবোৰ সংখ্যাৰ মান একে থাকে। মূল গ্ৰীক পেলিনড্ৰোমাছৰ (যাৰ অৰ্থ running back again) পৰা ইংৰাজীত পেলিনড্ৰোম হৈছে। পেলিনড্ৰোমিক শব্দৰ কেইটামান উদাহৰণ হ'ল : সৰস, জলজ, কথক, দৰদ, নৱজীৱন, নয়ন, কৰক, মৰম, মলম, ৰবৰ, সুবল বসু, হাৰান ৰাহা, MADAM, REFER, NOON, A MAN A PLAN A CANAL PANAMA, REDIVIDER,

LEVEL আদি। সংখ্যাৰ ক্ষেত্ৰতো পেলিনড্ৰোমিক আছে। যেনে ঃ ১১, ১০১, ১০৩০১, ১২১, ৪৮৪, ৬৭৬, ১০২০১, ৩৪৩, ১৩৩১।

এনেধৰণৰ দ্বিমুখী শব্দ বা বাক্য সজাত যিসকল দক্ষ তেওঁলোকক পেলিনড্ৰোমিষ্ট বোলা হয়।

**পেলেষ্টাইন** *Palestine*

ভূমধ্য সাগৰৰ পূব উপকূলত অৱস্থিত সুপ্ৰাচীন, ঐতিহাসিক অঞ্চল। ১৯৮৮ চনত ইজৰাইলৰ জৰ্দান নদীৰ পশ্চিম পাৰ (West Bank) আৰু গাজা ভূখণ্ডক লৈ স্বাধীন পেলেষ্টাইন গঠন হয়। কিন্তু ইজৰাইলে এই ৰাষ্ট্ৰক স্বীকৃতি নিদিলে। পৰিণতিত আৰম্ভ হয় বিক্ষোভ আৰু সংঘৰ্ষ। বৰ্তমানেও পেলেষ্টাইন ৰাষ্ট্ৰ গঠনৰ প্ৰক্ৰিয়া সম্পূৰ্ণ হোৱা নাই। ইজৰাইলে স্বীকৃতি নিদিয়ালৈকে স্বাধীন, সাৰ্বভৌম, শান্তিপূৰ্ণ পেলেষ্টাইন ৰাষ্ট্ৰৰ গঠন প্ৰায় অসম্ভৱ।

**পেড়া কাকত**

আহোম ৰজাৰ দিনত মাটি আৰু মানুহৰ লেখ থকা কাকত। এই কাকতসমূহ পেড়াত জাপি-কুঁচি ভৰাই থোৱা হৈছিল বাবে এই নাম। পেড়া কাকতসমূহ তুলাপাত আৰু সাঁচিপাতত লিখা হৈছিল। এইবোৰ অসম বুৰঞ্জীৰ বিশেষ সম্বল।

**পোটছ্ডাম সন্মিলন** *Potsdam Conference*

দ্বিতীয় মহাসমৰত জাৰ্মানীৰ পৰাজয়ৰ পাছত মিত্ৰপক্ষৰ নেতাসকলৰ মাজত হোৱা সন্মিলন। বাৰ্লিনৰ সমীপৱৰ্তী পোটছডামত অনুষ্ঠিত এই সন্মিলনত যুদ্ধোত্তৰ জাৰ্মানীৰ ভৱিষ্যৎ সম্পৰ্কে আলোচনা কৰাৰ লগতে য়াল্টা সন্মিলনৰ প্ৰস্তাৱসমূহ কাৰ্যকৰী কৰিবলৈ লোৱা হয়।

*লগতে চাওক য়াল্টা সন্মিলন*

**পোটা** *POTA*

সন্ত্ৰাসবাদ দমনৰ অৰ্থে ভাৰতত প্ৰৱৰ্তন কৰা এখন আইন। আইনখনৰ সম্পূৰ্ণ নামটো হ'ল Prevention of Terrorism Act. ২০০২ চনৰ ২ এপ্ৰিলৰ পৰা আইনখন বলবৎ হয়। এই আইনখনৰ বৈশিষ্ট্যসমূহ হ'ল ঃ (১) অভিযুক্ত নকৰাকৈ বা বিনা বিচাৰে এজন সন্দেহভাজন সন্ত্ৰাসবাদীক পুলিচে তিনি মাহলৈ নিজৰ জিম্মাত ৰাখিব পাৰিব। (২) সন্ত্ৰাসবাদ সম্পৰ্কে যিকোনো তথ্য জানিও গোপন কৰাটো এটা অপৰাধ হিচাপে গণ্য হ'ব আৰু এই অপৰাধত তিনি বছৰলৈকে কাৰাবাস খাটিবলগীয়া হ'ব পাৰে। (৩) জ্ঞাতে-অজ্ঞাতে সন্ত্ৰাসবাদী পুঁজিৰ ধন জমা ৰখাটো বা ব্যৱহাৰ কৰাটো এটা অপৰাধ হিচাপে গণ্য হ'ব। (৪) এক নিৰ্দিষ্ট এলেকাৰ ভিতৰত যদি এজন মানুহে অনুমতিবিহীন অস্ত্ৰ লগত ৰাখে, তেন্তে এই আইনৰ অধীনত তেওঁ দণ্ডণীয় হ'ব। এই আইনে সংবাদপত্ৰ আৰু সাংবাদিকৰ ওপৰতো কিছু নিষেধাজ্ঞা আৰোপ কৰে। পূৰ্বতে কোনো কাৰণতে সাংবাদিকৰ পৰা সংবাদৰ উৎস কি সেই কথা জনাৰ অধিকাৰ কাৰো নাছিল। সাংবাদিকে কেৱল বাতৰিৰ সত্যাসত্যহে প্ৰমাণ কৰিব লাগিছিল। বাতৰিটো তেওঁ ক'ৰ পৰা পাইছে সেই কথা জনাৰ অধিকাৰ ন্যায়ালয়ৰো নাছিল। কিন্তু পোটা অনুসৰি সন্ত্ৰাসবাদী কাৰ্যকলাপৰ ক্ষেত্ৰত কোনো বাতৰিৰ উৎস

চৰকাৰ বা পুলিচে বিচাৰিলে সাংবাদিকে দিব লাগিব। অন্যথা সাংবাদিকজনৰ তিনি মাহ পৰ্যন্ত জে'ল হ'ব পাৰে।

### পোলাৰয়ড *Polaroid*

পোলাৰয়ড শব্দটোৰ প্ৰধান অৰ্থ দুটা। প্ৰথম অৰ্থ, এক বিশেষ ধৰণৰ কেমেৰা য'ত ছবি তোলাৰ কেইছেকেণ্ডমানৰ ভিতৰতে ছবি প্ৰস্তুত হয়। Polaroid এই কেমেৰা বা তাত ব্যৱহৃত ফিল্মৰ ট্ৰেডমাৰ্ক। ইয়াৰ দ্বিতীয় অৰ্থ হ'ল এক বিশেষ ধৰণৰ স্বচ্ছ প্লাষ্টিক, যাৰ মাজেদি পোহৰ সমৱৰ্তিত (polarized) হয়। এনে প্লাষ্টিকে ৰ'দৰ তীব্ৰতা কমাব পাৰে, সেয়ে চছমাত এনে প্লাষ্টিকৰ ব্যৱহাৰ বহুল।

### পৌৰষ গৰ্বান্ধতা *Male Chauvinism*

নাৰীৰ প্ৰতি পুৰুষৰ গৰ্বিত, উদ্ধত আৰু সংকীৰ্ণ দৃষ্টিভংগীৰ নাম; পৌৰষগৰ্ব। ই লিংগ বৈষম্যৰ এক ভিন্ন প্ৰকাশ। দীৰ্ঘকাল ধৰি মানৱ সমাজত এই কথা চলি আহিছে যে নাৰী মানসিকভাৱে দুৰ্বল আৰু কল্পনা তথা মননশক্তিত হীন। অৱশ্যে কুৰি শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা পৃথিবীব্যাপী হোৱা নাৰীবাদী বা নাৰীমুক্তি আন্দোলনৰ ফলত পুৰুষৰ ঔদ্ধত্য কিছু দূৰ হৈছে।

### প্ৰচেছৰ *Processor*

কম্পিউটাৰক দিয়া নিৰ্দেশ বা কমাণ্ডবোৰৰ অৰ্থ উলিয়াই কাৰ্যকৰী কৰা কম্পিউটাৰৰ অন্যতম অংগ। প্ৰচেছৰ কম্পিউটাৰ এটাৰ মূল চালিকা শক্তি। প্ৰচেছৰৰ অবিহনে কম্পিউটাৰৰ কোনো কামেই সম্ভৱ নহয়। কাৰ্যপদ্ধতিৰ ভিত্তিত প্ৰচেছৰক কোনো কোনোৱে মানৱ শৰীৰৰ হৃদপিণ্ডৰ সৈতে তুলনা কৰিব খোজে আৰু একে সময়তে আন কোনোৱে ইয়াক কম্পিউটাৰৰ মগজু বুলিও ক'ব খোজে। মানৱ শৰীৰত এই দুটা অংগই যেনেদৰে কিছুমান অতিকে গুৰুত্বপূৰ্ণ তথা অপৰিহাৰ্য কাৰ্য সম্পাদন কৰে, কম্পিউটাৰৰ ক্ষেত্ৰত প্ৰচেছৰে সেই ভূমিকাই পালন কৰে। হৃদপিণ্ডই যেনেকৈ সমগ্ৰ শৰীৰত অবিৰতভাৱে ৰক্ত সঞ্চালন কৰি থাকে, ঠিক সেইদৰে প্ৰচেছৰেও কম্পিউটাৰৰ বিভিন্ন অংশলৈ তথ্য বা সংকেত সৰবৰাহ কৰি থাকে। আকৌ মানৱ মগজুৱে যেনেকৈ বিভিন্ন তথ্য আৰু পৰিস্থিতি পৰ্যালোচনা কৰি কোনো সমস্যা সমাধান কৰে বা কোনো সিদ্ধান্ত গ্ৰহণ কৰি আন কোনো অংগৰ দ্বাৰা তাক কাৰ্য ৰূপায়ণ কৰে, ঠিক সেইদৰে প্ৰচেছৰে কম্পিউটাৰে গ্ৰহণ কৰা তথ্যৰাজিকো বিশ্লেষণ কৰি বা প্ৰক্ৰিয়াকৰণ কৰি ইপ্সিত ফল প্ৰদৰ্শন কৰে অথবা আন কোনো যন্ত্ৰাংশক কাৰ্য সম্পাদনৰ বাবে নিৰ্দেশ দিয়ে। কম্পিউটাৰ এটা অন কৰি লোৱাৰ পৰা বন্ধ কৰালৈকে প্ৰায় সকলোখিনি কামেই প্ৰচেছৰৰ প্ৰত্যক্ষ তত্ত্বাৱধানতে সমাধা হয় আৰু সেয়ে কম্পিউটাৰ এটাৰ যিকোনো ধৰণৰ কামৰ বাবে প্ৰচেছৰ পোনপটীয়াভাৱে দায়বদ্ধ বুলি কোৱা হয়।

### প্ৰটেষ্টাণ্ট *Protestant*

ষষ্ঠদশ শতিকাৰ ধৰ্ম সংস্কাৰ আন্দোলনৰ ফলত খ্ৰীষ্টান গিৰ্জা ব্যৱস্থাত সৃষ্টি হোৱা প্ৰতিবাদী মত আৰু সেই মতৰ সমৰ্থক। প্ৰটেষ্টাণ্টসকলে পোপৰ কৰ্তৃত্ব বা প্ৰাধান্য স্বীকাৰ নকৰে।

বাইবেল আৰু ঈশ্বৰৰ প্ৰতিহে এওঁলোক বিশ্বাসী। খ্ৰীষ্টান ধৰ্মৰ আচাৰ আৰু আড়ম্বৰ প্ৰটেষ্টাণ্টসকলে বিৰোধিতা কৰে।

**প্ৰটোকল** *Protocol*

চৰকাৰী ব্যৱহাৰ-বিধি আৰু বিশেষ অনুষ্ঠান আদিত আচৰণীয় বিধি; কূটনৈতিক ৰীতি বা আচৰণ-বিধি। দুখন ৰাষ্ট্ৰৰ মাজত উচ্চতম পৰ্যায়ৰ আদান-প্ৰদানতো কেতবোৰ বিধি মানি চলা হয়। ইয়াৰো নাম প্ৰটোকল। প্ৰটোকল শব্দটোৰ আৰু এটা অৰ্থ দুখন বা ততোধিক ৰাষ্ট্ৰৰ মাজত স্বাক্ষৰিত চুক্তি।

**প্ৰটোপ্লাজম** *Protoplasm*

জীৱকোষৰ মূল উপাদান। জীৱকোষ, অৰ্থাৎ, প্ৰাণীকোষ আৰু উদ্ভিদকোষ মাত্ৰেই এই প্ৰটোপ্লাজমৰ দ্বাৰা গঠিত। জীৱকোষৰ সমস্ত জৈৱিক কাৰ্য প্ৰটোপ্লাজমৰ দ্বাৰাই ঘটে। জীৱিত কোষ আৰু মৃতকোষৰ প্ৰটোপ্লাজমৰ ৰাসায়নিক গঠন একেবাৰে বেলেগ। এককোষী জীৱৰ ক্ষেত্ৰত প্ৰটোপ্লাজমে জীৱদেহৰ সকলো কাৰ্য নিয়ন্ত্ৰণ কৰে।

**প্ৰডিজি** *Prodigy*

*জিনিয়াছ চাওক*

**প্ৰতীকবাদ** *Symbolism*

ঊনবিংশ শতিকাৰ শেষ ১৫-২০ বছৰত আৰু কুৰি শতিকাৰ আৰম্ভণিতে ফৰাচী কবিসকলৰ এক গোষ্ঠীয়ে আৰম্ভ কৰা সাহিত্য-শিল্পকলাৰ আন্দোলন। প্ৰতীকবাদী কবিসকল প্ৰত্যক্ষবচনৰ সলনি প্ৰতীকী ব্যঞ্জনা অধিক ব্যৱহাৰ কৰাৰ পক্ষপাতী আছিল। তেওঁলোকে বিষয়বস্তুক উপস্থাপন কৰোঁতে তাৰ প্ৰত্যক্ষ ৰূপটোক অতিক্ৰম কৰি অন্তৰ্নিহিত অৰ্থ আৰু ভাবাবেগক ইংগিতধৰ্মিতাৰে উন্মোচন কৰিছিল। কবিতাৰ সীমা চেৰাই প্ৰতীকবাদে ক্ৰমে নাটক-উপন্যাসকো স্পৰ্শ কৰিছিল। জৰ্জ এলিয়ট, জেমছ জয়চ, এজৰা পাউণ্ড আদিৰ দৰে কবি-সাহিত্যিকসকল প্ৰতীকবাদৰ দ্বাৰা প্ৰভাৱিত হৈছিল। *লগতে চাওক বিমূৰ্ত কলা*

**প্ৰতীতিবাদ** *Impressionism*

ঊনবিংশ শতিকাৰ ষাঠিৰ পৰা আশী দশকৰ ভিতৰত জিলিকি উঠা এক ফৰাচী কলা আন্দোলন। ফৰাচী চিত্ৰশিল্পী ক্লোড মনেৰ 'Impressions : solei levant' (যাৰ অৰ্থ ঃ ধাৰণা ঃ পূৰ্বৰ সূৰ্য) শীৰ্ষক এখন বিখ্যাত চিত্ৰৰ পৰা এই নামটো আহিছে। কোনো ছবি চাই দৰ্শকৰ মনত যি ভাবৰ উদয় হয় সেই ভাবেই প্ৰতীতিবাদী ছবিৰ প্ৰধান বিষয়। কোনো দৃশ্য বা বিষয় নহয়, সেই দৃশ্যই দৰ্শকৰ মনত যি ধাৰণাৰ সৃষ্টি কৰে তাকহে উপস্থিত কৰিব খুজিছিল প্ৰতীতিবাদী চিত্ৰশিল্পীসকলে। ক্ৰমে এই প্ৰতীতিবাদে সাহিত্যকো স্পৰ্শ কৰে। প্ৰতীকবাদী আৰু চিত্ৰকল্পবাদী কবিতাত প্ৰতীতিবাদৰ ছাপ স্পষ্ট, চিত্ৰশিল্পৰ দৰে সাহিত্যিতো প্ৰতীতিবাদৰ অৰ্থ হ'ল স্ৰষ্টাৰ ভাবৰ পোহৰত চৰিত্ৰবোৰ চোৱা। লেখকে কেনেকৈ তেওঁৰ দৃষ্টি আৰু মানসপ্ৰৱণতাৰে চৰিত্ৰবোৰ দেখিছে, তেওঁৰ ধাৰণা বা প্ৰতীতিয়ে চৰিত্ৰবোৰৰ জীৱনত কেনেদৰে পোহৰ পেলায়, তাক দেখুওৱাটোৱেই প্ৰতীতিবাদী সাহিত্যৰ লক্ষ্য।

**প্ৰত্নতত্ত্ব** *Archaeology*
প্ৰাচীন ধ্বংসাৱশেষ, নিদৰ্শন আদি পৰীক্ষা কৰি মানুহৰ প্ৰাচীন ইতিহাস অনুসন্ধানৰ পদ্ধতি; পুৰাতত্ত্ব। প্ৰত্নতত্ত্বৰ কেইটামান পৰ্যায় আছে। যি সময়ৰ ইতিহাস কেৱল প্ৰাচীন নিদৰ্শনৰ পৰাহে জানিব পৰা যায় তাৰ নাম প্ৰাগৈতিহাসিক। যি সময়ৰ পৰা লিখিত উপাদানৰ জৰিয়তে তথ্য আহৰণ কৰিব পাৰি তাৰ নাম প্ৰত্ন-ইতিহাস। আধুনিক প্ৰত্নতত্ত্বই বিজ্ঞানৰ কেতবোৰ শাখাৰো সহায় লয়। ইয়াৰ ভিতৰত আছে ফছিলভূত হোৱা উদ্ভিদৰ গৱেষণাৰ জ্ঞান, মানুহৰ বহু প্ৰাচীন দেহাৱশেষক পৰীক্ষা কৰি ৰোগ আদিৰ প্ৰাদুৰ্ভাব সম্পৰ্কে জ্ঞান লোৱা আৰু ভাষাবিজ্ঞান।

**প্ৰত্নপ্ৰস্তৰ যুগ** *Paleolithic Age*
আজিৰ পৰা আনুমানিক ১৫,০০০-৭,৫০,০০০ বছৰৰ আগৰ সময়ছোৱা। এই সময়ছোৱাত মানুহে ডাঙৰ আৰু ভোটা শিলক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছিল।

**প্ৰত্যক্ষ কৰ** *Direct Taxation*
কোনো ব্যক্তি বা প্ৰতিষ্ঠানে প্ৰত্যক্ষভাৱে বা তেওঁলোকৰ নিয়োগকৰ্তাৰ জৰিয়তে দিয়া কৰ। সাধাৰণতে সম্পত্তি কৰ বা আয়কৰ প্ৰত্যক্ষভাৱে ধাৰ্য আৰু পৰিশোধ কৰা হয়।

**প্ৰত্যাশিত আয়ু** *Life Expectancy*
কোনো এখন সমাজত এজন ব্যক্তি সাধাৰণভাৱে কিমান দিন বাচিব পাৰে, কিমান দিন বাচি থকাৰ কথা, তাৰেই গড় হিচাপৰ নাম প্ৰত্যাশিত আয়ু। জন্মৰ পাছৰ প্ৰথম বছৰটোত এটা শিশুৰ বাচি থকাৰ সম্ভাৱনা কিছু কম থাকে, ক্ৰমে সেই সম্ভাৱনা বাঢ়ি বলৈ লয়। উন্নত সমাজত মানুহৰ প্ৰত্যাশিত আয়ু বেছি। আনহাতে দৰিদ্ৰ আৰু অনুন্নত দেশৰ মানুহৰ প্ৰত্যাশিত আয়ু অপেক্ষাকৃতভাৱে কম; সেইবোৰ দেশত শিশুৰ মৃত্যুৰ হাৰো বেছি। জনস্বাস্থ্যৰ উন্নতি, চিকিৎসা সেৱাৰ উন্নতি, প্ৰদূষণ প্ৰতিৰোধ আদিৰ বাবে মানুহৰ প্ৰত্যাশিত আয়ু বাঢ়ি যায়। বাচি থকাৰ সংগ্ৰামত একোখন সমাজ কিমানদূৰ আগুৱাইছে তাৰেই প্ৰকাশ ঘটে প্ৰত্যাশিত আয়ুত। ভাৰতত পুৰুষৰ প্ৰত্যাশিত আয়ু ৬৬.৯ বছৰ আৰু মহিলাৰ ৭১.৯ বছৰ।

**প্ৰথম বিশ্ব** *First World*
যিবোৰ দেশ ঔদ্যোগিক আৰু একালৰ ঔপনিৱেশিক শক্তি, তেনেবোৰ দেশকে সাধাৰণতে প্ৰথম বিশ্ব বোলা হয়। এইবোৰ দেশ পুঁজিবাদী। প্ৰধানতঃ এই দেশসমূহ ইউৰোপ আৰু উত্তৰ আমেৰিকাত অৱস্থিত।

**প্ৰথম মহাসমৰ** *First World War (World War I)*
১৯১৪ চনত ইউৰোপত যি এক যুদ্ধৰ সূচনা হৈছিল, সি ক্ৰমাৎ ভয়ংকৰ ৰূপ লৈ বিভিন্ন দেশ, সামুদ্ৰিক অঞ্চল আৰু আকাশমাৰ্গলৈ বিয়পি পৰিছিল। বিশ্বৰ প্ৰায় সকলো শক্তিয়ে ভাগ লোৱা এই চাৰি বছৰীয়া যুদ্ধক প্ৰথম মহাসমৰ বুলি জনা যায়। এই যুদ্ধৰ এটা পক্ষত আছিল অষ্ট্ৰিয়া,

হাংগেৰী, বুলগেৰিয়া, জাৰ্মানী আৰু তুৰস্ক। আনটো পক্ষত আছিল আমেৰিকা, ব্ৰিটেইন, ফ্ৰান্স, ৰাছিয়া, বেলজিয়াম, ছাৰ্বিয়া, ৰোমানিয়া, পৰ্টুগাল, ইটালী আৰু গ্ৰীচৰ সমন্বয়ত গঠিত মিত্ৰশক্তি। যুদ্ধৰ প্ৰথম অৱস্থাত জাৰ্মান বাহিনীয়ে সাফল্য লাভ কৰিলেও ১৯১৭ চনত আমেৰিকাই মিত্ৰ বাহিনীত যোগ দিয়াত যুদ্ধৰ পট দ্ৰুতভাৱে পৰিৱৰ্তন হ'বলৈ ধৰে। ১৯১৮ চনৰ আৰম্ভণিৰে পৰা জাৰ্মানী আৰু তেওঁলোকৰ মিত্ৰ পক্ষই পশ্চাদপসৰণ কৰিবলৈ লয়। অৱশেষত ১৯১৮ চনৰ ১১ নৱেম্বৰত জাৰ্মান বাহিনীয়ে আত্মসমৰ্পণ কৰে আৰু পৰিণতিত প্ৰথম মহাসমৰৰ সামৰণি পৰে। এই যুদ্ধত প্ৰায় এক কোটি লোক নিহত হয় আৰু দুই কোটি লোক আহত হয়। ইয়াৰ পাছত ১৯১৯ চনত মাৰ্কিন ৰাষ্ট্ৰপতি উড্ৰ উইলছনৰ উদ্যোগত জাতি সংঘ গঠন হয় আৰু জাৰ্মানী আৰু মিত্ৰশক্তিৰ মাজত ভৰ্ছাই চুক্তি স্বাক্ষৰিত হয়।

**প্ৰবন্ধ** *Article*

*নিবন্ধ আৰু প্ৰবন্ধ চাওক*

**প্ৰব্ৰজন** *Migration*

কোনো ব্যক্তি বা ব্যক্তিৰ দলে এক ভৌগোলিক অঞ্চলৰ পৰা আন কোনো অঞ্চললৈ বসবাসৰ উদ্দেশ্যে কৰা গমন। এই প্ৰব্ৰজন দুই ধৰণৰ হ'ব পাৰে ঃ ক) আভ্যন্তৰীণ, অৰ্থাৎ, একে ৰাষ্ট্ৰৰ ভিতৰতে এক অঞ্চলৰ পৰা আন এক অঞ্চললৈ প্ৰব্ৰজন; আৰু খ) আন্তৰ্জাতিক, অৰ্থাৎ, এখন দেশৰ পৰা আন এখন দেশলৈ প্ৰব্ৰজন। আভ্যন্তৰীণ প্ৰব্ৰজনৰ ক্ষেত্ৰত দেশৰ সীমান্ত অতিক্ৰান্ত নহয়। আন্তৰ্জাতিক প্ৰব্ৰজনৰ দুটা দিশ ঃ দেশ এৰি যোৱা বা দেশ ত্যাগ বা বহিঃপ্ৰব্ৰজন (emigration) আৰু বহিৰাগতৰ আগমন বা অন্তঃপ্ৰব্ৰজন (immigration)। নানা কাৰণত মানুহে প্ৰব্ৰজন কৰে বা কৰিবলৈ বাধ্য হয়। কাৰোবাক বলেৰে প্ৰব্ৰজন কৰিবলৈ বাধ্য কৰালে তাক কোৱা হয় বাধ্যতামূলক প্ৰব্ৰজন। সাধাৰণতে জাতিবৈৰী, ৰাজনৈতিক বিৰোধ আদি কাৰণত বলেৰে এদল মানুহক আন ঠাইলৈ আঁতৰাই পঠিওৱা হয়। কেতিয়াবা আকৌ অৰ্থনৈতিক সফলতাৰ হাতবাউলি, উন্নত জীৱিকাৰ সন্ধান আদিৰ কাৰণে মানুহে প্ৰব্ৰজন কৰে। আধুনিক কালৰ বাধ্যতামূলক প্ৰব্ৰজনৰ প্ৰথম দৃষ্টান্ত ফৰাচী বিপ্লৱৰ সময়ত বিপ্লৱীসকলৰ হাতত নিৰ্যাতিত হোৱাৰ ভয়ত অভিজাত শ্ৰেণীৰ দেশ ত্যাগ। একেদৰে জীৱিকা তথা উন্নত জীৱনযাত্ৰাৰ সন্ধানত বাংলাদেশৰ লাখ লাখ মানুহৰ ভাৰতলৈ, বিশেষকৈ, অসমলৈ প্ৰব্ৰজন হৈছে। প্ৰব্ৰজনৰ চাপ উভয় দেশতে অনুভূত হয়। ইয়াৰ দ্বাৰা দুয়োখন দেশৰে জনসংখ্যাৰ আয়তন, বিন্যাস আৰু গাঁথনি যিদৰে প্ৰভাৱিত হয়, তেনেদৰে প্ৰভাৱিত হয় দুয়োখন দেশৰ অৰ্থনীতি, ৰাজনীতি আৰু অলপ দূৰগতভাৱে — সংস্কৃতি।

**প্ৰস্তৰ যুগ**

যি যুগত মানুহে শিলৰ সঁজুলিৰে কাম-বন কৰিছিল।

**প্ৰাইম টাইম** *Prime Time*

যি সময়ছোৱাত সৰ্বাধিক দৰ্শকে টেলিভিছনৰ অনুষ্ঠান চায় বা ৰেডিঅ'ৰ অনুষ্ঠান শুনে — দিনটোৰ সেই সময়ছোৱা। সাধাৰণতে নিশা ৮ বজাৰ পৰা ১০ বজাৰ সময়খিনি প্ৰাইম টাইম বুলি কোৱা হয়। এই সময়ছোৱাত এটা প্ৰচাৰ মাধ্যমে তাৰ সৰ্বাধিক দৰ্শক, শ্ৰোতা লাভ কৰে।

**প্ৰাকৃতিক অপচয়** *Natural Wastage*
কোনো প্ৰতিষ্ঠান এৰি যোৱা বা তাৰ পৰা অৱসৰ পোৱা মানুহৰ স্থানত নতুন নিযুক্তি নিদি কৰ্মচাৰীৰ সংখ্যা কমোৱা।

**প্ৰাকৃতিক গেছ** *Natural Gas*
ভূগৰ্ভত খাৰুৱা তেলৰ সৈতে পোৱা গেছ। ইয়াক ইন্ধন হিচাপে ব্যৱহাৰ কৰিব পাৰি।

**প্ৰাচ্যতত্ত্ব**
প্ৰাচ্যদেশীয় প্ৰাচীন ঐতিহ্যৰ বিষয়সমূহৰ সামগ্ৰিক অধ্যয়ন আৰু তাত্ত্বিক অন্বেষণ; প্ৰাচ্যবিদ্যা। এছিয়া মহাদেশৰ বিভিন্ন দেশৰ, বিশেষকৈ, ভাৰতৰ প্ৰাচীন সভ্যতা-সংস্কৃতিৰ স্বকীয় বৈশিষ্ট্য, ইতিহাস, সভ্যতা আদি সকলো দিশৰ অধ্যয়ন প্ৰাচ্যতত্ত্বৰ অন্তৰ্ভুক্ত।

**প্ৰাচ্যবাদ** *Orientalism*
প্ৰাচ্যবাদী লোকৰ আচাৰ, ধৰ্ম আদি। প্ৰাচীন কালৰে পৰা প্ৰাচ্যক লৈ পশ্চিমীয়া বিশ্বৰ এক কৌতূহল আছে। গ্ৰীক আৰু ৰোমানসকলৰ লগত প্ৰাচ্যৰ বাণিজ্যিক আৰু সাংস্কৃতিক সম্পৰ্কও গঢ়ি উঠিছিল। অষ্টাদশ আৰু ঊনবিংশ শতিকাত পাশ্চাত্যৰ লগত প্ৰাচ্যৰ সম্পৰ্কৰ স্পষ্ট দুটা দিশ আছিল ঃ অৰ্থনৈতিক শোষণ আৰু সাংস্কৃতিক উজ্জীৱনৰ নীতি।

কুৰি শতিকাৰ শেষৰ ফালে পেলেষ্টাইনৰ বুদ্ধিজীৱী এডোৱাৰ্ড ছইদৰ (Adward Said, ১৯৩৫-২০০৩) 'অৰিয়েণ্টেলিজম' নামৰ এখন গ্ৰন্থ প্ৰকাশ হয়। ইয়াৰ পাছত প্ৰাচ্যবাদৰ ধাৰণাটো ভালেখিনি সলনি হয়। ছইদৰ মতে, প্ৰাচ্যবাদৰ তত্ত্বটো প্ৰকৃততে পাশ্চাত্যৰ দ্বাৰা প্ৰাচ্যক অনুগত কৰি ৰখা আৰু প্ৰাচ্যক পাশ্চাত্যৰ স্বাৰ্থত পুনৰ্গঠিত কৰাৰ এক কৌশল বা দৃষ্টিভংগী। অষ্টাদশ শতিকাৰ পৰাই পশ্চিমীয়া লেখক আৰু বুদ্ধিজীৱীসকলে প্ৰাচ্য আৰু পাশ্চাত্যৰ পাৰ্থক্য দেখুৱাবলৈ গৈ প্ৰাচ্য চিন্তা আৰু পাশ্চাত্য চিন্তাৰ মাজত এক সেতুহীন ব্যৱধানৰ কথা কৈ আহিছে। ছইদৰ মতে, এনেদৰে প্ৰাচ্য-মনক এক সাঁচত ঢালি চোৱাটো অবাস্তৱ কথা আৰু ইয়াৰ দ্বাৰা প্ৰাচ্যৰ দেশবোৰৰ ভাষাৰ বৈচিত্ৰ্য আৰু বিভিন্নতা, সাংস্কৃতিক তথা সমাজ জীৱনৰ বৈচিত্ৰ্যক তুচ্ছহে কৰা হয়। ছইদে তেওঁৰ গ্ৰন্থত আৰু উল্লেখ কৰিছে যে, পাশ্চাত্যৰ লেখক, দাৰ্শনিক আৰু বুদ্ধিজীৱীসকলে তেওঁলোকৰ বোধ আৰু স্বাৰ্থ অনুসৰি প্ৰাচ্যক গঢ়িব খুজিছে।

**প্ৰাণায়াম**
প্ৰাণ-বায়ুৰ সংযমৰ দ্বাৰা যোগ-সাধনা বিশেষ, যি ক্ৰিয়াৰ দ্বাৰা দেহত প্ৰাণশক্তি বৃদ্ধি পায়, যি ক্ৰিয়া অভ্যাসৰ দ্বাৰা জৰা, ব্যাধি আৰু অকাল মৃত্যু জয় কৰিব পাৰি ।

**প্ৰাথমিক বৰণ** *Primary Colours*
আন সকলো ৰং সৃষ্টি কৰিব পৰা তিনিটা বৰণ। এই বৰণ তিনিটা হ'ল ঃ নীলা, হালধীয়া আৰু ৰঙা। এই বৰণকেইটা বিভিন্ন অনুপাতত মিহলাই আন বৰণসমূহ পাব পাৰি।

**প্ৰাৰ্থনা সমাজ** *Prarthana Samaj*
১৮৬৭ চনত তৎকালীন বোম্বাইত ন্যায়াধীশ মহাদেৱ গোবিন্দ ৰানাডে, বুৰঞ্জীবিদ আৰ জি

ভাণ্ডাৰকাৰ আৰু তেওঁলোকৰ অনুগামীসকলে প্ৰতিষ্ঠা কৰা সংগঠন। আধুনিক চিন্তাৰে হিন্দু ধৰ্ম আৰু ইয়াৰ বিভিন্ন আচাৰ-অনুষ্ঠানৰ সংস্কাৰ সাধনেই আছিল প্ৰাৰ্থনা সমাজৰ উদ্দেশ্য। এই অনুষ্ঠানে বিধৱা বিবাহ, বাল্য বিবাহ ৰোধ কৰা, জাতিভেদ প্ৰথা দূৰ কৰা আৰু নাৰী শিক্ষাৰ প্ৰসাৰত গুৰুত্ব আৰোপ কৰিছিল। কুৰি শতিকাৰ প্ৰথম ভাগৰ পৰা প্ৰাৰ্থনা সমাজৰ গুৰুত্ব ক্ৰমাৎ হ্ৰাস হৈ আহে।

**প্ৰায়োগিক অৰ্থনীতি** *Applied Economics*
অৰ্থনীতিৰ শাখা বিশেষ। ইয়াত বিশুদ্ধ অৰ্থনীতিৰ (pure economics) নীতি, তত্ত্ব আৰু পদ্ধতিৰ সহায়ত কোনো দেশ বা অঞ্চলৰ অৰ্থনৈতিক সমস্যাসমূহৰ অধ্যয়ন তথা সমাধান কৰা হয়।

**প্ৰায়োগিক গণিত** *Applied Mathematics*
বিজ্ঞানৰ বিভিন্ন শাখাত, বিশেষকৈ, পদাৰ্থ বিজ্ঞানৰ সূত্ৰ নিৰ্ধাৰণ আৰু সমস্যা সমাধানত প্ৰয়োগ কৰা গণিত বিজ্ঞানৰ শাখা। ভৌত বিজ্ঞান আৰু প্ৰকৃতি বিজ্ঞানৰ চৰ্চাতো প্ৰায়োগিক গণিতৰ সহায় লোৱা হয়।

**প্ৰায়োগিক ভূগোল** *Applied Geography*
ভূগোলৰ এটা শাখা। ইয়াত ভূগোলৰ প্ৰণালীবদ্ধ পদ্ধতি ব্যৱহাৰ কৰি সামাজিক সমস্যাৰ সমাধান, নগৰ উন্নয়ন, গ্ৰামীণ প্ৰকল্পৰ ৰূপায়ণ আদি কৰিবলৈ প্ৰয়াস কৰা হয়। একেদৰে প্ৰাকৃতিক আৰু মানৱ ভূগোলৰ বিভিন্ন সমস্যা সমাধানতো প্ৰায়োগিক ভূগোলৰ পদ্ধতিৰ ব্যৱহাৰ আছে।

**প্ৰায়োগিক মনোবিজ্ঞান** *Applied Psychology*
জীৱনৰ বাস্তৱ সমস্যাৰ সমাধানত মনোবিজ্ঞানৰ প্ৰয়োগ। পৰীক্ষালব্ধ মনোবিজ্ঞানক (experimental psychology) এই বিষয়ত বিশেষভাৱে কামত লগোৱা হয়। শিক্ষা মনোবিজ্ঞান, চিকিৎসা মনোবিজ্ঞান আদিও প্ৰায়োগিক মনোবিজ্ঞানৰ অন্তৰ্গত।

**প্ৰেছ ইনফৰমেছন ব্যুৰো** *Press Information Bureau (PIB)*
প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে দেশৰ সংবাদপত্ৰ তথা গণমাধ্যমৰ লগত যোগাযোগ ৰক্ষা কৰাৰ অৰ্থে গঠিত ভাৰত চৰকাৰৰ এটা সংস্থা; পি আই বি (PIB) নামেৰে সাধাৰণভাৱে পৰিচিত। চৰকাৰী তথ্য বা খবৰ সংবাদ মাধ্যমলৈ সৰবৰাহ আৰু প্ৰচাৰ কৰাৰ ক্ষেত্ৰত পি আই বিৰ ভূমিকা আটাইতকৈ বেছি। চৰকাৰৰ নীতি, অগ্ৰগতি, সামাজিক আৰু অৰ্থনৈতিক বিকাশত চৰকাৰৰ ভূমিকা আদি নিয়মিতভাৱে সংবাদ মাধ্যমৰ জৰিয়তে জনগণক অৱহিত কৰাটো পি আই বিৰ অন্যতম কাম। তাৰ লগে লগে পি আই বিয়ে চৰকাৰ আৰু সংবাদ মাধ্যমৰ খবৰবোৰো চৰকাৰৰ দৃষ্টিলৈ আনে। এনেদৰে পি আই বিয়ে চৰকাৰ আৰু সংবাদ মাধ্যমৰ মাজত মধ্যস্থ ভূমিকা পালন কৰি আহিছে। দেশ-বিদেশৰ প্ৰায় ৮,০০০ সংবাদ মাধ্যমক এই সংস্থাই তথ্য সৰবৰাহ কৰে।

**প্ৰেছ ট্ৰাষ্ট অব্ ইণ্ডিয়া** *Press Trust of India (PTI)*

ভাৰতৰ বৃহত্তম সংবাদ সংস্থা। ১৯৪৭ চনৰ ২৭ আগষ্টত এই সংস্থা গঠন কৰা হয়। প্ৰেছ ট্ৰাষ্ট অব্ ইণ্ডিয়াই ভাৰত তথা বিদেশৰ সংবাদ মাধ্যমলৈ উল্লেখযোগ্য বৰঙণি আগবঢাই আহিছে। বহুকেইটা শীৰ্ষস্থানীয় আন্তৰ্জাতিক সংবাদ সংস্থাৰ (যেনে ঃ ৰয়টাৰ, এ এফ পি, ইউনাইটেড প্ৰেছ ইন্টাৰনেচনেল আদি) লগত পি টি আইৰ সংবাদ আদান-প্ৰদানৰ বিশেষ ব্যৱস্থা আছে। ভাৰতৰ বিভিন্ন ঠাইত পি টি আইৰ ১২৫টাতকৈও অধিক সংবাদ সংগ্ৰহ কেন্দ্ৰ আৰু চাৰিখন মেট্ৰো চহৰত আঞ্চলিক কাৰ্যালয় আছে। সংবাদ সংস্থাটোৱে নিজস্ব ৱেবছাইটৰ (http:/ www.ptinews.com) জৰিয়তেও সংবাদ আৰু বিভিন্ন তথ্যৰ যোগান ধৰে।

**প্ৰেততত্ত্ব** *Demonology*

দেৱ-দেৱীভিন্ন অতিমানৱৰ বিষয়ে অধ্যয়ন কৰা ধৰ্মতত্ত্বৰ এটা শাখা। প্ৰেততত্ত্বত অতি-প্ৰাকৃতিক প্ৰেত বা প্ৰেতাত্মা, পিশাচ, ভূত আদিৰ চৰ্চা কৰা হয়।

**প্ৰোটিন** *Protein*

জীৱ-কোষত থকা একপ্ৰকাৰ জটিল নাইট্ৰোজেনযুক্ত জৈব পদাৰ্থ। প্ৰাণী আৰু উদ্ভিদ জগতৰ গঠনমূলক তথা গুণগত বৈশিষ্ট্যৰ ই মূল উপাদান। দেহৰ পুষ্টিৰ বাবে খাদ্যবস্তুত প্ৰয়োজনীয় প্ৰোটিন সঠিক মাত্ৰাত থকা প্ৰয়োজন। মাছ, মাংস কণী, পনীৰ আদি বিভিন্ন খাদ্যবস্তুত যথেষ্ট পৰিমাণে প্ৰোটিন থাকে। আধুনিক গৱেষণাত প্ৰকাশ পাইছে যে প্ৰোটিনে স্মৃতিশক্তিতো প্ৰভাৱ পেলাব পাৰে।

**প্ৰোপাগাণ্ডা** *Propaganda*

কোনো মতবাদ, নীতি বা বিশ্বাস সমাজত জনপ্ৰিয় কৰিবলৈ চলোৱা প্ৰচাৰ; উদ্দেশ্যধৰ্মী প্ৰচাৰ। বহলাই ক'বলৈ হ'লে কোনো এটা বিশেষ কথা বা মতবাদ, — সম্পূৰ্ণ উদ্দেশ্যপ্ৰণোদিত আৰু একপক্ষীয়ভাৱে সকলো ধৰণৰ প্ৰচাৰ মাধ্যম ব্যৱহাৰ কৰি এক বহল সমাজৰ আগত ব্যাপক আৰু বাৰম্বাৰ প্ৰচাৰৰ জৰিয়তে প্ৰতিষ্ঠা কৰাটোকেই বা তাৰ বিপৰীত মতবাদক মিছা প্ৰতিপন্ন কৰাটোৱেই হ'ল প্ৰোপাগাণ্ডা। 'মিথ্যাপি পুনঃপুনৰোক্তম সত্যমেব প্ৰতিভাতি' (এটা মিছা কথা বাৰে বাৰে ক'লে সঁচাৰ দৰেই লাগে), — এই কথাষাৰক ভিত্তি কৰিয়েই প্ৰোপাগাণ্ডাৰ আঁচনি সংৰচনা কৰা হয়। প্ৰোপাগাণ্ডাৰ জৰিয়তে বিভিন্ন গোষ্ঠী, ৰাজনৈতিক দল আদিয়ে নিজ নিজ দললৈ মানুহৰ মন আকৰ্ষিত কৰে। সাধাৰণ এক পণ্য বিক্ৰীৰ পৰা সন্ত্ৰাসবাদ, ৰাজনীতি, নিৰ্বাচনী ৰাজনীতি, ক্ষমতা দখল, নেতা নিৰ্মাণ আদি বহু কাম আজিকালি প্ৰোপাগাণ্ডাৰ জৰিয়তে হয়।

**প্লাষ্টাৰ অব্ পেৰিছ** *Plaster of Paris*

কেলছিয়াম ছালফেটৰ যৌগ। সৰ্বপ্ৰথম পেৰিচৰ দাঁতি-কাষৰীয়া অঞ্চলত পোৱা গৈছিল বাবে এই নাম হয়। পানীৰ সৈতে মিহলালে গৰম হয় আৰু কম সময়ৰ ভিতৰতে কঠিন হৈ কিছু পৰিমাণে প্ৰসাৰিত হয়। সাঁচ আদি প্ৰস্তুত কৰাত আৰু ভগা অংগ-প্ৰত্যংগ জোৰা লাগিবৰ কাৰণে নিৰ্দিষ্ট অৱস্থাত ৰাখিবলৈ বেণ্ডেজত ইয়াৰ ব্যৱহাৰ বহুল।

**প্লাষ্টিক ছাৰ্জাৰী** *Plastic Surgery*
শল্য চিকিৎসাৰ এটা বিশেষ ভাগ। ইয়াৰ সহায়ত দেহৰ বাহিৰ ভাগত থকা যিকোনো অংগৰ বিকৃতি, ক্ষত আদি ন-কৈ গঢ় দি সৌন্দৰ্য ৰক্ষা কৰাৰ লগতে সেই অংগক পুনৰ কাম কৰাৰ ক্ষমতা দান কৰিবলৈ চেষ্টা কৰা হয়। 'প্লাষ্টিক ছাৰ্জাৰী' নামটোৰ লগতে প্লাষ্টিক নামৰ বহুল প্ৰচলিত কৃত্ৰিম ৰাসায়নিক পদাৰ্থবিধৰ বিশেষ কোনো সম্পৰ্ক নাই। দৰাচলতে এই নামটো আহিছে প্লাষ্টিকৰ এক গুণৰ পৰাহে। প্লাষ্টিকেৰে কোনো বস্তুৰ অবিকল ৰূপ সাজিব পাৰি। প্লাষ্টিক ছাৰ্জাৰীত মানুহৰ দেহৰ কোনো অংশৰ অবিকল প্ৰস্তুত কৰা হয়। সেইবাবেই প্লাষ্টিক ব্যৱহাৰ নকৰিলেও প্লাষ্টিকৰ দৰে গুণ থকা বাবেই প্লাষ্টিক ছাৰ্জাৰীক এই নামেৰে জনা যায়। আধুনিক চিকিৎসা বিজ্ঞানত প্লাষ্টিক ছাৰ্জাৰীৰ সূচনা কৰে আইভাৰছন নামৰ এজন শল্য চিকিৎসকে। কুৰি শতিকাৰ, বিশেষকৈ, দুখন মহাসমৰৰ পাছত প্লাষ্টিক ছাৰ্জাৰীৰ অভাৱনীয় উন্নতি হয়। আজি এই পদ্ধতি কেৱল ক্ষত বা বিকৃত অংগৰ সৌন্দৰ্য ওভতাই অনাতেই ব্যৱহাৰ নহয়, ইয়াৰ সহায়ত অকামিলা চকু, হৃদপিণ্ড, বৃক্ক আদিকো পুনৰ প্ৰতিষ্ঠাপন কৰিব পৰা হৈছে।

**প্লিছমল মাৰ্ক** *Plismoll Mark*
বাণিজ্যিক জাহাজত বাহিৰৰ খোলাত দিয়া এটা চিন। পানীয়ে সেই চিন পোৱালৈকে তাত নিৰাপদভাৱে বস্তু বোজাই কৰিব পাৰি। ইয়াক 'লোড লাইন' (load line) বুলিও জনা যায়। 'মাৰ্চেণ্ট ছিপিং এক্ট'ক (১৮৭৩) সমৰ্থন কৰা ব্ৰিটিছ সাংসদ ছেমুৱেল প্লিছমলৰ (Samual Plismoll, ১৮২৪-১৮৯৮) নামেৰে এই নাম দিয়া হৈছে।

**প্লেগ** *Plague*
সংক্ৰামক আৰু মাৰাত্মক ৰোগ-বিশেষ। প্লেগ মূলতঃ মানুহৰ নহয়, এন্দুৰৰ দেহতহে হয়। অৱশ্যে কেতিয়াবা আৰু কোনো কোনো অৱস্থাত এই ৰোগ এন্দুৰৰ পৰা মানুহৰ দেহলৈ সঞ্চাৰিত হয়। লেতেৰা, অপৰিচ্ছন্ন যিবোৰ স্থানত মানুহ আৰু এন্দুৰৰ সহাৱস্থান, সেইবোৰ ঠাইত এন্দুৰৰ দেহৰ পৰা মানুহৰ দেহলৈ প্লেগৰ জীৱাণু সংক্ৰমিত হোৱাৰ সম্ভাৱনা বেছি। এন্দুৰৰ পৰা এনেদৰে মানুহৰ দেহলৈ এই ৰোগ সঞ্চাৰিত হোৱাৰ উপৰি হাঁচি বা কাহৰ ফলত অসুস্থ প্লেগ ৰোগীৰ শৰীৰৰ পৰা জীৱাণু সুস্থ মানুহৰ দেহলৈ সংক্ৰমিত হয়।

যুদ্ধ-বিগ্ৰহ বা কোনো প্ৰাকৃতিক দুৰ্যোগৰ পাছত সাধাৰণতে প্লেগৰ প্ৰাদুৰ্ভাৱ দেখা যায়। কিছু বছৰৰ আগেয়ে ভাৰতৰ গুজৰাটৰ চুৰাটত হোৱা মহামাৰীত বহু লোকৰ মৃত্যু হৈছিল, যাৰ কাৰণ প্লেগ বুলি ঠাৱৰ কৰা হৈছিল। প্ৰতিষেধক ছিটা আৰু উন্নতমানৰ ঔষধৰ বাবে বৰ্তমান অৱশ্যে পৃথিৱীত প্লেগ ৰোগক প্ৰায় নিয়ন্ত্ৰণ কৰিব পৰা হৈছে।

**প্লেটিনাম জয়ন্তী** *Platinum Jubilee*
কোনো সংস্থা, অনুষ্ঠান আদিৰ ৭৫ বছৰ পূৰ্ণ হ'লে পতা উৎসৱ; মহাৰজত জয়ন্তী।

**প্লেটোনিক** *Platonic*
এক প্ৰকাৰ আৱেগিক সম্বন্ধ, যি সম্বন্ধ অতি আন্তৰিক আৰু নিকট হ'লেও যৌনকামনামূলক

নহয়; দেহাতীত প্ৰেম। প্লেটোনিক প্ৰেমিকে তেওঁৰ প্ৰিয়াৰ দৈহিক সৌন্দৰ্যক তেওঁৰ আধ্যাত্মিক সৌন্দৰ্যৰ প্ৰতিফলন বুলিহে গণ্য কৰে।

**প্লে থেৰাপী** *Play Therapy*
কোনো শিশুৰ নাটকৰ জৰিয়তে ৰোগী আৰু চিকিৎসকৰ মাজত ভাবৰ আদান-প্ৰদান আৰু যোগাযোগ স্থাপন কৰি চিকিৎসা কৰা এক পদ্ধতি।

**প্লেনেটেৰিয়াম** *Planetarium*
গ্ৰহ-নক্ষত্ৰাদিৰ প্ৰতিবিম্ব পেলাই চোৱাৰ বিশেষ ব্যৱস্থা কৰা ঘৰ; তৰাঘৰ; তাৰকাগৃহ। প্লেনেটেৰিয়ামত একোটা অৰ্ধগোলাকাৰ নভোমঞ্চ (sky theatre) থাকে, য'ত বিভিন্ন গ্ৰহ-উপগ্ৰহ, নক্ষত্ৰ, ধূমকেতু, ছুপাৰনোভা আদি পোহৰ পেলাই (অভিক্ষেপ কৰি) দেখুওৱা হয়। এবিধ বিশেষ ধৰণৰ প্ৰজেক্টৰৰ সহায়ত এইবোৰ অতি নিপুণতাৰে সৈতে অভিক্ষেপ কৰা হয়। প্লেনেটেৰিয়ামৰ প্ৰজেক্টৰ চিনেমা গৃহৰ দৰে দৰ্শকসকলৰ পিছফালে নাথাকে; ই থাকে নভোমঞ্চৰ মাজত। প্ৰদৰ্শনী আৰম্ভ হোৱাৰ লগে লগে নভোমঞ্চৰ পোহৰ ক্ৰমান্বয়ে হ্ৰাস পাই গৈ থাকে আৰু লাহে লাহে গ্ৰহ-নক্ষত্ৰবোৰৰ আবিৰ্ভাৱ হয়। কেইমিনিটমানৰ ভিতৰতে দৰ্শকসকলে নিজকে এখন মুক্ত আকাশৰ তলত বহি থকাৰ দৰে অনুভৱ কৰে। পূৰ্বতে প্লেনেটেৰিয়াম বুলিলে গ্ৰহ-নক্ষত্ৰাদিৰ প্ৰতিবিম্ব পৰ্দাত পেলাবলৈ ব্যৱহাৰ কৰা আলোকীয় যন্ত্ৰটোকে বুজোৱা হৈছিল; কিন্তু বৰ্তমান প্লেনেটেৰিয়াম বুলিলে গ্ৰহ-নক্ষত্ৰাদিৰ প্ৰতিবিম্ব পেলাই য'ত এইবোৰ চোৱাৰ ব্যৱস্থা কৰা হয়, সেই ঘৰটোকে বুজোৱা হয়।

# ফ

**ফক্স ফায়াৰ** *Fox Fire*
বিভিন্ন ভেঁকুৰে পঁচিবলৈ ধৰা উদ্ভিদৰ অৱশেষ, কাঠ আদিত সৃষ্টি কৰা পোহৰৰ বিচ্ছুৰণ।

**ফটোক্ৰমিক গ্লাছ** *Photocromic Glass*
কিছুমান চছমা ঘৰৰ ভিতৰত বা ৰ'দ নপৰা ঠাইত পিন্ধি থাকিলে স্বচ্ছ দেখি, কিন্তু ৰ'দলৈ ওলাই গ'লে ৰঙীণ হৈ পৰে। এনেধৰণৰ গ্লাছক ফটোক্ৰমিক গ্লাছ বোলে।

**ফটোষ্টেট** *Photostat*
*জেৰোগ্ৰাফী চাওক*

**ফনিক্স** *Phonix*
প্ৰাচীন মিছৰৰ প্ৰতীক স্বৰূপ আৰু পবিত্ৰ বুলি কল্পনা কৰা এবিধ চৰাই, যি ছশ বছৰৰ মূৰত জ্বলি-পুৰি ছাই হয় আৰু সেই ছাইৰ পৰা যৌৱনপ্ৰাপ্ত হৈ পুনৰ্জন্ম লাভ কৰে। বৰ্তমান ধ্বংস হৈ বা মৃত্যু ঘটিও পুনঃ পুনঃ অভ্যুত্থান হোৱা যিকোনো বস্তু বুজাবলৈ শব্দটো ব্যৱহাৰ কৰা হয়।

**ফৰৱাৰ্ড ব্লক** *Forward Block*

কংগ্ৰেছৰ অভ্যন্তৰৰ সংগ্ৰামী শক্তিসমূহক সংঘবদ্ধ কৰাৰ উদ্দেশ্যে সুভাষ চন্দ্ৰ বসুৰ উদ্যোগত ১৯৪০ চনৰ ২২ জুনত গঠিত ৰাজনৈতিক সংগঠন। কংগ্ৰেছৰ অভ্যন্তৰৰ সৰু-ডাঙৰ কেইবাটাও দল আৰু বিশিষ্ট নেতাই ফৰৱাৰ্ড ব্লকত যোগ দিয়ে। দুবছৰৰ পাছত সুভাষ চন্দ্ৰ বসুৰ দেশত্যাগৰ ফলত ফৰৱাৰ্ড ব্লকৰ ভৱিষ্যৎ অনিশ্চিত হৈ পৰে। তাৰ পাছত ১৯৪২-ৰ আন্দোলন আৰম্ভ হোৱাত নেতাজীয়ে দূৰপ্ৰাচ্যৰ পৰা জাতিৰ উদ্দেশ্যে দিয়া এক অনাতাঁৰ ভাষণত উল্লেখ কৰে যে কংগ্ৰেছৰ নেতৃত্বত ভাৰতৰ স্বাধীনতা আন্দোলন আৰম্ভ হোৱাৰ পৰিপ্ৰেক্ষিতত ফৰৱাৰ্ড ব্লকৰ ঐতিহাসিক প্ৰয়োজন শেষ হৈছে। তাৰ পাছৰে পৰা সৰ্বভাৰতীয় ৰাজনৈতিক সংগঠন হিচাপে ফৰৱাৰ্ড ব্লকৰ গুৰুত্ব হ্ৰাস পায়।

**ফৰাচী বিপ্লৱ** *French Revolution*

১৭৮৯ চনত আৰম্ভ হোৱা বিশ্বখ্যাত বিপ্লৱ, যি বিপ্লৱে ফ্ৰান্সৰ ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক দিশত আমূল পৰিৱৰ্তন সাধে। কোনো এটা একক কাৰণৰ বাবে ফৰাচী বিপ্লৱ সংঘটিত হোৱা নাছিল। ফ্ৰান্সৰ জনসাধাৰণৰ মনত বহু দিনৰ পৰাই বিভিন্ন কাৰণত ক্ষোভৰ সৃষ্টি হৈছিল। তাৰেই বহিঃপ্ৰকাশ ঘটিছিল এই বিপ্লৱৰ যোগেদি।

ফৰাচী বিপ্লৱে ফ্ৰান্সৰ পুৰণিকলীয়া সামাজিক ৰীতি-নীতিবোৰ বিলুপ্ত কৰে। ভূমি সামন্ত প্ৰথাৰ বিলোপ হয়। নিজৰ সামৰ্থ্য অনুসৰি সম্পত্তি আহৰণৰ অধিকাৰ সকলোৱে লাভ কৰে। আইনৰ দৃষ্টিত সকলো সমান হৈ পৰে। জাতীয়তাবাদ আৰু গণতন্ত্ৰ এই বিপ্লৱৰ অন্যতম দুটা সুফল। দাসত্ব প্ৰথা ফ্ৰান্সৰ পৰা উঠাই দিয়া হয়। সকলো মানুহে মূলতঃ সুখী হ'বলৈ দাবী কৰিব পাৰে বুলি সংবিধানে স্বীকৃতি দিয়ে। উদাৰনীতিবাদে (Liberalism) জনপ্ৰিয়তা অৰ্জন কৰে।

**ফৰ্মা**

ছপাশালত একোবাৰত ছপাবলৈ লোৱা নিৰ্দিষ্টসংখ্যক পৃষ্ঠা। সাধাৰণতে ৮, ১৬, ৩২ আদি পৃষ্ঠাৰে এক ফৰ্মা হয়।

**ফাইবাৰ অপটিকছ্**

*তন্তু আলোকবিদ্যা চাওক*

**ফাতেহা-ই-দোৱাজ দহম**

ইছলামধৰ্মীসকলে উৎসৱ হিচাপে পালন কৰা হজৰত মহম্মদৰ জন্ম দিৱস। হজৰত মহম্মদৰ জন্ম হৈছিল ৫৭০ খ্ৰীষ্টাব্দত আৰবী মাহ ৰবিউল আৱালৰ ১২ তাৰিখে; ৬৩ বছৰৰ পিছত একে তাৰিখতে তেওঁৰ পৰলোকপ্ৰাপ্তিও হয়। হজৰত মহম্মদৰ একে তাৰিখতে জন্ম আৰু মৃত্যু হোৱা বাবে ইয়াৰ মাহাত্ম্য অসীম। ফাতেহা মানে মৃতকৰ অৰ্থে কৰা প্ৰাৰ্থনা আৰু দোৱাজ দহম মানে ১২। এই দিৱস বিশ্বনবী দিৱস, ঈদ-ই-মিলাদুন্নবী নামেৰেও সমধিক পৰিচিত। এই উৎসৱত বিশ্বৰ বিভিন্ন ঠাইত হজৰত মহম্মদৰ জীৱনালেখ্য আৰু তেওঁ দি থৈ যোৱা শান্তিৰ বাণী আলোচনা কৰা হয়। একেদৰে অঞ্চলবিশেষে সেইদিনা ৰোজা

(উপবাস) ৰখা, বিশেষ নামাজ পঢ়া, কোৰান পাঠ আদি ধৰ্মীয় ৰীতি-নীতিও পালন কৰা দেখা যায়।

**ফাদাৰলেণ্ড** *Fatherland*
ফাদাৰলেণ্ড বা পিতৃভূমি শব্দটো মাতৃভূমিৰ (motherland) সমাৰ্থক। ভাৰতীয়সকলকে ধৰি বিশ্বৰ বহু দেশৰ লোকে নিজৰ দেশখনক মাতৃভূমি বুলি অভিহিত কৰে। শিছে কুৰি শতিকাৰ ত্ৰিশৰ দশকত হিটলাৰৰ অধীনত থকা জাৰ্মানীৰ নাজীসকলে নিজৰ দেশখনক পিতৃভূমি বা ফাদাৰলেণ্ড বুলিবলৈ আৰম্ভ কৰে। অৱশ্যে এই শব্দটো আন কেইবাখনো ইউৰোপীয় দেশত একে অৰ্থত ব্যৱহাৰ কৰা হয়।

**ফাৰেনহাইট** *Fahrenheit*
উষ্ণতাৰ মাত্ৰা নিৰ্ধাৰণৰ একক বিশেষ। জাৰ্মান পদাৰ্থ বিজ্ঞানী গেব্ৰিয়েল ডেনিয়েল ফাৰেনহাইটে (Gabrial Daniel Fahrenheit, ১৬৮৬-১৭৩৬) ১৭১৪ চনত এই এককৰ উদ্ভাৱন কৰে। তেওঁৰ নাম অনুসৰি ইয়াৰ নাম ফাৰেনহাইট স্কেল ৰখা হয়। ফাৰেনহাইট স্কেলত পানীৰ হিমাংক ৩২ ডিগ্ৰী আৰু উতলাংক ২১২ ডিগ্ৰী বুলি ধৰা হয়। এই দুই বিন্দুৰ মধ্যৱৰ্তী ব্যৱধান ১৮০ সমভাগত (ডিগ্ৰীত) বিভক্ত। একো একোটা ভাগক ডিগ্ৰী ফাৰেনহাইট বোলা হয়। ফাৰেনহাইটে জনৰ্ডিগ চহৰৰ শীতকালৰ সৰ্বনিম্ন উষ্ণতাক শূন্য বুলি ধৰি আৰু পানীৰ উতলাংকক ২১২ ডিগ্ৰী বুলি ধৰি উষ্ণতাৰ দাগ স্থিৰ কৰিছিল। আজিকালি অৱশ্যে এই স্কেলৰ প্ৰচলন কম। এই স্কেলত উষ্ণতাক F-ৰে চিহ্নিত কৰা হয়। সাধাৰণতে জ্বৰ জোখা থাৰ্মোমিটাৰত ফাৰেনহাইট স্কেল ব্যৱহাৰ কৰা হয়।

**ফাৰাও** *Pharaoh*
প্ৰাচীন ইজিপ্টৰ ৰজাসকলক বুজাবলৈ ব্যৱহাৰ কৰা শব্দ। ফাৰাও শব্দৰ অৰ্থ কাৰেং বা ৰাজপ্ৰাসাদ। খ্ৰীষ্টপূৰ্ব ৯৫০-ৰ পৰা মিছৰীয়সকলে ফাৰাও শব্দৰে কেৱল ৰজাকে বুজাবলৈ আৰম্ভ কৰে। মিছৰীয়সকলে ফাৰাওক তেওঁলোকৰ সৰ্বশ্ৰেষ্ঠ দেৱতা ওছিৰিছৰ পুত্ৰ বুলি বিশ্বাস কৰিছিল। ৰাষ্ট্ৰৰ ধৰ্মীয়, অসামৰিক শাসন আৰু সামৰিক বাহিনীৰ মুৰব্বী হিচাপে ফাৰাওৰ ক্ষমতা আছিল অসীম।

**ফালকোনৰী** *Falconry*
উপসাগৰীয় দেশসমূহত জনপ্ৰিয় এক ক্ৰীড়া। এই খেলত শেন, ঈগল আদি স্বাভাৱিকভাৱে আক্ৰমণাত্মক চৰাইৰ দ্বাৰা কোনো চিকাৰক হত্যা কৰা হয়। বিশেষভাৱে প্ৰশিক্ষণপ্ৰাপ্ত তেনে চৰায়ে গৰাকীৰ নিৰ্দেশমতে চিকাৰক হত্যা কৰি পুনৰ গৰাকীৰ হাতলৈ ঘূৰি আহে। এই ৰক্তক্ষয়ী খেল খ্ৰীষ্টপূৰ্ব প্ৰায় ২০০০-ৰ পৰা আৰব জাতিৰ মাজত প্ৰচলিত হৈ আহিছে।

**ফায়াৰৱাল** *Firewall*
বাহিৰৰ কোনো কম্পিউটাৰে যাতে তথ্যবোৰ পাব নোৱাৰে, তাৰ বাবে কম্পিউটাৰ নেটৱৰ্কত ব্যৱহৃত এক নিৰাপত্তা কৌশল।

**ফিছ প্লেট** *Fish Plates*

ৰে'লপথৰ দুটা চিৰিৰ মাজৰ দূৰত্ব সমান কৰি ৰাখি সিহঁতক ধৰি ৰাখিবলৈ পথালিকৈ একেলগে বল্টু মাৰি থোৱা কাঠৰ বা ধাতুৰ প্লেট। আজিকালি অৱশ্যে কংক্ৰিটৰ ফিছ প্লেটো ব্যৱহাৰ কৰা হয়। ইয়াৰ 'ফিছ' (fish) শব্দটোৱে কিন্তু মাছক বুজোৱা নাই। ফৰাচী 'ফিচিয়েৰ' (fichier) শব্দৰ পৰাহে এই শব্দটো সৃষ্টি হৈছে। 'ফিচিয়েৰ' শব্দৰ অৰ্থ 'টানকৈ বান্ধি ৰখা'। সেই অৰ্থত ৰে'লৰ চিৰিবোৰ (সমান দূৰত্বত) টানকৈ বান্ধি ৰাখিবলৈ ব্যৱহাৰ কৰা প্লেটবোৰক ফিছ প্লেট বোলা হয়।

**ফিজিঅ'থেৰাপী** *Physiotherapy*

মালিচ, সেক, ব্যায়াম আদি শাৰীৰিক পদ্ধতিৰে কৰা ৰোগ চিকিৎসা; কায় চিকিৎসা। এই চিকিৎসা পদ্ধতিত ঔষধৰ পৰিৱৰ্তে বিশেষ ধৰণৰ ব্যায়াম, অংগ মৰ্দন, তাপ প্ৰয়োগ আদি প্ৰক্ৰিয়াৰে দেহৰ মাংসপেশীৰ পৰিচৰ্যা কৰি বিবিধ যন্ত্ৰণাৰ উপশম, বিকৃত অংগ-প্ৰত্যংগৰ স্বাভাৱিকভাৱে কাম কৰাৰ ক্ষমতা ওভতাই অনা বা স্বাভাৱিক অংগ সঞ্চালনত ৰোগীক সহায় কৰা হয়।

**ফিডবেক** *Feedback*

কোনো সিদ্ধান্ত বা প্ৰকল্প গৃহীত আৰু প্ৰকাশিত-প্ৰচাৰিত হোৱাৰ পাছত গ্ৰহীতা বা প্ৰাপকসকলৰ মাজত বা সাধাৰণভাৱে জনসাধাৰণৰ মাজত কি প্ৰতিক্ৰিয়া হ'ল, সেয়া যদি তেওঁলোকৰ পৰা লিখিতভাৱে (কেতিয়াবা মৌখিকভাৱেও) আহে, তেন্তে এই প্ৰতিক্ৰিয়াকে ফিডবেক বোলা হয়।

**ফিফা** *FIFA*

আন্তৰ্জাতিক ফুটবল সংস্থা। ই হ'ল ফচাৰী ভাষাৰ 'ফেডাৰেচন ইন্টাৰনেচনেলী ডি ফুটবল এছোচিয়েচন'ৰ (Federation Internationale de Football Association) সংক্ষিপ্ত ৰূপ। ইংৰাজী ভাষাৰ এই সংস্থাটোৰ নাম হ'ল ঃ 'দি ইন্টাৰনেচনেল ফেডাৰেচন অব্ এছোচিয়েচন ফুটবল (The International Federation of Association Football). ১৯০৪ চনত স্থাপিত এই সংস্থা আন্তৰ্জাতিক ফুটবলৰ নিয়ন্ত্ৰক সংস্থা। বৰ্তমান ফিফাই বিশ্বৰ দুই বৃহৎ ফুটবল প্ৰতিযোগিতা ক্ৰমে বিশ্বকাপ আৰু অলিম্পিক ফুটবল নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰে।

**ফিলাটেলী** *Philately*

প্ৰণালীবদ্ধ আৰু পদ্ধতিগতভাৱে ডাক-টিকট সংগ্ৰহ আৰু ইয়াৰ অধ্যয়ন। 'ফিলোছ' আৰু 'এটিলোছ' — এই দুটা গ্ৰীক শব্দৰ সংযোজনত 'ফিলাটেলী' শব্দৰ সৃষ্টি। 'ফিলোছ' (philos) মানে 'চখ থকা' আৰু 'এটিলোছ' (atelos) মানে 'কৰৰ পৰা ৰেহাই'। ডাক-টিকটৰ যিটো নিজা মূল্য আছে, কেৱল তাৰ কাৰণেই যে মানুহে ডাক-টিকট সংগ্ৰহ কৰে এনে নহয়, ই সোঁৱৰাই ৰখা ঘটনা আৰু ইয়াৰ প্ৰকাশনৰ আঁৰত থকা ঘটনাৱলীৰ কাৰণে মানুহে ডাক-টিকট সংগ্ৰহ কৰে। ডাক-টিকট সংগ্ৰহৰ অভ্যাস আৰু ইয়াৰ অধ্যয়নে সংগ্ৰহকাৰী এজনক বিভিন্ন

দেশৰ ভূগোল, ইতিহাস, কলা-সংস্কৃতি আদি অনুসন্ধান কৰাৰ বিৰল সুযোগ দিয়ে। ডাক-টিকট সংগ্ৰহ আজি বিশ্বৰ আটাইতকৈ জনপ্ৰিয় হবী বা ৰাপ। কেৱল জনপ্ৰিয় 'হবী' বা ৰাপেই নহয়, ই সংবাদ আৰু শিক্ষা গ্ৰহণৰো প্ৰয়োজনীয় উৎস।

## ফিলামেণ্ট *Filament*

উচ্চ ৰোধৰ অতি মিহি তাঁৰ। ইয়াৰ মাজেৰে সঠিক পৰিমাণৰ বিদ্যুৎ প্ৰবাহ হ'লে ই পোহৰ (লগতে কিছু তাপো) উৎপন্ন কৰে। বিজুলী বাতি, ৰেডিঅ'-ভালভ্ আদিত টাংষ্টেনৰ দৰে উচ্চ উষ্ণতা সহিব পৰা ধাতুৰ অতি সূক্ষ্ম তাঁৰ বা ফিলামেণ্ট ব্যৱহাৰ কৰা হয়। বিদ্যুৎ প্ৰবাহ হ'লে ধাতৱ ফিলামেণ্টডাল অতি উত্তপ্ত হৈ যথেষ্ট পোহৰ আৰু কিছু তাপ সৃষ্টি কৰে।

## ফিলিবাষ্টাৰিং *Fillibustering*

কোনো এক বিল গৃহীত নকৰাবলৈ বা গৃহীত কৰাত বিলম্বিত কৰিবলৈ বা বাধাৰ সৃষ্টি কৰিবলৈ সংখ্যাগৰিষ্ঠ বিৰোধী দলে অতি দীৰ্ঘ ভাষণ বা অযথা সংশোধনী প্ৰস্তাৱ অনাৰ কৌশল। আমেৰিকা যুক্তৰাষ্ট্ৰৰ সংসদত প্ৰায়ে এনে কৌশল প্ৰয়োগ কৰা হয়।

## ফিংগাৰ প্ৰিণ্ট্ছ *Finger Prints*

মানুহৰ হাতৰ আঙুলিৰ মূৰবোৰত বহু সৰু সৰু ৰেখা আছে। আঙুলিৰ ছাপ এটা মাৰিলে সেইবোৰ আৰু স্পষ্টকৈ চাব পাৰি। এই ৰেখাবোৰৰ পৰা হোৱা ছাপকে ফিংগাৰ প্ৰিণ্ট্ছ বা আঙুলিৰ ছাপ বোলে। প্ৰত্যেকজন মানুহৰ আঙুলিৰ ছাপ বেলেগ বেলেগ; এজনৰ আঙুলিৰ ছাপৰ লগত আন এজনৰ আঙুলিৰ ছাপ কেতিয়াও নিমিলে। মানুহৰ আঙুলিৰ ছাপৰ এই বৈশিষ্ট্যকে বিভিন্ন অপৰাধী ধৰা পেলোৱাত ব্যৱহাৰ কৰা হয়। বিজ্ঞানসম্মত উপায়ে ফিংগাৰ প্ৰিণ্ট পৰীক্ষা কৰি যিদৰে নানা জটিল ৰহস্যৰ সমাধান কৰা হয়, তেনেদৰে অপৰাধী ধৰা পেলোৱাতো ইয়াৰ ভূমিকা অপৰিসীম।

## ফুলছকেপ *Foolscap*

সাধাৰণতে লিখিবলৈ ব্যৱহৃত দীঘলে ৪১.৯২ চেণ্টিমিটাৰ (১৬.৫০ ইঞ্চি) আৰু পুতলে ৩১.৭৫ চেণ্টিমিটাৰ (১২.৫০ ইঞ্চি) জোখৰ কাগজ। সৰ্বসাধাৰণৰ মাজত ফুলিস্কেপ নামেৰে সাধাৰণতে পৰিচিত এবিধ বিশেষ জোখৰ কাগজৰ নামটো প্ৰকৃততে ফুলছকেপ। এবিধ বহুৱাই পিন্ধা টুপীক Fool's Cap বোলে। লিখিবলৈ ব্যৱহাৰ কৰা কাগজবোৰ পোহৰৰ ফালে দাঙি ধৰিলে তাৰ মাজত বিভিন্ন আখৰ, জীৱ-জন্তু আদিৰ ছবিৰে 'মাৰ্কা' মৰা চকুত পৰে। প্ৰথমতে এই কাগজবোৰৰ মাজত বহুৱাই পিন্ধা সেই টুপীটোৰ ছবি আছিল। সেইকাৰণে এই কাগজবোৰক আজিও 'ফুলছকেপ' বোলা হয়। ফুলছকেপ কাগজৰ ২৪ খিলাৰ এটা গোটৰ নাম দিস্তা।

## ফেক্স *Fax*

চিঠি, নথি-পত্ৰ, নক্সা, ছবি আদিৰ অবিকল প্ৰতিলিপি এঠাইৰ পৰা আন ঠাইলৈ পঠিয়াব পৰা যান্ত্ৰিক ব্যৱস্থা। ফেক্স দৰাচলতে 'ফেছিমিলি' (Fascimile, যাৰ অৰ্থ অবিকল পুনৰ উৎপাদন) শব্দৰ সংক্ষিপ্ত ৰূপ। যি যন্ত্ৰৰ সহায়ত এনে অবিকল প্ৰতিলিপি পঠিয়াব বা গ্ৰহণ

কৰিব পৰা যায়, তাৰ নাম ফেছিমিলি মেচিন (Fascimile Machine) বা ফেক্স মেচিন। ফেক্স মেচিনৰ সহায়ত যিকোনো ভাষাৰ নথি, হাতেলিখা কথা, ছবি বা সংকেত, ফটো অবিকল ৰূপত দ্রুতভাৱে প্রেৰণ কৰিব পৰা যায়। খৰচো বেছি নহয়। এনেবোৰ কাৰণতে ফেক্স পদ্ধতিৰ জনপ্রিয়তা ক্রমে বাঢ়ি আহিছে।

### ফেছিবাদ *Fascism*

জাতিগত বৈষম্য আৰু একনায়কত্বক মূল বিষয় হিচাপে লোৱা ৰাজনৈতিক মতবাদ। প্রথম মহাসমৰৰ পাছত মুছোলিনীৰ নেতৃত্বত ইটালীত এই মতবাদৰ উদ্ভৱ হয়। ফেছিবাদৰ বৈশিষ্ট্য হ'ল চৰকাৰৰ দ্বাৰা ৰাষ্ট্রৰ সকলো কাম-কাজ আৰু কর্ম প্রচেষ্টা নিয়ন্ত্রণ, উগ্র আৰু সংকীর্ণ জাতীয়তাবাদ, উৎকট কমিউনিষ্ট বিৰোধিতা আৰু গণতন্ত্রহীনতা। ইটালীত উদ্ভৱ যদিও জার্মানী আৰু স্পেইনতো বেলেগ বেলেগ ৰূপত ফেছিবাদে আত্মপ্রকাশ আৰু বিস্তাৰ লাভ কৰিছিল।

### ফেণ্টাছী *Fantasy, Phantasy*

উদ্ভট বা বিকাৰগ্রস্ত কল্পনা। সাধাৰণভাৱে, অসম্ভৱ বা অবাস্তৱ বিষয় কল্পনা কৰা আৰু মনত তাৰ প্রতিচ্ছবি দেখা পোৱাৰ ক্রিয়াৰে নাম ফেণ্টাছী। সচৰাচৰ অতৃপ্ত বাসনাই ফেণ্টাছীৰ কাৰণ। অৱচেতন মনতেই অবাস্তৱ ছবি ফুটি উঠে। কোনো কোনো মনোবিজ্ঞানীৰ মতে শৈশৱতে ফেণ্টাছীৰ বীজ অংকুৰিত হয়।

### ফেবিয়ানিজম *Fabianism*

১৮৮৪ চনত লণ্ডনত স্থাপিত ফেবিয়ান ছোচাইটীৰ সমাজতান্ত্রিক আদর্শ সম্পর্কীয় মতবাদ। ফেবিয়ান ছোচাইটীৰ অন্যতম উদ্দেশ্য আছিল সমাজতন্ত্রবাদক শিক্ষিত সমাজৰ ওচৰত জনপ্রিয় কৰি তোলা। ব্রিটেইনত লেবাৰ পার্টী সংগঠিত কৰাত এই সংস্থাৰ ভূমিকা অনস্বীকার্য। এইচ জি ৱেলছ, জর্জ বানার্ড শ্ব'ৰ দৰে ব্যক্তিও ফেবিয়ান ছোচাইটীৰ সক্রিয় সদস্য আছিল।

### ফেৰোমোন *Pheromone*

কোনো কোনো প্রজাতিৰ প্রাণীৰ দেহত উৎপন্ন আৰু নিঃসৰণ হোৱা তীব্র গোন্ধযুক্ত ৰাসায়নিক পদার্থ। এই গোন্ধ একে প্রজাতিৰ আন প্রাণীয়ে দূৰৈৰ পৰা পায় আৰু সেই অনুসৰি প্রাণীয়ে আচৰণ কৰে। যোগাযোগ, যৌন আমন্ত্রণ আদিৰ বাবে প্রাণীদেহত এনে ফেৰোমোন নিঃসৰণ হয়।

### ফোবিয়া *Phobia*

ফোবিয়া হ'ল অস্বাভাৱিক ভয় — যাৰ নেপথ্যত যি কাৰণেই নাথাকক কিয়, আপাতদৃষ্টিত তাক অযৌক্তিক যেন লাগে। ই এক ধৰণৰ মনৰ অসুখ। উদাহৰণস্বৰূপে ক'ব পাৰি পইতাচোৰা উৰা দেখিলে কোনোবাই অলপ ভয় খায়, কোনোবাই কিন্তু আতংকত শিয়ৰি উঠে। প্রথম ক্ষেত্রত যিটো স্বাভাৱিক, দ্বিতীয় ক্ষেত্রত সিয়েই হ'ল ফোবিয়া। আন অসুখৰ দৰে ফোবিয়াৰো নেপথ্যত কিছু কাৰণ থাকে। অধিকাংশ ক্ষেত্রত, বিপজ্জনক কোনো ঘটনা বা

পৰিস্থিতিৰ মুখামুখি হোৱাৰ অভিজ্ঞতাই মানুহক তেওঁৰ পৰৱৰ্তী জীৱনত একে ধৰণৰ ঘটনা বা পৰিস্থিতিত আতংকগ্ৰস্ত কৰি তোলে। ইয়াৰ কাৰণেই যুদ্ধত গুলী খাই বহু মানুহৰ মৃত্যু হোৱাৰ দৃশ্য দেখি বহু সৈনিকে যুদ্ধৰ নাম শুনিলেই আতংকিত হৈ পৰে। আকৌ পাইলটসকলৰো বহুতে ঘটনাচক্ৰত কোনো বিমান দুৰ্ঘটনাত পৰিলে আকৌ দুৰ্ঘটনা হ'ব বুলি আতংকত বিমান চলাবলৈকে এৰি দিয়ে।

**ফ্ৰয়েডিয়ান পিছল** *Freudian Slip*

কলম বা মুখৰ কথাৰ পিছলৰ জৰিয়তে এজন মানুহৰ প্ৰকৃত চৰিত্ৰৰ উন্মোচন।

**ফ্ৰয়েডীয় মনোবিজ্ঞান** *Freudian Psychology*

অষ্ট্ৰিয়াৰ প্ৰসিদ্ধ মনোবিজ্ঞানী ছিগ্‌মণ্ড ফ্ৰয়েডে (Sigmand Frud, ১৮৫৬-১৯৩৯) মানুহৰ ব্যক্তিত্বৰ স্বৰূপ, গঠন আৰু গতি-প্ৰকৃতি সম্বন্ধে আগবঢ়োৱা তত্ত্ব চৰ্চা কৰা মনোবিজ্ঞানৰ শাখা বিশেষ। মানুহৰ মন আৰু মনৰোগৰ কাৰণ তথা চিকিৎসা সম্পৰ্কে ফ্ৰয়েডৰ তত্ত্ব এক নতুন চিন্তাৰ বাটকটীয়া। তেওঁ মনৰ চেতন (conscious) আৰু অচেতন (unconscious) স্তৰৰ কথা উল্লেখ কৰাৰ লগতে বক্তিত্বৰ গঠন সম্বন্ধে ক'বলৈ গৈ ইড (id), ইগো বা অহং (ego) আৰু ছুপাৰ ইগো বা অধিশাস্তা (super ego) নামৰ তিনিটা স্তৰৰ কথা উল্লেখ তথা ব্যাখ্যা কৰি গৈছে। সমাজতত্ত্ব আৰু দৰ্শনৰ চৰ্চা ফ্ৰয়েডৰ চিন্তা-ভাবনাৰে বিশেষভাৱে প্ৰভাৱিত।

মানুহৰ মনৰ আবেগৰ অৱদমন আৰু তাৰ ফল সম্পৰ্কে ফ্ৰয়েডে আগবঢ়োৱা তত্ত্ব বিশ্বপ্ৰসিদ্ধ। ফ্ৰয়েডৰ মতে অৱদমিত আবেগে পাছত সম্পূৰ্ণ ভিন্ন আৰু অপ্ৰত্যাশিত তথা অভাবিত পথৰে বিকাশ লাভ কৰে। তেওঁ বিশ্বাস কৰিছিল যে যৌন কামনা আৰু উদ্দীপনা (sex libido) মানুহৰ জীৱনৰ প্ৰধান চালিকা শক্তি। আত্মহনন প্ৰবৃত্তি (death instinct) তেওঁৰ মনোবিজ্ঞানৰ আন এক স্তম্ভ।

**ফ্ৰাঙ্গ-প্ৰুছিয়া যুদ্ধ** *Franco-Prussian War*

ফ্ৰাঙ্গৰ সম্ৰাট তৃতীয় নেপোলিয়ন আৰু প্ৰুছিয়াৰ মাজত ১৮৭০-৭১ চনত হোৱা যুদ্ধ। প্ৰুছিয়াৰ সৈন্য বাহিনীয়ে চূড়ান্ত যুদ্ধত তৃতীয় নেপোলিয়নক পৰাজিত কৰি পেৰিছ অধিকাৰ কৰে।

**ফ্ৰীডম এট দা ছিজ** *Freedom at the Seas*

যিকোনো দেশৰ জাহাজে ভ্ৰমণ কৰিব পৰা সাগৰ-মহাসাগৰৰ আন্তৰ্জাতিক অঞ্চল। এই সাগৰীয় অঞ্চলত কাৰো বাধা-নিষেধ বা নিয়ন্ত্ৰণ নাথাকে।

**ফ্ৰী লাঞ্চ** *Free Lunch*

কোনো খৰচ নোহোৱাকৈ পোৱা বস্তু। আগৰ দিনত সুৰা কিনাসকলক বিনামূলীয়াকৈ আহাৰ বা ফ্ৰী লাঞ্চ দিয়া হৈছিল। তাৰে পৰাই এই শব্দটো আহিছে। সাধাৰণতে শব্দটো নেতিবাচক অৰ্থত ব্যৱহাৰ হয়।

**ফ্ৰীলেন্স জাৰ্নেলিষ্ট** *Freelance Journalist*

সাংবাদিকতাৰ জগতত সম্প্ৰতি বহুল ব্যৱহৃত এটা শব্দ হ'ল ফ্ৰীলেন্স জাৰ্নেলিষ্ট। কোনো বাতৰিকাকত, আলোচনী আদিৰ নিয়মীয়া কৰ্মীৰ তালিকাত নথকা এক শ্ৰেণী সাংবাদিক, যি

কাকত-আলোচনীৰ বাবে নিয়মীয়াকৈ লিখা-মেলা কৰে, তেওঁলোককে সাধাৰণভাৱে ফ্ৰীলেন্স জাৰ্নেলিষ্ট বুলি কোৱা হয়। এই শব্দটোৰ উদ্ভৱ মধ্যযুগত। সেই সময়ত একাংশ যোদ্ধাই, যিয়ে সৰ্বাধিক ধন দিছিল তেওঁৰ হৈ যুদ্ধ কৰিছিল। অৰ্থাৎ, তেওঁলোকৰ যাঠি (lance) সৰ্বাধিক ধন দিয়াজনৰ বাবে আছিল। ইয়াৰ পৰা ফ্ৰীলেন্স জাৰ্নেলিষ্টৰ ধাৰণাটোৰ জন্ম হৈছে। অৱশ্যে এইটো কথাও ঠিক যে সৰ্বাধিক ধন দিয়াজনকেই লেখা বিক্ৰী কৰিব লাগিব বুলি কোনো ধৰা-বন্ধা নিয়ম নাই।

জাৰ্নেলিষ্ট বা সাংবাদিকৰ উপৰি ফটোগ্ৰাফী, চিত্ৰকলা আদিৰ দৰে বিভিন্ন বৃত্তিৰ লগতো শব্দটো একে অৰ্থত ব্যৱহাৰ কৰা হয়।

**ফ্ৰেনচাইজ** *Franchise*

ইতিহাস আৰু ৰাষ্ট্ৰবিজ্ঞানত ফ্ৰেনচাইজৰ অৰ্থ ভোটদানৰ অধিকাৰ। কিন্তু আধুনিক ব্যৱসায়-সংগঠন আৰু ব্যৱসায় প্ৰশাসনত শব্দটো আন এটি অৰ্থত প্ৰচলিত। কোনো ব্যৱসায়িক কোম্পানী বা সংস্থাক চৰকাৰে বিশেষ কোনো পণ্যৰ ব্যৱসায় কৰিবলৈ দিয়া বিশেষ অনুমতিৰ নাম ফ্ৰেনচাইজ। এই ক্ষেত্ৰত ফ্ৰেনচাইজৰ অৰ্থ ব্যৱসায় চলোৱাৰ অনুমতি বা অনুমতি-পত্ৰ বুলিব পাৰি। চৰকাৰৰ দৰে কোনো ডাঙৰ কোম্পানীয়ে আন ব্যৱসায়িক প্ৰতিষ্ঠানক তেওঁলোকৰ পণ্য/সেৱাৰ (service) ব্যৱসায় কৰিবলৈ দিয়া বিশেষ অনুমতিকো ফ্ৰেনচাইজ বোলে।

**ফ্ৰেস্কো** *Fresco*

চূণৰ লেও দিয়া বেৰত ৰঙীণ ছবি অঁকাৰ পদ্ধতি বিশেষ; এই পদ্ধতিৰে অঁকা প্ৰাচীৰ চিত্ৰ। ভাৰতৰ অজন্তাৰ ফ্ৰেস্কো চিত্ৰ বিশ্ববিখ্যাত।

**ফ্লাইলীফ** *Flyleaf*

কিতাপ এখন মেলিলেই যিখিলা খালী কাগজ চকুত পৰে সেইখিলাক ইংৰাজীত ফ্লাইলীফ বোলে। প্ৰথম ছপা পাতখিলাৰ নাম হাফ টাইটেল। ইয়াত সাধাৰণতে কিতাপখনৰ নামটোহে থাকে। কোনো কোনোৱে ফ্লাইলীফতে কিতাপখনৰ নামটো ছপা কৰি তাকে হাফ টাইটেল ৰূপে ব্যৱহাৰ কৰে। হাফ টাইটেলৰ পিছৰ সোঁফালৰ পৃষ্ঠাটোৰ নাম টাইটেল পেজ (title page) বা নাম পৃষ্ঠা। ইয়াতে কিতাপখনৰ শিৰোনাম, উপ-শিৰোনাম (যদি কিবা থাকে), লেখক বা সম্পাদকৰ নাম, প্ৰকাশকৰ নাম আদি থাকে। শিৰোনাম পৃষ্ঠাৰ পিছফালে সাধাৰণতে কিতাপখনৰ প্ৰকাশৰ নাম-ঠিকনা, প্ৰকাশৰ চন, মূল্য, মুদ্ৰক, সংস্কৰণৰ উল্লেখ, ISBN আদি থাকে।

**ফ্লাইং ছচাৰ**

*ইউ এফ অ' চাওক*

**ফ্লেছ্ ফৰৱাৰ্ড** *Flash Forward*

চলচ্চিত্ৰৰ লগত জড়িত শব্দ। সময়ৰ ধাৰাবাহিকতা ভংগ কৰি চলচ্চিত্ৰত ভৱিষ্যতৰ কোনো ঘটনা দেখুওৱাৰ ৰীতি ফ্লেচ ফৰৱাৰ্ড নামেৰে পৰিচিত। সেই ঘটনা ভৱিষ্যতে সঁচাকৈয়ে

ঘটিব, অথবা ঘটিব বুলি আশা বা কল্পনা কৰা হৈছে — ইয়াৰ যিকোনো এটা হ'ব পাৰে। চলচ্চিত্রৰ আংগিকৰ গঠনগত সম্ভাৱনা বৃদ্ধিৰ ক্ষেত্রত এই ৰীতি যথেষ্ট গুৰুত্বপূর্ণ। ইয়াৰ উপৰি কমেডী আৰু ছিৰিঅ'কমেডী (Seriocomadey) ছবিত বা ছবিৰ আপাতসমাপ্তি বা প্রকৃত সমাপ্তিৰ মাজত যোগসূত্র স্থাপনৰ বাবেও ফ্লেছ ফৰবার্ড ব্যৱহাৰ হয়।

**ফ্লেছ বেক** *Flash Back*
ঘাইকৈ চলচ্চিত্রৰ লগত জড়িত শব্দ। সময়ৰ ধাৰাবাহিকতা ভংগ কৰি চলচ্চিত্রত পূর্ব্ববর্তী কোনো ঘটনা দেখুওৱাৰ ৰীতি ফ্লেছ বেক বা পূর্ব প্রদর্শন নামেৰে পৰিচিত। কাহিনীগত বা পটভূমিগত কোনো বিশেষ উপাদানক স্পষ্ট কৰিবলৈ, কাহিনী আৰু চৰিত্রৰ অর্থ তথা ব্যঞ্জনাৰ প্রয়োজনত কোনো তথ্য সৰবৰাহ কৰিবলৈ আৰু বর্ণনাতকৈ প্রত্যক্ষ অংগী-ভংগী বা একচনক (action) বেছি জৰুৰী বুলি বিবেচনা কৰিলে ফ্লেচ বেক ব্যৱহাৰ কৰা হয়।

**ফ্লো চার্ট** *Flow chart*
কোনো বিষয়ৰ ক্রমিক পর্যায়বোৰৰ সচিত্র বর্ণনা; কম্পিউটাৰৰ ছফট্‌ৱেৰৰ কার্য প্রবাহৰ পৰম্পৰাগত বর্ণনাৰ লেখচিত্র। সাধাৰণভাৱে ক'বলৈ হ'লে, বহু পর্যায়যুক্ত একোটা কাম সম্পন্ন কৰাৰ ক্ষেত্রত কেতিয়া, কোনটো পর্যায়ৰ পাছত পৰবর্তী পর্যায় আৰম্ভ কৰা হ'ব, তাক সূচোৱা এক চিত্রৰে নাম ফ্লো চার্ট।

**ফ্লোটিং ঋণ** *Floating Debt*
যিকোনো হ্রস্বম্যাদী ঋণকে ফ্লোটিং ঋণ বুলিব পাৰি। অৱশ্যে ফ্লোটিং ঋণে বিশেষভাৱে হ্রস্বম্যাদীভাৱে লোৱা ৰাষ্ট্রীয় ঋণকহে বুজায়।

**ফ্লোৰ ক্রছিং** *Floor Crossing*
সাধাৰণতে সদন বা সংসদত কোনো সদস্যই তেওঁৰ আনুগত্য এটা দলৰ পৰা আন এটা দললৈ পৰিবর্তন কৰাটোকে ফ্লোৰ ক্রছিং বোলা হয়। প্রায়বোৰ সদন আৰু সংসদত শাসক আৰু বিৰোধীসকল ফ্লোৰত সমুখাসমুখিকৈ বহে বাবে, আনটো দললৈ যোৱাৰ ক্ষেত্রত এই শব্দটো ব্যৱহাৰ কৰা হয়।

# ব

**বক্সাৰৰ যুদ্ধ** *Battle of Buxar*
১৭৬৪ চনত বংগৰ নবাব আৰু সম্রাট শ্বাহ আলমৰ সম্মিলিত শক্তিৰ লগত হোৱা ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানীৰ যুদ্ধ। এই যুদ্ধৰ পাছত বংগ-বিহাৰত ইংৰাজৰ আধিপত্য দৃঢ় হয়।

**বগা হাতী** *White Elephant*
বগা হাতী শব্দটোৰে একপ্রকাৰ উপহাৰক বুজায়, যি উপহাৰ পালে প্রাপকজনৰ সমস্যা বাঢ়েহে

আৰু উপহাৰৰ মূল্যতকৈ তেওঁৰ বেছি ভৰণি হয়। থাইলেণ্ডৰ ৰজাৰ এটা কাহিনীৰ পৰা এই 'বগা হাতী' বাক্যাংশ আহিছে। এজন পাৰিষদক দেউলীয়া কৰাৰ অৰ্থে ৰজাই হেনো তেওঁক এটা বগা হাতী উপহাৰ দিছিল। বৰ্তমান 'বগা হাতী' শব্দটোৱে প্ৰচুৰ ব্যয় হোৱা, মূল্যবান, কিন্তু অধিকাৰীক লাভ নিদিয়া ব্যক্তি, বস্তু বা কথাক বুজায়।

**বজাৰ অৰ্থনীতি** *Market Economy*

মুক্ত অৰ্থনীতিৰ (fee economy) আন এটা নাম। মুক্ত বজাৰ অৰ্থনীতিত উৎপাদন, বিতৰণ, মূল্য নিয়ন্ত্ৰণ আদি বিষয়বোৰ অৰ্থনীতিৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ মাধ্যমেৰেই নিৰ্ধাৰিত হয়, তাৰ বাবে কোনো কেন্দ্ৰীয় কৰ্তৃপক্ষৰ নিয়ন্ত্ৰণ বা কৰ্তৃত্বৰ প্ৰয়োজন নহয়। এনে অৰ্থনীতিত উৎপাদনৰ উপায়বোৰ মালিকপক্ষই নিয়ন্ত্ৰণ কৰে। সেয়েহে এই অৰ্থনীতিক পুঁজিবাদী অৰ্থনীতিৰ এটা পৰ্যায় বুলি ধৰা হয়।

**বডীলাইন** *Bodyline*

ক্ৰিকেট খেলৰ লগত জড়িত শব্দ। ক্ৰিকেটত শৰীৰলৈ পোনে পোনে লক্ষ্য কৰি দলিওৱা বলৰ নাম বডীলাইন। বৰ্তমান বলিঙৰ এই পদ্ধতি অৱশ্যে অচল।

**বডী লেংগুৱেজ** *Body Language*

চকু-মুখৰ আকাৰ-ইংগিতে বা দেহৰ আন অংগ-প্ৰত্যংগক সজ্ঞানে, সচেতন অথবা অৱচেতনভাৱে চালনা কৰি ভাব প্ৰকাশ কৰা; দেহভংগীৰ ভাষা। হাতৰ ভংগী বা মুদ্ৰা, কান্ধৰ জোকাৰণি বা কঁপনি, চকুৰ চাৱনি আদিয়ে সংবাদ বা ভাব প্ৰকাশ কৰিব পাৰে। সেয়ে কোৱা হয় দেহ-ভংগীৰো ভাষা আছে। বডী লেংগুৱেজৰ পৰা এজন ব্যক্তিৰ কোনো কামৰ প্ৰতি উৎসাহ, সন্মতি-অসন্মতি, আপত্তি-বিৰক্তি, ক্ষুধা-তৃষ্ণা আদিৰ কথা জানিব পাৰি।

**বতৰ বিজ্ঞান** *Meteorology*

কোনো স্থানৰ বতৰৰ স্বৰূপ, বতৰৰ লগত ভূপৃষ্ঠ আৰু ভূমণ্ডলৰ সম্পৰ্ক সম্পৰ্কে চৰ্চা কৰা বিজ্ঞানৰ এটা শাখা। বায়ুমণ্ডলীয় পৰিঘটনাৰ অধ্যয়ন, আগজাননী, কৃত্ৰিম নিয়ন্ত্ৰণ আদিয়েই বতৰ বিজ্ঞানৰ প্ৰধান উদ্দেশ্য। জীৱজগতৰ ওপৰত বায়ুমণ্ডলৰ প্ৰভাৱৰ অধ্যয়নো ইয়াৰ লগত জড়িত।

**বনছাই** *Bonsai*

ট্ৰে, টাব আৰু আৰু পাত্ৰত ডাঙৰ গছৰ বাওনা ৰূপ সৃষ্টি কৰা, অৰ্থাৎ ডাঙৰ গছৰ কৃত্ৰিমভাৱে বাঢ়িবলৈ নিদিয়াকৈ ৰখা এক শিল্পকলা। বনছাই এটা জাপানী শব্দ। ইয়াৰ অৰ্থ পাত্ৰত ৰোৱা। দশম শতিকাত চীনত উদ্ভৱ হোৱা এই পদ্ধতি পিছত জাপানত অধিক কলাত্মক ৰূপত বিকশিত হয়।

**বৰদৈচিলা**

ব'হাগ বিহুৰ সময়ত হোৱা প্ৰবল ধুমুহা। বিহুৰ বতৰত ধুমুহা-বৰষুণ, অৰ্থাৎ, মৌচুমী বতাহ

বলে। কৃষিভূমি উৰ্বৰ হোৱাৰ বাবে এই বৰষুণৰ প্ৰয়োজন অধিক। প্ৰকৃতিৰ এই বৈশিষ্ট্যক ভিত্তি কৰিয়েই, বিশেষকৈ, বড়ো জনগোষ্ঠীৰ লোকে সৃষ্টি কৰিছে বৰদৈ চিখ্‌লা। বড়ো ভাষাত বৰ মানে 'বতাহ', দৈ মানে 'পানী', চিখ্‌লা মানে ছোৱালী। অর্থাৎ, বতাহ আৰু পানীৰ ছোৱালী। বড়োসকলৰ এই বৰদৈ চিখ্‌লাই অসমীয়া ভাষাত বৰদৈচিলা হিচাপে জনাজাত হয়। বিবাহিতা, অবিবাহিতা সকলো ছোৱালীয়ে ব'হাগ বিহুত বতাহ-বৰষুণ-ধুমুহাৰ স'তে মাকৰ ঘৰলৈ আহে বুলি বিশ্বাস। বড়ো লোকগীত আৰু বিহুগীতত বৰদৈচিলাই গুৰুত্বপূর্ণ স্থান অধিকাৰ কৰিছে।

## বৰ্ণান্ধতা *Colour Blindness*

ৰঙৰ পাৰ্থক্য ধৰিব নোৱাৰা হোৱা ৰোগ। ইংৰাজ ৰসায়নিক জন ডেল্টনে (John Dalton ১৭৬৬-১৮৪৪) বৰ্ণান্ধতা সম্পর্কে প্রথম বৈজ্ঞানিক তথ্য প্ৰকাশ কৰে। ডেল্টন নিজেও বৰ্ণান্ধ আছিল। সেয়েহে তেওঁৰ নাম অনুসৰি বৰ্ণান্ধতাক আজিও বহু সময়ত 'ডেল্টনবাদ' বুলি কোৱা হয়।

## বৰ্ষাৰণ্য *Rain Forest*

যিসমূহ অৰণ্যৰ বৈশিষ্ট্যত বৃষ্টিপাতৰ মাত্ৰাধিকা এক প্ৰধান চৰিত্ৰ, তেনে অৰণ্যাঞ্চল। এনে অৰণ্য নিৰবচ্ছিন্ন সেমেকা জলবায়ু সহিব পৰা বৃহৎ বৃক্ষৰে (বিশেষকৈ চিৰসেউজ উদ্ভিদৰে) পৰিপূৰ্ণ হৈ থাকে। সাধাৰণতে একোখন বৰ্ষাৰণ্যত বছৰি ২৩০ দিন পৰ্যন্ত বৰষুণ হয়। অধিক বৰষুণৰ বাবে এনে অৰণ্যসমূহত বৰষুণৰ পানী বাষ্পীকৰণ হৈ পুনৰ অৰণ্যভূমিক আবৃত কৰি ৰাখে আৰু সেয়ে বৰ্ষাৰণ্যত আৰ্দ্ৰতাৰ পৰিমাণ বেছি হয়। এনে আৰ্দ্ৰতাৰ জৰিয়তে গছৰ পাতবোৰলৈ স্বয়ংক্ৰিয়ভাৱে পানী যোগান হৈ থাকে। সেই প্ৰক্ৰিয়াটোকে ট্ৰেন্সপাইৰেছন বুলি জনা যায়।

বৰ্ষাৰণ্য এখনত বৰষুণৰ সৰ্বোচ্চ পৰিমাণ ৩৫০ চেন্টিমিটাৰ। একেদৰে বৰ্ষাৰণ্যত তাপমাত্ৰাৰ সৰ্বোচ্চ পৰিমাণ ৩৫ ডিগ্ৰী আৰু সৰ্বনিম্ন ১ ডিগ্ৰী চেলছিয়াছ। সমগ্ৰ বিশ্বৰে মুঠ ৮৫খন দেশৰ বৰ্ষাৰণ্যৰ উপস্থিতি দেখা গৈছে। অসমৰ ডিব্ৰুগড়, তিনিচুকীয়া জিলাত অৱস্থিত জয়পুৰ, দিহিং আৰু ডিৰাক সংৰক্ষিত বনাঞ্চলক কেন্দ্ৰ কৰি মুঠ ৮৩০ বৰ্গকিলোমিটাৰৰ অঞ্চলত বৰ্ষাৰণ্য পৰিব্যাপ্ত হৈ আছে। এনে অৰণ্য থকা বিশ্বৰ আন কেইটামান অঞ্চল হৈছে আফ্ৰিকা, ইণ্ডোনেছিয়া, দক্ষিণ-পূব এছিয়া, লেটিন আমেৰিকা, জাইৰে আৰু প্ৰশান্ত মহাসাগৰৰ উপ-দ্বীপসমূহ। দক্ষিণ আমেৰিকাৰ আমাজন নদীৰ অৱবাহিকা অঞ্চলৰ আমাজন বৰ্ষাৰণ্যখন বিশ্বৰ সৰ্ববৃহৎ বৰ্ষাৰণ্য।

বৰ্ষাৰণ্যত ১৮০-২২০ ফুট পৰ্যন্ত উচ্চতাৰ গছ দেখিবলৈ পোৱা যায়।

## বলকান উপদ্বীপ *Balkan Peninsula*

ইউৰোপৰ দক্ষিণ-পূব অংশক লৈ গঠিত উপদ্বীপ অঞ্চল; বলকানছ (Balkans)। ভূমধ্য সাগৰৰ দুই উত্তৰমুখী শাখা এড্ৰিয়াটিক আৰু ইজিয়ান সাগৰৰ মধ্যৱৰ্তী এই ভূখণ্ডৰ দক্ষিণে ভূমধ্য সাগৰ। বলকান অঞ্চলৰ অন্তৰ্গত দেশবোৰ হ'ল আলবেনিয়া, বছনিয়া-হাৰজেগোভিনা, বুলগেৰিয়া, ক্ৰোৱেছিয়া, গ্ৰীচ, ৰোমানিয়া, শ্লোভেনিয়া, তুৰস্কৰ ইউৰোপীয় অংশ আৰু

যুগোশ্লাভিয়া। অঞ্চলটো পৰ্বতময়; তুৰ্কী ভাষাত বলকান মানে পৰ্বত। বলকান অঞ্চলৰ বিভিন্ন জাতি-গোষ্ঠীৰ প্ৰবল স্বতন্ত্ৰ চেতনাৰ পৰিণতিত এই এলেকাত কেইবাখনো সৰু সৰু ৰাষ্ট্ৰৰ জন্ম হৈছে। সেইবোৰক একত্ৰিত কৰি ডাঙৰ ৰাষ্ট্ৰ গঠনৰ বাবে কৰা বাৰম্বাৰ প্ৰয়াসো সফল হ'ব পৰা নাই।

**বলকান চুক্তি** *Balkan Pact*
বুলগেৰিয়াৰ আগ্ৰাসী নীতিৰ পৰা নিজকে সুৰক্ষা দিবলৈ গ্ৰীচ, ৰোমানিয়া, তুৰস্ক আৰু যুগোশ্লাভিয়াৰ মাজত ১৯৩৪ চনত স্বাক্ষৰিত এখন প্ৰতিৰক্ষা চুক্তি।

**বলকান যুদ্ধ** *Balkan Wars*
১৯১২ আৰু ১৯১৩ চনত বলকান ৰাষ্ট্ৰসমূহ আৰু তুৰস্কৰ মাজত হোৱা দুখন চমু যুদ্ধ। প্ৰায় সকলো বৃহৎ শক্তিয়েই এই যুদ্ধত অংশগ্ৰহণ কৰিছিল। বলকান যুদ্ধই সৃষ্টি কৰা ৰাজনৈতিক অস্থিৰতাই প্ৰথম মহাসমৰৰ পথ মুকলি কৰি দিয়ে।

**বলকানাইজেছন** *Balkanization*
বৃহৎ ৰাষ্ট্ৰ ভাঙি খণ্ডিত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাষ্ট্ৰ গঠনৰ প্ৰৱণতা; দেশখণ্ডীকৰণ; দেশ ভাগ। এই সৰু সৰু ৰাষ্ট্ৰবোৰ প্ৰায়ে শত্ৰুভাবাপন্ন হয়। শ শ বছৰ ধৰি এনে বৃহৎ ৰাষ্ট্ৰ ভাঙি সৰু ৰাষ্ট্ৰ গঠনৰ প্ৰক্ৰিয়া চলি আহিছে যদিও বলকানাইজেছন শব্দটোৰ প্ৰচলন হয় ১৮৭৮ চনৰ পৰা ১৯১৩ চনৰ ভিতৰত। এই সময়ছোৱাত বলকান উপদ্বীপটো শত্ৰুভাবাপন্ন কেইবাখনো সৰু সৰু ৰাষ্ট্ৰত বিভক্ত হৈ যায়।

**বলছেভিক** *Bolshevik*
১৯০৩ চনত দুভাগত বিভক্ত হোৱা ৰাছিয়াৰ ছোচিয়েল ডেমোক্ৰেটিক পাৰ্টীৰ সংখ্যাগৰিষ্ঠ ভাগ। লেনিনৰ নেতৃত্বাধীন বলছেভিক দল ডেমোক্ৰেটিক পাৰ্টীৰ আনটো ভাগ মেনছেভিকতকৈ অধিক বিপ্লৱী মনোভাবাপন্ন আছিল। এই দলেই ১৯১৭ চনৰ প্ৰসিদ্ধ অক্টোবৰ বিপ্লৱৰ জৰিয়তে ৰাছিয়াত ৰাজতন্ত্ৰৰ অৱসান ঘটায়।

**বল বিজ্ঞান** *Machanics*
বল আৰু স্থিতিশীল বা গতিশীল বস্তুৰ ওপৰত বলৰ প্ৰভাৱ সম্পৰ্কে চৰ্চা কৰা পদাৰ্থ বিজ্ঞানৰ এটা শাখা। নিউটনৰ তিনিটা গতিসূত্ৰ বল বিজ্ঞানৰ তিনিটা মূল স্তম্ভ।

**বসতি বিজ্ঞান** *Ekistics*
মানুহৰ বসতি সম্পৰ্কীয় বিজ্ঞানভিত্তিক অধ্যয়ন। নগৰ আৰু গাঁও পৰিকল্পনাও বসতি বিজ্ঞানৰ অন্তৰ্গত।

**বষ্টন টী পাৰ্টী** *Boston Tea Party*
১৭৭৩ চনত চাহেৰে বোজাই তিনিখন ব্ৰিটিছ জাহাজৰ পৰা আমেৰিকৰ হাজাৰ হাজাৰ থলুৱা অধিবাসীয়ে সমগ্ৰ চাহপাত বষ্টন বন্দৰৰ সাগৰত পেলাই সাব্যস্ত কৰা ঐতিহাসিক প্ৰতিবাদ। এয়া আছিল আমেৰিকাত ব্ৰিটিছসকলৰ উপনিবেশবাদী নীতিৰ বিৰুদ্ধে এক

বৃহৎ প্ৰতিবাদ। ব্ৰিটিছসকলে আন চাহ আমদানিকাৰী কোম্পানীবোৰক ভাবুকি দিছিল আৰু 'টাউনছেণ্ড' (Townshend) আইনৰ আধাৰত কৰ আদায় কৰিব বিচাৰিছিল। এনেধৰণৰ কাৰ্যৰ ফলস্বৰূপে জ্বলা জুইত যেন ঘিউহে পৰিল আৰু দেশপ্ৰেমত উদ্বুদ্ধ বষ্টনবাসীয়ে জাহাজ তিনিখনৰ ওপৰতে খং জাৰিলে।

ভাটাৰ সময়ত সমুদ্ৰপৃষ্ঠৰ উচ্চতা কমাৰ লগে লগে দেখা গ'ল পেলনীয়া খেৰপাতৰ দৰে চাহপাতবোৰ সমস্ত সমুদ্ৰতীৰত বহু অঞ্চলজুৰি সিঁচৰতি হৈ পৰি আছে। যেন তাত এটা ডাঙৰ 'টী পাৰ্টী'হে হৈ গৈছিল!

'বষ্টন টী পাৰ্টী' নামেৰে জনাজাত হৈ পৰা এই ঘটনাটোৰ খবৰ সমস্ত উত্তৰ আমেৰিকাতে বিয়পি পৰে। কোনো ব্ৰিটিছ কৰ নিদিওঁ বুলি উপনিবেশবাসীসকল সংকল্পবদ্ধ হয়।

লণ্ডনত বহু পৰিমাণৰ চাহপাত জমা হৈ থকা বাবে সেইবোৰক ইয়াতে বিক্ৰী কৰাৰ উদ্দেশ্যে আন চাহ-কোম্পানীবোৰক ব্ৰিটিছে ভাবুকি দিছিল। কৰ আদায়ৰ প্ৰসংগটোতো আছিলেই। পাছলৈ এই ঘটনাই আমেৰিকাৰ স্বাধীনতা যুদ্ধক বিশেষভাৱে প্ৰভাৱান্বিত কৰে।

## বহিৰ্জীৱ বিজ্ঞান *Exobiology*

বহিৰ্বিশ্বত থকা জীৱৰ, বিশেষকৈ, বুদ্ধিমান জীৱৰ সন্ধান সম্পৰ্কত অধ্যয়ন কৰা বিজ্ঞানৰ এক শাখা। ইয়াক কেতিয়াবা জেনোবায়োলজী বা এষ্ট্ৰোবায়োলজী বুলিও কোৱা হয়।

## বহিঃনিষেচন *In vitro Fertilization*

সন্তান জন্ম দিয়াৰ এক কৃত্ৰিম পদ্ধতি; আই ভি এফ (IVF) পদ্ধতি নামেৰেও সমধিক পৰিচিত। এই পদ্ধতিত এগৰাকী নাৰীৰ ডিম্বাশয়ৰ পৰা পৰিপক্ক ডিম্বাণু আৰু এজন পুৰুষৰ পৰা শুক্ৰাণু লৈ এক তৰল মাধ্যমত বিশেষ প্ৰক্ৰিয়াৰে তাৰ নিষেচন ঘটোৱা হয়। নিষেচিত ভ্ৰূণটোক এইবাৰ নাৰীৰ জৰায়ুত সাৱধানেৰে সংস্থাপিত কৰা হয়। তাৰ পাছত জৰায়ুত আন স্বাভাৱিক ভ্ৰূণৰ দৰেই তাৰ বিকাশ ঘটে আৰু সময়ত স্বাভাৱিকভাৱেই এক সন্তানৰ জন্ম হয়। এই পদ্ধতিৰে বহু স্বামী-স্ত্ৰীৰ অনুৰ্বৰতা দূৰ কৰি তেওঁলোকৰ দ্বাৰা সন্তান জন্ম দিয়াব পৰা গৈছে।

*লগতে চাওক টেষ্ট টিউব বেবী*

## বয়কট *Boycott*

দলবদ্ধভাৱে কোনো ব্যক্তি বা প্ৰতিষ্ঠানক বৰ্জন কৰা। এই বয়কট সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক যিকোনো ধৰণৰ হ'ব পাৰে। ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়ত ইংৰাজ শাসকসকলক ৰাজনৈতিক আৰু বাণিজ্যিকভাৱে বয়কট কৰা হৈছিল। একেদৰে ভাৰতবাসীয়ে ব্ৰিটিছ পণ্য আৰু ব্ৰিটিছ পৰিচালিত প্ৰতিষ্ঠানবোৰো বৰ্জন কৰিছিল। ১৮৮০ চনত ইংলেণ্ডৰ কেপ্টেইন বয়কটৰ নামৰ পৰা এই শব্দটো ইংৰাজী ভাষাত প্ৰচলিত হয়। কেপ্টেইন বয়কট (সম্পূৰ্ণ নাম চাৰ্লছ কানিমহাম বয়কট) আয়াৰলেণ্ডত ৰাজপ্ৰতিনিধি যুক্ত হৈছিল। কিন্তু তেওঁৰ আচাৰ-ব্যৱহাৰত অতিষ্ঠ হৈ তাৰ মানুহে তেওঁৰ লগত কোনো সম্পৰ্ক ৰাখিবলৈ অস্বীকাৰ কৰে আৰু তেওঁক সামাজিকভাৱে বৰ্জন কৰা হয়। আয়াৰলেণ্ডৰ দোকানীবোৰেও কোনোধৰণৰ বস্তু বয়কটক বিক্ৰী কৰিবলৈ অমান্তি হয়। অনাহাৰৰ পৰা

বাচিবলৈ কোনোমতে প্ৰাণটো লৈ তেওঁ ইংলেণ্ডলৈ পলায়ন কৰে। তেতিয়াৰ পৰা কাৰোবাক বৰ্জন কৰিলে 'বয়কট' শব্দটো তেনে অৰ্থত বুজাবলৈ ব্যৱহৃত হৈ আহিছে। কোনো বস্তু বৰ্জনৰ আন্দোলনকো এই শব্দটোৰে বুজোৱা হয়।

## বঢ়াৰ পো

আনতকৈ আগতে বা বেছিকৈ কাম কৰা লোক; শ্ৰীমন্ত শংকৰদেৱে তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱক কৰা সম্বোধন। প্ৰবাদ মতে শ্ৰীমন্ত শংকৰদেৱে নিজ হাতে ববলৈ লোৱা বৃন্দাবনী বস্ত্ৰখন এদিন নিজে বব নোৱাৰাত মাধৱদেৱক সেই কাম পাঁচিলে। গুৰুবাক্য শিৰোধাৰ্য কৰি মাধৱদেৱে আনদিনা শংকৰদেৱে বোৱাতকৈ চাৰি আঙুল বেছিকৈ বৈ থৈ অহাত শংকৰদেৱে মাধৱদেৱক বঢ়াৰ পো আখ্যা দিয়ে। তেতিয়াৰে পৰা ই গুৰু শংকৰে মাধৱক কৰা সম্বোধন হৈ পৰে।

## বংগ বিভাজন *Partition of Bengal*

ইংৰাজ চৰকাৰে বংগ প্ৰদেশক পূৰ্ববংগ আৰু পশ্চিমবংগ নামেৰে কৰা দুটা বিভাজন। বংগ, বিহাৰ, উৰিষ্যা আৰু ছোটনাগপুৰক লৈ গঠিত বিশাল অঞ্চল এজন লেফটেনেণ্টৰ দ্বাৰা সুচাৰুৰূপে শাসন কৰা সম্ভৱ নহয় বুলি বিবেচনা কৰি ইংৰাজ গৱৰ্নৰ জেনেৰেল লৰ্ড কাৰ্জনে ১৯০৫ চনত বংগ বিভাজনত সন্মতি প্ৰদান কৰে। ১৯০৫ চনৰ ২০ জুলাইত সংসদে বংগ বিভাজনত অনুমোদন জনায় আৰু সেইমৰ্মে ১৬ অক্টোবৰত বংগ বিভাজন বিধেয়ক কাৰ্যকৰী হয়। বংগ বিভাজনৰ পৰিণতিত পূৰ্বৰ অবিভক্ত বংগ পূৰ্ববংগ আৰু পশ্চিমবংগ নামেৰে দুভাগত বিভক্ত হয়। পূৰ্ববংগত পৰে ঢাকা, ৰাজশাহি, চট্টগ্ৰাম। অসমকো ইয়াৰ ভিতৰত সামৰি লোৱা হয়। আনহাতে বৰ্ধমান, বিহাৰ, উৰিষ্যা আৰু ছোটনাগপুৰক লৈ গঠিত হয় পশ্চিমবংগ বা কেৱল বংগ। শাসনৰ সুবিধাৰ যুক্তিত বংগ বিভাজন কৰা হ'লেও বাঙালীৰ জাতীয় চেতনা বিনষ্ট হোৱাৰ আশংকাত সমগ্ৰ বংগজুৰি তীব্ৰ বিক্ষোভে মূৰ দাঙি উঠে আৰু ক্ৰমাৎ ই বৃহৎ আন্দোলনৰ ৰূপ লয়। বিপ্লৱী আন্দোলনৰ তীব্ৰতাই অৱশেষত ইংৰাজ চৰকাৰক বংগ বিভাজনৰ সিদ্ধান্ত বাতিল কৰিবলৈ বাধ্য কৰায়। ১৯১২ চনৰ ১ জানুৱাৰীৰ পৰা বংগ বিভাজনৰ সিদ্ধান্ত বাতিল হয়। বংগ বিভাজনৰ পৰিণতিত হোৱা আন্দোলনেই আছিল ব্ৰিটিছ অধিকৃত ভাৰতৰ প্ৰথম বৃহৎ জাতীয় আন্দোলন।

১৯৪৭ চনত ভাৰতৰ স্বাধীনতা আৰু দেশ বিভাজনৰ পৰিণতিত বংগ পুনৰ দ্বিখণ্ডিত হয়। বংগৰ মুছলমান সংখ্যাগৰিষ্ঠ অঞ্চল আৰু অসমৰ শ্ৰীহট্ট জিলাক লৈ গঠিত হয় পূব পাকিস্তান। বংগৰ অৱশিষ্ট অংশৰ নাম হয় পশ্চিমবংগ।

## বাইট *Byte*

কম্পিউটাৰৰ স্মৃতি ভাণ্ডাৰ বা মেমোৰীত জমা ৰখা বা কম্পিউটাৰৰ সহায়ত প্ৰচেছ কৰিব পৰা তথ্যৰ বুনিয়াদী একক। সাধাৰণতে আঠটা বিটেৰে এটা বাইট হয়।

*লগতে চাওক বিট*

## বাইপাছ ছাৰ্জাৰী *Bypass Surgery*

হৃদপিণ্ডৰ অস্ত্ৰোপচাৰৰ এটা বিশেষ পদ্ধতি। বাইপাছ ছাৰ্জাৰীৰ ক্ষেত্ৰত শৰীৰৰ আন অংশৰ

পৰা এডাল ধমনী তুলি নি হৃদপিণ্ডত প্ৰতিষ্ঠা কৰা হয়। হৃদপিণ্ডৰ ৰক্ত সৰবৰাহ কৰা ধমনীৰ বাট বন্ধ হৈ গ'লে এনেদৰে আন ধমনী প্ৰতিষ্ঠা কৰিব লাগে। ৰক্ত সৰবৰাহৰ মূল বাট বন্ধ হৈ যায় বাবে উপপথ বা বাইপাছৰ সহায়ত ৰক্ত সৰবৰাহ নিয়মীয়া কৰা হয়। সেয়ে এই অস্ত্ৰোপচাৰৰ নাম বাইপাছ ছাৰ্জাৰী। *লগতে চাওক অ'পেন হাৰ্ট ছাৰ্জাৰী*

## বাই-ফোকেল চছ্মা *Bi-focal Spectacles*

যিসকল লোকে কাষৰ আৰু দূৰৰ একো বস্তুকে ভালদৰে নেদেখে, তেনে লোকৰ বাবে নিৰ্মিত এক বিশেষ ধৰণৰ চছ্মা। এনে চছ্মাৰ পৰিকল্পনা কৰিছিল মাৰ্কিন ৰাজনীতিজ্ঞ আৰু বিজ্ঞানী বেঞ্জামিন ফ্ৰেংকলিনে (Benjamin Franklin, ১৭০৬-১৭৯০)। 'বাই' শব্দৰ অৰ্থ দুই। একেযোৰ চছ্মাৰ দুয়োখন লেন্সতে দুই ধৰণৰ লেন্স ব্যৱহাৰ কৰা হৈছিল বাবে এই নাম। এনে চছ্মাৰ দুয়োখন লেন্সৰে ওপৰৰ অংশ অৱতল লেন্স আৰু তলৰ অংশ উত্তল লেন্স। যিসকলে কাষৰ বস্তু ভালকৈ নেদেখে, অথচ দূৰৰ দৃষ্টি নিখুঁত, তেনে লোকৰ বাবে যিবোৰ বাই-ফোকেল চছ্মা তৈয়াৰ কৰা হয়, সেইবোৰ চছ্মাৰ লেন্সৰ ওপৰ অংশ লেন্স নহয় — কেৱল কাঁচ। কেৱল মাত্ৰ তলৰ ফালে সামান্য অংশত উত্তল লেন্স লগোৱা থাকে অথবা সম্পূৰ্ণ কাঁচডোখৰ সেইদৰে তৈয়াৰ কৰি লোৱা হয়।

## বাইলাইন *Byline*

সংবাদপত্ৰৰ লগত জড়িত শব্দ। বাতৰি বা প্ৰতিবেদনৰ আৰম্ভণিতে বাতৰিটো কোনে লিখিছে সেই বিষয়ে উল্লেখ কৰা লাইন। উদাহৰণ ঃ 'ৰমেন শইকীয়া, গুৱাহাটী', বা 'উজ্জ্বল গোস্বামী' এনেধৰণৰ। দৈনন্দিন, সাধাৰণ ঘটনাৰ বিৱৰণৰ ক্ষেত্ৰত 'বাইলাইন' ব্যৱহাৰ কৰা নহয়। কিছু অগতানুগতিক, 'স্কুপ' বা সাধাৰণ বাতৰিতকৈ পৃথক (above average) বাতৰিৰ ক্ষেত্ৰতহে সংবাদ পৰিবেশকে 'বাইলাইন' লাভ কৰে।

## বাউন্সাৰ *Bouncer*

ক্ৰিকেট খেলৰ লগত জড়িত শব্দ। ক্ৰিকেটত বলাৰে দিয়া বল মাটিত পৰাৰ পাছত বেট্ছমেনৰ মূৰৰ ওপৰলৈ উঠিলে তাক বাউন্সাৰ বোলা হয়। বাম্পাৰ নামেৰেও সমধিক পৰিচিত।

## বাওনাতত্ত্ব *Dwartism*

মূলতঃ খাদ্যৰ অভাৱৰ বাবে শৰীৰৰ অস্বাভাৱিকভাৱে কম বৃদ্ধি হোৱা লক্ষণ।

## বাগদাদ চুক্তি *Baghdad Pact*

১৯৫৫ চনত তুৰস্ক আৰু ইৰাকৰ মাজত স্বাক্ষৰিত এখন নিৰাপত্তা আৰু প্ৰতিৰক্ষা সম্বন্ধীয় চুক্তি। পাছত পাকিস্তান, ইৰান আৰু ব্ৰিটেইনেও তাত যোগ দিয়ে। ১৯৫৬ চনৰ ছুৱেজ সমস্যা আৰু ১৯৫৮ চনৰ ইৰাকী বিপ্লৱৰ পাছত এই চুক্তি কাৰ্যতঃ অৰ্থহীন হৈ পৰে।

## বাজেট ঘাটি *Budget Deficit*

সাধাৰণ অৰ্থত বাজেট ঘাটিৰ অৰ্থ হ'ল উপাৰ্জনতকৈ বেছি খৰচ কৰা। চৰকাৰী বাজেটৰ

ক্ষেত্ৰত চৰকাৰে যেতিয়া ৰাজহ, কৰ আদিৰ জৰিয়তে কৰা আয়তকৈ অধিক ব্যয় কৰিবলগীয়া হয়, তেতিয়া 'ঘাটি বাজেট' বুলি কোৱা হয়। বাজেট ঘাটিৰ পৰিমাণ চৰকাৰৰ ৰাজস্ব নীতিৰ ওপৰত বহুলাংশে নিৰ্ভৰ কৰে। সুপৰিকল্পিত অৰ্থনৈতিক আঁচনিৰে চৰকাৰৰ আয় বঢ়াই অনুৎপাদনশীল ব্যয় কমাই বাজেট ঘাটিৰ পৰিমাণ কমাব পৰা যায়। কেতিয়াবা আকৌ মুদ্ৰাস্ফীতি যথেষ্ট বাঢ়িলে, চাহিদা বঢ়াবলৈ আৰু অৰ্থনীতিক উজ্জীৱিত কৰিবলৈ কিছুদিনৰ বাবে ইচ্ছামূলক 'ঘাটি বাজেট' তৈয়াৰ কৰা হয়।

**বাটৰ নাট** *Street Theatre*

জনগণৰ সপক্ষে প্ৰতিবাদী ৰাজনীতি প্ৰচাৰ কৰি বাটত কৰা নাটক; পথ-নাটক। বাটৰ নাটে ঘাইকৈ জনসাধাৰণৰ শোষণ, বঞ্চনা, প্ৰতাৰণাৰ কথা কয়; জনগণক অধিকাৰ, প্ৰাপ্য সম্পৰ্কে সচেতন কৰে; প্ৰতিবাদ, প্ৰতিৰোধ গঢ়ি তুলিবলৈ উজ্জীৱিত কৰে। বিষয়বস্তু, আংগিক আৰু ৰচনাশৈলীয়ে এই নাট্যধাৰাক সুকীয়া মাত্ৰা দিছে।

**বাণ্ডুং সন্মিলন** *Bandung Conference*

ইণ্ডোনেছিয়াৰ বাণ্ডুং মহানগৰত এছিয়া আৰু আফ্ৰিকাৰ স্বাধীন ৰাষ্ট্ৰসমূহৰ মাজত ১৯৫৫ চনৰ ১৮ এপ্ৰিলত অনুষ্ঠিত প্ৰথম আন্তৰ্জাতিক সন্মিলন। এই সন্মিলনত বিশ্বত শান্তিৰ বাবে আমেৰিকা যুক্তৰাষ্ট্ৰ নেতৃত্বাধীন পুঁজিবাদী দেশসমূহ আৰু ছোভিয়েট ৰাছিয়া নেতৃত্বাধীন কমিউনিষ্ট দেশসমূহৰ মাজত চলি থকা শীতল যুদ্ধৰ পৰা আঁতৰি থাকিবলৈ 'কম উন্নত' দেশসমূহৰ প্ৰতি আহ্বান জনোৱা হয়। গোষ্ঠী নিৰপেক্ষ আন্দোলনৰো সূচনা এই সন্মিলনৰ যোগেদিয়েই হয়। এই আন্দোলনৰ মূল নীতি কাকো আক্ৰমণ নকৰা, সাৰ্বভৌমত্বৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰা, আন দেশৰ ভিতৰুৱা ঘটনাৱলীত হস্তক্ষেপ নকৰা, সমতাৰ ভাব পোষণ কৰা আৰু শান্তিপূৰ্ণ সহাৱস্থান কৰা।

**বাফাৰ ষ্টেট** *Buffer State*

দুখন শত্ৰু ভাবাপন্ন দেশৰ মাজত অৱস্থিত এখন সৰু নিৰপেক্ষ ৰাষ্ট্ৰক বাফাৰ ষ্টেট বুলি কোৱা হয়। দুয়ো দেশৰ মাজৰ শত্ৰুতাৰ ভাব বাফাৰ ষ্টেটে কিছু পৰিমাণে কমাই তোলে আৰু দুয়ো ৰাষ্ট্ৰ প্ৰত্যক্ষ আক্ৰমণত লিপ্ত হ'ব নোৱাৰা পৰিৱেশ ৰচনা কৰে।

**বামন গ্ৰহ** *Dwarf Planet*

সৌৰজগতৰ এক শ্ৰেণীৰ জ্যোতিষ্ক। বামন গ্ৰহে (১) সূৰ্যৰ চাৰিওফালে পৰিভ্ৰমণ কৰে; (২) ইয়াৰ মাধ্যাকৰ্ষণ শক্তি যথেষ্ট শক্তিশালী হয়, যাতে ই নিজকে (প্ৰায়) ঘূৰণীয়া আকৃতি দিব পাৰে; (৩) ইহঁতৰ কক্ষপথ আন অঞ্চল বা পট্টিত প্ৰৱেশ কৰে আৰু (৪) ইহঁতৰ উপগ্ৰহ নাথাকে। সৌৰজগতৰ বামন গ্ৰহকেইটা হ'ল প্লুটো, এৰিছ, ছেৰেছ, চাৰণ, জেনা আৰু হেউমিয়া। ইয়াৰে প্লুটো আগতে সৌৰজগতৰ গ্ৰহ আছিল যদিও ২০০৬ চনৰ পৰা ইয়াক বামন গ্ৰহৰূপেহে আখ্যায়িত কৰা হৈছে।

**বামপন্থা** *Leftism*

সমসাময়িক শাসনৰ বিৰোধী, সাধাৰণতে অধিক প্ৰগতিশীল মতবাদ। ফৰাচী বিপ্লৱৰ সময়তে বামপন্থা শব্দটোৰ উদ্ভৱ হয় যদিও ইয়াৰ প্ৰচলন বহু পাছতহে হয়। ১৭৮৯ চনত ফ্ৰান্সৰ ৰাজসভাত সাধাৰণ সভাসদসকল ৰজাৰ বাঁওহাতে আৰু অভিজাতসকল ৰজাৰ সোঁহাতে বহিছিল। ইয়াৰ পাছৰে পৰা বিৰোধী ৰাজনীতিবিদসকলক বামপন্থী বুলিবলৈ লোৱা হ'ল। বামপন্থা এক সামাজিক-ৰাজনৈতিক মতাদৰ্শ।

**বামপন্থী** *Leftit*

সমসাময়িক শাসনৰ বিৰোধী, সাধাৰণতে অধিক প্ৰগতিশীল মতাৱলম্বী। বামপন্থা শব্দটোৰ উদ্ভৱ ফ্ৰান্সত যদিও বামপন্থী শব্দটো প্ৰাচীন ব্ৰিটিছ সংসদতহে প্ৰথম প্ৰচলিত হয়। সেইসময়ত ব্ৰিটিছ সংসদৰ তিনিটা ভাগ আছিল ঃ সোঁপন্থী, বামপন্থী বা বাওপন্থী আৰু মধ্যপন্থী। যিসকলৰ ভগৱানৰ ওপৰত বিশ্বাস আছিল, সেইসকল হ'ল সোঁপন্থী, ঈশ্বৰ বা ধৰ্মৰ ওপৰত বিশ্বাস নথকাসকল বামপন্থী আৰু ধৰ্ম নিৰপেক্ষ চৰকাৰৰ ওপৰত বিশ্বাস ৰখাসকল হ'ল মধ্যপন্থী। এই সংজ্ঞাকেইটা অতীতৰ পৰা সেইদৰেই চলি আহিছে। বৰ্তমান মাথো চিন্তা আৰু কৰ্ম পদ্ধতিৰ কিছু পৰিৱৰ্তন হৈছে। বৰ্তমান যিসকলে সোঁপন্থীসকলৰ চিন্তা-চৰ্চা, কাম-কাজৰ বিৰোধিতা কৰে, সেইসকলকে বামপন্থী বুলি কোৱা হয়। অৰ্থাৎ ৰাজনৈতিক চিন্তাৰ ভিত্তিতহে বৰ্তমান বামপন্থী, সোঁপন্থীৰ ভাগ কৰা হয়। বামপন্থীসকল আনতকৈ সোনকালে সমাজ পৰিৱৰ্তন আৰু সংস্কাৰৰ পক্ষপাতি। কোনো কোনো বামপন্থীয়ে সমাজৰ আমূল পৰিৱৰ্তন বিচাৰে।

**বাৰ কোড** *Bar Code*

যিকোনো এখন আন্তৰ্জাতিক মানৰ আলোচনী বা কিতাপৰ এটা চুকত (সাধাৰণতে বেটুপাতৰ পিছফালে) বগা পশ্চাদপটৰ ওপৰত বিভিন্ন প্ৰস্থৰ কিছুমান ক'লা দণ্ড বা বাৰ (Bar) দেখা যায়। এই ছপা কৰা বাৰবোৰ দৰাচলতে কিছুমান সাংকেতিক চিনহে।

'বাৰ কোড প্ৰযুক্তি' নামৰ এই প্ৰযুক্তি বৰ্তমান আন্তৰ্জাতিক পণ্যৰ ক্ষেত্ৰত বহুলভাৱে ব্যৱহাৰ কৰা হয়। ক'লা দণ্ডবোৰৰ নাম 'বাৰ কোড'। দণ্ডবোৰৰ বিভিন্ন সজ্জা আৰু প্ৰস্থই কিছুমান সংখ্যা, শব্দ আৰু আন কিছুমান তথ্য নিৰ্দেশ কৰে। সাধাৰণ পদ্ধতিৰে এই কোডৰ তথ্য উদ্‌ঘাটন কৰাটো অসম্ভৱপ্ৰায় কথা। উন্নত ব্যৱস্থাপনা পদ্ধতিত সেই দ্ৰব্যসমূহৰ বিষয়ে যথেষ্ট তথ্য প্ৰেৰণ কৰিবলৈ এই 'বাৰ কোড' ব্যৱহাৰ কৰা হয়। লেজাৰৰ সহায়ত আৰু নিৰ্দিষ্ট কম্পিউটাৰ ছফ্‌টৱেৰ ব্যৱহাৰ কৰি বাৰ কোডৰ পাঠোদ্ধাৰ কৰিব পৰা যায়।

**বাৰবেকিউ** *Barbecue*

মুকলি জুইত ধাতুৰ এক ফ্ৰেমৰ ওপৰত মঙহ, মাছ বা পাচলি সেকা এক পদ্ধতি; মঙহ সেকন। আগতে এই শব্দটোৰে মুকলি ঠাইত জ্বলোৱা একুৰা প্ৰকাণ্ড জুইত এটা গাহৰী, গৰু বা তেনে জন্তু গোটে গোটে সেকাকে বুজোৱা হৈছিল।

**বাৰম্বাৰ কথন** *Tautolgy*

একেটা অৰ্থকে বুজাবলৈ দুটা শব্দৰ অপ্ৰয়োজনীয় প্ৰয়োগ। এই কাম কিছুমানে অনিচ্ছাকৃতভাৱে আৰু সঘনাই কৰে।

**বাৰুদ**
*গান পাউদাৰ চাওক*

**বাৰ্ড ফ্লু** *Bird Flu*
সাধাৰণতে চৰাইৰ দ্বাৰা সংক্ৰমিত ৰোগবিশেষ। এইচ ফাইভ এন ৱান (H5N1) নামৰ এবিধ জীৱাণুৰ পৰা এই ৰোগ বিয়পে। এই জীৱণুৱে পোহনীয়া হাঁহ, কুকুৰা আদিক আক্ৰমণ কৰে আৰু তাৰ পৰা ই মানুহলৈ সংক্ৰমিত হয়। এই ৰোগ দ্ৰুতগতিত চৰাইৰ মাজত বিয়পি পৰে আৰু চৰাইৰ দেহৰ অভ্যন্তৰৰ কোষবোৰ নষ্ট কৰি পেলায়। এই ৰোগৰ জীৱাণু বতাহতো আছে। আক্ৰান্ত চৰাইৰ মল, মূত্ৰ, ঠোঁটৰ লেলাউটিৰ দ্বাৰা চৰাইৰ ডেউকা, পাখি দূষিত হৈ পৰে আৰু সেই দূষিত পাখি আদি হাতেৰে ঘনাই স্পৰ্শ কৰি থকা মানুহৰ শৰীৰলৈ সহজে বিয়পে এই ৰোগ-জীৱাণু। জ্বৰ, কাহ, ডিঙিৰ বিষ, চকুৰ অসুখ, নিউমোনিয়া, উশাহ-নিশাহত কষ্ট পোৱা আদি বাৰ্ড ফ্লুৰ প্ৰধান লক্ষণ। সময়ত উপযুক্ত চিকিৎসা নল'লে ৰোগীৰ অৱস্থা গুৰুতৰ হৈ মৃত্যু পৰ্যন্ত হ'ব পাৰে।

**বাৰ্মুডা ত্ৰিভুজ** *Bermuda Triangle*
ৱেষ্ট ইণ্ডিজ দ্বীপপুঞ্জৰ ওচৰৰ এক কাল্পনিক ত্ৰিভুজ; আটলাণ্টিক মহাসাগৰৰ বুকুৰ এক ৰহস্যজনক অঞ্চল। উত্তৰে বাৰ্মুডা দ্বীপ, পশ্চিমে ফ্লোৰিডা আৰু দক্ষিণ-পূবত পৰ্টোৰিকো দ্বীপক কাল্পনিক সৰলৰেখাৰে যোগ কৰিলে যি ত্ৰিভুজ পোৱা যায়, তাকেই বাৰ্মুডা ত্ৰিভুজ বুলি কোৱা হয়। এই অঞ্চলেদি পাৰ হ'ব খোজা বহুসংখ্যক জাহাজ, বিমান আৰু নাও ৰহস্যজনকভাৱে অদৃশ্য হৈ যোৱা বা হেৰাই যোৱাৰ কথা জনা গৈছে। কেনেকৈ এই ঘটনাবোৰ ঘটিছে, তাৰ কোনো বিশ্বাসযোগ্য আৰু প্ৰামাণিক ব্যাখ্যা পোৱা হোৱা নাই। আনকি নিখোজ হোৱা জাহাজ বা বিমানৰ কোনো অৱশেষো অনুসন্ধান কৰি পোৱা নগ'ল। অৱশেষত এক সাধাৰণ বিজ্ঞপ্তিযোগে সকলো লোককে, এই ৩ লাখ ৫ হাজাৰ বৰ্গ কিলোমিটাৰ অঞ্চলেদি ভ্ৰমণ কৰাৰ ক্ষেত্ৰত সতৰ্ক কৰি দিয়া হৈছে।

**বাৰ্মুডা পেণ্ট / ছৰ্টছ** *Bermuda Pent/Shorts*
এক প্ৰকাৰ বহল হাফপেণ্ট। প্ৰচলিত ধাৰণা মতে 'বাৰ্মুদা' নামৰ ঠাইডোখৰৰ নামৰ পৰাই 'বাৰ্মুদা' ছৰ্ট বা পেন্টৰ নাম হৈছে। বাৰ্মুডাকে আদি কৰি গ্ৰীষ্মপ্ৰধান অঞ্চলবোৰত চাকৰি কৰা ব্ৰিটিছ সামৰিক বাহিনীৰ বিষয়াসকলে সৃষ্টি কৰিছিল এই বাৰ্মুদা পেন্ট। ই প্ৰথম মহাসমৰৰ সময়ৰ ঘটনা। প্ৰচণ্ড গৰমৰ পৰা ৰক্ষা পাবৰ কাৰণে ব্ৰিটিছ সেনা বিষয়াসকলে তেওঁলোকৰ লংপেন্টবোৰৰ আধাভাগ কাটি হাফপেন্টৰ দৰে চুটি কৰি লৈছিল। বাৰ্মুদাৰ স্থানীয় মানুহবোৰৰ এই ষ্টাইলটো ভাল লাগিল। পিচ্ছি আৰামো পালে। ইয়াক ফেছন হিচাপে গ্ৰহণ কৰিলে। ছুটবোৰ বিক্ৰি কৰি ব্ৰিটিছ সেনা বিষয়াৰ দৰে চুটি চুটি পেন্ট চিলাই ল'লে। বাৰ্মুদালৈ যোৱা পৰ্যটকসকলে এই ট্ৰেণ্ডটো লৈ আহিল নিজ নিজ দেশলৈ। সমগ্ৰ বিশ্বতে এই জাতীয় চুটি পেন্টৰ নাম হৈ গ'ল বাৰ্মুদা। বাৰ্মুদা ছৰ্টছ।

**বাৰ্ষিক গতি** *Annual Motion*
পৃথিৱীয়ে সূৰ্যৰ চাৰিওফালে এবাৰ প্ৰদক্ষিণ কৰিবলৈ লগা সময়। পৃথিৱীয়ে এক উপবৃত্তাকাৰ

পথত ৩৬৫ দিন ৬ ঘণ্টা ৯ মিনিট ১০ ছেকেণ্ড বা প্ৰায় এবছৰত, সূৰ্যৰ চাৰিওফালে সম্পূৰ্ণ এপাক ঘূৰে। এই সময়ক এবছৰ (বৰ্ষ) বুলি ধৰা হয় আৰু সেয়ে এই গতিৰ নাম বাৰ্ষিক গতি। বাৰ্ষিক গতিৰ ফলত দিন-ৰাতি চুটি-দীঘল হয়, ঋতুৰ পৰিবৰ্তন হয়।

**বালফোৰ ঘোষণা-পত্ৰ** *Balfour Declaration*

ইহুদিসকলক এক পৃথক গৃহভূমি প্ৰদানৰ বাবে ব্ৰিটিছে প্ৰতিশ্ৰুতি প্ৰদান কৰা এক ঘোষণা-পত্ৰ। তৎকালীন ব্ৰিটিছ প্ৰধান মন্ত্ৰী আৰ্থাৰ জেম্‌ছ বালফোৰে (Arther James Balfour, ১৮৪৮-১৯৩০) এই ঘোষণা-পত্ৰত স্বাক্ষৰ আৰু প্ৰকাশ কৰে বাবে ইয়াৰ নাম বালফোৰ ঘোষণা-পত্ৰ। ১৯১৭ চনত প্ৰকাশ কৰা বালফোৰ ঘোষণা-পত্ৰত ইংৰাজে ঘোষণা কৰে যে তেওঁলোকৰ উপনিৱেশ থকা পেলেষ্টাইন অঞ্চলৰ ভিতৰত, ইহুদিসকলক জাতীয় গৃহভূমি প্ৰদান কৰিব। কিন্তু স্থানীয় আৰবসকলৰ অধিকাৰ আৰু স্বাধীনতাত ইহুদিসকলে কোনো ধৰণৰ হস্তক্ষেপ কৰিব নোৱাৰিব। এই ঘোষণা-পত্ৰৰ পৰাই সুকীয়া পেলেষ্টাইন ৰাষ্ট্ৰ গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হয় বুলি ক'ব পাৰি।

**বাল্টিক ষ্টেটছ** *Baltic States*

এষ্টোনিয়া, লাটাভিয়া আৰু লিথুৱানিয়াৰ সন্মিলিত নাম। এই তিনিওখন দেশ বাল্টিক সাগৰৰ পাৰত অৱস্থিত।

**বাস্তৱবাদ** *Realism*

বাস্তৱবাদ শব্দটো দুটা অৰ্থত ব্যৱহাৰ হয় ঃ দৰ্শনত বাস্তৱবাদ আৰু শিল্প-সাহিত্যত বাস্তৱবাদ। দৰ্শনত আকৌ বাস্তৱবাদৰ কেইবাটাও অৰ্থ ঃ (১) জড়জগতক, জীৱনক, জীৱনৰ প্ৰকৃত স্বৰূপ জনা আৰু বুজা, (২) পৃথিৱীত কেতবোৰ সাৰ্বিক সত্য, নৈতিক সত্য আৰু বৈজ্ঞানিক স্বতন্ত্ৰ আৰু স্বাধীন সত্তাৰ অস্তিত্ব আছে। ইয়ে দাৰ্শনিক বাস্তৱবাদ।

শিল্প-সাহিত্যত বাস্তৱবাদৰ অৰ্থ কিছু সুকীয়া। জীৱনৰ আৰু জীৱজগতৰ যথাযথ আৰু বিশ্বস্ত উপস্থাপনক শিল্প-সহিত্যত বাস্তৱবাদ বোলা হয়। চিত্ৰকলাত বাস্তৱবাদ এসময়ত প্ৰতীতিবাদৰ ফালে ঢাল খাইছিল। অৱশ্যে শিল্পকলা আৰু সাহিত্যত বাস্তৱবাদ বুলিলে বাস্তৱ ঘটনাৰ হুবহু চিত্ৰায়ন নহয়। উনবিংশ শতিকাত এক সাহিত্য আন্দোলন হিচাপে বাস্তৱবাদ গঢ় লৈ উঠে। বাস্তৱবাদী সাহিত্য, সাহিত্যৰ এনে এটা ৰূপ, য'ত বাস্তৱ জীৱনে গুৰুত্ব লাভ কৰে আৰু মানুহৰ শাশ্বত দোষ-গুণ, বৈশিষ্ট্যবোৰৰ বিষয়ে কোৱা হয়। বাস্তৱবাদী সাহিত্যই সাধাৰণ মানুহৰ জীৱনক বিশ্বস্তভাৱে চিহ্নিত কৰাৰ প্ৰয়াস কৰে। এই ধাৰাৰ সাহিত্যিকসকলে বিশ্বাস কৰে যে উপন্যাসৰ নায়ক অস্বাভাৱিক গুণৰ অধিকাৰী হোৱা উচিত নহয়। উপন্যাসৰ নায়ক হ'ব লাগে সাধাৰণ মানুহৰে প্ৰতিনিধিস্বৰূপ।

**বাস্তৱ-ভ্ৰম** *Virtual Reality (VR)*

সাধাৰণভাৱে ক'বলৈ গ'লে বাস্তৱ-ভ্ৰম হ'ল এনে ধৰণৰ এটা কৃত্ৰিম পৰিৱেশ যাক বাস্তৱ পৰিৱেশ যেনেই লাগে আৰু সহজে সেই কৃত্ৰিমতা ধৰিব নোৱাৰি। কম্পিউটাৰ আৰু পোহৰৰ সুচতুৰ ব্যৱহাৰৰ জৰিয়তে সৃষ্ট এনে পৰিৱেশত ত্ৰি-মাত্ৰিক বা থ্ৰি ডাইমেনছনেল (three

diementional) চিত্ৰৰ সৃষ্টি কৰা হয়। তাৰ লগতে সংযোগ কৰা হয় উপযুক্ত শব্দ। যিজন ব্যক্তিয়ে এনে বাস্তৱ-ভ্ৰম অনুভৱ কৰিব খোজে তেওঁ হে'ডফোনযুক্ত এটা হে'ডছেট পিন্ধি ল'লেই হ'ল। কম্পিউটাৰ কৌশলৰ জৰিয়তে ত্ৰিবিমীয় চৰিত্ৰবোৰে তেওঁৰ চৌকাষে লৰচৰ কৰি থাকিব।

শিক্ষা, প্ৰদান, ব্যৱসায়, মনোৰঞ্জন আদিত বাস্তৱ-ভ্ৰমৰ ব্যৱহাৰ আজিকালি বহুল। বাস্তৱ-ভ্ৰমৰ চিত্ৰ পৰিৱেশ ইমানেই বাস্তৱ যেন হৈ উঠে যে দৰ্শকে সাময়িকভাৱে ভাবি লয় যে, তেওঁ সেই পৰিৱেশৰেই অংশ; ফলত তেওঁ সেই পৰিৱেশৰ লগত একাত্ম হৈ পৰে। বিভিন্ন ভিডিঅ' গেমবোৰ বাস্তৱ ভ্ৰমৰ পৰিচিত দৃষ্টান্ত।

## বাহাই *Bahai*

ঊনবিংশ শতিকাত ধৰ্মীয় নেতা মিৰ্জা হোছেইন আলি নুৰিয়ে (Mirza Hoseyn Ali Nuri, ১৮১৭-১৮৯২) পাৰস্যত (বৰ্তমানৰ ইৰাণ) প্ৰৱৰ্তন কৰা এক ধৰ্মবিশ্বাস। এই ধৰ্মত কোনো পুৰোহিত, ধৰ্মীয় অনুষ্ঠান, মাংগলিক অনুষ্ঠানৰ স্থান নাই। সৰল তথা উদাৰ হোৱা বাবে এই ধৰ্মবিশ্বাসে জনপ্ৰিয়তা আৰু বিস্তৃতি লাভ কৰিছে। ভাৰতৰ নতুন দিল্লীত বাহাই ধৰ্মৰ দৃষ্টিনন্দন উপাসনা গৃহ আছে।

## বায়ুগতি বিজ্ঞান

*এৰোডাইনেমিকছ চাওক*

## বায়ুস্থিতি বিজ্ঞান

*এৰোষ্টেটিকছ চাওক*

## বায়োএনাৰজেটিকছ *Bioenergetics*

অষ্ট্ৰিয়াৰ মনোবিজ্ঞানী উইলহেম ৰেইচে (Wilhelm Reich) উদ্ভাৱন কৰা এক মনোবৈজ্ঞানিক চিকিৎসা পদ্ধতি। যৌন হতাশাই শাৰীৰিক কাৰণ বা লক্ষণহীনভাৱে হোৱা স্নায়ুবিকাৰৰ (neurosis) প্ৰধান কাৰণ বুলি কৰা ধাৰণাৰ আধাৰত এই পদ্ধতিৰ বিকাশ কৰা হৈছে। এই তত্ত্ব মতে যৌন শক্তি অৰ্গন (orgone) নামৰ এক বিশ্বব্যাপ্ত জীৱনী শক্তিৰ সমতুল্য।

## বায়োটেকনোলজী

*জৈৱ প্ৰযুক্তি বিজ্ঞান চাওক*

## বায়োডাইভাৰছিটী

*জৈৱ বৈচিত্ৰ্য চাওক*

## বায়োডাটা *Biodata*

(সাধাৰণতে) নামভৰ্তি, জলপানি, চাকৰি আদিৰ আবেদনৰ লগত দিয়া প্ৰাৰ্থীৰ যোগ্যতা আৰু জীৱনৰ চমু বিৱৰণ; আত্মপঞ্জী। চি ভি (C V: Curriculum Vitae), ৰিজিউম (Resume)

নামেৰেও সমধিক পৰিচিত। বায়োডাটাত থাকে ব্যক্তিজনৰ নাম-ঠিকনা, শিক্ষা-দীক্ষা, পৰিচয়, বৃত্তিমূলক প্ৰশিক্ষণ, কামৰ অভিজ্ঞতা, হবী আদি। সাধাৰণতে চাকৰিৰ বাবে আবেদন কৰোঁতে বায়োডাটাৰ বিশেষভাৱে প্ৰয়োজন হয় যদিও কোনো পাঠ্যক্ৰমত নামভৰ্তিৰ আবেদন, জলপানিৰ বাবে কৰা আবেদন আদিতো বায়োডাটাৰ প্ৰয়োজন আছে। এখন বায়োডাটাৰ পৰাই এজন ব্যক্তিৰ সম্যক পৰিচয় পাব পাৰি।

## বায়োনিকছ *Bionics*

ইলেক্ট্ৰনিকছৰ লগত জৈৱিক তন্ত্ৰৰ বিভিন্ন পৰিঘটনা আৰু কাৰ্যপ্ৰণালীৰ বিশেষ সংগতি ব্যাখ্যা কৰা বিজ্ঞানৰ এটা শাখা। ইংৰাজী 'Biology' আৰু 'Electronics'— এই শব্দ দুটাৰ পৰা বায়োনিকছ শব্দটো সৃষ্টি হৈছে। জীৱবৈজ্ঞানিক পদ্ধতি, আভিযান্ত্ৰিক পদ্ধতি আৰু কৃত্ৰিম বুদ্ধিমত্তা সম্পৰ্কত গৱেষণা কৰা বহু প্ৰকল্পত এই শাখাৰ ব্যৱহাৰ আছে। উদ্ভিদৰ দ্বাৰা সৌৰশক্তিৰ শোষণ, জোনাকী পৰুৱাৰ পৰা পোহৰ নিৰ্গমণ আদিৰ অধ্যয়নো এই শাখাৰ অন্তৰ্গত। এইবোৰ জীৱবৈজ্ঞানিক পদ্ধতি অনুকৰণ কৰি নানা যন্ত্ৰ-পাতিও নিৰ্মাণ কৰা হৈছে।

## বায়োপছী *Biopsy*

ৰোগীৰ দেহ বা কোনো দূষিত অংশ বা টেমুনা-টিউমাৰৰ পৰা সামান্য অংশ কাটি নি তাৰ কোষ-বিন্যাস পৰীক্ষা কৰি মূল ৰোগ নিৰ্ণয়ৰ বিশেষ পদ্ধতি। বিশেষকৈ কেন্সাৰ ৰোগৰ পৰীক্ষাৰ বাবে এই পদ্ধতি অপৰিহাৰ্য আৰু সঠিক নিৰ্দেশক। বায়োপছীৰ সহায়ত পোৱা কোষ বা টিছু (tissue) কেইবাটাও পৰ্যায়ত প্ৰস্তুত কৰি অণুবীক্ষণ যন্ত্ৰৰ সহায়ত পৰীক্ষা কৰা হয়। সাধাৰণতে কেন্সাৰ বা কৰ্কট ৰোগৰ চিনাক্ত (diagnosis) কৰিবলৈ আৰু কৰ্কট ৰোগৰ প্ৰকাৰ নিৰূপণ কৰিবলৈ এই পৰীক্ষা কৰা হয় যদিও কেতিয়াবা আন ৰোগ ধৰা পেলাবলৈও এই পৰীক্ষা কৰিব লগা হয়। বায়োপছী কৰা অংশক ভালদৰে প্ৰস্তুত কৰি অণুবীক্ষণ যন্ত্ৰত পৰীক্ষা কৰা কাৰ্যৰ নাম হিষ্টোপেথোলজিকেল পৰীক্ষা (Histopathological Examination) বা সংক্ষেপে HPE.

## বিকল্প চিকিৎসা *Alternative Medicine*

চিকিৎসা বিজ্ঞানৰ (medical science) বহিৰৰ চিকিৎসা পদ্ধতি। বৰ্তমানে ইয়াক পৰিপূৰক বা সম্পূৰক চিকিৎসাও (complementary medicine) বোলা হয়। ইয়াৰ ভিতৰত আছে হোমিঅ'পেথী, আয়ুৰ্বেদ, আকুপাংচাৰ আৰু আকুপ্ৰেছাৰ, কবিৰাজি, ৰেইকী আদি।

## বিকল্প শক্তি *Alternative Energy*

পৰিবেশ বিজ্ঞানীসকলৰ মতে প্ৰজ্বালক বা ইন্ধন হিচাপে নানা ধৰণৰ শক্তিৰ ক্ৰমাগত ব্যৱহাৰৰ ফলত শক্তিৰ উৎসসমূহ নিঃশেষ হোৱাৰ লগতে ইয়ে পৰিবেশৰ ওপৰত ভীষণভাৱে প্ৰভাৱ পেলাব। তদুপৰি পাৰমাণৱিক শক্তিৰ ব্যৱহাৰতো আছে তেজস্ক্ৰিয়তাৰ আশংকা। সেয়ে সমগ্ৰ পৃথিৱীজুৰি প্ৰজ্বালক বা ইন্ধন হিচাপে বিকল্প শক্তিৰ সম্ভাৱনা সম্পৰ্কে বিশেষ গৱেষণা আৰু অধ্যয়ন চলিছে। ইতিমধ্যে যিবোৰ বিকল্প শক্তি মানুহে উদ্ভাৱন কৰিছে, তাৰ ভিতৰত জলবিদ্যুৎ শক্তি, সৌৰশক্তি, উইণ্ডমিল (windmills) বা বায়ুকল, ভূতাপীয় শক্তি

(geothermal energy), জৈৱগেছ আদি উল্লেখযোগ্য। অৱশ্যে জলবিদ্যুৎ শক্তি আৰু কম পৰিমাণে সৌৰশক্তিৰ বাহিৰে আন শক্তিৰ উৎসবোৰ এতিয়াও সঠিক ৰূপত ব্যৱহাৰ হোৱা নাই।

## বিকেন্দ্ৰীকৰণ *Decentralization*

কেন্দ্ৰীকৰণৰ বিপৰীত প্ৰৱণতা আৰু ব্যৱস্থা। কেন্দ্ৰীয় ৰাজনৈতিক আৰু প্ৰশাসনিক ক্ষমতা যেতিয়া বিভিন্ন সংস্থাৰ মাজত আৰু বিভিন্ন অঞ্চলত বণ্টিত হয়, তেতিয়া তাকেই কোৱা হয় বিকেন্দ্ৰীকৰণ। এক অৰ্থত ক্ষমতাৰ প্ৰাদেশিকীকৰণো বিকেন্দ্ৰীকৰণ। ক্ষমতা কেন্দ্ৰীভূত হৈ থাকিলে সি একধৰণৰ স্বৈৰাচাৰী প্ৰৱণতাৰ জন্ম দিয়ে। তাৰেই প্ৰতিষেধক হিচাপে ক্ষমতা নানাভাৱে ভাগ কৰি দিয়াৰ ব্যৱস্থা লোৱা হয়।

## বিগ ফাইভ *Big Five*

বিগ ফাইভ শব্দটো সাধাৰণতে দুটা প্ৰসংগত ব্যৱহাৰ হয়। ১৮৯৬ চনৰ আধুনিক অলিম্পিক আৰম্ভ হোৱাৰে পৰা প্ৰতিবাৰে পাঁচবিধ খেল নিগাজি হৈ আছে, অৰ্থাৎ, প্ৰতিখন অলিম্পিকতে এইকেইবিধ খেল অন্তৰ্ভুক্ত হৈছে। খেলকেইবিধ হ'ল ঃ চাইকেল চলোৱা, তৰোৱাল চালনা, জিমনাষ্টিকছ, দৌৰ-জাঁপ সম্বন্ধীয় খেলসমূহ আৰু সাঁতোৰ। এই পাঁচবিধ খেল 'বিগ ফাইভ' নামে জনাজাত। নৌ চালনাও এই তালিকাত অন্তৰ্ভুক্ত হ'লহেঁতেন, কিন্তু বেয়া বতৰৰ বাবে প্ৰথমখন অলিম্পিকতে (১৮৯৬) এই প্ৰতিযোগিতা বাতিল কৰা হয়। অসমৰ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ লগতো বিগ ফাইভ শব্দটো জড়িত। কাজিৰঙা পাঁচটা বৃহৎ প্ৰজাতিৰ প্ৰাণীৰ (গঁড়, ম'হ, হাতী, হৰিণা আৰু বাঘ) বিচৰণ ভূমি। এই প্ৰাণীকেইটাকে একেলগে বিগ ফাইভ নামে জনা যায়। উল্লেখ্য যে পৃথিৱীৰ আন কোনো বনাঞ্চলতে একেলগে বসবাস কৰা পাঁচটাকৈ বৃহৎ প্ৰাণী পোৱা নাযায়।

## বিগ বেং *Big Bang*

প্ৰায় ২,০০০ কোটি বছৰ আগতে বিশ্বব্ৰহ্মাণ্ডৰ সকলো পদাৰ্থ অতিশয় সৰু (অৰ্থাৎ, নিচেই কম আয়তনৰ) আৰু অকল্পনীয় ঘনত্ববিশিষ্ট এক পদাৰ্থপিণ্ড আকাৰত আছিল। এক নিৰ্দিষ্ট মুহূৰ্তত সেই এককৰ মাজত মহাবিস্ফোৰণ ঘটিল আৰু পদাৰ্থৰ বিভিন্ন সমষ্টি তীব্ৰবেগত চতুৰ্দিশে বিয়পি পৰিল। এই মহাবিস্ফোৰণৰেই নাম বিগ বেং বা মহানাদ। এই তত্ত্বটোৰ নাম ৰখা হৈছে বিগ বেং অব্ থিঅ'ৰী বা মহানাদ তত্ত্ব (Big Bang Theory)। বিজ্ঞানীসকলৰ মতে এক নিচেই ক্ষুদ্ৰ মুহূৰ্তৰ ($১০^{-৪৩}$ ছেকেণ্ড) বাবেহে এই মহাবিস্ফোৰণ হৈছিল। তেওঁলোকৰ মতে এই বিস্ফোৰণৰ সময়ত যিমান উষ্ণতাৰ সৃষ্টি হৈছিল, তাৰ মান হ'ল এক বিলিয়ন বিলিয়ন ডিগ্ৰী চেলছিয়াছ (১ বিলিয়ন = ১০০ কোটি)। এই বিস্ফোৰণৰ ফলতে সৃষ্টি হয় বৰ্তমানৰ বিশ্বব্ৰহ্মাণ্ডৰ। মহানাদৰ ১০০-২০০ কোটি বছৰৰ পাছত সৃষ্টি হয় হাতীপটিৰ।

## বিগ ব্ৰাদাৰ *Big Brother*

ঘাইকৈ ৰাজনীতিৰ লগত জড়িত এটা শব্দ। বিগ ব্ৰাদাৰ হ'ল প্ৰভুত্বকামী ব্যক্তি, যি আনসকলৰ ওপৰত তেওঁৰ নিয়ন্ত্ৰণ বলৱৎ ৰাখে আৰু আনৰ কাৰ্যকলাপৰ প্ৰতি বিশেষ দৃষ্টি ৰাখে। ইংৰাজ ঔপন্যাসিক জৰ্জ অৰৱেলে (George Orwell, ১৯০৩-১৯৫০) তেওঁৰ

'নাইনটিন এইটি ফোৰ' (Nineteen Eighty Four, ১৯৪৯) উপন্যাসখনত বিগ ব্ৰাদাৰ শব্দটো প্ৰথম ব্যৱহাৰ কৰে। সাম্প্ৰতিক কালত ক্ষুদ্ৰ আৰু দুৰ্বল দেশবোৰৰ ওপৰত আমেৰিকাৰ কৰ্তৃত্বপৰায়ণতাকো বিগ ব্ৰাদাৰসুলভ আচৰণ বোলা হয়।

## বিট *BIT*

(সাধাৰণতে) কম্পিউটাৰৰ প্ৰসংগত ০ বা ১-ক বিট বুলি কোৱা হয়। ইংৰাজী Binary Digit-ক (দ্বৈত সংখ্যা) সংক্ষেপে BIT বুলি লিখা আৰু কোৱা হয়। ডিজিটেল আহিলাসমূহে সাধাৰণতে '০' আৰু '১' অংক দুটাৰ বাদে আন একো বুজি নাপায়। ইহঁতক যিয়েই নিৰ্দেশ দিয়া নহওঁক অথবা ইয়াত যি তথ্যই সংৰক্ষণ কৰিব খোজা নহওঁক, ইবিলাক তৎমুহূৰ্ততে '০' অথবা '১' ৰূপলৈ পৰিবৰ্তন কৰি লোৱা হয়। ডিজিটেল আহিলাসমূহত স্মৃতি ভঁৰালৰ ক্ষুদ্ৰতম অংশক যদি কোষ বুলি ভবা হয় তেন্তে '০'ই বুজাব যে সেই বিশেষ কোষটোত বিদ্যুৎ নাই আৰু '১' -এ বুজাব বিদ্যুৎ আছে। এইদৰে '০' আৰু '১' -ৰ দ্বাৰা যিকোনো ধৰণৰ তথ্য অথবা আকৃতিৰ প্ৰতিৰূপ ডিজিটেল ৰূপলৈ নিব পৰা যায় আৰু প্ৰয়োজনসাপেক্ষে পুনৰ ইবিলাক আগৰ ৰূপলৈ ঘূৰাই আনিব পৰা যায়। ডিজিটেল স্মৃতি ভঁৰালসমূহ বিভিন্ন ধৰণৰ হ'ব পাৰে। আমাৰ পৰিচিত এনে কেইবিধমান আহিলা হৈছে ঃ চিডি, ডি ভি ডি, ফ্লপী ইত্যাদি। যি কি নহওঁক, এনে ধৰণৰ আহিলাত '০' আৰু '১'-ৰ ভিত্তিত যিদৰে তথ্য সংৰক্ষণ কৰা হয়, তাৰ আটাইতকৈ ক্ষুদ্ৰ একক হৈছে বিট। এটা কোষত '০' অথবা '১' যিকোনো এটাহে থাকিব পাৰে। এই দুটা অংকৰ যিকোনো এটাই অধিগ্ৰহণ কৰা এটা কোষক ১ বিট বুলি কোৱা হয়। উল্লেখযোগ্য যে এটা আখৰৰ বাবেও একাধিক বিটৰ প্ৰয়োজন হ'ব পাৰে। সেয়ে, এনেক্ষেত্ৰত বিটৰ উপৰি আন কিছুমান একক ব্যৱহাৰ কৰা হয়; যেনে ঃ

| | |
|---|---|
| ৪ বিট = ১ নিবিল | ৮ বিট/২ নিবিল = ১ বাইট |
| ১০২৪ বাইট = ১ কিলোবাইট (KB) | ১০২৪ কিলোবাইট = ১ মেগাবাইট (MB) |
| ১০২৪ মেগাবাইট = ১ গিগাবাইট (GB) | ১০২৪ গিগাবাইট = ১ টেৰাবাইট (TB) আদি। |

## বিচিজি *BCG*

যক্ষ্মা ৰোগৰ প্ৰতিষেধক ছিটা। মানৱ সভ্যতাৰ ইতিহাসত যক্ষ্মাৰ প্ৰতিষেধক এটা অতি উল্লেখযোগ্য আৰু গুৰুত্বপূৰ্ণ আৱিষ্কাৰ। ১৯০৮ চনত ফৰাচী বিজ্ঞানী এলবাৰ্ট কামেট (Albert Calmette, ১৮৬৩-১৯৩৩) আৰু ডাঃ কেমিলি গুৰিণে (Dr Camille Guerin, ১৮৭২-১৯৬১) যুটীয়াভাৱে বি চি জি ছিটা আৱিষ্কাৰ কৰে। আৱিষ্কাৰক দুজনৰ নামানুসৰিয়েই ইয়াৰ নামকৰণ (Bacille Calmelle-Guerin, সংক্ষেপে BCG) কৰা হৈছে।

## বি পি অ' *BPO*

সাধাৰণভাৱে ক'বলৈ গ'লে এখন দেশৰ ব্যৱসায়িক কাম-কাজ আন এখন দেশৰ পৰা সম্পাদন কৰা এক পদ্ধতিৰ নাম বি পি অ'। ইংৰাজী Business Process Outsourceing শব্দকেইটাক সংক্ষেপে BPO বুলি লিখা আৰু কোৱা হয়। ভাৰত, চীন, ফিলিপাইন আদিৰ দৰে বহু উন্নয়নশীল দেশত মজুৰি বা দৰমহাৰ হাৰ উন্নত দেশৰ তুলনাত ভালেখিনি কম। সেয়ে বহুজাতিক কোম্পানীবোৰে তেওঁলোকৰ বহু ব্যৱসায়িক কাম-কাজ এই

দেশসমূহতে নিৰ্দিষ্ট দেশৰ কৰ্মীৰ হতুৱাই কম মজুৰিতে কৰোৱাই লয়। সাধাৰণতে কল চেণ্টাৰ নামেৰে পৰিচিত সংস্থাসমূহৰ জৰিয়তে বি পি অ'ৰ কাম সম্পাদন কৰা হয়।

## বিমূৰ্ত কলা *Abstract Art*

এক বিশেষ ধৰণৰ আধুনিক শিল্পকলা। এনে শিল্পকৃতিত শিল্পীয়ে কোনো বিশেষ বস্তুৰ আকৃতি অংকন নকৰে বা ভাস্কৰ্য নিৰ্মাণ নকৰে। বিমূৰ্ত কলাৰ শিল্পীয়ে জড় পদাৰ্থ বা প্ৰকৃতিক অধ্যয়ন কৰে, কল্পনা কৰে, কিন্তু তেওঁৰ চিত্ৰ বা ভাস্কৰ্যত তাৰ কোনো সাদৃশ্য নাথাকে। অৰ্থাৎ, যি শিল্পকলাত বাস্তৱ জগতৰ বস্তুসমূহৰ দৃষ্টিগ্ৰাহ্য ৰূপৰ সাদৃশ্য বৰ্জন কৰি তাৰ অন্তৰ্নিহিত তাৎপৰ্য উন্মোচনৰ চেষ্টা কৰা হয়, তাৰে নাম বিমূৰ্ত কলা। কুৰি শতিকাৰ প্ৰথম দশকৰ পৰা বিমূৰ্ত কলাৰ উদ্ভৱ হয়। এই কলাত প্ৰতীকবাদ আৰু কিউবিজমৰ প্ৰভাৱ সুস্পষ্ট।

*লগতে চাওক কিউবিজম, প্ৰতীকবাদ*

## বিলিৰুবিন *Bilirubin*

তেজত থকা এবিধ কণিকা। তেজৰ লোহিত ৰক্ত কণিকাত থকা হিমোগ্লোবিন ভাগি গৈ বিলিৰুবিনৰ সৃষ্টি হয়। এই কণিকা যকৃতৰ মাজেৰে আহি পিত্তৰসত নিঃসৰিত হয়। তেজত বিলিৰুবিনৰ পৰিমাণ বৃদ্ধি পাই চকু, ছাল আৰু শ্লেষ্মা আৱৰণ হালধীয়া হোৱা অৱস্থাৰ নাম জণ্ডিচ।

## বিলিয়ন *Billion*

জোখৰ একক। ১ বিলিয়ন = ১ হাজাৰ মিলিয়ন = ১০০ কোটি।

## বিৱৰ্তনবাদ *Evolutionism*

জীৱৰ ৰূপান্তৰ আৰু ক্ৰম পৰিৱৰ্তনৰ নাম বিৱৰ্তন। আন কথাত ক'ব পাৰি, জীৱৰ ক্ৰমবিকাশেই বিৱৰ্তন। বিৱৰ্তনবাদৰ প্ৰধান প্ৰবক্তা হ'ল ইংৰাজ প্ৰকৃতিবিদ চাৰ্লছ ডাৰউইন। ডাৰউইনৰ মতে জীৱজগতৰ প্ৰতিটো প্ৰজাতি আদিম জীৱকোষৰ পৰা ক্ৰমশঃ জটিলতৰ আৰু উন্নত স্তৰত উপনীত হৈছে। এনে বিৱৰ্তনৰ ক্ষেত্ৰত প্ৰধান চৰ্ত হ'ল প্ৰাকৃতিক নিৰ্বাচন (natural selection)। জীৱজগতত অস্তিত্ব ৰক্ষাৰ বাবে নিৰন্তৰ সংগ্ৰাম চলি থাকে। ইংৰাজ সমাজতাত্ত্বিক হাৰ্বাৰ্ট স্পেন্সাৰৰ (Herbert Spencer, ১৮২০-১৯০৩) মতে অস্তিত্ব ৰক্ষাৰ এই সংগ্ৰামত কেৱল যোগ্যজনহে বাচি থাকে (যোগ্য ভোগ্য বসুন্ধৰা; servival of the fittest)। ডাৰউইনৰ মতবাদে কেৱল স্পেন্সাৰকে নহয়, লুইচ মৰ্গান, এল টি হবহাউছ আদি সমাজতাত্ত্বিককো প্ৰভাৱিত কৰে। ঊনবিংশ শতিকাৰ সমাজ বিৱৰ্তনৰ চৰ্চাত ডাৰউইনৰ মতবাদৰ প্ৰভাৱ বিশেষ গুৰুত্বপূৰ্ণ।

*লগতে চাওক ডাৰউইনৰ মতবাদ*

## বিশল্যকৰণী

শেল বা কাঁড়ৰ আঘাত উপশম কৰিব পৰা ৰামায়ণত উল্লেখিত এবিধ ঔষধি লতা। প্ৰবাদ মতে গন্ধমাদন পৰ্বতৰ দক্ষিণ শিখৰত ইয়াক পোৱা যায়। লংকাৰ যুদ্ধত ৰাৱণৰ শক্তিশেলত

মৃতপ্ৰায় হোৱা লক্ষ্মণক সুস্থ কৰি তুলিবলৈ হনুমানে এই লতা বিচাৰি গন্ধমাদন পৰ্বতটোকে দাঙি আনি লক্ষ্মণক সুস্থ কৰি তুলিছিল।

**বিশ্ব ঐতিহ্য ক্ষেত্ৰ** *World Heritage Site*

ৰাষ্ট্ৰসংঘৰ অন্যতম অংগ শিক্ষা, বিজ্ঞান আৰু সাংস্কৃতিক সংস্থা বা ইউনেস্কোৱে (UNESCO : United Nations Educational, Scientific and Cultural Organisation) বিশ্বৰ বিভিন্ন অঞ্চলৰ ঐতিহ্যপূৰ্ণ স্মৃতিস্থান, সাংস্কৃতিক ক্ষেত্ৰ, অৰণ্য, পাহাৰ-পৰ্বত, হ্ৰদ, মৰুভূমি, স্থাপত্য, ভাস্কৰ্য, নগৰ, প্ৰাসাদ, ভৱন, কীৰ্তিচিহ্ন আদিৰ ঐতিহ্যক স্বীকৃতি দি সেইবোৰক বিশ্ব ঐতিহ্য ক্ষেত্ৰ হিচাপে ঘোষণা কৰিছে। ১৯৭২ চনত আৰম্ভ হোৱা এই প্ৰকল্পৰ অধীনত ২০০৭ চনলৈকে মুঠ ৮৫১খন স্থানক বিশ্ব ঐতিহ্য ক্ষেত্ৰৰ স্বীকৃতি দিয়া হৈছে। তাৰ ভিতৰত ৬৬০খন হ'ল সাংস্কৃতিক ক্ষেত্ৰ, ১৬৬খন প্ৰাকৃতিক স্থান আৰু আন ২৫খন বিভিন্ন বৈশিষ্ট্যৰ।

ইউনেস্কোৱে পৃথিৱীৰ বিভিন্ন স্থানক বিশ্ব ঐতিহ্য ক্ষেত্ৰৰূপে নিৰ্বাচন কৰাৰ মূল উদ্দেশ্য হ'ল এনে ধৰণৰ স্থানবোৰক তালিকাভুক্ত, নামকৰণ আৰু উপযুক্তভাৱে সংৰক্ষণৰ ব্যৱস্থা কৰা। অসমৰ কাজিৰঙা আৰু মানাহ ৰাষ্ট্ৰীয় উদ্যানে ইতিমধ্যে বিশ্ব ঐতিহ্য ক্ষেত্ৰৰ স্বীকৃতি লাভ কৰিছে।

**বিশ্বৰূপ দৰ্শন**

সমগ্ৰ বিশ্ব প্ৰতিফলিত হোৱা ঈশ্বৰৰ ৰূপ দৰ্শন। গীতাত অৰ্জুনে আৰু মাক যশোদাই শিশু শ্ৰীকৃষ্ণৰ মুখত এই ৰূপ প্ৰত্যক্ষ কৰিছিল।

**বিশ্বায়ন** *Globalization*

বিশ্বৰ পুঁজিবাদী আন্তৰ্জাতিক সম্পৰ্কৰ এটি উন্নত ৰূপ, এক চলমান প্ৰক্ৰিয়া। ঘাইকৈ, তৃতীয় বিশ্বৰ দৰিদ্ৰ আৰু উন্নয়নশীল দেশবোৰে যেতিয়া আৰ্থিক পুনৰুজ্জীৱনৰ আশাত বিদেশী পুঁজিক স্বাগতম জনায়, তেতিয়াই তেওঁলোক বিশ্বায়নৰ পথত প্ৰথম অগ্ৰসৰ হয়। আমেৰিকা আৰু অন্যান্য পাশ্চাত্য দেশবোৰে তেওঁলোকৰ উদ্বৃত্ত বা বাহি পুঁজি এই উন্নয়নশীল দেশবোৰত বিনিয়োগ কৰাত সদা উদগ্ৰীৱ। শীতল যুদ্ধৰ অৱসান হোৱাৰ পাছৰে পৰা এই কাৰ্য আৰম্ভ হৈছে। বিগত এটা দশক জুৰি বহুজাতিক (multinational) কোম্পানীবোৰৰ মাধ্যমেৰে এনে বিশ্বায়নৰ প্ৰাথমিক ৰূপায়ণ ঘটিছে। আমেৰিকাই তেওঁলোকৰ উদ্বৃত্ত পুঁজি বিনিয়োগৰ জৰিয়তে এই দেশবোৰৰ অৰ্থনৈতিক নিয়ন্ত্ৰণ কৰিব খোজে। উন্নয়নশীল দেশবোৰেও এনে কাৰ্যত সঁহাৰি দিয়ে। কিয়নো, ইয়াত এফালে আছে বিদেশী পুঁজিৰ আমন্ত্ৰণ, আনফালে আছে দেশৰ প্ৰযুক্তিৰ উন্নতিৰ সম্ভাৱনা, সংস্কৃতিৰ বিশ্বায়নৰ আপাতলোভনীয় হাতবাউলি। কিন্তু সমাজতাত্ত্বিকসকলৰ মতে, বিশ্বায়নে ধনী আৰু দৰিদ্ৰৰ ব্যৱধান তথা দুৰ্নীতিৰ সম্ভাৱনাহে বঢ়াব। তেওঁলোকৰ মতে সাম্প্ৰতিক কালৰ বিশ্বায়ন প্ৰকৃতপক্ষে পুঁজিৰেই বিশ্বায়ন।

**বিষবিজ্ঞান** *Toxicology*

বিষৰ প্ৰকৃতি আৰু প্ৰতিক্ৰিয়া, বিষৰ চিনাক্তকৰণ, বিষক্ৰিয়াৰ প্ৰতিকাৰ আদি সম্পৰ্কত অধ্যয়ন কৰা বিজ্ঞানৰ এটা শাখা।

## বিহাৰ

বৌদ্ধ ভিক্ষু সকল বাস কৰা সৰু ঘৰ, বৌদ্ধ বিহাৰ নামেৰেও সমধিক পৰিচিত।

## বিহেভিয়াৰিজম *Behaviourism*

মানুহ বা প্ৰাণীয়ে পাৰিপাৰ্শ্বিক অৱস্থা বা পৰিৱেশত যি সঁহাৰি প্ৰদৰ্শন কৰে সেয়াই তাৰ আচৰণ বা বিহেভিয়াৰ (behaviour) বুলিব পাৰি। অৱশ্যে সেই সঁহাৰি বা আচৰণ যদি পৰ্যবেক্ষণযোগ্য হয়, তেতিয়াহে তাক বিহেভিয়াৰিজম বা আচৰণবাদ বোলা হয়। ব্যক্তিৰ চিন্তা-ভাবনা, আৱেগ-অনুভূতি আদিকে তেওঁৰ আচৰণ হিচাপে গণ্য কৰা হয়। মাৰ্কিন মনোবিজ্ঞানী জন বি ৱাটছনে (Jhon B Watson) প্ৰথম বিহেভিয়াৰিজম তত্ত্ব ব্যাখ্যা কৰে। অৱশ্যে সমাজবিজ্ঞানীসকলৰ বহুতেই বিহেভিয়াৰিজম তত্ত্বক অগ্ৰাহ্য কৰিছে। তেওঁলোকৰ মতে বিহেভিয়াৰিজম মানুহৰ আচৰণ সম্পৰ্কে অতিসৰলীকৰণৰ দোষত দোষী। তদুপৰি মানুহৰ আচৰণৰ যিবোৰ দিশ পৰ্যবেক্ষণযোগ্য নহয়, সেইবোৰ সম্পৰ্কে বিহেভিয়াৰিজম নীৰব।

## বিহেভিয়াৰেলে ছায়েন্স *Behavioural Sciences*

মানুহ আৰু অন্যান্য জীৱ-জন্তুৰ আচৰণ যিবোৰ বিজ্ঞানৰ চৰ্চাৰ বিষয়; আচৰণবাদী বিজ্ঞান। মনোবিজ্ঞান আৰু সমাজবিজ্ঞান আচৰণবাদী বিজ্ঞানৰ ভিতৰত প্ৰধান। সমাজ বিজ্ঞানৰ অন্যতম শাখা সামাজিক নৃতত্ত্বও বিহেভিয়াৰেলে ছায়েন্সৰ অন্তৰ্গত। আন কথাত ক'ব পাৰি, প্ৰাণীৰ আচৰণ সম্পৰ্কিত বিজ্ঞান বা ছায়েন্সেই বিহেভিয়াৰেল ছায়েন্স।

## বিক্ষিপ্ত অৱস্থান *Diaspora*

ইহুদিসকলক বেবিলনৰ পৰা বিতাৰণৰ পাছত সিঁচৰতি অৱস্থানৰ কালছোৱা। প্ৰথমতে এই শব্দটোৱে খ্ৰীষ্টপূৰ্ব ৫৮৬-ত বেবিলনে ইহুদিসকলৰ দেশ অধিকাৰ কৰি লোৱাৰ পাছৰ পৰা ইহুদিসকলে বিশ্বৰ অন্যান্য ঠাইলৈ যাবলগীয়া হোৱাটোকে বুজোৱা হৈছিল। বৰ্তমানে বিশ্বৰ ভিন্ন অংশত বিক্ষিপ্ত হৈ বাস কৰিবলগীয়া হোৱা যিকোনো জাতিৰ ক্ষেত্ৰতে এই শব্দটো ব্যৱহাৰ কৰা হয়।

## বীট কাব্য *Beat Poetry*

দ্বিতীয় মহাসমৰৰ পাছত ইউৰোপ, আমেৰিকা আদিত এদল পুৰুষ-নাৰীয়ে পৰম্পৰাগত মূল্যবোধৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি ৰচনা সৃষ্টি কৰিছিল। তেওঁলোকৰ ৰচনাবোৰ আছিল শিথিল আৰু অমিত্ৰাক্ষৰ ছন্দত লিখা। তেওঁলোকৰ মতে জীৱন নামৰ এই স্থিতিটোৰ তলি ফুটা। তেওঁলোকে মধ্যবিত্ত শ্ৰেণীৰ প্ৰতি বিৰূপ মনোভাব প্ৰকাশ কৰে। তেওঁলোকৰ ৰচনাত নিজৰ অভ্যাস, বন্ধু-বান্ধৱ, মাদক দ্ৰব্য সেৱন আদি কথাবোৰে ঠাই পায়। এওঁলোকৰ এনে ৰচনাকে বীট কাব্যৰূপে জনা যায়।

## বীট প্ৰজন্ম *Beat Generation*

পশ্চিমীয়া চিন্তাধাৰাৰ প্ৰতি বীতশ্ৰদ্ধ হৈ জীয়াই থকাৰ অনুপ্ৰেৰণাৰ বাবে প্ৰাচ্যৰ ধৰ্মীয় ৰীতিৰ প্ৰতি ঢাল খোৱা এক শ্ৰেণী ডেকা আমেৰিকান। তেওঁলোকে সাধাৰণতে এক থান-থিত নোহোৱা উচ্ছৃংখল (bohemian) জীৱন কটাব পাৰে।

**বুজাবুজিৰ চুক্তি** *Memorandum of Understanding (MoU)*
দুই বা ততোধিক ব্যক্তি কিম্বা পক্ষৰ মাজত হোৱা লিখিত চুক্তিপত্ৰ। এক বা একাধিক নির্দিষ্ট বিষয়ত সংশ্লিষ্ট পক্ষসমূহে স্বেচ্ছামূলক সন্মতি প্ৰকাশ কৰি স্বাক্ষৰ কৰা চুক্তিকে সাধাৰণভাৱে বুজাবুজিৰ চুক্তি বোলা হয়। যিবোৰ ক্ষেত্ৰত সংশ্লিষ্ট পক্ষসমূহে আইনগত চুক্তি স্বাক্ষৰ কৰাৰ প্ৰয়োজন নহয়, অথচ পক্ষকেইটাৰ মাজত নির্দিষ্ট বিষয়বস্তুসমূহৰ সন্দৰ্ভত পুংখানুপুংখ চৰ্চাৰ মাধমেৰে সহমত থাকে, তেনেক্ষেত্ৰত এনে বুজাবুজিৰ চুক্তিত স্বাক্ষৰ কৰা হয়। অৱশ্যে প্ৰয়োজন সাপেক্ষে, অৰ্থাৎ, চুক্তি স্বাক্ষৰ কৰা পক্ষকেইটাৰ মাজত উক্ত বিষয়ক লৈ বিবাদৰ সূত্ৰপাত হ'লে আইনী বিচাৰ প্ৰক্ৰিয়াত এই চুক্তি বিধিগত দলিল বা প্ৰমাণ হিচাপে ব্যৱহাৰ হয়। বুজাবুজিৰ চুক্তি দুই বা ততোধিক ব্যক্তি, দুই বা ততোধিক সংস্থা, সংগঠন, অনুষ্ঠান, দুই বা ততোধিক ৰাজ্য কিম্বা ৰাষ্ট্ৰৰ মাজত স্বাক্ষৰিত হ'ব পাৰে। আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত, অৰ্থাৎ, দুই বা ততোধিক ৰাষ্ট্ৰৰ মাজত স্বাক্ষৰিত বুজাবুজিৰ চুক্তিৰ গুৰুত্ব কিছু সুকীয়া। এইক্ষেত্ৰত চুক্তিখন ৰাষ্ট্ৰসংঘৰ 'চুক্তি নথি'ত (Treaty of Database) পঞ্জীয়নভুক্ত কৰিব লাগে।

**বুদ্ধ পূৰ্ণিমা**
গৌতম বুদ্ধই জন্মগ্ৰহণ কৰা ব'হাগ মাহৰ পূৰ্ণিমা তিথি। এই পূৰ্ণিমাৰ আৰু দুটা বিশেষত্ব হ'ল যে এই পূৰ্ণিমাতে বোধবৃক্ষৰ তলত বুদ্ধই বুদ্ধত্ব লাভ কৰিছিল আৰু এই পূৰ্ণিমাতে তেওঁ নিৰ্বানো লাভ কৰিছিল। এই তিনিটা পবিত্ৰ স্মৃতি-পূৰ্ণ পূৰ্ণিমাই হ'ল বুদ্ধ পূৰ্ণিমা।

**বুমেৰাং** *Boomerang*
যুদ্ধ, চিকাৰ বা খেলাৰ কাৰণে অষ্ট্ৰেলিয়াৰ আদিম অধিবাসীসকলে ব্যৱহাৰ কৰা এক বিশেষ প্ৰকাৰৰ অস্ত্ৰ। বুমেৰাং কাঠেৰে তৈয়াৰী, দেখাত সাধাৰণ কিন্তু বেছ কৌশলী সঁজুলি। বুমেৰাং দুই ধৰণৰ ঃ এবিধ বুমেৰাং এবাৰ মাৰি পঠিওৱাৰ পাছত পুনৰ ঘূৰি আহে আৰু আনবিধ ঘূৰি নাহে। তৃতীয় এক প্ৰকাৰ বুমেৰাঙো আছে, যিবিধ অস্ত্ৰ হিচাপে ব্যৱহৃত নহয়, পূজা-পাতল আদি ধৰ্ম-অনুষ্ঠানতহে ব্যৱহাৰ কৰা হয়।

**বুৰঞ্জী দাহ**
আহোম যুগত ৰচিত এখন বুৰঞ্জী আছিল চকৰি ফেঁটী বুৰঞ্জী। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ (ৰাজত্ব কাল ১৭৫১-১৭৬৯) দিনত নুমলী বৰগোহাঁই নামৰ এজন ৰাজমন্ত্ৰীয়ে এই বুৰঞ্জী ৰচনা কৰিছিল। ইয়াত গদাধৰ সিংহৰ পৰা আৰম্ভ কৰি ৰাজেশ্বৰ সিংহলৈকে — এই কালছোৱাৰ বৰ্ণনা আছিল। তদুপৰি এই বুৰঞ্জীতে সেই সময়ৰ দাম্ভিক আৰু ক্ষমতাশালী বৰবৰুৱা কীৰ্তিচন্দ্ৰ বৰবৰুৱাক 'জলম বটা', অৰ্থাৎ, প্ৰকৃত আহোম নহয় বুলি আখ্যা দিয়া হৈছিল। ইয়াতে বৰবৰুৱাই অপমান পাই য'তে যিমান বুৰঞ্জী পালে সকলোবোৰ অনাই পুৰি পেলালে। অসম বুৰঞ্জীত ইয়াকে 'বুৰঞ্জী দাহ' বুলি জনা যায়। এই বুৰঞ্জীবোৰৰ পাততে বহু মূল্যবান সমল চিৰদিনলৈ হেৰাই গ'ল। চকৰি ফেঁটীয়ে যেনেদৰে কাকো আক্ৰমণ কৰিবলৈ পিছ নোহোঁহকে, ঠিক তেনেকৈ এইখন বুৰঞ্জীয়ে যাৰে নহওক লাগে, সঁচা কথা লিখিবলৈ পিছ হোঁহকা নাছিল।

### বুৰ্জোৱা *Bourgeois*

সমাজৰ বিত্তবান আৰু ব্যৱসায়ী শ্ৰেণী। শব্দটো ফৰাচী ভাষাৰ। অৰ্থ চহৰৰ লোক। ইয়াৰ লগত সম্পত্তিৰ গৰাকী প্ৰসংগটোও যোগ দিব পাৰি। মধ্য যুগৰ ইউৰোপত প্ৰায় এই অৰ্থতে শব্দটোৰ ব্যৱহাৰ হৈছিল। ঊনবিংশ শতিকাত বুৰ্জোৱা শব্দৰ অৰ্থ আৰু তাৎপৰ্য কিছু সলনি হয়। ব্যৱসায়-বাণিজ্যত অংশগ্ৰহণৰ ফলত ঊনবিংশ শতিকাত বুৰ্জোৱা শ্ৰেণী জমিদাৰ বা ভূস্বামীসকলৰ তুলনাত বহু বেছি অগ্ৰসৰ আৰু প্ৰভাৱশালী শ্ৰেণীত পৰিণত হয়। আধুনিক কালৰ বুৰ্জোৱাৰ কেইটামান বৈশিষ্ট্য চকুত পৰে। সেইকেইটা হ'ল ঃ বুৰ্জোৱা হ'ল চহৰবাসী, উচ্চ মধ্যবিত্ত সমাজত এওঁলোক অতি প্ৰতিপত্তিশালী, কিন্তু ৰক্ষণশীল মানসিকতাৰ। বুৰ্জোৱাৰ দুটা উপশ্ৰেণীৰ কথাও মাজে মাজে উল্লেখ কৰা হয় ঃ উচ্চ বুৰ্জোৱা আৰু পেটি বুৰ্জোৱা। পেটি বুৰ্জোৱাসকলক অৰ্থনীতিগতভাৱে হীন, কৃপণ আৰু হীন মানসিকতাসম্পন্ন বুলি ভবা হয়।

*লগতে চাওক পেটি বুৰ্জোৱা*

### বুলিয়ান বীজগণিত *Boolean Algebra*

যুক্তিতত্ত্বক (logic) গাণিতিক ৰূপদান কৰা আৰু যুক্তিতত্ত্বক গাণিতিক ভিত্তিৰ ওপৰত স্থাপন কৰা বীজগণিতীয় পদ্ধতি। ইংৰাজ গণিতজ্ঞ জৰ্জ বুলে (George Boole, ১৮১৫-১৮৬৪) এই পদ্ধতি আৱিষ্কাৰ কৰিছিল। তেওঁৰ নামেৰেই পদ্ধতিটোৰ নামকৰণ কৰা হৈছে। গাণিতিক যুক্তিতত্ত্বৰ (mathematical logic) লগত ইয়াৰ অংগাংগি সম্পৰ্ক আছে। একেদৰে এই পদ্ধতি আধুনিক কম্পিউটাৰ বিজ্ঞানৰো ভিত্তিস্বৰূপ।

### বৃক্ক-বিকলতা *Renal Failure*

তেজৰ পৰা বৰ্জিত পদাৰ্থবোৰ পৰিশোধিত বা ফিল্টাৰ কৰিবলৈ আৰু সেইবোৰ প্ৰস্ৰাৱৰ জৰিয়তে দেহৰ পৰা উলিয়াই দিবলৈ বৃক্কৰ অক্ষমতা।

### বৃদ্ধতত্ত্ব *Gerontology*

বৃদ্ধ অৱস্থা, বৃদ্ধাৱস্থাৰ পৰিঘটনা, অসুখ আদিৰ বিষয়ে অধ্যয়ন কৰা বিজ্ঞানৰ এটা শাখা; বৃদ্ধত্ব বিজ্ঞান।

### বৃন্দাৱনী বস্ত্ৰ

শ্ৰীকৃষ্ণৰ লীলা-মালা সম্বলিত এক আপুৰুগীয়া বস্ত্ৰ বা কাপোৰ। ছকুৰি হাত (প্ৰায় ১৮০ ফুট) দীঘল আৰু তিনিকুৰি হাত (প্ৰায় ৯০ ফুট) পুতলৰ এই বস্ত্ৰ প্ৰাচীন অসমৰ উন্নত বয়ন শিল্পৰ বিশিষ্ট নিদৰ্শন। মহাপুৰুষ শংকৰদেৱে বৰপেটাৰ গোপাল তাঁতী প্ৰমুখ্যে তাঁতীকুছিৰ (বৰপেটা) তাঁতীসকলৰ সহায়-সহযোগত এবছৰত এই আপুৰুগীয়া বস্ত্ৰখন বৈ উলিয়াইছিল। বিভিন্ন ৰঙৰ সূতাৰে চিত্ৰপটত আখৰৰ বাখৰ খটাই গোপাল তাঁতী আৰু তেওঁৰ সহযোগীসকলে অতি নিখুঁতভাৱে বৈ উলিয়াইছিল শ্ৰীকৃষ্ণৰ জন্মৰ পৰা কংস বধলৈকে আটাইখিনি লীলাৰ নিদৰ্শন। এই বৃন্দাৱনী বস্ত্ৰৰ আৰ্হি অনুসৰিয়েই বৰপেটা কীৰ্তন ঘৰৰ দীঘ-প্ৰস্থৰ জোখ লোৱা হৈছিল। অসমৰ বয়ন শিল্পৰ অপূৰ্ব নিদৰ্শন 'আশ্চৰ্য-অদ্ভুত' এই বৃন্দাৱনী বস্ত্ৰ অৱশ্যে বৰ্তমান অসমত নাই। ইয়াৰ অংশবিশেষহে মাত্ৰ সংৰক্ষিত হৈ আছে সুদূৰ ইংলেণ্ডৰ ব্ৰিটিছ মিউজিয়ামত।

### বৃহদন্ত্ৰ
*অন্ত্ৰ চাওক*

### বেকিং পাউডাৰ *Baking Powder*
কেক, বিস্কুট আদি ফুলি উঠিবলৈ ময়দাৰ লগত মিহলি কৰি দিয়া এবিধ দ্ৰব্য। পানীত দিলে বা সামান্য উত্তপ্ত কৰিলে ইয়াৰ পৰা কাৰ্বন ডাই-অক্সাইড গেছ নিৰ্গত হয়, সেই গেছৰ অসংখ্য বুৰবুৰণি উঠি কেক, বিস্কুটৰ বাবে লোৱা ময়দাৰ পিণ্ডটো ছিদ্ৰবহুল কৰি ফুলাই তোলে।

### বেটন *Baton*
সমবেত যন্ত্ৰসংগীত, অৰ্কেষ্ট্ৰা আদিত সংগীত পৰিৱেশনৰ সময়ত পৰিচালকে হাতত থকা এডাল সৰু দণ্ডৰ ইংগিতেৰে যন্ত্ৰশিল্পীসকলক নিৰ্দেশ দি থাকে। এই সৰু দণ্ডডালৰ নাম বেটন।

কমনৱেলথ গেমছত ব্যৱহাৰ কৰা ক্ৰীড়া শিখা বা জোঁৰডালৰ নামো বেটন; সম্পূৰ্ণ নাম কুইনছ বেটন।

### বেদান্ত
হিন্দুৰ আদি আৰু প্ৰধান শাস্ত্ৰ বেদ চাৰি ভাগত বিভক্ত। প্ৰতিখন বেদৰে আৰু তিনি ভাগ : সংহিতা বা মন্ত্ৰ, ব্ৰাহ্মণ আৰু আৰণ্যক। ইয়াৰে আৰণ্যকৰ শেষাংশক উপনিষদ বোলা হয়। বেদৰ শেষ (অন্ত) ভাগ হোৱা বাবে ইয়াক বেদৰ অন্ত, অৰ্থাৎ, বেদান্তও বোলা হয়। উপনিষদক কেন্দ্ৰ কৰি যি দাৰ্শনিক মতবাদ আছে, সিও বেদান্ত-দৰ্শন বা সাধাৰণ ভাষাত বেদান্ত নামেৰেই পৰিচিত। বেদান্ত ছটা প্ৰাচীন ভাৰতীয় দৰ্শন পদ্ধতিৰ এটা। ইয়াক উত্তৰ মীমাংসাও বোলা হয়। আধুনিক হিন্দু ধৰ্ম এই বেদান্তৰ পৰাই উদ্ভৱ বুলি বহুতে মত পোষণ কৰে। বেদান্ত দৰ্শনৰ মূল ভিত্তি উপনিষদ যদিও ইয়াৰ ধৰ্মীয় দাৰ্শনিক পদ্ধতিটো পোৱা গৈছে ঋষি বাদৰায়নৰ 'ব্ৰহ্মসূত্ৰ'ৰ পৰা। অষ্টম শতিকাৰ বিখ্যাত দাৰ্শনিক শংকৰাচাৰ্যক বেদান্ত দৰ্শনৰ প্ৰধান ব্যাখ্যাকাৰ আৰু বিশ্লেষক আখ্যা দিয়া হয়। বেদান্ত দৰ্শনৰ মতে ঈশ্বৰ বা পৰম ব্ৰহ্মই বিশ্ব সৃষ্টিৰ মূল কাৰণ। ব্ৰহ্মৰ বাহিৰে সকলো মিছা। যি শক্তিক আশ্ৰয় কৰি ঈশ্বৰে সৃষ্টি কৰে সেই শক্তিৰ নাম মায়া।

### বেদান্ত দৰ্শন
*বেদান্ত চাওক*

### বেদাংগ
বেদ পাঠ আৰু উপলব্ধিৰ সহায়ক তথা বেদবৰ্ণিত বিভিন্ন কৰ্মকাণ্ডৰ বিশ্লেষক ছটা বিষয়ক লৈ ৰচিত গ্ৰন্থসমূহ। বেদাংগৰ অন্তৰ্ভুক্ত ছটা বিষয় হ'ল : শিক্ষা, কল্প, ব্যাকৰণ, নিৰুক্ত, ছন্দ আৰু জ্যোতিষ। বেদাংগ শব্দটোৰ অৰ্থ বেদৰ অংগ; কিন্তু ৰক্ষণশীল বেদতত্ত্ববিদসকলে বেদাংগক বেদৰ অংগ বুলি স্বীকাৰ নকৰে।

### বেনেলাক্স *BENELUX*
বেলজিয়াম (Belgium), নেদাৰলেণ্ডছ (Netherlands) আৰু লাক্সেমবাৰ্গৰ (Luxembourg) সম্মিলিত নাম।

**বেপ্টিজম** *Baptism*
খ্রীষ্টানসকলৰ এক ধৰ্মীয় অনুষ্ঠান। এই অনুষ্ঠানত কোনো ব্যক্তিক গা ধুৱাই শুদ্ধ কৰি খ্ৰীষ্টধৰ্মত দীক্ষিত কৰা হয়। পানীৰে গা ধুওৱাটোৰ এক প্ৰতীকী অৰ্থ আছে; ইয়াৰ দ্বাৰা সূচোৱা হয় যে সকলো পাপ ধুই ব্যক্তিজনক পবিত্ৰ কৰা হৈছে আৰু এতিয়াৰে পৰা তেওঁৰ এক নতুন জীৱন আৰম্ভ হ'ব। এই অনুষ্ঠানটো খ্ৰীষ্টানসকলৰ বাবে এক গুৰুত্বপূৰ্ণ অনুষ্ঠান।

**বেপ্টিষ্ট** *Baptist*
পবিত্ৰ পানীৰে গা ধুই সজ্ঞানে খ্ৰীষ্টধৰ্ম গ্ৰহণ কৰা ব্যক্তিক মাত্ৰ স্বীকৃতি দিয়া প্ৰটেষ্টাণ্ট ধৰ্মাৱলম্বীৰ এটা শাখা বা সম্প্ৰদায়। প্ৰটেষ্টাণ্টসকলৰ এইটো শাখা বা সম্প্ৰদায়ে বিশ্বাস কৰে যে, কেৱল প্ৰাপ্তবয়স্কসকলকহে খ্ৰীষ্টধৰ্মত দীক্ষা (baptism) দিব পাৰি, নাবালক বা অপ্ৰাপ্তবয়স্কসকলক নহয়। সপ্তদশ শতিকাত এই মতৰ উদ্ভৱ হয়।

**বেম্বো কাৰ্টেন** *Bamboo Curtain*
চীনৰ অধিবাসীসকলে যাতে বাহিৰৰ বিশ্বৰ, বিশেষকৈ, পুঁজিবাদী দেশসমূহৰ লগত সম্পৰ্ক ৰাখিব নোৱাৰে, তাৰ বাবে মাও চে টুঙৰ নেতৃত্বাধীন কমিউনিষ্ট চৰকাৰে চীনত লোৱা বিভিন্ন নিয়ন্ত্ৰণমূলক আৰু নিষেধমূলক ব্যৱস্থা।

**বেৰিবেৰি** *Beriberi*
ভিটামিন-বিৰ অভাৱত হোৱা এটা ৰোগ। এই ৰোগত স্নায়ুতন্ত্ৰ আক্ৰান্ত হয় আৰু পৰিণতিত ৰোগীৰ ভৰি জঠৰ হৈ যায়, বিষ হয়, পক্ষাঘাত বা পেৰালাইছিছো হ'ব পাৰে। শেষত ৰোগীজন একো কৰিব নোৱাৰাবিধৰ অৱশ হৈ পৰে।

**বেলাড** *Ballad*
দীঘল বৰ্ণনামূলক কাহিনী গীত; মালিতা। বেলাড এনে এক লোক সংগীত য'ত প্ৰত্যক্ষ বা পৰোক্ষভাৱে কোনো জনপ্ৰিয় কাহিনী বৰ্ণিত হয়। গীতৰ মাধ্যমেৰে বেলাডবোৰ মানুহৰ মুখে মুখে চলি থাকে। আৰু সেয়ে গানৰ সুৰ তথা শব্দ সংযোজনৰ ক্ষেত্ৰত বেলাডবোৰৰ ভালেখিনি পৰিৱৰ্তন হোৱা দেখা যায়। অসমীয়া ভাষাত প্ৰচলিত 'ফুলকোঁৱৰৰ মালিতা', 'ধনবৰ আৰু ৰতনী', 'জলকুঁৱৰী' আদি বেলাডৰ উদাহৰণ।

**বেলুন** *Baloon*
কমিকছৰ চৰিত্ৰবোৰৰ মুৰৰ ওপৰত যিবোৰ ডাৱৰৰ নিচিনা অংশত চৰিত্ৰবোৰে কোৱা কথাবোৰ দিয়া থাকে।

**বৈদিক যুগ**
সাধাৰণভাৱে আৰ্যসকলৰ ভাৰতলৈ আগমনৰ সময়ছোৱা আৰু বেদ ৰচনাৰ সময়ছোৱাক বৈদিক যুগ বোলা হয়। ইতিহাসবিদসকলৰ মতে খ্ৰীষ্টপূৰ্ব ১৫০০-ৰ পৰা খ্ৰীষ্টপূৰ্ব ৬০০-লৈকে সময়ছোৱাই বৈদিক যুগ। বৈদিক যুগক দুটা প্ৰধান ভাগত ভাগ কৰা হৈছে ঃ ঋক্ বৈদিক যুগ (খ্ৰীষ্টপূৰ্ব ১৫০০-১০০০) আৰু পৰৱৰ্তী বৈদিক যুগ (খ্ৰীষ্টপূৰ্ব ১০০০-৬০০)।

### বৈদেশিক বিনিয়োগ *Foreign Investment*
কোনো দেশৰ চৰকাৰ, প্ৰতিষ্ঠান বা ব্যক্তিয়ে নিজৰ সম্পদেৰে আন এখন দেশত কৰা বিনিয়োগ।

### বৈদেশিক মুদ্ৰা বিনিময় *Foreign Exchange*
কোনো দেশৰ মুদ্ৰা বা বস্তুৰ বিনিময়ত আন এখন দেশে নিৰ্ধাৰণ বা দাবী কৰা সেই দেশৰ মুদ্ৰামূল্য। কিছুমান কাৰকৰ ওপৰত নিৰ্ভৰ কৰি এই মুদ্ৰা বিনিময় হাৰ নিৰ্ধাৰণ কৰা হয়।

### বৈদেশিক সাহায্য *Foreign Aid*
উন্নয়নশীল আৰু অনুন্নত দেশৰ অৰ্থনৈতিক উন্নয়নৰ বাবে উন্নত আৰু বিকশিত দেশসমূহে আগবঢ়োৱা সাহায্য।

### বোন চাইনা *Bone China*
বোন চাইনাৰ কাপ-প্লেট, ফুলদানি আদি আধুনিক সমাজৰ এক পৰিচিত বস্তু। বোন চাইনা আচলতে হাড়ৰ গুড়ি আৰু চীনা মাটিৰ সংমিশ্ৰণ। এইবিধ পৰ্চেলিন তৈয়াৰ কৰাৰ পদ্ধতি পোনতে আৰম্ভ হৈছিল ইংলেণ্ডত। স্পড' নামৰ এজন মৃৎশিল্পীয়ে ইয়াক উদ্ভাৱন কৰিছিল। হাড়ৰ (bone) গুড়িৰ পৰা তৈয়াৰ কৰা আৰু সম্ভৱতঃ চীনা মাটিৰ অন্যান্য সামগ্ৰীৰ লগত দেখাত একে হোৱা বাবে এনে সামগ্ৰীক 'বোন চাইনা' বুলি কোৱা হয়। ইয়াৰ কাঁচৰ দৰে থুনুকা যদিও দেখাত অতি মিহি আৰু সুন্দৰ বাবে চাহৰ কাপ-প্লেট, টি-পট, ফুলদানি আদি নিৰ্মাণত ইয়াৰ বহুল প্ৰয়োগ হৈছে। *লগতে চাওক- পৰ্চেলিন*

### বোনাছ *Bonus*
কোনো কাৰ্যালয়, প্ৰতিষ্ঠানৰ কৰ্মচাৰীসকলক তেওঁলোকৰ শ্ৰমৰ বিনিময়ত দৰমহাৰ উপৰি দিয়া কিছু ওপৰঞ্চি টকা। ইয়াৰ লগত মূলধন বা জমা টকাৰ কোনো সম্পৰ্ক নাই। বিভিন্ন ধৰণৰ বোনাছ পদ্ধতি আছে। প্ৰায়বোৰ প্ৰতিষ্ঠানতে প্ৰচলিত এক বোনাছ পদ্ধতি মতে কৰ্মচাৰীসকলক উৎপাদন বা কৰ্মৰ নিৰ্দিষ্ট এক সীমা বান্ধি দিয়া হয়। সেই সীমা চুব পাৰিলে পূৰ্ব নিৰ্দিষ্ট পৰিমাণৰ বোনাছ পোৱা যায়। তদুপৰি তাৰো ওপৰঞ্চি যদি উৎপাদন কৰা হয়, তেন্তে সেই ওপৰঞ্চি শ্ৰমৰ বিনিময়ত আৰু কিছু টকা ওপৰঞ্চি বোনাছ হিচাপে দিয়া হয়।

### বোৱেৰ যুদ্ধ *Boer War*
১৬৫২ চনমানৰ পৰা বহুসংখ্যক ওলন্দাজ (হলেণ্ড দেশীয় লোক) আফ্ৰিকাৰ দক্ষিণ অংশত বসবাস কৰিবলৈ আহিছিল। তেওঁলোকৰ সতি-সন্ততিবোৰকে পাছত বোৱেৰ (Boer) নামেৰে জনা গৈছিল। তেওঁলোকে 'ট্ৰান্সভাল' আৰু 'অৰেঞ্জ ফ্ৰী ষ্টেট' নামেৰে দুখন ৰাজ্য গঠন কৰি তাত বাস কৰিছিল। ১৮৯৯ চনত বোৱেৰ আৰু ইংৰাজসকলৰ মাজত এক যুদ্ধৰ সূচনা হয়। তিনি বছৰ ধৰি চলা এই যুদ্ধখনকে বোৱেৰ যুদ্ধ নামেৰে জনা যায়। যুদ্ধৰ আৰম্ভণিতে ১৮৯৯ চনৰ ১০-১৫ ডিচেম্বৰৰ ভিতৰত (যাক 'ব্লেক উইক' নামেৰে জনা যায়) বোৱেৰসকলে তিনিখন যুদ্ধত ব্ৰিটিছসকলক একেবাৰে পৰ্যুদস্ত কৰি পেলায়। অৱশ্যে তাৰ

পাছত নতুন ব্ৰিটিছ ফৌজ অহাত পৰিস্থিতি সলনি হ'ল। ১৯০০ চনৰ জুন মাহত ব্ৰিটিছ বাহিনীয়ে বোৱেৰ বাহিনীক প্ৰায় নিঃশেষ কৰি দিয়ে। কিন্তু তাৰ পাছতো ডেৰ বছৰ বোৱেৰসকলে 'গেৰিলা যুদ্ধ' চলাই থাকে। বোৱেৰসকলক দমন কৰিব নোৱাৰি ব্ৰিটিছে সকলো বোৱেৰ যুৱককে ধৰি অনাত লাগিল। ১ লাখ ২০ হাজাৰ বোৱেৰ যুৱকক আনি কনচেনট্ৰেচন কেম্পত ৰখা হ'ল। ২৮,০০০ মান তাতে মৰিল। অৱশেষত বোৱেৰসকলে আত্মসমৰ্পণ কৰে আৰু ১৯০২ চনৰ ৩১ মে'ত 'ভিৰিনাইজিং চুক্তি' হয়। 'ট্ৰান্সভাল' আৰু 'অৰেঞ্জ ফ্ৰী ষ্টেট' ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। ১৯১০ চনত 'দক্ষিণ আফ্ৰিকা ইউনিয়ন' প্ৰতিষ্ঠা হোৱাত বোৱেৰসকলক স্বায়ত্তশাসনৰ ক্ষেত্ৰত সমান অধিকাৰ দিয়া হয়।

বোৱেৰ যুদ্ধত অৰ্থক্ষতি হৈছিল প্ৰায় দুই কোটি ২২ লাখ পাউণ্ড। যুদ্ধ আৰু প্ৰতিকূল পৰিস্থিতিত মৃত্যু হৈছিল ৬০,০০০-ৰো বেছি মানুহৰ। ব্ৰিটিছসকলৰ সাম্ৰাজ্যবাদী নীতি, নিষ্ঠুৰতা আদি এই যুদ্ধত স্পষ্ট হৈ পৰিছিল বাবে আন্তৰ্জাতিক ৰাজনীতিতো ব্ৰিটিছসকল প্ৰায় এঘৰীয়া হৈ পৰিছিল। *লগতে চাওক ভিৰিনাইজিং চুক্তি*

## বৌদ্ধ গান

*চৰ্যাপদ চাওক*

## বৌদ্ধ তীৰ্থ

গৌতম বুদ্ধৰ দেহাৱসানৰ পাছত তেওঁৰ প্ৰিয় শিষ্য মহাকাশ্যপে বুদ্ধৰ চিতাভস্ম ৮টা সোণৰ কলহত ভৰাই ৮জন শিষ্যক বিভিন্ন ঠাইত ৮টা স্তূপ গঢ়িবলৈ দায়িত্ব দিয়ে। উত্তৰ প্ৰদেশৰ কুশী নগৰৰ পৰা কঢ়িয়াই নিয়া এই চিতাভস্মৰেই ভাৰতৰ আঠখন ঠাইত আঠটা বৌদ্ধ স্তূপ গঢ়ি উঠে আৰু এই আঠখন ঠায়ে বৌদ্ধ তীৰ্থৰূপে স্বীকৃতি লাভ কৰে। আঠখন বৌদ্ধ তীৰ্থ হ'ল ঃ ৰাজগৃহ, বৈশালী, কপিলাবস্তু, অল্লকল্প, ৰামগ্ৰাম, বেঠদ্বীপ, পাবা আৰু কুশী নগৰ। ইয়াৰ উপৰি আৰু চাৰিখন মহান বৌদ্ধ তীৰ্থ হ'ল ঃ লুম্বিনী, বুদ্ধ গয়া, সাৰনাথ আৰু কুশী নগৰ।

## বৌদ্ধ দৰ্শন

গৌতম বুদ্ধই প্ৰৱৰ্তন কৰা নৈতিক আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত এক নিৰীশ্বৰবাদী দৰ্শন। সতীৰ্থ আৰু শিষ্যসকলৰ মাজত বিতৰণ কৰা বুদ্ধদেৱৰ বাণীসমূহৰ সংযোজনেই বৌদ্ধ দৰ্শনৰ বুনিয়াদ। বৌদ্ধ দৰ্শনত ঈশ্বৰৰ কোনো স্থান নাই। এই দৰ্শনে বেদৰ কৰ্তৃত্বও স্বীকাৰ নকৰে। সেয়ে ইয়াক অবৈদিক দৰ্শন কৰা বুলিও জনা যায়। জীৱনত দুখ আছে, দুখৰ কাৰণ আছে, দুখ ৰোধ কৰিব পাৰি আৰু দুখ ৰোধ কৰাৰ উপায় বা মাৰ্গ আছে — এই চাৰি সত্যই বৌদ্ধ দৰ্শনৰ সাৰ কথা।

## বৌদ্ধ সংগীতি

সংগীতিৰ অৰ্থ মহা সম্মিলন। গৌতম বুদ্ধৰ মৃত্যুৰ পাছত বৌদ্ধসকলে বিভিন্ন ৰূপত বিভিন্ন ৰজাৰ পৃষ্ঠপোষকতাত বৌদ্ধ ধৰ্মৰ সংস্কাৰ আৰু বিকাশৰ অৰ্থে কেইবাখনো মহা সম্মিলন অনুষ্ঠিত কৰিছিল। ইতিহাসত ইয়ে বৌদ্ধ সংগীতি নামে জনাজাত।

## ব্যয় আৰু মূল্য *Cost and Price*

এটা বস্তু বা পণ্য দ্ৰব্য নিৰ্মাণ কৰোঁতে যিমান ধন খৰচ হয়, তাক ব্যয় বুলি কোৱা হয়। ইয়াৰ লগত 'লাভ'ৰ পৰিমাণটো ধৰা নাথাকে। 'মূল্য' হ'ল বজাৰত বিক্ৰী কৰিবলৈ যোগান ধৰা সেই বস্তুটোৰ বেচা দাম। সাধাৰণতে ইয়াৰ লগত লাভৰ অংকটোও ধৰা থাকে। বস্তুটোৰ গাত মাৰি থোৱা মূল্য-পত্ৰত এই মূল্যটো লিখা থাকে। কেতিয়াবা কোনো বস্তু দুষ্প্ৰাপ্য হ'লে সেই বস্তুটোৰ উৎপাদন ব্যয় তেনেই সামান্য হ'লেও মূল্য যথেষ্ট বেছি হ'ব পাৰে। আনহাতে উভৈনদী বস্তু বা পণ্যদ্ৰব্যৰ ক্ষেত্ৰত কেতিয়াবা উৎপাদন ব্যয়তকৈ মূল্য কমো হ'ব পাৰে।

## ব্যংগাত্মক ৰচনা *Satire*

ব্যক্তিৰ কাম-কাজ, ক্ৰুটি-বিচ্যুতি, ধ্যান-ধাৰণা আদিক বিদ্ৰূপ কৰি আমোদজনক ভাষাত লিখা সাহিত্য কৰ্ম। গদ্য-পদ্য উভয়তেই ৰচিত হ'ব পৰা এনে ৰচনাৰ মাধ্যম হিচাপে কবিতা, প্ৰবন্ধ, নাটক, গল্প, উপন্যাস ইত্যাদি ল'ব পাৰি। ব্যংগাত্মক ৰচনাত গভীৰ সৃষ্টিশীল উপাদান পৰিলক্ষিত নহয়। ব্যক্তি বিশেষৰ কথা আৰু কামৰ মাজত যি প্ৰভেদ অথবা আদৰ্শ আৰু বাস্তৱৰ কৰ্মৰ মাজত যি বিচ্যুতি তাক শ্লেষপূৰ্ণভাৱে উদঙাই দেখুওৱাটো ব্যংগাত্মক ৰচনাৰ এক বৈশিষ্ট্য।

## ব্যাসকূট

মূল অৰ্থ, বেদ ব্যাসৰ ৰচনাৰ দুৰ্বোধ্য অংশসমূহ। বৰ্তমান প্ৰচলিত অৰ্থ, দুৰ্বোধ্য ৰচনা বা ৰচনাৰ জটিল অংশ, যাৰ অৰ্থোদ্ধাৰ বা ব্যাখ্যা সহজ নহয়।

## ব্ৰজাৱলী

প্ৰাচীন মৈথিলী ভাষাৰ অনুকৰণত পূৰ্বোত্তৰ ভাৰতৰ নৱ-বৈষ্ণৱ কাব্য-ৰচনাত ব্যৱহৃত কৃত্ৰিম ভাষা। আন নাম 'ব্ৰজবুলি'। পুৰণি অসমীয়া আৰু ব্ৰজৱলী বা ব্ৰজ ভাষাৰ সংমিশ্ৰণত ব্ৰজাৱলী ভাষা গঢ়ি উঠিছে। উত্তৰ-পূব ভাৰতৰ মৈথিলী, উৰিয়া, অসমীয়া আৰু বাংলা ভাষাৰ লগত ব্ৰজাৱলী ভাষাৰ ৰূপ আৰু গঠন ওচৰ চপা পৰিলক্ষিত হয়। সেই সময়ত এই শুৱলা ভাষাটোৱে সমগ্ৰ উত্তৰ আৰু পূব ভাৰতত বিশেষভাৱে সমাদৰ আৰু জনপ্ৰিয়তা লাভ কৰিছিল।

## ব্ৰাউজ *Browse*

কোনো কম্পিউটাৰত থকা ফাইলৰ তালিকা উলিয়াই চোৱা অথবা ইণ্টাৰনেটৰ যোগে এটাৰ পাছত আন এটা ৱেবছাইট চোৱা কাৰ্য। ব্ৰাউজ কৰোঁতাজনে ব্ৰাউজ কৰোঁতে বিষয়বস্তুসমূহ নিৰীক্ষণহে কৰে। কোনো ধৰণৰ সালসলনি নকৰে।

হেকাৰে অকৰ্তৃত্বশীলভাৱে এটা কম্পিউটাৰত কোনো ধৰণৰ হানি-বিঘিনি নঘটোৱাকৈ প্ৰৱেশ কৰাৰ উপায় বিচাৰি উলিওৱা কাৰ্যকো ব্ৰাউজ কৰা বুলি কোৱা হয়।

## ব্ৰাউন ছুগাৰ *Brown Sugar*

ব্ৰাউন ছুগাৰৰ একাধিক অৰ্থ আছে। এক, অপৰিশোধিত বা আংশিক পৰিশোধিত চেনি; দুই, নিষিদ্ধ মাদকদ্ৰব্য বিশেষ, হেৰোইন; তিনি, জুইত গৰম কৰি ঘন কৰা চেনিৰ বাদামী দানা। কোৱা বাহুল্য, এই তিনিটা অৰ্থৰ ভিতৰত দ্বিতীয় অৰ্থতেই শব্দদ্বয় বেছি ব্যৱহৃত।

**ব্ৰাজাভিল ঘোষণা-পত্ৰ** *Brazzaville Declaration*
১৯৪৪ চনত তৎকালীন ফৰাচী কংগোৰ ৰাজধানী ব্ৰাজাভিলত, ফাইটিং ফৰাচীৰ (Fighting Frence : জেনেৰেল ডি গলৰ সমৰ্থকসকলক দিয়া নাম) প্ৰতিনিধি আৰু ফ্ৰান্সৰ আফ্ৰিকীয় উপনিবেশবোৰৰ মাজত যুদ্ধোত্তৰ সম্পৰ্ক সম্বন্ধে আলোচনা কৰাৰ পাছত প্ৰস্তুত কৰা এক ঘোষণা-পত্ৰ। এই ঘোষণা-পত্ৰত উপনিবেশবোৰক কিছু ৰাজনৈতিক অধিকাৰ দিয়াৰ কথা কোৱা হয়।

**ব্ৰাহ্ম সমাজ**
ঊনবিংশ শতিকাত ৰাজা ৰামমোহন ৰায়ে প্ৰতিষ্ঠা কৰা একেশ্বৰবাদী ধৰ্মীয় সংস্থা। ব্ৰাহ্ম শব্দৰ অৰ্থ ব্ৰহ্মজ্ঞানী বা ব্ৰহ্মৰ উপাসক। ৰাজা ৰামমোহন ৰায়ে শব্দটোক এই দ্বিতীয় অৰ্থত গ্ৰহণ কৰিছিল। বেদান্তত ব্ৰহ্মক কোৱা হৈছে, 'অতি মহৎ সচ্চিদানন্দ (সত্য, চৈতন্য আৰু আনন্দস্বৰূপ ব্ৰহ্ম) বস্তু।' ৰামমোহনৰ মতে যিসকল এই মহৎ সচ্চিদানন্দৰ পূজাৰী তেওঁলোকেই ব্ৰাহ্ম। ব্ৰহ্ম নিৰাকাৰ, সেয়ে ব্ৰাহ্ম ধৰ্মত মূৰ্তিপূজা নিষিদ্ধ। ৰামমোহন ৰায়ে ১৮২৮ চনত ব্ৰহ্মসভা প্ৰতিষ্ঠা কৰে। পাছত, সম্ভৱতঃ তেওঁৰ মৃত্যুৰ পাছত, ইয়াৰ পৰাই ব্ৰাহ্ম সমাজ নামটোৰ উৎপত্তি। ব্ৰাহ্ম ধৰ্মই ব্ৰাহ্ম সমাজৰ ভিত্তি। ব্ৰাহ্মসকল 'একমেবাদ্বিতীয়ম' ব্ৰহ্মৰ উপাসক। মূলতঃ হিন্দুৰ ৰক্ষণশীলতা, গোড়ামি আদিৰ বিপৰীতে খ্ৰীষ্টান একেশ্বৰবাদী মিছনেৰীসকলৰ দৃষ্টান্ত সম্মুখত ৰাখি উদাৰ হিন্দু একেশ্বৰবাদ প্ৰচাৰৰ তাগিদাত ব্ৰাহ্ম সমাজে জন্ম আৰু প্ৰসাৰ লাভ কৰিছিল। কিন্তু কুৰি শতিকাৰ প্ৰথম ভাগমানৰ পৰা ব্ৰাহ্ম সমাজ ক্ৰমাৎ স্তিমিত হৈ আহে।

**ব্ৰাহ্মী** *Brahmi*
প্ৰাচীন ভাৰতত ব্যাপকভাৱে ব্যৱহৃত এবিধ লিপি। এই লিপি প্ৰথমতে সম্ৰাট অশোকৰ (শাসন কাল ঃ খ্ৰীষ্টপূৰ্ব ২৬৮/২৬২-২৩৮) দিনত ব্যৱহাৰ হৈছিল। অশোকৰ অধিকাংশ লেখাত এই লিপিয়েই ব্যৱহৃত। এই লিপি বাঁওহাতৰ পৰা সোঁফাললৈ পঢ়িব লাগিছিল। ব্ৰাহ্মী লিপিৰ কিছু আঞ্চলিক বিভিন্নতাৰ কথাও জানিব পৰা গৈছে।

**ব্ৰেইন ড্ৰেইন** *Brain Drain*
কোনো এখন দেশৰ পৰা বিশেষজ্ঞ প্ৰযুক্তিবিদ, চিকিৎসাবিদ, বিজ্ঞানী বা তীক্ষ্ণ প্ৰতিভাৰ লোক আন এখন দেশলৈ বসবাস কৰিবলৈ গুচি গ'লে তাক ব্ৰেইন ড্ৰেইন বুলি কোৱা হয়। সাধাৰণতে কোনো অনুন্নত বা উন্নয়নশীল দেশৰ পৰা এনে ব্যক্তিসকলে উন্নত দেশত বাস কৰিবলৈ লয় আৰু সেই দেশৰ গৱেষণা, আবিষ্কাৰ, উন্নতি আদিত তেওঁলোকৰ গুৰুত্বপূৰ্ণ ভূমিকা থাকে। ভাৰতৰো বহুসংখ্যক বিজ্ঞানী, চিকিৎসক, অভিযন্তা আদিয়ে আমেৰিকা যুক্তৰাষ্ট্ৰ, ইংলেণ্ড আদিত বসবাস কৰিবলৈ লোৱাত সচেতন ব্যক্তিসকল চিন্তিত হৈ পৰিছে। কাৰণ ভাৰতত সেইসকল লোক থাকি যোৱাহেঁতেন এই দেশৰ উন্নতিতো তেওঁলোকে গুৰুত্বপূৰ্ণ অৱদান আগবঢ়াব পাৰিলেহেঁতেন। কিন্তু তাৰবাবে সেইসকল প্ৰবাসী লোকক দোষ দিও লাভ নাই। কাৰণ ভাৰতত তেওঁলোকৰ বাবে উপযুক্ত চাকৰি আৰু পৰ্যাপ্ত সুবিধাৰ অভাৱ। বহু বিশেষজ্ঞৰ মত ঃ ভাৰতত থকাহেঁতেন তেওঁলোকৰ প্ৰতিভাৰ উপযুক্ত বিকাশ

হয়তো নহ'লহেঁতেন। একেদৰে উচ্চ শিক্ষা, চাকৰি আদিৰ বাবে মেধাৱী ছাত্ৰ-ছাত্ৰী কোনো এখন ঠাইৰ পৰা (তুলনামূলকভাৱে অনুন্নত, য'ত পৰ্যাপ্ত সা-সুবিধাৰ অভাৱ) আন উন্নত ঠাইলৈ যোৱাটোকে ব্ৰেইন ড্ৰেইন বুলি কোৱা হয়।

## ব্ৰেইন ষ্টৰ্মিং *Brain Storming*

কোনো নতুন ধাৰণা সৃষ্টি কৰাৰ এক কৌশল। এই কৌশলত কিছু লোকৰ এক দলে সেই নতুন ধাৰণাৰ সমৰ্থনত মুক্তভাৱে আৰু স্বতঃস্ফূৰ্তভাৱে মত প্ৰকাশ কৰে।

## ব্ৰেইলী *Braille*

অন্ধ লোকে হাতেৰে চুই পঢ়িব পৰা এটা বিশেষ পদ্ধতি; ব্ৰেইল পদ্ধতি। এই পদ্ধতিত কাগজ বা আন পাতৰ ওপৰত ছটা ওখ বিন্দুক নানাভাৱে পৰিবৰ্ধিত কৰি ৬০টা সংকেত প্ৰকাশ কৰিব পাৰি। ইয়াৰ সহায়ত বৰ্ণমালা, সংখ্যাৰ উপৰি কিছু বহুল প্ৰচলিত শব্দৰ সংক্ষিপ্ত ৰূপ, অংক, ৰসায়নৰ প্ৰতীক আৰু সংগীতৰ স্বৰলিপিও লিখিব পাৰি। বিশেষভাৱে নিৰ্মিত সছিদ্ৰ ধাতব পাত বা কাগজৰ ওপৰত ধাতুৰ কলমৰ সহায়ত এই পদ্ধতিৰে লিখা হয়। ইয়াত পঢ়াৰ বাবে বিশেষ পদ্ধতিৰে লিখা কথাবিলাকৰ ওপৰত আঙুলি বুলাই পঢ়িব লাগে।

লুই ব্ৰেইল (Louis Braille, ১৮০৯-১৮৫২) নামৰ ফ্ৰান্সৰ এজন লোকে অন্ধ মানুহে পঢ়িব আৰু লিখিব পৰা এই পদ্ধতিৰ অবিষ্কাৰ কৰে।

## ব্ৰেণ্ড আনুগত্য *Brand Loyalty*

কোনো গ্ৰাহকে বাৰে বাৰে একেটা ব্ৰেণ্ডৰে দ্ৰব্য বা সামগ্ৰী কিনা। সাধাৰণতে দ্ৰব্য বা সামগ্ৰীৰ গুণাগুণ আৰু মূল্যৰ সমন্বয়ত এনে ব্ৰেণ্ড আনুগত্যৰ জন্ম হয়।

## ব্লকবাষ্টাৰ *Blockbuster*

ব্লকবাষ্টাৰ শব্দটোৰ প্ৰধান অৰ্থ দুটা। সৰ্বাধিক প্ৰচলিত অৰ্থত ব্লকবাষ্টাৰ হ'ল কোনো অতিশয় সফল গ্ৰন্থ বা চলচ্চিত্ৰ, অৰ্থাৎ, অত্যন্ত জনপ্ৰিয় আৰু প্ৰচুৰ বিক্ৰী হোৱা গ্ৰন্থ বা অস্বাভাৱিক বাণিজ্য সফল চলচ্চিত্ৰ।

শব্দটোৰ আন এটা ঐতিহাসিক অৰ্থ আছে। এসময়ত আমেৰিকাৰ শ্বেতাংগ বসতিপ্ৰধান অঞ্চলত কৃষ্ণাংগসকলৰ আক্ৰমণ বা অনুপ্ৰৱেশ ঘটিব পাৰে বুলি ভুৱা প্ৰচাৰ চলাই এচাম লোকে শ্বেতাংগসকলক ঘৰ-বাৰী কম দামত বিক্ৰী কৰি আন ঠাইলৈ পলাই যাবলৈ প্ৰৰোচিত কৰিছিল। পাছত সেইবোৰ ঘৰ-বাৰী তেওঁলোকে চৰা দামত বিক্ৰী কৰিছিল। যি ব্যক্তিয়ে এনে কাম কৰিছিল তেওঁলোকক কোৱা হৈছিল ব্লকবাষ্টাৰ।

## ব্লগ *Blog*

এনে এক ৱেবছাইট য'ত সন্নিবিষ্ট বিষয়বস্তু ইয়াৰ গৰাকীৰ ৰুচিৰ ভিত্তিত সঘনে পৰিবৰ্তন বা নবীকৰণ (update) কৰা হয়। ৱেব লগ (weblog) নামেৰেও পৰিচিত। কিছুমান ব্লগত আন আন ৱেবছাইটৰ পৰা বা-বাতৰি সংগ্ৰহ কৰি সেয়া ইয়াৰ গৰাকীজনৰ ইচ্ছা অনুসৰি তেওঁৰ দৃষ্টিকোণৰ পৰা ন-কৈ উপস্থাপন কৰা হয়। আকৌ আন কিছুমান ব্লগত ইয়াৰ দৰ্শনাৰ্থীসকলৰ মন্তব্য আৰু বিভিন্ন বিষয় সম্পৰ্কে তেওঁলোকৰ অভিমত প্ৰকাশৰ ব্যৱস্থা

আছে। সৰ্বসাধাৰণ ৰাইজৰ বাবে নিজৰ মতামত প্ৰকাশ বা প্ৰচাৰৰ বাবে একোটা ৱেবছাইট খুলি লোৱাটো সম্ভৱ নহয়। এনেক্ষেত্ৰত ব্লগসমূহে ব্যৱহাৰকাৰীক নিজৰ মতামত প্ৰকাশৰ বাবে আৰু কোনো কোনো ক্ষেত্ৰত প্ৰচাৰৰ বাবে বিনামূলীয়াকৈ যি সুবিধা প্ৰদান কৰিছে তাৰ বাবে সাম্প্ৰতিক কালত ইবিলাক অতিকে জনপ্ৰিয় হৈ উঠিছে।

ব্লগ শব্দটো ইংৰাজী ৱেবলগ (weblog) শব্দটোৰ অপভ্ৰংগ। সাধাৰণ কথাত ক'বলৈ গ'লে ব্লগে এক অনলাইন ডায়েৰী হিচাপে বেছিভাগ ক্ষেত্ৰত কাম কৰে। সঞ্চিত তথ্যৰ ভিত্তিত ব্লগ কেইবাপ্ৰকাৰৰো হ'ব পাৰে। যেনে ঃ আৰ্ট ব্লগ (ছবিৰ ওপৰত ভিত্তি কৰি), ফটো ব্লগ (ফটোগ্ৰাফ জমা ৰাখিলে), স্কেচ ব্লগ, ভি ব্লগ বা ভ্লগ (ভিডিঅ'ৰ ওপৰত ভিত্তি কৰি), এম পি থ্ৰী ব্লগ (গান) আদি। ই-মেইলৰ লগত ব্লগৰ পাৰ্থক্য আছে। ই-মেইল সকলোৱে চাব নোৱাৰে। কিন্তু ব্লগ সকলোৰে বাবে মুকলি (open for all)। ইয়াত যিকোনো ব্যক্তিয়ে কাৰোবাৰ লেখা পঢ়িব, মতামত জনাব পাৰে।

**ব্লাড প্ৰেছাৰ** *Blood Pressure*

**শৰীৰৰ ৰক্তবাহী সিৰত তেজৰ প্ৰবাহৰ কাৰণে পৰা চাপ; ৰক্তচাপ। ৰক্তচাপ বা ব্লাড প্ৰেছাৰ সকলোৰে থাকে। কিন্তু ব্লাড প্ৰেছাৰ বা কেৱল 'প্ৰেছাৰ' বুলিলে উচ্চ ৰক্তচাপকে বুজোৱা হয়। যেতিয়া হৃদপিণ্ডই সবেগেৰে তেজ পাম্প কৰে, তেতিয়া ৰক্তনলীৰ বেৰত তেজৰ খুন্দা সৰ্বাধিক হয়। বৈজ্ঞানিক পৰিভাষাত ইয়াৰ নাম ছিষ্টোলিক প্ৰেছাৰ। হৃদপিণ্ড যেতিয়া প্ৰসাৰিত হয়, তেতিয়া তেজৰ খুন্দাৰ বেগ হয় আটাইতকৈ কম। ইয়াৰ নাম ডায়াষ্টোলিক প্ৰেছাৰ। উদাহৰণস্বৰূপে কোনো এজন মানুহৰ যদি ব্লাড প্ৰেছাৰ ১৪০/৯০ মিলিমিটাৰ বুলি লিখা হয় তেতিয়া ইয়াৰ প্ৰথমৰ সংখ্যাটোৱে (১৪০) ছিষ্টোলিক আৰু পিছৰ সংখ্যাটোৱে (৯০) ডায়াষ্টোলিক প্ৰেছাৰ নিৰ্দেশ কৰে। এজন সাধাৰণ মানুহৰ ক্ষেত্ৰত তেওঁৰ বয়সৰ লগত ১০০ যোগ কৰিলে যি মান পোৱা যায়, সি ছিষ্টোলিক প্ৰেছাৰৰ প্ৰায় সমান আৰু বয়সৰ লগত ৪০ যোগ কৰিলে যি মান পোৱা যায় সি ডায়াষ্টোলিক প্ৰেছাৰৰ প্ৰায় সমান। অৱশ্যে এয়া নিতান্তই মোটামুটি মানহে। ইয়াৰ ব্যতিক্ৰমো আছে। সাধাৰণতে ১২০/৮০ মিলিমিটাৰ বা তাৰ অলপ কম থাকিলে তাকেই স্বাভাৱিক ৰক্তচাপ বুলিব পাৰি। যদি ৰক্তচাপ ১৪০/৯০ মিলিমিটাৰৰ বেছি থাকে তেতিয়া তাক কোৱা হয় উচ্চ ৰক্তচাপ (High Blood Pressure)। যদি কাৰোবাৰ ছিষ্টোলিক ৰক্তচাপ ১৬০ মিলিমিটাৰৰ বেছি থাকে, কিন্তু ডায়াষ্টোলিক ৰক্তচাপ স্বাভাৱিক, অৰ্থাৎ, ৯০ মিলিমিটাৰ কম থাকে, তেনেহ'লে তেনে লোকৰো উচ্চ ৰক্তচাপ আছে বুলি কোৱা হয়। উচচ ৰক্তচাপ (যাক সাধাৰণতে 'প্ৰেছাৰ' বুলি জনা যায়) ৰক্ত সংবহণ তন্ত্ৰৰ আটাইতকৈ সাধাৰণ অসুখ।**

**উচ্চ ৰক্তচাপৰ দৰে নিম্ন ৰক্তচাপ বুলি কোনো অসুখ নাই। বিভিন্ন কাৰণত ৰক্তচাপ কেতিয়াবা কমিব পাৰে যদিও নিম্ন ৰক্তচাপ প্ৰাথমিকভাৱে এটা ৰোগ নহয়। ব্লাড প্ৰেছাৰ বা ৰক্তচাপ সকলোৰে থাকে। কেৱল উচ্চ ৰক্তচাপহে শৰীৰৰ বাবে ক্ষতিকাৰক।**

**চিকিৎসা বিজ্ঞানীসকলৰ মতে পৃথিৱীৰ শতকৰা কুৰিভাগ মানুহেই উচ্চ ৰক্তচাপৰ চিকাৰ।**

**ব্লু-কলাৰ** *Blue-Collar*

**ইংলেণ্ড আৰু ইউৰোপৰ কোনো কোনো দেশৰ শিল্প উৎপাদনত নিযুক্ত শ্ৰমিকসকলে**

কাৰখনাৰ তেল-ম'বিলৰ পৰা বাচিবৰ বাবে একধৰণৰ নীলা পোছাক পিন্ধিব লাগিছিল। এতিয়াও পিন্ধিব লাগে। ইয়াৰ পৰা দৰিদ্ৰ আৰু কায়িক শ্ৰমত নিযুক্ত শ্ৰমিকক বুজাবলৈ এই শব্দটো ব্যৱহাৰ কৰা হয়। ব্লু-কলাৰৰ বিপৰীতাৰ্থক শব্দটো হ'ল হোৱাইট কলাৰ।

**ব্লু টুথ** *Bluetooth*

নিচেই কম দূৰত্বত তাঁৰহীনভাৱে কাম-কাজ চলাব পৰা এক প্ৰযুক্তি বা যোগাযোগ ব্যৱস্থা। এই ব্যৱস্থা ৰেডিঅ' সংকেতৰ দ্বাৰা পৰিচালিত হয়। ইয়াৰ দ্বাৰা এশ মিটাৰ পৰ্যন্ত পৰিধিত থকা যন্ত্ৰৰ মাজত তথ্য, সংকেত অথবা নিৰ্দেশ আদান-প্ৰদান কৰিব পৰা যায়। নিচেই কম খৰচী এটা ৰেডিঅ' চিপৰ সহায়ত ব্লু টুথ প্ৰযুক্তি কৌশল ব্যৱহাৰ কৰিব পৰা যায় বাবে বৰ্তমান ইলেক্ট্ৰনিক সামগ্ৰীত ইয়াক ব্যৱহাৰ কৰা হয়। বিশেষকৈ মোবাইল হেণ্ডছেটসমূহত ইয়াৰ ব্যৱহাৰ ব্যাপক। কোনো মোবাইল নেটৱৰ্কৰ সহায় নোলোৱাকৈ ব্লু টুথযুক্ত একাধিক হেণ্ডছেটৰ মাজত একে সময়তে বিনামূলীয়াকৈ তথ্য আদান-প্ৰদান কৰিব পৰা বাবে এইধৰণৰ হেণ্ডছেটসমূহ ঘাইকৈ যুৱ সমাজৰ মাজত বেছ জনপ্ৰিয়। মোবাইলৰ উপৰি বৰ্তমান অত্যাধুনিক ৰেফ্ৰিজাৰেটৰ, মাইক্ৰোৱেভ অ'ভেন আদি আহিলাতো ব্লু টুথ প্ৰযুক্তি কৌশল ব্যৱহাৰ কৰা হয়। ব্লু টুথযুক্ত এপদ আহিলাক ঘৰৰ চোতালৰ পৰা অথবা আন এটা কোঠাৰ পৰাই বেঁতাৰভাৱে নিয়ন্ত্ৰণ কৰিব বা নিৰ্দেশ দিব পৰা যায়। একাধিক কম্পিউটাৰৰ মাজত যোগাযোগ স্থাপন (LAN) কৰিবৰ বাবে আঁতৰত থকা প্ৰিন্টাৰ এটাৰ দ্বাৰা কাগজ এখিলা ছপা কৰি ল'বলৈ এই আহিলাসমূহ ব্লু টুথ ব্যৱস্থাৰ দ্বাৰা বেঁতাৰভাৱে সংযোজিত কৰা হয়। ব্লু টুথ ব্যৱস্থা ব্যৱহাৰৰ কালত কোনোধৰণৰ অতিৰিক্ত খৰচ নহয় আৰু নিচেই কম পৰিমাণৰ বিদ্যুৎ শক্তিৰ দ্বাৰা এই ব্যৱস্থা কাৰ্যক্ষম হয়।

**ব্লু প্ৰিণ্ট** *Blue Print*

ব্লু প্ৰিন্ট শব্দটো দুটা অৰ্থত ব্যৱহাৰ হয়। এক, নীলা কাগজৰ ওপৰত বগা ৰেখা টানি আঁকা কোনো নিৰ্মাণ-পৰিকল্পনাৰ নক্সাৰ ফটোগ্ৰাফিক প্ৰিন্ট। দুই, কোনো ভৱিষ্যৎ পৰিকল্পনাৰ পথ নিৰ্দেশিকা বা গাইডলাইন।

**ব্লু ফিল্ম** *Blue Film*

আদিম বাসনা মনত জগাই তোলাৰ অৰ্থে নিৰ্মিত চলচ্চিত্ৰ। যৌনতা এনে ছবিৰ প্ৰথম আৰু প্ৰধান বিষয়বস্তু। নাৰী-পুৰুষৰ যৌন মিলনৰ প্ৰতিটো পৰ্যায়ৰ আৰু বিভিন্ন আসনৰ প্ৰত্যক্ষ, অকপট আৰু পুংখানুপুংখ চিত্ৰৰূপ ব্লু ফিল্ম। এক বিকৃত মানসিকতাৰ পৰিচায়ক এইবোৰ ছবিত কামনা-বাসনা সৃষ্টি কৰাৰ বাহিৰে আন কোনো কলাত্মক উদ্দেশ্য নাথাকে।

**ব্লু বুক** *Blue Book*

ব্লু বুক শব্দটো দুটা অৰ্থত ব্যৱহাৰ হয়। এক, কোনো অঞ্চল বা দেশৰ গণ্য-মান্য আৰু প্ৰতিপত্তিশালী ব্যক্তিসকলৰ নাম আৰু পৰিচয়ৰ তথ্য-তালিকা সম্বলিত গ্ৰন্থ। দুই, সাধাৰণতে নীলা ৰঙৰ বহীত লিখা বা ছপা কৰা ব্ৰিটিছ চৰকাৰৰ চৰকাৰী প্ৰতিবেদন।

**ব্লেক ড্ৰেগন ছোচাইটী** *Black Dragon Society*

ৰাছিয়াৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ১৯০১ চনত জাপানী ৰাজনীতিবিদসকলে গঠন কৰা এক গুপ্ত

সংগঠন। তেওঁলোকে জাপানে নিজৰ সাম্ৰাজ্য আমুৰ (ব্লেক ড্ৰেগন) নদীলৈকে বিস্তাৰ কৰাটো বিচাৰিছিল।

**ব্লেক বক্স** *Black box*

উৰাজাহাজত থকা এবিধ সঁজুলি। ব্লেক বক্সে বিমানখন আকাশত উৰাৰ ক্ষেত্ৰত কোনো সহায় নকৰে। কিন্তু এখন বিমান যদি দুৰ্ভাগ্যক্ৰমে দুৰ্ঘটনাত পতিত হয়, তেন্তে ব্লেক বক্সত সংগৃহীত হৈ থকা তথ্যবোৰৰ পৰা তাৰ কাৰণ বিশ্লেষণ কৰিব পৰা যায় আৰু ভৱিষ্যতে হ'ব পৰা আন সম্ভাব্য দুৰ্ঘটনাবোৰৰ পৰা সাৱধান হ'ব পৰাও যায়। এখন যাত্ৰীবাহী বিমানত সাধাৰণতে দুটা ব্লেক বক্স থাকে। তাৰে এটাত 'ফ্লাইট ডাটা ৰেকৰ্ডাৰ' থাকে, য'ত এখন বিমানৰ গতিবেগ, উচ্চতা, দিশ আৰু অন্যান্য তথ্যবোৰ ৰেকৰ্ড হৈ থাকে। আনটোত থাকে 'ককপিট ভইচ ৰেকৰ্ডাৰ'। তাত 'উত্তৰ দিয়া মেচিন'ৰ (answering machine) দৰে অন্তহীন টেপ থাকে। এটা ৰেকৰ্ডাৰে ককপিটত হোৱা কথা-বতৰা, শব্দবোৰ শেষৰ আধাঘণ্টাৰ (বা এঘণ্টাৰ) বাবে ৰেকৰ্ড কৰি ৰাখে। দুৰ্ঘটনাৰ পাছত এনে ধৰণৰ তথ্যবোৰৰ পৰা বহু কথাই জানিব পাৰি। ধ্বংসস্তূপৰ পৰা সহজে বিচাৰি উলিওৱাৰ সুবিধাৰ বাবে ব্লেক বক্সটো সাধাৰণতে উজ্জ্বল হালধীয়া বা কমলা ৰঙেৰে ৰং কৰা হয়। আনহাতে খুব শক্তিশালী ধাতুৰ আৱৰণৰ ভিতৰত থাকে বাবে এই বক্সৰ সাধাৰণতে কোনো ক্ষয়-ক্ষতি নহয়। ৰং যদি হালধীয়া বা কমলাই, তেন্তে তাৰ নামটোনো ব্লেক বক্স হ'ল কিয়? আচল কথা হ'ল কোনো উদ্যোগত মূল কামৰ বাবে অপ্ৰয়োজনীয় অংশ বা সঁজুলিক প্ৰযুক্তিবিদসকলে ব্লেক বক্স বুলি কয়। তাৰ পৰাই সম্ভৱতঃ এই নামকৰণ কৰা হৈছে।

**ব্লেক মানী** *Black Money*

সাধাৰণতে টকা-পইচাৰ লেনদেনত (transaction) লুকুৱাই ৰখা বা গোপন কৰা টকাৰ পৰিমাণক বুজাবলৈ ব্লেক মানী বা ক'লা টকা শব্দটো ব্যৱহাৰ কৰা হয়। আয় আৰু সম্পত্তিৰ ক্ষেত্ৰতো 'ক'লা' (black) বিশেষণটো ব্যৱহৃত হয়। ক'লা আয় আৰু ক'লা সম্পত্তিয়ে হিচাপবহিৰ্ভূত আয় আৰু সম্পত্তিক বুজায়। ক'লা সম্পত্তিবোৰ ৰখা হয় বেনামী মাটি-বাৰী, সোণ-গহনা, ব্যৱসায়ৰ ষ্টক, নগদ টকা, গোপনে বিদেশত থকা একাউণ্ট আদিৰ ৰূপত। ক'লা টকাবোৰক সাধাৰণ টকাৰ দৰেই বিভিন্ন কামত বা ব্যৱসায়ত (কিন্তু গোপনে) খটুওৱা হয়। পিছে এইবোৰৰ কোনো হিচাপ চৰকাৰৰ ওচৰত নাথাকে বা তেনে হিচাপ দেখুওৱাও নহয়। এক বিত্তীয় সূত্ৰ অনুযায়ী ক'লা আয়ৰ পৰিমাণ উলিওৱা হয় এনেধৰণে : ক'লা আয়=কৰ দিবলগীয়া মুঠ আয় - প্ৰকৃতভাৱে দেখুওৱা আয়। অৰ্থাৎ, এজন মানুহে যদি ২০ লাখ টকা আয়ৰ বিপৰীতে কৰ দিবলগীয়া হয়, কিন্তু তেওঁ ১০ লাখ টকাৰহে আয় দেখুৱায়, তেন্তে তেওঁৰ ক'লা আয় হ'ব ১০ লাখ টকা (২০,০০,০০০ - ১০,০০,০০০ = ১০,০০,০০০)।

**ব্লেক হোল**

*কৃষ্ণ গহ্বৰ চাওক*

**ব্লেক হোল ট্ৰেজেডী** *Black Hole Tragedy*

১৭৫৬ চনৰ কথা। সেই বছৰৰে ১৭ জুনৰ দিনা বংগৰ নবাব ছিৰাজোদ্দৌলাই ইংৰাজক

পৰাজিত কৰাৰ উদ্দেশ্যে ৫০,০০০ সৈন্যৰে কলকাতা আক্ৰমণ কৰে। চাৰি দিন ধৰি চলা এই যুদ্ধত ইংৰাজসকল পৰাজিত হয় আৰু ২১ জুনৰ দিনা ছিৰাজে কলকাতা নিজৰ অধীনলৈ আনে। সেই সময়ত ইংৰাজৰ দুৰ্গ ৰক্ষাৰ দায়িত্বত আছিল জন জেফিনিয়া হলৱেল (John Zephenia Halwell) নামৰ এজন সেনা বিষয়া। যুদ্ধত হলৱেলসহ ১৪৬জন ইংৰাজ সৈন্য নবাবৰ হাতত বন্দী হয়। সেই বন্দীসকলৰ বহুকেইজন আছিল গুৰুতৰভাৱে আহত সৈনিক। ৰাতি তাৰে বহুকেইজন বন্দীৰ মৃত্যু ঘটে। পিছদিনা হলৱেলে এক কল্পিত কাহিনী প্ৰচাৰ কৰিবলৈ লয়। তেওঁ কয় যে, সেইদিনা ৰাতি ১৪৬জন আহত সৈনিকক মাত্ৰ ১৮ ফুট দীঘল আৰু ১৮ ফুট বহল এটা কোঠাত বন্দী কৰি থোৱা হৈছিল। ফলত সেই ৰাতিয়েই শ্বাসৰুদ্ধ হৈ ১২৩জন আহত বন্দীৰ মৃত্যু হয়। ইয়েই ইতিহাসত ব্লেক হোল ট্ৰেজেডী বা অন্ধকূপ হত্যা নামেৰে বিখ্যাত।

দৰাচলতে নবাব ছিৰাজোদ্দৌল্লাৰ বদনাম কৰাৰ উদ্দেশ্যৰে ইংৰাজে এই কল্পিত কাহিনী প্ৰচাৰ কৰিছিল। আধুনিক কালৰ ইতিহাসবিদসকলে এই বিষয়ে একমত প্ৰকাশ কৰিছে যে সেই সৈন্য বন্দী সম্পৰ্কে ছিৰাজ অৱগত নাছিল। তদুপৰি মৃতকৰ সংখ্যাও ইমান বেছি নাছিল। আটাইতকৈ ডাঙৰ কথা, হলৱেলে প্ৰচাৰ কৰা কাহিনীত কোঠাটোৰ যি জোখ উল্লেখ কৰা হৈছিল, সেই জোখৰ কোঠাত ১৪৬জন লোকক ৰখা অসম্ভৱ কথা।

# ভ

## ভটিমা

দেৱতা, গুৰু আৰু ৰজাৰ স্তুতিমূলক বৈষ্ণৱ গীতবিশেষ। মহাপুৰুষ শংকৰদেৱৰ হাততে অসমীয়া ভটিমাবোৰৰ সৃষ্টি।

শংকৰদেৱৰ ভটিমাসমূহ তিনি প্ৰকাৰৰ ঃ নাট ভটিমা, দেৱ ভটিমা আৰু ৰাজ ভটিমা। এই তিনি শ্ৰেণীৰ লগত মহাপুৰুষ মাধৱদেৱে আৰু এক শ্ৰেণীৰ ভটিমা যোগ দিয়ে, — গুৰু ভটিমা। মাধৱদেৱৰ 'জয়গুৰু শংকৰ সৰ্বগুণাকৰ' শীৰ্ষক ভটিমাটি গুৰু ভটিমা। ছন্দ আৰু শব্দ-সংযোজনৰ চাতুৰ্য আৰু গাম্ভীৰ্য, অনুপ্ৰাসৰ ধ্বনি-প্ৰতিধ্বনি ভটিমাবোৰৰ বিশিষ্ট লক্ষণ। ভটিমাৰ ভাষা ব্ৰজাৱলী।

## ভণিতা

কোনো ৰচনাৰ শেষত (সাধাৰণতে কাব্য ৰচনা) লেখকে নিজৰ নাম উল্লেখ কৰে; কেতিয়াবা আৰম্ভণিৰ ফালেও দিয়া দেখা যায়। বৈষ্ণৱ যুগৰ কাব্যসমূহত ৰচকজনৰ নাম প্ৰথমতে বা শেষৰ ফালে প্ৰায়ে উল্লেখ কৰা দেখা গৈছিল। ইয়াকে ভণিতা বুলি কোৱা হয়।

## ভৰ্ৎসনা প্ৰস্তাৱ *Censure Motion*

সাধাৰণভাৱে কোনো চৰকাৰৰ বিৰুদ্ধে, বিশেষভাৱে চৰকাৰৰ কোনো মন্ত্ৰীৰ বিৰুদ্ধে সংসদত তোলা এক গৰিহণা প্ৰস্তাৱ।

**ভলকেনাইজেছন** *Vulcanization*
ৰবৰ কঠিন কৰিব পৰা পদ্ধতি বিশেষ। গাড়ীৰ টায়াৰ প্ৰস্তুতকৰণত এই পদ্ধতিৰ ব্যৱহাৰ আছে। (ভাৰতত) চাইকেল, মটৰ গাড়ী আদিৰ টায়াৰ ৰবৰ লগাই ফুটা বটা কাৰ্যটোৰ নাম ভলকেনাইজ।

**ভয়চ অ'ভাৰ** *Voice Over*
এক প্ৰকাৰ যোগাযোগ ব্যৱস্থা, য'ত কেৱল শব্দৰহে সঞ্চালন হয়। কওঁতাজনৰ ছবি বা ফটো সিটো মূৰলৈ প্ৰেৰণ কৰা নহয়। সাধাৰণতে টেলিভিছনৰ লগত সম্পৰ্কিত শব্দ।

**ভাইকিং** *Viking*
স্কাণ্ডিনেভিয়াৰ প্ৰাচীন জলদস্যু; নৌপথেৰে অহা স্কাণ্ডিনেভিয়ান জলদস্যু। অষ্টম-দশম শতিকাত ভাইকিংসকলে স্কাণ্ডিনেভিয়া অঞ্চলৰ পৰা আহি ইউৰোপৰ উপকূলীয় ঠাইবোৰ অৱৰোধ আৰু লুটপাত কৰিছিল। বৰ্তমান ভাইকিংসকলৰ সুকীয়া অস্তিত্ব নাই যদিও তেওঁলোকৰ সাহ, পৰাক্ৰম, ক্ষিপ্ৰ অৱৰোধ, আক্ৰমণক্ষমতা আদিক লৈ নানান কল্পিত আৰু সত্য কাহিনী বিভিন্ন ঠাইত প্ৰচলিত।

**ভাইচৰয়** *Viceroy*
উপনিৱেশ শাসন কৰা ব্ৰিটিছ ৰাজ প্ৰতিনিধি; বৰলাট। চিপাহী বিদ্ৰোহৰ পাছত ১৮৫৮ চনত ব্ৰিটিছ সম্ৰাজ্ঞী ভিক্টোৰিয়াই ভাৰতৰ শাসন ব্ৰিটিছ চৰকাৰৰ হাতত ন্যস্ত কৰে। তেতিয়াৰে পৰা ভাৰতত ইংৰাজ চৰকাৰৰ সৰ্বোচ্চ শাসক গৱৰ্নৰ জেনেৰেলে ব্ৰিটেইনৰ ৰাজ প্ৰতিনিধি ভাইচৰয়ৰূপে ভাৰতৰ শাসন চলাবলৈ লয়।

**ভাইৰাছ** *Virus*
অতি সূক্ষ্ম ৰোগ-জীৱাণু বা ৰোগ সৃষ্টিকাৰী জীৱকণা। ভাইৰাছবোৰ ক্ষুদ্ৰতম বেক্টেৰিয়াতকৈও ক্ষুদ্ৰ; সাধাৰণ অণুবীক্ষণ যন্ত্ৰত ই ধৰাই নপৰে। ইলেকট্ৰন মাইক্ৰোস্কোপতহে কিছুমান ভাইৰাছ চাব পাৰি। ভাইৰাছবোৰ সাধাৰণতে গোলাকাৰ বা দণ্ডাকাৰ। ইহঁতে সজীৱ দেহ নাপালে বাচি থাকিব বা বংশ বৃদ্ধি কৰিব নোৱাৰে। ভাইৰাছবোৰ কোষ (cell) নহয়। বিজ্ঞানীসকলে ধাৰণা কৰা মতে ইহঁত অতি জটিল গঠনৰ সূক্ষ্মাতিসূক্ষ্ম এক প্ৰকাৰৰ সজীৱ পদাৰ্থ, হয়তো বিশেষ এক প্ৰকাৰৰ জীৱধৰ্মী প্ৰোটিন কণিকা।

ভাইৰাছবোৰ যিহেতু কোষৰ ভিতৰতহে থাকে আৰু বংশ বৃদ্ধি কৰে, সেইবাবে সিহঁতক ধ্বংস কৰিবলৈ দৰব প্ৰয়োগ কৰাত অসুবিধা। তথাপি ভেক্সিন (vaccine) প্ৰয়োগ কৰি আগতীয়া প্ৰতিৰক্ষা ল'ব পৰা যায়। বিভিন্ন ভাইৰাছৰ আক্ৰমণত জলাতংক, বসন্ত, ইনফ্লুৱেঞ্জা আদি ৰোগ হয়।

**ভাৰত-চীন যুদ্ধ** *Indo-China War*
১৯৬২ চনৰ ২০ অক্টোবৰত চীনে ভাৰতৰ নেফা (বৰ্তমানৰ অৰুণাচল প্ৰদেশ) সীমান্ত আৰু কাশ্মীৰৰ লাডাখ সীমান্তত সুপৰিকল্পিত আৰু অতৰ্কিত আক্ৰমণ চলায়। মূলতঃ তিব্বতৰ

প্ৰসংগক লৈয়ে এই আক্ৰমণ সংঘটিত হয়। ১৯৫৯ চনত দালাই লামাই তেওঁৰ লক্ষাধিক অনুগামীসহ ভাৰতত প্ৰৱেশ কৰে। সেই সময়ত দালাই লামা আছিল চীনৰ অন্যতম উপ-ৰাষ্ট্ৰপতি। সেয়ে তেওঁ দেশ ত্যাগ কৰি ভাৰতত আশ্ৰয় গ্ৰহণ কৰাত চীনৰ ৰাষ্ট্ৰীয় মৰ্যাদা ক্ষুণ্ণ হয়। চীনৰ ফালৰ পৰা প্ৰচাৰ কৰা হয় যে এদল তিব্বতীয়ে দালাই লামাক বলেৰে ভাৰতলৈ ধৰি নিছে। কিন্তু দালাই লামাই বাৰে বাৰে এই কথা অস্বীকাৰ কৰি কয় যে চীনা শাসন ব্যৱস্থা অসহনীয় হৈ উঠা বাবেহে তেওঁ দেশ ত্যাগ কৰিছে। এই বাদানুবাদৰ ফলত চীন-ভাৰতৰ সম্পৰ্কৰ অধিক অৱনতি ঘটে।

এই সময়তে চীনৰ ফালৰ পৰা এনে এখন মানচিত্ৰ প্ৰকাশ কৰা হয়, য'ত ১,৩২,০৯০ বৰ্গ কিলোমিটাৰ ভাৰতৰ সীমা চীনৰ অংশ হিচাপে দেখুওৱা হয়। ভাৰতে ইয়াৰ প্ৰতিবাদ কৰাত চীনে নানান অজুহাত দেখুৱায় যদিও মানচিত্ৰত প্ৰদৰ্শিত এলেকা যে চীনৰ নহয় সেয়াও স্পষ্টকৈ নজনায়। তাৰ পৰিৱৰ্তে ভাৰতৰ উত্তৰ সীমান্তক লৈ চীনে নানা অভিযোগ তোলে, ভাৰত আৰু তিব্বতৰ মাজৰ সীমাৰেখা মেকমোহন লাইনকো অস্বীকাৰ কৰে। এনে বাদানুবাদ আৰু উত্তেজনামূলক পৰিস্থিতিৰ মাজতে চীনে ১৯৬২ চনৰ ২০ অক্টোবৰত প্ৰায় ত্ৰিশ হাজাৰ সৈন্যৰে ভাৰতৰ উত্তৰ সীমান্ত আক্ৰমণ কৰে। যুদ্ধ হয় প্ৰধানতঃ নেফা (বৰ্তমান অৰুণাচল প্ৰদেশ) সীমান্ত আৰু কাশ্মীৰৰ লাডাখ সীমান্তত। নেফা (অৰুণাচল) সীমান্তত ভাৰতৰ অতি সামান্য প্ৰতিৰক্ষা প্ৰস্তুতি চীনৰ সুপৰিকল্পিত আৰু অতৰ্কিত আক্ৰমণত অতি কম সময়তে বিপৰ্যস্ত হয়। বমডিলা পৰ্যন্ত চীনা সৈন্যৰ প্ৰৱেশ হয় আৰু অসমকে ধৰি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ সুৰক্ষা বিপন্ন হৈ পৰে। কিন্তু লাডাখ অঞ্চলত ভাৰতীয় বাহিনীৰ প্ৰচণ্ড প্ৰতিৰোধত চীনা আক্ৰমণ ব্যৰ্থ হয়। ২১ নৱেম্বৰত চীনে একপক্ষীয়ভাৱে যুদ্ধবিৰতি ঘোষণা কৰে। বৰ্তমান চীনৰ দখলত লাডাখ অঞ্চলৰ ৪৬,২৬০ কিলোমিটাৰ আৰু উত্তৰ-পূব সীমান্তত ৫,১৮০ বৰ্গ কিলোমিটাৰ ভাৰতৰ সীমা আছে।

**ভাৰত ত্যাগ আন্দোলন** *Quit India Movement*

ইংৰাজৰ ভাৰত ত্যাগৰ দাবীত মহাত্মা গান্ধীৰ নেতৃত্বত ১৯৪২ চনৰ ৯ আগষ্টত আৰম্ভ হোৱা ভাৰতৰ বৃহত্তম আৰু সৰ্বাধিক শক্তিশালী জাতীয় আন্দোলন। '৪২-ৰ আন্দোলন', 'আগষ্ট আন্দোলন', 'কুইট ইণ্ডিয়া মুভমেণ্ট' আদি নামেৰেও সমধিক পৰিচিত। ইয়াৰ পূৰ্বে ১৯৪২ চনৰে ৭ আগষ্টত বোম্বাইত কংগ্ৰেছ কমিটীৰ অধিৱেশনত ঐতিহাসিক 'ভাৰত ত্যাগ' প্ৰস্তাব গৃহীত হয়। এই প্ৰস্তাৱযোগে গান্ধী তথা কংগ্ৰেছে দাবী কৰে ঃ ভাৰতবাসীৰ কল্যাণৰ হকে অবিলম্বে ইংৰাজে ভাৰত এৰি যাব লাগিব। কংগ্ৰেছৰ এই অধিৱেশনতে পূৰ্ণ স্বাধীনতাৰ দাবীক লৈ ব্ৰিটিছ চৰকাৰৰ লগত আলোচনা কৰিবলৈ আৰু সেই আলোচনা ফলপ্ৰসূ নহ'লে প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণৰ বাবে মহাত্মা গান্ধীক পূৰ্ণ ক্ষমতা দিয়া হয়।

ক্ৰমে সমগ্ৰ দেশজুৰি ব্ৰিটিছ চৰকাৰৰ জনসাধাৰণৰ ওপৰত নিৰ্যাতন, আতিশয্য আৰম্ভ হয়। লগে লগে দেশজুৰি 'ভাৰত ত্যাগ' ধ্বনিৰে ব্ৰিটিছৰ বিৰুদ্ধে আন্দোলন তীব্ৰতৰ হৈ উঠে। গান্ধীজীৰ 'কৰেংগে ইয়া মৰেংগে' (কৰিম কিম্বা মৰিম) মন্ত্ৰৰে দীক্ষিত সত্যাগ্ৰহীসকলৰ অকুতোভয় সংগ্ৰামে ভাৰতৰ স্বাধীনতা আন্দোলনৰ ইতিহাসত এক গৌৰৱময় অধ্যায়ৰ সূচনা কৰে। বিদ্ৰোহীসকলে ৰে'লপথ অপসাৰিত কৰি, টেলিগ্ৰাফৰ তাঁৰ কাটি, বিভিন্ন চৰকাৰী কাৰ্যালয় বিধ্বস্ত কৰি থানা আদিও দখল কৰি, দেশজুৰি এক অচলাৱস্থাৰ সৃষ্টি কৰে।

১৯৪২ চনৰ এই আন্দোলনত সমগ্র ভাৰতৰ প্ৰায় সত্তৰ হাজাৰ লোক গ্ৰেপ্তাৰ হয়, গুলীৰ আঘাতত প্ৰাণ হেৰুৱায় ৯৪০জন লোকে আৰু আহত হয় ১,৬৩০জন লোক। কেইমাহমানৰ পাছতেই গণ আন্দোলনৰ তীব্ৰতা হ্ৰাস পায় যদিও স্বাধীনতা সংগ্ৰামীসকলৰ মনোবল অটুট থাকে।

### ভাৰত-পাকিস্তান যুদ্ধ *Indo-Pak War*

ভাৰতৰ স্বাধীনতা আৰু বিভাজনৰ পাছত ১৯৪৭ চনৰ পৰা ১৯৭১ চনৰ ভিতৰত ভাৰত-পাকিস্তানৰ মাজত তিনিখন যুদ্ধ সংঘটিত হয়। ইয়াৰে প্ৰথম দুখন (১৯৪৭ আৰু ১৯৬৫) যুদ্ধৰ কাৰণ আছিল পাক আক্ৰমণকাৰীয়ে দখল কৰা কাশ্মীৰ আৰু তৃতীয়খনৰ (১৯৭১) কাৰণ আছিল বাংলাদেশৰ মুক্তিযুদ্ধ। কেউখন যুদ্ধতে ভাৰতে নিজ বিজয় সাব্যস্ত কৰে। ইয়াৰ পাছতো ছেগা-চোৰোকাকৈ পাকিস্তানে ভাৰতৰ সীমান্তত আক্ৰমণ চলায় আৰু প্ৰতিবাৰেই ভাৰতীয় সেনাই ইয়াৰ যোগ্য প্ৰত্যুত্তৰ দিয়ে।

### ভাৰতৰ স্বাধীনতা আইন *Indian Independence Act*

ভাৰতক স্বাধীনতা দিয়াৰ উদ্দেশ্যে ব্ৰিটিছ সংসদে প্ৰণয়ন কৰা আইন। এই আইনৰ ফলতেই ১৯৪৭ চনৰ ১৪ আগষ্টত পাকিস্তানে এখন স্বাধীন ৰাষ্ট্ৰৰূপে আত্মপ্ৰকাশ কৰে আৰু তাৰে পিছদিনা ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত এখন স্বাধীন ৰাষ্ট্ৰৰূপে প্ৰতিষ্ঠিত হয়। ভাৰতৰ পাঁচ শতাধিক দেশীয় ৰাজ্যৰ লগত বিভিন্ন সময়ত ব্ৰিটিছ চৰকাৰৰ যিবোৰ চুক্তি আৰু সন্ধি হৈছিল, এই আইন অনুসৰি সেই সকলো বাতিল হৈ যায়। ফলত দেশীয় ৰাজ্যবোৰৰ ভাৰত অথবা পাকিস্তানত যোগদানৰ গত্যন্তৰ নাথাকিল। ভাৰতৰ স্বাধীনতা আইন অনুসৰি সৃষ্টি হোৱা এই দুখন স্বাধীন ৰাষ্ট্ৰৰ ওপৰত ব্ৰিটিছ চৰকাৰৰ যাৱতীয় সাৰ্বভৌম কৰ্তৃত্বৰ অৱসান ঘটে। ব্ৰিটিছ ৰজাৰ 'ভাৰত সম্ৰাট' উপাধিও লোপ পায়।

### ভাৰত শাসন আইন

ভাৰতৰ শাসন ব্যৱস্থাৰ সংস্কাৰৰ বাবে ব্ৰিটিছ চৰকাৰে ১৯৩৫ চনত প্ৰস্তাৱ কৰা এক সংবিধান বিধি। ১৯৩৭ চনৰ ১ এপ্ৰিলৰ পৰা এই আইন বলবৎ হয়। এই আইন অনুসৰি ভাৰতত এক যুক্তৰাষ্ট্ৰীয় শাসন ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ পৰিকল্পনা কৰা হয়। পৰিকল্পিত যুক্তৰাষ্ট্ৰত সমগ্ৰ ব্ৰিটিছ ভাৰত আৰু দেশীয় ৰাজ্যবোৰ অন্তৰ্ভুক্ত হোৱাৰ কথা আছিল। কিন্তু যুক্তৰাষ্ট্ৰৰ পৰিকল্পনাটো বৰ স্পষ্ট নোহোৱাত আৰু কেন্দ্ৰীয় শাসন ব্যৱস্থাত গৱৰ্নৰ জেনেৰেলৰ হাতত অত্যধিক ক্ষমতা থকাত ভাৰতৰ নেতৃবৃন্দই ভাৰত শাসন আইনৰ যুক্তৰাষ্ট্ৰীয় অংশখিনি গ্ৰহণত আপত্তি জনায়। কিন্তু প্ৰদেশবোৰত দায়িত্বশীল চৰকাৰ গঠনৰ প্ৰস্তাৱ থকাত, আইনখনৰ সেই অংশ গ্ৰহণযোগ্য বুলি বিবেচিত হয়। ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত স্বাধীন হোৱালৈকে এই ব্যৱস্থা বাহাল থাকে।

ভাৰত শাসন আইনত যি যুক্তৰাষ্ট্ৰীয় শাসন ব্যৱস্থাৰ প্ৰস্তাৱ কৰা হয় তাত চাৰিটা বিষয় (প্ৰতিৰক্ষা, পৰৰাষ্ট্ৰ, জনজাতীয় সম্বন্ধ আৰু খ্ৰীষ্টান ধৰ্ম সম্পৰ্কীয় যাৱতীয় বিষয়) সম্পূৰ্ণৰূপে গৱৰ্নৰ জেনেৰেলৰ এক্তিয়াৰভুক্ত হৈ থাকে। সেই বিষয়বোৰৰ প্ৰশাসনৰ ক্ষেত্ৰত গৱৰ্নৰ জেনেৰেলক কেন্দ্ৰীয় আইন সভাৰ ওচৰত দায়বদ্ধ কৰাৰ ব্যৱস্থা নাছিল। ইয়াৰ উপৰি

আন আঠটা বিষয়ৰ শাসনৰ দায়িত্ব কেন্দ্ৰীয় আইন সভাৰ ওচৰত দায়বদ্ধ মন্ত্ৰীসভাৰ ওপৰত ন্যস্ত কৰাৰ প্ৰস্তাৱ কৰা হয়। কিন্তু প্ৰয়োজনসাপেক্ষে এইবোৰ বিষয়ৰ প্ৰশাসনতো গৱৰ্ণৰ জেনেৰেলক হস্তক্ষেপ কৰাৰ ক্ষমতা দিয়া হয়। যুক্তৰাষ্ট্ৰীয় শাসনৰ দায়িত্ব এইদৰে সীমাবদ্ধ আৰু নিয়ন্ত্ৰিত হোৱা বাবে ই জাতীয় নেতৃবৃন্দৰ আশা-আকাংক্ষা পূৰণত ব্যৰ্থ হয়।

**ভাৰত সচিব** *Secretary of State India*

১৮৫৮ চনত ব্ৰিটিছ চৰকাৰে ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰাৰ পাছত 'ছেক্ৰেটাৰী অব্ ইণ্ডিয়া' শীৰ্ষক এক পদবীৰ সৃষ্টি কৰা হয়। এই পদাধিকাৰী ব্যক্তি এই দেশত ভাৰত সচিব নামেৰে অভিহিত হয়। ভাৰত সচিবগৰাকী ব্ৰিটিছ মন্ত্ৰীসভাৰ সদস্য আছিল। ব্ৰিটিছ চৰকাৰৰ নীতি অনুসৰি ভাৰত শাসনৰ যাৱতীয় বিষয় সম্পৰ্কে ব্ৰিটিছ সংসদক জনাই থকাটোৱেই আছিল তেওঁৰ দায়িত্ব। ভাৰত স্বাধীন হোৱাৰ পাছত স্বাভাৱিকতে এই পদৰ অৱসান ঘটে।

**ভাৰ্ছাই চুক্তি** *Treaty of Versailles*

প্ৰথম মহাসমৰত জাৰ্মানীৰ পৰাজয়ৰ পাছত, ১৯১৯ চনত ২৮ জুনত ফ্ৰান্সৰ ভাৰ্ছাইত মিত্ৰপক্ষ আৰু জাৰ্মানীৰ মাজত স্বাক্ষৰিত এখন শান্তি চুক্তি। এই চুক্তিৰ যোগেদি বিভিন্ন অঞ্চলৰ ৰাজনৈতিক পুনৰ্বিন্যাস কৰা হয়, জাৰ্মানীয়ে ইয়াৰ সকলো উপনিবেশৰ উপৰি নিজৰ মূল ভূখণ্ডৰ ১৩ শতাংশৰ ওপৰত অধিকাৰ হেৰুৱায়।

জাৰ্মানীৰ পৰা যিবোৰ অঞ্চল আৰু উপনিৱেশ কাঢ়ি লোৱা হয় সেইবোৰত বেলজিয়াম, ফ্ৰান্স, পোলেণ্ড, ডেনমাৰ্ক আদি দেশে অধিকাৰ অৰ্জন কৰে। আন কিছু অঞ্চলৰ শাসন অধিকাৰ ন্যস্ত কৰা হয় মিত্ৰপক্ষ আৰু জাতিসংঘৰ ওপৰত।

**ভাৰ্চুৱেল ৰিয়েলিটী**

*বাস্তৱ ভ্ৰম চাওক*

**ভাৰ্দুনৰ যুদ্ধ** *Battle of Verdun*

প্ৰথম মহাসমৰ চলি থকাৰ সময়তে ফ্ৰান্সৰ ভাৰ্দুনত ১৯১৬ চনত এখন ভয়াবহ যুদ্ধ সংঘটিত হয়। ফৰাচী বাহিনীৰ শক্তিশালী ঘাটি দুৰ্গবেষ্টিত মহানগৰী ভাৰ্দুনৰ পতন ঘটাবলৈ জাৰ্মান সেনাপতি জেনেৰেল ভন ফালকেনহাইনে (Von Falkenhayn) এই যুদ্ধৰ সূচনা কৰে। তেওঁৰ পৰিকল্পনা আছিল সমগ্ৰ জাৰ্মান বাহিনী তাত একত্ৰিত কৰি সেই অঞ্চলৰ সকলো ফৰাচী ঘাটিৰ পতন ঘটাই ফৰাচী বাহিনীক ধ্বংস কৰিব। অৱশ্যে ফ্ৰান্সৰ প্ৰতিৰোধত তেওঁ ভাৰ্দুনৰ পতন ঘটাব নোৱাৰিলে। ক্ৰমে ফ্ৰান্সৰ সৈন্যবাহিনীয়ে নতুন উৎসাহেৰে ২৪ অক্টোবৰ আৰু ১৬ ডিচেম্বৰত (১৯১৬) প্ৰত্যাক্ৰমণ চলাই নিজৰ অৱস্থান পুনৰুদ্ধাৰ কৰে।

ভাৰ্দুনৰ এই যুদ্ধ ইতিহাসৰ আটাইতকৈ বেছি জনক্ষয়ী যুদ্ধবোৰৰ এখন। এই যুদ্ধত মাত্ৰ কেইবৰ্গমাইলমানৰ ভিতৰতে ৪,০০,০০০ মিত্ৰপক্ষৰ সৈন্য আৰু ৩,৫০,০০০ জাৰ্মান সৈন্যৰ মৃত্যু ঘটে।

**ভাষা বিজ্ঞান** *Linguistics*

ভাষাতত্ত্বৰ আধুনিক নাম; ভাষাবিদ্যা; ভাষাশাস্ত্ৰ। মানুহৰ ভাষাৰ বিজ্ঞানসম্মত চৰ্চা ভাষা

বিজ্ঞানৰ অন্তৰ্গত। যুগ যুগ ধৰি ভাষা সম্পৰ্কে আলোচনা হৈ আহিছে যদিও স্বাধীন বিদ্যা হিচাপে ভাষাৰ চৰ্চা আৰম্ভ হয় কুৰি শতিকাত। ভাষা বিজ্ঞানৰ অন্তৰ্গত বিভাগবোৰৰ ভিতৰত আছে ধ্বনিতত্ত্ব আৰু ধ্বনি বিজ্ঞান (phonetics and phonology), বাক্য ৰীতি (syntax), ৰূপতত্ত্ব (morphology), অৰ্থ বিজ্ঞান আদি।

**ভিছা** *Visa*

বিদেশী ৰাষ্ট্ৰত প্ৰৱেশ আৰু সেই ৰাষ্ট্ৰ ত্যাগ কৰাৰ অনুমতি-পত্ৰ। ভিছা সাধাৰণতে কম সময়ৰ বাবে (তিনি মাহমান) দিয়া হয়। অৱশ্যে আবেদনৰ প্ৰকাৰ, ভ্ৰমণৰ উদ্দেশ্য অনুযায়ী বেছি দিনৰ বাবেও ভিছা দিয়া হ'ব পাৰে। আন্তৰ্জাতিক ভ্ৰমণৰ ক্ষেত্ৰত ভিছাৰ এই ব্যৱস্থা অৱশ্যে সিমান ধৰা-বন্ধা নহয়। বন্ধু ভাবাপন্ন চুবুৰীয়া দেশলৈ অহা-যোৱা কৰোঁতে কেতিয়াবা ভিছা নহ'লেও হয়।

**ভি টি অ' এল** *VTOL*

স্থিৰ ডেউকাযুক্ত এক বিশেষ ধৰণৰ উৰাজাহাজ। এনে বিমানে ৰানৱে নোহোৱাকৈয়ে উৰিব আৰু অৱতৰণ কৰিব পাৰে। ইংৰাজী Vertical Take-off and Landing শব্দকেইটাক সংক্ষেপে VTOL বুলি লিখা আৰু কোৱা হয়।

**ভিডিঅ' কনফাৰেন্সিং** *Video Conferencing*

ভিডিঅ', অডিঅ' আৰু কম্পিউটাৰ সংকেত এঠাইৰ পৰা আন ঠাইলৈ প্ৰেৰণ কৰি দুখন বিভিন্ন ঠাইৰ মাজত যোগাযোগ স্থাপন কৰা এক প্ৰযুক্তি। এই প্ৰযুক্তিৰ জৰিয়তে দুয়ো স্থানৰ মানুহে একে সময়তে, কনফাৰেন্স কোঠাত বহি আলোচনা কৰাৰ দৰে, কথা-বতৰা পাতিব পাৰে বা আলোচনা কৰিব পাৰে।

**ভিৰিনাইজিং চুক্তি** *Treaty of Vereeniging*

দক্ষিণ আফ্ৰিকাৰ উত্তৰৰ ট্ৰান্সভাল প্ৰদেশৰ সীমান্তৱৰ্তী ভিৰিনাইজিঙত ব্ৰিটিছ আৰু বোৱেৰসকলৰ মাজত ১৯০২ চনৰ ৩১ মে' ত স্বাক্ষৰিত এক শান্তি চুক্তি। এই চুক্তিৰ জৰিয়তে তিনিবছৰীয়া ঐতিহাসিক বোৱেৰ যুদ্ধৰ সামৰণি পৰে। এই চুক্তিমতে বোৱেৰসকলে ব্ৰিটিছৰ সাৰ্বভৌমত্ব মানি লয়। ব্ৰিটিছেও বোৱেৰসকলক স্বায়ত্তশাসনৰ অধিকাৰ দিয়ে। তদুপৰি স্কুল-কাছাৰীত আফ্ৰিকানসকলক অন্তৰ্ভুক্ত কৰিবলৈ, এখন প্ৰত্যাবাসন (Repatriation) আয়োগ গঠন কৰিবলৈ আৰু যুদ্ধৰ সময়ত ক্ষতিগ্ৰস্ত হোৱা বোৱেৰ পামবোৰক ক্ষতিপূৰণ হিচাপে ৩০ লাখ ডলাৰ দিবলৈ ব্ৰিটিছ চৰকাৰ সন্মত হয়।

*লগতে চাওক বোৱেৰ যুদ্ধ*

**ভিয়েটনামৰ যুদ্ধ** *Vietnam War*

১৯৫৪ চনত ভিয়েটনামক আমেৰিকা যুক্তৰাষ্ট্ৰই দক্ষিণ ভিয়েটনাম আৰু ছোভিয়েট যুক্তৰাষ্ট্ৰ সমৰ্থিত উত্তৰ ভিয়েটনামত বিভক্ত কৰাৰ পাছত দুয়ো দেশৰ মাজত হোৱা সংঘৰ্ষ। এই যুদ্ধত আমেৰিকান সৈন্যবাহিনী প্ৰত্যক্ষভাৱে লিপ্ত হৈ পৰে। ১৯৯৩ চনত আমেৰিকান সৈন্যৰ

অপসাৰণৰ পাছত, উত্তৰ ভিয়েটনামে এই যুদ্ধত প্ৰাধান্য বিস্তাৰ কৰে। ১৯৭৬ চনত দুই অংশ একীকৃত হৈ ভিয়েটনাম ৰাষ্ট্ৰ গঠন হয়।

## ভূত চতুৰ্দশী

কাতি মাহৰ কৃষ্ণা চতুৰ্দশী তিথি; যম চতুৰ্দশী। সাধাৰণতে দীপাৱলীৰ আগদিনা এই তিথি পৰে। সেইদিনা সন্ধিয়া পদুলি-ঘৰত চৈধ্যগছ চাকি জ্বলোৱা হয়। কোনো কোনোৰ মতে চৈধ্য ভূতৰ উদ্দেশ্যে আৰু কোনো কোনোৰ মতে যমৰ উদ্দেশ্যে এই ১৪গছ চাকি জ্বলোৱা পৰম্পৰা প্ৰচলিত।

## ভূতত্ত্ব *Geology*

পৃথিৱীৰ গঠন-সংক্ৰান্ত চৰ্চা কৰা বিজ্ঞানৰ এটা শাখা। পৃথিৱীৰ জন্ম, বয়স, গঠন, উপাদান, মণিক-সম্পদ আদিৰ অধ্যয়ন ইয়াৰ অন্তৰ্গত।

## ভূ-তাত্ত্বিক সময় *Geological Time*

ভূ-তাত্ত্বিক আলোচনাৰ সুবিধাৰ্থে ভূতত্ত্ববিদসকলে পৃথিৱী সৃষ্টিৰ পৰা এতিয়ালৈকে কোটি কোটি বছৰৰ সময়বোৰক কিছুমান নিৰ্দিষ্ট যুগ বা সময়ত ভাগ কৰিছে। এই সময়কে ভূ-তাত্ত্বিক সময় বুলি কোৱা হয়। ভূতত্ত্ববিদসকলে এনেদৰে ভূ-তাত্ত্বিক সময়ৰ সহায়ত পৃথিৱী সৃষ্টি হোৱাৰ পৰা এতিয়ালৈকে কালছোৱাক এজয়িক (Azoic), কাইনোজয়িক (Cainozoic), মেছোজয়িক (Mesozoic), পেলিয়জয়িক (Palaezoic), প্ৰটেৰোজয়িক (Proterozoic) আদি যুগত ভাগ কৰিছে।

## ভূমিকা

*পাতনি চাওক*

## ভূসমলয় উপগ্ৰহ *Geostationary Satellite*

পৃথিৱীক স্বাভাৱিকভাৱে, অৰ্থাৎ, কোনো বাহ্যিক শক্তিৰ সহায় নোলোৱাকৈ কেৱল লব্ধ মহাকৰ্ষণ শক্তিৰ প্ৰভাৱত, প্ৰদক্ষিণ কৰি থকা প্ৰাকৃতিক আৰু কৃত্ৰিম উপগ্ৰহবোৰৰ আৱৰ্তন কাল পৃথিৱীৰ পৰা তাৰ দূৰত্বৰ ওপৰত নিৰ্ভৰ কৰে। সেই হিচাপ অনুসৰি পৃথিৱীৰ পৰা ৩২০-৬৪০ কিলোমিটাৰ দূৰত্বৰ কক্ষপথত (যাক 'ল' আৰ্থ অৰবিট' বুলি জনা যায়) থকা কৃত্ৰিম উপগ্ৰহে এদিনত পোন্ধৰ-যোল্লবাৰ পৃথিৱীক প্ৰদক্ষিণ কৰে আৰু পৃথিৱীৰ পৰা ৩,৭৮,০০০ কিলোমিটাৰ দূৰত্বত থকা চন্দ্ৰই ২৭ দিনতহে পৃথিৱীক এবাৰ প্ৰদক্ষিণ কৰে। হিচাপ কৰি দেখা গৈছে যে প্ৰায় ৩৫,৭৮৬ কিলোমিটাৰ উচ্চতাৰ কক্ষপথত এটা কৃত্ৰিম উপগ্ৰহৰ আৱৰ্তন কাল এদিন। যিহেতু পৃথিৱীৰো আৱৰ্তনকাল এদিন, গতিকে সেই উপগ্ৰহটো পৃথিৱীৰ কোনো নিৰ্দিষ্ট স্থানৰ ওপৰত একেবাৰে স্থিৰ হৈ থকা যেন লাগিব। এনেধৰণৰ কৃত্ৰিম উপগ্ৰহক ভূসমলয় বা ভূস্থানিক উপগ্ৰহ বুলি কোৱা হয়। পৃথিৱীৰ বিভিন্ন স্থানৰ ওপৰত স্থাপন উপযুক্ত সঁজুলিৰে সজ্জিত ভূসমলয় উপগ্ৰহবোৰে সেই স্থানৰ পৰা অনাতাঁৰ সংকেত গ্ৰহণ আৰু প্ৰেৰণ কৰিব পাৰে। এনেধৰণৰ উপগ্ৰহ প্ৰণালীৰ সহায়ত পৃথিৱীৰ একেবাৰে বিপৰীতফালে থকা ঠাইলৈও সংকেত গ্ৰহণ-প্ৰেৰণ কৰিব পৰা যায়। বৰ্তমান অজস্ৰ ভূসমলয়

কৃত্রিম উপগ্ৰহে যোগাযোগ ব্যৱস্থা, বতৰৰ আগলিবতৰা, টিভি, ৰেডিঅ' সম্প্ৰচাৰ আদি কাম সুচাৰুৰূপে কৰি আছে।

**ভেকুৱাম ক্লীনাৰ** *Vacuum Cleaner*

বিভিন্ন ধৰণৰ বস্তু, ঘৰৰ চুক-কোণ আদিৰ পৰা ধূলি শুহি সেইবোৰ পৰিষ্কাৰ কৰিবলৈ ব্যৱহৃত যন্ত্ৰ। ঘৰুৱা কামত ব্যৱহাৰ কৰা ভেকুৱাম ক্লীনাৰ এটাৰ ওজন ৬-৭ কিলোগ্ৰামমান হয়। অৱশ্যে তাৰ কম ওজনৰ ভেকুৱাম ক্লীনাৰো আছে। বিভিন্ন ধৰণৰ বস্তু বা চুক-কোণ আদিৰ পৰা ধূলি শুহি ল'বৰ বাবে বিভিন্ন আকাৰৰ মুৱবিশিষ্ট শোষক নলী বৰ্তমানৰ ভেকুৱাম ক্লীনাৰবোৰত সন্নিৱিষ্ট কৰা হৈছে। একেদৰে আধুনিক ভেকুৱাম ক্লীনাৰত আছে উষ্ণতা বাঢ়ি গ'লে নিজে নিজে বন্ধ হৈ যোৱাৰ ব্যৱস্থা, শোষিত বায়ুৰ শোধনৰ ব্যৱস্থা, ধূলিৰ লগত থকা বেক্টেৰিয়া আৰু ভাইৰাছবোৰক নষ্ট কৰাৰ ব্যৱস্থা (এলাৰ্জী কন্ট্ৰোলাৰ), শোষণৰ মাত্ৰা প্ৰয়োজন অনুসৰি কম কৰাৰ ব্যৱস্থা ইত্যাদি। তদুপৰি এইবোৰ ফুলগছত পানী স্প্ৰে কৰা, গাড়ী ধোৱা, গেছ ষ্টোভ চাফা কৰা, ডাঙৰ বেলুন ফুলোৱা আদি কামতো ব্যৱহাৰ কৰিব পাৰি।

**ভেট** *VAT*

একপ্ৰকাৰ পৰোক্ষ কৰ; মূল্য সংযোজিত কৰ। ইংৰাজী Value Added Tax শব্দকেইটা সংক্ষেপে VAT বুলি লিখা আৰু কোৱা হয়। পৰোক্ষ কৰৰ ভিতৰত ইয়েই আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু এই কৰৰ পৰিসৰেই আটাইতকৈ বেছি। সাম্প্ৰতিকভাৱে উৎপাদিত দ্ৰব্যৰ ওপৰত এই কৰ আৰোপ কৰা হয়। ভেটৰ প্ৰথম প্ৰৱৰ্তন হয় ফ্ৰান্সত ১৯৫৪ চনত। ইয়াৰ পাছত ১৯৬০ চনত ব্ৰাজিলত আৰু ১৯৯৪ চনত চীনত এই ব্যৱস্থা প্ৰৱৰ্তন হয়। প্ৰতিবেশী শ্ৰীলংকাসহ পৃথিৱীৰ ১৪০খন দেশত এই কৰ ব্যৱস্থাৰ প্ৰচলন আছে। ২০০৫ চনৰ ১ এপ্ৰিলৰ পৰা ভাৰতৰ ২১খন ৰাজ্যত ভেট প্ৰৱৰ্তন কৰা হয়। ভেট ব্যৱস্থাৰ ফলস্বৰূপে অসমতো ১৩০ বিধ সামগ্ৰীৰ কৰ হ্ৰাস-বৃদ্ধিৰ ব্যৱস্থা কৰা হয়। এই ব্যৱস্থাৰ অন্তৰ্গত অত্যাৱশ্যকীয় সামগ্ৰী হিচাপে গাখীৰ, চাউল, দাইল, নিমখ, শাক-পাচলি, ফলমূল, মানৱ-ৰক্ত, গৰ্ভ-নিৰোধক আদি ৩৯ বিধ সামগ্ৰীক কৰ ৰেহাই দিয়া হয়।

এই নতুন কৰ ব্যৱস্থা অনুসৰি চাৰিখন তালিকাৰ মাধ্যমেৰে কৰ আদায় কৰা হয়। প্ৰাথমিকভাৱে ৫৫০ বিধ সামগ্ৰীক এই তালিকাভুক্ত কৰা হৈছে। প্ৰথমখন তালিকাত আছে অধিকাংশ কৃষিপণ্য, মাছ-মাংস, শাক-পাচলি, আলু, ফলমূল, গাখীৰ আদি। এইবোৰ সামগ্ৰীৰ ওপৰত কোনো কৰ ধাৰ্য কৰা হোৱা নাই। দ্বিতীয় তালিকাত অন্তৰ্ভুক্ত হোৱা সামগ্ৰীবোৰৰ ওপৰত ১ শতাংশ কৰ ধাৰ্য কৰা হৈছে। সেইবোৰ সামগ্ৰী হ'ল ঃ সোণ-ৰূপৰ গহনা, নিলামত বিক্ৰী হোৱা চাহ আদি। তৃতীয় তালিকাত আছে অত্যাৱশ্যকীয় পণ্য, শিল্প তথা তথ্য প্ৰযুক্তিত ব্যৱহৃত সামগ্ৰী আৰু মূলধনী পণ্য, লো আৰু লোজাত ধাতু আদি। এই তালিকাত অন্তৰ্ভুক্ত সামগ্ৰীৰ ওপৰত ধাৰ্য কৰা কৰৰ পৰিমাণ ৪ শতাংশ। উল্লিখিত তিনিখন তালিকাত অন্তৰ্ভুক্ত নোহোৱা বাকী সকলো পণ্যকে চতুৰ্থ তালিকাত অন্তৰ্ভুক্ত কৰা হৈছে। এই তালিকাৰ সামগ্ৰীৰ ওপৰত ধাৰ্য কৰা কৰৰ পৰিমাণ ১২.৫ শতাংশ।

**ভেটো** *Veto*

ভেটো শব্দটো মূলতঃ লেটিন ভাষাৰ; অৰ্থ নিষেধ; মই নিষেধ বা বাধা প্ৰদান কৰিছোঁ।

ৰাজনীতিৰ প্ৰসংগত ভেটো হ'ল কোনো আইন, আইনৰ প্ৰস্তাৱ বা বিধিক নিষেধ বা বাতিল কৰাৰ ক্ষমতা। ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদৰ স্থায়ী সদস্য ৰাষ্ট্ৰকেইখনৰ প্ৰত্যেকৰে অপচন্দ বা মনঃপুত নোহোৱা প্ৰস্তাৱক বাধা দিয়াৰ বাবে ভেটো প্ৰয়োগ কৰাৰ ক্ষমতা আছে। কোনো কোনো ৰাষ্ট্ৰৰ সংবিধানতো ৰাষ্ট্ৰপ্ৰধানক ভেটো প্ৰয়োগৰ অধিকাৰ প্ৰদান কৰা হৈছে। ব্ৰিটিছ যুক্তৰাষ্ট্ৰৰ ৰজা/ৰাণীৰ এনে ক্ষমতা আছে।

### ভেণ্ডিং মেচিন *Vending Machine*

এনে এক যন্ত্ৰ, য'ত উপযুক্ত মূল্য ভৰাই দিলে বিচৰামতে পণ্যদ্ৰব্য ওলাই আহে। বিমানবন্দৰবোৰত কোল্ড ড্ৰিংকছ বিক্ৰীৰ ক্ষেত্ৰত সাধাৰণতে এনে যন্ত্ৰৰ ব্যাপক ব্যৱহাৰ দেখা যায়। অৱশ্যে কেৱল কোল্ড ড্ৰিংকছৰ ক্ষেত্ৰতে নহয়, খাদ্যবস্তুৰ পৰা কিতাপ-আলোচনীলৈকে বিভিন্ন বস্তুৰ স্বয়ংক্ৰিয় বিক্ৰীৰ বাবে এনে ভেণ্ডিং মেচিন ব্যৱহাৰ কৰিব পাৰি। জাপানত ভেণ্ডিং মেচিন বৰ জনপ্ৰিয়। তাত কণী, মাছ, নুডলছ আদি অজস্ৰ বস্তুৰ বিপণন ভেণ্ডিং মেচিনৰ সহায়তে কৰা হয়।

### ভেলক্ৰো *Velcro*

এতিয়াৰ বহুধৰণৰ জোতা-ছেণ্ডেলতে আগৰ ফিটাৰ সলনি দুডোখৰ সংযোগী দ্ৰব্য ব্যৱহাৰ কৰি ভৰিৰ লগত লাগি থকাৰ ব্যৱস্থা কৰা হয়। এই কৌশলটোক ভেলক্ৰো বুলি কোৱা হয়। ভেলক্ৰো শব্দটো দুটা ফৰাচী শব্দ 'velours' (অৰ্থ ঃ ভেলভেট) আৰু 'crocne' (অৰ্থ ঃ ধৰি ৰখা) পৰা আহিছে। ১৯৪১ চনত ছুইছ অভিযন্তা জৰ্জ ডি মেষ্ট্ৰালে (George de Mestral) এই পদ্ধতি আৱিষ্কাৰ কৰে। এই পদ্ধতিত দুডোখৰ নাইলন ব্যৱহাৰ কৰা হয়। ইয়াৰে এডোখৰত থাকে নিচেই ক্ষুদ্ৰ কিছুমান 'হুক' আৰু আন ডোখৰত থাকে ক্ষুদ্ৰ কিছুমান 'লুপ'। হেঁচা মাৰি দিলে 'হুক'বোৰ 'লুপ'ৰ মাজত সোমাই জোৰা লাগি যায় আৰু দুয়ো পৃষ্ঠ সংযুক্ত হৈ পৰে। সামান্য বল প্ৰয়োগ কৰি দুয়ো পৃষ্ঠ আকৌ পৃথক কৰি দিব পৰা যায়। জোতা-ছেণ্ডেলৰ উপৰি সম্প্ৰতি পোছাক-পাতিতো ভেলক্ৰোৰ ব্যৱহাৰ বহুল।

### ভেলেণ্টাইন ডে' *Valentine's Day*

প্ৰতি বছৰে ১৪ ফেব্ৰুৱাৰীত উদ্‌যাপিত প্ৰেম-ৰোমাঞ্চৰ এক উৎসৱ। ছেণ্ট ভেলেণ্টাইন নামৰ এজন সন্ত-প্ৰেমিকৰ নামেৰে নামকৰণ কৰা এই উৎসৱত প্ৰেমিক-প্ৰেমিকাই পৰস্পৰলৈ বাৰ্তা, উপহাৰ আদি প্ৰেৰণ কৰে।

### ভেক্সিলোলজী *Vexillology*

পতাকাৰ বিষয়ে কৰা অধ্যয়ন।

### ভোগ মণ্ডপ

মন্দিৰত থকা দেৱতালৈ অৰ্ঘ্য দিয়া ঘৰ। মন্দিৰৰ ভোগ ৰন্ধা ঘৰকো ভোগ মণ্ডপ বুলি জনা যায়। সাধাৰণতে উৎকলীয় নিৰ্মাণ শৈলীৰ মন্দিৰৰ ক্ষেত্ৰত ভোগ মণ্ডপ শব্দটো বহুল প্ৰচলিত।

### ভোগী

আগৰ দিনত স্বেচ্ছাই গোসাঁনীৰ আগত বলি যাবলৈ ওলোৱা লোক। তান্ত্ৰিক শক্তি পূজাৰ

পয়োভৰৰ সময়ত এনে শ্ৰেণীৰ লোক অসমত আছিল। এওঁলোকে ইচ্ছাপূৰ্বক গোসাঁনীৰ আগত বলি হ'বলৈ সন্মতি হোৱাৰে পৰা যিকোনো কাম কৰাৰ অনুমতি বা অধিকাৰ পাইছিল; আনকি কোনো নাৰীৰ লগত বলপূৰ্বক সহবাস কৰাতো বাধা নাছিল ভোগীৰ বাবে।

**ভোট অন একাউণ্ট** *Vote on Account*

কিবা কাৰণত সঠিক সময়ত সংসদত বাজেট দাখিল কৰিব নোৱাৰিলে চৰকাৰী খৰচৰ ক্ষেত্ৰত কিছুমান বাধ্যবাধকতা আহি যায় আৰু অতি প্ৰয়োজনীয় ক্ষেত্ৰতো অৰ্থ ব্যয় কৰিব পৰা নাযায়। ভাৰতীয় সংবিধানৰ ১১৬ (১) (এ), (বি) বিধি অনুসৰি এনে পৰিস্থিতিত 'ভোট অন একাউণ্ট' নামৰ এক ব্যৱস্থাৰ জৰিয়তে কোনো বিত্তীয় বৰ্ষৰ এক অংশৰ বাবে খৰচ কৰিবলৈ কিছু টকাৰ আগতীয়া অনুমোদন লোৱা হয়। সাধাৰণতে দুমাহৰ বাবে 'ভোট অন একাউণ্ট'ৰ জৰিয়তে খৰচৰ অনুমোদন লোৱা হয় আৰু ইয়াৰ পৰিমাণ হয় বছৰটোত বিভিন্ন অনুদানৰ পৰিপ্ৰেক্ষিতত খৰচ হ'বলগীয়া পৰিমাণৰ এক-ষষ্ঠাংশ। নিৰ্বাচনৰ সময়ত অৱশ্যে তিনি-চাৰি মাহলৈকে ভোট অন একাউণ্ট ল'ব পৰা যায়। 'ভোট অন একাউণ্ট' এক আনুষ্ঠানিক নিয়মহে আৰু লোকসভাত সাধাৰণতে আলোচনা নকৰাকৈয়ে ইয়াক গৃহীত কৰা হয়।

**ভৌতিক গল্প** *Ghost Story*

ভূতৰ ক্ৰিয়া-কাণ্ড আৰু প্ৰকৃতিৰ লগত জড়িত গল্প। ভূত নামৰ এক অলৌকিক শক্তিয়ে মানৱ সমাজত কিদৰে ব্যাঘাত জন্মায় বা সহায় কৰে তাৰে উৎকণ্ঠাজনক লোমহৰ্ষক কাহিনী ভৌতিক গল্পৰ বিষয়বস্তু। মৃত ব্যক্তিৰ আত্মাই ভূতৰ ৰূপ লৈ অতৃপ্ত বাসনা পূৰ্ণ কৰিবৰ বাবে কৰা কাণ্ড-কাৰখানা গল্পৰ ৰচকে এনেদৰে উপস্থাপন কৰে যে সেয়া বাস্তৱ যেন অনুভূত হয়।

# ম

**মক টেষ্ট** *Mock Test*

মক টেষ্ট মানে হ'ল নিজেই নিজকে পৰীক্ষা কৰা। অৰ্থাৎ, পৰীক্ষা হলত বহোঁতে যিদৰে পৰীক্ষা দিয়া হয়, তেনেদৰে বহি নিৰ্দিষ্ট সময় বান্ধি পৰীক্ষাৰ প্ৰশ্নৰ উত্তৰ কৰা। ই ছাত্ৰ-ছাত্ৰীৰ আত্মবিশ্বাস বঢ়ায়। আজিকালি বিভিন্ন বাতৰিকাকত, আলোচনী, স্কুল আদিত মক টেষ্টৰ বাবে প্ৰশ্নকাকতো দিয়া হয়। যিমানে মক টেষ্ট দিয়া হয় সিমানে নিজকে জানিবৰ সুবিধা হয়।

**মডিউল** *Module*

মডিউল শব্দটো ঘাইকৈ দুটা বিশেষ অৰ্থত ব্যৱহাৰ হয়। প্ৰথম অৰ্থ, বিদ্যালয়-বিশ্ববিদ্যালয়-মুক্ত বিশ্ববিদ্যালয় আদিৰ কোনো বিশেষ পাঠ্যক্ৰমৰ বিশেষ খণ্ডাংশ; ইয়াক ইউনিটো বোলা হয়। দ্বিতীয় অৰ্থ, কম্পিউটাৰৰ বিশেষ কোনো ছফট্‌ৱেৰৰ নানা অংশ।

**মডেম** *MODEM*

কম্পিউটাৰ ছিষ্টেম আৰু টেলিফোন লাইনক সংযুক্ত কৰা এক সঁজুলি। মডেমৰ জৰিয়তে এটা

কম্পিউটাৰৰ পৰা টেলিফোন লাইনৰ যোগেদি আন এটা কম্পিউটাৰলৈ তথ্যাদিৰ দ্ৰুত সৰবৰাহ ঘটে। মডেমে এনালগ তথ্যক ডিজিটেল আকাৰলৈ নিব পাৰে আৰু লগতে তাৰ বিপৰীত কামটোও কৰিব পাৰে। ইংৰাজী 'মডুলেটৰ' (Modulator) আৰু 'ডিমডুলেটৰ' (Demodulator) — এই শব্দ দুটাৰ সংমিশ্ৰণত মডেম শব্দটো সৃষ্টি হৈছে। ইণ্টাৰনেট সংযোগ ব্যৱস্থাত মডেমৰ বিশেষ ব্যৱহাৰ আছে।

**মণ্ট-ফোৰ্ড শাসন সংস্কাৰ** *Montford Reforms*

প্ৰথম মহাসমৰৰ শেষত জাতীয়তাবাদী ভাৰতৰ স্বাধীনতাৰ দাবী কিছু পূৰণৰ অৰ্থে ভাৰত সচিব মণ্টেগু আৰু ভাইচৰয় লৰ্ড চেম্‌ছফোৰ্ডৰ যুটীয়া উদ্যোগত ১৯১৯ চনত প্ৰবৰ্তিত এক শাসন সংস্কাৰ আইন। চৰকাৰীভাৱে ইয়াৰ নাম Government of India Act of 1919. কিন্তু মণ্টেগু আৰু চেম্‌ছফোৰ্ডৰ যুটীয়া উদ্যোগত এই আইন ৰচিত হোৱা বাবে ই মণ্টেগু-চেম্‌ছফোৰ্ড শাসন সংস্কাৰ, (Montagu-Chelmsford Reforms) সংক্ষেপে মণ্ট-ফোৰ্ড শাসন সংস্কাৰ নামেই অধিক পৰিচিত।

এই আইন অনুসৰি ব্ৰিটিছ-ভাৰতত গৱৰ্নৰ জেনেৰেল আৰু কাউন্সিল অব্ ষ্টেট তথা লেজিছলেটিভ এছেমব্লী বা বিধান সভা — এই দুই সভাক লৈ কেন্দ্ৰীয় আইন সভা গঠন কৰা হয়। অধ্যাদেশৰ সহায়ত আইন প্ৰণয়নৰ বিশেষ অধিকাৰ গৱৰ্নৰ-জেনেৰেলৰ ওপৰত ন্যস্ত কৰা হয়। মণ্ট-ফোৰ্ড শাসন সংস্কাৰতেই প্ৰথমবাৰৰ বাবে কেন্দ্ৰীয় আৰু প্ৰাদেশিক আইনসভাবোৰত নিৰ্বাচিত সদস্যৰ সংখ্যাগৰিষ্ঠতা স্বীকৃত হয় আৰু প্ৰাদেশিক আইন সভাৰ ওচৰত শাসন বিভাগৰ কেইটামান দপ্তৰক দায়বদ্ধ কৰা হয়।

ব্ৰিটিছ চৰকাৰে ১৯২৭ চনত ছাইমন কমিছন গঠনৰ সিদ্ধান্ত ঘোষণা কৰে আৰু তাতেই কাৰ্যতঃ মণ্ট-ফোৰ্ড শাসন সংস্কাৰৰ ব্যৰ্থতা স্বীকাৰ কৰি লোৱা হয়।

**মণ্টাজ** *Montage*

ঘাইকৈ চলচ্চিত্ৰ আৰু সংগীতত ব্যৱহৃত শব্দ। ই দৰাচলতে দুটা বিভিন্ন সজ্জাৰ সংমিশ্ৰণত সৃষ্টি কৰা এক কলাত্মক কথা। চলচ্চিত্ৰ সম্পাদনা কৰোঁতে দুখন বিভিন্ন ছবি একেলগে সজ্জিত কৰি বা বিপৰীতধৰ্মী দৃশ্যবোৰ একেলগে দেখুৱাই মণ্টাজ দৃশ্যৰ সৃষ্টি কৰা হয়। ইয়াৰ দ্বাৰা ঘটনা বা চিন্তাৰ প্ৰবহমানতা আৰু পৰম্পৰাৰ ভাব আনিব পাৰি। সেয়ে এই প্ৰক্ৰিয়া আধুনিক শিল্পৰ এটি গুৰুত্বপূৰ্ণ প্ৰকৰণ।

**মণ্টেছৰী পদ্ধতি** *Montessori Method*

ইটালীৰ শিক্ষাবিদ মাৰিয়া মণ্টেছৰীয়ে (Maria Monessori, ১৮৭০-১৯৫২) শিশুৰ বাবে উদ্ভাৱন কৰা জনপ্ৰিয় শিক্ষা পদ্ধতি। মণ্টেছৰী পদ্ধতিৰ মূল কথাটো হ'ল ঃ পৰিৱেশৰ পৰাই শিশুৱে শিক্ষাৰ প্ৰয়োজনীয় সমল আহৰণ কৰিব পাৰে। এই পদ্ধতিত বিশ্বাস কৰা হয় যে শিশুসকল সাধাৰণভাৱে মেধাসম্পন্ন আৰু যথেষ্ট মানসিক শক্তিৰ অধিকাৰী। সেয়ে সুযোগ পালে তেওঁলোকে নিজৰ শিক্ষা নিজেই গ্ৰহণ কৰিব পাৰে। আন শিক্ষা ব্যৱস্থাৰ সৈতে মণ্টেছৰী শিক্ষা ব্যৱস্থাৰ মৌলিক পাৰ্থক্য হ'ল, ইয়াত শিশুসকলক এক সুকীয়া আৰু স্বতন্ত্ৰ ব্যক্তিৰূপে গণ্য কৰি তেওঁলোকক তেওঁলোকৰ গুণগত মানেৰে মূল্যায়নৰ প্ৰচেষ্টা কৰা হয়,— যিটো আন শিক্ষা ব্যৱস্থাত অনুপস্থিত। এই শিশু শিক্ষা পদ্ধতিত কঠোৰ শৃংখলাৰ

সলনি থাকে মুকলি পৰিৱেশ, খেলা-ধূলা আৰু খেলা-ধূলাৰ নানান উপকৰণ। এই পদ্ধতিত কেৱল শিশু শিক্ষাৰ ওপৰতেই গুৰুত্ব দিয়া নহয়, শিশুৰ মানসিক বুদ্ধি-বৃত্তিৰ বিকাশ ঘটোৱাৰ প্ৰতিও বিশেষভাৱে চকু ৰখা হয়।

## মথুৰা পাগ

ডাঙৰ পাগ বা পাগুৰি। আগতে মথুৰা অঞ্চলৰ পৰা অহা মানুহে মূৰৰ পাগ ডাঙৰকৈ মাৰিছিল। সেয়ে এসময়ত অসমৰ মানুহে ডাঙৰকৈ মৰা পাগক মথুৰা পাগ বুলিছিল। তাৰে পৰাই শব্দটো অসমীয়া ভাষাত ডাঙৰ পাগুৰি বুজোৱা অৰ্থত ৰৈ গ'ল।

## মধ্য এছিয়া

মধ্য এছিয়া বুলিলে তুৰ্কিস্তানক বুজায়। এই অঞ্চল আগতে ছোভিয়েট যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত আছিল। তেতিয়া ই পাঁচখন অংগ ৰাজ্যত বিভক্ত আছিল। ছোভিয়েট যুক্তৰাষ্ট্ৰৰ বিভাজনৰ পাছত সেই পাঁচখন ৰাজ্য পাঁচখন স্বাধীন ৰাষ্ট্ৰত পৰিণত হয়। সেই ৰাষ্ট্ৰকেইখন হ'ল ঃ তাজিকিস্তান, কাজাকিস্তান, উজবেকিস্তান, তুৰ্কমেনিস্তান আৰু কিৰগিজস্তান।

এই বিৰাট অঞ্চলৰ মাজেৰে আমুদৰিয়া আৰু চিৰদৰিয়া নদী প্ৰবাহিত হৈছে। তদুপৰি আমুৰ নদীও বেছ প্ৰসিদ্ধ। মধ্য এছিয়াৰ সমৰখণ্ড ৰাজ্য বীৰ টাইমুৰৰ বাবে প্ৰখ্যাত আছিল। বাবৰৰ পৈতৃক ৰাজ্য ফাৰগানাও ইয়াতে অৱস্থিত। এছিয়াৰ প্ৰায় মাজতে অৱস্থিত বাবে এই অঞ্চলৰ নাম মধ্য এছিয়া।

## মধ্য প্ৰাচ্য *Middle East*

পাশ্চাত্য ইতিহাসবিদসকলে প্ৰচলন কৰা Middle East-অৰ অনুবাদ। এছিয়া আৰু ইউৰোপ মহাদেশক একেলগে ইউৰেছিয়া নামেৰে জনা যায়। এছিয়া পূবত বাবে ইয়াক প্ৰাচ্য বুলিও কোৱা হয়। ইউৰেছিয়াৰ প্ৰায় মধ্যভাগত, ইউৰোপৰ পূব সীমাৰ পৰা ইৰাণ পৰ্যন্ত বিশাল ভূ-ভাগৰ নাম মধ্য প্ৰাচ্য। তুৰস্ক, পেলেষ্টাইন, ইজৰাইল, আৰব ভূখণ্ডৰ সকলো ৰাষ্ট্ৰ আৰু ইৰাণ এই অঞ্চলত অৱস্থিত। ইংলেণ্ডকে ধৰি ইউৰোপীয় দেশসমূহে এই নামকৰণ কৰিছে। এই অঞ্চল তেলসম্পদত বিশেষ সমৃদ্ধ। পৃথিৱীৰ তেল ৰপ্তানিকাৰক দেশসমূহৰ বেছিভাগেই এই অঞ্চলত অৱস্থিত। এইবোৰৰ ভিতৰত আটাইতকৈ বেছি তেল ৰপ্তানি কৰা দেশখন হ'ল ছৌদি আৰব।

## মধ্যবিত্তভৱন *Embourgeoisement*

যেতিয়া শ্ৰমিক শ্ৰেণীৰ মজুৰি বাঢ়ে বা তেওঁলোকৰ আয় উৰ্ধগামী হয়, তেতিয়া তেওঁলোকে বৈপ্লৱিক আদৰ্শ পাহৰি বা বিপ্লৱী দলক আওকাণ কৰি মধ্যবিত্ত শ্ৰেণীক অনুকৰণ কৰিবলৈ বিচাৰে। ইয়াকে মধ্যবিত্তভৱন বোলে।

## মধ্যবিত্ত শ্ৰেণী *Middleclass*

সাধাৰণতে ধনৱান বা উচ্চবিত্ত আৰু দৰিদ্ৰৰ মাজৰ শ্ৰেণীকেই মধ্যবিত্ত শ্ৰেণী বোলা হয়। ফৰাচী বিপ্লৱৰ সময়ত বুৰ্জোৱা শ্ৰেণীকেই মধ্যবিত্ত শ্ৰেণী বোলা হৈছিল। মধ্যযুগত সামন্ততান্ত্ৰিক সমাজব্যৱস্থাত জমিদাৰ আৰু কৃষকসকলৰ মাজতে আছিল মধ্যবিত্তৰ অৱস্থান।

সেই সময়ত মধ্যবিত্ত বুলিলে ঘাইকৈ চহৰৰ ব্যৱসায়ীসকলক বুজোৱা হৈছিল। ক্রমে শিক্ষিত, মজলীয়া আয়বিশিষ্ট বৃত্তিজীৱী সম্প্রদায় মধ্যবিত্তৰূপে পৰিচিত হ'বলৈ ধৰিলে। অর্থনীতি আৰু সমাজ বিজ্ঞানৰ দিশৰ পৰা সাম্প্রতিক কালত মধ্যবিত্তৰ বৃত্তটো যথেষ্ট ডাঙৰ। সকলোধৰণৰ বৃত্তিজীৱী বা বৃত্তিধাৰী, সৰু ব্যৱসায়ী, প্রযুক্তিবিদ,— এই সকলো মধ্যবিত্ত শ্রেণীৰ অন্তর্গত। এওঁলোকৰ মাজত আয়ৰ সমতা নাই। অৱশ্যে দৃষ্টিভংগীৰ মিল আছে। মধ্যবিত্ত শ্রেণী সাধাৰণতে পৰম্পৰাপন্থী, পুৰণা মূল্যবোধ সহজে এৰিব নোখোজে। তেওঁলোকৰ মাজত প্রগতিৰ ভাবনা আৰু ৰক্ষণশীলতাৰ এক টনা-আঁজোৰাও লক্ষ্য কৰা যায়।

**মধ্যযুগ** *Middle Age (Medieval Period)*

মধ্যযুগ বুলিলে চতুর্থ-পঞ্চম শতিকাত ৰোম সাম্রাজ্যৰ ভাঙোন আৰু বাইজেন্তীয় সাম্রাজ্যৰ উত্থানৰ পৰা আৰম্ভ কৰি পঞ্চদশ শতিকাৰ নৱজাগৰণলৈকে – এই সময়ছোৱাকে বুজা যায়। কিছু পাশ্চাত্য ঐতিহাসিকে অধিক স্পষ্টকৈ ৪১০ খ্রীষ্টাব্দৰ পৰা ১৫০০ খ্রীষ্টাব্দলৈকে সময়ছোৱাক মধ্যযুগ বুলি অভিহিত কৰে। অৱশ্যে মধ্যযুগ কেতিয়া আৰম্ভ হ'ল, কেতিয়া শেষ হ'ল সেইটো নির্দিষ্ট নহয়। 'মধ্যযুগ' শব্দটোৱেই প্রথম ব্যৱহৃত হয় ১৫২২ চনত। তদুপৰি পৃথিৱীৰ সকলো অঞ্চলতে মধ্যযুগ একে সময়তে আৰম্ভ হোৱা নাই আৰু শেষো হোৱা নাই। মধ্যযুগ বুলিলে যি সময়ৰ কথা কোৱা হয়, সেয়া প্রধানকৈ ইউৰোপৰ ক্ষেত্রতহে প্রযোজ্য।

ভাৰতত মধ্যযুগ কেতিয়াৰ পৰা আৰম্ভ হ'ল আৰু কেতিয়া শেষ হ'ল, তাকে লৈ বিতর্কৰ অৱকাশ আছে। অৱশ্যে বহুলভাৱে স্বীকৃত মত হ'ল — ৯৯৮ খ্রীষ্টাব্দত চুলতান মামুদে গুজৰাট অধিকাৰ কৰাৰ পৰা আৰম্ভ কৰি ১৭৫৭ খ্রীষ্টাব্দৰ পলাশীৰ যুদ্ধলৈকে ভাৰতত মধ্যযুগ চলিছিল।

**মনোড্রামা** *Monodrama*

এটা মাত্র চৰিত্রই সংলাপ কোৱা নাটক। ছেমুৱেল বেকেটৰ 'ক্রেপ্‌ছ লাষ্ট টেপ' (Krapp's Last Tape) মনোড্রামাৰ দৃষ্টান্ত।

**মনোবিজ্ঞান** *Psychology*

মন আৰু মনঃজনিত আচৰণ সম্বন্ধে অধ্যয়ন কৰা বিজ্ঞান। মনোবিজ্ঞানত মনক বিজ্ঞানসম্মত পদ্ধতিত অধ্যয়ন কৰা হয়। মনোবিজ্ঞানত মানুহৰ বুদ্ধিক এক বিশেষ সহজাত মানসিক শক্তি বুলি ধৰা হয়। বুদ্ধিৰ লগত আকৌ গভীৰভাৱে সম্পর্ক আছে স্মৃতিৰ (memory)। স্মৃতিত ধৰি ৰাখিব নোৱাৰিলে জ্ঞান অর্জনৰ বিশেষ অর্থই নাথাকে।

বর্তমান মনোবিজ্ঞানে এক বিশাল ক্ষেত্র সামৰি লৈছে। পৃথিৱীৰ যিকোনো ৰোগতকৈ মানসিক ৰোগত (যেনে ঃ হতাশা বা আন সৰু-সুৰা মানসিক সমস্যা) ভোগা মানুহৰ সংখ্যাই বেছি হোৱাৰ পৰিপ্রেক্ষিতত এই বিজ্ঞানে যথেষ্ট গুৰুত্ব লাভ কৰিছে। মনোবিজ্ঞানীসকলে শিশুসকলক তেওঁলোকৰ সমস্যাবোৰ দূৰ কৰাত সহায় কৰে, মানুহক নিজৰ কর্মক্ষেত্র বিচাৰি লোৱাত সহায় কৰে, আত্মবিশ্বাস ঘূৰাই পোৱাত সহায় কৰে আৰু বিভিন্ন মানসিক সমস্যা দূৰ কৰিব পাৰে।

আধুনিক মনোবিজ্ঞানৰ বহুকেইটা শাখা আছে। সেইবোৰ হ'ল ঃ শৰীৰ (Physiological) মনোবিজ্ঞান, ধাৰণা-সংক্ৰান্ত (Cognitive) মনোবিজ্ঞান, সামাজিক (Social) মনোবিজ্ঞান, অস্বাভাৱিক (Abnormal) মনস্তত্ত্ব, বৃত্তিগত (Vocational) মনোবিজ্ঞান, শিল্প-সংক্ৰান্ত (Industrial) মনোবিজ্ঞান, ব্যৱসায়-সংক্ৰান্ত (Business) মনোবিজ্ঞান, পৰীক্ষামূলক (Experimental) মনোবিজ্ঞান, প্ৰাণীবিষয়ক (Animal) মনোবিজ্ঞান, উন্নয়নমূলক (Developmental) মনোবিজ্ঞান, চিকিৎসা-বিষয়ক (Clinical) মনোবিজ্ঞান, শিক্ষা (Educational) মনোবিজ্ঞান, অপৰাধ (Crime) মনোবিজ্ঞান, শিশু-মনোবিজ্ঞান (Child) আদি।

**মনঃঅনুকূলতা** *Empathy*
আন লোকৰ আৱেগ, অনুভৱ, আচৰণ আদিৰ অৰ্থ আৰু তাৎপৰ্য বুজি পোৱাৰ বাবে থকা সজাগতা। প্ৰকৃততে ই হ'ল এজনৰ নিজৰ অনুভূতিয়ে বেলেগ এজনৰ ওপৰত একেধৰণে পেলোৱা প্ৰভাৱ।

**মনঃসমীক্ষণ** *Psycho-analysis*
মনোবিজ্ঞানী ছিগমণ্ড ফ্ৰয়েডে উদ্ভাৱন আৰু ব্যৱহাৰ কৰা মানুহৰ মনক বুজাৰ পদ্ধতি। ফ্ৰয়েডৰ মতে মানুহৰ মনৰ চেতন আৰু অৱচেতন দুয়োটা স্তৰকে বুজি ল'লেহে মনোৰোগৰ চিকিৎসা কৰা সম্ভৱ। ফ্ৰয়েডৰ মনঃসমীক্ষণত প্ৰশ্নোত্তৰৰ জৰিয়তে বিভিন্ন ঘটনাৰ প্ৰতি মনোৰোগীৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰা হয় আৰু তাৰ পৰা তেওঁৰ আচৰণৰ উৎস তথা প্ৰকৃতি সন্ধান কৰা হয়। ৰোগৰ মূল নিৰ্ণয় কৰা হ'লে তাৰ পৰৱৰ্তী পদক্ষেপ মনোচিকিৎসা (psychotheraphy)। এনেদৰেই মনঃসমীক্ষণৰ দ্বাৰা বিভিন্ন মনোৰোগৰ চিকিৎসা সম্ভৱ।

**মমনেছিয়া** *Mommnesia*
সন্তান জন্ম দিয়াৰ এবছৰমানৰ ভিতৰত কোনো মাতৃৰ মনত দেখা দিব পৰা মানসিক খেলিমেলি বা পাহৰা লক্ষণ।

**মৰণোত্তৰ পৰীক্ষা** *Autopsy/Postmortem*
কোনো মৃতদেহৰ বিভিন্ন গুৰুত্বপূৰ্ণ অংগ পৰীক্ষা কৰি মৃত্যুৰ কাৰণ নিৰ্ধাৰণ কৰা পৰীক্ষা।

**মৰেটৰিয়াম** *Moratorium*
অস্থায়ীভাৱে কোনো কাম বন্ধ কৰা বা কোনো ঋণ পৰিশোধ বা বিত্তীয় দায়িত্ব পালনৰ সময়সীমা পিছুৱাই দিয়া; স্থগনাজ্ঞা।

**মৰ্ষকাম** *Masochism*
নিজৰ শাৰীৰিক বা মানসিক নিপীড়নৰ দ্বাৰা যৌন সুখ লভা মানসিক বিকৃতি। এনে বিকৃতিত ভোগাসকলে নিজৰ বা আনক যন্ত্ৰণা দি তৃপ্তি বা সুখ লাভ কৰে।

**মলমাস**
জ্যোতিষত সৌৰ আৰু চান্দ্ৰ গণনাৰ অমিল আঁতৰাবলৈ তিনি বছৰৰ মূৰে মূৰে বঢ়াই লোৱা

চান্দ্ৰ মাহ। এই মাহত দুটা অমাৱস্যা পৰে বাবে ইয়াক অশুচি বুলি ধৰি কোনো শুভকাৰ্য কৰা নহয়।

**মহৰম**

ইছলামলোকসকলৰ ধৰ্মীয় অনুষ্ঠান। ইছলাম ধৰ্মৰ প্ৰতিষ্ঠাতা হজৰত মহম্মদৰ নাতি হোছেনৰ মৃত্যুৰ স্মৃতিত এই উৎসৱ পৃথিৱীৰ সমগ্ৰ ইছলাম ধৰ্মাৱলম্বী লোকে অতি পৱিত্ৰ দিন হিচাপে পালন কৰে। চিয়া সম্প্ৰদায়ভুক্ত মুছলমানসকলৰ পালনীয় অনুষ্ঠান হোৱা সত্ত্বেও ইয়াৰ অন্তৰ্নিহিত ভাব গম্ভীৰতাই মহৰমক সমগ্ৰ মুছলমান সম্প্ৰদায়ৰ মাজত এক সাৰ্বজনীন ৰূপ দিছে।

মহৰম মাহটোক মুছলমানসকলে অতি পৱিত্ৰ মাহ বুলি ভাবে। মুছলমানসকলৰ বিশ্বাস ঃ এই মাহতেই পৃথিৱীৰ সৃষ্টি হৈছিল। ধৰ্মপ্ৰাণ হোছেনে এই মাহতেই কাৰবালাৰ মৰুৰ বুকুত সপৰিয়ালে কৰুণভাৱে মৃত্যু মুখত পৰিছিল। এই পৱিত্ৰ মাহত অনুষ্ঠিত মহৰম উৎসৱটোও তেওঁলোকৰ বাবে অতি পৱিত্ৰ অনুষ্ঠান।

**মহাকৰ্ষণ** *Gravitation*

প্ৰকৃতিৰ সকলো ভৰ থকা পদাৰ্থৰ মাজত থকা আকৰ্ষণী বল। ইংৰাজ বিজ্ঞানী ছাৰ আইজাক নিউটনে মহাকৰ্ষণৰ তত্ত্ব আবিষ্কাৰ কৰে। এই তত্ত্বৰ প্ৰধান সূত্ৰটো হ'ল — বিশ্বৰ প্ৰতিটো পদাৰ্থকণাই এটাই আনটোক আকৰ্ষণ কৰে। এই আকৰ্ষণ বল কণা দুটাৰ ভৰৰ (mass) পূৰণফলৰ সমানুপাতিক আৰু সিহঁতৰ দূৰত্বৰ ব্যস্তানুপাতিক। মহাকৰ্ষণ তত্ত্বৰ ক্ষেত্ৰত যদি এটা ভৰ পৃথিৱীৰ পৰিৱেশত থকা যিকোনো বস্তু বুলি ধৰা যায়, তেন্তে সিহঁতৰ মাজত সৃষ্টি হোৱা মহাকৰ্ষণ বলক পৃথিৱীৰ মাধ্যাকৰ্ষণ বল বুলি অভিহিত কৰিব পাৰি। *লগতে চাওক মাধ্যাকৰ্ষণ*

**মহাকল্প**

ভূত্বকৰ বিভিন্ন ঠাইত উদ্ধাৰ হোৱা জীৱাশ্মৰ অৱস্থান আৰু সেইবোৰৰ আন বিশেষত্বৰ পৰা আদিম পৃথিৱীৰ জীৱবোৰ কেতিয়া আৰু কিমান বছৰ ধৰি জীয়াই আছিল (বা পৃথিৱীত সেইবোৰৰ অস্তিত্ব আছিল কেতিয়ালৈকে) তাৰ এক ধাৰণা বিজ্ঞানীসকলে কৰিছে। (আনকি সেইবোৰ দেখিবলৈ কেনেকুৱা আছিল, সেইবোৰ কথাও বিজ্ঞানীসকলে জানিবলৈ দিছে!)। এই হিচাপেৰে অতীতৰ সমস্ত সময়খিনিক কিছুমান ভূতাত্ত্বিক যুগ বা সময়সীমাত ভগোৱা হৈছে। ইয়াকেই সামগ্ৰিকভাৱে মহাকল্প বা যুগ বুলি কোৱা হয়।

**মহাকাব্য** *Epic*

দেৱতাৰ বীৰ্যজাত নায়কৰ বৃত্তান্ত আধাৰিত আঠতকৈ অধিক সৰ্গত ৰচিত পৌৰাণিক কাব্য। ঘটনাৰ ব্যাপকতা আৰু চৰিত্ৰৰ তদনুৰূপ বিকাশেই হ'ল মহাকাব্যৰ বৈশিষ্ট্য আৰু সামগ্ৰিকভাৱে যিকোনো মহাকাব্যয়েই কিবা এক বিশালতাৰ ভাব ফুটাই তোলে। সেইদৰে মহাকাব্যৰ নায়কৰ চৰিত্ৰতো বিশ্বজনীনতা লক্ষ্য কৰা যায়।

**মহাজাগতিক ৰশ্মি**

*কছমিক ৰে' চাওক*

**মহাদেশীয় চলন** *Continental Drift*
সাম্প্ৰতিক কালৰ পৃথিৱীখন কেইবাখনো মহাদেশত বিভক্ত হ'লেও আনুমানিক ২ কোটি বছৰৰ আগতে সমগ্ৰ পৃথিৱীখনেই আছিল এক বিৰাট ভূখণ্ড। সময়ৰ লগে লগে সেই ভূখণ্ডত নানা প্ৰাকৃতিক কাৰণত ফাট দেখা দিলে। ফলত মূল ভূখণ্ড কেইবাটাও ভাগত বিভক্ত হৈ পৰিল। লাখ লাখ বছৰ ধৰি ক্ৰমান্বয়ে ভাগ হোৱা ভূখণ্ডবোৰ আঁতৰি যাবলৈ ধৰিলে আৰু এসময়ত সেইবোৰ বহু দূৰৱৰ্তী হৈ পৰিল। পৃথিৱীৰ এই বিভাজন আৰু ভূখণ্ড স্থানান্তৰণৰেই নাম মহাদেশীয় চলন। জাৰ্মান জলবায়ু বিজ্ঞানী আলফ্ৰেড ৱেগেনাৰে (Alfred Wegener, ১৮৮০-১৯৩০) প্ৰথম এই পৰিঘটনা ব্যাখ্যা কৰে। তেওঁৰ মতে আফ্ৰিকা আৰু দক্ষিণ আমেৰিকাৰ উপকূলৰেখাৰ ইমানেই একেৰূপতা আছে যে সেই দুই ভূখণ্ডত প্ৰায় মিলাই দিব পাৰি।

**মহাভিযোগ** *Impeachment*
কোনো গুৰুতৰ অপৰাধৰ বাবে ৰাষ্ট্ৰৰ মুৰব্বী বা তেনে পৰ্যায়ৰ লোকৰ বিৰুদ্ধে অভিযোগ দাখিল কৰা এক প্ৰক্ৰিয়া। প্ৰায়বোৰ দেশতে নিৰ্বাচিত সাংসদে একে মহাভিযোগৰ অনুমতি দিব পাৰে।

**মহামাৰী বিজ্ঞান** *Epidemiology*
মহামাৰীৰ কাৰণ, উৎস, দ্ৰুত প্ৰসাৰৰ কাৰণ আৰু প্ৰতিকাৰ বিষয়ক বিজ্ঞান। মহামাৰী কোনো বিশেষ জনগোষ্ঠীৰ মাজত পুনৰাবৃত্তি হয় নেকি, কোনো পৰিৱেশগত কাৰণ ইয়াৰ নেপথ্যত সক্ৰিয় নেকি, বয়স আৰু লিংগভেদে ৰোগৰ আক্ৰমণ তীব্ৰ বা লঘু হয় নেকি আদিও আধুনিক মহামাৰী বিজ্ঞানৰ আলোচ্য বিষয়। এসময়ত কেৱল সংক্ৰামক ৰোগৰহে চৰ্চা এই বিজ্ঞানত কৰা হৈছিল। বৰ্তমান যিকোনো ৰোগৰে ব্যাপক প্ৰাদুৰ্ভাৱৰ বিষয়ে মহামাৰী বিজ্ঞানত অধ্যয়ন আৰু চৰ্চা কৰা হয়।

**মহাযান**
বৌদ্ধ ধৰ্মাৱলম্বীসকলৰ দুটা প্ৰধান ভাগৰ এটা (আনটো হীনযান)। মূলতঃ তিব্বত, নেপাল, চীন, মংগোলিয়া, কোৰিয়া আৰু জাপানত এই মত প্ৰচলিত। মহাযান মতাৱলম্বীসকল 'বোধিসত্ত্ব' তত্ত্বত বিশ্বাসী। তেওঁলোকৰ মতে কেইবাজনো বুদ্ধৰ আবিৰ্ভাৱ হৈছিল। গৌতম বুদ্ধ তেওঁলোকৰে মাজৰ এজন। এওঁলোক ব্যক্তিগত মুক্তিত বিশ্বাসী। কোনো ব্যক্তিয়ে মুক্তি অৰ্জন কৰিলে তেওঁৰ চাৰিওকাষৰ বৌদ্ধসকলৰ মুক্তিৰ চেষ্টা কৰিব লাগিব। *লগতে চাওক হীনযান*

**মংগোলীয় বিকাৰ** *Mongolism*
শিশুৰ ক্ষেত্ৰত দেখা দিয়া এক জন্মগত বিকাৰ। এনে বিকাৰগ্ৰস্ত শিশুৰ মানসিক বৃদ্ধি খুব লাহে লাহে হয়। চকুকেইটা বেঁকা হয়। মুখখন সৰু কিন্তু বহল হয়, পেশীবোৰ দুৰ্বল হয় আৰু আঙুলিবোৰ শকত হয়।

**মাইক্ৰোইকনমিক্ছ** *Microeconomics*
অৰ্থনীতিৰ এটা বিভাগ। মানুহৰ অৰ্থনৈতিক প্ৰৱণতা, মানুহৰ অভ্যাস তথা সিদ্ধান্ত আদি

মাইক্ৰোইকনমিকছৰ অন্তৰ্গত বিষয়। উপভোক্তাৰ দিশটোৱে ইয়াত বিশেষ গুৰুত্ব লাভ কৰে। সেয়ে মূল্য (price) মাইক্ৰোইকনমিকছৰ এটা প্ৰধান বিষয়। একেদৰে চাহিদা আৰু যোগানৰ প্ৰসংগও ইয়াৰ চৰ্চাৰ অন্তৰ্গত। মাৰ্ক্সীয় অৰ্থনীতিৰ বেছ কিছু অংশও ইয়াত আলোচনা কৰা হয়।

**মাইক্ৰোকম্পিউটাৰ** *Microcomputer*

মাইক্ৰোপ্ৰচেছৰ ব্যৱহাৰ কৰি সজা কম্পিউটাৰ। প্ৰথম মাইক্ৰোকম্পিউটাৰটো সাজি উলিয়াইছিল Intel Corporation নামৰ কোম্পানী এটাই ১৯৭১ চনত। ইয়াৰ নাম আছিল INTEL 4004. বৰ্তমান সময়ত সাধাৰণতে ব্যৱহাৰ হোৱা প্ৰায়বোৰ কম্পিউটাৰেই মাইক্ৰোকম্পিউটাৰ।

**মাইক্ৰোনেছিয়া** *Micronesia*

বিষৱ ৰেখাৰ উত্তৰে প্ৰশান্ত মহাসাগৰৰ এক দ্বীপময় অঞ্চল। ইয়াৰ অন্তৰ্গত সকলো দ্বীপ ক্ষুদ্ৰ ক্ষুদ্ৰ (micro) আয়তনৰ হোৱা হেতুকে অঞ্চলটোক মাইক্ৰোনেছিয়া বোলা হয়। মাইক্ৰোনেছিয়াৰ দ্বীপসমূহ আগ্নেয়গিৰি আৰু প্ৰবালৰদ্বাৰা গঠিত। ইয়াৰ ২,১০০টা দ্বীপৰ মুঠ মাটিকালি ৩,০৭৯ বৰ্গ কিলোমিটাৰ (১,১৮৯ বৰ্গ মাইল) আৰু এই দ্বীপসমূহে প্ৰশান্ত মহাসাগৰৰ ১,১৬,৪৯,০০০ বৰ্গ কিলোমিটাৰ (৪৪,৯৭,০০০ বৰ্গ মাইল) এলেকা জুৰি আছে। মাইক্ৰোনেছিয়াৰ দ্বীপসমূহৰ ভিতৰত ১২৫টা দ্বীপতহে জনবসতি স্থাপন হৈছে। প্ৰশান্ত মহাসাগৰতে মাইক্ৰোনেছিয়া নামৰ এখন দ্বীপৰাষ্ট্ৰও আছে।

**মাইক্ৰোবায়োলজী** *Microbiology*

বেক্টেৰিয়া, ভাইৰাছ, ভেঁকুৰ আদি ক্ষুদ্ৰাতিক্ষুদ্ৰ জীৱ সম্পৰ্কে আলোচনা কৰা বিজ্ঞানৰ এটা শাখা; অণুজীৱ বিদ্যা। আৰম্ভণিতে এইবোৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ জীৱ বা অণুজীৱই কেনেকৈ ৰোগৰ সৃষ্টি কৰে সেই সম্পৰ্কে অনুসন্ধান কৰাই আছিল মাইক্ৰোবায়োলজীৰ একমাত্ৰ উদ্দেশ্য। কুৰি শতিকাৰ পৰা বিভিন্ন অণুজীৱৰ শাৰীৰিক গঠন, প্ৰাণ ৰসায়ন আৰু বংশগতিক লৈ কৰা চৰ্চা এই বিজ্ঞানৰ প্ৰধান বিষয় হৈ উঠে।

**মাইক্ৰোৱেভ** *Microwave*

অতি চুটি দৈৰ্ঘ্যৰ বিদ্যুৎ চুম্বকীয় (electromagnetic) অনাতাঁৰ তৰংগ।

বৰ্তমান আধুনিক মানুহৰ দৈনন্দিন জীৱনত বহুলভাৱে ব্যৱহৃত মাইক্ৰোৱেভ অ'ভেনকো (microwave oven) সংক্ষেপে কেৱল মাইক্ৰোৱেভ বোলা হয়। মাইক্ৰোৱেভ এক বিশেষ ধৰণৰ বৈদ্যুতিক ৰন্ধন সঁজুলি, যাৰ সহায়ত বৰ কম সময়তে ৰন্ধা-বঢ়া বা খোৱাবস্তু গৰম কৰিব পাৰি। মাইক্ৰোৱেভ তৰংগই যথেষ্ট তাপৰ সৃষ্টি কৰিব পাৰে আৰু এই তাপ কোনো খাদ্যবস্তুৰ উষ্ণতা কম সময়ৰ ভিতৰতে বঢ়োৱাত ব্যৱহাৰ কৰিব পাৰি। এই তত্ত্বৰ ওপৰতে ভিত্তি কৰি আধুনিক মাইক্ৰোৱেভ অ'ভেনবোৰ সাজি উলিওৱা হৈছে।

**মাওবাদ** *Maoism*

চীনৰ মুক্তি আন্দোলনৰ নেতা মাও চে তুঙে প্ৰবৰ্তন কৰা মতবাদ। মাও চে তুঙে মাৰ্ক্সবাদক

চীনৰ প্ৰয়োজনত ঈষৎ পৰিৱৰ্তন কৰি ব্যৱহাৰ কৰিছিল। তেওঁ চীনৰ পৰিপ্ৰেক্ষিতত কৃষক শ্ৰেণীৰ ভূমিকাক এটা পৰ্যায়ত অধিক গুৰুত্ব দিছিল। মাও চে তুং আছিল গ্ৰামীণ বিপ্লৱৰ (rural revoluation) অন্যতম প্ৰবক্তা। তেওঁৰ মতে কৃষক শ্ৰেণী সৰ্বহাৰাৰ শত্ৰু বা প্ৰতিযোগী নহয়, বৰং বন্ধু বা মিত্ৰ আৰু সহযোগীহে। তদুপৰি, বিপ্লৱ এক ক্ৰমিক আৰু চিৰন্তন ধাৰণা। মাও চে তুঙৰ নেতৃত্বত তেওঁৰ এই ধাৰণাৰ পৰাই চীনত সংঘটিত হৈছিল সাংস্কৃতিক বিপ্লৱৰ (Cultural Revolution)।

**মাছ কমিউনিকেছন**
*গণ সংযোগ চাওক*

**মাছ মিডিয়া**
*গণ মাধ্যম চাওক*

**মাজনিশা সূৰ্য উঠা দেশ** *The Land of Midnight Sun*
সাধাৰণতে মে' মাহৰ ১২ তাৰিখৰ পৰা জুলাই মাহৰ ২৯ তাৰিখলৈকে নৰৱেৰ নৰ্থ কেপ অঞ্চলটোত 'মাজনিশাৰ সূৰ্য' দেখিবলৈ পোৱা যায়। মাজৰাতি সূৰ্য দেখা যায় কাৰণে নৰৱেক 'মাজনিশা সূৰ্য উঠা দেশ' বুলি কোৱা হয়।

**মাডাৰবোৰ্ড** *Motherboard*
কম্পিউটাৰত ব্যৱহৃত প্ৰিণ্টেড চাৰ্কিট বোৰ্ড। ইয়াৰ ভিতৰত চেণ্ট্ৰেল প্ৰচেছিং ইউনিট, আন প্ৰচেছৰ, ডিভাইচ কণ্ট্ৰোলাৰ, এক্সপানশ্বন শ্লট আদি থাকে।

**মাণ্ডামাছ** *Mandamus*
উচ্চতৰ আদালতৰ পৰা নিম্ন আদালতলৈ দিয়া আদেশ; পৰমাদেশ। শব্দটোৰ সাধাৰণ অৰ্থ হ'ল, 'আমি তোমাক আদেশ দিছোঁ' (We command you)। উচ্চতম ন্যায়ালয় বা উচ্চ ন্যায়ালয়ে এনে মাণ্ডামাছৰ জৰিয়তে ৰাজহুৱা কাম সমাধা কৰিবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষক আদেশ দিব পাৰে।

**মাধ্যাকৰ্ষণ** *Gravity*
পৃথিৱীৰ ওপৰত থকা বস্তু এটাক পৃথিৱীয়ে নিজ মধ্যবিন্দুলৈ আকৰ্ষণ কৰা বল। ১৬৮৭ চনত ইংৰাজ বিজ্ঞানী ছাৰ আইজাক নিউটনে মাধ্যাকৰ্ষণ বলৰ সূত্ৰ আৱিষ্কাৰ কৰে। এই মাধ্যাকৰ্ষণ বলৰ বাবেই সকলো বস্তু তলৰ ফাললৈ আকৃষ্ট হয়। যিকোনো বস্তু ওপৰলৈ দলিয়াই দিলেও সি আকৌ তললৈ নামি আহে। *লগতে চাওক মহাকৰ্ষণ*

**মানৱতাবাদ** *Humanism*
মানুহ আৰু মানুহৰ সমাজ, মানুহৰ আত্মিক আৰু পাৰ্থিৱ উন্নতিক লৈ কৰা চিন্তা-ভাবনাৰে সাধাৰণ নাম মানৱতাবাদ। মানৱতাবাদে বিশ্বাস কৰে যে মানুহ মাত্ৰেই এক অন্তৰ্নিহিত শক্তি আৰু সম্ভাৱনা (potential) আছে। এই সম্ভাৱনাই মানুহৰ যাৱতীয় মূল্যবোধৰ ভিত্তি। সময়

সলনিৰ লগে লগে মানৱতাবাদৰ অৰ্থ আৰু তাৎপৰ্যৰ প্ৰসাৰ ঘটিছে। মানৱীয় গুণ আৰু ধৰ্ম, মানৱীয় জ্ঞান আৰু দৰ্শন আৰু মানৱীয় মূল্যবোধ, — এয়ে হ'ল সাম্প্ৰতিক কালৰ মানৱতাবাদৰ নিৰ্যাস।

**মানৱ সম্পদ** *Human Resources*

মানৱ সম্পদ শব্দদ্বয় একাধিক অৰ্থত ব্যৱহাৰ হয়। প্ৰথম, কোনো সংস্থাৰ জনশক্তি সেই সংস্থাৰ মানৱ সম্পদ। সংস্থা বা প্ৰতিষ্ঠানৰ কৰ্মীসকলৰ যি সামূহিক শ্ৰম, দক্ষতা, কৰ্মনিষ্ঠা আৰু উদ্যম সংস্থাৰ বাবে সম্পদ হিচাপে গণ্য কৰা হয় সিয়েই মানৱ সম্পদ। দ্বিতীয়তে, সাধাৰণভাৱে কোনো দেশ বা জাতিৰ শিক্ষা, জ্ঞান, মনন, প্ৰযুক্তিগত দক্ষতা সেই দেশৰ বা জাতিৰ সম্পদ বুলি যেতিয়া বিবেচিত হয়, তেতিয়া তাকো মানৱ সম্পদ বোলা হয়।

**মানৱাধিকাৰ** *Human Rights*

প্ৰকৃতিগত অধিকাৰৰেই (natural rights) আধুনিক নাম মানৱাধিকাৰ। মানুহ হিচাপে সমাজত বাচি থকাৰ বাবে যিবোৰ অধিকাৰ থকা একান্তই বাঞ্ছনীয়, তাকে সাধাৰণভাৱে মানৱাধিকাৰ বোলা হয়। ১৯৪৮ চনত ৰাষ্ট্ৰসংঘৰ সাধাৰণ সভাই 'মানৱাধিকাৰৰ সাৰ্বজনীন ঘোষণা-পত্ৰ' (Universal Declaration of Human Rights) প্ৰকাশ কৰে। তেতিয়াৰে পৰা সমগ্ৰ বিশ্বতে মানৱাধিকাৰে সৰ্বাধিক গুৰুত্ব লাভ কৰিবলৈ সমৰ্থ হয়। এই ঘোষণা-পত্ৰত নানা ধৰণৰ অৰ্থনৈতিক, ৰাজনৈতিক আৰু সাংস্কৃতিক অধিকাৰ উল্লেখ কৰা হয়। মানৱাধিকাৰৰ কোনো আইনগত বাধ্যবাধকতা নাই। কিন্তু বিভিন্ন আন্তৰ্জাতিক চুক্তিত মানৱাধিকাৰে স্বীকৃতি লাভ কৰাত ইয়াৰ গুৰুত্ব আৰু শক্তি বাঢ়িছে।

**মানসিক নিৰোধ** *Inhibition*

কিবা অপ্ৰীতিকৰ বা অনৈতিক ঘটনা ঘটাৰ আশংকাত কোনো কাম কৰাৰ পৰা সচেতনভাৱে বা অৱচেতনভাৱে বিৰত থকা; অৱদমন; মনোবাধা।

**মানুহৰ মন** *Human Mind*

মনৰ আভিধানিক অৰ্থ চিত্ত; অন্তঃকৰণ; অন্তৰত থকা ইন্দ্ৰিয়। কিন্তু বিজ্ঞানে এতিয়াও মানুহৰ মন সম্পৰ্কে পূৰ্ণ ব্যাখ্যা আগবঢ়াব পৰা নাই। মানুহৰ মন এতিয়াও বহু পৰিমাণে ৰহস্যাবৃত আৱৰা।

সামগ্ৰিকভাৱে জানিব পৰা গৈছে যে মগজু বা মস্তিষ্কত থকা অসংখ্য স্নায়ুকোষৰ ক্ৰিয়াকলাপৰ ফলেই হ'ল মানুহৰ 'মন'। দুজন মানুহ যেনেকৈ দেখাত সম্পূৰ্ণ একে নহয়, ঠিক তেনেকৈ এজন মানুহৰ মনটোও আন এজনৰ লগত নিমিলে। (অসমীয়া ফকৰা-যোজনাতো আছে, 'ধানটোৱে প্ৰতি কণটো, মানুহটোৱে প্ৰতি মনটো'।) মগজুৰ স্নায়ুকোষবোৰ 'উত্তেজিত' অথবা 'সংযত' হৈ থকাৰ ওপৰত মানুহৰ মন নিৰ্ভৰশীল। মগজুৰ স্নায়ুবোৰে সদায় স্থিৰ অৱস্থাত থাকিবলৈ বিচাৰে। পৰিস্থিতি সাপেক্ষে স্নায়ুবোৰে খৰকৈ কাম কৰে। যিকোনো এটা দৰকাৰী বা সোনকালে হ'ব লগা কামৰ বাবে ব্যক্তিজন ব্যস্ত হৈ থাকিলে বা ব্যক্তিজনৰ উত্তেজনাৰ সৃষ্টি হ'লে, স্নায়ুবোৰো উত্তেজিত হৈ থাকে। কামটো সমাধা নহ'লে বা উত্তেজনা ·াম কাটিলে স্নায়ুবোৰ আগৰ স্থিৰ অৱস্থালৈ লাহে লাহে ঘূৰি আহে। কিবা কথা বা ঘটনা মনৰ

ভিতৰতে ছাপ দি ৰাখিলে কেতিয়াবা মগজুৰ স্নায়ুবোৰে ভাৰসাম্য হেৰুৱায় আৰু ফলত নানা ধৰণৰ শাৰীৰিক প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ব পাৰে। মগজুৰ বিভিন্ন গ্ৰন্থিয়ে খং, ভয়, হিংসা, ক্ষোভ, লাজ, আনন্দ আৰু অসৎ প্ৰবৃত্তিৰ সৃষ্টি কৰে। মগজুত থকা হাইপোথেলমাছ নামৰ গ্ৰন্থিয়ে ব্যক্তিৰ বেয়া প্ৰবৃত্তিবোৰ নিয়ন্ত্ৰণ কৰাত সহায় কৰে। কিন্তু কোনো ঘটনাৰ ফলত যদি উত্তেজনা অতি বেছি হয় তেন্তে কেতিয়াবা এই হাইপোথেলমাছ গ্ৰন্থিবোৰে নিজৰ কাম কৰিব নোৱাৰা হয়; ফলত মগজুত কিছুমান ক্ৰিয়াৰ সৃষ্টি হৈ ব্যক্তিয়ে কু-কৰ্ম আদিত লিপ্ত হৈ পৰে।

## মাফিয়া *Mafia*

দেশীয় আৰু আন্তঃৰ্জাতিক পৰ্যায়ৰ সংগঠিত অপৰাধীৰ দল। ত্ৰয়োদশ শতিকাত ইটালীৰ ছিচিলি দ্বীপত এই নামৰ এটা গুপ্ত অপৰাধীৰ দল আছিল। এই দলৰ প্ৰধান কাম আছিল ড্ৰাগছৰ চোৰাং সৰবৰাহ। ক্ৰমে মাফিয়াৰ কৰ্মকাণ্ড ইটালীৰ মূল ভূখণ্ড আৰু আমেৰিকা যুক্তৰাষ্ট্ৰত বিয়পি পৰে। বৰ্তমান এই শব্দটোৰ অৰ্থ প্ৰসাৰিত হৈছে। মাফিয়া বুলিলে বৰ্তমান কোনো বে-আইনী অসামাজিক কাম-কাজত লিপ্ত সমাজবিৰোধী বা দুষ্কৃতিকাৰীৰ চক্ৰকে বুজোৱা হয়।

## মাৰাথন *Marathon*

ইতিহাস প্ৰসিদ্ধ মাৰাথন যুদ্ধৰ স্মৃতিত অনুষ্ঠিত ২৬ মাইল ৩৮৫ গজ (প্ৰায় ৪২.১৭৫ কিলোমিটাৰ) দৈৰ্ঘ্যৰ বিৰামহীন দৌৰ প্ৰতিযোগিতা। ১৮৯৬ চনত অনুষ্ঠিত আধুনিক অলিম্পিকত 'মাৰাথন দৌৰ' প্ৰতিযোগিতা অন্তৰ্ভুক্ত কৰা হয়।

## মাৰ্ক্সবাদ *Marxism*

জাৰ্মান অৰ্থনীতিবিদ, দাৰ্শনিক, বিপ্লৱী আৰু সমাজবাদী আন্দোলনৰ অন্যতম হোতা কাৰ্ল মাৰ্ক্সে (Karl Marx, ১৮০৮-১৮৮৩) উদ্ভাৱন কৰা বৈজ্ঞানিক সমাজবাদৰ ধাৰণা; মাৰ্ক্সীয় দৰ্শন। ৰাষ্ট্ৰত বুৰ্জোৱাৰ আধিপত্যৰ অৱসান ঘটাই সৰ্বহাৰাৰ একনায়কত্ববাদ প্ৰতিষ্ঠাই মাৰ্ক্সবাদৰ অন্তিম চৰ্ত। এই একনায়কত্ববাদত সম্পত্তিৰ অধিকাৰ থাকিব কেৱল ৰাষ্ট্ৰৰ হাততহে, ৰাষ্ট্ৰৰ ওচৰতে দায়বদ্ধ হ'ব জনসাধাৰণ। সেয়েহে এই ৰাষ্ট্ৰত সকলো নাগৰিকে ভোগ কৰিব সমানাধিকাৰ। ১৮৪৭ চনত ইউৰোপত কাৰ্ল মাৰ্ক্স আৰু তেওঁৰ বন্ধু ফেডৰিখ এংগেল্‌ছে প্ৰথমবাৰৰ বাবে পুৰণি সমাজ ব্যৱস্থাৰ পৰিবৰ্তন ঘটাই শ্ৰমিক শ্ৰেণীৰ দ্বাৰা নতুন সমাজ ব্যৱস্থা জন্ম দিয়াৰ কথা কৈছিল। এই ধাৰণাৰে পৰৱৰ্তী পৰ্যায়ত সমাজতন্ত্ৰ প্ৰতিষ্ঠাৰ অন্যতম দাবীদাৰ হিচাপে চিহ্নিত হ'ল মাৰ্ক্স-এংগেল্‌ছৰ যুটীয়া ফচল কমিউনিষ্ট মেনিফেষ্টো (ইস্তাহাৰ)। ১৮৪৮ চনত প্ৰথম জাৰ্মান ভাষাত প্ৰকাশিত মেনিফেষ্টোৰ অনুবাদ এতিয়া পৃথিৱীৰ সকলো ভাষাতে সহজলভ্য।

## মাৰ্চিয়েল আৰ্ট *Martial Art*

প্ৰধানকৈ এছিয়াৰ দেশসমূহত (চীন, কোৰিয়া, জাপান, প্ৰমুখ্যে) আত্ম-প্ৰতিৰক্ষাৰ বাবে বা ধৰ্মীয় কাৰণত প্ৰায় গোপনে বিকাশ হোৱা এক যুদ্ধ কলা; সমৰ কলা। ১৯৫০ চনমানৰ পৰাহে পশ্চিমীয় জগতত এই কলা জনপ্ৰিয় হৈ উঠে আৰু তাৰ পাছত এনে কৌশলবোৰক ক্ৰীড়াশৈলী হিচাপে বিকাশ কৰা হয়। মাৰ্চিয়েল আৰ্টবোৰৰ ভিতৰত কেইটামান জনপ্ৰিয় খেল হ'ল ঃ জুডো, কেৰাটে, টাইকোৱানডো, কুংফু ইত্যাদি।

**মাৰ্শ্ব টেষ্ট** *Marsh Test*
মানৱ দেহত আৰ্ছেনিকৰ অৱস্থিতি জানিবৰ বাবে কৰা পৰীক্ষা। ইংৰাজ ৰাসায়নিক জেমছ মাৰ্শ্বে (James Marsh, ১৭৮৯-১৮৪৬) ১৮৩৬ চনত আৰ্ছেনিকৰ বিষক্ৰিয়াত মৃত্যুবৰণ কৰা লোকৰ দেহত আৰ্ছেনিকৰ উপস্থিতি ধৰা পেলোৱা পদ্ধতি উদ্ভাৱন কৰে। মাৰ্শ্বে উদ্ভাৱন কৰা বাবে ইয়াৰ নাম মাৰ্শ্ব পৰীক্ষা বা মাৰ্শ্ব টেষ্ট। অপৰাধ বিজ্ঞানত মাৰ্শ্ব টেষ্টৰ বহুল প্ৰয়োগ আছে।

**মাৰ্শ্বাল** *Marshal*
উচ্চতম সামৰিক মৰ্যাদাৰ এজন বিষয়া বা এজন সামৰিক কমাণ্ডাৰ। সদন বা সংসদৰ অধ্যক্ষক আইন্-শৃংখলা বজাই ৰখাত সহায় কৰা মূল বিষয়াজনকো মাৰ্শ্বাল বোলা হয়।

**মালথাছৰ তত্ত্ব** *Malthusianism*
ইংৰাজ অৰ্থনীতিবিদ টমাছ ৰবাৰ্ট মালথাছে আগবঢ়োৱা জনসংখ্যা বৃদ্ধি সম্পৰ্কীয় সুপ্ৰসিদ্ধ তত্ত্ব। সংক্ষেপে এই তত্ত্বটো হ'ল ঃ জীৱন ধাৰণৰ উপায়বোৰতকৈ জনসংখ্যা বৃদ্ধিৰ গতি দ্ৰুততৰ। এই গতি নিয়ন্ত্ৰণৰ উপায় হ'ল নৈতিক সংযম অথবা ব্যাধি আৰু যুদ্ধ।

**মালিতা**
*বেলাড চাওক*

**মাল্টিমিডিয়া** *Multimedia*
কম্পিউটাৰৰ মাধ্যমত লেখাৰ (Text) লগতে সচল চিত্ৰ, স্থিৰ চিত্ৰ, সংগীত, গ্ৰাফিক্স, ৰেখাচিত্ৰ ইত্যাদিৰ সৃষ্টি কৰি তাক বিনোদন, শিক্ষা ইত্যাদিৰ কামত ব্যৱহাৰ কৰা এক প্ৰক্ৰিয়া বা উপায়। সাম্প্ৰতিক কালত চলচ্চিত্ৰৰ নানান ৰোমাঞ্চকৰ দৃশ্যাৱলী (special effect) ৰচনাত মাল্টিমিডিয়াই বিশেষ ভূমিকা পালন কৰে। কম্পিউটাৰত ছবি বা প্ৰতিকৃতিৰ বিৱৰ্ধন (enlargement) আদিৰ কামতো মাল্টিমিডিয়াৰ বিশাল ভূমিকা আছে।

**মাষ্ট হেড** *Masthead*
সংবাদপত্ৰৰ লগত জড়িত শব্দ। বাতৰিকাকত এখনৰ প্ৰথম পৃষ্ঠাৰ যি ঠাইত কাকতখনৰ নামটো ডাঙৰকৈ লিখা থাকে তাকে 'মাষ্ট হেড' বোলে। ই ক্ষেত্ৰবিশেষে নীড নামেৰেও পৰিচিত।

**মায়োপিয়া** *Myopia*
ওচৰৰ বস্তু পৰিষ্কাৰকৈ দেখা, কিন্তু দূৰৰ বস্তু নেদেখা হোৱা ৰোগ। এই দৃষ্টিদোষ সাধাৰণভাবে 'শ্বৰ্ট ছাইট' নামে জনাজাত।

**মিউনিক চুক্তি** *Munich Agreement*
১৯৩৮ চনৰ ২৯ ছেপ্টেম্বৰত হিটলাৰ, ডালভিয়েৰ, চেম্বাৰলিন আৰু মুছোলিনিয়ে (ক্ৰমে জাৰ্মানী, ফ্ৰান্স, ইংলেণ্ড আৰু ইটালীৰ হৈ) মিউনিকত স্বাক্ষৰ কৰা এখন চুক্তি। এই চুক্তি

অনুযায়ী চেকোশ্লোভাকিয়াৰ ছুডেটেনলেণ্ড অঞ্চল জাৰ্মানীক আৰু আন কিছু অঞ্চল হাংগেৰী তথা পোলেণ্ডক দিবলৈ নিৰ্দেশ দিয়া হয়।

**মিছ ৱৰ্ল্ড আৰু মিছ ইউনিভাৰ্ছ** *Miss World and Miss Universe*
১৯৫১ চনত গ্ৰেট ব্ৰিটেইনত 'মিছ ৱৰ্ল্ড' সৌন্দৰ্য প্ৰতিযোগিতাৰ আৰম্ভণি হয়। ইয়াৰ শ্লোগান আছিল 'এটা উদ্দেশ্যৰে সৈতে সৌন্দৰ্য' (Beauty with a Purpose)। 'মিছ ৱৰ্ল্ড' প্ৰতিযোগিতাৰ সাফল্যৰ পৰা অনুপ্ৰাণিত হৈ ১৯৫২ চনত আমেৰিকাৰ কুলেলিন ছুইম ছুইট কোম্পানীয়ে 'মিছ ইউনিভাৰ্ছ' প্ৰতিযোগিতা আৰম্ভ কৰে। এই প্ৰতিযোগিতাৰ শ্লোগান হ'ল 'বুদ্ধিৰ সৈতে সৌন্দৰ্য' (Beauty with Brain)। পাছত অৱশ্যে এই প্ৰতিযোগিতা পতাৰ অধিকাৰ বিভিন্ন কোম্পানীক বিক্ৰী কৰি দিয়া হয়। শেষত ৱাশ্বিংটনৰ 'ইণ্টাৰনেচনেল টেলিফোন এণ্ড টেলিগ্ৰাফ কোম্পানী'য়ে ইয়াৰ স্বত্ব কিনি লয়।

বিশ্বৰ এই দুয়োটা প্ৰখ্যাত সৌন্দৰ্য প্ৰতিযোগিতাৰ মূল পাৰ্থক্য হ'ল ঃ এটাৰ মূল আয়োজক ব্ৰিটিছসকল আৰু আনটোৰ আয়োজক আমেৰিকান। একেগৰাকী সুন্দৰীয়ে একে সময়তে দুয়োটা প্ৰতিযোগিতাত ভাগ ল'ব নোৱাৰে। বৰ্তমান এটা পৰম্পৰা হৈ পৰিছে যে কোনো দেশৰ প্ৰধান সৌন্দৰ্য প্ৰতিযোগিতাত বিজয়ীগৰাকীয়ে 'মিছ ইউনিভাৰ্ছ' প্ৰতিযোগিতাত (য'ত পেছাদাৰিত্বৰ ছাপ বেছিকৈ পৰিছে!) আৰু ৰাণাৰ্ছ-আপগৰাকীয়ে 'মিছ ৱৰ্ল্ড' প্ৰতিযোগিতাত অংশগ্ৰহণ কৰে।

**মিছাইল**
*গাইডেড আৰু বেলেষ্টিক মিছাইল চাওক*

**মিটাৰ** *Meter*
দৈৰ্ঘ্যৰ আন্তৰ্জাতিকভাৱে স্বীকৃত একক। আধুনিক সংজ্ঞা অনুসৰি সম্পূৰ্ণ শূন্যস্থানৰ মাজেদি পোহৰে ১/২৯,৯৭,৯২,৪৫৮ ছেকেণ্ডত যিমান দূৰ অতিক্ৰম কৰে তাকে মিটাৰ বোলা হয়। সাধাৰণভাৱে ১ মিটাৰ = ১০০০ চেণ্টিমিটাৰ = ৩৯.৩৭ ইঞ্চি = ৩.২৮০৮ ফুট।

**মিডিয়া** *Media*
সংবাদপত্ৰ, ৰেডিঅ' আৰু টেলিভিছনসহ গণমাধ্যম বা গণ সংযোগৰ মাধ্যমবোৰকেই সাধাৰণভাৱে মিডিয়া বা সম্প্ৰচাৰ মাধ্যম বোলা হয়। সম্প্ৰতি অৱশ্যে ইলেকট্ৰনিক মিডিয়া শব্দটোও সমান্তৰালভাৱে ব্যৱহৃত হৈছে।

**মিত্ৰ শক্তি, মিত্ৰ পক্ষ** *Allied Powers*
প্ৰথম আৰু দ্বিতীয় মহাসমৰত জাৰ্মানীৰ বিৰুদ্ধে ইংলেণ্ড, ফ্ৰান্স আৰু আমেৰিকাই গঢ়ি তোলা মৈত্ৰী।
*লগতে চাওক অক্ষ শক্তি*

**মিত্ৰাক্ষৰ ছন্দ** *Rhymed Verse*
কবিতাৰ দুই চৰণৰ শেষ বৰ্ণৰ পাৰস্পৰিক মিল থকা ছন্দ। যেনে ঃ 'আৰুনো কিমান দিয়া

বেদনাৰ বোজা, হে মোৰ হৃদয় দেৱতা? কৰুণ ৰোদন তুলি ভাঙি দিলা কিয় প্ৰাণ নিবিড় নিৰৱতা?'

## মিনামাটা ৰোগ *Minamata Disease*

**পাৰাৰ বিষক্ৰিয়াৰ ফলত হোৱা ৰোগ। মিনামাটা জাপানৰ এখন নগৰৰ নাম। তাৰ এটা ৰাসায়নিক উদ্যোগৰ পৰা বছৰৰ পাছত বছৰ জুৰি বৰ্জিত পদাৰ্থ হিচাপে পাৰা নিৰ্গত হৈ আছিল। এই বিষাক্ত ধাতুবিধে খাদ্য শৃংখলত প্ৰৱেশ কৰাৰ পাছত তাৰ স্থানীয় লোকসকলৰ মাজত ভয়াবহ পক্ষাঘাতজনিত আৰু জিনীয় বিসংগতি জড়িত ৰোগে দেখা দিছিল।**

## মিনাৰেল ৱাটাৰ *Mineral Water*

আভিধানিক অৰ্থত মিনাৰেল ৱাটাৰ হ'ল প্ৰাকৃতিক পুঙুৰ পৰা পোৱা খাব পৰা পানী বা কৃত্ৰিমভাৱে খনিজ দ্ৰব সংযুক্ত পানী। সাধাৰণভাৱে, মিনাৰেল ৱাটাৰ বুলিলে অৱশ্যে পিছৰটো, অৰ্থাৎ, কৃত্ৰিমভাৱে খনিজ দ্ৰব্য সংযোগ কৰি প্ৰস্তুত কৰা পানীকে বুজা যায়।

পানীত সাধাৰণতে বিভিন্ন পৰিমাণত খনিজ দ্ৰব্য, বীজাণু, বেক্টেৰিয়া আদি নিহিত হৈ থাকে। পানীক খোৱাৰ উপযোগী কৰি তোলোঁতে হানিকাৰক বীজাণু, বেক্টেৰিয়াৰ লগতে খনিজ দ্ৰব্যসমূহৰো কিছু অংশ নষ্ট হয়। খোৱাপানীত এই খনিজ দ্ৰব্যসমূহ এক নিৰ্দিষ্ট পৰিমাণত থকা প্ৰয়োজন। পানীৰ পৰা দূষিত পদাৰ্থবোৰ দূৰ কৰি, তাত নিৰ্দিষ্ট পৰিমাণত উপকাৰী খনিজ দ্ৰব্যবোৰ সংযুক্ত কৰি প্ৰস্তুত কৰা পানীকে 'মিনাৰেল ৱাটাৰ' বুলি কোৱা হয়।

পানীৰদ্বাৰা হ'ব পৰা বিভিন্ন ধৰণৰ অসুখৰ পৰিপ্ৰেক্ষিতত বৰ্তমান বটলত ভৰাই বিক্ৰী কৰা 'মিনাৰেল ৱাটাৰ' বেছ জনপ্ৰিয় হৈ পৰিছে।

## মিমিক্ৰী

*অনুকৃতি চাওক*

## মিশ্ৰ অৰ্থনীতি *Mixed Economy*

**উৎপাদন, বিতৰণ আদিৰ কিছু অংশ চৰকাৰৰ দ্বাৰা আৰু কিছু অংশ বেচৰকাৰী উদ্যোগত নিয়ন্ত্ৰণ বা পৰিচালিত হোৱা অৰ্থনৈতিক ব্যৱস্থা। মিশ্ৰ অৰ্থনীতিক পুঁজিবাদী আৰু সমাজতান্ত্ৰিক ব্যৱস্থাৰ এক সমন্বয়ো বোলা হয়।**

## মীমাংসা দৰ্শন

ভাৰতীয় দৰ্শনবিশেষ। মহৰ্ষি জৈমিনিয়ে প্ৰতিষ্ঠা কৰা এই দৰ্শন বেদৰ কৰ্মকাণ্ডৰ ওপৰত প্ৰতিষ্ঠিত। এই দৰ্শনে বেদক সমৰ্থন কৰে। মীমাংসা দৰ্শন অনুসৰি বেদ কোনো লোকৰ দ্বাৰা সৃষ্ট নহয়; অৰ্থাৎ ই অপৌৰুষেয়। এই দৰ্শনে স্পৰ্শ লাভৰ অৰ্থে কিছুমান কৰ্ম কৰিবলৈ নিৰ্দেশ দিছে। মীমাংসা দৰ্শনৰ সমৰ্থকসকলে স্বৰ্গ-নৰক আদি স্বীকাৰ কৰিলেও জগতৰ কৰ্তাৰূপে ঈশ্বৰক নামানে। ভাল কাম কৰিলেই ভাল ফল পোৱা যায় — এয়াই মীমাংসা দৰ্শনৰ সমৰ্থকসকলৰ মত।

## মুক্তক ছন্দ *Free Verse*

এক শ্ৰেণীৰ ছন্দসজ্জাবিশেষ। সাধাৰণ ছন্দৰ নিৰ্দিষ্ট বান্ধোনবোৰ মুক্তক ছন্দত নাথাকে।

অৰ্থাৎ, ছন্দৰ নিৰ্দিষ্ট, মাত্ৰাভিত্তিক পৰ্ব বিভাজন আৰু চৰণবোৰৰ অন্ত্যমিল ইয়াৰ মূল কথা নহয়। মুক্তক ছন্দক লয়যুক্ত গদ্য বুলিও কোৱা হয়। মুক্তক ছন্দই কাব্যক অতিৰিক্ত শক্তি দান কৰে বুলি বিভিন্নজনে মন্তব্য কৰিছে। সাম্প্ৰতিক কালত অধিক কবিতা মুক্তক ছন্দতে লিখা হৈছে।

**মুক্ত বজাৰ** *Free Market*

চাহিদা আৰু যোগানৰ ক্ষেত্ৰত কোনো চৰকাৰী নীতি-আইনৰ বাধা-নিষেধ নথকা, এক মুকলি বজাৰ। এনে বজাৰত চাহিদা, যোগান, মূল্য আদিত চৰকাৰ বা আন সংস্থাৰ নিয়ন্ত্ৰণ নাথাকে।

**মুক্ত বাণিজ্য** *Free Trade*

সামগ্ৰী আৰু সেৱাৰ মুক্ত প্ৰচলনত চৰকাৰে প্ৰত্যক্ষভাৱে সহায় নকৰা বা বাধাও নিদিয়া একপ্ৰকাৰ বাণিজ্যিক অৱস্থা।

**মুক্ত বিশ্ববিদ্যালয়** *Open University*

পঠন-পাঠনৰ বাবে শ্ৰেণীত উপস্থিত থাকিব নলগা বিশ্ববিদ্যালয়। এনে বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলে ঘৰতে বহি অনাতাঁৰ বা টেলিভিছনৰ মাধ্যমত আৰু বিশ্ববিদ্যালয়ে প্ৰেৰণ কৰা অধ্যয়ন সামগ্ৰী (study material), কিতাপ-পত্ৰ আদিৰ মাধ্যমেৰে তেওঁলোকৰ পাঠ্যক্ৰম সম্পূৰ্ণ কৰিব পাৰে।

**মুছলিম লীগ** *Muslim League*

ভাৰতত চলি থকা বংগ বিভাজন আন্দোলনৰ প্ৰতিক্ৰিয়াস্বৰূপে ১৯০৬ চনত ঢাকাত গঠিত ৰাজনৈতিক দল। ১৯৩৬ চনত মহম্মদ আলী জিন্নাই মুছলিম লীগত যোগ দিয়ে আৰু তেতিয়াৰে পৰা মুছলিম লীগ এক শক্তিশালী ৰাজনৈতিক দলত পৰিণত হয়। জিন্নাৰ নেতৃত্বত কেইবছৰমানৰ ভিতৰতে মুছলিম লীগ ভাৰতৰ মুছলমান সম্প্ৰদায়ৰ একমাত্ৰ প্ৰধান দলৰূপে স্বীকৃতি লাভ কৰে।

১৯৪০ চনৰ ২৩ মাৰ্চত লাহোৰত অনুষ্ঠিত মুছলিম লীগৰ সম্মিলনত মুছলমান সংখ্যাগৰিষ্ঠ ভাৰতীয় প্ৰদেশবোৰক লৈ মুছলমানসকলৰ বাবে স্বতন্ত্ৰ ৰাষ্ট্ৰ পাকিস্তান গঠনৰ দাবী উত্থাপিত হয়। সেই সম্মিলনতেই প্ৰথম প্ৰচাৰিত হয় 'দ্বিজাতি তত্ত্ব'। মহম্মদ আলী জিন্নাই তেওঁৰ সভাপতিৰ ভাষণত কয় যে ভাৰতৰ হিন্দু আৰু মুছলমান দুটা স্বতন্ত্ৰ 'জাতি' (Nation), সেয়ে দুটা জাতিৰ বাবে দুখন স্বতন্ত্ৰ ৰাষ্ট্ৰ লাগে। ১৯৪৬ চনৰ নিৰ্বাচনত পাকিস্তানৰ দাবীত মুছলিম লীগে আটাইবোৰ মুছলমান আসনত প্ৰতিদ্বন্দ্বিতা কৰে আৰু একমাত্ৰ সীমান্ত প্ৰদেশৰ বাহিৰে সকলোতে আশাতীত সফলতা লাভ কৰে। ফলত পাকিস্তানৰ দাবী সুপ্ৰতিষ্ঠিত হয় আৰু সেই দাবীত মুছলিম লীগ শেষ পৰ্যন্ত অবিচল হৈ থকাত ১৯৪৭ চনত গঠন হয় স্বতন্ত্ৰ পাকিস্তান ৰাষ্ট্ৰৰ।

**মুট কোৰ্ট** *Moot court*

কিছুমান কল্পনাপ্ৰসূত গোচৰ বিচাৰ কৰা এক নকল ন্যায়ালয়। আইনৰ ছাত্ৰসকলক প্ৰশিক্ষণ দিবলৈ এনে ন্যায়ালয়ৰ ব্যৱস্থা কৰা হয়।

## মুদ্ৰা সংকোচন *Deflation*

যেতিয়া কোনো দেশৰ মুদ্ৰাৰ পৰিমাণ উৎপাদনৰ পৰিমাণতকৈ কমে (প্ৰকৃততে উৎপাদনৰ পৰিমাণ, মুদ্ৰাৰ পৰিমাণতকৈ বাঢ়ে) তেতিয়া মুদ্ৰা সংকোচন হোৱা বুলি কোৱা হয়। মুদ্ৰা সংকোচন হ'লে সাধাৰণ মূল্যমান কমে আৰু মুদ্ৰাৰ মূল্য বাঢ়ি যায়।

## মুদ্ৰাস্ফীতি *Inflation*

যেতিয়া কোনো এখন দেশৰ মুদ্ৰাৰ পৰিমাণ উৎপাদনৰ পৰিমাণতকৈ বাঢ়ি যায় তেতিয়া মুদ্ৰাস্ফীতি হোৱা বুলি কোৱা হয়। অতিৰিক্ত মুদ্ৰাৰ অস্তিত্বই সাধাৰণ মূল্যমান বঢ়াই তোলে আৰু মুদ্ৰাৰ ক্ৰয় ক্ষমতা কমাই দিয়ে। সেইবাবে মুদ্ৰাস্ফীতিৰ ফলত নিৰ্দিষ্ট আয়ৰ লোক, দৈনিক হাজিৰা পোৱা লোক তথা দুখীয়া লোকসকলৰ সমস্যা হয়, কাৰণ মুদ্ৰাৰ ক্ৰয় ক্ষমতা কমিলেও তেওঁলোকৰ আয় নাবাঢ়ে। ফলত তেওঁলোকে একে পৰিমাণৰ বস্তুৰ বাবে অধিক খৰচ কৰিবলগীয়া হয় আৰু উদ্বৃত্ত ধনৰ পৰিমাণ কমি যায়। আনহাতে ব্যৱসায়ী, উৎপাদনকাৰী আৰু ধৰুৱাসকলৰ মুদ্ৰাস্ফীতিৰ ফলত লাভ হয়।

## মুভি কেমেৰা *Movie Camera*

চলচ্চিত্ৰ, টেলিভিছন আদিত (সাধাৰণতে) ব্যৱহাৰ কৰা কেমেৰা। চিনে কেমেৰা নামেৰেও সমধিক পৰিচিত। এনে কেমেৰাত এক ছেকেণ্ডত ২৪খন ফটো (যাক চলচ্চিত্ৰৰ ভাষাত 'ফ্ৰেম' বুলি কোৱা হয়) তোলা হয়। পাছত প্ৰজেক্টৰৰ সহায়ত প্ৰদৰ্শিত হওঁতে এইবোৰে দৰ্শকৰ দৃষ্টিত (দৃষ্টিনিবদ্ধতাৰ বাবে) এক চলমান ছবিৰ ধাৰণাৰ সৃষ্টি কৰে। লিখিত চিত্ৰনাট্যক চলচ্চিত্ৰত বাস্তৱায়িত কৰাত মুভি কেমেৰাৰ বিশেষ ভূমিকা আছে। মুভি কেমেৰা সাধাৰণতে ৮ মি মি, ১৬ মি মি, ৩৫ মি মি, ৭০ মি মি নানা ধৰণৰ হয় আৰু নিৰ্দিষ্ট ধৰণৰ কেমেৰাত কেৱল সেই নিৰ্দিষ্ট আকাৰৰ (formet) ফিল্ম ব্যৱহাৰ কৰিহে ছবি তুলিব পাৰি। আন যন্ত্ৰৰ দৰে মুভি কেমেৰাৰো এটা নিৰ্দিষ্ট কৰ্মপদ্ধতি আছে। কেতবোৰ বিশেষ আৰু সুনিৰ্দিষ্ট টেকনিক বা কলা-কৌশলৰ দ্বাৰা সেই কৰ্মপদ্ধতিয়ে ৰূপ পায়।

## মুৰৰ সূত্ৰ *Moore's Law*

ইনটেল কৰ্পোৰেচনৰ এজন প্ৰতিষ্ঠাপক গৰ্ডন মুৰেই (Gordon Moore) কৰা ভৱিষ্যদ্বাণীৰ ওপৰত নিৰ্ভৰ কৰি সৃষ্টি হোৱা এটা সূত্ৰ। ১৯৬৫ চনত মুৰেই ভৱিষ্যদ্বাণী কৰে যে পৰৱৰ্তী দহ বছৰত প্ৰতি বছৰে একোখন চিপত ৰাখিব পৰা ট্ৰেনজিষ্টৰৰ সংখ্যা দুগুণ হৈ যাব। তেওঁৰ এই ভৱিষ্যদ্বাণী আচৰিত ধৰণে সত্য প্ৰমাণিত হৈছিল আৰু সেইবাবে এই 'মুৰৰ সূত্ৰ' পাছত বিখ্যাত হৈ পৰে।

## মুং-ডুন-চুন-খাম *Mun-dun-chun-kham*

যোগিনীতন্ত্ৰ মতে প্ৰাচীন কামৰূপ চাৰিটা ভাগত বিভক্ত আছিল। তাৰে এটা ভাগ হ'ল সৌমাৰপীঠ। ভৰলীৰ পৰা দিকৰাই বা ডিক্ৰুঙলৈ — এই অঞ্চলটো সৌমাৰপীঠ নামে জনাজাত আছিল। এই সৌমাৰপীঠতে প্ৰথম আহোম ৰাজ্য প্ৰতিষ্ঠা হৈছিল বুলি জনা যায়। আহোমৰ উপৰিপুৰুষ খুনলুং আৰু খুনলাইয়ে দেৱতাৰ ৰাজ্যৰ আঠ লক্ষ দেৱতা আৰু বস্তুৰ

ৰজা লেংডনৰ নিৰ্দেশমতে পৃথিৱীলৈ আহিল। পৃথিৱীলৈ আহি সৌমাৰপীঠত যিখন ৰাজ্য প্ৰতিষ্ঠা কৰিলে সেইখনেই হ'ল মুং-ডুন-চুন-খাম, অৰ্থাৎ, সোণালী শইচৰে ভৰি থকা বাগিচাৰ দেশ। তেওঁলোকে প্ৰথমে এই ঠাইক মুংৰিংমুংৰাম (Mungrimungram), অৰ্থাৎ, মানুহ নোহোৱা দেশ বুলিছিল।

**মূকাভিনয়** *Mime*
মুখেৰে কথা নকৈ কেৱল ভাব-ভংগিৰে দেখুওৱা অভিনয়; নিৰ্বাক অভিনয়।

**মৃত্যুৰ হাৰ** *Death Rate*
কোনো এটা বছৰত প্ৰতি এহাজাৰজন মানুহৰ ভিতৰত মৃত্যুমুখত পৰা মানুহৰ সংখ্যা।

**মেকমোহন লাইন** *McMohan Line*
তিব্বত আৰু ব্ৰিটিছ-অধিকৃত ভাৰতৰ অন্তৰ্গত অসমৰ মাজৰ সীমা হিচাপে কল্পনা কৰা ৰেখা। ভূটানৰ পূব সীমাৰ পৰা হিমালয়ৰ ওপৰেদি ব্ৰহ্মপুত্ৰৰ বিশাল ভাঁজটোলৈকে, অৰ্থাৎ, য'ত ব্ৰহ্মপুত্ৰই অসমত প্ৰৱেশ কৰিছে, সেই ঠাইলৈকে এই সীমাৰেখাডাল কল্পনা কৰা হৈছে।

১৯৬২ চনৰ অক্টোবৰ-নৱেম্বৰ মাহত স্বাধীন ভাৰতৰ সৈতে হোৱা চীন-ভাৰত সীমা বিবাদৰ সময়ত মেকমোহন লাইনৰ দক্ষিণ দিশৰ ভাৰতৰ অন্তৰ্গত কিছু ঠাই চীনা সৈন্যই অধিকাৰ কৰিছিল। কিন্তু যুদ্ধবিৰতি ঘোষণাৰ পাছত চীনে সেই দখল ত্যাগ কৰে। চীনে অৱশ্যে এতিয়াও এই ৰেখাক আন্তৰ্জাতিক সীমাৰেখাৰূপে স্বীকৃতি দিয়া নাই।

**মেকাৰ্থিজম** *McCarthyism*
১৯৪০ চনৰ পৰা ১৯৫০ চনৰ ভিতৰত আমেৰিকা যুক্তৰাষ্ট্ৰত দেখা দিয়া তীব্ৰ কমিউনিজম বিৰোধী ঢৌ। মাৰ্কিন ছিনেটৰ যোছেফ মেকাৰ্থি (Joseph McCarthy, ১৯০৮-১৯৫৭) এই উগ্ৰ কমিউনিজম বিৰোধিতাৰ জনক। তেওঁৰ নামেৰেই এই তত্ত্ব মেকাৰ্থিজম নামে পৰিচিত। মেকাৰ্থিয়ে বহু উদাৰপন্থী মাৰ্কিন নাগৰিককো কমিউনিষ্ট বুলি চিহ্নিত কৰিছিল। মেকাৰ্থিজমে আমেৰিকাবাসী আৰু চৰকাৰ উভয়কে কমিউনিষ্ট আৰু কমিউনিজমৰ বিৰুদ্ধে সজাগতা সৃষ্টি কৰাৰ লগতে সদাসতৰ্ক হৈ থাকিবলৈ বাধ্য কৰালে। মেকাৰ্থিৰ মৃত্যুৰ (১৯৫৭) পাছত ক্ৰমে মেকাৰ্থিজমৰ প্ৰভাৱ লোপ পাবলৈ ধৰে।

**মেকিয়াভেলিয়ান** *Machiavellian*
নিজৰ ক্ষমতা আৰু প্ৰভুত্ব বজাই ৰাখিবলৈ চতুৰ আৰু অসৎ পদ্ধতিৰে জনগণক কৰা প্ৰতাৰণা। নৱজাগৰণৰ সময়ৰ ইটালীৰ ৰাজনীতিবিদ, কূটনীতিজ্ঞ নিকোলা মেকিয়াভেলি (Niccola Machiavalli. ১৪৬৯-১৫২৭) এই নীতিৰ জনক তথা ঘাই প্ৰবক্তা। মেকিয়াভেলিয়ান বুলিলে সেয়ে মেকিয়াভেলিৰ নীতিকে বুজোৱা হয়। মেকিয়াভেলি আছিল ৰাজনীতিত চৰম কূটকৌশল প্ৰয়োগৰ পক্ষপাতী। ৰাষ্ট্ৰৰ উদ্দেশ্য সিদ্ধিৰ বাবে যিবোৰ কাম-কাজ সচৰাচৰ অনৈতিক বুলি গণ্য কৰা হয়, তেনে কাম-কাজ গ্ৰহণতো পক্ষপাতী আছিল তেওঁ। মেকিয়াভেলিৰ মতে ষড়যন্ত্ৰ, বিশ্বাসঘাতকতা, মিথ্যাচাৰ আদিত কোনো দোষ নাই। তেওঁৰ সৰ্বাধিক পৰিচিত গ্ৰন্থ 'দি প্ৰিন্স' (The Prince, মূল ঃ *Il Principe*, ১৫৩২) এই নীতিৰ আকৰ

### মেগা *Mega*
প্ৰথম অৰ্থ, দহ্ লাখ বা এক মিলিয়ন; যেনে ঃ মেগাৱাট। দ্বিতীয় অৰ্থ, বিৰাট ডাঙৰ বা বহুসংখ্যক; যেনে ঃ মেগাষ্টাৰ।

### মেগা পিক্সেল *Mega Pixel*
ইংৰাজী Picture আৰু Element শব্দ দুটাৰ সমন্বয়ত Pixel শব্দটোৰ সৃষ্টি হৈছে। কম্পিউটাৰে মনিটৰৰ যোগে প্ৰদৰ্শন কৰা ছবি, নক্সা আদি (image) অথবা প্ৰিণ্টাৰৰ দ্বাৰা ছপা কৰা ছবি, নক্সা, — দুয়োক্ষেত্ৰতে কিছুমান ক্ষুদ্ৰাতিক্ষুদ্ৰ বিন্দুৰ দ্বাৰা ইইঁতক গঢ়ি তোলা হয়। এই বিন্দুসমূহ যিমানে ক্ষুদ্ৰ হ'ব, প্ৰদৰ্শিত ছবি, নক্সাও সিমানে নিখুঁত হ'ব। এনে একো একোটা বিন্দুক এটা পিক্সেল বুলি কোৱা হয়। কম্পিউটাৰৰ দ্বাৰা প্ৰদৰ্শন কৰিব লগা বা ছপা কৰিব লগা আখৰ, ছবি, ফটো আদিৰ ক্ষেত্ৰত এনে অসংখ্য বিন্দু বা পিক্সেল লগ লগায়েই মূল আকৃতিটো গঢ় দিয়া হয়। পিক্সেল হৈছে একোখন ছবি বা একোটা নক্সা গঠিত হোৱা উপাদানসমূহৰ ক্ষুদ্ৰতম একক। এনেকুৱা দহ্ লাখ (মিলিয়ন) পিক্সেলক একেলগে মেগা পিক্সেল বুলি কোৱা হয়। সম্প্ৰতি ডিজিটেল কেমেৰা, স্কেনাৰ, কম্পিউটাৰ মনিটৰ ইত্যাদিৰ দ্বাৰা কিমান নিখুঁত মানৰ ছবি, নক্সা লাভ কৰিব পৰা যাব সেয়া বুজাবলৈ এই মেগা পিক্সেল, চমুকৈ (MP) নামৰ একককটো ব্যৱহাৰ কৰা হয়।

### মেগ্নাকাৰ্টা *Magna Carta*
১২১৫ চনৰ ১৫ জুনত ইংলেণ্ডৰ ৰানিমিডত ৰজা দ্বিতীয় জনে (John II) বিক্ষুব্ধ বেৰনসকলৰ (অভিজাত শ্ৰেণী) দাবী মানি লৈ তেওঁলোকৰ লগত আপোচ-মীমাংসা কৰি স্বাক্ষৰ কৰা এক চনদ। চনদখনৰ সম্পূৰ্ণ নাম মেগ্নাকাৰ্টা লিবাৰ্টেটাম (Magna Carta Libertatum)।

প্ৰথম অৱস্থাত ৰজা জনে যদিও বেৰনসকলৰ হেঁচাত সেও মানিব খোজা নাছিল, পাছলৈ তেওঁৰ স্থিতি দুৰ্বল হৈ পৰে। তাৰ প্ৰধান কাৰণ হ'ল, তেওঁৰ দুৰ্বল নেতৃত্বৰ বাবে জনে ফ্ৰান্সৰ কিছু অধিকৃত অঞ্চল এৰি দিবলৈ বাধ্য হৈছিল। তদুপৰি ফ্ৰান্সৰ লগত হোৱা খৰচী অৰু অসফল যুদ্ধবোৰত অংশ গ্ৰহণ নকৰাৰ বাবে তেওঁ লৰ্ড আৰু নাইটসকলৰ ওপৰত যি বাধ্যতামূলক কৰ আৰোপ কৰিছিল, সেই কাৰ্যই মুঠেই জনসমৰ্থন লাভ কৰিব নোৱাৰিলে। পৰিস্থিতিৰ সুযোগ লৈ বেৰনসকলে তেওঁলোকৰ সামন্ততান্ত্ৰিক অধিকাৰ আৰু দেশত আইনী শাসন সাব্যস্ত কৰিবৰ বাবে ৰজাৰ ওপৰত হেঁচা প্ৰয়োগ কৰে। লণ্ডনৰ ওচৰৰ ৰানিমিডত (Runnumede) হোৱা দীঘলীয়া আলোচনাৰ অন্তত তেওঁলোক এই মীমাংসাত উপনীত হয়। মেগ্নাকাৰ্টা মূলতে হ'ল জন আৰু তেওঁৰ বেৰনসকলৰ মাজত স্বাক্ষৰিত এখন শান্তি চুক্তি। ইয়াত ৬৩টা অনুচ্ছেদ আছে। ইয়াৰ জৰিয়তে ৰজা জন সকলোৰে বাবে প্ৰযোজ্য হোৱাকৈ এক নিৰপেক্ষ আইনী ব্যৱস্থা প্ৰবৰ্তন কৰিবলৈ, সকলো মুক্ত মানুহক সুবিচাৰ তথা ন্যায় দিবলৈ আৰু দুৰ্নীতি বন্ধ কৰিবলৈ দায়বদ্ধ হৈ পৰে।

### মেছোজয়িক *Mesozoic*
আজিৰ পৰা ২৫ কোটি বছৰ আগৰ সময়ছোৱা; মধ্যান্তৰীয় জীৱৰ সময়। এই যুগতে যথেষ্ট

স্থলজীৱী উদ্ভিদ আৰু জন্তুৰ সৃষ্টি হৈছিল। এই জন্তুবোৰৰ ভিতৰত আছিল চৰাই, ডাইনোছৰ আৰু প্ৰথম পৰ্যায়ৰ স্তন্যপায়ী কিছুমান প্ৰাণী।

## মেছোস্ফেয়াৰ *Mesosphere*

পৃথিৱীৰ উপৰিভাগৰ ১০ কিলোমিটাৰৰ পৰা ৮০ কিলোমিটাৰ উচ্চতাৰ ভিতৰত থকা বায়ুমণ্ডলৰ স্তৰটো; মধ্যমণ্ডল। এই মণ্ডলত উষ্ণতা প্ৰথমে বাঢ়িবলৈ ধৰে। ক্ৰমে উচ্চতা বঢ়াৰ লগে লগে অৱশ্যে উষ্ণতা কমিবলৈহে ধৰে। এই স্তৰত সূৰ্যৰ বিভিন্ন ৰশ্মিৰ গোছসমূহৰো বিভিন্ন ৰাসায়নিক ক্ৰিয়া সংঘটিত হৈ থাকে। তদুপৰি এই মণ্ডলত বতৰ সদায় স্থিৰ থাকে।

## মেজিনো লাইন

ফ্ৰান্স আৰু জাৰ্মানীৰ মাজৰ সীমান্ত ৰেখা মাত্ৰ ৩২২ কিলোমিটাৰ। দ্বিতীয় মহাসমৰৰ সময়ত যেতিয়া জাৰ্মানী তীব্ৰ প্ৰত্যাহ্বানেৰে ব্ৰিটেইন আৰু ৰাছিয়াৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হ'ল তেতিয়া ফৰাচী চৰকাৰে ভাবিলে যে জাৰ্মানীয়ে ফ্ৰান্স আক্ৰমণ কৰাটো নিশ্চিত। সম্ভাব্য জাৰ্মান আক্ৰমণ প্ৰতিহত কৰিবৰ বাবে ফ্ৰান্সে সমগ্ৰ সীমান্ত ৰেখা জুৰি নিৰ্মাণ কৰিলে ৬ মিটাৰ বহল কংক্ৰিটৰ দুৰ্গ। এই দুৰ্গকেই 'মেজিনো লাইন' বুলি কোৱা হয়। পাছত অৱশ্যে ফ্ৰান্সে ভবামতেই জাৰ্মানীয়ে ফ্ৰান্স আক্ৰমণ কৰে আৰু দুৰ্ভেদ্য মেজিনো লাইন ধ্বংস কৰি ১৪ দিনীয়া যুদ্ধৰ অন্তত ফ্ৰান্সক পৰাস্ত কৰে।

## মেটাফিজিক্স

*অধিবিদ্যা চাওক*

## মেটিনি শ্বো

নাটক, চিনেমা, চাৰ্কাছ আদিৰ দুপৰীয়া প্ৰদৰ্শনী।

## মে-ডাম মে-ফি *Me-dum me-phi*

মৃতক আৰু উপৰিপুৰুষসকলক স্মৰণ কৰি তেওঁলোকৰ প্ৰতি প্ৰাৰ্থনা, শ্ৰদ্ধা তৰ্পণ কৰি আশীৰ্বাদ বিচাৰি টাই-আহোমসকলে পালন কৰা এক মাংগলিক অনুষ্ঠান। চুকাফাৰ দিনৰে পৰা অসমত মে-ডাম মে-ফি পালনৰ পৰম্পৰা চলি আহিছে। আহোম ৰাজত্ব শেষ হোৱাৰ পাছত পৰম্পৰা অনুসৰি চৰাইদেউ মৈদামত মে-ডাম মে-ফি পালন কৰা হৈছিল যদিও পাছলৈ এই প্ৰথা অসমৰ সকলো ঠাইতে আহোম সমাজত বিয়পি পৰে। মূলতঃ ই স্মৃতি তৰ্পণৰ অনুষ্ঠান যদিও সমান্তৰালভাৱে অন্যান্য অনুষ্ঠানো আয়োজন কৰা হয়। পুৱাৰ ভাগৰ গাম্ভীৰ্যপূৰ্ণ ধাৰ্মিক অনুষ্ঠান শেষলৈ উৎসৱমুখৰ আনন্দৰে সামৰণি পৰে। পূৰ্বতে চ'ত মাহত মে-ডাম মে-ফি পালন কৰা হৈছিল যদিও বৰ্তমান ৩১ জানুৱাৰীত ইয়াক পালন কৰা হয়।

## মেডিকেল ট্ৰেন্সক্ৰিপচন *Medical Transcription*

মেডিকেল ট্ৰেন্সক্ৰিপচন এনে এক ব্যৱস্থা যাৰ দ্বাৰা বহু দূৰৰ কোনো চিকিৎসকৰ ব্যৱস্থা-পত্ৰ প্ৰতিবেদন বা ৰিপোৰ্ট আৰু অন্যান্য তথ্য লিপিবদ্ধ ৰূপত ঠাইতে পাব পৰা যায়। টেলিকম সংযোগ ব্যৱস্থাৰ উপযোগী ব্যৱহাৰৰ যোগেদি এনে সুবিধা লাভ কৰিব পৰা গৈছে। এনে

ব্যৱস্থাত কম্পিউটাৰ, ইণ্টাৰনেট ব্যৱস্থা আৰু কেতিয়াবা কৃত্রিম উপগ্রহৰো সহায় লোৱা হয়। মেডিকেল ট্রেন্সক্রিপচনত চিকিৎসা বিজ্ঞানীৰ মৌলিক নির্দেশ, ৰিপোর্ট, ব্যৱস্থা-পত্র আদিক ডিজিটেল সংকেতলৈ পৰিৱর্তন কৰা হয়। এই সংকেতসমূহ টেলিকম ব্যৱস্থাৰে প্রেৰণ কৰা হয় আৰু গ্রাহক মূৰত মৌখিক বা লিখিত ৰূপত পুনৰ লাভ কৰিব পৰা যায়।

আন্তর্জাতিক স্বাস্থ্যসেৱা কোম্পানী আৰু ভাৰতৰো সংগঠিত কোম্পানীবোৰে ভাৰতত এনে মেডিকেল ট্রেন্সক্রিপচন ব্যৱস্থাৰ আৰম্ভণি কৰিছে।

## মেডিচি *Medici*

পঞ্চদশ শতিকাৰ পৰা অষ্টাদশ শতিকা পর্যন্ত ফ্লোৰেন্সৰ ৰাষ্ট্রনৈতিক ইতিহাস, অর্থনৈতিক সমৃদ্ধি আৰু শিল্পকলাৰ স্ফুৰণৰ লগত ওতপ্রোতভাৱে জড়িত এটা পৰিয়াল। অতি সাধাৰণ অৱস্থাৰ পৰা ব্যৱসায় আৰু বেংকিঙৰ জৰিয়তে এই পৰিয়াল এসময়ত অগাধ সম্পত্তিৰ অধিকাৰী হয়। পুঁজিবাদী শ্রেণীৰ প্রাধান্য প্রতিষ্ঠা হোৱাৰ লগে লগে ফ্লোৰেন্সত মেডিচিৰ প্রভাৱো বৃদ্ধি পাবলৈ ধৰে। ১৫৩২ চনলৈকে কোনো চৰকাৰী পদবী আদি নোহোৱাকৈয়ে মেডিচিসকলে সকলো চৰকাৰী কাম-কাজ পৰোক্ষভাৱে নিয়ন্ত্রণ কৰিছিল। একাধিকবাৰ এই পৰিয়ালক ফ্লোৰেন্সৰ পৰা বহিষ্কাৰো কৰা হৈছিল। এই পৰিয়াল আছিল শিল্প, সাহিত্য আৰু বিদ্যাচর্চাৰ পৃষ্ঠপোষক। পাছলৈ অৱশ্যে শক্তি আৰু ক্ষমতাৰ অপপ্রয়োগ কৰিবলৈ লোৱাত ১৭৩৭ চনত মেডিচি পৰিয়ালক ফ্লোৰেন্সৰ পৰা সম্পূর্ণৰূপে বহিষ্কাৰ কৰা হয়।

## মেণ্ডেলৰ সূত্র *Mendel's Law*

অষ্ট্রিয়াৰ ধর্মযাজক আৰু প্রকৃতি-বিজ্ঞানী গ্রেগৰ যোহান মেণ্ডেলে ১৮৬৬ চনত উদ্ভাৱন কৰা জীৱনৰ বংশগতি সম্বন্ধীয় এক সূত্র। এই সূত্র মতে পিতৃ আৰু মাতৃৰ ক্রমোজোম বা জিনৰ যোগেদি সতি-সন্ততিলৈ গুণ আৰু চৰিত্রৰ বিস্তাৰ ঘটে।

## মেদবহুলতা *Obesity*

দেহত অত্যধিক চর্বি জমা হোৱা বাবে বেছি ওজনযুক্ত হৈ পৰা অৱস্থা।

## মেনগ্রোভ *Mangrove*

ঘাইকৈ নদীৰ মোহনা অঞ্চলত ঘন অৰণ্যৰ সৃষ্টি কৰা, পানীৰ পৰা উঠা জটা শিপাৰে, লতাসদৃশ জলাহভূমিজাত উদ্ভিদ বিশেষ। লুণীয়া জলাহভূমি অঞ্চলত ঘাইকৈ মেনগ্রোভ অৰণ্য দেখা যায়। বিশ্বৰ বিষুবীয় আৰু উপবিষুবীয় অঞ্চলৰ সমুদ্রতীৰ এনে অৰণ্যৰে সমৃদ্ধ। মেনগ্রোভ অৰণ্যই মাটিক ধৰি ৰাখে, পাৰ ভাঙিবলৈ নিদিয়ে। ভাৰতৰ উপকূলভাগৰ সর্বত্র মেনগ্রোভ অৰণ্য দেখিবলৈ পোৱা যায়। এই অৰণ্যৰ কালি ৬,৭৪০ বর্গ কিলোমিটাৰ (বিশ্বৰ মেনগ্রোভ অৰণ্যৰ সাত শতাংশ)। উত্তৰ আন্দামান আৰু নিকোবৰ, সুন্দৰবন, ভিতৰ কণিকা, কৰণিকা আদি ভাৰতৰ কেইখনমান উল্লেখযোগ্য মেনগ্রোভ অৰণ্য।

## মেনিকিঅ'ৰ *Manicure*

হাত আৰু নখৰ প্রসাধনিক যত্ন তথা পৰিচর্যা। ছাল কোমল কৰা, নখ কটা বা হাতত পেইণ্টিং কৰা আদি মেনিকিঅ'ৰৰ অন্তর্গত।

**মেনিন্‌জাইটিছ** *Meningitis*

বেক্টেৰিয়াৰ আক্ৰমণৰ ফলত দেখা দিয়া মস্তিষ্কাৱৰণৰ প্ৰদাহ। প্ৰচণ্ড জ্বৰ, মূৰৰ বিষ, দৃষ্টিশক্তি হ্ৰাস আদি উপসৰ্গই দেখা দিয়া মেনিন্‌জাইটিছৰ সময়মতে চিকিৎসা নকৰালে ৰোগীৰ বাবে গুৰুতৰ হ'ব পাৰে।

**মেনোপজ** *Menopause*

(সাধাৰণতে) ৪৫-৫০ বছৰৰ ভিতৰত নাৰীৰ স্বাভাৱিক ঋতু ক্ৰমশঃ বন্ধ হৈ যোৱা জৈৱিক ক্ৰিয়া; ঋতুবন্ধ; ৰজোনিবৃত্তি। মেনোপজ নাৰী দেহৰ এক প্ৰাকৃতিক পৰিণাম। যৌৱনৰ সমাপ্তি আৰু বাৰ্ধক্যৰ সূচনা পৰ্বৰ এই সন্ধিসময়ক প্ৰৌঢ়ত্ব বোলা হয়। সাধাৰণতে ৪৫-৫০ বছৰৰ ভিতৰত মেনোপজ হয় যদিও কেতিয়াবা ৩০ বা ৬০ বছৰ বয়সতো মেনোপজ হ'ব পাৰে। জলবায়ু, পৰিৱেশ, জীৱন যাপনৰ ধৰণ ইত্যাদিৰ প্ৰভাৱত মেনোপজৰ তাৰতম্য ঘটে। ইষ্ট্ৰেজেন নামৰ হৰমনৰ নিঃসৰণ বন্ধ হ'লে সাধাৰণতে নাৰীৰ মেনোপজ হয়।

**মেমোৰী কাৰ্ড** *Memory Card*

কম্পিউটাৰ, লেপ্‌টপ্‌, মোবাইল ফোন, ডিজিটেল কেমেৰা আদিৰ সৈতে সংযোগ কৰি তথ্য সংৰক্ষণ কৰিব পৰা ক্ষুদ্ৰমানৰ চিপ। উল্লিখিত আহিলাসমূহত মেমোৰী কাৰ্ড লগাবৰ বাবে একোটা নিৰ্দিষ্ট খাজ (slot) থাকে আৰু সেই নিৰ্দিষ্ট খাজত লগাই মেমোৰী কাৰ্ড কাৰ্যক্ষম কৰিব পৰা যায়। এনে অৱস্থাত ইয়াত নতুন তথ্য ভৰাব পৰা যায় আৰু তাত ইতিমধ্যে সোমাই থকা তথ্যসমূহ চাব পৰা যায় আৰু প্ৰয়োজনসাপেক্ষে সালসলনি ঘটাব বা কাটি পেলাব পৰা যায়। মেমোৰী কাৰ্ডক সহজে এটা আহিলাৰ পৰা খুলি আন এটা আহিলাত লগাব পাৰি। মেমোৰী কাৰ্ডৰ আগমনে ডিজিটেল আহিলাসমূহ আকাৰত নিচেই ক্ষুদ্ৰ অথচ বৃহৎ পৰিমাণৰ তথ্য সংৰক্ষণ কৰিব পৰা এক নিৰ্ভৰযোগ্য আৰু শক্তিশালী আহিলাৰূপে গঢ়ি তুলিছে। বৰ্তমান সময়ত বজাৰত ১ জিবিৰ (GB) পৰা ১৬ জিবি পৰ্যন্ত মেমোৰী কাৰ্ড পোৱা যায়।

**মেৰুপ্ৰভা** *Aurora*

পৃথিৱীৰ দুই মেৰু অঞ্চলৰ (দৰাচলতে দুই চুম্বকীয় মেৰুৰ) ওপৰৰ বায়ুমণ্ডলত দেখা পোৱা ধেনুভিৰীয়া উজ্জ্বল মনোমোহা পোহৰৰ আভা। মেৰুপ্ৰভা বুজোৱা ইংৰাজী 'অৰোৰা' শব্দটো লেটিন শব্দ। ইয়াৰ অৰ্থ অৰুণোদয় (dawn)। উত্তৰ মেৰুৰ ওচৰত মেৰুপ্ৰভাৰ বৰণ এনেধৰণৰ, যেন সূৰ্য উদয় হ'বৰহে হৈছে। দুই মেৰুৰ ফালে সৃষ্টি হোৱা মেৰুপ্ৰভাৰ নামো বেলেগ। উত্তৰ মেৰুৰ ওচৰত দেখা মেৰুপ্ৰভাক সুমেৰু প্ৰভা (Aurora Borealis, অৰ্থঃ উত্তৰ অৰুণোদয়) আৰু দক্ষিণ মেৰুৰ ফালে দৃশ্যমান মেৰুপ্ৰভাক কুমেৰু প্ৰভা (Aurora Australis, অৰ্থঃ দক্ষিণ অৰুণোদয়)।

মেৰুপ্ৰভা ভূপৃষ্ঠৰ ওপৰৰ প্ৰায় ৮০ কিলোমিটাৰ ওপৰৰ পৰা ৯৬০ কিলোমিটাৰ ওপৰলৈকে দেখা যায়।

**মেলাপ্ৰপিজম** *Malapropism*

বাক্য কওঁতে বা লিখোঁতে এটা শব্দক প্ৰায় একে উচ্চাৰণৰ আন এটা শব্দৰ ঠাইত ভুলকৈ বা

খেলিমেলিকৈ প্ৰয়োগ কৰা; অসংগত শব্দ প্ৰয়োগ। ইংৰাজ নাট্যকাৰ ৰিচাৰ্ড শ্বেৰিডানৰ (Richard Sheridan, ১৭৫১-১৮১৬) 'দি ৰাইভেলছ' (১৭৭৫) নামৰ নাটকখনৰ এটা চৰিত্ৰ মিছেছ মেলাপ্ৰপৰ (Mrs Malaprop) পৰা এই শব্দটো সৃষ্টি হৈছিল। মিছেছ মেলাপ্ৰপে নিজকে শিক্ষিতা বুলি প্ৰদৰ্শন কৰিবলৈ গৈ এনে ধৰণৰ অসংগত শব্দৰ সঘন প্ৰয়োগ কৰিছিল।

## মেলোড্ৰামা *Melodrama*

গ্ৰীক মেলোছ (melos) আৰু ফৰাচী ড্ৰাম (drame) শব্দৰ সংমিশ্ৰণত মেলোড্ৰামা শব্দটোৰ উৎপত্তি হৈছে। ইয়াৰ মূলগত অৰ্থ গীতিনাটক (song-drama)। আদিতে এনে ধৰণৰ নাটকৰ সংলাপবোৰ গীতিধৰ্মী বা গীতিময় আছিল। বৰ্তমান অৱশ্যে মেলোড্ৰামা বা অতি-নাটক শব্দটোৱে আন অৰ্থ বা মাত্ৰা লাভ কৰিছে। বৰ্তমান মেলোড্ৰামা বুলিলে ৰোমাঞ্চকৰ, ভাবপ্ৰৱণতাপূৰ্ণ মিলনান্ত নাটককে বুজোৱা হয়।

## মে' দিৱস *May Day*

প্ৰতি বছৰৰ ১ মে' দিনটো আন্তৰ্জাতিক শ্ৰমিক দিৱস হিচাপে উদযাপন কৰা হয়। এই দিৱসকে চমুকৈ মে' দিৱস বুলি জনাজাত। ১৮৯০ চনৰ ১ মে'ৰ পৰা প্ৰতিবছৰে সেই দিনটো মে' দিৱস বা আন্তৰ্জাতিক শ্ৰমিক দিৱস হিচাপে পালন কৰা হৈ আহিছে। এই দিৱসত শ্ৰমিক আন্দোলনৰ কথা স্মৰণ কৰি আন্তৰ্জাতিক শ্ৰমিক মৈত্ৰী সুদৃঢ় কৰাৰ সংকল্প দোহৰা হয়।

## মোৱামৰীয়া বিদ্ৰোহ *Moamoria Rebelion*

আহোম ৰাজত্বকালত অসমত আহোমৰ বিৰুদ্ধে ১৭৬৯ চনৰ পৰা ১৮০৫ চনৰ ভিতৰত মোৱামৰীয়াসকলে কেইবাবাৰো বিদ্ৰোহ কৰে। অসমৰ ৰাজনৈতিক বুৰঞ্জীত বিশেষ তাৎপৰ্য বহন কৰা এই ঘটনাই মোৱামৰীয়া বিদ্ৰোহ নামে প্ৰখ্যাত। বৰৰজা ফুলেশ্বৰী কুঁৱৰী আৰু কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ কাৰ্যকলাপত অপমানিত আৰু অসন্তুষ্ট মোৱামৰীয়াসকলে এই বিদ্ৰোহৰ গুৰি ধৰিছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱা আৰু বৰৰজা ফুলেশ্বৰী কুঁৱৰীৰ অদূৰদৰ্শিতা আৰু বশ্যতামূলক নীতিয়েই আছিল এই বিদ্ৰোহৰ মূল কাৰণ। ১৭৭০ চনত মোৱামৰীয়া বিদ্ৰোহৰ 'প্ৰতি বিপ্লৱ'ৰ সমৰ্থনত গোট খোৱা প্ৰজাই লক্ষ্মী সিংহক ৰজা পাতি মোৱামৰীয়া গোসাঁই আৰু মোৱামৰীয়াৰ স্বয়ম্ভু ৰজা ৰমাকান্তকে ধৰি বিদ্ৰোহৰ নেতাসকলক মৃত্যুদণ্ড দিয়ে। ফলত পুনৰ জ্বলি উঠে বিদ্ৰোহৰ জুই। লক্ষ্মী সিংহৰ পাছত তেওঁৰ পুত্ৰ গৌৰীনাথ সিংহ ৰজা হয়। তেৱোঁ মোৱামৰীয়াসকলৰ ওপৰত অত্যাচাৰ চলোৱাত ১৭৮২ চনত মোৱামৰীয়াসকলে পুনৰ বিদ্ৰোহ কৰে। ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে সৈন্যদলৰ সহায়ত এই বিদ্ৰোহ দমন কৰে যদিও মোৱামৰীয়াসকলে ছেগাচোৰোকাকৈ আক্ৰমণ চলায়েই থাকে। ১৭৮৬ চনত মোৱামৰীয়াসকলে গড়গাঁও অধিকাৰ কৰে। গৌৰীনাথ সিংহে পলাই গুৱাহাটী পায়গৈ। অৱশ্যে পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে অ'ত-ত'ত সেনা সংগঠিত কৰি মোৱামৰীয়াৰ বিৰুদ্ধে যুদ্ধ তথা প্ৰতিৰোধ চলাই থাকে। নামনি অসমতো বিদ্ৰোহে দেখা দিয়াত গৌৰীনাথ সিংহই ইংৰাজৰ সহায় বিচাৰিলে। ১৭৯২ চনত কেপ্টেইন ৱেলছৰ নেতৃত্বত এদল ব্ৰিটিছ সেনা আহে আৰু বিদ্ৰোহীসকলক মষিমূৰ কৰে। ১৭৯৪ চনত ৱেলছ উভতি যায়। লগে লগে মোৱামৰীয়াসকলে পুনৰ আক্ৰমণ কৰি ৰংপুৰ দখল কৰে। গৌৰীনাথ সিংহই ব্ৰিটিছ বাহিনীৰ আৰ্হিত এক সৈন্যদল গঠন কৰিবলৈ দুজন ব্ৰিটিছ বিষয়াক প্ৰশিক্ষণৰ দায়িত্ব দিয়ে। এই

সৈন্যদলৰ সহায়তে পাছলৈ আহোম ৰজাই মোৱামৰীয়াকে ধৰি আন শত্ৰুৰ বিৰুদ্ধে বীৰত্বৰে থিয় দিব পাৰিছিল।

গৌৰীনাথ সিংহৰ মৃত্যুৰ (১৭৯৪) পাছতো অৱশ্যে মোৱামৰীয়াসকলে দুই-এঠাইত আক্ৰমণ কৰে। কিন্তু বুঢ়াগোহাঁইৰ সুপ্ৰশিক্ষিত সৈন্যদলে সেইবোৰ দমন কৰিবলৈ সমৰ্থ হয়। ১৭৯৯ চনত পৰ্যুদস্ত মোৱামৰীয়াসকলে তেওঁলোকৰ ৰংপুৰৰ ৰজাৰ ('ভাৰতী' ৰজা) নেতৃত্বতে বেংমৰাত শেষ উল্লেখযোগ্য আক্ৰমণ চলায়। কিন্তু বুঢ়াগোহাঁইৰ সৈন্যদলে প্ৰত্যাক্ৰমণ চলোৱাত ৰজা নিহত হয়।

তাৰ পাছতো ১৮০৩ আৰু ১৮০৫ চনত আহোম সৈন্যৰ লগত মোৱামৰীয়া বিদ্ৰোহীৰ দুবাৰ সংঘৰ্ষ হয়। পিছে, বুঢ়াগোহাঁয়ে ৰাজনৈতিকভাৱে এই সমস্যা সমাধান কৰিবলৈ চলোৱা চেষ্টাৰ পৰিপ্ৰেক্ষিতত মোৱামৰীয়াৰ পৰা অধিক সমস্যাৰ সৃষ্টি নহ'ল।

### মৌখিক সাহিত্য *Oral Literature*

অতীতৰে পৰা বিভিন্ন ধৰণৰ বিশ্বাস, কাহিনী, গীত-মাত, কিংবদন্তি আদি মানুহৰ মুখে মুখে পুৰুষানুক্ৰমে চলি আহিছে। এনেদৰে মুখে মুখে চলি অহা সাহিত্যকে মৌখিক সাহিত্য আখ্যা দিয়া হৈছে। এনেবোৰ ৰচনাৰ ৰচক কোন আছিল জনা নাযায়। মানুহৰ মুখে মুখে এইবোৰৰ ৰূপ যথেষ্টখিনি সলনি হৈ সমাজৰ সামূহিক সৃষ্টি যেন হ'লগৈ। সেয়ে এই সাহিত্যক জন-সাহিত্যও আখ্যা দিয়া হয়।

### মৌলবাদ *Fundamentalism*

আদিতে মৌলবাদ শব্দটোৱে বুজাইছিল বাইবেলৰ ওপৰত অভ্ৰান্ত বিশ্বাস। বৰ্তমান অৱশ্যে শব্দটোৰ অৰ্থৰ প্ৰসাৰ ঘটিছে। সাম্প্ৰতিক কালত মৌলবাদ বুলিলে ঘাইকৈ ইছলামীয় মৌলবাদকে বুজোৱা হয়। যিসকলে ইছলামীয় মৌলবাদৰ কথা কয়, তেওঁলোকে মুছলমানসকলৰ ধৰ্মীয় গোড়ামিৰ কথাকে ক'ব খোজে। মৌলবাদীসকল গোড়া, আধুনিকতা আৰু সকলো ধৰণৰ পৰিৱৰ্তন বা সংস্কাৰৰ বিৰোধী। মৌলবাদীসকলৰ মাজত পৰমতসহিষ্ণুতা বা ধৰ্মীয় উদাৰতা দেখা নাযায়। বহুসময়ত মৌলবাদে উগ্ৰবাদৰো জন্ম দিয়ে। অৱশ্যে কম-বেছি পৰিমাণে আন ধৰ্মৰ সমৰ্থকসকলৰ মাজতো মৌলবাদ আছে। যেনে ভাৰতত আছে হিন্দু মৌলবাদ। অসহিষ্ণু আৰু গোড়া হিন্দুসকলক হিন্দু মৌলবাদী আখ্যা দিয়া হয়।

# য

### যতি চিহ্ন *Punctuation Mark*

পঢ়োঁতে ৰ'বলগীয়া ঠাই সূচোৱা দাড়ি, কমা আদি চিন। কোনো কোনো এটা বাক্য একে সুৰতে লেথাৰি নিছিগাকৈ পঢ়ি গ'লে তাৰ অৰ্থ স্পষ্ট নহয় আৰু সেইদৰে পঢ়িবলৈও অসুবিধা। সেয়ে বাক্য এশাৰী পঢ়ি যাওঁতে ক'ত ৰ'ব লাগে, কিমান সময় ৰ'ব লাগে আৰু

বাক্যশাৰীৰ ভাব সম্পূৰ্ণকৈ সুৱলাকৈ পঢ়ি যাবৰ বাবে কিছুমান চিহ্ন ব্যৱহাৰ কৰা হয়। এইবোৰেই হ'ল যতি চিহ্ন। যেনে ঃ কমা (,), ছেমিকোলন (;), দাৰি (।) ইত্যাদি।

**যক্ষগান**

কৰ্ণাটকত প্ৰচলিত এবিধ নাট্যাভিনয় ৰীতি, সাধাৰণতে ৰামায়ণ-মহাভাৰতৰ কাহিনীক লৈ এনে নাট্যাভিনয় কৰা হয়।

**যক্ষ্মা** *Tuberculosis*

হাওঁফাওঁ ক্ষয় কৰা জীৱাণুজনিত ৰোগ; টি বি (TB) নামেৰেও সমধিক পৰিচিত। যক্ষ্মা ৰোগে প্ৰধানকৈ হাওঁফাওঁত আক্ৰমণ কৰে যদিও শৰীৰৰ প্ৰায় সকলো ঠাইতে এই ৰোগৰ লক্ষণে দেখা দিব পাৰে। ৰোগীয়ে কাহোঁতে, হাঁচিয়াওঁতে নাইবা থু-খেকাৰ পেলাওঁতে ৰোগৰ জীৱাণু সুস্থ লোকৰ শৰীৰলৈ বিয়পে। হাওঁফাওঁত যক্ষ্মা ৰোগ হ'লে কাহ, জ্বৰ, দুৰ্বল অনুভৱ, ওজন কমি যোৱা, বুকুৰ বিষ আদিৰ উপৰি কাহোঁতে তেজ ওলাব পাৰে। আমাৰ দেশত কাহত তেজ ওলোৱাৰ ঘাই কাৰণ হ'ল যক্ষ্মা।

সাধাৰণতে ৰোগীৰ খেকাৰ আৰু এক্স-ৰে' পৰীক্ষা কাৰ এই ৰোগ নিৰূপণ কৰা হয়। সময়মতে যথোচিত চিকিৎসাৰ দ্বাৰা যক্ষ্মা ৰোগ নিৰাময় কৰা সম্ভৱ হৈছে। তদুপৰি শৰীৰে যাতে যক্ষ্মা ৰোগৰ প্ৰতিষেধক ক্ষমতা অৰ্জন কৰিব পাৰে তাৰ বাবে বি চি জি (B C G : Bacille Calmette Guerin) ছিটাৰো প্ৰৱৰ্তন হৈছে।

**যাউতিযুগীয়া চহৰ** *Eternal City*

ইটালীৰ ৰাজধানী ৰোমক যাউতিযুগীয়া চহৰ বুলি কোৱা হয়। পুৰণি কালত প্ৰখ্যাত ৰোমান লেখক অভিড, টি বুলাছ আদিয়ে তেওঁলোকৰ মৰমৰ ৰোম নগৰখনক বুজাবলৈ 'আৰ্ব্ছ এনটেনা' (Urbs Antenna) শব্দ দুটা (যাৰ অৰ্থ, eternal city বা যাউতিযুগীয়া চহৰ) ব্যৱহাৰ কৰিছিল। পাছত ৰোমৰ আন অধিবাসীসকল আৰু অন্যান্য লোকেও ৰোমক এই বিশেষণকে দিবলৈ লয়।

খ্ৰীষ্টপূৰ্ব ৭৫৩ মানত ৰমুলাছে ৰোম নগৰখন প্ৰতিষ্ঠা কৰে। এখন সৰু গাঁৱৰ পৰা ই এখন মহানগৰ আৰু তাৰ পাছত সমগ্ৰ বিশ্বৰে এখন শক্তিশালী ৰাষ্ট্ৰ হিচাপে গঢ় লয় আৰু সভ্যতা-সংস্কৃতিৰো কেন্দ্ৰ হৈ উঠে। ৰোমৰ প্ৰতিজন অধিবাসী, ৰোমৰ এনে উন্নতিত গৌৰবান্বিত হৈ পৰে আৰু ৰোমক যাউতিযুগীয়া মহানগৰ হিচাপে আখ্যা দিবলৈ লয়। তেওঁলোকে বিশ্বাস কৰিছিল যে ৰোমে সময়বালিত এক স্থায়ী চিন পেলাব পাৰিব আৰু সমগ্ৰ বিশ্বৰ মানুহে ৰোমৰ অৱস্থিতি আৰু অৱদানক কেতিয়াও পাহৰিব নোৱাৰিব। বিশ্ব ইতিহাসত ৰোম সকলো সময়তে আছিল ইউৰোপীয় সভ্যতাৰ প্ৰতীক। সেয়ে ইয়াৰ 'যাউতিযুগীয়া চহৰ' আখ্যা যথাৰ্থ বুলি বিশেষজ্ঞসকলে মত প্ৰকাশ কৰিছে।

**যুক্তৰাষ্ট্ৰীয় ব্যৱস্থা** *Federalism*

কেন্দ্ৰীয় আৰু প্ৰাদেশিক চৰকাৰৰ মাজত স্পষ্ট আৰু স্বীকৃত ক্ষমতা বিভাজন থকা শাসন ব্যৱস্থা। যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাৰ মূল বৈশিষ্ট্য হ'ল ক্ষমতাৰ বিকেন্দ্ৰীকৰণ। এই মূল বৈশিষ্ট্যৰ

উপৰি যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাৰ কেইটামান গৌণ বৈশিষ্ট্যও আছে। যেনে ঃ দ্বিকক্ষীয় সংসদ, লিখিত সংবিধান, উচ্চতম ন্যায়ালয় বা বিশেষ সাংবিধানিক উচ্চ ন্যায়ালয়, যাৰ দ্বাৰা সংবিধান ৰক্ষা কৰা সম্ভৱ হয়।

# ৰ

**ৰক্তচাপ**
*ব্লাড প্ৰেছাৰ চাওক*

**ৰক্তহীনতা**
*এনিমিয়া চাওক*

**ৰঞ্জন ৰশ্মি**
*এক্স-ৰে' চাওক*

**ৰন্ধন গেছ**
*এল পি জি চাওক*

**ৰবট** *Robot*
মানুহৰ গঢ়ত সৃষ্ট বা মানৱসদৃশ কাৰ্যক্ষম যন্ত্ৰবিশেষ; যন্ত্ৰমানৱ। এই যন্ত্ৰবোৰে মানুহৰ পোনপটীয়া সহায় নোলোৱাকৈ নিজে কিছুমান কাম কৰিব পাৰে। ৰবটক যন্ত্ৰমানৱ বুলি কোৱা হয় যদিও ই দেখাত সদায় মানুহৰ দৰে নহ'বও পাৰে। এই ইলেকট্ৰনিক যন্ত্ৰবিধে কল-কাৰখানা, ঘৰ-অফিচ আদিত মানুহে কৰি বিৰক্ত হোৱা বা মানুহৰ বাবে বিপজ্জনক নানা কাৰ্য সম্পাদন কৰিব পাৰে।

**ৰবটিক্স** *Robotics*
ৰবটৰ নিৰ্মাণ, তাত কৃত্ৰিম বুদ্ধিমত্তাৰ প্ৰয়োগ আদি সম্পৰ্কে অধ্যয়ন কৰা বিজ্ঞানৰ এক শাখা; ৰবট বিজ্ঞান। বৰ্তমানে সকলো ধৰণৰ স্বয়ংক্ৰিয় ব্যৱস্থাই ৰবটিক্সৰ অন্তৰ্ভুক্ত হৈছে। কম্পিউটাৰ, মাইক্ৰোপ্ৰচেছৰ আদিৰ চৰ্চাও বিজ্ঞানৰ এই শাখাত কৰা হয়।

**ৰবি আৰু খাৰিফ শস্য** *Rabi and Kharif Crop*
উত্তৰ ভাৰত আৰু পাকিস্তানত খেতি কৰাৰ ক্ষেত্ৰত বছৰটোত দুটা প্ৰধান কৃষি ঋতু বা কাল পৰিলক্ষিত হয়। অক্টোবৰ-নৱেম্বৰৰ পৰা মাৰ্চলৈকে এটা কৃষি ঋতুক ৰবি ঋতু আৰু এপ্ৰিলৰ পৰা ছেপ্টেম্বৰলৈকে আনটো কৃষি ঋতুক খাৰিফ ঋতু বোলা হয়। মৌচুমী বতাহৰ আগমনক 'খাৰিফ' শব্দৰে বুজোৱা হয়। খাৰিফ কালত যিবোৰ শস্যৰ খেতি কৰা হয় সেইবোৰ হ'ল

খাৰিফ শস্য আৰু ৰবি ঋতুত যিবোৰ শস্যৰ খেতি কৰা হয় সেইবোৰ ৰবি শস্য। মৌচুমী বতাহ অহাৰ আগতেই খাৰিফ শস্য সিঁচা হয়। মৌচুমী বতাহৰ ফলত হোৱা বৰষুণে শস্যবোৰৰ বৃদ্ধিত সহায় কৰে। প্ৰধান খাৰিফ শস্য কিছুমান হ'ল কপাহ, বজ্ৰা, মাকৈ আদি। আনহাতে ৰবি শস্যবোৰ সাধাৰণতে অক্টোবৰ-নৱেম্বৰত সিঁচা হয় আৰু মাৰ্চ মাহত চপোৱা হয়। কেইবিধমান প্ৰধান ৰবি শস্য হ'ল বাৰ্লি, মাহ, সৰিয়হ, ঘেঁহু আদি।

### ৰমন পৰিঘটনা *Raman Effect*

প্ৰসিদ্ধ বিজ্ঞানী চন্দ্ৰশেখৰ ভেংকট ৰমনে (Chandrashekhar Venkataraman, ১৮৮৮-১৯৭০) আবিষ্কাৰ কৰা পোহৰৰ ৰং সম্পৰ্কীয় মতবাদ। ইয়াৰ মূল তত্ত্ব হ'ল : কোনো পদাৰ্থৰ অণুত যদি পোহৰৰ সংঘাত হয়, তেন্তে পোহৰৰ কম্পন সংখ্যা হয় বৃদ্ধি পাব নহয় হ্ৰাস পাব। ফলত পোহৰৰ বিকিৰণ ঘটিব।

### ৰম্য ৰচনা

ৰসাল, নাতিদীৰ্ঘ, লঘু বিষয়ৰ ৰচনা। ইয়াৰ ভাষা লঘু, হাস্যৰসাত্মক। পঢ়ুৱৈক বিনোদন দিয়াই এই ৰচনাৰ প্ৰধান লক্ষ্য।

### ৰহস্য সাহিত্য

ৰহস্যপূৰ্ণ অপৰাধৰ তদন্তভিত্তিক ব্যাখ্যা সম্বলিত সাহিত্য। এইবিধ ৰচনা উৎকণ্ঠা-প্ৰধান। কাহিনীৰ বিশ্বাসযোগ্যতা ইয়াৰ অন্যতম বৈশিষ্ট্য।

ৰহস্য সাহিত্যত চোৰাংচোৱাই বিভিন্ন সূত্ৰ আৰু ঘটনাৰ চতুৰ ব্যাখ্যাৰ যোগেদি কিবা ৰহস্যজনক ঘটনাৰ ৰহস্য উদ্‌ঘাটিত কৰে।

### ৰয়টাৰ *Reuter*

ইংলেণ্ডৰ সংবাদ সংস্থা। বিশ্বৰ বিভিন্ন প্ৰান্তত থকা ইয়াৰ গ্ৰাহকসকলক এই প্ৰতিষ্ঠানে সংবাদৰ যোগান ধৰে। এই গ্ৰাহকসকলৰ ভিতৰত আছে আন সংবাদ প্ৰতিষ্ঠান, বাতৰিকাকত, ৰেডিঅ', টেলিভিছন সংস্থা আদি। বিশ্বৰ বিভিন্ন ঠাইত থকা প্ৰায় এশ শাখাৰে, প্ৰায় বাৰশ সাংবাদিক, ফটোগ্ৰাফাৰেৰে এই প্ৰতিষ্ঠানে তেওঁলোকৰ সংবাদ সংগ্ৰহ কৰে। প্ৰতিষ্ঠানটোৰ প্ৰতিষ্ঠাপক পল জুলিয়াছ ৰয়টাৰৰ (Paul Julius Reuter, ১৮১৬-৯৯) নামেৰে এই প্ৰতিষ্ঠানটোৰ নামো ৰয়টাৰ ৰখা হয়। বিশ্বৰ পাঁচটা আগশাৰীৰ সংবাদ প্ৰতিষ্ঠানৰ অন্যতম ৰয়টাৰ অৱশ্যে এতিয়া এটা ৰাজহুৱা খণ্ডৰ কোম্পানীহে (Public Company)।

### ৰাওলাট আইন *Rowlatt Act*

ভাৰতত সংঘটিত বিভিন্ন হিংসাত্মক কাৰ্যকলাপ ৰোধ কৰাৰ বাবে ১৯১৯ চনত ইংৰাজ চৰকাৰে প্ৰণয়ন কৰা এখন আইন। এই আইন প্ৰণয়নৰ আগতে ইংৰাজে ন্যায়াধীশ এছ টি ৰাওলাটৰ অধ্যক্ষতাত এখন সমিতি গঠন কৰি দিয়ে আৰু ১৮১৮ চনৰ ১০ জুলাইত সমিতিয়ে নিজ প্ৰতিবেদন দাখিল কৰে। ৰাওলাট সমিতিৰ অনুমোদন মৰ্মেই ১৯১৯ চনৰ ৬ ফেব্ৰুৱাৰীত কেন্দ্ৰীয় আইন সভাত দুখন বিধেয়ক (বিল) উত্থাপিত হয়। তাৰে এখন চৰকাৰৰ ওৰফৰ পৰাই প্ৰত্যাহাৰ কৰা হয় আৰু আনখন সেই বছৰৰে ১৮ মাৰ্চত আইনত পৰিণত হয়।

ৰাওলাট সমিতিৰ পৰামৰ্শমতেই এই আইন ৰচিত হোৱা বাবে আইনখন 'ৰাওলাট আইন' নামেৰে পৰিচিত হয়। আইনখনত সন্ত্ৰাসবাদী কাৰ্যকলাপ দমনৰ বাবে নানান কঠোৰ ব্যৱস্থাৰ বিধান দিয়া হয়। ইয়াৰে এটা দফাত সন্ত্ৰাসবাদীসকলক এখন বিশেষ আদালতত বিচাৰ কৰাৰ ব্যৱস্থা কৰা হয়; এই বিচাৰৰ বিৰুদ্ধে কোনো আপীলৰ সুযোগ নাছিল। সন্দেহজনক কোনো ব্যক্তিক কোনো কাৰণ নেদেখুৱাকৈয়ে গ্ৰেপ্তাৰ কৰা বা অন্তৰীণ কৰি ৰখা অথবা গতিবিধি নিয়ন্ত্ৰিত কৰাৰ ক্ষমতাও আইনখনে চৰকাৰক দিয়ে। সংবাদপত্ৰৰ ওপৰতো নানান নিষেধাজ্ঞা জাৰি কৰাৰ ক্ষমতা দিয়া হয়।

আইনখন সংসদত গৃহীত হোৱাত সমগ্ৰ ভাৰততে ৬ এপ্ৰিলৰ পৰা ১৩ এপ্ৰিললৈ প্ৰতিবাদ সপ্তাহ পালন কৰা হয়।

সেই সময়ত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল আছিল লৰ্ড ছেম্‌ছফোৰ্ড। লৰ্ড ছেম্‌ছফোৰ্ডৰ পাছত লৰ্ড ৰীডিং ভাৰতৰ গৱৰ্ণৰ জেনেৰেল নিযুক্ত হয়। ভাৰতৰ বিক্ষুব্ধ জনসাধাৰণক শান্ত কৰাত উদ্যোগী ৰীডিঙে ৰাওলাট আইন বাতিল কৰে আৰু চৰকাৰৰ দায়িত্বশীল পদবীত ভাৰতীয় লোকক নিয়োগ কৰি ভাৰতবাসীক সন্তুষ্ট কৰাৰ চেষ্টা কৰে।

### ৰাজন্য ভাত্তা *Privy Purse*

কোনো ৰজা-মহাৰজাৰ ব্যক্তিগত ব্যয়ৰ বাবে ৰাষ্ট্ৰীয় পুঁজিৰ পৰা দিয়া ভাত্তা। ভাৰতত, পূৰ্বে স্বাধীন ৰজা হিচাপে থকা ৰাজন্যবৰ্গক স্বাধীনতাৰ পাছৰে পৰা এনে ভাত্তা দি থকা হৈছিল। ১৯৭১ চনত এই ভাত্তা বন্ধ কৰি দিয়া হয়।

### ৰাজহুৱা স্বাৰ্থজড়িত মোকৰ্দমা *Public Interest Litigation (PIL)*

ৰাইজৰ বা কোনো শ্ৰেণী মানুহৰ সমূহীয়া স্বাৰ্থত আঘাত কৰিব পৰা বা বিৰূপ প্ৰভাৱ পেলাব পৰা বিষয় সম্পৰ্কে আদালতৰ দ্বাৰস্থ হোৱা বা আদালতত বিহিত ব্যৱস্থাৰ বাবে আৰ্জি পেছ কৰা। কুৰি শতিকাৰ সত্তৰৰ দশকত মাদ্ৰাজ উচ্চ ন্যায়ালয়ৰ ভূতপূৰ্ব ন্যায়াধীশ এন কৃষ্ণস্বামী ৰেড্ডিয়াৰে এনে মোকৰ্দমাৰ সূচনা কৰে। পাছত ভাৰতৰ মুখ্য ন্যায়াধীশ জি এন ভাগৱতীয়ে ইয়াক আইনী ন্যায্যতা প্ৰদান কৰে। এই ব্যৱস্থা মতে ৰাজহুৱা স্বাৰ্থজড়িত কোনো বিষয়ৰ তাৎক্ষণিক বিচাৰ বা ন্যায়িক হস্তক্ষেপৰ বাবে বিষয়টো সাধাৰণ পোষ্টকাৰ্ড এখনত লিখি এপেক্স আদালত বা উচ্চ ন্যায়ালয়লৈ প্ৰেৰণ কৰিলেই আদালতে তেতিয়া নিয়মীয়া কাম-কাজ স্থগিত ৰাখি হ'লেও এই বিষয়টো তাৎক্ষণিকভাৱে বিচাৰ কৰিব আৰু প্ৰয়োজনীয় নিৰ্দেশনা দিব। সম্পূৰ্ণ সৎ আৰু ন্যায্য উদ্দেশ্যত পি আই এলৰ ব্যৱস্থা কৰা হ'লেও বৰ্তমান এই পি আই এলৰ অত্যধিক সংখ্যাই ন্যায়ালয়ৰ অন্যান্য কাম-কাজত অধিক বাধাৰহে সৃষ্টি কৰিছে।

### ৰাতিখোৱা সম্প্ৰদায়

জাতি-ধৰ্মৰ ভেদ নথকা, পুৰুষ-মহিলাই একেলগে যোগ দিয়া, মদ-মাংস খাই নৃত্য-গীতাদি কৰা এক নৈশ তান্ত্ৰিক সাধন-পদ্ধতি আৰু সেই পদ্ধতিৰ অনুগামী। অসমত অতি প্ৰাচীন কালৰে পৰা এই গুপ্ত ধৰ্মৰ প্ৰচলন হৈ আহিছে। এই পদ্ধতিত ৰাতিৰ ভিতৰতে গোপনে সকলো ৰীতি-নীতি সমাপন কৰা হয়। ৰাতিখোৱা মূলতঃ শিৱ বা মহাদেৱৰ পূজা যদিও

ইয়াত শাক্ত আৰু বৈষ্ণৱ ধৰ্মৰ ভাবাদৰ্শৰ সংমিশ্ৰণো পৰিলক্ষিত হয়। জনবিশ্বাস অনুসৰি ৰাতিখোৱা সম্প্ৰদায়ৰ এনে ধৰ্মীয় আচাৰে পৰিয়াললৈ মংগল, সুখ-শান্তি আনে আৰু বিপদ-আপদ দূৰ কৰে।

**ৰাপালো সন্ধি** *Rapallo Treaty*
১৯২২ চনৰ ১৬ এপ্ৰিলত জাৰ্মানী আৰু ছোভিয়েট যুক্তৰাষ্ট্ৰৰ মাজত স্বাক্ষৰিত সন্ধি-পত্ৰ। ইয়াৰ যোগেদি প্ৰথম মহাসমৰৰ তিক্ত সম্পৰ্কৰ ওৰ পেলাই দুয়ো দেশৰ মাজত কূটনৈতিক সম্পৰ্ক স্থাপন কৰা হয়।

**ৰামনৱমী**
চ'তৰ শুক্লা নৱমী তিথি। এই তিথিতে শ্ৰীৰামচন্দ্ৰই জন্ম গ্ৰহণ কৰিছিল বুলি জনবিশ্বাস প্ৰচলিত।

**ৰাশিচক্ৰ** *Zodiac*
পৃথিৱীয়ে সূৰ্যক প্ৰদক্ষিণ কৰা কালছোৱাত সূৰ্যই আকাশৰ তৰাবোৰৰ মাজেৰে এটা সম্পূৰ্ণ বৃত্ত অংকন কৰে যেন অনুমান হয়। সূৰ্যৰ এই বৃত্তাকাৰ পথটোৰ দুকাষৰ অঞ্চলখিনি লৈ হোৱা পটিটোক ৰাশিচক্ৰ বোলা হয়। এই ৰাশিচক্ৰত একাদিক্ৰমে ১২টা ৰাশি আছে আৰু সেইকেইটা হ'ল ঃ মেষ, বৃষ, মিথুন, কৰ্কট, সিংহ, কন্যা, তুলা, বৃশ্চিক, ধনু, মকৰ, কুম্ভ আৰু মীন। প্ৰত্যেকটো ৰাশিয়ে ৰাশিচক্ৰৰ ৩০ ডিগ্ৰী ঠাই আগুৰি আছে আৰু এই প্ৰত্যেকটো ৰাশিত সূৰ্যই বছৰত প্ৰায় এমাহকৈ থকা যেন লাগে।

**ৰাষ্ট্ৰীয় আয়** *National Income*
এক নিৰ্দিষ্ট সময়সীমাৰ ভিতৰত, কোনো ৰাষ্ট্ৰৰ অৰ্থনীতিত উৎপাদিত সমূহ বস্তু আৰু সেৱাৰ মুঠ মুদ্ৰামূল্য।

**ৰাষ্ট্ৰীয়কৰণ** *Nationalization*
বেচৰকাৰী উদ্যোগত পৰিচালিত আৰু বেচৰকাৰী মালিকীস্বত্বৰ সম্পত্তি বা ব্যৱসায় কোম্পানীক চৰকাৰ বা ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণলৈ অনা প্ৰক্ৰিয়া। ৰাজনৈতিক বা অৰ্থনৈতিক কাৰণত এনে ৰাষ্ট্ৰীয়কৰণ কৰা হয়। সমাজতান্ত্ৰিক দেশসমূহত শোষণ আৰু বৈষম্য আঁতৰ কৰাৰ বাবে ৰাষ্ট্ৰীয়কৰণ কৰা হৈছিল। ৰাষ্ট্ৰ বা চৰকাৰৰ ক্ষমতা আৰু এক্তিয়াৰ বঢ়োৱাৰ বাবেই ৰাষ্ট্ৰীয়কৰণ কৰা হয়। কেতিয়াবা আকৌ সামাজিক ন্যায্যতাৰ দাবীতো ৰাষ্ট্ৰীয়কৰণ কৰিব লগা হ'ব পাৰে। ৰুগ্ন আৰু দুৰ্বল শিল্পৰ ৰাষ্ট্ৰীয়কৰণ, সেৱামূলক প্ৰতিষ্ঠানৰ ৰাষ্ট্ৰীয়কৰণ আদি এনে ৰাষ্ট্ৰীয়কৰণৰ দৃষ্টান্ত। বহু সময়ত চৰকাৰে এনেদৰে ৰাষ্ট্ৰীয়কৰণৰ বাবে অধিগ্ৰহণ কৰা সংস্থাক ক্ষতিপূৰণ দিয়াৰ ব্যৱস্থা কৰে।

**ৰিখটাৰ স্কেল** *Richter Scale*
ভূমিকম্পৰ প্ৰাবল্য বা তীব্ৰতা বুজাবলৈ ব্যৱহাৰ কৰা এক স্কেল। পৰীক্ষাৰ পৰা দেখা গৈছে যে, ভূমিকম্পৰ প্ৰাবল্য বা তীব্ৰতা ইয়াৰ ঢৌ বা তৰংগৰ ত্বৰণৰ (বেগৰ পৰিবৰ্তনৰ হাৰক

ত্বৰণ বোলে) প্ৰায় সমানুপাতিক। এই সিদ্ধান্তৰ ওপৰতে ভিত্তি কৰি চি এফ ৰিখটাৰ (C F Richter, ১৯০০-১৯৮৫) নামৰ এজন মাৰ্কিন ভূতত্ত্ববিদে ভূমিকম্পৰ প্ৰাবল্য জোখা এটা স্কেল ব্যাখ্যা কৰে। ইয়াক ৰিখটাৰ স্কেল বোলা হয়। এই স্কেলেই বৰ্তমানে ভূমিকম্পৰ প্ৰাবল্য নিৰূপণত ঘাইকৈ ব্যৱহাৰ কৰা হয়। ৰিখটাৰ স্কেলৰ সৰ্বোচ্চ প্ৰাবল্য ১২ আৰু সৰ্বনিম্ন ১। এই স্কেলত এতিয়ালৈকে ৰেকৰ্ড কৰা সৰ্বোচ্চ প্ৰাবল্যৰ মান ৯.৫। এই মাপৰ ভূমিকম্পটো হৈছিল ১৯৬০ চনৰ মে' মাহত চিলিত।

**ৰিচাৰ্জেবল বেটেৰী** *Rechargable Battery*
বিদ্যুৎ যোগান ধৰিব পৰা এনে এক আহিলা (বেটেৰী), যাৰ বিদ্যুৎ যোগান ধৰা ক্ষমতা কমি আহাৰ পাছত পুনৰ চাৰ্জ কৰি আকৌ পূৰ্ণ সামৰ্থ্যৰে বিদ্যুৎ যোগান ধৰিব পৰা যায়; পুনৰ চাৰ্জ কৰিব পৰা বেটেৰী। মোবাইল ফোন, ইনভাৰ্টাৰ, ডিজিটেল কেমেৰা আদি বিভিন্ন আহিলাত এনে বেটেৰীৰ ব্যৱহাৰ বহুল।

**ৰিছাছ্ ফেক্টৰ** *Rhesus Factor/Rh Factor*
প্ৰায়বোৰ মানুহৰ ক্ষেত্ৰতে, তেওঁলোকৰ তেজৰ কোষাৱৰণত থকা একপ্ৰকাৰ জৈৱ পদাৰ্থ বা এণ্টিজেন। ইয়াক ইংৰাজী Rh-ৰে বুজোৱা হয়। ১৯৪০ চনত বিজ্ঞানী কাৰ্ল লেণ্ডষ্টেইনাৰে মানুহৰ তেজত Rh বৈশিষ্ট্য থকাৰ কথা প্ৰকাশ কৰে। পৃথিৱীৰ প্ৰায় ৮৫ শতাংশ লোকৰ তেজৰ লোহিত ৰক্তকণিকাত Rh পোৱা যায়। এই এণ্টিজেনক ৰেছাছ (Rhesus) নামৰ এবিধ বান্দৰৰ তেজৰ লোহিত ৰক্ত কণিকাত পোৱা যায় বাবে ইয়াক Rh বুলি কোৱা হয়। যিসকল লোকৰ তেজত Rh এণ্টিজেন থাকে, তেওঁলোকৰ তেজক Rh- ধনাত্মক (Rh + ve) আৰু যিসকলৰ তেজত Rh নাথাকে, তেওঁলোকৰ তেজক Rh- ঋণাত্মক (Rh -ve) বোলে।

**ৰিমোট কণ্ট্ৰোল** *Remote Control*
দূৰৰ পৰা কোনো সঁজুলিৰ কাম-কাজ নিয়ন্ত্ৰণ কৰিব পৰা এক ব্যৱস্থা; কেৱল ৰিমোট নামেৰেও সমধিক পৰিচিত। কালাৰ টেলিভিছন, এয়াৰ কণ্ডিচনাৰ, মিউজিক ছিষ্টেম আদিত ৰিমোট কণ্ট্ৰোলৰ ব্যৱহাৰ বহুল। ৰিমোট দেখিবলৈ বহু পৰিমাণে ইলেকট্ৰনিক কেলকুলেটৰৰ দৰে। এই যন্ত্ৰটো হাতত থাকিলে টিভিৰ ওচৰলৈ গৈ টিভিৰ বুটাম টিপিব বা নব্ ঘূৰাব নালাগে। টিভি চলাই দূৰত বহি ছবি চাই থাকিয়েই এই যন্ত্ৰৰ সহায়ত প্ৰয়োজন অনুসৰি টিভিৰ ছবিৰ উজ্জ্বলতা, চেনেল সলোৱা, শব্দ, ৰং আদি নিয়ন্ত্ৰণ কৰিব পাৰি।

ৰিমোট কণ্ট্ৰোলে এটা নিৰ্দিষ্ট দূৰত্ব পৰ্যন্ত সঠিকভাৱেই কাম কৰে। কিন্তু টিভিৰ পৰা দৰ্শকৰ দূৰত্ব ইয়াতকৈ বেছি হ'লে ৰিমোটৰ নিয়ন্ত্ৰণত বিসংগতিয়ে দেখা দিয়ে।

**ৰীলে** *Relay*
ৰীলে শব্দটো চিকাৰৰ লগত সম্পৰ্ক থকা; আগতে 'ৰীলে' বুলি কওঁতে এদল সংৰক্ষিত চিকাৰী কুকুৰক বুজাইছিল। চিকাৰলৈ যাওঁতে এদল কুকুৰ ক্লান্ত হৈ পৰিলে সেই সংৰক্ষিত কুকুৰৰ দলটিক পঠিওৱা হৈছিল বা-বাতৰি সৰবৰাহৰ কামত। আজিকালি খেলা-ধূলাৰ প্ৰত্যক্ষ দৰ্শন, আনৰ কাষলৈ খবৰ হিচাপে সৰবৰাহ কৰাৰ অৰ্থত এই শব্দটো সাধাৰণতে ব্যৱহাৰ কৰা হয়। পাল পাতি দৌৰা এবিধ বিশেষ দৌৰ প্ৰতিযোগিতাৰো নাম ৰীলে।

**ৰুদ্ধ অৰ্থনীতি** *Closed Economics*
কোনো আন্তৰ্জাতিক অৰ্থনীতিত অংশগ্ৰহণ নকৰা আৰু আন কোনো দেশৰ লগত কোনো আমদানি বা ৰপ্তানিত লিপ্ত নোহোৱা এখন দেশৰ অৰ্থনীতি।

**ৰূপক** *Allegory*
উপমান আৰু উপমেয়ৰ অভেদ কল্পনামূলক অৰ্থালংকাৰ-বিশেষ। সাধাৰণতে কথা-সাহিত্যত ৰূপকৰ ব্যৱহাৰ হয়। গল্প, উপন্যাস আৰু নাটকত ৰূপকৰ প্ৰয়োগ ব্যাপক। ইয়াৰ আপাত অৰ্থৰ আঁৰত থাকে আন এটা অৰ্থ। ৰূপকৰ প্ৰধান কৌশল হ'ল ব্যক্তিৰূপাৰোপ। ৰূপকত বিমূৰ্ত বিষয়ক মানবিক ৰূপ দিয়া হয়। অৰ্থাৎ, বন্ধুত্ব, দ্বন্দ্ব, সৌন্দৰ্য, মৃত্যু আদিক ৰূপকত মানুহৰ ৰূপত কল্পনা কৰা হ'ব পাৰে।

**ৰেকৰ্টাডোৰেছ বুলফাইট** *Recortadores Bullfight*
ষাঁড়-মানুহৰ এক ধৰণৰ ক্ৰীড়াসমৰ, য'ত মানুহজনে কোনো মল্লকাৰলণ বা তৰোৱাল নোহোৱাকৈ, আক্ৰমণ কৰিবলৈ অহা ষাঁড়টোক কেৱল বাগি দি যুদ্ধ কৰে। এই প্ৰাচীন খেলটোত জন্তুটোক অৱশ্যে হত্যা কৰা নহয়।

**ৰেছমী পথ** *Silk Routes/Silk Road*
পূব, দক্ষিণ আৰু পশ্চিম এছিয়াকে ধৰি ভূমধ্যসাগৰীয় অঞ্চল, উত্তৰ আৰু উত্তৰ-পূব আফ্ৰিকা আৰু ইউৰোপৰ মাজেৰে বিস্তৃত হৈ থকা কিছুসংখ্যক ৰাষ্টাৰ সমষ্টিও সৃষ্টি হোৱা এক দীঘল পথ। প্ৰায় তিনি হাজাৰ বছৰ জুৰি এই ৰেছমী পথেদিয়েই চীন, ভাৰত, পাৰস্য আৰু ভূমধ্য সাগৰীয় দেশসমূহৰ সদাগৰ, তীৰ্থযাত্ৰী, মিছনেৰী, সৈন্য-সামন্ত আদিয়ে অহা-যোৱা কৰিছিল। ইয়াৰ ফলত এই দেশসমূহৰ মাজত সাংস্কৃতিক, বাণিজ্যিক আৰু প্ৰযুক্তিগত জ্ঞানৰ আদান-প্ৰদান সম্ভৱ হৈ উঠিছিল। ই আচলতে এটা একক পথ নহয়, এবং বিভিন্ন পথৰ সমষ্টিহে। প্ৰায় ৮,০০০ কিলোমিটাৰ জোৰা এই পথৰ জৰিয়তে ইখন দেশৰ পৰা সিখন দেশলৈ বস্তু-বাহানি অনা-নিয়া কৰাত সুবিধা হৈছিল। ৰেছমী পথেদি পৰিবহণ কৰা সামগ্ৰীবোৰৰ ভিতৰত আছিল ৰেছম, চাটিন আৰু আন মূল্যৱান সূতা তথা বস্ত্ৰ, মুখা, সুগন্ধি দ্ৰব্য, মচলা, দৰব, অলংকাৰ, কাঁচৰ সামগ্ৰী আদি। ৰেছমী পথেদি হোৱা বাণিজ্যই চীন, ভাৰত, ইজিপ্ট, পাৰস্য, আৰব আৰু ৰোম সভ্যতা বিকশিত হোৱাত তাৎপৰ্যপূৰ্ণভাৱে সহায় কৰিছিল। প্ৰকাৰান্তৰে এই পথেদি হোৱা কৰ্ম-কাণ্ডৰ জৰিয়তেই আধুনিক বিশ্বৰ ভেটি স্থাপিত হৈছিল। যদিও ৰেছমী পথ এক নিৰৱচ্ছিন্ন পথ, তথাপি খুব কম লোকহে এই পথৰ এটা মূৰৰ পৰা আন মূৰলৈ গৈছিল। প্ৰায়বোৰেই ইয়াৰ কিছু অংশহে ব্যৱহাৰ কৰিছিল। কোনো লোকে এই পথেদি এক স্থানৰ পৰা বয়-বস্তু নি আন এক স্থানত পোৱাই দিছিল, সেই স্থানৰ বজাৰত সেয়া বিক্ৰী হৈছিল আৰু সেই বিক্ৰী হোৱা বস্তু দূৰৰ আন স্থানলৈ আন লোকে লৈ গৈছিল।

এই পথৰ মধ্য এছিয়াৰ অংশ হান ৰাজবংশৰ শাসনকালত খ্ৰীষ্টপূৰ্ব ১১৪ মানত অধিক বিস্তৃত হৈছিল। অৱশ্যে মূল পথবোৰ আগৰ পৰা আছিলেই। মধ্যযুগৰ সময়ত সাগৰীয় পথসমূহৰ বেছিকৈ ব্যৱহাৰ হোৱাত এই বিপদসংকুল সুদীৰ্ঘ ৰেছমী পথে তাৰ গুৰুত্ব হেৰুৱাবলৈ আৰম্ভ কৰে আৰু এই পথৰ ব্যৱহাৰ কমি নোহোৱাই হয়। এতিয়া অৱশ্যে স্থলভাগৰ

মাজেদি আন্তঃৰাষ্ট্ৰীয় ঘাইপথ হিচাপে আৰু আন বিনোদনমূলক উদ্দেশ্যত এই পথৰ ব্যৱহাৰ আকৌ হ'বলৈ আৰম্ভ কৰিছে।

**ৰেটিনা** *Retina*

চকুৰ গোলকৰ ভিতৰত থকা পোহৰ অনুভৱ কৰিব পৰা পৰ্দা; অক্ষিপট। ৰেটিনা কিছুমান স্নায়ু বা ৰক্তবাহী নলীৰ এখন পৰ্দা। এই পৰ্দাত থকা স্নায়ুবোৰত কোনো এটি বস্তুৰ পৰা অহা পোহৰ পৰিলেই সিহঁতে মগজুলৈ সংকেত পঠিয়ায়। মগজুৱে এই সংকেতবোৰক লগ লগাই অকৌ সেই বস্তুটোৰ ছবি এখন তৈয়াৰ কৰে। তেতিয়া আমি সেই বস্তুটো দেখা বুলি কওঁ।

**ৰেডিঅ' জীৱ বিজ্ঞান** *Radio Biology*

জীৱিত প্ৰাণী তথা উদ্ভিদৰ ওপৰত বিকিৰণৰ ক্ৰিয়া সম্পৰ্কে অধ্যয়ন কৰা জীৱ বিজ্ঞানৰ এক শাখা।

**ৰেডিঅ' জ্যোতিৰ্বিজ্ঞান** *Radio Astronomy*

কোনো মহাকাশীয় গ্ৰহ-নক্ষত্ৰ বা আন গঠনে সৃষ্টি বা প্ৰতিফলিত কৰা ৰেডিঅ' তৰংগ, বিদ্যুৎ চুম্বকীয় তৰংগ বিশ্লেষণ কৰি সেইবোৰৰ অৱস্থান, প্ৰকৃতি সম্পৰ্কে কৰা অধ্যয়ন।

**ৰেডিঅ'থেৰাপী** *Radiotherapy*

বিভিন্ন তেজস্ক্ৰিয় ৰশ্মি প্ৰয়োগ কৰি কৰা বিশেষ বিশেষ ৰোগৰ চিকিৎসা কৰা পদ্ধতি। এই বিশেষ চিকিৎসা প্ৰণালীৰে বিভিন্ন ৰোগত, বিভিন্ন তেজস্ক্ৰিয় ৰশ্মি বিভিন্ন কৌশলেৰে ৰোগীৰ ৰোগাক্ৰান্ত স্থানত প্ৰয়োগ কৰা হয়। সাধাৰণতে কৰ্কট ৰোগৰ চিকিৎসাত ৰেডিঅ'থেৰাপীৰ প্ৰয়োগ বহুল।

**ৰেডিয়েল টায়াৰ** *Radial Tyres*

মটৰ গাড়ী, ট্ৰাক, বাছ আদিত ব্যৱহৃত এক বিশেষ আৰ্হিৰ টায়াৰ। Radial-ply Tyre-ক সংক্ষেপে ৰেডিয়েল টায়াৰ বুলি লিখা আৰু কোৱা হয়। এতিয়া এনেধৰণৰ টায়াৰ প্ৰায়বোৰ গাড়ীৰে 'ষ্টেণ্ডাৰ্ড' টায়াৰ হৈ পৰিছে। এই টায়াৰবোৰত আচলতে কেৱল ৰবৰেই নাথাকে। ৰবৰক শক্তিশালী কৰিবলৈ ৰবৰৰ ভিতৰত কিছুমান ধাতৱীয় তাঁৰ থাকে। ৰেডিয়েল টায়াৰত এই তাঁৰবোৰ গতিৰ লম্ব দিশত সজ্জিত হৈ থাকে। ইয়াৰ ফলত টায়াৰ গতি কৰি থকা অৱস্থাত তাৰ ঘৰ্ষণ কিছু কমে। আগৰ টায়াৰবোৰত ৰবৰৰ মাজত থকা তাঁৰবোৰ গতিৰ সৈতে একে দিশত আছিল বাবে টায়াৰ ক্ষয় হোৱাৰ লগে লগে তাঁৰবোৰৰো ঘৰ্ষণ হৈছিল। ইন্ধনৰ মিতব্যয়িতাৰ ক্ষেত্ৰত ৰেডিয়েল টায়াৰে উল্লেখযোগ্য ইতিবাচক বৰঙণি আগবঢ়াব পাৰে বাবে এতিয়া ৰেডিয়েল টায়াৰৰে ব্যৱহাৰ বেছি। সাধাৰণ টায়াৰতকৈ ৰেডিয়েল টায়াৰৰ দাম প্ৰায় ২৫ শতাংশ বেছি হ'লেও উন্নত খামোচ বা গ্ৰিপ, নিয়ন্ত্ৰণ, ইন্ধন দক্ষতা আদিৰ ক্ষেত্ৰত ই বেছ কাৰ্যক্ষম বাবে ইয়াৰ ব্যৱহাৰ আৰু জনপ্ৰিয়তা বাঢ়ি আহিছে।

**ৰেড ক্ৰেছেণ্ট** *Red Crescent*

ইছলামধৰ্মী দেশবোৰত হোৱা দুৰ্ভিক্ষ, বানপানী, মহামাৰী আদি বিপৰ্যয়ৰ সময়ত বিপন্ন

মানুহক সেৱা কৰা এটা আন্তৰ্জাতিক স্বেচ্ছাসেৱী সংগঠন। এই সংগঠন আন্তৰ্জাতিক ৰেডক্ৰছৰ অন্তৰ্ভুক্ত যদিও ইয়াৰ প্ৰতীক চিহ্ন সুকীয়া।

**ৰেনেছাঁ**
*নৱজাগৰণ চাওক*

**ৰেপ** *Rap*
কুৰি শতিকাৰ দ্বিতীয়াৰ্ধত আমেৰিকা যুক্তৰাষ্ট্ৰৰ কৃষ্ণাংগসকলৰ মাজত জনপ্ৰিয় হৈ উঠা এক ধৰণৰ লঘু সংগীত। অন্ত্যমিল, তাৎক্ষণিকভাৱে ৰচিত কবিতা, দ্ৰুত লয় আদি এই সংগীতৰ বৈশিষ্ট্য। এই সংগীতৰ জৰিয়তে কৃষ্ণাংগ আমেৰিকানসকলৰ ক্ষোভ, ক্ৰোধ আৰু হতাশাৰ প্ৰতিফলন ঘটিছিল।

**ৰেম** *RAM*
কম্পিউটাৰৰ প্ৰাথমিক তথা সাময়িক স্মৃতিভঁৰাল। ইংৰাজী Random Access Memory শব্দকেইটাক সংক্ষেপে RAM বুলি লিখা আৰু কোৱা হয়। কম্পিউটাৰত সচল হ'ব লগা প্ৰগ্ৰেমসমূহ সাময়িকভাৱে ৰেমলৈ আহে আৰু আক্ষৰিক অৰ্থতে ইয়াত কাৰ্যকৰী হয়। ৰেম কম্পিউটাৰৰ কাৰ্যক্ষমতা আৰু ক্ষিপ্ৰতাৰ অন্যতম গুৰুত্বপূৰ্ণ উপাদান। ইয়াৰ ধাৰণ ক্ষমতাৰ একক MB অথবা GB. ধাৰণ ক্ষমতা যিমানে বেছি হ'ব ৰেমৰ আৰু লগতে কম্পিউটাৰৰ কাৰ্যসম্পাদনৰ ক্ষিপ্ৰতাও সিমানে বাঢ়িব। ৰেমত তথ্য-পাতিসমূহ সাময়িকভাৱেহে জমা ৰখা হয়। ইয়ালৈ বিদ্যুৎ সৰবৰাহ ব্যাহত হ'লেই সাময়িকভাৱে ৰখা সেই তথ্যৰাজি মুহূৰ্ততে লুপ্ত হয়। ৰেমত নতুন তথ্য লিখিব পৰা যায় আৰু ইয়াত থকা তথ্য আহৰণ কৰিব বা পঢ়িব পৰা যায় বাবে ইয়াক Read/Write Memory বুলিও কোৱা হয়।

**ৰোগাতংক** *Hypochondria*
স্বাস্থ্য বা কাল্পনিক ৰোগ সম্পৰ্কত অযথা চিন্তা বা আতংক।

**ৰোমাঞ্চকৰভাৱে অনিশ্চিত** *Cliff-hanger*
কোনো প্ৰতিযোগিতাৰ এক ৰোমাঞ্চকৰ পৰিস্থিতি, য'ত ফলাফল যিকোনো দিশে যাব পাৰে।

**ৰোমাণ্টিকতাবাদ**
*নৱন্যাসবাদ চাওক*

**ৰোল মডেল** *Role Model*
কোনো ব্যক্তিয়ে তেওঁৰ আদৰ্শ বুলি বিবেচনা কৰা আৰু আচাৰ-আচৰণ অনুসৰণ কৰা উচিত বুলি বিবেচনা কৰা ব্যক্তি। সচৰাচৰ কোনো ব্যক্তিৰ জীৱনত বা জীৱন যাপনত বা নিজক গঢ়ি তোলাৰ ক্ষেত্ৰত একোজন ৰোল মডেলৰ বিশেষ প্ৰভাৱ থাকে। কোৱা বাহুল্য, ৰোল মডেল কোনো নাৰীও হ'ব পাৰে।

# ল

**লজিষ্টিক্‌ছ** *Logistics*
লজিষ্টিক্‌ছ শব্দটো খাইকৈ দুটা অৰ্থত ব্যৱহাৰ হয়। প্ৰথম অৰ্থ ঃ কোনো জটিল কৰ্মপ্ৰচেষ্টা বা প্ৰকল্প ৰূপায়ণ বা সম্পন্ন কৰাৰ প্ৰক্ৰিয়া বা পদ্ধতি। দ্বিতীয় অৰ্থ ঃ সামৰিক বাহিনীৰ বাবে সৈন্য, ৰচদ-পাতি, অস্ত্ৰ-শস্ত্ৰ, পোছাক-পাতি আদি সংগ্ৰহ আৰু পৰিবহণৰ ব্যৱস্থা। সম্প্ৰতি অসামৰিক সৰবৰাহ সম্পৰ্কিত ব্যৱস্থাৰ ক্ষেত্ৰতো শব্দটো ব্যৱহাৰ হয়। বিশেষকৈ বন্যাক্ৰান্ত আৰু দুৰ্ভিক্ষপীড়িত অঞ্চললৈ সাহায্য সামগ্ৰী প্ৰেৰণৰ ব্যৱস্থা লজিষ্টিক্‌ছৰ অন্তৰ্ভুক্ত। লজিষ্টিক্‌ছ মেনেজমেণ্ট শীৰ্ষক এক পাঠ্যক্ৰমেও সম্প্ৰতি জনপ্ৰিয়তা আৰু প্ৰসাৰ লাভ কৰিছে।

**লতাকটা ৰণ**
আহোম স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ চতুৰ্থ পুত্ৰ চুৰামফাই ১৭৫১ চনত ৰাজেশ্বৰ সিংহ নাম লৈ ৰাজপাটত উঠে। ৰাজেশ্বৰ সিংহই ভৈয়ামৰ লোকৰ ওপৰত ডফলা আৰু মিৰিবিলাকে চলোৱা অত্যাচাৰ বন্ধ কৰিছিল আৰু মানৰ বিৰুদ্ধে মণিপুৰৰ ৰজা জয় সিংহলৈ সহায় আগবঢ়াই তেওঁ মণিপুৰৰ লগত সম্প্ৰীতি স্থাপন কৰিছিল। মানৰ আক্ৰমণত ৰাজ্য হেৰুওৱা মণিপুৰৰ ৰজা জয় সিংহৰ অনুৰোধত ৰাজেশ্বৰ সিংহই হৰনাথ ফুকনৰ অধীনত এদল সৈন্য পঠিয়াই মানক দমন কৰিছিল। মণিপুৰৰ দুৰ্গম পথৰ লতা কাটি কাটি আহোম সৈন্য আগবাঢ়িব লগা হোৱা বাবে অসম বুৰঞ্জীত এই ৰণ লতাকটা ৰণ নামেৰেই বিখ্যাত। ৰজা জয় সিংহক কৰা সহায়ৰ বাবে তেওঁ কৃতজ্ঞতাৰ চিনস্বৰূপে নিজৰ জীয়েক কুৰংগনয়নীক ৰাজেশ্বৰ সিংহলৈ বিয়া দিয়ে।

**লবীকৰণ** *Lobbying*
সদন বা সংসদৰ কোনো সদস্যক তেওঁলোকৰ বাসস্থানলৈ সঘনাই গৈ, ভেটি যাচি, পুৰস্কাৰৰ প্ৰতিশ্ৰুতি দি বা আন কোনো অসৎ উপায়েৰে প্ৰভাৱিত কৰাৰ কৌশল।

**ললিত কলা**
*সুকুমাৰ কলা চাওক*

**লৱণমুক্তকৰণ** *Desalination*
সাধাৰণ মানুহ আৰু উদ্যোগে ব্যৱহাৰ কৰিব পৰাকৈ সাগৰৰ পানীৰ পৰা লৱণ বা নিমখ মুক্তকৰণ। এতিয়া সাগৰৰ পাৰৰ বহু ঠাইত ই এটা লাভজনক উদ্যোগ।

**লক্ষ্ণৌ চুক্তি** *Lucknow Pact*
১৯১৬ চনত লক্ষ্ণৌত কংগ্ৰেছ আৰু মুছলিম লীগৰ মাজত স্বাক্ষৰিত চুক্তি। এই চুক্তিত উল্লিখিত দুয়োটা দলে ভাৰতৰ শাসন সংস্কাৰৰ বাবে এখন নতুন সংবিধানৰ প্ৰস্তাৱ দিয়ে। অৱশ্যে এই চুক্তিত প্ৰস্তাৱিত সংবিধানক ব্ৰিটিছ চৰকাৰে অনুমোদন নজনালে আৰু নানা

প্ৰৰোচনাত কংগ্ৰেছ-মুছলিম লীগৰ মৈত্ৰীও বেছিদিন স্থায়ী নহ'ল। পৰিণতিত লক্ষ্ণৌ চুক্তিত ঐক্যবদ্ধ ভাৰতৰ যি অভিব্যক্তি প্ৰকাশিত হৈছিল সিও দীৰ্ঘস্থায়ী নহ'ল।

**লং মাৰ্চ** *Long March*

চীনৰ মুক্তি আন্দোলনৰ নেতা মাও-চে-তুঙৰ নেতৃত্বত ১৯৩৪-৩৪ চনৰ সময়ছোৱাত লাল ফৌজে চিয়াং-কাই-চেকৰ ঘাতক বাহিনীৰ পৰা বাচিবলৈ আৰু বিদেশী শক্তিক প্ৰতিহত কৰিবলৈ কৰা এক পদযাত্ৰা।

১৯২৯ চনৰ পৰা ১৯৩৩ চনৰ ভিতৰত চীনৰ কুওমিনটাং দলে চিয়াং-কাই-চেকৰ নেতৃত্বত শ্ৰমিক-কৃষকৰ মুক্তি বাহিনী লাল ফৌজৰ ওপৰত পাঁচবাৰ আক্ৰমণ চলায়। লাল ফৌজৰ সৈন্য শক্তি কম হোৱা বাবে দলনেতা মাও-চে-তুঙে সমুখা-সমুখি যুদ্ধৰ পৰিৱৰ্তে গেৰিলা যুদ্ধ নীতি ব্যৱহাৰ কৰি চাৰিটা আক্ৰমণ ব্যৰ্থ কৰি দিয়ে। ১৯৩৩ চনৰ অক্টোবৰত চিয়াং-কাই-চেকে দহ লাখ সৈন্য লৈ পঞ্চম অভিযান আৰম্ভ কৰে। আনহাতে জাপানেও চীন আক্ৰমণ কৰে। তেনে পৰিস্থিতিত ১৯৩৪ চনৰ ১৯ অক্টোবৰত লাল ফৌজৰ ১,০০,০০০ সেনাই চীনৰ চিংকাংছানৰ পৰা উত্তৰলৈ যাত্ৰা কৰে; কুওমিনটাং বাহিনীৰ নিৰৱচ্ছিন্ন আক্ৰমণ আৰু বিপদসংকুল পথকো আওকাণ কৰি দলটো ১৯৩৫ চনৰ অক্টোবৰত চীনৰ ইয়েনান প্ৰদেশৰ ছেনচিত আহি উপস্থিত হয়। এই যাত্ৰাত তেওঁলোকে ৯,৬৫৬ কিলোমিটাৰ পথ অতিক্ৰম কৰে।

**ল' প্ৰেছাৰ** *Low Pressure*

*ব্লাড প্ৰেছাৰ চাওক*

**লাইছল** *Lysol*

বহুল ব্যৱহৃত একপ্ৰকাৰ বীজাণুনাশক দ্ৰব্য। অস্ত্ৰোপচাৰ কক্ষ, পৰীক্ষাগাৰ আদিৰ বিভিন্ন সঁজুলি পৰিষ্কাৰ কৰা, ঘৰৰ মজিয়া আৰু আচবাব চাফা কৰা আদি কামত ইয়াৰ ব্যৱহাৰ বহুল।

**লাইট হাউছ**

*আলোকস্তম্ভ চাওক*

**লাই ডিটেক্টৰ** *Lie Detector*

অপৰাধী বাছি উলিয়াবলৈ, অফিচ-কাৰখানাৰ কৰ্মচাৰীয়ে ফাকি দিলে তাক বুজিবলৈ বা ৰোগীয়ে কোৱা মিছা কথা ধৰা পেলাবলৈ আজিকালি পৃথিবীৰ বিভিন্ন দেশত 'পলিগ্ৰাফ' (Polygraph) নামৰ এবিধ যন্ত্ৰ ব্যৱহাৰ কৰা হয়। মানুহে ইয়াকে 'মিছা কথা ধৰা পেলোৱা যন্ত্ৰ' বা 'লাই ডিটেক্টৰ' বুলি কয়। এই যন্ত্ৰত মানুহৰ ৰক্তচাপ, নাড়ীৰ স্পন্দন, শ্বাস-প্ৰশ্বাসৰ হাৰ আদি জুখি এখন পৰ্দাত তাৰ তৰংগ-প্ৰকৃতি দেখুওৱা হয়। পৰীক্ষা কৰা মানুহজনক প্ৰশ্ন সুধিলে, তেওঁ মিছা কথা ক'ব খোজাৰ লগে লগে ৰক্তচাপ, নাড়ীৰ স্পন্দন আদিৰ যি পৰিৱৰ্তন হয় তাক পৰ্দাৰ তৰংগ বা লেখ (graph) চায়েই তৎক্ষণাৎ বুজিব পাৰি।

আজিকালি মিছা কথা কোৱা ধৰা পেলোৱাৰ উপৰি আন মনোবৈজ্ঞানিক অনুসন্ধানৰ কামতো পলিগ্ৰাফ বা লাই ডিটেক্টৰ ব্যৱহাৰ কৰা হয়।

**লাইন অব্ কন্ট্ৰোল** *Line of Control (LOC)*
ভাৰত আৰু পাকিস্তান অধিকৃত কাশ্মীৰৰ মাজৰ সীমাৰেখা (১৯৪৭ চনত হোৱা পাক অনুপ্ৰৱেশৰ পাছত); নিয়ন্ত্ৰণ ৰেখা। উল্লেখযোগ্য যে 'লাইন অব্ একচুৱেল কন্ট্ৰোল' (Line of Actual Control, সংক্ষেপে LAC) বা প্ৰকৃত নিয়ন্ত্ৰণ ৰেখা নামৰ এক নিয়ন্ত্ৰণ ৰেখাও আছে। এই নিয়ন্ত্ৰণ ৰেখাই ১৯৬২ চনৰ চীনা আক্ৰমণৰ পাছত ভাৰত (অৰুণাচল) আৰু চীন অধিকৃত ভাৰতীয় অঞ্চলৰ সীমাৰেখাক বুজায়। চীনাসকলে যুদ্ধবিৰতিৰ পাছত সম্পূৰ্ণ হোঁহকি নগৈ অৰুণাচলৰ কিছু অংশ নিজৰ দখলত ৰাখিছিল।

**লাফিং গেছ** *Laughing Gas*
মিঠা গোন্ধ আৰু সোৱাদ থকা বৰণহীন গেছ। এইবিধ গেছ নাকত লাগিলে হাঁহিৰ উদ্ৰেক হয়। সেয়ে ইয়াৰ নাম লাফিং গেছ। ইয়াৰ বৈজ্ঞানিক নাম নাইট্ৰাছ অক্সাইড। মৃদু চেতনানাশক শক্তিৰ বাবে দন্ত চিকিৎসাদিত কেতিয়াবা ব্যৱহাৰ কৰা হয়। ইংৰাজ ৰসায়নবিদ হামফ্ৰে ডেভিয়ে ১৭৯৯ চনত লাফিং গেছ আৱিষ্কাৰ কৰে।

**লামাতন্ত্ৰ** *Lamaism*
তিব্বত আৰু মংগোলিয়াত প্ৰচলিত বৌদ্ধ ধৰ্ম-ৰীতি। ইয়াক 'তিব্বতীয় বৌদ্ধ ধৰ্ম' বুলিও কোৱা হয়।

**লাৰ্জ হেড্ৰন কোলাইডাৰ** *Large Hadron Coilidar (LHC)*
বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিৰ উৎসৰ সন্ধান চলাবলৈ নিৰ্মাণ কৰা এটা 'যন্ত্ৰ'। LHC সম্ভৱতঃ মানুহে নিৰ্মাণ কৰা আটাইতকৈ ডাঙৰ আৰু জটিল যন্ত্ৰ। ই দৰাচলতে ভূগৰ্ভৰ ১৭৫ মিটাৰ তলত স্থাপন কৰা ২৭ কিলোমিটাৰ দীঘল (গুৱাহাটীৰ পৰা সোণাপুৰ পৰ্যন্ত!) বৃত্তাকাৰ এক সুৰংগ। এই সুৰংগ-গৱেষণাগাৰতে মূল পৰীক্ষাসমূহ সংঘটিত হ'ব। ইউৰোপিয়ান অৰ্গেনাইজেচন ফৰ নিউক্লিয়েৰ ৰিছাৰ্চ (European Organisation for Nuclear Research, মূল ফৰাচী নাম *Conseil European pour la Researche Nucleare*, সংক্ষেপে CERN) নামৰ বৈজ্ঞানিক সংস্থাটো এই পৰীক্ষাৰ ঘাই উদ্যোক্তা। ইয়াৰ বাবে ধাৰ্য কৰা ব্যয় ৯০০ কোটি ডলাৰ। পৃথিৱীৰ ১২খন দেশে এই ব্যয় বহন কৰিছে। ভাৰতসহ পৃথিৱীৰ ৬০খন দেশৰ প্ৰায় ১০,০০০ বিজ্ঞানী এই পৰীক্ষাৰ লগত জড়িত হৈ আছে। উল্লিখিত সুৰংগটো নিৰ্মাণ কৰা হৈছে ফ্ৰান্স আৰু ছুইজাৰলেণ্ডৰ সীমান্তত। এই সুৰংগৰ মাজতে আছে ২৪ কিলোমিটাৰ দীঘল এক পাইপ। ইয়াত চলোৱা বিশেষ জটিল পৰীক্ষাৰ পৰা আমি জানিব পাৰিম মহাবিস্ফোৰণ বা বিগ বেঙৰ ঠিক পাছতে কি ঘটিছিল, কিদৰে শক্তিৰ পৰা সৃষ্টি হ'ল পদাৰ্থৰ আদি কণাৰ, শক্তিৰ পৰা ভৰ সৃষ্টি হয় নেকি ইত্যাদি বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি সম্পৰ্কীয় বহু অজান তথ্য। ২০০৮ চনৰ ১০ ছেপ্টেম্বৰত এই যন্ত্ৰটো প্ৰথম চলোৱা হৈছিল যদিও কাৰিকৰী বিজুতিৰ বাবে যন্ত্ৰটো বন্ধ ৰাখিবলগীয়া হয়।

**লাল কুৰ্তা**
*খোদা-ই-খিদমৎগাৰ চাওক*

**লিউকেমিয়া** *Leukaemia*
একপ্ৰকাৰ তেজৰ কেন্সাৰ। এই ৰোগ হ'লে দেহৰ শ্বেত ৰক্ত কণিকাৰ সংখ্যা অস্বাভাৱিকভাৱে বাঢ়ি যায়। ফলত তেজে সাধাৰণ কাম-কাজ কৰিব নোৱাৰা হয়। লিউকেমিয়াৰ কেইবাটাও ভাগ আছে। ইয়াৰে মায়েলইড শ্ৰেণীটো দুৰাৰোগ্য বুলি পৰিগণিত হৈছে।

**লিটমাছ** *Litmus*
এচিড বা অম্লৰ ক্ষেত্ৰত ৰঙা আৰু ক্ষাৰৰ ক্ষেত্ৰত নীলা বৰণ দেখুওৱা উদ্ভিদজাত পদাৰ্থবিশেষ। কোনো পদাৰ্থ আম্লিক নে ক্ষাৰীয় গুণসম্পন্ন তাক বিচাৰ কৰাৰ সহজ পদ্ধতি লিটমাছৰ ব্যৱহাৰ। লিটমাছ ঘঁহা কাগজৰ টুকুৰাৰ নাম লিটমাছ পেপাৰ।

**লিথোট্ৰিপছী** *Lithotripsy*
দেহৰ বৃক্ক অথবা মূত্ৰথলীত যি পাথৰ হয় তাক বহু সময়ত অস্ত্ৰোপচাৰ নকৰি 'এক্সট্ৰা কৰ্পেৰিয়েল শ্বক ৱেভ লিথোট্ৰিপটাৰ' নামৰ এটা যন্ত্ৰৰ সহায়ত এক বিশেষ তৰংগেৰে গুড়ি কৰি দিয়া হয়। ইয়াৰ নামেই লিথোট্ৰিপছী। 'লিথোছ' মানে পাথৰ আৰু 'ট্ৰিপছী' মানে ভঙা। এই পদ্ধতিত ৰোগীৰ বৃক্ক বা মূত্ৰনলীত থকা পাথৰ গুড়ি হৈ যায় আৰু ই ৰোগীৰ প্ৰস্ৰাৱত বাহিৰলৈ ওলাই আহে।

**লিনচিং** *Lynching*
হিংসাত্মক হৈ উঠা কোনো দলে, কোনো লোকক অত্যাচাৰ কৰি কৰা হত্যা। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ভাৰ্জিনিয়াৰ চাৰ্লছ লিনচ্ (Charls Lynch) নামৰ এজন লোকৰ নামেৰে ইয়াৰ নামকৰণ কৰা হৈছে। আমেৰিকাৰ স্বাধীনতা যুদ্ধৰ সময়ত তেওঁ এক স্বয়ম্ভু ন্যায়ালয়ৰ নেতা হৈছিল, য'ত ব্ৰিটেইনৰ সমৰ্থকসকলক শাস্তি বিহা হৈছিল। এতিয়া সাধাৰণতে জাতিগত বিদ্বেষৰ বাবে কৰা হত্যাক বুজাবলৈ এই শব্দটো ব্যৱহাৰ কৰা হয়।

**লিপোছাকছন** *Liposuction*
শৰীৰৰ কোনো অংগৰ পৰা অস্বাভাৱিকভাৱে জমা হোৱা চৰ্বিৰ অপসাৰণ।

**লিংগ বৈষম্য** *Gender Difference*
নাৰী-পুৰুষৰ একমাত্ৰ মৌলিক পাৰ্থক্য হ'ল লিংগগত (sexual) বা শাৰীৰিক (biological)। নৱজাতক নাৰী (female child) নে পুৰুষ (male child) সেয়া জন্ম মুহূৰ্ততে নিৰ্ধাৰণ হৈ যায়। অসমীয়া ভাষাত sex আৰু gender শব্দ দুটাৰ অৰ্থ লিংগ যদিও ইংৰাজী ভাষাত শব্দ দুটাৰ প্ৰয়োগক্ষেত্ৰত পাৰ্থক্য আছে। ইংৰাজীত দৈহিক বৈশিষ্ট্যৰ প্ৰসংগত sex আৰু সামাজিক পাৰ্থক্যৰ প্ৰসংগত gender শব্দটো ব্যৱহাৰ হয়। পুৰুষতান্ত্ৰিক সমাজ ব্যৱস্থাত দীৰ্ঘদিন ধৰি এই ধাৰণা গভীৰভাৱে সোমাই আছে যে পুৰুষৰ তুলনাত নাৰী মানসিক ক্ষমতাত হীন বা দুৰ্বল। তদুপৰি এই ধাৰণাও প্ৰচলিত যে নাৰীৰ বাবে সমাজত বিশেষ কেতবোৰ ভূমিকা (role) নিৰ্দিষ্ট কৰা আছে, যিবোৰ কেৱল নাৰীৰহে কৰণীয় (যেনে : মাতৃত্ব, সেৱা, পৰিয়ালৰ চোৱা-চিতা ইত্যাদি)। পুৰুষ আৰু নাৰীৰ সামাজিক ভূমিকাৰ এই পাৰ্থক্য নিঃসন্দেহে

আৰোপিত। কিন্তু যিহেতু এই আৰোপ বহুকাল আগৰে পৰা চলি আহিছে, সেয়ে পুৰুষে ভাবিয়েই লৈছে যে কেতবোৰ 'পুৰুষসুলভ' কাম কেৱল পুৰুষৰ দ্বাৰাহে কৰা সম্ভৱ, সেইবোৰ কাম নাৰীৰ বাবে নহয়। দীৰ্ঘ অভ্যাসৰ ফলত নাৰীয়েও এই কথাকে মানি আহিছে।

কিন্তু উনবিংশ শতিকাৰ পৰা এই আৰোপিত ভাবনাৰ বিৰুদ্ধে নাৰী সচেতন আৰু সৰৱ হৈছে; গঢ়ি উঠিছে নাৰীবাদী আন্দোলন। পৰিণতিত নাৰী-পুৰুষৰ সামাজিক ভূমিকাগত পাৰ্থক্য যে নিতান্তই আৰোপিত সেই কথাও বহুতে বুজি উঠিছে।

## লীপ ইয়েৰ, লীপ ডে'

*অধিবৰ্ষ চাওক*

## লুক ইষ্ট পলিচী

*পূবলৈ চোৱা নীতি চাওক*

## লুডাইট আন্দোলন *Luddite Riots*

১৮১১ চনৰ পৰা ১৮১৬ চনলৈকে ইংলেণ্ডত সু-সংগঠিত বস্ত্ৰ শ্ৰমিকৰ আন্দোলন। সেই সময়ত ইংলেণ্ডৰ এচাম বস্ত্ৰ শ্ৰমিকে কাপোৰৰ কলৰ যন্ত্ৰ-পাতি নষ্ট বা ধ্বংস কৰাৰ এক আন্দোলনত প্ৰবৃত্ত হয়। তেওঁলোকৰ আশংকা আছিল যে, এই যন্ত্ৰ-পাতিবোৰৰ ব্যৱহাৰৰ ফলত তেওঁলোক কৰ্মহীন হৈ পৰিব। একে ধাৰণাৰে বশৱৰ্তী হৈ এচাম কৃষকেও খেতিত ব্যৱহৃত যন্ত্ৰ-পাতি ধ্বংস কৰিবলৈ আৰম্ভ কৰে। এই আন্দোলনকাৰী শ্ৰমিকসকলক লুডাইট নামে জনা যায়। আক্ৰোশত পিতৃৰ উলৰ ফ্ৰেম ভাঙি পেলোৱা এক ঐতিহাসিক সৰু ল'ৰা 'লুডলাম'ৰ পৰা শ্ৰমিকসকলে লুডাইট নামটো গ্ৰহণ কৰিছিল বুলি ঠাৱৰ কৰা হৈছে।

বৰ্তমান অৱশ্যে কোনো প্ৰযুক্তিগত পৰিৱৰ্তন বা উন্নতিৰ বিৰোধিতাক আলংকাৰিকভাৱে লুডাইট আন্দোলন বোলা হয়।

## লুনাৰকুৱেক *Lunerquake*

চন্দ্ৰত হোৱা ভূঁইকঁপৰ জোকাৰণি। পৃথিৱীত আমি যিদৰে ভূঁইকঁপৰ কঁপনি অনুভৱ কৰোঁ, ঠিক সেইদৰে চন্দ্ৰৰ বুকুতো কঁপনি হৈ থাকে বুলি এদল বিজ্ঞানীয়ে ধৰা পেলাইছে। বিজ্ঞানীৰ দলটোৱে পোৱা তথ্য মতে চন্দ্ৰৰ এই কঁপনিবোৰ সাধাৰণতে ক্ষুদ্ৰ আৰু উপগ্ৰহটোৰ অতি গভীৰত হয়। চন্দ্ৰৰ এই ভূঁইকঁপবোৰৰ কিছুমান চন্দ্ৰপৃষ্ঠত উল্কাপিণ্ডৰ সংঘৰ্ষৰ বাবে সৃষ্টি হোৱা আৰু বেছিভাগেই চন্দ্ৰৰ অন্তৰ্ভাগৰ পৰা উৎপত্তি হোৱা। তদুপৰি পৃথিৱীৰ মাধ্যাকৰ্ষণ শক্তি যেতিয়া সকলোতকৈ শক্তিশালী হয়, তেতিয়াই চন্দ্ৰতো ভূঁইকঁপ হয়। চন্দ্ৰত হোৱা ভূঁইকঁপৰ এই জোকাৰণিবোৰক 'লুনাৰকুৱেক' নামেৰে জনা যায়।

## লুমিং *Looming*

সমুদ্ৰ বা সমান ভূমিভাগৰ ওপৰৰে দূৰৈত দেখা পোৱা মৰীচিকাসদৃশ পৰিঘটনা। খুব গৰমৰ দিনত, পোন পকী ৰাষ্টাতো এনে মৰীচিকা ধৰণৰ পৰিঘটনা দেখিবলৈ পোৱা যায় আৰু ৰাষ্টাত পানী পৰি আছে বুলি ভুল কৰা হয়। তেনেদৰে সাগৰীয় ঠাণ্ডা অঞ্চলত ওপৰৰ বায়ুস্তৰ

লঘুতৰ আৰু তলৰ বায়ুস্তৰ ঘনতৰ (মৰুভূমিৰ বিপৰীত অৱস্থা) হোৱা বাবে দূৰৰ জাহাজৰ প্ৰতিবিম্ব আকাশত ওলমি থকা যেন দেখা যায়। এই পৰিঘটনাকে 'লুমিং' বুলি কোৱা হয়।

**লুৰিয়া টেকনিক** *Luria Technique*
ছোভিয়েট মনোবিজ্ঞানী এ আৰ লুৰিয়াই (A R Luna,১৯০২-১৯৭৭) লাই ডিটেক্টৰ যন্ত্ৰত সংযোগ কৰা এক নতুন কৌশল। মিছা কথা ধৰা পেলোৱাৰ ক্ষেত্ৰত এই পদ্ধতি ইমানেই প্ৰামাণিক যে মনোবিজ্ঞানীজনৰ নামানুসৰি ইয়াক লুৰিয়া টেকনিক নামকৰণ কৰা হৈছে।

**লেগুন** *Lagoon*
সমুদ্ৰ সংলগ্ন বলয়াকাৰ হ্ৰদ। লেগুনবোৰ একোটা ঠেক প্ৰণালীৰে সমুদ্ৰৰ লগত সংযুক্ত হৈ থাকে। উৰিষ্যাৰ চিল্কা হ্ৰদ লেগুনৰ উদাহৰণ।

**লেছবিয়ান** *Lesbian*
সমস্ত কামনা-বাসনাৰে এগৰাকী নাৰীক ভাল পোৱা, বা তেওঁক স্বাভাৱিকভাৱে পুৰুষৰ প্ৰতিকল্প হিচাপে বিশ্বাস কৰা নাৰী: নাৰী সমকামী। নাৰী সমকামীৰ ঠিক বিপৰীত পুৰুষ সমকামী বা গে (Gay)। পৃথিৱীৰ বহু দেশত এনে নাৰী পুৰুষ সমকামিতা বৈধ বুলি স্বীকৃত আৰু নানা দেশত এওঁলোকৰ বিভিন্ন সক্ৰিয় সংগঠনো আছে।

**লেজাৰ** *LASER*
বিশেষ কিছুমান ধৰ্ম থকা পোহৰ উৎপন্ন কৰিব পৰা পদ্ধতি। লেজাৰ পদ্ধতিৰে সৃষ্টি কৰা সেই বিশেষ পোহৰ-ৰশ্মিক লেজাৰ ৰশ্মি বোলা হয়। লেজাৰ শব্দটো কেইটামান ইংৰাজী শব্দৰ প্ৰথম আখৰবোৰ লগ লগাই সজা হৈছে। Light Amplification by Stimulated Emission of Radiation — এই কথাখিনি চমুকৈ LASER বুলি লিখা আৰু কোৱা হয়। এই ৰশ্মি অতি শক্তিশালী। সাধাৰণ পোহৰৰ লগত ইয়াৰ শক্তিক তুলনাই কৰিব নোৱাৰি। সাধাৰণ পোহৰ ৰশ্মি যিমান আঁতৰলৈ যায় সিমানে বহলি যায়। কিন্তু লেজাৰৰ দুটা ৰশ্মি এক কিলোমিটাৰ পথ গ'লেও সিহঁতৰ প্ৰসাৰ ৮ চেণ্টিমিটাৰতকৈও কমহে হয়। অৰ্থাৎ, মোটামুটিভাৱে লেজাৰৰ ৰশ্মিবোৰ সমান্তৰাল। এইবোৰৰ উপৰি লেজাৰৰ আন কেইবাটাও বিশেষ ধৰ্ম আছে।

উদ্যোগ, চিকিৎসা, চলচ্চিত্ৰ শিল্প, শক্তি উৎপাদন, যোগাযোগ, যুদ্ধ, প্ৰতিৰক্ষা আদি ভালেমান ক্ষেত্ৰত লেজাৰৰ প্ৰয়োগ নিতৌ বাঢ়ি আহিছে। চিকিৎসা বিজ্ঞানত তেজ নালোৰকৈ অস্ত্ৰোপচাৰ কৰাৰ কামতো লেজাৰ ৰশ্মি ব্যৱহাৰ কৰা হয়। বিশেষকৈ চকুৰ অস্ত্ৰোপচাৰৰ কামত এই ৰশ্মি আজিকালি বৰ উপকাৰী আৰু উপযোগী বুলি প্ৰমাণিত হৈছে। তদুপৰি হীৰাৰ দৰে কঠিন বস্তু বিন্ধা কৰা, কম্পিউটাৰৰ সহায়ত জোখমতে কাপোৰ কটা আদি নানান কামতো লেজাৰ প্ৰয়োগ কৰা হৈছে। ভয়ানক ধ্বংসকাৰী অস্ত্ৰ হিচাপেও ইয়াৰ ব্যৱহাৰ আছে।

**লেজাৰ অস্ত্ৰোপচাৰ** *Laser Surgery*
লেজাৰ ৰশ্মিৰ সহায়ত কৰা অস্ত্ৰোপচাৰ। সাধাৰণতে এনে অস্ত্ৰোপচাৰত তিনি ধৰণৰ লেজাৰ

ব্যৱহাৰ কৰা হয়। যেনে ঃ কাৰ্বন ডাই-অক্সাইড লেজাৰ (carbon dioxide laser), ৱাই এ জি লেজাৰ (YAG : yttrium aluminum garnet) আৰু পালছড ডাই লেজাৰ (pulsed dye laser)। ব্যৱহাৰৰ ওপৰত নিৰ্ভৰ কৰি 'পোহৰৰ ছুৰী' (sealpels of light; scalpels . অস্ত্ৰোপচাৰ বা জীৱবিদ্যাৰ কটা-ছিঙা কাৰ্যত সঘনে ব্যৱহৃত পোন, সৰু, তীক্ষ্ণ ছুৰীকটাৰীবিশেষ) বুলিও অভিহিত লেজাৰক অস্ত্ৰোপচাৰ কৰোঁতে এককভাৱে বা আন অস্ত্ৰোপচাৰৰ সঁজুলিৰ লগত একেলগে ব্যৱহাৰ কৰা হয়। অসুস্থ কোষকলাক আঁতৰাবলৈ বা ৰক্তক্ষয় হৈ থকা ৰক্তবাহী নলীৰ চিকিৎসাৰ ক্ষেত্ৰত লেজাৰ অস্ত্ৰোপচাৰ বেছিকৈ ব্যৱহাৰ কৰা হয়। সৌন্দৰ্যবৰ্ধক অস্ত্ৰোপচাৰৰ ক্ষেত্ৰতো লেজাৰৰ প্ৰয়োগ আছে। জন্মৰ পৰাই থকা দাগ, টাটু আদি আঁতৰাবলৈ আৰু ছালৰ শোটোৰা পৰা দূৰ কৰিবলৈ লেজাৰ ব্যৱহাৰ কৰা হয়। লেজাৰ অস্ত্ৰোপচাৰৰ মূল বিশেষত্ব হ'ল ই ৰক্তক্ষয়হীন অস্ত্ৰোপচাৰ পদ্ধতি। আজিকালি চকু অস্ত্ৰোপচাৰৰ ক্ষেত্ৰত লেজাৰৰ ব্যৱহাৰ বহুল। মাৰ্কিন চকু চিকিৎসক ষ্টিভেন ট্ৰকেলে (Steven Trokel) ১৯৮৭ চনত প্ৰথমবাৰৰ বাবে লেজাৰেৰে চকু অস্ত্ৰোপচাৰ কৰে। চকু অস্ত্ৰোপচাৰৰ ক্ষেত্ৰত জনপ্ৰিয় লাছিক (LASIK) পদ্ধতিত লেজাৰ ব্যৱহাৰ কৰা হয়।

## লেটাৰ প্ৰেছ *Letter Press*

মুদ্ৰণ পদ্ধতিবিশেষ। ইয়াত ছপাবলগীয়া আখৰবোৰ কাঠ (বা ধাতুৰে) কাটি হাতেৰে জোঁটাই সেইবোৰক এখন ধাতুৰ পাটত বান্ধি ছপা যন্ত্ৰত তুলি দি নিৰ্দিষ্ট জোখত কটা কাগজ এখিলা এখিলাকৈ যন্ত্ৰত থৈ আখৰৰ ছাপ বহুওৱা হয়। বহুবছৰ ধৰি লেটাৰ প্ৰেছেই ছপাৰ মুখ্য পদ্ধতি বা যন্ত্ৰৰূপে পৰিগণিত হৈ আহিছিল। লেটাৰ প্ৰেছ বহু সময়ত পদচালিত হৈ আহিছিল যদিও পাছলৈ স্বয়ংক্ৰিয় আৰু যন্ত্ৰচালিত লেটাৰ প্ৰেছৰ উদ্ভৱ আৰু বিকাশ হয়। আধুনিক মুদ্ৰণ প্ৰযুক্তিৰ আগমনে লেটাৰ প্ৰেছৰ ব্যৱহাৰ প্ৰায় নোহোৱা কৰিলেও সেৰেঙাকৈ আজিও লেটাৰ প্ৰেছৰ ব্যৱহাৰ ঠায়ে ঠায়ে আছে।

## লেটিন আমেৰিকা *Latin America*

দক্ষিণ আমেৰিকা, মধ্য আমেৰিকা আৰু ৱেষ্ট ইণ্ডিজৰ দেশসমূহৰ সামূহিক নাম। ইউৰোপৰ স্পেনিছ, পৰ্টুগীজ, ফৰাচী আৰু ইটালিয়ান ভাষাৰ মূল আছিল লেটিন ভাষা। লেটিন ভাষাৰ পৰাই এইবোৰ ভাষা উদ্ভৱ হৈছিল বাবে এনে ভাষা কোৱা লোকসকলক 'লেটিন লোক' (Latin People) বুলি কোৱা হৈছিল। পৃথিৱীৰ সেই অংশত লেটিন লোকসকলেই (প্ৰধানকৈ পৰ্টুগীজ আৰু স্পেনিছ) প্ৰথম সভ্য মানুহৰ বসতি স্থাপন কৰিছিল বাবে দক্ষিণ আমেৰিকাকে ধৰি সেই সমগ্ৰ অঞ্চলটোক লেটিন আমেৰিকা নামেৰে জনা যায়।

## লোকগীত *Folk Songs*

পৰম্পৰাগতভাৱে যুগে যুগে বিস্তাৰিত তথা প্ৰচলিত গীত-মাত। লোকগীতত মানুহৰ জীৱনৰ বিভিন্ন কাৰ্যাৱলী, কাহিনী, লোকাচাৰ আদি পৰিলক্ষিত হয়। গীতবোৰৰ ভাব-ভাষা সহজ-সৰল। অসমীয়া বিহুগীত, মণিকোঁৱৰৰ গীত, গৰখীয়া গীত আদি লোকগীতৰ উদাহৰণ।

## লোকপিয়ল *Census*

লোকপিয়ল বা লোকগণনা বুলিলে আক্ষৰিক অৰ্থত 'সংখ্যা নিৰ্ধাৰণ'কে বুজোৱা হয় যদিও

বৰ্তমান সময়ত লোকপিয়লৰ মাধ্যমেৰে জনসংখ্যাৰ হিচাপৰ লগতে গণনীয় জনগোষ্ঠীৰ আৰ্থ-সামাজিক আৰু সাংস্কৃতিক জীৱনৰ সামগ্ৰিক তথ্যও বিজ্ঞানসন্মত উপায়েৰে সংগ্ৰহ কৰা হয়। ইয়াৰ ফলত দেশৰ মুঠ জনসংখ্যা, জনসংখ্যা বৃদ্ধিৰ আনুপাতিক হাৰ, জন্ম-মৃত্যুৰ হাৰ, পুৰুষ-নাৰীৰ আনুপাতিক হাৰ, জনমুৰি আয়, সাক্ষৰতা, বয়স আদি নানা বিষয়ে জানিব পৰা যায়। সাধাৰণ লোক গণনাৰ লগতে দেশৰ সামাজিক বিন্যাস, অৰ্থনৈতিক চিত্ৰ আৰু সাংস্কৃতিক ৰূপ-বৈচিত্ৰ্যৰ বিশদ বিৱৰণো লোকপিয়লৰ গুৰুত্বপূৰ্ণ বিষয়।

ভাৰতত প্ৰতি ১০ বছৰৰ মূৰে মূৰে লোকপিয়ল হয়। ভাৰতত লোকপিয়লৰ সূচনা হয় ১৮৭১ চনত, ইংৰাজৰ শাসনকালত। পৰাধীন ভাৰতৰ অন্তিম লোকপিয়ল হৈছিল ১৯৪১ চনত। তেতিয়ালৈ জনসংখ্যা হৈছিলগৈ প্ৰায় ৩২ কোটি। স্বাধীন ভাৰতত প্ৰথম লোকপিয়ল হয় ১৯৫১ চনত। তাৰ পাছৰে পৰা প্ৰতি দহ বছৰৰ অন্তৰে অন্তৰে যথাৰীতি লোকপিয়লৰ কাম চলি আহিছে। স্বাধীন ভাৰতৰ ষষ্ঠ লোকপিয়লৰ কাম সম্পন্ন হয় ২০০১ চনৰ ২৬ মাৰ্চত আৰু চূড়ান্ত লোকপিয়লৰ তথ্য প্ৰকাশ হয় ২০০৭ চনত।

## লোকাৰ্নো চুক্তি *Treaties of Locarno*

ইউৰোপত ৰাজনৈতিক সুস্থিৰতা প্ৰদানৰ বাবে ১৯২৫ চনৰ অক্টোবৰত ইটালীৰ লোকাৰ্নোত এলানি আলোচনা অনুষ্ঠিত হয়। ইয়াৰ পাছত ১৯২৫ চনৰে ১ ডিচেম্বৰত ঘোষিত হয় এলানি চুক্তি। লোকাৰ্নোত স্বাক্ষৰিত হোৱা বাবে এইলানি চুক্তি লোকাৰ্নো চুক্তি নামেৰে জনাজাত। মূল চুক্তিখন মৰ্মে জাৰ্মানীয়ে, ভাৰ্ছাই চুক্তিত উল্লেখ কৰা অনুযায়ী ফ্ৰান্স আৰু বেলজিয়ামৰ সৈতে সীমা-ব্যৱস্থা মানি লোৱাৰ লগতে ৰাইনলেণ্ডৰ অসামৰিকীকৰণ অৱস্থা স্বীকাৰ কৰি লয়। তদুপৰি ইংলেণ্ড আৰু ইটালী এই চুক্তিৰ 'গেৰাণ্টৰ' হিচাপে থাকে। আন এক বুজাবুজি অনুযায়ী, জাৰ্মানীয়ে পোলেণ্ড আৰু চেকোশ্লোভাকিয়াৰ সৈতে পূৰ্ব-নিৰ্ধাৰিত সীমান্ত মানি নল'লেও বল প্ৰয়োগ কৰি এই সীমা নবঢ়াবলৈ মান্তি হয়। ফ্ৰান্সেও এই সম্পৰ্কে পোলেণ্ড আৰু চেকোশ্লোভাকিয়াৰ লগত গেৰাণ্টীৰ চুক্তি স্বাক্ষৰ কৰে। জাৰ্মানীয়ে এনে ধৰণৰ শান্তিস্থাপক প্ৰতিশ্ৰুতি দিয়াৰ বিনিময়ত, জাতি সংঘৰ কাউন্সিলত স্থায়ী সদস্যৰূপে অন্তৰ্ভুক্তি লাভ কৰে।

## লোকায়ত

প্ৰাচীন ভাৰতৰ এক নিৰীশ্বৰবাদী দৰ্শন আৰু পন্থা। লোকায়ত দৰ্শনে ঈশ্বৰৰ অস্তিত্ব স্বীকাৰ নকৰিছিল। একেদৰে অস্বীকাৰ কৰিছিল পৰলোক, কৰ্মফল আদিকো। এই দৰ্শনৰ মতে জ্ঞানৰ একমাত্ৰ উৎস প্ৰত্যক্ষ। যি প্ৰত্যক্ষযোগ্য নহয়, তাক প্ৰমাণ কৰিব নোৱাৰি। পাপ-পুণ্য, স্বৰ্গ-নৰক আদিও প্ৰত্যক্ষ কৰিব নোৱাৰি। সেয়ে সেইবোৰৰ অস্তিত্ব নাই, সেইবোৰ মিছা। একেদৰে এই দৰ্শনে বিশ্বাস কৰিছিল যে দেহহীন আত্মা অলীক, কৰ্মফল আৰু জন্মান্তৰ মিছা। সনাতন হিন্দু ধৰ্মত অৱশ্যে লোকায়ত নিষিদ্ধ আৰু নিন্দিত আছিল।

## লৌহ যৱনিকা *Iron Curtain*

সমাজতান্ত্ৰিক (বিশেষকৈ ছোভিয়েট যুক্তৰাষ্ট্ৰৰ) দেশৰ চাৰিওফালে বাহিৰৰ লগত সংযোগ ৰোধৰ বাবে থকা বুলি বৰ্ণিত বেষ্টনী। একমাত্ৰ ছোভিয়েট যুক্তৰাষ্ট্ৰৰ ক'ত কি ঘটিছে, কেনেদৰে সেই দেশৰ সাধাৰণ মানুহে জীৱন যাপন কৰিছে, সেই কথা দেশখনৰ বাহিৰত

প্ৰকাশ পোৱা নাছিল। এখন ওৰণিয়েহে যেন ঢাকি ৰাখিছিল দেশখনক। এয়া আছিল পশ্চিমীয়া দেশবোৰৰ অভিযোগ। জাৰ্মানীয়ে ইয়াক নাম দিছিল iron curtain. ব্ৰিটিছ প্ৰধান মন্ত্ৰী উইনষ্টন চাৰ্চিলেও তেওঁৰ একাধিক বক্তৃতাত ছোভিয়েট চৰকাৰৰ প্ৰতি সমালোচনাৰ সুৰত এই কথা কৈছিল।

# ৱ

**ৱলফ্ ছিনড্ৰোম** *Wolf Syndrome*
ক্ৰমোজোমৰ এক অংশৰ আংশিক ক্ষতি হোৱাৰ বাবে দেখা দিয়া এক ৰোগ। এই ৰোগৰ লক্ষণ হ'ল মানসিক বিকাশহীনতা, ফটা ওঁঠ, পেশী শিথিলতা আদি।

**ৱাই ফাই** *Wi-Fi*
ৱাই-ফাইৰ অৰ্থ হ'ল তাঁৰবিহীনভাৱে সম্পূৰ্ণ সংযোগ। ইংৰাজী Wirless Fidelity শব্দ দুটাক সংক্ষেপে Wi-Fi বুলি লিখা আৰু কোৱা হয়। ই দৰাচলতে কম্পিউটাৰ-ইণ্টাৰনেটত ব্যৱহৃত এক পদ্ধতি। ৱাই-ফাইৰ জৰিয়তে কোনো তাঁৰ নোহোৱাকৈ এটা কম্পিউটাৰৰ পৰা আন এটা কম্পিউটাৰলৈ তথ্য সৰবৰাহ কৰিব পাৰি।

**ৱাইপ্ৰেছৰ যুদ্ধ** *Battle of Ypres*
প্ৰথম মহাসমৰৰ সময়ত বেলজিয়ামৰ ৱাইপ্ৰেছ নগৰক কেন্দ্ৰ কৰি চলা চাৰিখন যুদ্ধ। ১৯১৪, ১৯১৫, ১৯১৭ আৰু ১৯১৮ চনত এই চাৰিখন যুদ্ধ হৈছিল। এই যুদ্ধত জাৰ্মানীয়ে প্ৰায় আঢ়ৈ লাখ সৈন্য হেৰুৱাইছিল। মিত্ৰপক্ষই হেৰুওৱা সৈন্য সংখ্যা আছিল তাৰ দুগুণ।

**ৱাকমেন** *Walkman*
ছোনী (Sony) কোম্পানীয়ে নিৰ্মাণ কৰা এক প্ৰকাৰৰ সৰু, পৰ্টেবল, পাৰ্ছনেল ষ্টেৰিঅ' কেছেট প্লেয়াৰ। খোজকাঢ়ি (walk) গৈ থাকোঁতেও ৱাকমেন ব্যৱহাৰ কৰি হেডফোনৰ সহায়ত আনক ব্যাঘাত নকৰাকৈ গান শুনিব পাৰি।

ইয়াৰ আগতে ছোনীয়ে প্ৰেছমেন (Pressman) নামৰ এবিধ সৰু ষ্টেৰিঅ' টেপৰেকৰ্ডাৰ সাজি উলিয়াইছিল। পিছে লৈ ফুৰিব পৰাকৈ তাৰ ওজন কিছু বেছি আছিল। গতিকে তাৰ পৰা প্ৰথমে ৰেকৰ্ডিং অংশটো আঁতৰ কৰা হ'ল। তাৰ পাছত সৰু আৰু পাতল হেডফোন লগোৱা হ'ল। এইবাৰ ই এটা পাতল ওজনৰ ষ্টেৰিঅ' কেছেট প্লেয়াৰ হৈ পৰিল। এই প্ৰকল্পৰ আঁৰৰ মূল ব্যক্তি আৰু ছোনীৰ মুৰব্বী আকিঅ' মৰিটা (Akio Morita) কিছুদিনৰ বাবে বাহিৰত থাকোঁতে তেওঁৰ অধস্তন প্ৰযুক্তিবিদসকলে প্ৰেছমেনৰ আৰ্হিত ইয়াৰ নাম ৰাখিলে 'ৱাকমেন'। মৰিটাই উভতি আহি আপত্তি দৰ্শালে যে 'ৱাকমেন' শব্দটো ব্যাকৰণগত দিশৰ পৰা শুদ্ধ নহয় আৰু ইয়াৰ নাম তাৰ পৰিবৰ্তে 'ৱাকিং ষ্টেৰিঅ" ৰাখিলেহে খাপ খাব। পিছে ইতিমধ্যে এই নামেৰে বিজ্ঞাপন দিয়াৰ প্ৰক্ৰিয়া আৰম্ভ হৈয়েই গৈছিল। গতিকে 'ৱাকমেন' নামটোৱেই থাকি গ'ল।

পৰৱৰ্তী সময়ত ৱাকমেন শব্দটো ইমানেই 'হিট' হৈ পৰিল যে ছোনীয়ে তেওঁলোকৰ আন উৎপাদিত সামগ্ৰীৰ ক্ষেত্ৰতো নামৰ পাছত 'মেন' শব্দটো ৰাখিবলৈ ঠিক কৰিলে। উদাহৰণস্বৰূপে, সৰু টেলিভিছনৰ ক্ষেত্ৰত 'ৱাট্‌চমেন' (Watchman) আৰু পৰ্টেবল চি ডি প্লেয়াৰৰ ক্ষেত্ৰত 'ডিস্কমেন' (Diskman) নাম ৰখা হ'ল।

### ৱাটাৰগে'ট কেলেংকাৰি *Watergate Scandal*

ৱাটাৰগে'ট আমেৰিকাৰ ডেমোক্ৰেটিক পাৰ্টীৰ সদৰ কাৰ্যালয় ভৱন। ১৯৭২ চনত ইয়াতে এক বৃহৎ ৰাজনৈতিক কেলেংকাৰি সংঘটিত হয়। ইয়ে ইতিহাসত ৱাটাৰগে'ট কেলেংকাৰি নামে প্ৰখ্যাত। ১৯৭২ চনৰ ১৭ জুনত ৱাশ্বিংটন ডি চিৰ ৱাটাৰগে'ট বিল্ডিঙত অৱস্থিত ডেমোক্ৰেটিক পাৰ্টীৰ নেচনেল কমিটীৰ সদৰ কাৰ্যালয়ত অনুপ্ৰৱেশ কৰা পাঁচজন লোকক নিৰাপত্তাৰক্ষীয়ে গ্ৰেপ্তাৰ কৰে। জেৰাত প্ৰকাশ পায় যে তেওঁলোকে তাত অনুষ্ঠিত সভাৰ কথা-বতৰা বাণীবদ্ধ কৰিবৰ বাবে প্ৰৱেশ কৰিছিল। লাহে লাহে প্ৰকাশ পায় যে এইটো এটা বিক্ষিপ্ত ঘটনা নহয়। ৰাষ্ট্ৰপতি ৰিচাৰ্ড নিক্সনৰ পুনৰ নিৰ্বাচনৰ বাবে যি অভিযান চলোৱা হৈছিল, ই তাৰ এক অংশহে। অৰ্থাৎ, ডেমোক্ৰেটিকসকলৰ গোপন ৰণকৌশল আগতেই ভিতৰুৱাকৈ জানি সেইমতে প্ৰতি-ব্যৱস্থা ল'বলৈ এনে ষড়যন্ত্ৰ চলোৱা হৈছিল।

প্ৰথম অৱস্থাত হোৱাইট হাউছে এই ষড়যন্ত্ৰ সম্পৰ্কে অজ্ঞতা প্ৰকাশ কৰে। কিন্তু 'ৱাশ্বিংটন পোষ্টে' চলোৱা সবিশেষ তদন্তত দেখা গ'ল যে ৰাষ্ট্ৰপতি নিক্সনৰ বিষয়ালবৰ্গও তাত জড়িত আছে। এইবাৰ সকলোৰে দৃষ্টি নিক্সনৰ ওপৰত কেন্দ্ৰীভূত হয়। তেনে সময়তে হোৱাইট হাউছৰ কথা-বতৰাৰ বাণীবদ্ধ ৰূপৰ পৰা গম পোৱা গ'ল যে নিক্সনৰো এই কেলেংকাৰিৰ লগত সম্পৰ্ক আছে। ১৯৭৪ চনৰ ১৫ মে'ত এই মোকৰ্দমা বিচাৰ কৰা গ্ৰেণ্ড জুৰিয়ে মত প্ৰকাশ কৰে যে নিক্সনৰ বিৰুদ্ধে মহাভিযোগ অনা উচিত। জনমত আৰু আদালতৰ ওচৰত সেও মানি ১৯৭৪ চনৰ আগষ্টত নিক্সনে পদত্যাগ কৰে। অৱশ্যে পাছত নতুন ৰাষ্ট্ৰপতি জেৰাল্ড ফ'ৰ্ডে তেওঁক ক্ষমাদান কৰে।

### ৱাটাৰ মাৰ্ক *Water Mark*

উকা কাগজ এখন পোহৰৰ ফালে ধৰিলে যি নক্সা, ছবি চকুত পৰে; জলছাপ। সাধাৰণতে যি সাঁচত কাগজ তৈয়াৰ কৰা হয় সেই সাঁচত এই নক্সাও অংকিত কৰা থাকে। কাগজত এই নক্সাৰ ছাপ পৰিলেও সাধাৰণতে ইয়াক দেখা পোৱা নাযায়। কিন্তু বিপৰীত ফালৰ পৰা কাগজখনত পোহৰ পৰিলে উক্ত নক্সা স্পষ্ট হৈ জিলিকি উঠে। নোট আদিৰ দৰে মূল্যবান দলিল-পত্ৰৰ বিশুদ্ধতা পৰীক্ষাৰ বাবে ৱাটাৰ মাৰ্ক ব্যৱহাৰ কৰা হয়।

### ৱাৰেণ্ট *Warrent*

ৱাৰেণ্ট শব্দটোৰ কেইবাটাও অৰ্থ আছে। সাধাৰণভাৱে ৱাৰেণ্ট হ'ল আদালতৰ হুকুম লিখা কাকত; জাননী। নানা ধৰণৰ আইনগত নথি-পত্ৰৰ ক্ষেত্ৰত শব্দটো ব্যৱহাৰ কৰা হয়। ইয়াৰ ভিতৰত আটাইতকৈ বেছি প্ৰচলিত আৰু পৰিচিত ৱাৰেণ্টবিধ হ'ল, কোনো ব্যক্তিক গ্ৰেপ্তাৰ বা খানাতালাচ কৰাৰ বাবে জাৰি কৰা নথি বা আদেশ। কৰ আদায়, মাটি অধিগ্ৰহণ, ঘৰ খানাতালাচ আদিৰ বাবেও ৱাৰেণ্ট জাৰি কৰা হয়।

**ৱাটাৰ্লুৰ যুদ্ধ** *Battle of Waterloo*
১৮১৫ চনৰ ১৮ জুনত বেলজিয়ামৰ ৰাজধানী ব্ৰুছেলছৰ ওচৰৰ ৱাটাৰ্লুত ব্ৰিটিছ্ আৰু নেপোলিয়নৰ নেতৃত্বাধীন ফৰাচী বাহিনীৰ মাজত হোৱা প্ৰসিদ্ধ যুদ্ধ। এই যুদ্ধত নেপোলিয়ন শোচনীয়ভাৱে পৰাজিত আৰু বন্দী হয়। বন্দী নেপোলিয়নক দক্ষিণ আটলাণ্টিক মহাসাগৰৰ ক্ষুদ্ৰ দ্বীপ ছেন্ট হেলেনালৈ নিৰ্বাসন দিয়া হয় আৰু তাতেই ১৮২১ চনৰ ৫ মে'ত নেপোলিয়নে কৰুণভাৱে মৃত্যুবৰণ কৰে।

**ৱাৰ্শ্ব চুক্তি** *Warsaw Pact*
বন্ধুত্ব আৰু পাৰস্পৰিক সহযোগিতাৰ উদ্দেশ্যে ১৯৫৫ চনৰ ১৪ মে'ত পোলেণ্ডৰ ৱাৰ্শ্বত কেইখনমান দেশৰ মাজত হোৱা এক সামৰিক চুক্তি। এই চুক্তিত স্বাক্ষৰ কৰা দেশকেইখন হ'ল ছোভিয়েট ৰাছিয়া, আলবেনিয়া, বুলগেৰিয়া, পূব জাৰ্মানী, পোলেণ্ড, ৰোমানিয়া, চেকোশ্লোভাকিয়া আৰু হাংগেৰী। ১৯৬১ চনত আলবেনিয়া সক্ৰিয় অংশগ্ৰহণৰ পৰা বিৰত থাকে আৰু ১৯৬৮ চনত এই চুক্তিৰ পৰাই ওলাই যায়।

পশ্চিম জাৰ্মানীয়ে 'নাটো'ত (NATO) যোগদান কৰাৰ পৰিপ্ৰেক্ষিততে ছোভিয়েট ৰাছিয়াৰ নেতৃত্বত এই চুক্তি সম্পাদিত কৰা হয়। ইয়াৰ মুখ্য উদ্দেশ্য আছিল দুটা ঃ 'নাটো'ৰ এক সামৰিক প্ৰতিপক্ষ সৃষ্টি কৰা আৰু পূব ইউৰোপত ছোভিয়েট ৰাছিয়াৰ স্বাৰ্থ সুৰক্ষিত কৰা।

১৯৯১ চনত পূব ইউৰোপত কমিউনিজম নিস্তেজ হৈ পৰাৰ পাছত (আৰু ছোভিয়েট ৰাছিয়াৰ ভাঙনৰ আগমুহূৰ্তত) এই চুক্তি ভংগ কৰি দিয়া হয়।

**ৱেব অফছেট** *Web Offset*
কাটি লোৱা কাকতৰ পৰিৱৰ্তে কাকতৰ 'ৰিল' ব্যৱহাৰ কৰিব পৰা অফছেট ছপা মেচিন। বাতৰিকাকত ছপোৱাৰ বাবে প্ৰধানকৈ ৱেব অফছেট ছপাশালেই ব্যৱহাৰ কৰা হয়। এনে মেচিনত সম্পূৰ্ণ বাতৰিকাকতখন একেলগে ছপা হৈ এখনকৈ ভাঁজ হৈ আহে। পৃষ্ঠা মিলোৱা, ভাঁজ কৰা আদি কামবোৰ বেলেগকৈ কৰিব নালাগে। ৱেব অফছেট মেচিন একোটাৰ ছপাৰ ন্যূনতম ক্ষমতা হৈছে ১৬,০০০/প্ৰতিঘণ্টা। অৰ্থাৎ ই ন্যূনতম ১৬,০০০খন কাকত প্ৰতি ঘণ্টাত ছপাব পাৰে। সাধাৰণতে ৱেব অফছেট বাতৰিকাকত ছপোৱাৰ কামত ব্যৱহাৰ হয় যদিও আজিকালি কিতাপ, আলোচনী আদি ছপাতো এই পদ্ধতি ব্যৱহাৰ কৰা হৈছে।

**ৱেবছাইট** *Website*
ইণ্টাৰনেটত তথ্য জমা ৰখা এক স্থান। ৱেবছাইট কোনো এটা কম্পিউটাৰত সংৰক্ষিত তথ্যৰাজি ইণ্টাৰনেটৰ যোগেদি মুকলি কৰি দিবলৈ গ্ৰহণ কৰা বৰ্তমান কালৰ আটাইতকৈ সহজ ব্যৱস্থা। 'ৱেবছাইট'ক ইণ্টাৰনেটৰ যোগে প্ৰচাৰিত এখন কিতাপ বা আলোচনীৰ সৈতে তুলনা কৰিব পাৰি। এই 'ৱেবছাইটসমূহ গঠন কৰা হয় বহু 'ৱেব পেজ'ৰ সমন্বয়ত। ৱেব ব্ৰাউজাৰ নামৰ এবিধ প্ৰগ্ৰেমৰ দ্বাৰা ইণ্টাৰনেটৰ যোগে প্ৰচাৰিত ৱেবছাইটসমূহ চাব পৰা যায়।

*লগতে চাওক ডব্লিউ ডব্লিউ ডব্লিউ*

**ৱেল্ডিং টৰ্চ** *Welding Torch*
*অক্সি-এচিটিলিন শিখা চাওক*

## ৱেষ্ট ইণ্ডিজ *West Indies*

উত্তৰ আৰু দক্ষিণ আমেৰিকাৰ মাজত আটলাণ্টিক মহাসাগৰৰ অংশ কেৰিবিয়ান সাগৰৰ উত্তৰ-পূৱত প্ৰায় ১২,০০০ দ্বীপৰ সন্মিলিত নাম। দ্বীপৰ সংখ্যা বহুত হ'লেও তাৰে ১৮৫টা মান দ্বীপতহে মানুহ আছে। ৱেষ্ট ইণ্ডিজৰ দ্বীপবোৰক বিভিন্ন ভাগত ভাগ কৰা হৈছে যদিও সেইবোৰ ভৌগোলিক প্ৰয়োজনত কৰা ভাগহে, ইয়াৰ কোনো ৰাজনৈতিক তাৎপৰ্য নাই। ৱেষ্ট ইণ্ডিজৰ অধিকাংশদ্বীপেই এককভাৱে বা কেইটামানদ্বীপ একেলগে একোখন স্বাধীন ৰাষ্ট্ৰ। ইয়াৰ অন্তৰ্গত প্ৰধান দ্বীপ তথা ৰাষ্ট্ৰসমূহ হ'ল ঃ জামাইকা, ছেন্ট কিটছ্‌-নেভিছ, গ্ৰেনেডা, ডোমিনিকা, ত্ৰিনিদাদ আৰু টোবাগো, এণ্টিগুৱা আৰু বাৰ্বুডা, ভাৰ্জিন আইলেণ্ডছ আদি। কিউবা, পুৱেৰ্টোৰিকো, হিস্পানিৱালা আদি দ্বীপবোৰ কেৰিবিয়ান সাগৰৰ হ'লেও ৱেষ্ট ইণ্ডিজ দ্বীপগোষ্ঠীৰ অন্তৰ্ভুক্ত নহয়।

১৪৯২ চনত খ্ৰীষ্টফাৰ কলম্বাছে এই দ্বীপপুঞ্জত উপস্থিত হৈ তাক ভাৰতৰ উপকূল বুলি ভাবিছিল। সেয়ে ভাৰতৰ (ইণ্ডিয়া) নামানুসৰি দ্বীপবোৰক তেওঁ ইণ্ডিজ বুলি নামকৰণ কৰে। পৰৱৰ্তী কালত ভাৰতৰ লগত পৃথক কৰি ৰাখিবলৈ ইয়াৰ নাম ৱেষ্ট ইণ্ডিজ ৰখা হয়।

ভাৰতীয় ক্ৰিকেটপ্ৰেমীৰ বাবে ৱেষ্ট ইণ্ডিজ এটা পৰিচিত নাম। অৱশ্যে, দ্বীপপুঞ্জটোৰ ত্ৰিনিদাদ, জামাইকা, বাৰ্বুডা আদি কেইটামানদ্বীপতহে ক্ৰিকেট খেলা হয়। ক্ৰিকেট খেলাৰ বাবে দক্ষিণ আমেৰিকাৰ গিয়েনা ৱেষ্ট ইণ্ডিজৰ লগত যুক্ত। উল্লিখিত অঞ্চলবোৰৰ খেলুৱৈসকলক একেলগ কৰিয়েই গঠিত হৈছে বিশ্ব ক্ৰিকেটৰ অন্যতম শক্তিশালী দল ৱেষ্ট ইণ্ডিজ। *লগতে চাওক কেৰিবিয়ান*

# শ

## শক *Sake*

শকাদিত্য বা শালবাহন ৰজাই প্ৰৱৰ্তন কৰা এটা চন বা বছৰৰ লেখ, শকাব্দ। খ্ৰীষ্টাব্দ বা চনৰ পৰা ৭৮ বছৰ বিয়োগ কৰিলে শক বা শকাব্দ পোৱা যায়। মধ্য এছিয়াৰ এটা যাযাবৰী জাতিৰো নাম শক। খ্ৰীষ্টপূৰ্ব দ্বিতীয় শতিকাৰ মাজভাগত শকসকল মধ্য এছিয়াৰ পৰা ভাৰতলৈ আহে আৰু ক্ৰমে ভাৰতত শাসন চলাবলৈ লয়। গুপ্ত সম্ৰাট দ্বিতীয় চন্দ্ৰগুপ্ত বা বিক্ৰমাদিত্যৰ শাসনকালত শকসকলৰ অৱসান ঘটে।

## শক্তিপীঠ

দক্ষ যজ্ঞত অপমানিত হৈ দেহ ত্যাগ কৰা সতীৰ দেহ কান্ধত লৈ শিৱই প্ৰলয় নৃত্য কৰোঁতে বিষ্ণুৱে সুদৰ্শন চক্ৰৰে সতীৰ দেহ খণ্ড-বিখণ্ড কৰে। সতীৰ এই খণ্ডিত দেহাংশ পৃথিৱীৰ (ঘাইকৈ ভাৰতৰ) ৫১খন ঠাইত পৰে। সেই ৫১খন পুণ্যস্থান শক্তিপীঠ, মহাপীঠ বা সতীপীঠ নামে প্ৰখ্যাত।

## শক্তিৰ অবিনশ্বৰতাৰ সূত্ৰ *Law of Conservation of Energy*

বিজ্ঞানী এলবাৰ্ট আইনষ্টাইনৰ প্ৰসিদ্ধ আৰু পৰিচিত সূত্ৰ। এই সূত্ৰ অনুসৰি শক্তি নিত্য, শক্তি

অবিনাশী, শক্তিৰ ক্ষয় নাই, শক্তিৰ মাথোঁ ৰূপান্তৰহে হয়। যেনে ঃ জলশক্তি যান্ত্রিক শক্তিলৈ, ৰাসায়নিক শক্তি বিদ্যুৎ শক্তিলৈ ৰূপান্তৰিত হয়। এক কথাত ক'বলৈ গ'লে শক্তি পৰিবৰ্তিতহে হয়, ক্ষয় নহয়।

**শপতনামা**
*এফিডেফিট চাওক*

**শব্দ বিজ্ঞান** *Acoustics*
শব্দৰ প্ৰকৃতি, শব্দৰ প্ৰতিফলন, প্ৰাবল্য, তীক্ষ্ণতা, শ্ৰুতি মাধুৰ্য আদি চৰ্চা আৰু অধ্যয়ন কৰা পদাৰ্থ বিজ্ঞানৰ শাখাবিশেষ। কোনো প্ৰেক্ষাগৃহৰ ধ্বনি শুনাৰ সহায়ক কৰাটোও শব্দ বিজ্ঞানৰ অন্তৰ্গত।

**শব্দ বৈপৰীত্য** *Oxymoron*
এক বিশেষ প্ৰভাৱ পেলাবৰ বাবে লেখকে বা বক্তাই দুটা বিপৰীত অৰ্থক একলগে ব্যৱহাৰ কৰা। যেনে ঃ মই আজি বৰ আনন্দ পাইছোঁ, কাৰণ মোৰ *নিয়মীয়াকৈ অনিয়মীয়া* ছাত্ৰ এজন পৰীক্ষাত উত্তীৰ্ণ হৈছে।

**শৰাইঘাটৰ যুদ্ধ** *Battle of Saraighat*
১৬৭১ চনৰ মাৰ্চ মাহত গুৱাহাটীৰ পাণ্ডুৰ ওচৰৰ শৰাইঘাটত আহোম আৰু মোগলৰ মাজত হোৱা তয়াময়া ৰণ। এই ৰণত লাচিত বৰফুকনৰ নেতৃত্বত আহোম সেনাই মোগল সেনাপতি ৰাম সিংহৰ বিশাল বাহিনীক শোচনীয়ভাৱে পৰাজিত কৰে। এই নিৰ্ণয়কাৰী যুদ্ধৰ পাছত ৰাম সিংহ পুনৰ দিল্লীলৈ উভতি যাবলৈ বাধ্য হয় আৰু আহোম ৰাজত্ব কিছুদিনলৈ নিষ্কণ্টক হয়। একেদৰে পশ্চিমৰ মানাহ নদীয়েই মোগল আৰু আহোমৰ সীমা হিচাপে নিৰ্ধাৰিত হৈ ৰয়।

**শান্তিপূৰ্ণ সহাৱস্থান** *Coexistence*
(সাধাৰণতে) ৰাজনীতিত পৰস্পৰবিৰোধী মতাৱলম্বীসকলৰ শান্তিপূৰ্ণ ওচৰা-উচৰি অৱস্থান। শান্তিপূৰ্ণ সহাৱস্থান নীতিৰ মূল কথা হ'ল, ভিন্ন মতাৱলম্বী বা ভিন্ন মতাদৰ্শত বিশ্বাসী বা বিৰোধী ৰাষ্ট্ৰবোৰে সকলো পাৰ্থক্য আৰু বিৰোধিতা সত্ত্বেও শান্তি ৰক্ষা কৰি ওচৰা-উচৰিকৈ বসবাস কৰিব, এখন ৰাষ্ট্ৰই আন এখন ৰাষ্ট্ৰৰ আভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ নকৰিব। ১৯২২ চনত নৱগঠিত ছোভিয়েট যুক্তৰাষ্ট্ৰত পশ্চিমীয়া শক্তিবোৰৰ আক্ৰমণৰ সম্ভাৱনালৈ লক্ষ্য কৰি লেনিনে প্ৰথম এই শান্তিপূৰ্ণ সহাৱস্থানৰ কথা উল্লেখ কৰে। পাছত ১৯৫৪-৫৫ চনত ভাৰতৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে ভাৰত আৰু চীনৰ পাৰস্পৰিক সহযোগিতা, বন্ধুত্ব আৰু শান্তিৰ বাবে পঞ্চশীল নীতিৰ প্ৰস্তাৱ আগবঢ়ায়। ইয়াৰ পাছৰে পৰা এছিয়াৰ কেইবাখনো দেশে শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি গ্ৰহণ কৰে।

*লগতে চাওক পঞ্চশীল নীতি*

**শালগ্ৰাম, শালেগ্ৰাম**
বিষ্ণুৰ প্ৰতীকৰূপে হিন্দুৰ পূজ্য ক'লা শিলবিশেষ। শৈৱসকলৰ শিৱ লিংগৰ দৰে

বিষ্ণুভক্তসকলে এই শালগ্ৰাম শিলক বিষ্ণুৰ প্ৰতীক ৰূপত পূজা কৰে। পৌৰাণিক আখ্যান অনুসৰি তুলসীৰ শাপত বিষ্ণু এনেদৰে শিলত পৰিণত হৈছিল।

## শাস্ত্ৰীয় সংগীত *Classical Music*

ভাৰতীয় উচ্চাংগ সংগীত; মাৰ্গীয় সংগীত। ভাৰতীয় শাস্ত্ৰীয় সংগীত আন্তৰ্জাতিকভাৱে বেছ প্ৰচলিত আৰু সমাদৃত। ভাৰতীয় শাস্ত্ৰীয় সংগীতক হিন্দুস্থানী (উত্তৰ ভাৰতীয়) আৰু কৰ্ণাটকী (দক্ষিণ ভাৰতীয়) — এই দুই ভাগত ভগাব পাৰি। শাস্ত্ৰীয় সংগীত ৰাগ আৰু তালৰ ওপৰত প্ৰতিষ্ঠিত। কেইজনমান সংগতকাৰীৰ সহায়ত এই সংগীত পৰিবেশন কৰা হয়। বিলম্বিত লয়ৰ পৰা লাহে লাহে দ্ৰুত লয় পায়গৈ আৰু শেষত গায়ন (বা বায়ন) শীৰ্ষ বিন্দুত উপনীত হয়। ভাৰতীয় শাস্ত্ৰীয় সংগীত বাদ্যসমূহৰ ভিতৰত চেতাৰ, বীণা, বেহেলা, বাঁহী, মৃদংগ, তবলা আদি উল্লেখযোগ্য। এইবোৰ একক বাদ্য হিচাপেও বজোৱা হয়।

## শিঙৰি ঘৰ

আহোম ৰজাৰ অভিষেক পাতিবলৈ শিঙৰি গছৰ কাঠেৰে বিশেষভাৱে সজা ঘৰ। স্বৰ্গদেউ চুদাংফাই (১৩৯৭-১৪০৭) আহোম সাম্ৰাজ্যত প্ৰথমবাৰৰ বাবে শিঙৰি ঘৰত উঠাৰ প্ৰথা প্ৰচলন কৰে। ৰজা শিঙৰি ঘৰত উঠাৰ সময়ত শিঙৰি কাঠেৰে তিনিটা চাংঘৰ সজা হয় ঃ পাট ঘৰ, হোলোং ঘৰ আৰু শিঙৰি ঘৰ। নিৰ্দিষ্ট দিন-বাৰ চাই ৰজা পোনতে পাট ঘৰত, তাৰ পাছত হোলোং ঘৰত আৰু শেষত শিঙৰি ঘৰত উঠে। পাট ঘৰত উঠোতে বিভিন্ন পবিত্ৰ স্থানৰ পৰা সংগ্ৰহ কৰি অনা পানীৰে ৰজাই গা ধোৱা নিয়ম। ৰজাই গা ধোৱাৰ সময়ত পাট ঘৰৰ চাঙৰ তলতে দুজন মানুহ থাকে। ৰজাই গা ধোৱা পানী সৰকি গৈ মানুহ দুজনৰ মূৰৰ ওপৰত পৰে। জনবিশ্বাস মতে, এই মানুহ দুজন ৰাইজ আৰু ৰজাৰ অপায়-অমংগলৰ নেওচা মূৰ পাতি লয়। ৰজাৰ গা ধোৱা অনুষ্ঠান শেষ হ'লে মানুহ দুজনক সোণ-ৰূপ দি ৰাজ্যৰ পৰা বাহিৰ কৰি দিয়া হয়। তেওঁলোকক 'নেওচা যোৱা' বোলে। হোলোং ঘৰতো ৰজাই গা ধোৱে। ইয়াৰ পাছতহে ৰজা শিঙৰি ঘৰত উঠে আৰু তাত থকা সাত-ন খলপীয়া সোণ-ৰূপৰ সিংহাসনত বহে। ৰজা শিঙৰি ঘৰত উঠা অনুষ্ঠান ৮-১০ দিন জুৰি অনুষ্ঠিত হয়।

## শিল্প বিপ্লব *Industrial Revolution*

অভিনৱ আৱিষ্কাৰ, নতুন কৌশলৰ বিকাশ আদিৰ জৰিয়তে প্ৰথমতে ইংলেণ্ড আৰু পাছত সমগ্ৰ ইউৰোপকে ধৰি বিশ্বৰ উদ্যোগ জগতত হোৱা বৈপ্লৱিক পৰিবৰ্তন। ইংলেণ্ডত ১৭৫০ চনৰ আগে-পিছে এনে পৰিবৰ্তনসমূহ হ'বলৈ ধৰে: বিভিন্ন ৰাজনৈতিক, অৰ্থনৈতিক কাৰণৰ উপৰি প্ৰচুৰ কয়লা-লোৰ উৎপাদন, ভাপ-শক্তিৰ বিকাশ আদিৰ জৰিয়তে ইংলেণ্ডত বহুল উৎপাদনক্ষম বৃহৎ কাৰখানাসমূহ গঢ় লৈ উঠে। বস্ত্ৰ উৎপাদনৰ ক্ষেত্ৰত এক উল্লেখনীয় পৰিবৰ্তন আহে আৰু নানা কৌশল, যন্ত্ৰপাতিৰ আৱিষ্কাৰ তথা ব্যৱহাৰৰ যোগেদি ই এক বৃহৎ উদ্যোগত পৰিণত হয়। ৰে'লপথ-আলিবাট পৰিবহণ পদ্ধতিৰ বিকাশৰ ফলত যাতায়াত ব্যৱস্থাতো অভাৱনীয় পৰিবৰ্তন সাধিত হয়। এই কৌশলসমূহে বিশ্বৰ আন দেশসমূহলৈও প্ৰসাৰ লাভ কৰে আৰু সেইবোৰ দেশেও উদ্যোগিক পৰিবৰ্তনৰ যোগেদি বিশেষ অৰ্থনৈতিক প্ৰগতি লাভ কৰে। শিল্প বিপ্লৱৰ জৰিয়তে লাভ কৰা অৰ্থনৈতিক উন্নয়ন, উপনিৱেশবোৰৰ পৰা পোৱা কেঁচামাল আৰু সেইবোৰত এক বৃহৎ

বজাৰ আদি কাৰকৰ পৰিপ্ৰেক্ষিতত উনবিংশ শতিকাৰ মাজভাগত ইংলেণ্ড এক ধনী আৰু প্ৰভাৱশালী ৰাষ্ট্ৰত পৰিণত হয়। আমেৰিকা যুক্তৰাষ্ট্ৰ, জাপান আদি ৰাষ্ট্ৰসমূহে পাছৰ পৰ্যায়ত অৰ্থনৈতিক উন্নয়ন লাভ কৰে। পূব ইউৰোপ, চীন, ভাৰত আৰু দক্ষিণ-পূব এছিয়াত অৱশ্যে কুৰি শতিকাতহে উল্লেখযোগ্য ঔদ্যোগিক পৰিৱৰ্তন হয়।

## শিৱ চতুৰ্দশী

ফাগুন মাহৰ কৃষ্ণা চতুৰ্দশী তিথি। শিৱৰাত্ৰি নামে অধিক জনাজাত।

## শিৱ লিংগ

লিংগৰ আকাৰৰ শিৱৰ প্ৰতীক। শিৱলিংগ দুই প্ৰকাৰৰ ঃ প্ৰাকৃতিক বা অকৃত্ৰিম আৰু কৃত্ৰিম লিংগ, অৰ্থাৎ ধাতু, মাটি, শিল আদিৰে নিৰ্মিত শিৱ লিংগ। মঠ-মন্দিৰ আদিত স্থায়ীভাৱে স্থাপিত শিৱ লিংগৰ নাম অচল শিৱ লিংগ আৰু স্থানান্তৰিত বা লৈ ফুৰিব পৰা শিৱ লিংগৰ নাম চল শিৱ লিংগ।

## শিৱালিক *Shiwalik*

হিমালয়ৰ দক্ষিণে অৱস্থিত অনুচ্চ সৰু পাহাৰ শ্ৰেণীৰ সমৱেত নাম।

## শীতকালীন অলিম্পিক *Winter Olympic*

গ্ৰীষ্মকালীন অলিম্পিকৰ (অলিম্পিক বুলিলে সাধাৰণতে গ্ৰীষ্মকালীন অলিম্পিককে বুজোৱা হয়) দৰে শীতকালত অনুষ্ঠিত অলিম্পিক ক্ৰীড়া সমাৰোহ। ১৯২৪ চনৰ পৰা প্ৰতি চাৰি বছৰৰ মূৰে মূৰে এই প্ৰতিযোগিতা অনুষ্ঠিত হৈ আহিছে। দ্বিতীয় মহাসমৰৰ বাবে মাজতে অৱশ্যে ১৯৪০ আৰু ১৯৪৪ চনত এই প্ৰতিযোগিতা অনুষ্ঠিত হোৱা নাছিল। সাধাৰণ অলিম্পিকত ক্ৰীড়া সমাৰোহত অন্তৰ্ভুক্ত নোহোৱা কেইবাবিধো প্ৰতিযোগিতা (যেনে ঃ আইচ হকী, স্কেটিং, স্কিইং আদি) এই অলিম্পিকত অনুষ্ঠিত হয়। সেইদৰে গ্ৰীষ্মকালীন অলিম্পিকৰ কেইবাটাও ক্ৰীড়া প্ৰতিযোগিতা ইয়াত অন্তৰ্ভুক্ত হোৱা নাই। শীতকালি অনুষ্ঠিত হোৱা বাবে এই অলিম্পিকত বৰফৰ ওপৰত অনুষ্ঠিত ক্ৰীড়া প্ৰতিযোগিতাৰ প্ৰাধান্য বেছি।

## শীতল যুদ্ধ *Cold War*

দুই ক্ষমতাশালী দেশৰ (বা ক্ষমতাশালী ব্যক্তি অথবা দলৰ) মাজত বিৰাজমান কৃত্ৰিম শান্ত পৰিৱেশ। ভিতৰি ভিতৰি দুয়োৰে মাজত থকা প্ৰচণ্ড সংঘাত, সংবাদ মাধ্যম বা আন ব্যৱস্থাৰ জৰিয়তে সময়ে সময়ে দৃষ্টিগোচৰো হয়। তথাপি এক অস্থায়ী শান্তি দুয়ো দেশৰ (বা ব্যক্তিৰ) মাজত থাকে। আগতে এই শব্দ দুটা বহুলভাৱে ব্যৱহৃত হৈছিল পূৰ্বৰ ছোভিয়েট যুক্তৰাষ্ট্ৰ আৰু আমেৰিকাকে ধৰি পশ্চিমীয়া পুঁজিবাদী দেশবোৰৰ মাজত চলি থকা সংঘাতক বুজাবলৈ। শীতল যুদ্ধত তৰোৱাল-বন্দুকৰ ব্যৱহাৰ নাই। তীক্ষ্ণ, উদ্দেশ্যপ্ৰণোদিত বাক্যবাণেৰেহে 'শীতল যুদ্ধ'ত যুদ্ধ কৰা হয়।

ছোভিয়েট যুক্তৰাষ্ট্ৰৰ বিভাজনৰ পাছত এই 'শীতল যুদ্ধ'বহু পৰিমাণে অপ্ৰাসংগিক হৈ

পৰিছে। অৱশ্যে আন অৰ্থ বা প্ৰসংগত এতিয়াও মাজে মাজে 'শীতল যুদ্ধ' শব্দদ্বয় ব্যৱহাৰ কৰা হয়।

**শীতলীকৰণ পদ্ধতি** *Refrigeration*
পদাৰ্থ বা বস্তুৰ গাৰ পৰা তাপ গুচাই ঠাণ্ডা অৱস্থালৈ আনিব পৰা পদ্ধতি। ৰেফ্ৰিজাৰেটৰ যন্ত্ৰত এই পদ্ধতিক বিশেষভাৱে ব্যৱহাৰ কৰা হয়।

**শুষ্ক কৃষি** *Dry Farming*
জলসিঞ্চন বা যথেষ্ট বৃষ্টিপাত নোহোৱা অৰ্ধ শুকান মাটিত খেতি কৰা এক পদ্ধতি। বৰ্তমান এই পদ্ধতিৰে বহু শুকান ভূমিত খেতি কৰা সম্ভৱ হৈ উঠিছে।

**শুষ্ক পোতাশ্ৰয়** *Dry Port*
কোনো জাহাজৰ সাধাৰণতে পানীৰ তলত থকা অংশ মেৰামতি কৰিবলৈ কেতিয়াবা জাহাজখনক পানীৰ পৰা আঁতৰত বা ওপৰত ৰখা হয়। ইয়াকে শুষ্ক পোতাশ্ৰয় বুলি কোৱা হয়।

**শূন্য কাল**
*জিৰো আৱাৰ চাওক*

**শৃংখল চিঠি** *Chain Letter*
কোনো চিঠিৰ যদি বহু নকল (copy) কৰি কেইবাজনো লোকলৈ পঠিয়াই দিয়া হয় আৰু পাছত সেই চিঠি পোৱাকেইজনেও পুনৰ একেটা কামকে কৰে, তেন্তে তাক শৃংখল চিঠি বোলা হয়।

**শৃংখল বিক্ৰিয়া** *Chain Reaction*
কোনো এক শ্ৰেণীৰ ঘটনা, যাৰ প্ৰতিটোৱে পিছৰ ঘটনাটোৰ ওপৰত প্ৰভাৱ থাকে।

**শ্বক থেৰাপী** *Shock Therapy*
এক নিৰ্দিষ্ট মাত্ৰাৰ বিদ্যুৎ প্ৰবাহ বা শক্তিশালী ঔষধৰ দ্বাৰা ৰোগীৰ দেহ বা মনত সাময়িক স্নায়ু বৈকল্যৰ সৃষ্টি কৰি কৰা মানসিক বা শাৰীৰিক ৰোগৰ চিকিৎসা পদ্ধতি। আঘাতৰ দ্বাৰা কোনো ৰোগীক সুস্থ কৰা প্ৰক্ৰিয়া দুশ বছৰ ধৰি চলি আহিলেও কুৰি শতিকাৰ মাজভাগমানতহে এই পদ্ধতিৰ আধুনিক প্ৰয়োগ আৰম্ভ হয়। বৰ্তমান অৱশ্যে বহু বিশেষজ্ঞই এই চিকিৎসাৰ কেতবোৰ কুফল আছে বুলিও উল্লেখ কৰিছে।

**শ্বৰ্ট চাৰ্কিট** *Short Circuit*
ঘৰ বা উদ্যোগত ব্যৱহাৰ কৰা ৱায়াৰিং পুৰণা হ'লে বা আন কাৰণতো লাইভ (live) আৰু নিউট্ৰেল (neutral) ৱায়াৰ বা তাঁৰ দুডাল পৰস্পৰৰ সংস্পৰ্শলৈ আহে। এনেক্ষেত্ৰত বোধ

প্ৰায় শূন্য হোৱা বাবে পৰিবাহীৰ মাজেৰে অতি বেছি বিদ্যুৎ প্ৰবাহ বয়। ইয়াক কোৱা হয় শ্বৰ্ট চাৰ্কিট।

এই পৰিঘটনাৰ ফলত হ'বলগীয়া দুৰ্ঘটনা ৰোধ কৰিবলৈ ফিউজ ৱায়াৰ ব্যৱহাৰ কৰা হয়। ফিউজ ৱায়াৰ হ'ল তেনেই কম গলনাংকৰ ধাতুৰ পৰিবাহী তাঁৰ। মূল বৈদ্যুতিক সংযোগৰ আৰম্ভণিতে এই ফিউজ ৱায়াৰডাল শ্ৰেণীবদ্ধভাৱে সংযোগ কৰা থাকে। শ্বৰ্ট চাৰ্কিটৰ বাবে হ'ব পৰা বেছি বিদ্যুৎ প্ৰবাহৰ ফলত এই ফিউজ ৱায়াৰ মুহূৰ্ততে গলি ছিগি যায়। ফলত ঘৰটোৰ সকলো বৈদ্যুতিক সামগ্ৰী তথা ব্যৱস্থা মূল লাইনৰ পৰা বিচ্ছিন্ন হৈ পৰে আৰু হ'বলগীয়া দুৰ্ঘটনাৰ পৰা ৰক্ষা কৰিব পৰা যায়। *লগতে চাওক অ'ভাৰলোডিং*

## শ্বৰ্টহেণ্ড *Shorthand*

চিহ্নৰ দ্বাৰা দ্ৰুতভাৱে লিখা পদ্ধতি; আশুলিপি। আমি সাধাৰণতে যিমান খৰকৈ কথা কওঁ, তাতকৈ বহু লাহে লাহে কোনোবাই কথাবোৰ ক'লেহে লিখি যাব পাৰোঁ। সেইদৰে কথা কোৱাৰ সমান খৰকৈ লিখিবৰ বাবে কিছুমান চিন ঠিক কৰি লোৱা হৈছে। এইবোৰ চিনেৰে খৰকৈ কোৱা কথাবোৰো লগে লগে লিখি যাব পাৰি। অৱশ্যে এই চিনবোৰ চিনি নোপোৱা মানুহে কথাবোৰ পঢ়িব নোৱাৰে, কিন্তু চিনি পোৱা মানুহে ক, খ, গ, ঘ বা a, b, c, d আখৰেৰে কথাবোৰ লিখি উলিয়াব পাৰে। এনেকৈ কিছুমান খৰকৈ লিখিব পৰা চিনেৰে কথাবোৰ লিখি ৰখা আৰু পাছত সেইবোৰ সাধাৰণ আখৰেৰে লিখি উলিওৱা প্ৰণালীটোকে শ্বৰ্টহেণ্ড (shorthand) বা ষ্টেনোগ্ৰাফী (stenography) বা টেকীগ্ৰাফী (techygraphy) বা ব্ৰেকীগ্ৰাফী (brachygraphy) বোলে।

## শ্বাংগ্ৰি-লা *Shangri-La*

ইংৰাজ ঔপন্যাসিক জেম্‌ছ হিল্টনৰ (James Hilton, ১৯০০-১৯৫৪) প্ৰসিদ্ধ উপন্যাস 'লষ্ট হৰাইজন'ত (Lost Horizon, ১৯৩৩) বৰ্ণিত এক কাল্পনিক ঠাই। দ্বিতীয় মহাসমৰৰ পূৰ্বেই ইয়াৰ প্ৰলয়ংকাৰী সম্ভাৱনাক মানস চক্ষুৰে দেখা পাইছিল হিল্টনে। সেয়ে এই প্ৰলয়ৰ পৰা মানৱ সভ্যতাৰ অমূল্য সম্পদৰাজি ৰক্ষা কৰিবলৈ হিল্টনে কল্পনা কৰিছিল — শান্তি আৰু সাধনাৰ নিলয় — শ্বাংগ্ৰি-লা। শ্বাংগ্ৰি-লাত অনন্ত সুখ আৰু শান্তি বিৰাজমান, স্বাভাৱিকতে তাৰ বাসিন্দাসকলো সুখী। কল্পনাৰ ৰহণেৰে হিল্টনে দেখুৱাইছে যোগ আৰু তপস্যাৰ বলত পাঁচশ বছৰ পৰ্যন্ত জীয়াই থাকিব পৰা আচৰিত শ্বাংগ্ৰি-লাবাসীক। আনহাতে শ্বাংগ্ৰি-লাক তেওঁ দেখুৱাইছে মানুহৰ জীৱন নিৰ্বাহৰ প্ৰয়োজনীয় সকলো সা-সুবিধাপূৰ্ণ এখন আশ্ৰমৰূপে। হিমালয়ৰ তিব্বতৰ এক বৌদ্ধ মঠক কেন্দ্ৰ কৰি শ্বাংগ্ৰি-লা গঢ়ি উঠিছে।

## শ্বেতচৰ্মিতা *Albinism*

ছালৰ ৰোগবিশেষ। এই ৰোগত ভোগা লোকৰ ছাল অস্বাভাৱিকভাৱে বগা হয়, চুলি পাতল ৰঙৰ হয় আৰু চকু গুলপীয়া হৈ পৰে।

## শ্বেতপত্ৰ *Whitepaper*

সাধাৰণতে দুটা অৰ্থত শ্বেতপত্ৰ শব্দটো ব্যৱহাৰ কৰা হয়। প্ৰথম, কোনো গুৰুত্বপূৰ্ণ বা বিতৰ্কিত বা জনস্বাৰ্থ সম্পৰ্কিত বিষয়ত চৰকাৰৰ নীতি আৰু মনোভাৱৰ প্ৰকাশ্য বিজ্ঞপ্তি

(বগা কাগজত লিখা বা ছপোৱা)। সাধাৰণতে সংসদত চৰকাৰৰ ফালৰ পৰা এই বিজ্ঞপ্তি প্ৰকাশ কৰা হয়। দ্বিতীয়, কোনো গুৰুত্বপূৰ্ণ বিষয়ত কোনো সংবাদপত্ৰৰ সাংবাদিকৰ দ্বাৰা প্ৰস্তুত গৱেষণাধৰ্মী প্ৰতিবেদন।

**শ্ৰুতি**

বেদৰ আন এটা নাম। প্ৰাচীন ভাৰতৰ ঋষিসকলৰ দ্বাৰা ই শ্ৰুত (যিটো শুনা গৈছে, তেনে) হৈছিল বাবে ইয়াৰ নাম শ্ৰুতি।

**শ্ৰব্য নাটক** *Audio Play*

সাধাৰণতে নাটক মঞ্চত অভিনীত কৰা হয়। সেয়ে ই দৃশ্যমান। কিন্তু এনে এবিধ নাটকো আছে যাক কেৱল শ্ৰৱণহে কৰিব পাৰি। সেয়া হ'ল অনাতাঁৰ নাট বা টেপ ৰেকৰ্ডাৰ আদিত বাণীবদ্ধ কৰা নাট। এনে নাটকত শ্ৰব্য গুণৰ ওপৰত অধিক গুৰুত্ব দিয়া হয়। ইয়াত দৃশ্যসজ্জাৰ বিপৰীতে বাক্‌ধ্বনিহে মুখ্য।

# ষ

**ষষ্ঠ অনুসূচী** *Sixth Schedule*

ভাৰতৰ সংবিধানৰ ষষ্ঠ অনুসূচী। এই অনুসূচীৰ অধীনত উত্তৰ-পূব ভাৰতৰ পৰ্বতীয়া এলেকাবোৰৰ বাবে বিশেষভাৱে সংৰক্ষিত কিছুমান বিধি-ব্যৱস্থাৰ দ্বাৰা পৰ্বতীয়া জনজাতীয় লোকসকলৰ স্বকীয় বৈশিষ্ট্যবোৰ ৰক্ষণাবেক্ষণৰ লগতে উক্ত অঞ্চলবোৰৰ জনগোষ্ঠীবোৰৰ উন্নয়নত বিশেষ গুৰুত্ব আৰোপ কৰি স্বায়ত্তশাসনৰ ব্যৱস্থা ৰখা হৈছে। অৱশ্যে ২০০৩ চনত এক সংশোধনীৰ (২০০৩ চনৰ ৪৪তম অধিনিয়ম) দ্বাৰা এই স্বায়ত্তশাসিত ব্যৱস্থা অসমৰ ভৈয়াম অঞ্চললৈও সম্প্ৰসাৰণ কৰা হয়। শেহতীয়াভাৱে সংবিধানৰ ষষ্ঠ অনুসূচী হিচাপে বহুলভাৱে প্ৰচাৰিত এই অধিনিয়মখন উত্তৰ-পূৰ্বাঞ্চলৰ গণ্ডী চেৰাই দাৰ্জিলিং পাৰ্বত্য জিলা পৰিষদলৈ সম্প্ৰসাৰিত কৰা হৈছে।

ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচীৰ অধীনত অন্তৰ্ভুক্ত হোৱা অঞ্চলবোৰক প্ৰাথমিকভাৱে 'এ' আৰু 'বি' দুটা ভাগত বিভক্ত কৰা হৈছিল। কিন্তু পাছলৈ হোৱা কেইবাটাও সংশোধনীৰ যোগেদি চাৰিটা খণ্ডত ১০টা বিশেষ অঞ্চলক অন্তৰ্ভুক্ত কৰা হৈছে। ইয়াৰে প্ৰথম খণ্ডৰ এলেকাসমূহ অসমৰ, দ্বিতীয় খণ্ডৰ এলেকাসমূহ মেঘালয়ৰ, দ্বিতীয় (ক) খণ্ডৰ অন্তৰ্গত এলেকাটো ত্ৰিপুৰাৰ আৰু তৃতীয় খণ্ডৰ অন্তৰ্ভুক্ত এলেকাসমূহ মিজোৰামৰ। ইয়াৰে প্ৰথম খণ্ডৰ এলেকা বড়োলেণ্ড টেৰিটৰিয়েল এৰিয়াছ ডিষ্ট্ৰিকখন ২০০৩ চনত ষষ্ঠ অনুসূচীত অন্তৰ্ভুক্ত হোৱা একমাত্ৰ ভৈয়াম জনজাতীয় এলেকা।

**ষষ্ঠেন্দ্ৰিয়** *Sixth Sense*

দেহৰ পাঁচটা স্বীকৃত ইন্দ্ৰিয়ৰ (চকু, কাণ, ছাল, জিভা আৰু নাক) সংবেদন নোহোৱাকৈ

কোনো অনুভূতি পাব পৰা এক ইন্দ্ৰিয়। এই ইন্দ্ৰিয়ৰ কোনো বিশেষ সংজ্ঞা নাই। প্ৰকৃততে ই এক তীক্ষ্ণ অন্তৰ্দৃষ্টিসম্পন্ন ক্ষমতা।

**ষড় দৰ্শন**

প্ৰাচীন ভাৰতীয় দৰ্শনৰ ছটা ভাগ ঃ ন্যায়, বৈশেষিক, সাংখ্য, যোগ, পূৰ্ব-মীমাংসা, বেদান্ত। এই দৰ্শনসমূহৰ মূল উদ্দেশ্য হ'ল মুক্তি। ইয়াৰ প্ৰত্যেক দৰ্শনৰ ধাৰাই পূৰ্বজন্ম আৰু পুনৰ জন্মক বিশ্বাস কৰে।

**ষোড়শোপচাৰ**

হিন্দুৰ পূজা-সেৱাত প্ৰয়োজনীয় ষোল্লবিধ উপকৰণ ঃ আসন, স্বাগত, পাদ্য, অৰ্ঘ্য, আচমনীয়, মধুপৰ্ক, পুনৰাচমনীয়, স্নান, বসন, আভৰণ, গন্ধ, পুষ্প, দীপ, ধূপ, নৈবেদ্য আৰু চন্দন।

**ষ্টাইল বুক** *Style book*

কোনো প্ৰকাশন সংস্থাৰ কিতাপ-পত্ৰ, আলোচনী, সংবাদপত্ৰ প্ৰকাশৰ ক্ষেত্ৰত যাতে বানান,আখৰ-জোঁটনি, যতি চিহ্নৰ ব্যৱহাৰ, লিপ্যন্তৰ, আখৰৰ ব্যৱহাৰ, অনুচ্ছেদৰ ব্যৱহাৰ আদি একে আৰু অভিন্ন হয়, তাৰ বাবে কেতবোৰ অনুকৰণীয় নীতি বা ৰীতি নিৰ্দিষ্ট প্ৰকাশন সংস্থাই নিজাববীয়াকৈ স্থিৰ কৰি লয়। সেই বিধি সম্বলিত পুস্তিকা বা গ্ৰন্থক‍ে নাম ষ্টাইল বুক।

**ষ্টাম্প এক্ট** *Stamp Act*

উত্তৰ আমেৰিকাৰ উপনিৱেশবোৰ প্ৰতিৰক্ষা কৰিবলৈ ব্ৰিটিছ সৈন্যবাহিনীক নিয়োজিত কৰাৰ বাবদ হোৱা খৰচৰ জোৰা মাৰিবৰ বাবে ১৭৬৫ চনত ব্ৰিটিছ সংসদে জাৰি কৰা এক কৰ আইন। এই এক্ট বা আইন মতে আমেৰিকাত সকলো আইনী কাগজ-পত্ৰ, বাতৰিকাকত আৰু আন কিছু ক্ষেত্ৰত এক ৰাজস্ব টিকট লগোৱাটো বাধ্যতামূলক কৰা হয়। এই আইন আৰু তাৰ জৰিয়তে জাপি দিয়া কৰ ব্যৱস্থাৰ বিৰুদ্ধে আমেৰিকানসকলে একগোট হৈ থিয় দিয়ে। নখন উপনিৱেশৰ প্ৰতিনিধিবৰ্গই নিউয়ৰ্কত 'ষ্টাম্প এক্ট কংগ্ৰেছ'ত আলোচনা কৰি এইখন বাতিল কৰিবলৈ দাবী জনায়।

ইংলেণ্ডৰ সংসদতো অৱশ্যে এই আইনখন সৰ্বসম্মতিক্ৰমে গৃহীত হোৱা নাছিল। ব্ৰিটিছ সামগ্ৰী বৰ্জন, আইন অমান্য আদি প্ৰতিবাদী কাৰ্যসূচীৰ পাছত ১৭৬৬ চনত এই আইনখন বাতিল কৰা হয় যদিও, এই আইনখনে আমেৰিকাৰ 'স্বাধীনতা যুদ্ধ' ত্বৰান্বিত হোৱাত পৰোক্ষভাৱে যথেষ্ট অৰিহণা যোগায়।

**ষ্টাৰডাষ্ট** *Stardust*

বহু দূৰৰ নক্ষত্ৰক বহু সময়ত উজ্জ্বল ধূলিপুঞ্জৰ দৰে দেখা যায়। ইয়াকে ষ্টাৰডাষ্ট বোলে। শব্দটোৰ আন দুটা আলংকাৰিক অৰ্থও আছে। প্ৰথম, এক ভাববিলাসিতা বা ধূসৰ ৰোমাণ্টিক অনুভূতি। দ্বিতীয়, এক কাল্পনিক ধূলিৰ আস্তৰণ, যি কাৰোবাৰ দৃষ্টি আচ্ছন্ন কৰি তোলে আৰু শস্তৱবোধ ব্যাহত হয়।

**ষ্টাৰ ৱাৰছ** *Star Wars*

শত্ৰুপক্ষৰ আন্তঃমহাদেশীয় বেলিষ্টিক মিছাইল আৰু নিউক্লিয় আক্ৰমণৰ বিৰুদ্ধে আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিশেষ প্ৰতিৰক্ষা ব্যৱস্থাক সাধাৰণভাৱে 'ষ্টাৰ ৱাৰছ' নামেৰে জনা যায়। ইয়াৰ টেকনিকেল বা কাৰিকৰী নাম হ'ল 'ষ্ট্ৰেটেজিক ডিফেন্স ইনিচিয়েটিভ' (Strategic Defence Initiative, চমুকৈ SDI)। এই ব্যৱস্থা আংশিকভাৱে মহাকাশীয় উপগ্ৰহৰ ওপৰতো নিৰ্ভৰশীল আৰু ইয়াৰ জৰিয়তে শত্ৰুপক্ষৰ দ্বাৰা নিৰ্দেশিত মাৰাত্মক অস্ত্ৰসমূহৰ গতিপথ চিনাক্ত কৰি মাজবাটতে বাধা দি ধ্বংস কৰি দিব পৰা যায়। কুৰি শতিকাৰ আশীৰ দশকৰ আৰম্ভণিত আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি ৰোনাল্ড ৰীগানে এই 'ষ্টাৰ ৱাৰছ'ৰ সূচনা কৰি তাৰ বাবে বহু ধন খৰচ কৰিছিল। পাছলৈ বিতৰ্কৰ সূচনা হোৱাত, ৰাষ্ট্ৰপতি জৰ্জ বুশ্বে ইয়াৰ পৰিসীমা কমাই আনে। অৱশিষ্ট প্ৰকল্প বা প্ৰজেক্টটোৰ নামকৰণ কৰা হয় 'বেলিষ্টিক মিছাইল ডিফেন্স অৰ্গেনাইজেচন'।

**ষ্টেইনলেছ ষ্টীল** *Stainless Steel*

ক্ৰমিয়াম, নিকেল আদি ধাতুৰ সংমিশ্ৰণত প্ৰস্তুত কৰা এবিধ তীখা; নিষ্কলংক তীখা; নিদাগ তীখা। সুকঠিন আৰু চকচকীয়া এই তীখাত মামৰ নধৰে। ষ্টেইনলেছ ষ্টীলত সাধাৰণতে ৭০-৯০ শতাংশ লো, ৮-২৫ শতাংশ ক্ৰমিয়াম আৰু প্ৰায় ০.১-০.৭ শতাংশ কাৰ্বন থাকে। শল্য চিকিৎসাৰ যন্ত্ৰাদি আৰু ঘৰুৱা বাচন-বৰ্তন নিৰ্মাণত ইয়াৰ বহুল ব্যৱহাৰ আছে।

**ষ্ট্ৰোক** *Stroke*

ৰক্ত সঞ্চালন বন্ধ হৈ মগজুৰ কোনো এটা অংশ বিকল হৈ পৰা গুৰুতৰ ৰোগবিশেষ। ব্ৰেইন এটেক নামেৰেও পৰিচিত। মগজুলৈ তেজ চলাচল ব্যাহত হৈ পৰাৰ লগে লগে সেই নিৰ্দিষ্ট অংশটোলৈ অক্সিজেনৰো চলাচল ব্যাহত হয়। এনে অৱস্থাত মগজুৰ কোষবোৰ মৰহি যাবলৈ ধৰে। এবাৰ এই প্ৰক্ৰিয়া আৰম্ভ হ'লে মগজুৰ মৰহি যাবলৈ ধৰা অংশই শৰীৰৰ যি অংশ নিয়ন্ত্ৰণ কৰে সেই অংশটো পংগু হৈ পৰে। তাৎক্ষণিকভাৱে যথোচিত চিকিৎসা নকৰালে ৰোগী হয়তো সম্পূৰ্ণ বা আংশিকভাৱে পক্ষাঘাতত আক্ৰান্ত হ'ব পাৰে বা মৃত্যুও হ'ব পাৰে।

**ষ্ট্ৰেটোস্ফিয়েৰ** *Stratosphere*

বায়ুমণ্ডলৰ এটা স্তৰ। পৃথিৱীৰ গাতে লাগি থকা প্ৰথমটো বায়ুস্তৰ ট্ৰপোস্ফিয়েৰৰ পিছৰটো স্তৰৰ নাম ষ্ট্ৰেটোস্ফিয়েৰ। এই তৰপটোৰ বিস্তৃতি প্ৰায় ৮৫ কিলোমিটাৰ। এই অঞ্চলত বতাহৰ বেগ অতি কম। বায়ুৰ ঘনত্বও অতি কম। এই মণ্ডলত ধূলিকণা, জলীয় বাষ্প আৰু আপেক্ষিক আৰ্দ্ৰতাৰ পৰিমাণো যথেষ্ট পৰিমাণে কমি যায়। উৰ্ধ্বগতিত ক্ৰমানুসাৰে বাঢ়ি যোৱা তাপমান এই মণ্ডলৰ অন্যতম বৈশিষ্ট্য। এই মণ্ডলৰ আন এটা বৈশিষ্ট্য হ'ল, অ'জন স্তৰ। ষ্ট্ৰেটোস্ফিয়েৰ অঞ্চলটো যেন অক্সিজেনৰ অণুক অ'জনলৈ ৰূপান্তৰিত কৰা এটা স্বয়ংচালিত যন্ত্ৰহে। ই সূৰ্যৰ পোহৰৰ সৈতে অহা অতি বেঙুনীয়া ৰশ্মিৰ দৰে আমাৰ শৰীৰৰ বাবে অপকাৰী বিভিন্ন ৰশ্মিক আদবাটতে ধৰি ৰাখি জীৱজগতক ধ্বংসৰ পৰা ৰক্ষা কৰি আছে। উল্লেখযোগ্য যে পৃথিৱীৰ পৰা ওপৰলৈ পঠিওৱা সকলো ধৰণৰ শব্দ তৰংগই অ'জন স্তৰত প্ৰতিফলিত হৈ পুনৰ পৃথিৱীলৈ উভতি আহে।

## ষ্টেনোগ্ৰাফী
*শৰ্টহেণ্ড চাওক*

# স

## সত্যাগ্ৰহ
অভিধানিক অৰ্থত সত্যাগ্ৰহ মানে হ'ল সত্য আৰু ন্যায় প্ৰতিষ্ঠাৰ কাৰণে গভীৰ আগ্ৰহ আৰু চেষ্টা। কিন্তু প্ৰচলিত অৰ্থত সত্যাগ্ৰহ মানে হ'ল মহাত্মা গান্ধীয়ে প্ৰৱৰ্তন কৰা এক আন্দোলনৰ নীতি। ১৯০৬ চনত দক্ষিণ আফ্ৰিকাত গান্ধীয়ে তাৰ চৰকাৰে ভাৰতীয়সকলৰ প্ৰতি আৰোপ কৰা বৈষম্যমূলক আইনৰ প্ৰতিবাদত প্ৰথম সত্যাগ্ৰহ কৰে। পাছত ১৯১৭ চনত ভাৰততো মহাত্মা গান্ধীৰ নেতৃত্বত আৰম্ভ হয় সত্যাগ্ৰহ আন্দোলন। মহাত্মা গান্ধীয়ে বিশ্বাস আৰু ঘোষণা কৰিছিল যে সত্য তথা অহিংসাৰ এক বিৰাট শক্তি আছে। সত্য আৰু অহিংসাৰ এই অস্ত্ৰৰে অত্যাচাৰী শাসকৰ বিবেকক জগাই তুলিব পাৰিলে তেওঁলোকৰ হৃদয়ৰো পৰিৱৰ্তন ঘটাব পৰা যাব। তেওঁৰ এই নীতি নিষ্ক্ৰিয় প্ৰতিৰোধৰ সম্পূৰ্ণ সমাৰ্থক নহয়; অৱশ্যে পাছলৈ অহিংস অসহযোগ আন্দোলনৰ সময়ত সত্যাগ্ৰহ আৰু অসহযোগ প্ৰায় সমাৰ্থক হৈ পৰে। সত্যাগ্ৰহৰ বিভিন্ন পদ্ধতিৰ ভিতৰত আছিল অসহযোগ, অনশন, বয়কট আদি। অৱশ্যে ইয়াৰ সৰ্বন্তৰত অন্তৰ্নিহিত কথাটো হ'ল অহিংসা।

## সন্ত্ৰাসবাদী
*উগ্ৰপন্থী আৰু সন্ত্ৰাসবাদী চাওক*

## সপ্ততীৰ্থ
ভাৰতৰ সাতখন প্ৰসিদ্ধ তীৰ্থ ঃ বাৰানসী-কাশী, অযোধ্যা, দ্বাৰকা, কাঞ্চিপুৰম, হৰিদ্বাৰ, উজ্জয়িনী আৰু মথুৰা। সপ্তপুৰী নামেৰেও সমধিক পৰিচিত।

অসমৰ তেজপুৰৰ বামুণী পাহাৰত একেলগে থকা সাতটা মন্দিৰকো সপ্ততীৰ্থ বুলি জনা যায়। মন্দিৰকেইটা হ'ল ঃ হাৰুপেশ্বৰ, শুক্ৰেশ্বৰ, টিংগেশ্বৰ, মহাভৈৰৱ, ৰুদ্ৰপদ, ভৈৰৱপদ আৰু ভৈৰৱী।

## সপ্তধাতু
শৰীৰৰ সাতটা মৌলিক পদাৰ্থ, অৰ্থাৎ দেহ গঠনৰ সাতবিধ উপাদান ঃ ৰস, তেজ, মাংস, তেল, শুক্ৰ, মজ্জা আৰু অস্থি।

## সপ্তনদী
ভাৰতৰ সাতখন পবিত্ৰ নদী ঃ গংগা, যমুনা, সৰস্বতী, গোদাবৰী, নৰ্মদা, সিন্ধু আৰু কাবেৰী।

## সপ্তৰথী

কুৰুক্ষেত্ৰ যুদ্ধৰ ত্ৰয়োদশ দিনা দ্ৰোণাচাৰ্য নিৰ্মিত চক্ৰবেহুৰ ভিতৰত অৰ্জুনপুত্ৰ অভিমন্যুক অন্যায়ভাৱে বধ কৰা সাতজন ৰথাৰোহী। তেওঁলোক হ'ল ঃ দ্ৰোণাচাৰ্য, কৃপাচাৰ্য, কৰ্ণ, অশ্বত্থমা, শকুনি, জয়দ্ৰথ আৰু দুঃশাসন। *লগতে চাওক চক্ৰবেহু*

## সপ্তৰ্ষি মণ্ডল *Ursa Major Cluster*

সাতোটা তৰা বা নক্ষত্ৰৰ সমষ্টি। ই দেখিবলৈ এটা প্ৰশ্ন চিহ্ন বা খড়্গৰ দৰে। চ'ত-ব'হাগ মাহৰ সন্ধিয়াৰ পাছত উত্তৰ আকাশত সাতটা উজ্জ্বল তৰা ওচৰা-উচৰিকৈ থকা যেন দেখা যায়। জেঠ-আহাৰ-শাওণ মাহত ই ক্ৰমশঃ পশ্চিমলৈ আহে আৰু শেষত ভাদৰ পৰা আঘোণ মাহ পৰ্যন্ত ইয়াক আকাশত দেখা পোৱা নাযায়। পুহ মাহত ইয়াক উত্তৰ-পূব আকাশত দেখা যায়; তাৰ পাছত দিন যোৱাৰ লগে লগে ই পশ্চিমলৈ আঁতৰি যায়। পুৰাণৰ সাতজন ঋষিৰ নামেৰে সপ্তৰ্ষি মণ্ডলৰ সাতটি নক্ষত্ৰৰ নামকৰণ কৰা হৈছে। সেইকেইটা হ'ল ঃ বশিষ্ঠ, মৰীচি, অত্ৰি, অংগিৰা, পুলহ, পুলস্ত্য আৰু ক্ৰতু।

## সপ্তাশ্চৰ্য *Seven Wonders*

পৃথিবীৰ সাতটা আচৰিত বস্তু। খ্ৰীষ্টপূৰ্ব পঞ্চম শতিকাত গ্ৰীক ইতিহাসবিদ হিৰোডোটাছে (Herodotus) সেই সময়ৰ বিশ্বৰ সাতটা আচৰিত 'বস্তু'ৰ এখন তালিকাৰ প্ৰস্তাৱ দাঙি ধৰিছিল। ইয়াৰ দুশ বছৰৰ পাছত কেলিমেকাছ (Callimachus) নামৰ গ্ৰীক ইতিহাসবিদ এজনে প্ৰথমবাৰৰ বাবে এই তালিকাখন প্ৰস্তুত কৰি উলিয়ায়। ইয়াৰ পাছতো বহু পণ্ডিতে বিভিন্ন শিৰোনামেৰে ভালেকেইখন তালিকা প্ৰস্তুত কৰি উলিয়াইছিল যদিও সেইবোৰ তালিকা স্বীকৃত নহ'ল। অৱশ্যে ইয়াৰ মাজতে পঞ্চম শতিকাত প্ৰকাশিত এখন তালিকাই কিছু জনপ্ৰিয়তা অৰ্জন কৰিছিল। প্ৰাচীন বিশ্বৰ সপ্তাশ্চৰ্যৰ কথা ক'লে আজিও সেই তালিকাখনলৈ আঙুলিওৱা হয়।

ইয়াৰ পাছত বহু বছৰ পাৰ হৈ গ'ল। ক্ৰমে বাঢ়ি আহিল মানুহৰ দৃষ্টি পৰিধি, সলনি হ'ল দৃষ্টিভংগী আৰু চিন্তা-চৰ্চা। এনে পৰিৱৰ্তিত পৰিস্থিতিত মানুহে নিৰ্মাণ কৰা পৃথিৱীৰ সাতটা আচৰিত বস্তু ন-কৈ বিচাৰি উলিয়াবলৈ ২০০১ চনত গঠন কৰা হয় New Open World Corporation (NOWC) অথবা N7W (New 7 Wonders) নামৰ এটি সংস্থা। এই সংস্থাই বিশ্বৰ বিভিন্ন স্থানৰ ২০০টা আশ্চৰ্যজনক ঐতিহ্য বা স্মৃতি সৌধৰ নাম প্ৰস্তাৱ কৰি বিশ্বজুৰি আয়োজন কৰা গণভোটৰ জৰিয়তে ২০০৬ চনৰ ১ জানুৱাৰীত ইয়াৰে ২১টাক চূড়ান্ত পৰ্যায়ৰ বাবে বাছনি কৰে। অৱশেষত ২০০৭ চনৰ ৭ জুলাইৰ দিনা (০৭.০৭.০৭) প্ৰথমবাৰৰ বাবে বিশ্ববাসীৰ ভোটৰ ভিত্তিত নিৰ্ধাৰণ কৰা হয় আধুনিক বিশ্বৰ সাতটা আচৰিত বস্তু। সেইকেইটা হ'ল ঃ চীনৰ প্ৰাচীৰ, জৰ্ডানৰ পেট্ৰা, ব্ৰাজিলৰ ষ্টেচু অব্ দা খ্ৰাইষ্ট দা ৰিডীমাৰ, পেৰুৰ মাচু পিচ্চু, চিচেন ইট্জা, ৰোমৰ কলোছিয়াম আগ্ৰাৰ তাজমহল। উল্লেখ্য যে এই আশ্চৰ্যজনক বস্তু নিৰ্বাচনৰ ক্ষেত্ৰত ঘাইকৈ চকু দিয়া হয় ইয়াৰ নিৰ্মাণ শৈলী, ধৰ্মীয়, সামাজিক তথা সাংস্কৃতিক গুৰুত্ব আদিৰ ওপৰত। সৰ্বোপৰি মানুহৰ বুদ্ধিমত্তাৰ প্ৰয়োগ কিদৰে হৈছে তাৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হয়।

**সমতাপূৰ্ণ বৃদ্ধি** *Balanced Growth*
অৰ্থনীতিৰ এক বিশেষ বৃদ্ধি প্ৰক্ৰিয়া, য'ত ৰাষ্ট্ৰীয় আয়, ব্যয়, পুঁজিৰ যোগান, নিযুক্তিৰ সুবিধা আদি অৰ্থনীতিৰ মূল ভেটিসমূহৰ বছৰবছৰ ধৰি একে হাৰতে বৃদ্ধি হৈ থাকে।

**সমস্থানিক**
*আইছোটোপ চাওক*

**সমাজতত্ত্ব** *Sociology*
সাধাৰণভাৱে ক'বলৈ গ'লে মানৱ সমাজ সম্পৰ্কে প্ৰণালীবদ্ধ চৰ্চাৰে নাম সমাজতত্ত্ব। মানৱ সমাজৰ উদ্ভৱ, সংগঠন, বিকাশ আৰু প্ৰকাৰভেদ, — এই সকলোৱেই সমাজতত্ত্বৰ অন্তৰ্ভুক্ত। ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা সমাজতত্ত্বই জ্ঞান চৰ্চাৰ এটা স্বতন্ত্ৰ ক্ষেত্ৰ হিচাপে বিকাশ লাভ কৰে।

**সমাজতন্ত্ৰ** *Socialism*
এক ৰাজনৈতিক আৰু অৰ্থনৈতিক তত্ত্ব, য'ত ভূসম্পত্তি, পৰিবহণ, গুৰু উদ্যোগ, প্ৰাকৃতিক সম্পদ আদিক ৰাষ্ট্ৰ বা ৰাজহুৱা কৰ্তৃপক্ষৰ নিয়ন্ত্ৰণত ৰখাৰ পোষকতা কৰা হয়; সমাজবাদ। এই তত্ত্বমতে এনে ব্যৱস্থাৰ ফলতহে সাধাৰণ শ্ৰেণী ৰাইজৰ স্বাৰ্থ ৰক্ষা সম্ভৱ হ'ব ।

**সমানুপাতিক কৰ** *Proportional Tax*
সকলো ধৰণৰ লোকৰ বাবে তেওঁলোকৰ আয়ৰ সমানুপাতিকভাৱে নিৰ্ধাৰণ কৰা কৰ।

**সমানুপাতিক প্ৰতিনিধিত্ব** *Proportional Representation*
কোনো ৰাজনৈতিক দলে পোৱা ভোটৰ সমানুপাতিকভাৱে তেওঁলোকৰ প্ৰতিনিধিত্ব বা প্ৰতিনিধিৰ সংখ্যা নিৰ্ণয় কৰা এক পদ্ধতি। সকলো ধৰণৰ ৰাজনৈতিক ভাবাদৰ্শৰ দলৰ পৰা প্ৰতিনিধি নিৰ্বাচন কৰাৰ উদ্দেশ্যত এনে নিয়ম প্ৰচলন কৰা হয়।

**সমালোচনামূলক ব্যংগ** *Lampoon*
কোনো বিখ্যাত ব্যক্তি বা সংগঠনক ব্যংগাত্মকভাৱে সমালোচনা কৰি লিখা কোনো ৰচনা, ছবি, কবিতা আদি।

**সমুদ্ৰ মন্থন**
দেৱতা আৰু অসুৰে মিলি সত্য যুগত সাগৰ (সমুদ্ৰ) মথা কাৰ্য। পৌৰাণিক আখ্যান অনুসৰি এবাৰ মহৰ্ষি দুৰ্বাশাৰ অভিশাপত দেৱৰাজ ইন্দ্ৰ শ্ৰীহীন হৈ পৰাত লক্ষ্মী সমুদ্ৰগৰ্ভলৈ গৈ বাস কৰে। দেৱতাসকল জৰাগ্ৰস্ত হৈ পৰে। সেই সুযোগতে অসুৰবিলাক পৰাক্ৰমী হৈ উঠে আৰু স্বৰ্গৰাজ্য তথা দেৱতাসকলৰ ওপৰত নানান অত্যাচাৰ কৰিবলৈ ধৰে। উপায়ান্তৰ হৈ দেৱতাসকল বিষ্ণুৰ শৰণাপন্ন হয়। বিষ্ণুৱে দেৱতাসকলক অসুৰৰ লগত সন্ধি কৰি সমুদ্ৰ মন্থন কৰিবলৈ পৰামৰ্শ দিয়ে, কিয়নো সমুদ্ৰ মন্থন কৰিলে অমৃত ওলাব আৰু সেই অমৃত পাণ কৰিলে দেৱতাসকলৰ শ্ৰীবৃদ্ধি ঘটিব আৰু তেওঁলোক অমৰ হ'ব। ইয়াৰ আগলৈকে দেৱতাসকলৰো মানুহৰ দৰেই মৃত্যু হৈছিল। আনহাতে অসুৰৰ সহায় নহ'লে দেৱতাসকলে

অকলে সমুদ্র কৰিব নোৱাৰে। কিয়নো অসুৰ দেৱতাতকৈ বেছি শক্তিশালী আৰু পৰিশ্ৰমী। দেৱৰাজ ইন্দ্ৰই অসুৰৰাজ বলিৰ ওচৰত সমুদ্ৰ মন্থনৰ বাবে সহায় বিচাৰিলে। বলি ৰাজী হ'ল যদিও অমৃতৰ অংশ তেওঁলোককো দিব লাগিব বুলি দাবী কৰিলে। দেৱৰাজ ইন্দ্ৰ অসুৰৰ এই দাবীত মান্তি হ'ল আৰু যথাসময়ত সমুদ্ৰ মন্থন আৰম্ভ হয়। ইয়াৰ বাবে মন্দৰ পৰ্বতক মন্থন দণ্ড আৰু বাসুকী নাগক মন্থনজৰী হিচাপে লোৱা হয়। বিষ্ণুৱে স্বয়ং কূৰ্মৰূপ ধাৰণ কৰি মন্দৰ পৰ্বতক পিঠিত তুলি ধৰে। হাজাৰ বছৰ ধৰি মন্থন কৰাৰ পাছত সাগৰৰ পৰা পাৰিজাত, ধন্বন্তৰী, ঐৰাৱত, লক্ষ্মী, কামধেনু, অমৃত আদি উত্থিত হয়। মন্থনত উৎপত্তি হোৱা হলাহল বিষ শিৱই পান কৰি কণ্ঠত ধাৰণ কৰে। কিন্তু এই তীব্ৰ বিষৰ ক্ৰিয়াত শিৱৰ ডিঙি নীলা হৈ পৰে। সেয়ে শিৱৰ আন এটা নাম নীলকণ্ঠ। মন্থনৰ অন্তত যেতিয়া অমৃত ওলাল তেতিয়া বিষ্ণুৱে মোহিনী ৰূপ ধৰি অসুৰবোৰক ছলনা কৰি দেৱতাসকলৰ মাজত অমৃত ভগাই দিয়ে।

## সম্পূৰ্ণ নিযুক্তি *Full Employment*

এক অৰ্থনৈতিক ব্যৱস্থা। এনে অৰ্থনীতিৰ আধাৰত কামৰ বাবে ইচ্ছুক সকলো লোকে নিজে বিচৰা মজুৰিত, নিজৰ যোগ্যতাৰ লগত খাপ খোৱা ধৰণৰ কাম কৰিবলৈ সুবিধা পায়। অৱশ্যে এটা কাম বাদ দি নিজৰ বাবে উপযুক্ত আন এটা কাম বিচাৰোঁতে কিছু সময় লাগে বাবে, কম সময়ৰ বাবে এনে অৰ্থনৈতিক ব্যৱস্থাত নিবনুৱা সমস্যাৰো সৃষ্টি হ'ব পাৰে।

## সৰ্বকৰ্তৃত্ববাদ *Totalitarianism*

কোনো সমাজত বাস কৰা সকলো লোকৰ জীৱনৰ প্ৰতিটো দিশত চকু ৰখা আৰু সেইবোৰ দিশ নিয়ন্ত্ৰণ কৰা এক ৰাজনৈতিক পদ্ধতি।

## সহশিক্ষা *Coeducation*

একে শ্ৰেণীকোঠা আৰু একে শিক্ষায়তনত ল'ৰা-ছোৱালীয়ে একেলগে শিক্ষা লাভ কৰিব পৰা এক ব্যৱস্থা।

## সংকেত বিজ্ঞান *Cryptography*

কোনো যোগাযোগ ব্যৱস্থাত গোপনীয়তা অক্ষুণ্ণ ৰখাৰ বাবে তাক প্ৰথমে সংকেতীকৰণ আৰু পাছত বিসংকেতীকৰণ কৰা পদ্ধতি সম্পৰ্কে অধ্যয়ন কৰা বিজ্ঞানৰ এক শাখা। প্ৰথমতে ইয়াক কেৱল সামৰিক বাহিনীয়েহে ব্যৱহাৰ কৰিছিল। কিন্তু তথ্য প্ৰযুক্তিৰ অগ্ৰগতিৰ লগে লগে ইয়াক অন্যান্য সংস্থাসমূহে ব্যৱহাৰ কৰাৰো প্ৰয়োজনীয়তা আহি পৰিল। এতিয়া ই-কমাৰ্চ, ই-বেংকিং আৰু অন্যান্য তথ্য প্ৰযুক্তি সম্পৰ্কিত ক্ষেত্ৰত ইয়াৰ ব্যাপক প্ৰয়োগ হয়।

## সংখ্যাতত্ত্ব *Numerology*

সংখ্যা সম্পৰ্কীয় অধ্যয়ন। কোনো লোকৰ ভৱিষ্যৎ জীৱনত তেওঁৰ জন্মৰ তাৰিখ-বছৰ আদিৰ কেনে প্ৰভাৱ, সেই সম্পৰ্কে সংখ্যাতত্ত্বৰ জৰিয়তে অধ্যয়ন কৰা হয়।

## সংখ্যালঘু *Minority*

এক গোট বা সীমাৰ ভিতৰত আবদ্ধ এক শ্ৰেণীৰ মানুহৰ সংখ্যা যদি আন এটা শ্ৰেণীতকৈ কম

হয়, তেন্তে প্ৰথম শ্ৰেণীৰ মানুহক সংখ্যালঘু বুলি কোৱা হয়। এই শ্ৰেণী বিভাজন অৱশ্যে বিভিন্ন কাৰকৰ ভিত্তিত হয়। 'ইণ্টাৰনেচনেল এনচাইক্লোপেডিয়া অব্ ছোচিয়েল ছায়েন্স'-এ সংখ্যালঘুৰ সংজ্ঞা এনেধৰণে দিছে ঃ সংখ্যালঘু হ'ল সমাজৰ আন শ্ৰেণীৰ লগত জাতি, নাগৰিকত্ব, ধৰ্ম, ভাষা আদি ক্ষেত্ৰত পৃথক (বা পৃথক বুলি নিজকে ভবা) আৰু সংখ্যাত আন শ্ৰেণীটোতকৈ (বা শ্ৰেণীবোৰতকৈ) কম একোদল মানুহ। সমাজৰ নেতৃত্ব বা দেশৰ শাসন ক্ষমতা সাধাৰণতে তেওঁলোকৰ ওচৰত নাথাকে বাবে আৰু সংখ্যাত বেছি থকা দল বা শ্ৰেণীটোৱে তেওঁলোকক মৌলিক অধিকাৰ বা আন ক্ষেত্ৰৰ পৰা বঞ্চিত কৰাৰ আশংকা থকাৰ কাৰণে তেওঁলোকৰ বাবে সাধাৰণতে বিশেষ সুবিধা, সুৰক্ষা আদিৰ ব্যৱস্থা কৰা হয়। কোনো এক অঞ্চলত যিসকল সংখ্যালঘু, আন এক অঞ্চলত তেওঁলোক সংখ্যাগুৰুও হ'ব পাৰে। তেতিয়া সেইসকলে তেনে সুবিধা ভোগ কৰিব নোৱাৰে।

**সংসদীয় গণতন্ত্ৰ** *Parliamentary Democracy*

যি গণতন্ত্ৰত সংসদ বা প্ৰতিনিধি সভা বা পাৰ্লিয়ামেণ্টেই প্ৰকৃত ক্ষমতাৰ অধিকাৰী। ভাৰতত সংসদীয় গণতন্ত্ৰ প্ৰচলিত।

**সংস্কৃতায়ন** *Sanskritisation*

কোনো নিম্ন জাতিৰ লোকৰ নিয়ম-নীতি, পৰম্পৰা, আদৰ্শ, জীৱন ধাৰণৰ প্ৰণালীৰ পৰিৱৰ্তন হৈ এক উচ্চ জাতিলৈ তেওঁলোকৰ উত্তৰণ ঘটা প্ৰক্ৰিয়া।

**সংস্কৃতি** *Culture*

অভিধানৰ মতে সংস্কৃতিৰ অৰ্থ হ'ল সভ্যতাজনিত উৎকৰ্ষ; কৃষ্টি। অলপ বহলাই ক'বলৈ গ'লে নিতান্ত জীৱনধাৰণৰ প্ৰয়োজনৰ বাহিৰে মানুহে নিজ সৃজনশীল প্ৰৱণতা আৰু ক্ষমতাৰ বলত যি সৃষ্টি কৰে, যি সৃষ্টি মানুহৰ উৎকৰ্ষতাৰ পৰিচায়ক, যি মানুহৰ সমাজ জীৱনৰো অংগ, তাৰ সামগ্ৰিক ৰূপেই হ'ল সংস্কৃতি। সংস্কৃতিৰ আলোচনাত গণ সংস্কৃতি, অভিজাত সংস্কৃতি, উন্নত সংস্কৃতি, নিম্ন সংস্কৃতি, গোষ্ঠী সংস্কৃতি, অভিন্ন সংস্কৃতি আদি নানান বিষয় সোমাই আছে। বৰ্তমানৰ অৰ্থত সংস্কৃতি অপেক্ষাকৃতভাৱে নতুন হ'লেও আদিম মানৱ সমাজতো সংস্কৃতিৰ অস্তিত্ব আছিল। আদিম মানৱে আত্মৰক্ষাৰ বাবে যিদৰে নানান অস্ত্ৰ-শস্ত্ৰ প্ৰস্তুত কৰিছিল, তেনেদৰে দৈনন্দিন জীৱনৰ প্ৰয়োজনত প্ৰস্তুত কৰিছিল বিভিন্ন আকাৰ-আকৃতিৰ পাত্ৰ। কিন্তু সেই পাত্ৰক যেতিয়া মানুহে চিত্ৰিত কৰিছিল বা ঘৰৰ বেৰত নানান ধৰণৰ চিত্ৰ অংকন কৰিছিল, তাতেই সংস্কৃতিৰ সূত্ৰপাত ঘটিছিল বুলি ক'ব পাৰি। সংস্কৃতিৰ সিও এটা ৰূপ।

**সাতঘৰীয়া আহোম**

আহোমৰ সাতটা প্ৰধান সম্প্ৰদায় বা খেল। ইয়াৰ প্ৰথম তিনিঘৰ হ'ল ৰজাঘৰীয়া আহোম, বুঢ়াগোহাঁইঘৰীয়া আহোম আৰু বৰগোহাঁইঘৰীয়া আহোম। বাকী চাৰিঘৰ সম্পৰ্কে মতভেদ আছে। কোনো কোনোৰ মতে এই চাৰিঘৰ হ'ল দেওধাই, মোহন, বাইলুং আৰু চিৰিং। আন এচামৰ মতে এই চাৰিঘৰ হ'ল লাহন, সন্দিকৈ, দিহিঙীয়া আৰু দুৱৰা।

**সাম্যবাদ**
*কমিউনিজম চাওক*

**সালোক সংশ্লেষণ** *Photo Synthesis*
উদ্ভিদে যি প্ৰক্ৰিয়াৰে সূৰ্যৰ পোহৰৰ উপস্থিতিত কাৰ্বন ডাই-অক্সাইড আৰু পানীৰ ৰাসায়নিক বিক্ৰিয়া ঘটাই নিজৰ আহাৰ প্ৰস্তুত কৰে। এই ৰাসায়নিক বিক্ৰিয়াত আহাৰৰ লগতে অক্সিজেন গেছো উৎপন্ন হয়। সালোক সংশ্লেষণৰ ফলত নিৰ্গত হোৱা অক্সিজেন গেছে বায়ুমণ্ডলত, প্ৰাণীজগতে উশাহ লওঁতে ব্যৱহাৰ কৰাৰ ফলত হোৱা অক্সিজেনৰ ঘাটি পূৰণ কৰি, অক্সিজেনৰ সমতা ৰক্ষা কৰে। আনহাতে প্ৰাণীজগতে নিশাহত এৰি দিয়া কাৰ্বন ডাই-অক্সাইডে সালোক সংশ্লেষণত ব্যৱহৃত কাৰ্বন ডাই-অক্সাইডৰ ঘাটি পূৰণ কৰে। সমগ্ৰ জীৱজগতকে আহাৰ যোগান ধৰা প্ৰক্ৰিয়াত সালোক সংশ্লেষণৰ অপৰিসীম গুৰুত্ব আছে।

**সাষ্টাংগ**
মূৰ, বুকু, হাত, ভৰি, আঁঠু, দৃষ্টি, বুদ্ধি, বাক্য — এই আঠ অংগযুক্ত। মাটিত দীঘল হৈ শৰীৰৰ সকলো অংগ মাটিত স্পৰ্শ কৰাই কৰা সেৱা বা প্ৰণামৰ নাম সাষ্টাংগ প্ৰণাম।

**সাক্ষৰতা** *Literacy*
আখৰ আৰু সংখ্যাজ্ঞান থকা। লিখা-পঢ়াৰ উপৰি সমাজত নিজৰ স্থিতি, দায়বদ্ধতা তথা কৰণীয়খিনিৰ বিষয়ে যি অৱগত, তেওঁকেই সাধাৰণভাৱে সাক্ষৰ বোলা হয়। সাক্ষৰৰ জ্ঞানেই হ'ল সাক্ষৰতা। সাক্ষৰতাক সভ্যতাৰ মাপকাঠি আৰু উন্নয়নৰ প্ৰাথমিক চৰ্তৰূপে গণ্য কৰা হয়।

**সাক্ষৰতাৰ হাৰ** *Literacy Rate*
কোনো এটা নিৰ্দিষ্ট জনসমষ্টিৰ এক নিৰ্দিষ্ট সময়ত সাধাৰণভাৱে লিখিব আৰু পঢ়িব পৰা লোকৰ শতকৰা হাৰ।

**সাংস্কৃতিক প্ৰঘাত** *Cultural Shock*
কোনো এক সাংস্কৃতিক পৰিৱেশৰ পৰা সম্পূৰ্ণ বেলেগ এক সাংস্কৃতিক পৰিৱেশলৈ লৈ গ'লে মানুহে অনুভৱ কৰা মানসিক একাকীত্ব তথা মানসিক আঘাত।

**সুকুমাৰ কলা** *Fine Arts*
মনত সৌন্দৰ্যৰ বোধ জন্মাব পৰা শিল্প কলা; চাৰু কলা; ললিত কলা। সংগীত, নাট্যকলা, চিত্ৰকলা, কাব্য, স্থাপত্য, ভাস্কৰ্য আদি সুকুমাৰ কলাৰ অন্তৰ্গত।

**সুজীৱন বিজ্ঞান** *Euthenics*
পাৰিবেশিক কাৰকবোৰ নিয়ন্ত্ৰণ কৰি কোনো মানব প্ৰজাতিক উন্নততৰ কৰি তোলাৰ বিজ্ঞান।

**সুত** *Interest*
জমা থোৱা বা ধাৰলৈ দিয়া কোনো মূলধনৰ বাবদ লাভ কৰা নিৰ্দিষ্ট পৰিমাণৰ কিছু ওপৰঞ্চি

টকা। যি প্ৰতিষ্ঠানত টকা জমা থোৱা হয়, সেই প্ৰতিষ্ঠানে জমাকৰ্তাজনক সেই মূলধনৰ ওপৰত কিছু সুত দিয়ে। আনহাতে কাৰোবাক যদি নিৰ্দিষ্ট বন্দোবস্তি মতে টকা ধাৰলৈ দিয়া হয়, তেতিয়াও কিছু সুত পোৱা যায়। পূৰ্ব নিৰ্দিষ্ট বা নিৰ্ধাৰিত এক হাৰত মূলধনৰ ওপৰত সুত লাভ কৰা হয়।

## সুপ্ৰজনন বিজ্ঞান *Eugenics*

পিতৃ-মাতৃক সাৱধানেৰে নিৰ্বাচন কৰি উন্নততৰ সন্তান জন্ম দিয়াৰ বিষয়ে অধ্যয়ন কৰা বিজ্ঞানৰ এক শাখা। এই বিজ্ঞানৰ মুখ্য উদ্দেশ্য হ'ল যিবিলাক বংশগত স্বভাৱ মানৱ সমাজৰ বাবে অপ্ৰয়োজনীয় বা অপকাৰী তেনেবোৰ বংশগত স্বভাৱসম্পন্ন লোকক বংশ বিস্তাৰৰ পৰা বিৰত ৰখা।

## সুমেৰু প্ৰভা

*মেৰুপ্ৰভা চাওক*

## সেউজ বিপ্লৱ *Green Revolution*

পৃথিৱীৰ বিভিন্ন দেশত উন্নততৰ কৃষি প্ৰযুক্তি ব্যৱহাৰ কৰি কৃষি উৎপাদন, ঘাইকৈ খাদ্যশস্য উৎপাদনত লাভ কৰা বিশেষ অগ্ৰগতি। সেউজ বিপ্লৱৰ প্ৰধান উপাদান তিনিটা। প্ৰথমটো হ'ল শংকৰ জাতৰ শস্যবীজ। এনে শস্যবীজে অপেক্ষাকৃতভাৱে কম সময়ত, তুলনামূলকভাৱে কম মাটিত বেছি শস্য উৎপাদন নিশ্চিত কৰিব পাৰে। এই শস্যবীজক প্ৰতিপালন কৰাৰ বাবে প্ৰয়োজনীয় ৰাসায়নিক সাৰ আৰু কীটনাশক ঔষধ হ'ল এই বিপ্লৱৰ দ্বিতীয় উপাদান। সেউজ বিপ্লৱৰ তৃতীয় উপাদান হ'ল পানী বা জলসিঞ্চন। অধিকাংশ ক্ষেত্ৰতে উচ্চ উৎপাদনক্ষম শস্যবীজ হ'ল জলসিঞ্চিত। ধান বা ঘেঁহুৰ বাবে যিবোৰ উচ্চ উৎপাদনক্ষম শস্যবীজ উদ্ভাৱন কৰা হৈছে, সেইবোৰৰ সফল উৎপাদনৰ বাবে নিশ্চিত জলসিঞ্চন অপৰিহাৰ্য।

১৯৪৩ চনত মেক্সিকোত সেউজ বিপ্লৱৰ সূচনা হয়। ভাৰতত কুৰি শতিকাৰ ষাঠিৰ দশকত নতুন কৃষি কৌশল আঁচনি গ্ৰহণ কৰি মুখ্য খাদ্যশস্যবোৰৰ উৎপাদনৰ ক্ষেত্ৰত উল্লেখযোগ্য বৃদ্ধি দেখা পোৱা গৈছিল। সেই সময়ছোৱাকো ভাৰতৰ সেউজ বিপ্লৱৰ সময় বুলি কোৱা হয়।

## সোমৰস

বৈদিক যজ্ঞত ব্যৱহৃত সোমলতাৰ (মাদক ৰসযুক্ত লতাবিশেষ; চন্দ্ৰকলাৰ হ্ৰাস-বৃদ্ধিৰ লগে লগে ইয়াৰ পাত সৰি পৰে আৰু গজে) ৰস। হাজাৰ হাজাৰ বছৰ ধৰি প্ৰাচীন ভাৰত আৰু প্ৰাচীন ইৰাণৰ ধৰ্মীয় ইতিহাসত সোমৰসে এক বিশিষ্ট স্থান গ্ৰহণ কৰিছে। ধৰ্মীয় বিশ্বাস অনুসৰি সোমৰস দেৱতাৰ প্ৰিয় পানীয় আৰু সেয়ে দেৱতাৰ উদ্দেশ্যে সোমৰসক আহুতি হিচাপে আগবঢ়োৱা হয়।

## সৌৰকোষ *Solar Cell*

সৌৰশক্তিক (সূৰ্যৰ পৰা পোৱা শক্তি) পোনপটীয়াভাৱে বিদ্যুৎ শক্তিলৈ ৰূপান্তৰিত কৰিব পৰা এক আহিলা। পৃথিৱীত পেট্ৰোল, ডিজেল, কয়লা আদি নবীকৰণ-অযোগ্য আৰু জীৱাশ্ম

ইন্ধনৰ পৰিমাণ দ্ৰুত হাৰত কমি অহাৰ পৰিপ্ৰেক্ষিতত সৌৰকোষৰ চাহিদা যথেষ্ট বৃদ্ধি পাইছে, যাতে নবীকৰণযোগ্য সৌৰশক্তিৰ পৰা পোৱা শক্তিৰে শক্তি সংকটৰ জোৰা মাৰিব পৰা যায়। তদুপৰি বিভিন্ন দুৰ্গম অঞ্চল বা মহাকাশত, য'ত বৈদ্যুতিক শক্তি পাব পৰা নাযায়, তাত সৌৰকোষেই শক্তি যোগানৰ মূল উৎস।

## সৌৰশক্তি *Solar Energy*

সূৰ্যৰ পৰা বিকিৰিত শক্তি। পৃথিৱীত থকা সকলো জীৱৰ বাবে এই শক্তিয়েই প্ৰয়োজনীয় শক্তিৰ মূল উৎস। বিশ্বৰ সমগ্ৰ উদ্ভিদে এই শক্তিকেই ব্যৱহাৰ কৰি গোটেই জীৱজগতৰ বাবে খাদ্য তৈয়াৰ কৰে। বতৰৰ বিভিন্ন অৱস্থা সৌৰশক্তিয়ে সৃষ্টি কৰে। পৃথিৱীৰ ইন্ধন সমস্যাও এই শক্তিৰ দ্বাৰাই প্ৰায় স্থায়ীভাৱে সমাধান কৰাটো সম্ভৱপৰ।

ঘৰুৱা ব্যৱহাৰৰ বাবে সৌৰশক্তি ব্যৱহাৰ কৰি ৰন্ধা-মেলা কৰিব পৰা সৌৰচৌকা প্ৰযুক্তিবিদসকলে বিকাশ কৰি উলিয়াইছে। সৌৰকোষ ব্যৱহাৰ কৰি ঘৰুৱা পোহৰৰ ব্যৱস্থা কৰাৰ উপৰি নগৰ-মহানগৰতো বাট-পথৰ লাইট জ্বলোৱা হৈছে।

বতাহৰ শক্তি, জলশক্তি, সমুদ্ৰৰ পৰা পোৱা শক্তি, জৈৱ পদাৰ্থৰ পৰা হোৱা শক্তি, পেলনীয়া দ্ৰব্যৰ পৰা পোৱা শক্তি আদিও দৰাচলতে পৰোক্ষভাৱে পোৱা সৌৰশক্তি। এনেবোৰ শক্তিকো বিদ্যুতলৈ ৰূপান্তৰিত কৰি ব্যৱহাৰযোগ্য শক্তি লাভ কৰাৰ কেতবোৰ পদ্ধতিৰ বিকাশ কৰা হৈছে।

## স্কাইস্ক্ৰেপাৰ *Skyscraper*

স্কাইস্ক্ৰেপাৰৰ অভিধানিক অৰ্থ হ'ল বহু মহলীয়া সুউচ্চ অট্টালিকা, গগনচুম্বী অট্টালিকা, আকাশলংঘী অট্টালিকা। আদিতে শব্দটো নৌজাহাজৰ লগতহে সম্পৰ্কিত আছিল। তেতিয়া স্কাইস্ক্ৰেপাৰ শব্দটোৱে জাহাজৰ দীঘল মাস্তুল বা পালতৰা নাৱৰ মূল ওখ পালখনক বুজাইছিল। বৰ্তমান অৱশ্যে ইয়াৰ তেনে ব্যৱহাৰ নোহোৱা হ'ল।

আধুনিক অৰ্থত স্কাইস্ক্ৰেপাৰ শব্দটো প্ৰথম ব্যৱহাৰ হয় আমেৰিকাত। দীঘল বাৰ্নীৰে যেনেকৈ ঘৰৰ চিলিং চাফা কৰা হয়, তেনেকৈ এই অট্টালিকাবোৰে যেন আকাশখন (sky) ঘঁহি চাফাহে কৰিছে (scrape), — আপাতদৃষ্টিত তেনে ধাৰণা হয়। সেইবাবেই এনে ধৰণৰ অট্টালিকাবোৰৰ নাম দিয়া হৈছে স্কাইস্ক্ৰেপাৰ।

১৮৮৪-৮৫ চনত আমেৰিকাৰ চিকাগোত প্ৰথম স্কাইস্ক্ৰেপাৰ সজা হৈছিল। ই আছিল এক দহমহলীয়া ঘৰ। বেৰবোৰৰ সলনি লোৰ এটা ফ্ৰেমে এই ঘৰটোৰ ওজন বহন কৰিছিল। তাৰ পাছৰ পৰা অধিক উচ্চতাৰ ঘৰৰ এক প্ৰতিযোগিতাহে যেন আৰম্ভ হৈ গ'ল! স্থপতিবিদৰ এটা দলে এটা ওখ ঘৰ সাজি বিশ্বৰ উচ্চতম ঘৰৰ স্বীকৃতি লাভ কৰে, তাৰ পাছতে আন এটা দলে ততোধিক উচ্চতাৰ এটা ঘৰ সাজি পেলায়। তাৰ মাজতে ১৯৩১ চনত আমেৰিকাত নিৰ্মিত ১০২ মহলীয়া এম্পায়াৰ ষ্টেট বিল্ডিঙে ৪০ বছৰ ধৰি উচ্চতম স্কাইস্ক্ৰেপাৰৰ মৰ্যাদা পাই আহিছিল। উচ্চ প্ৰযুক্তি আৰু বহু উচ্চতাত কাম কৰিব পৰা বনুৱাৰ প্ৰাচুৰ্যৰ বাবেই এনে ঘৰবোৰৰ নিৰ্মাণ সম্ভৱ হৈছে। বহুদিন ধৰি স্কাইস্ক্ৰেপাৰৰ ক্ষেত্ৰত আমেৰিকা যুক্তৰাষ্ট্ৰৰে প্ৰাধান্য আছিল যদিও ১৯৯৭ চনত মালয়েছিয়াৰ কুৱালালামপুৰত নিৰ্মিত পেট্ৰনাছ টুইন টাৱাৰ্ছে উচ্চতম স্কাইস্ক্ৰেপাৰৰ সন্মান আমেৰিকা যুক্তৰাষ্ট্ৰৰ পৰা কাঢ়ি নিয়ে। ২০০৪ চনত

টাইৱানৰ টাইপেত নির্মিত 'টাইৱান ১০১' (Taipei 101) বিল্ডিঙে নতুনকৈ উচ্চতম স্কাইস্ক্ৰেপাৰৰ মৰ্যাদা লাভ কৰিলে। এতিয়া সংযুক্ত আৰব গণৰাজ্যৰ ডুবাইত 'বুৰ্জ ডুবাই' (Burj Dubai) নামৰ এক অতি উচ্চ স্কাইস্ক্ৰেপাৰৰ নির্মাণ হৈ আছে।

**স্কাণ্ডিনেভিয়া** *Scandinavia*

১৯৬২ চনত সম্পাদিত এক চুক্তি অনুসৰি (হেলছিংকি চুক্তি নামেৰে খ্যাত) ডেনমাৰ্ক, ফিনলেণ্ড, আইচলেণ্ড, নৰৱে আৰু ছুইডেনে একেলগে সাংস্কৃতিক, সামাজিক, অৰ্থনৈতিক ক্ষেত্ৰত পাৰস্পৰিক উন্নয়নৰ বাবে এক কাৰ্যসূচী গ্ৰহণ কৰে। এই পাঁচখন দেশকেই একেলগে স্কাণ্ডিনেভিয়া বোলা হয়।

**স্কুপ** *Scoop*

সংবাদপত্ৰৰ লগত জড়িত শব্দ। আন কাকতত প্ৰকাশ নোহোৱা কোনো গুৰুত্বপূৰ্ণ, চাঞ্চল্যকৰ বাতৰি, প্ৰতিবেদন (an exclusive story) বুজাবলৈ এই শব্দটো ব্যৱহাৰ কৰা হয়।

**স্ক্ৰীন প্ৰিণ্টিং** *Screen Printing*

এক ছপা কৌশল। এই পদ্ধতিত এজন কুশলীয়ে এখন ষ্টেনচিলত এটা ডিজাইন তৈয়াৰ কৰে আৰু তাক এক মিহি ছিল্কৰ জালিকাৰ ওপৰত ৰাখে। তাৰ তলত এখন কাগজ থৈ যদি ওপৰত চিয়াঁহি সানি দিয়া যায়, তেন্তে ছিল্কৰ জালিকাখনৰ মাজেদি সেই ডিজাইনটো কাগজখনত ছপা হৈ উঠিব। এতিয়া তাতকৈও সহজ 'লিনোকাট' (Linocut) নামৰ এক পদ্ধতি ওলাইছে, য'ত লিনোলিয়ামৰ (Linoleum) এখন পাত ব্যৱহাৰ কৰা হয়।

**স্থানীয় প্ৰচাৰ মাধ্যম** *Vernacular Press*

কোনো স্থানীয় ভাষাত প্ৰকাশিত বাতৰিকাকত-আলোচনীৰ দৰে প্ৰচাৰ মাধ্যম। ইংৰাজসকলে ইংৰাজী ভাষাৰ বাতৰিকাকত, আলোচনীৰ তুলনাত আন ভাৰতীয় ভাষাৰ বাতৰিকাকত-আলোচনীবোৰ যে নিকৃষ্ট সেয়া বুজাবলৈ প্ৰথমে এই শব্দটো ব্যৱহাৰ কৰিছিল।

**স্পণ্ডিলাইটিছ** *Spondylities*

মেৰুদণ্ডৰ ৰোগবিশেষ। এই ৰোগ হ'লে মেৰুদণ্ডৰ নমনীয়তা লোপ পায়, আড়ষ্ট বা লৰচৰ কৰিব নোৱাৰা হৈ পৰে। প্ৰথম অৱস্থাত ডিঙিৰ অংশ আড়ষ্ট হৈ পৰে। ক্ৰমশঃ ডিঙি ইফালে-সিফালে ঘূৰোৱাত কষ্ট হয়। ৰোগ বেছি হ'লে মেৰুদণ্ড কঠিন হৈ ৰোগীৰ দেহ অচল হৈ পৰে। আৰম্ভণিতে ৰোগ নিৰ্ণয় হ'লে ঔষধ আৰু ফিজিঅ'থেৰাপীৰ দ্বাৰা স্পণ্ডিলাইটিছ বহুখিনি নিৰাময় হয়।

**স্পা** *Spa*

শৰীৰৰ টেনছন, ক্লান্তি আদি মালিছ, গৰম পানীৰ ভাপ, বিভিন্ন ভেষজ উপকৰণৰ সহায়ত দূৰ কৰিবলৈ প্ৰয়াস কৰা কৌশল আৰু সেই কৌশল প্ৰদান কৰা কেন্দ্ৰ। বৰ্তমান এনে স্পাৰ জনপ্ৰিয়তা দ্ৰুতগতিত বাঢ়িছে। বিভিন্ন হেলথ ক্লাব, বিউটি পাৰ্লাৰ, হোটেল আদিত স্পাৰ ব্যৱস্থা আছে।

**স্পুনাৰিজম** *Spoonerism*

দুটা পাৰ্শ্ববৰ্তী শব্দৰ প্ৰথম আখৰ দুটা ইচ্ছাকৃতভাৱে বা অনিচ্ছাকৃতভাৱে সলনি কৰা, শব্দ বিভ্ৰাট। যেনে ঃ down train-ৰ ঠাইত town drain; Cat is fat-ৰ ঠাইত fat is cat ইত্যাদি।

**স্পেইনৰ গৃহযুদ্ধ** *Spanish Civil War*

১৯৩৬-৩৯ চনত স্পেইনৰ ৰিপাব্লিকান চৰকাৰৰ ভূমি সংস্কাৰ আৰু বামপন্থী ভাবধাৰাত অসন্তুষ্ট হৈ কিছুসংখ্যক উচ্চপদস্থ সামৰিক বিষয়াই ভূস্বামী, বৃহৎ উদ্যোগপতিৰ সমৰ্থনপুষ্ট হৈ কৰা বিদ্ৰোহ আৰু গৃহযুদ্ধ।

**স্পেনিছ আৰ্মাডা** *Spanish Armada*

১৫৮৮ চনত স্পেইনৰ ৰজা দ্বিতীয় ফিলিপে ইংলেণ্ড আক্ৰমণৰ বাবে সাজু কৰা এক বিশাল নৌ বাহিনী। প্ৰায় ১৩০খন জাহাজ আৰু ৩০,০০০ নৌ সেনাৰে এই বাহিনী গঠন কৰা হৈছিল। ইংলেণ্ডৰ নৌ বাহিনীয়ে দূৰৰ পৰা কৰা আক্ৰমণে স্পেনিছ আৰ্মাডাৰ বিশেষ ক্ষতি কৰিব পৰা নাছিল। অৱশ্যে পাছত ইংলেণ্ডে 'ফায়াৰ শ্বিপ' (Fire Ship) ব্যৱহাৰ কৰি স্পেনিছ আৰ্মাডাক ছত্ৰভংগ দিয়ায়। প্ৰায় আধাসংখ্যক জাহাজক হেৰুৱাই অৱশিষ্ট জাহাজ আৰু সৈন্যৰে বিধ্বস্ত অৱস্থাত স্পেনিছ আৰ্মাডা উভতি আহে।

**স্বতঃপ্ৰমাণ** *Axiomaties*

এক মানি লোৱা সত্যৰ পৰা কোনো যুক্তিসন্মত সিদ্ধান্তত উপনীত হোৱা বৈজ্ঞানিক পদ্ধতি।

**স্বত্ববিলোপ নীতি** *Doctrine of Lapse*

ভাৰতৰ গৱৰ্নৰ জেনেৰেল লৰ্ড ডেলহাউছিয়ে ১৮৫৭ চনত ভাৰতত প্ৰবৰ্তন কৰা নীতি। ডেলহাউছিয়ে ভাৰতৰ দেশীয় ৰজাৰ শাসনতকৈ ইংৰাজ চৰকাৰৰ প্ৰত্যক্ষ শাসন ভাৰতবাসীৰ বাবে অধিক মংগলকৰ বুলি বিবেচনা কৰিছিল। ইয়াৰ বাবেই তেওঁ স্বত্ববিলোপ নীতি নামে এক নীতিৰ প্ৰবৰ্তন কৰে। এই নীতি অনুসৰি দেশীয় ৰজাসকলৰ ব্ৰিটিছ চৰকাৰৰ অনুমতি অবিহনে দত্তক পুত্ৰ গ্ৰহণ নিষিদ্ধ কৰা হয়, আৰু অপুত্ৰক অৱস্থাত মৃত্যু হোৱা ৰজাৰ ৰাজ্য পোনে পোনে ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হ'ব বুলি ঘোষণা কৰা হয়। এই নীতিৰ ফলত ভাৰতৰ কেইবাখনো দেশীয় ৰাজ্য ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। এই নীতিয়ে স্বাভাৱিকতে দেশীয় ৰজা-প্ৰজা সকলোকে অসন্তুষ্ট কৰিছিল আৰু পৰিণতিত ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰো ই অন্যতম কাৰণ হৈছিলগৈ।

**স্বৰ্ণমান** *Gold Standerd*

এখন দেশ 'স্বৰ্ণমান'ত থকাৰ অৰ্থ হ'ল সেই দেশৰ মুদ্ৰাৰ বিনিময়ত এক নিৰ্দিষ্ট পৰিমাণৰ সোণ পাব লাগিব বা সেই প্ৰতিশ্ৰুতি দেশখনে দিব লাগিব।

**স্বয়ংক্রিয় ট্রেন্সমিছন** *Automatic Transmission*

মটৰ গাড়ী, যন্ত্ৰচালিত দ্বিচক্ৰী বাহন আদিৰ লগত সম্পৰ্কিত শব্দ। এনেধৰণৰ ট্ৰেন্সমিছনত মটৰ গাড়ী, স্কুটাৰ, মটৰ চাইকেল আদিৰ ইঞ্জিনটোক এটা গিয়েৰৰ পৰা আন এটা গিয়েৰলৈ

স্বয়ংক্রিয়ভাৱে লৈ যোৱা হয়। যেতিয়া বাহনৰ গতিবেগ কমি আহে তেতিয়া তলৰ গিয়েৰলৈ নিবলৈ চালকে একো কৰাৰ প্ৰয়োজন নাই। আপোনা-আপুনি এয়া হৈ যায়। ইউৰোপ আৰু আমেৰিকাত এই স্বয়ংক্রিয় ট্রেন্সমিছন বেছ জনপ্ৰিয়।

**স্বয়ংক্রিয়ন**

*অটোমেছন চাওক*

**স্বাক্ষৰ বিজ্ঞান** *Semeiology*

চহী বা স্বাক্ষৰ আৰু স্বাক্ষৰৰ ভাষা সম্পৰ্কে অধ্যয়ন আৰু চৰ্চা কৰা বিজ্ঞান।

**স্বৈৰতন্ত্ৰ** *Despotism*

একেজন শাসকৰ ওচৰতে সকলো ক্ষমতা কেন্দ্ৰীভূত হৈ থকা আৰু প্ৰজাৰ ওপৰত সেই শাসকৰ অসীম প্ৰভাৱ থকা শাসনতন্ত্ৰ। এনেধৰণৰ সকলো শাসক অৱশ্যে বেয়া বা অত্যাচাৰী নহ'ব পাৰে, কিন্তু শাসনত থাকিবলৈ তেওঁলোকে প্ৰভূত শক্তিৰ ব্যৱহাৰ কৰে। *লগতে চাওক একনায়কত্ববাদ*

**স্মাৰ্ট কাৰ্ড** *Smart Card*

বিভিন্ন ধৰণৰ তথ্য ধৰি ৰাখিব পৰা এক বিশেষ প্লাষ্টিক কাৰ্ড। সাধাৰণ চুম্বকীয়-ষ্ট্ৰিপ কাৰ্ডতকৈ বহু বেছি পৰিমাণৰ তথ্য ধৰি ৰাখিব পৰা স্মাৰ্ট কাৰ্ডে বিভিন্ন ধৰণৰ কাম একেলগে কৰিব পাৰে। এনেধৰণৰ সকলো কাম একে সময়তে কৰিব পৰা 'অল-ইন-ৱান' স্মাৰ্ট কাৰ্ডৰ বৰ্তমান বিকাশ কৰা হৈছে। ক্ৰেডিট কাৰ্ড, বেংক কাৰ্ড, ছুপাৰ মাৰ্কেট কাৰ্ড আদি একেখন স্মাৰ্ট কাৰ্ডতে অন্তৰ্ভুক্ত হৈছে। কম্পিউটাৰত ভৰাই দিলে সি সেইবোৰত সন্নিবিষ্ট তথ্যবোৰৰ পাঠোদ্ধাৰ কৰিব পাৰে। নিৰ্দেশ অনুযায়ী কাৰ্ডবোৰে তথ্যবোৰ সলনি কৰিব পাৰে আৰু নিৰ্দিষ্ট কামবোৰ কৰিব পাৰে।

১৯৫০ চনত ডিনাৰ্ছ ক্লাবে প্ৰথম ইউনিভাৰ্ছেল ক্ৰেডিট কাৰ্ডৰ প্ৰচলন কৰে। ই আছিল প্ৰথম পৰ্যায়ৰ স্মাৰ্ট কাৰ্ড। ইয়াৰ আকাৰ আছিল ৮.৫×৫.৫ বৰ্গ মিলিমিটাৰ। বস্তু কিনা বা টকা খৰচ কৰাৰ ক্ষেত্ৰত এই ক্ৰেডিট কাৰ্ড প্ৰায় অপৰিহাৰ্য হৈ পৰিছিল। তাৰ পাছত বহু ধৰণৰ স্মাৰ্ট কাৰ্ড ওলাল। বেংকসমূহে গ্ৰাহকৰ সুবিধাৰ বাবে এ টি এম কাৰ্ডৰ প্ৰচলন কৰিলে। প্ৰিপেইড কাৰ্ড প্ৰস্তুত কৰা হ'ল, যাতে মানুহে হাতত টকা নোলোৱাকৈয়ে বাছ-ৰে'ল-উৰাজাহাজৰ ভাৰা দিব পাৰে, টেলিফোন কৰিব পাৰে।

স্মাৰ্ট কাৰ্ডৰ কিছু অসুবিধাও নথকা নহয়। বুধিয়ক কিন্তু অসৎ লোকে স্মাৰ্ট কাৰ্ডৰ জৰিয়তে কোনো লোকৰ বিষয়ে সবিশেষ তথ্য জানিব পাৰে (আনকি চৰকাৰেও পাৰে), বেলেগৰ নামত থকা বেংকৰ টকা উলিয়াব পাৰে আৰু তেনেধৰণৰ নানা অপৰাধ কৰিব পাৰে। অৱশ্যে এনেধৰণৰ কামবোৰ প্ৰতিহত কৰিবৰ বাবে স্মাৰ্ট কাৰ্ড কোম্পানীবোৰে নানা ব্যৱস্থা হাতত লৈছে আৰু স্মাৰ্ট কাৰ্ড ব্যৱস্থা প্ৰায় নিৰাপদ কৰি তুলিছে।

**স্যমন্তক**

যদুবংশীয় ৰজা সত্ৰাজিতে সূৰ্যক আৰাধনা কৰি পোৱা বহুগুণবিশিষ্ট দিব্য মণি। মণিটোৰ বিশেষ গুণ আছিল যে একান্ত চিত্তে আৰু শুদ্ধভাৱে ইয়াক ধাৰণ কৰিলে ই নিতৌ আঠভাৰ

সোণ দান কৰে, বিপদ-আপদ, দুৰ্ভিক্ষ, অনাবৃষ্টি, ৰোগ-ব্যাধি আদি নহয়। কিন্তু অশুদ্ধভাৱে, অশ্ৰদ্ধাৰে ধাৰণ কৰিলে ই প্ৰাণহানিৰ কাৰণ হয়। স্যমন্তক মণিৰ বাবেই বহু যাদৱ বীৰৰ লগত সত্ৰাজিতৰ শত্ৰুতা হৈছিল আৰু বহুজনে প্ৰাণ হেৰুৱাবলগীয়া হৈছিল।

# হ

**হছপিচ** *Hospice*

মৰণমুখী ৰোগীক চিকিৎসা আৰু শুশ্ৰূষা কৰাৰ সুবিধা থকা বিশেষ নাৰ্ছিং হোম।

**হজ** *Hadj / Hajj*

ইছলামধৰ্মীসকলৰ প্ৰধান ধৰ্মস্থান মক্কা আৰু তাৰ কাষৰীয় কেইখনমান ঠাই দৰ্শন কৰি তাত কৰা প্ৰাৰ্থনা তথা আন আন কৰণীয়। হজ ইছলাম ধৰ্মৰ পাঁচটা অৱশ্যকৰ্তব্যৰ অন্যতম। স্ত্ৰী-পুৰুষ সকলো মুছলমানৰ বাবে জীৱনত এবাৰ হজ কৰিব পৰাটো পৰম সৌভাগ্যৰ কথা বুলি বিশ্বাস প্ৰচলিত। হজত মক্কাৰ কাব্য গৃহত প্ৰদক্ষিণ, চাফা আৰু মাৰ'ৱা নামৰ পাহাৰ দুটাৰ ইটোৰ পৰা সিটোলৈ যাতায়াত, মীনা নামৰ ঠাইত ধৰ্মীয় কৰণীয় কাৰ্য সমাপন, আনকৰ তৰু-তৃণহীন শিলাময় পাহাৰৰ এক সৰু উপত্যকা আৰাফতত আল্লাহৰ ওচৰত সকলো পাপ কৰ্মৰ বাবে ক্ষমা ভিক্ষা আদি কৰে।

**হট লাইন** *Hot Line*

জৰুৰী ব্যৱহাৰৰ বাবে কোনো দেশ বা সংস্থাৰ মুৰব্বীৰ মাজত থকা অত্যাধুনিক টেলি-যোগাযোগ বা আন সংযোগ ব্যৱস্থা।

**হৰমোন** *Hormone*

শৰীৰত এক অন্তঃস্ৰাৱী বা এণ্ডোক্ৰিন (endocrine) জাতীয় গ্ৰন্থিৰ পৰা নিঃসৃত কিছুমান জৈব ৰস। হৰমোনৰ জৈৱ-ৰাসায়নিক গঠন অতি জটিল। দেহৰ বিভিন্ন প্ৰয়োজনত বিভিন্ন হৰমোন যথাসময়ত নিঃসৃত হৈ তেজৰ সৈতে মিলি যায়। বিভিন্ন হৰমোনৰ কামো বিভিন্ন। হঠাৎ ভয় খালে এড্ৰেনেলিন হৰমোনৰ নিঃসৰণৰ ফলত মুখ শেঁতা পৰি যায়। পিটুইটাৰী হৰমোনে দেহৰ বৃদ্ধি নিয়ন্ত্ৰণ কৰে, বিশেষ এক প্ৰকাৰ 'ছেক্স' হৰমোনৰ নিঃসৰণৰ বাবে পুৰুষৰ দাড়ি-গোঁফ পকে, ইনছুলিন নামৰ হৰমোনে তেজত শৰ্কৰাৰ পৰিমাণ ঠিক ৰাখে ইত্যাদি। প্ৰয়োজনীয় হৰমোনৰ অভাৱত শৰীৰৰ জৈৱক্ৰিয়া, স্বাস্থ্য আৰু বিভিন্ন প্ৰতিক্ৰিয়াৰ স্বাভাবিকতা ব্যাহত হয়। উদ্ভিদৰ দেহতো হৰমোনৰ সৃষ্টি হয়. এইবোৰে উদ্ভিদৰ শ্ৰীবৃদ্ধিক নিয়ন্ত্ৰণ আৰু প্ৰভাৱান্বিত কৰে।

**হৰি-হৰৰ যুদ্ধ**

প্ৰাচীন শোণিতপুৰত বাণ ৰজা আৰু শ্ৰীকৃষ্ণৰ মাজত হোৱা ৰণ। পৌৰাণিক কাহিনী মতে বাণ

ৰজাৰ জীয়াৰী উষাই এদিন সপোনত শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধক দেখিলে আৰু চিনি নোপোৱা সত্ত্বেও সেইজনক বিয়া কৰাবলৈ উদ্বাউল হ'ল। উষাৰ বুদ্ধিমতী সখী চিত্ৰলেখাই তেওঁৰ হৰলুকী বিদ্যাৰে অনিৰুদ্ধক হৰণ কৰি শোণিতপুৰলৈ আনে আৰু দুয়োৰে মাজত গন্ধৰ্ব বিবাহ পাতি দিয়ে। পিছে বাণ ৰজাই সেই কথাৰ সম্ভেদ পাই অনিৰুদ্ধক ধৰি নি পোতাশালত থয়। খবৰ পাই অনিৰুদ্ধক উদ্ধাৰ কৰিবলৈ সসৈন্যে শ্ৰীকৃষ্ণ (হৰি) শোণিতপুৰলৈ আহে আৰু যুদ্ধৰ প্ৰস্তুতি আৰম্ভ হয়। ইফালে বাণৰ আৰাধ্য দেৱতা শিৱ (হৰ) বাণ ৰজাৰ হৈ যুদ্ধত অৱতীৰ্ণ হয়। ইয়েই বিখ্যাত হৰি-হৰৰ যুদ্ধ। পাছত অৱশ্যে দুয়োপক্ষৰে বুজাবুজি হয়। অনিৰুদ্ধক মুকলি কৰি দিয়া হয় আৰু উষা-অনিৰুদ্ধৰ বিবাহক আনুষ্ঠানিক স্বীকৃতি দিয়া হয়।

### হৰিৎকণা *Chloroplast*

উদ্ভিদৰ পাত আৰু অন্যান্য সেউজীয়া অংশৰ কোষৰ ভিতৰত থকা কেতবোৰ অতি ক্ষুদ্ৰ পদাৰ্থ। উন্নততৰ উদ্ভিদৰ হৰিৎকণাৰ আকাৰ গোল অথবা ডিম্বাকাৰ; আৰু একোটি কোষত ৩০-৪০টা হৰিৎকণা থাকিব পাৰে। কোনো কোনো শেলুৱৈজাতীয় নিম্ন শ্ৰেণীৰ উদ্ভিদৰ কোষত বিভিন্ন গঠনৰ এটা মাত্ৰ হৰিৎকণা থাকে।

### হলদিঘাটৰ যুদ্ধ *Battle of Haldighat*

১৫৭৬ চনৰ ১৮ জুনত ৰাজস্থানৰ হলদিঘাটত মোগল সম্ৰাট আকবৰ আৰু ৰাজস্থানৰ মেৱাৰৰ ৰজা ৰাণাপ্ৰতাপ সিংহৰ মাজত হোৱা প্ৰচণ্ড যুদ্ধ। এই যুদ্ধত ৰাণা পৰাজিত হয় আৰু আকবৰে মেৱাৰ অধিকাৰ কৰি লয়। উল্লেখযোগ্য, এই যুদ্ধত ৰাজপুত বাহিনীৰ নেতৃত্ব লৈছিল হাকিম খান ছুৰ নামৰ এজন মুছলমান সেনাপতিয়ে, যি যুদ্ধক্ষেত্ৰত ৰাণাপ্ৰতাপ সিংহক ৰক্ষা কৰিবলৈ গৈ প্ৰাণ আহুতি দিয়ে। আনহাতে আকবৰৰ মোগল বাহিনীৰ নেতৃত্ব দিছিল এজন হিন্দু ৰাজপুত সেনাপতি ৰজা মান সিঙে।

### হলীউড *Hollywood*

বিশ্ব চলচ্চিত্ৰৰ প্ৰধান কেন্দ্ৰ। হলীউড আমেৰিকাৰ লছ এঞ্জেলছ নগৰীৰ অন্তৰ্গত এক স্বতন্ত্ৰ ডিষ্ট্ৰিক্ট। ১৮৮৭ চনত ডেইডা উইলকক্স (Daeida Wilcox) নামৰ এজন ব্যক্তিয়ে আমেৰিকাৰ লছ এঞ্জেলছৰ পৰা প্ৰায় ১৩ কিলোমিটাৰ উত্তৰ-পশ্চিমত অৱস্থিত, তেওঁলোকৰ ৫০ হেক্টৰ কালিৰ এক পশুপালন ক্ষেত্ৰৰ নাম ৰাখিলে হলীউড। অৱশ্যে তেওঁ তেতিয়া নিশ্চয় ভাবিব পৰা নাছিল যে এসময়ত এই নামটো পৃথিৱী বিখ্যাত হৈ পৰিব।

সেই সময়ত চলচ্চিত্ৰ শিল্পৰ মূল কেন্দ্ৰ নিউয়ৰ্কতে আছিল। নিউৰ্য়কৰ পৰা লছ এঞ্জেলছলৈ ট্ৰামত আহিবলৈ সময় লাগিছিল পাঁচ দিন। গতিকে কোনেও হলীউডলৈ গৈ বা তাত থাকি, চিনেমাৰ শ্বুটিং বা দৃশ্য গ্ৰহণ কৰাৰ কথা ভবা নাছিল। পিছে কুৰি শতিকাৰ প্ৰথম ভাগৰ পৰা কিছুসংখ্যক চিনেমাৰ দৃশ্যগ্ৰহণ হলীউডত হ'বলৈ আৰম্ভ কৰিলে। ইয়াৰ কাৰণ হ'ল হলীউড অঞ্চলত চিনেমাৰ বাবে আৱশ্যকীয় বিভিন্ন পৰিৱেশ (পৰ্বত, উপত্যকা, মৰুভূমি, উপকূল আদি) পোৱা গৈছিল। তদুপৰি তাত প্ৰয়োজনীয় পৰিমাণৰ সূৰ্যৰ পোহৰো পৰিছিল। এনেবোৰ সুবিধাৰ লগতে সস্তীয়া শ্ৰমিক আৰু সস্তীয়া মাটিয়ে চলচ্চিত্ৰৰ লগত জড়িত ব্যক্তিসকলক হলীউডৰ প্ৰতি আকৰ্ষিত কৰি তুলিলে। হলীউডৰ স্থায়ী বাসিন্দাসকলে বৰ

আগ্রহ নেদেখুৱালেও ১৯১১ চনৰ ভিতৰত ইয়াত ৫০টামান ফিল্ম ষ্টুডিঅ' গঢ় লৈ উঠিল। ১৯১৩ চনত হলীউডত প্ৰথমখন পূৰ্ণ দৈৰ্ঘ্যৰ ছবি নিৰ্মাণ কৰা হয়। তাৰ পাছত হলীউডত প্ৰচুৰ চলচ্চিত্ৰ নিৰ্মাণ হ'বলৈ আৰম্ভ কৰিলে আৰু নিউয়ৰ্কৰ পৰা চলচ্চিত্ৰ উদ্যোগৰ ঘাই কেন্দ্ৰটো ইয়ালৈ উঠি আহিল। ১৯১৯ চনত দেখা গ'ল যে বিশ্বত নিৰ্মিত প্ৰতি পাঁচখন ছবিৰ ভিতৰত চাৰিখনেই হলীউডত নিৰ্মিত। এনেদৰেই হলীউড বিশ্বৰ চলচ্চিত্ৰ উদ্যোগৰ এক প্ৰধান কেন্দ্ৰত পৰিণত হ'ল।

আজি হলীউড এটা বিশেষ দৃষ্টিভংগী আৰু ঐতিহ্যৰ প্ৰতীক হিচাপে চিহ্নিত হৈছে। হলীউড বিশ্ব চলচ্চিত্ৰৰ এনে এটা পৰম্পৰা বা ষ্টাইলৰ ধাৰক আৰু বাহক যি চৰম গ্লেমাৰ আৰু অসাধাৰণ পেছাদাৰী দক্ষতাৰ পৰিচায়ক। সেয়ে কোৱা হয় হলীউড এক স্থান (place) নহয়, তাতকৈ বেছি ই এক মনোভাব (state of mind)।

### হস্তক্ষেপৰ অধিকাৰ *Locus Standi*

কোনো ব্যক্তিগত বা সাময়িক আদেশ, হাইব্ৰিড বিল আদিৰ বিৰুদ্ধে কোনো ব্যক্তিৰ ন্যায়ালয়ত আবেদন কৰাৰ অধিকাৰ। যেতিয়া কোনো ব্যক্তিৰ স্বাৰ্থ, এনে কামৰ দ্বাৰা প্ৰত্যক্ষভাৱে ক্ষুণ্ণ হয়, তেতিয়া তেওঁ এনে আবেদন কৰিব পাৰে।

*লগতে চাওক হাইব্ৰিড বিল*

### হাই কমিছনাৰ আৰু এম্বেছেডৰ *High Commissioner and Ambassador*

কমনৱেলথৰ অন্তৰ্গত ৰাষ্ট্ৰৰ (যেনে ঃ ব্ৰিটিছ যুক্তৰাষ্ট্ৰ) দূতক আমাৰ দেশত হাই কমিছনাৰ বা উচ্চায়ুক্ত আৰু আন দেশৰ (যেনে ঃ আমেৰিকা যুক্তৰাষ্ট্ৰ) ৰাষ্ট্ৰদূতক এম্বেছেডৰ বুলি কোৱা হয়।

### হাইকু *Haiku*

ছন্দহীন তিনিশৰীয়া জাপানী কবিতা। তিনিশৰীয়া এই কবিতাত সাধাৰণতে মুঠ সোতৰটা শব্দ থাকে ঃ প্ৰথম শাৰীত পাঁচটা, দ্বিতীয় শাৰীত সাতটা আৰু তৃতীয় শাৰীত পাঁচটা শব্দ। ষষ্ঠদশ শতিকাত এই কাব্যশৈলীৰ উদ্ভৱ হয় আৰু সপ্তদশ শতিকালৈ ই নিজস্ব পৰিচিতি লাভ কৰে। জাপানী কবি বেশ্বোৱে (Basho) এই কবিতাক অধিক জনপ্ৰিয় কৰি তোলে। অসমীয়াকে ধৰি পৃথিৱীৰ প্ৰায় সকলো ভাষালৈ হাইকু অনূদিত হৈছে। হাইকু গম্ভীৰ, টুলুঙা, ধৰ্মমূলক, হাস্যাত্মক, বক্ৰোক্তিমূলক আদি নানাপ্ৰকাৰৰ হয়।

### হাই ডেফিনেছন টিভি *High Defination TV (HTV)*

পৰম্পৰাগত টেলিভিছন সম্প্ৰচাৰ পদ্ধতিতকৈ বেছি সূক্ষ্মতাৰ (resolution) এক ডিজিটেল টেলিভিছন সম্প্ৰচাৰ পদ্ধতি; উচ্চ স্পষ্টতাৰ টেলিভিছন। টেলিভিছনৰ ডাঙৰ স্ক্ৰীন প্ৰচলন হোৱাৰ পাছৰ পৰা বেছি সূক্ষ্মতা দিব পৰা ডিজিটেল টেলিভিছনৰ ব্যৱহাৰ যথেষ্ট বাঢ়িল। বৰ্তমান বহু অভিজাত হোটেল, ক্লাব, মানুহৰ ঘৰ আদিত এনেধৰণৰ ডাঙৰ স্ক্ৰীনৰ টেলিভিছন দেখিবলৈ পোৱা যায়। ইয়াৰ ছবি আৰু শব্দৰ মান বৰ উন্নত আৰু সাধাৰণ টেলিভিছনৰ লগত এইবোৰৰ পাৰ্থক্য সহজে চকুত পৰে। সৰ্বসাধাৰণৰ মাজত এনেধৰণৰ টিভিবোৰ এচ ডি টিভি নামেৰে অধিক পৰিচিত।

**হাইড্ৰোকাৰ্বন** *Hydrocarbon*
যিবোৰ যৌগিক পদাৰ্থৰ উপাদানত কেৱল হাইড্ৰোজেন আৰু কাৰ্বন থাকে তাৰ সাধাৰণ নাম হাইড্ৰোকাৰ্বন। হাইড্ৰোকাৰ্বন জৈৱ ৰাসায়নৰ আদি উপকৰণ। মানুহৰ নিত্য ব্যৱহৃত যৌগৰ মাজতো হাইড্ৰোকাৰ্বন আছে।

**হাইড্ৰোথেৰাপী**
*জলচিকিৎসা চাওক*

**হাইপাৰ টেক্সট** *Hypertext*
কোনো মূল তথ্য-পাতিৰ লগত সম্পৰ্ক থকা আন তথ্যও একেলগে বিন্যস্ত কৰি ৰখাৰ এক পদ্ধতি। শব্দটো সাধাৰণতে কম্পিউটাৰৰ লগত সম্পৰ্কিত। এই পদ্ধতিত লিখিত পাঠ, ৰেখাংকন, ছবি আদি একাদিক্ৰমে কম্পিউটাৰৰ স্ক্ৰীনত দেখা যায়।

**হাইপাৰমেট্ৰোপিয়া** *Hypermetropia*
ওচৰৰ বস্তু পৰিষ্কাৰকৈ নেদেখা, কিন্তু দূৰৰ বস্তু পৰিষ্কাৰলৈ দেখা ৰোগ। সাধাৰণভাৱে 'লং ছাইট' নামে এইবিধ ৰোগ জনাজাত।

**হাই প্ৰেছাৰ** *High Pressure*
*ব্লাড প্ৰেছাৰ চাওক*

**হাই ফাইভ** *High Five*
ক্ৰিকেট খেলত কোনো এজন খেলুৱৈ আউট হ'লে বিপক্ষৰ খেলুৱৈসকলে খেলপথাৰৰ ভিতৰত হাত ওপৰলৈ দাঙি পৰস্পৰৰ হাত স্পৰ্শ কৰি আনন্দ প্ৰকাশ কৰা পদ্ধতি।

**হাইব্ৰিড বিল** *Hybird Bill*
সংসদত উত্থাপন কৰা এবিধ ৰাজহুৱা বিল বা বিধেয়ক। কিন্তু ই কোনোবা ব্যক্তিৰ ওপৰতো প্ৰভাৱ পেলাব পাৰে। ব্ৰিটিছ যুক্তৰাষ্ট্ৰত এনেধৰণৰ বিল গৃহীত কৰাৰ বাবে সুকীয়া পদ্ধতি আছে।

**হাতীপটি** *Milkyway*
মহাকাশত প্ৰায় উত্তৰ-দক্ষিণাকৈ বিয়পি থকা জ্যোতিষ্ক-মণ্ডলী; সৌৰজগত সন্নিবিষ্ট হৈ থকা তাৰকাৰাজ্য। ইয়াত সৰু-ডাঙৰ প্ৰায় ১২,০০০ কোটি তৰা বা নক্ষত্ৰ আছে। হাতীপটি আমাৰ সূৰ্য আৰু খালী চকুৰে দেখা সকলো তৰা থকা তাৰকাৰাজ্য। ৰাতিৰ আকাশত এটা বহল আলিবাটৰ দৰে ছাটি থকা বগা তৰাৰ জাকৰ ৰূপত ইয়াক দেখা যায়। প্ৰাচীন গ্ৰীক কাহিনী মতে দেৱাধিপতি জিউছৰ পত্নী হেৰাৰ দুগ্ধধাৰৰ (স্তন) পৰা গাখীৰ (milk) পৰি আকাশত এটা বগা বাট হৈছিল। গাখীৰৰ বাট বাবেই তাৰ আন এটা নাম হ'ল Milkyway.

**হানছন ৰোগ** *Hansan's Disease*
কুষ্ঠ ৰোগৰ আন এটা নাম। নৰৱেৰ জীৱাণুতত্ত্ববিদ গেৰহাৰ্ড হেনৰিখ আৰমাৰ হানছনে

১৮৭৩ চনত কুষ্ঠ ৰোগৰ জীৱাণু আৱিষ্কাৰ কৰে। তেওঁৰ নামেৰেই কুষ্ঠ ৰোগক হানছন ৰোগ নামেৰেও জনা যায়।

**হানটিংটনৰ ৰোগ** *Huntington's Disease*

স্নায়ুতন্ত্ৰত নৈতিবাচক প্ৰভাৱ পেলোৱা এক বংশগত ৰোগ। এই ৰোগৰ কাৰণ উদ্ভাৱক মাৰ্কিন চিকিৎসক জৰ্জ হানটিংটনৰ (George Huntinton) নামেৰে ৰোগবিধৰ নামকৰণ কৰা হৈছে। এই ৰোগৰ ফলত মগজুৰ কোষ ধ্বংস হয়, শৰীৰটো লৰচৰ কৰাত অসুবিধা হয়, মানসিক কাম-কাজত বাধাৰ সৃষ্টি হয় আৰু প্ৰায়ে ৰোগী মৃত্যুমুখত পৰে।

**হাৰা-কিৰি** *Hara-Kiri*

মূল জাপানী শব্দ। অৰ্থ পেট কটা। প্ৰচলিত অৰ্থ পেট ফালি আত্মহত্যা কৰাৰ জাপানী প্ৰথা। সামন্ত যুগৰ পৰা জাপানত এই প্ৰথাৰ প্ৰচলন হয় যদিও দ্বিতীয় মহাসমৰত জাপানে আত্মসমৰ্পণ কৰাৰ পাছত হাৰা-কিৰি অত্যধিক হোৱা দেখা গৈছিল।

**হাৰিকেন** *Hurricane*

ৱেষ্ট ইণ্ডিজ, মেক্সিকো উপসাগৰ আৰু অষ্ট্ৰেলিয়াৰ কুইনছলেণ্ড সমুদ্ৰ উপকূলত হোৱা এক প্ৰচণ্ড ধুমুহাৰ সাধাৰণ নাম। হাৰিকেনৰ বেগ ঘণ্টাত ১২০-২৪০ কিলোমিটাৰ।

**হাৰ্ট এটেক** *Heart Attack*

হৃদপিণ্ডৰ হৃদধমনী বা কৰোনাৰী ধমনীয়েদি হঠাৎ ৰক্ত চলাচল বন্ধ হৈ যোৱাৰ ফলত হোৱা হৃদৰোগ। এনেদৰে ৰক্ত চলাচল হঠাৎ কিছু সময়ৰ বাবে বন্ধ হৈ গ'লে হৃদযন্ত্ৰৰ কিছু অংশই তেজৰ যোগান নাপায় আৰু ফলস্বৰূপে কিছু হৃদপেশী অকামিলা হৈ পৰিব পাৰে। বিভিন্ন কাৰণত ৰক্ত পৰিবাহী সিৰা-ধমনীবোৰৰ ৰক্ত চলাচল পথটো সৰু আৰু টান হৈ গ'লে এনে হৃদৰোগৰ সৃষ্টি হ'ব পাৰে। হাৰ্ট এটেক হ'লে ৰক্ত পৰিবাহী নলীত তেজৰ চেকুৰা গোট বন্ধা দেখা যায়। অৱশ্যে এই গোট মৰা তেজেই হাৰ্ট এটেকৰ কাৰণ বুলি কোনো নিশ্চিত নহয়। ধমনীৰ বেৰৰ পেশীবোৰ সংকুচিত হৈ চেপা খাই গ'লেও হাৰ্ট এটেক হ'ব পাৰে। অৱশ্যে কেতিয়াবা ৰক্ত পৰিবাহী পথৰ ব্যাস কমি নগ'লেও হাৰ্ট এটেক হ'ব পাৰে। পিছে প্ৰায়বোৰ হাৰ্ট এটেক হয় ৰক্ত পৰিবাহী পথবোৰ ঠেক হৈ অহা 'আৰ্টেৰিঅছক্লেৰাইছ' (Arteriosclerosis) নামৰ লক্ষণৰ বাবে।

**হাৰ্ড নিউজ** *Hard News*

(সাধাৰণতে) ৰাজনীতি, অৰ্থনীতি, বিপৰ্যয়, দুৰ্ঘটনা আদি বিষয়ক গুৰুত্বপূৰ্ণ আৰু অতি সাম্প্ৰতিক বাতৰি। ই এক পোনপটীয়া তথা প্ৰভাৱশালী বাতৰি আৰু ইয়াত ৰহণ লগোৱাৰ সুৰুঙা নাথাকে।

**হাৰ্ডৱেৰ আৰু ছফটৱেৰ** *Hardware and Software*

কম্পিউটাৰৰ দুটা প্ৰধান অংশ। কম্পিউটাৰৰ শৰীৰটোক বা তাৰ অংশবোৰক হাৰ্ডৱেৰ বোলে। ইনপুট, আউটপুট, চি পি ইউ, বাহিৰৰ স্মৃতি বা ভঁৰাল শাখা এইবোৰ হ'ল কম্পিউটাৰৰ হাৰ্ডৱেৰ। সাধাৰণতে লো, তীখা, প্লাষ্টিক, ৰবৰ আদিৰে হাৰ্ডৱেৰ অংশ গঠিত। আনহাতে

কম্পিউটাৰক দিয়া নির্দেশ বা প্রগ্রেমবোৰক বোলা হয় ছফটৱেৰ। ছফটৱেৰৰ সহায়ত কম্পিউটাৰে তাৰ কামবোৰ কৰে। বিভিন্ন ধৰণৰ কামৰ বাবে বিভিন্ন ছফটৱেৰ ৰচনা কৰি তাক ব্যৱহাৰ কৰা হয়।

ছফটৱেৰ আৰু হার্ডৱেৰৰ সমষ্টিটোহে এটা কার্যক্ষম কম্পিউটাৰ। এটাই অকলে কোনো কাম কৰিব নোৱাৰে। হার্ডৱেৰ আৰু ছফটৱেৰৰ সহজ চিনাকিটো হ'ল ঃ কম্পিউটাৰৰ হার্ডৱেৰ অংশ (যেনে ঃ কম্পিউটাৰত থকা টিভিৰ নিচিনা স্ক্রীনখন) হাতেৰে চুব পাৰি (Tangibie), কিন্তু কম্পিউটাৰৰ ছফটৱেৰ অংশ (যেনে ঃ কম্পিউটাৰৰ প্রগ্রেম) হাতেৰে চুব নোৱাৰি (Intangible)।

## হালধীয়া সাংবাদিকতা *Yellow Journalism*

সংবাদপত্ৰত দায়িত্বজ্ঞানহীন, অসত্য বা অতিৰঞ্জিত আৰু অযথা উত্তেজক সংবাদ পৰিৱেশনেৰে কৰা সাংবাদিকতা; ইয়েল্লো জার্নেলিজম; পীত সাংবাদিকতা। ১৮৯৬-৯৭ চনত আমেৰিকাত ইয়োল্লা কিড নামৰ এটা সৰু ল'ৰাৰ কাহিনী থকা কমিকছ্ বৰ জনপ্রিয় হৈছিল। ছপাৰ বিজুতিত ল'ৰাটোৰ মুখমণ্ডল আৰু পিন্ধি থকা চোলাটোত উজ্জ্বল হালধীয়া ৰং লাগি এক আমোদজনক বস্তুৰাৰ দৰে প্রকাশ পাইছিল। ইয়াৰে পৰাই হালধীয়া সাংবাদিকতা শব্দটোৰ উদ্ভৱ হৈছে। হালধীয়া সাংবাদিকতাৰ প্রধান উদ্দেশ্য হৈছে অসত্য বা অতিৰঞ্জিত আৰু অযথা উত্তেজনাসৃষ্টিকাৰী সংবাদ চিত্তাকর্ষক ভংগীত পৰিৱেশন কৰি পাঠকৰ মনোৰঞ্জন কৰা আৰু সংবাদপত্ৰৰ প্রচালন বঢ়োৱা। তেনেদৰে এই সাংবাদিকতাত নানান মুখৰোচক (বহু সময়ত অসত্য) কেলেংকাৰি আৰু আনলৈ বোকা ছটিওৱাৰ দৰে বাতৰি প্রকাশিত হয়। কিন্তু এনে সাংবাদিকতাই এই পৱিত্র বৃত্তিৰ পৱিত্রতা নষ্ট কৰে আৰু কেতিয়াবা ইয়াৰ পৰা ভয়ংকৰ পৰিস্থিতিৰো সৃষ্টি হয়।

## হাৱালা

হাৱালা প্রকৃততে এটা উর্দু শব্দ। পিছে বর্তমান এই শব্দটো, সঞ্চিত ক'লা টকাক 'চালু কৰা' বা পুনৰ বজাৰত মেলি দিয়াৰ এক গোপন আৰু প্রৱঞ্চনামূলক কৌশল বুজাবলৈহে ব্যৱহৃত হ'বলৈ ধৰিছে। এই কৌশলৰ যোগেদি ক'লা টকাক নীতি-বহির্ভূতভাৱে বিদেশী মুদ্রালৈ বিনিময় কৰা হয় আৰু প্রয়োজনমতে বিদেশৰ গোপন একাউণ্টত সেইবোৰ জমা ৰখা হয়। কেতিয়াবা আকৌ বিধি-বহির্ভূতভাৱে বিদেশী মুদ্রালৈ বিনিময় হোৱা ধন, বিধিসম্মতভাৱে ভাৰতলৈকে ঘূৰি আহে আৰু ভাৰতীয় মুদ্রালৈ বিনিময় হৈ 'বগা টকা'ত (white money) পৰিণত হয়।

হাৱালা কৌশল চতুৰতাৰে পৰিচালনা কৰিবলৈ এক আন্তর্জাতিক কুচক্রও সংগঠিত হৈছে। ভাৰতত হাৱালা কেলেংকাৰিৰ বহু কথা পোহৰলৈ আহিলেও আৰু ইয়াক প্রতিৰোধৰ বাবে কিছুমান ব্যৱস্থা গ্রহণ কৰা হ'লেও অনুমান কৰামতে এতিয়াও হাৱালাৰ যোগেদি বহু পৰিমাণৰ টকা বিদেশৰ পৰা (প্রধানকৈ মধ্য প্রাচ্যৰ পৰা) ভাৰতলৈ আহিয়েই আছে বা ভাৰতৰ পৰা বিদেশী একাউণ্টত জমা হৈছে।

## হিউমেন জিনোম প্রজেক্ট *Human Genome Project*

মানুহৰ দেহৰ সমস্ত জিনৰে আকৃতি, প্রকৃতি, গুণাগুণ, বিভিন্ন ক্রিয়া সকলো চিনাক্ত কৰি

চিত্রিত কৰিবলৈ ১৯৯০ চনত আৰম্ভ কৰা এক আন্তর্জাতিক প্রকল্প বা প্রজেক্ট। এই প্রকল্পৰ মুখ্য উদ্দেশ্য হ'ল ৩০০ কোটি আধাৰ যুগ্মৰে (base pair) গঠিত মানুহৰ সম্পূর্ণ জিনোমৰ পাঠোদ্ধাৰ কৰা। এই পাঠোদ্ধাৰৰ ফলত হয়তো জানিব পৰা যাব এটা মাত্র কোষৰ পৰা আৰম্ভ হৈ ভ্রূণ কেনেকৈ মানুহলৈ ৰূপান্তিৰত হয়, প্রতিজন মানুহৰ বিভিন্ন বৈশিষ্ট্যৰ (যেনে ঃ গাৰ ৰং, চুলিৰ ৰং, চকু, নাক, মুখ আদিৰ গঠন) কাৰণেইবা কি ইত্যাদি হাজাৰ প্রশ্নৰ উত্তৰ। ২০০০ চনৰ ২৬ জুনত হিউমেন জিনোম প্রজেক্টৰ এক খচৰা মেপ বা মানচিত্র (draft map) প্রস্তুতকৰণৰ কাম সম্পূর্ণ হয়।

## হিজৰী

হজৰত মহম্মদ মক্কাৰ পৰা মদিনালৈ আশ্রয় বিচাৰি কৰা যাত্রাৰ সময়ৰ পৰা (৬২২ খ্রীষ্টাব্দ) আৰম্ভ হোৱা ইছলামীয় চন।

## হিপোক্রেটিক শপত *Hippocratic Oath*

প্রাচীন গ্রীক চিকিৎসা বিজ্ঞানী হিপোক্রেটিছে (Hipocrates আনু খ্রীষ্টপূর্ব ৪৬০-৩৫৭) প্রচলন কৰা এক নৈতিক শপত। সমগ্র বিশ্বৰে বৃত্তিগত চিকিৎসকসকলে তেওঁলোকৰ সেৱা আৰম্ভ কৰাৰ আগতে এই শপত লয়।

## হিষ্টিৰিয়া *Hysteria*

এবিধ মূৰ্চ্ছা যোৱা ৰোগ। ই একপ্রকাৰৰ স্নায়বিক মানসিক ৰোগ। এই ৰোগত আক্রান্ত ব্যক্তিৰ দৃষ্টি, পৰিপাক শক্তি, যৌনক্রিয়া আৰু নিয়ামক কাৰ্যাৱলী (motor function) ব্যাহত হয়। মনৰ ভিতৰত সংঘাত আৰু হতাশা থাকিলে এই ৰোগে দেখা দিয়ে। এই ৰোগৰ প্রধান বাহ্যিক লক্ষণ হ'ল প্রবল উত্তেজনা আৰু সংজ্ঞা লোপ। সর্বসাধাৰণৰ মাজত ই মৃগী ৰোগ নামেৰেও পৰিচিত।

## হিয়েৰোগ্লীফ *Hieroglyph*

প্রাচীন মিছৰীয় সভ্যতাত বিকাশ হোৱা এক শ্রেণীৰ লিপি। হিয়েৰোগ্লীফ শব্দৰ অর্থ 'পবিত্র লিপি'। প্রাগৈতিহাসিক যুগৰ মিছৰত এক শ্রেণীৰ চিত্রলিপিৰ প্রচলন আছিল। বিৱৰ্তিত হৈ তাৰ পৰাই জন্ম হয় হিয়েৰোগ্লীফৰ। এই লিপিযোগে প্রাচীন মিছৰবাসীয়ে 'সূর্য' লিখিবলৈ হ'লে এটা বৃত্ত আঁকি তাৰ মাজত এটা বিন্দু বহুৱাই দিছিল। সেইদৰে হাতত ধনু-কাঁড় লৈ থকা এজন মানুহৰ ছবিয়ে বুজাইছিল 'যোদ্ধা'। ঐতিহাসিক তথ্য অনুযায়ী খ্রীষ্টপূর্ব ৩১০০-অত মিছৰত লিখন পদ্ধতি হিচাপে হিয়েৰোগ্লীফে প্রতিষ্ঠা লাভ কৰিছিল। প্রত্নতাত্ত্বিকসকলে এতিয়ালৈকে সাতশৰো অধিক এনে লিপিৰ সন্ধান পাইছে। এই লিপিয়ে যে কেৱল শব্দকেই প্রকাশ কৰিছিল এনে নহয়, বেলেগ বেলেগ ধ্বনি বা শব্দাংশও বুজাব পাৰিছিল, অর্থাৎ, ইয়াৰ সহায়ত ভাষা পঢ়া বা উচ্চাৰণ কৰিব পৰা গৈছিল।

*লগতে চাওক কিউনিফর্ম*

## হীনযান *Little Vehicle*

বৌদ্ধ ধর্মৰ দুটা প্রাচীন ভাগৰ এটা (আনটো মহাযান)। হীনযানীসকলৰ মত অনুসৰি

ব্যক্তিগত মুক্তিহে প্ৰকৃত সত্য। এওঁলোকৰ তত্ত্ব পালিভাষাত ৰচিত। এই তত্ত্ব অৱশ্যে মূলতঃ ভাৰতৰ মাজতে সীমাবদ্ধ আছিল। ইয়াক থেৰবাদ (Theravada) বুলিও জনা যায়।

## হেকাৰ *Hacker*

হেকাৰ হ'ল এজন (বা একাধিক) ব্যক্তি, যি সুদক্ষ কম্পিউটাৰ প্ৰগ্ৰেমাৰ আৰু যাৰ কম্পিউটাৰ ছফটৱেৰৰ যথেষ্ট জ্ঞান আছে। হেকাৰসকল কম্পিউটাৰ প্ৰগ্ৰেমিঙৰ ক্ষেত্ৰত প্ৰায় যাদুকৰ। খুব কম সময়তে তেওঁলোকে প্ৰগ্ৰেম তৈয়াৰ কৰিব পাৰে আৰু নিত্য-নতুন প্ৰগ্ৰেম উৎসাহেৰে সৃষ্টি কৰিয়েই থাকে। পিছে প্ৰায়বোৰৰ ক্ষেত্ৰতে হেকাৰে তেওঁলোকৰ প্ৰতিভা আৰু বিশেষ প্ৰগ্ৰেমবোৰ ভাল উদ্দেশ্যত ব্যৱহাৰ নকৰে। তেওঁ আন প্ৰগ্ৰেমবোৰত ব্যাঘাতহে সৃষ্টি কৰে আৰু বহুসংখ্যক কাম তথা প্ৰগ্ৰেম নষ্ট কৰি পেলায়।

অৱশ্যে হেকাৰৰ প্ৰধান কাম তথা উদ্দেশ্য হ'ল আন কম্পিউটাৰত সঞ্চিত গুপুত তথ্যসমূহ চুৰি কৰা তথা ফাদিল কৰা। বিভিন্ন সাংকেতিক কোডেৰে সেই তথ্য আৰু প্ৰগ্ৰেমবোৰ সুৰক্ষিত কৰি ৰখা হ'লেও হেকাৰে তেওঁলোকৰ সৃষ্ট বিশেষ প্ৰগ্ৰেমৰ জৰিয়তে সেই কোডবোৰ অতিক্ৰম কৰি নিৰ্দিষ্ট কম্পিউটাৰটোত প্ৰৱেশ কৰে আৰু গুপ্ত তথ্যসমূহৰ পাঠোদ্ধাৰ কৰে।

## হেঙুল-হাইতাল

হেঙুল হ'ল পাৰা আৰু গন্ধকেৰে প্ৰস্তুত, কাঠত ৰং দিয়া এবিধ গাঢ় ৰঙৰ বস্তু। হাইতাল হ'ল কাঠৰ বস্তু আদি বোলাবলৈ ব্যৱহাৰ কৰা এবিধ আকৰত পোৱা বস্তু। হেঙুলৰ বৰণ ৰঙা আৰু হাইতালৰ বৰণ হালধীয়া। পুৰণি অসমত সাঁচিপাত, তুলাপাত আৰু সিংহাসনত ছবি আঁকিবলৈ, মুখা, মূৰ্তি আদি প্ৰস্তুত কৰাত হেঙুল-হাইতালৰ ব্যাপক ব্যৱহাৰ আছিল।

## হেট্ট্ৰিক *Hattrick*

হেট্ট্ৰিক ক্ৰিকেট খেলৰ লগত সম্পৰ্কিত এটা শব্দ। এজন বলাৰে যদি একেলেথাৰিয়ে তিনিটা বলত তিনিটা উইকেট লাভ কৰিব পাৰে (বা তিনিজন বেট্‌ছমেনক আউট কৰিব পাৰে) তেন্তে হেট্ট্ৰিক কৰা বুলি কোৱা হয়। এই কৃতিত্ব অৰ্জন কৰাজনক বিশেষ এটা নতুন টুপী (hat) দিয়া হৈছিল। বৰ্তমান কোনো লোক বা দলে যিকোনো ক্ষেত্ৰত ক্ৰমাগতভাৱে তিনিবাৰ সফলতা অৰ্জন কৰিলেও তাক হেট্ট্ৰিক বুলি কোৱা হয়।

## হেণ্ডিকেম

*কেমকৰ্ডাৰ চাওক*

## হেবিয়াছ কৰ্পাছ *Habeas Corpus*

এক ন্যায়িক আজ্ঞা-পত্ৰ বা পৰোৱানা (writ); বন্দী প্ৰদৰ্শন পৰোৱানা। ই এটা লেটিন শব্দ। অৰ্থ 'তোমাক শৰীৰটো আনিবলৈ আদেশ দিয়া হৈছে' (You are ordered to have the body)। গ্ৰেপ্তাৰ কৰা কোনো ব্যক্তিক তেওঁৰ অপৰাধৰ আইনী যথাৰ্থতা প্ৰমাণ কৰাৰ অৰ্থে আদালতত সৌশৰীৰে হাজিৰ কৰাবলৈ হেবিয়াছ কৰ্পাছ জাৰি কৰা হয়। আদালতৰ শুনানি নোহোৱাকৈ কোনো ব্যক্তি যাতে কাৰাগাৰত বন্দী হৈ থাকিব নালাগে সেইটো হেবিয়াছ কৰ্পাছে নিশ্চিত কৰে। কোনো ব্যক্তিক পুলিচ বা প্ৰশাসনে গ্ৰেপ্তাৰ কৰিলে তেওঁক সৌশৰীৰে

আদালতত হাজিৰ কৰাব লাগিব, এয়ে হেবিয়াছ কৰ্পাছৰ সাৰ কথা। ১৬৭৯ চনত ইংলেণ্ডত প্ৰথম এই বিধি কাৰ্যকৰী হয়।

### হোমৰুল আন্দোলন *Home Rule Movement*

১৮৭০ চনত আয়াৰলেণ্ডত স্বায়ত্তশাসনৰ দাবীত হোৱা আন্দোলন। এই স্বায়ত্তশাসনৰ দাবীত ১৮৮৬, ১৮৯২ আৰু ১৯১২ চনত তিনিবাৰ তিনিখন বিধেয়ক ব্ৰিটিছ সংসদত উত্থাপন কৰা হয়, কিন্তু প্ৰতিবাৰেই বিধেয়ককেইখন পৰিত্যক্ত হয়। প্ৰথম মহাসমৰৰ পাছত আয়াৰলেণ্ড উত্তৰ আৰু দক্ষিণ আয়াৰলেণ্ডত বিভক্ত হৈ যায়। উত্তৰ আয়াৰলেণ্ড স্বায়ত্তশাসিত অঞ্চলৰূপে ব্ৰিটিছ যুক্তৰাষ্ট্ৰৰ লগত সংযুক্ত হৈ ৰয় আৰু দক্ষিণ আয়াৰলেণ্ডে কেৱল আয়াৰলেণ্ড নামেৰে স্বাধীন ৰাষ্ট্ৰৰূপে আত্মপ্ৰকাশ কৰে। ১৯১৬ চনত ভাৰততো বাল গংগাধৰ তিলক আৰু এনি বেছাণ্টৰ নেতৃত্বত হোমৰুল আন্দোলন হৈছিল।

### হোমৰুল লীগ *Home Rule League*

ভাৰতৰ স্বায়ত্তশাসনৰ দাবীত ১৯১৬ চনত গঠিত দুটা ৰাজনৈতিক দল। ইয়াৰে এটাৰ প্ৰতিষ্ঠাতা বাল গংগাধৰ তিলক আৰু আনটোৰ এনি বেছাণ্ট।

তিলকৰ উদ্যোগত ১৯১৬ চনৰ ২৩ এপ্ৰিলত মহাৰাষ্ট্ৰত গঠিত হয় হোমৰুল লীগ বা স্বৰাজ দল। ইয়াৰ পাছৰে পৰা কংগ্ৰেছ আৰু মুছলিম লীগে যাতে একেলগে ভাৰতৰ শাসন ব্যৱস্থাৰ সংস্কাৰৰ বাবে তৎপৰ হয় তাৰ বাবেও লীগে চেষ্টা কৰে।

এই বছৰৰে ১ আগষ্টত এনি বেছাণ্টৰ উদ্যোগতো হোমৰুল লীগ নামেৰে আন এটা ৰাজনৈতিক দলৰ জন্ম হয়। অন্যান্য ব্ৰিটিছ উপনিৱেশৰ দৰে ভাৰতেও যাতে স্বায়ত্তশাসনৰ অধিকাৰ পায়, তাৰ বাবে আন্দোলন কৰাই এই লীগৰ উদ্দেশ্য আছিল। মহম্মদ আলী জিন্নাও আছিল বেছাণ্টৰ হোমৰুল লীগৰ সদস্য। স্বায়ত্তশাসনৰ দাবীত আন্দোলন কৰাৰ বাবে এনি বেছাণ্টকে ধৰি লীগৰ কেইবাজনো নেতাক অন্তৰীণ কৰা হয়। এনেবোৰ দমন নীতি সত্ত্বেও এনি বেছাণ্টৰ হোমৰুল লীগে দ্ৰুত জনপ্ৰিয়তা লাভ কৰে। কিন্তু সেই সময়তে জাতীয় নেতৃত্বত মহাত্মা গান্ধীৰ আবিৰ্ভাব হয় আৰু পৰিণতিত হোমৰুল লীগৰ প্ৰভাৱ হ্ৰাস পাবলৈ ধৰে।

### হোলোকাষ্ট *Holocaust*

দ্বিতীয় মহাসমৰৰ সময়ত নাজী শাসনৰ ছত্ৰছায়াত ইহুদিসকলক ব্যাপক হাৰত কৰা হত্যা; নৰমেধ যজ্ঞ। মানৱ জীৱনক বহুলভাৱে হত্যা কৰাটোকো এই শব্দটোৰে বুজোৱা হয়।

### হোলোগ্ৰাফী *Holography*

লেন্স ব্যৱহাৰ নকৰি কোনো বস্তুৰ ত্ৰিমাত্ৰিক আৰু সামগ্ৰিক প্ৰতিবিম্ব গঠন কৰাৰ এক বিশেষ পদ্ধতি। প্ৰতিবিম্ব গঠনৰ এই পদ্ধতি সাধাৰণ ফটোগ্ৰাফীতকৈ সম্পূৰ্ণ সুকীয়া। মূল গ্ৰীক ভাষাৰ পৰা অহা এই শব্দৰ মোটামুটি অৰ্থ সামগ্ৰিক চিত্ৰণ।

আধুনিক বিশ্বৰ বিভিন্ন ক্ষেত্ৰত হোলোগ্ৰাফীৰ বহুল প্ৰচলন হৈছে। মানুহৰ শৰীৰৰ টিউমাৰ তথা আন মাৰাত্মক ৰোগৰ পৰ্যবেক্ষণত, কম্পিউটাৰত নানা তথ্য ভৰাই ৰখাত চলচ্চিত্ৰ,

টেলিভিছনকে ধৰি অতি সূক্ষ্ম যন্ত্ৰৰ পৰা উৎপাদিত কোনো সামগ্ৰী নিৰীক্ষণত আৰু সমুদ্ৰ বিজ্ঞানৰ নানা কামত হোলোগ্ৰাফীয়ে লক্ষণীয় ভূমিকা গ্ৰহণ কৰিছে।

**হোলোগ্ৰাম** *Hologram*
কিতাপ, ক্ৰেডিট কাৰ্ড, ডিভিডি আৰু কোনো মূল্যৱান কাকত-পত্ৰ বা পণ্য দ্ৰব্যত লগোৱা এক বিশেষ ধৰণৰ ত্ৰিমাত্ৰিক ষ্টিকাৰ। ই দৰাচলতে এক চিনাক্তকৰণ ছাব। এইবোৰক সহজে নকল কৰিব নোৱাৰি বাবে ইয়াৰ দ্বাৰা বস্তুৰ আচল-নকল চিনাক্ত কৰিব পৰা যায়। কোনো পণ্য বা মূল্যৱান কাকত-পত্ৰ নকল হোৱাৰ পৰা বচাবলৈ নিৰাপত্তাজনিত কাৰণত এনে হোলোগ্ৰাম ব্যৱহাৰ কৰা হয়।

# ক্ষ/য়

**ক্ষমতাৰ সমতা** *Balance of Power*
একপ্ৰকাৰ বৈদেশিক নীতি। কোনো এখন দেশে বিশ্বৰ কোনো অংশতে যাতে অত্যধিক ক্ষমতা বিস্তাৰ কৰিব নোৱাৰে, সেয়া সুনিশ্চিত কৰিবলৈ এই নীতিৰ আধাৰত এক ৰাষ্ট্ৰ-গোট গঠন কৰা হয়।

**ক্ষাৰকীয় জলবিশ্লেষণ** *Alkaline Hydrolysis*
জন্তুৰ মল-মূত্ৰ বা তেনে পেলনীয়া সামগ্ৰীৰ সমস্যা দূৰ কৰাৰ এক পদ্ধতি। এই পদ্ধতিত তেনে দ্ৰব্যবোৰক দ্ৰবীভূত কৰি বা সেইবোৰৰ ৰাসায়নিক বিক্ৰিয়া ঘটাই অৱশেষবোৰ নলাৰে দূৰলৈ লৈ যোৱা হয়।

**ক্ষেপণাস্ত্ৰ বিদ্যা** *Ballisties*
মাধ্যাকৰ্ষণিক ক্ষেত্ৰত গতিশীল বস্তুৰ ক্ষেপণ পথৰ বিশদ অধ্যয়ন কৰা বিজ্ঞানৰ শাখাবিশেষ; প্ৰক্ষেপ বিজ্ঞান। কোনো ক্ষেপণাস্ত্ৰৰ উৎক্ষেপণ, গতিপথ নিয়ন্ত্ৰণ আৰু তাৰ পৰিণাম এই বিজ্ঞানত চৰ্চা আৰু অধ্যয়ন কৰা হয়।

**য়াল্টা সম্মিলন** *Yalta Conference*
১৯৪৫ চনৰ ৪-১১ ফেব্ৰুৱাৰীৰ ক্ৰিমিয়াৰ য়াল্টাত চাৰ্চিল, ৰুজভেল্ট আৰু ষ্টেলিন তেওঁলোকৰ বিষয়াবৰ্গসহ এক সন্মিলনত মিলিত হৈছিল। এই সন্মিলনত সামৰিক ব্যৱস্থা গ্ৰহণ কৰা আৰু শান্তিৰ বাবে ৰাষ্ট্ৰসংঘ গঠন কৰা সম্পৰ্কে আলোচনা কৰা হৈছিল।

**য়াহু** *Yahoo*
ইণ্টাৰনেটৰ এক জনপ্ৰিয় ছাৰ্চ ইঞ্জিন। ৱৰ্ল্ড ৱাইড ৱেবত থকা বিষয়সমূহৰ স্তৰযুক্ত সূচক ব্যৱহাৰ কৰি ই প্ৰয়োজনীয় বিষয়টো বিচাৰি উলিয়ায়।

■■■

# এই গ্ৰন্থত ব্যৱহৃত পৰিভাষা

**A**

Abacus এবাকাছ
ABC এবিচি
ABC State এবিচি ষ্টেট
Abracadabra আব্ৰাক্ৰাডাব্ৰা
Absentee Landlord অনুপস্থিত ভূস্বামী
Absentee Voter অনুপস্থিত ভোটাৰ
Absolute Zero পৰম শূন্য
Absolutism চৰমতন্ত্ৰ
Abstract Art বিমূর্ত কলা
Absurd Drama এবছাৰ্ড নাটক
Abulia আবুলিয়া
AC Current এ চি কাৰেণ্ট
Acarology একাৰোলোজী
Acid Rain এচিড বৰষুণ
Acoustics শব্দ বিজ্ঞান
Acre একৰ
Acromegaly অংগস্ফীতি
Acupuncture আকুপাংচাৰ
Adaptation অভিযোজন
Adipose চৰ্বিকলা
Adriatic Sea এড্ৰিয়াটিক সাগৰ
Advertorial এডভাৰটৰিয়েল
Aerobics এৰোবিকছ
Aerocapture এৰোকেপচাৰ
Aerodynamics এৰোডাইনেমিকছ
Aerosol can এৰোছোল কেন
Aerostatics এৰোষ্টেটিকছ
Aesthetics নন্দনতত্ত্ব
Affidavit এফিডেফিট
Afridi আফ্ৰিডি
Agent Orange এজেণ্ট অৰেঞ্জ
Agnosticism অজ্ঞাবাদ
Agraphia এগ্ৰাফিয়া
Ahura Mazda আহুৰ মাজদা
AIDS এইড্‌ছ
Aileron এ'লৈৰেন
Air Conditioner এয়াৰ কণ্ডিছনাৰ
Akademi, Academy অকাডেমী, একাডেমী
Akinesia আকিনেছিয়া
Albinism শ্বেতচৰ্মিতা
Alchemy এলকেমী
Alexia এলেক্সিয়া
Alkaline Hydrolysis ক্ষাৰকীয় জলবিশ্লেষণ
Allegory ৰূপক
Allergy এলাৰ্জী
Allied Powers মিত্ৰ শক্তি, মিত্ৰ পক্ষ
Alliteration অনুপ্ৰাস
Allopathic এলোপেথিক
Almanac এলমানাক
Alternative Energy বিকল্প শক্তি
Alternative Medicine বিকল্প চিকিৎসা
Altimeter অল্টিমিটাৰ
Alzheimer's এলজাইমাৰছ্
AM and PM এ এম আৰু পি এম
Amazonia আমাজোনিয়া
Ambassador এম্বেছেডৰ
American War of Independence আমেৰিকাৰ স্বাধীনতা যুদ্ধ
Amphitheatre এম্ফিথিয়েটাৰ
Amplifier এমপ্লিফায়াৰ
Amritsar Treaty অমৃতসৰ সন্ধি
Anachronism কাল অসামঞ্জস্যতা
Anaemia এনিমিয়া
Anarchism নৈৰাজ্যবাদ
Anchor এংকৰ
Anesthesia এনাস্থেছিয়া
Angiogenesis এনজিঅ'জেনেছিছ
Anglo-Indian এংলো-ইণ্ডিয়ান

Anglo-Saxon এংলো-ছেক্সন
Angstrom Unit আংষ্ট্ৰম একক
Annual Motion বাৰ্ষিক গতি
Antacid এন্টাচিড
Antarctic Treaty এন্টাৰ্কটিক ট্ৰিটী
Antena এন্টেনা
Anthrax এনথ্ৰাক্স
Anthropology নৃতত্ত্ব
Antibiotic এন্টিবায়োটিক
Antibody এন্টিবডী
Antiseptic এন্টিছেপ্টিক
ANZUS Pact আনজুছ পেক্ট
Aphelion অপসূৰ
Aphonia এফোনিয়া
Aphrodisiac কামোদ্দীপক
Apostle এপোষ্টল
Appeal এপিল
Appendix এপেণ্ডিক্স
Applied Economics প্ৰায়োগিক অৰ্থনীতি
Applied Geography প্ৰায়োগিক ভূগোল
Applied Mathematics প্ৰয়োগিক গণিত
Applied Psychology প্ৰায়োগিক মনোবিজ্ঞান
Aquaculture একুৱাকালছাৰ
Aquaduct একুৱাডাক্ট
Aqualung একুৱালাং
Aqua Regia একুৱা ৰেজিয়া
Arab আৰব
Arab League আৰব লীগ
Arabian Peninsula আৰব উপদ্বীপ
Arab-Israeli War আৰব-ইজৰাইল যুদ্ধ
Archaeology প্ৰত্নতত্ত্ব
Archbishop আৰ্কবিছপ
Archimedes' Principle আৰ্কিমিডিছৰ সূত্ৰ
Archive আৰ্কাইভ
Arctic আৰ্কটিক
Arsenic আৰ্ছেনিক
Art Film কলাত্মক চলচ্চিত্ৰ
Arthritis আৰ্থ্ৰাইটিছ
Article প্ৰবন্ধ
Artificial Rain কৃত্ৰিম বৰষুণ
Aryan আৰ্য
Arya Samaj আৰ্য সমাজ
Asbestos এছবেষ্টছ
Asceticism কৃচ্ছ সাধনা
ASEAN আছিয়ান
Ashes এছেজ
Asia Minor এছিয়া মাইনৰ
Aspirin এছপিৰিন
Assam Accord অসম চুক্তি
Assam Public Service Commission (APSC) অসম লোকসেৱা আয়োগ
Asthma এজমা
Astigmation দোষগ্ৰস্ত দৃষ্টি
Astrology জ্যোতিষ বিদ্যা
Astronomy জ্যোতিৰ্বিজ্ঞান
Astroturf এষ্ট্ৰোটাৰ্ফ
Athletics এথলেকিটকছ
Atlantic, Battle of আটলাণ্টিকৰ যুদ্ধ
Atlantic Charter আটলাণ্টিক চনদ
ATM এ টি এম
Atom Bomb পাৰমাণৱিক বোমা
Atomic Energy পাৰমাণৱিক শক্তি
Atomism পৰমাণুবাদ
Atomizer অটোমাইজাৰ
ATS এ টি এছ
Audio Play শ্ৰব্য নাটক
August Revolution আগষ্ট আন্দোলন
Aurora মেৰুপ্ৰভা
Australoid অষ্ট্ৰেলয়ড
Australopithecus অষ্ট্ৰেলোপিথেকাছ
Austric অষ্ট্ৰিক
Austro-Prussian War অষ্ট্ৰো-প্ৰুছিয়ান যুদ্ধ

Automatic Transmission স্বয়ংক্রিয় ট্রেন্সমিছন
Automation অটোমেছন
Autopsy মৰণোত্তৰ পৰীক্ষা
Auxanometer অক্সেনোমিটাৰ
Auxin অক্সিন
Avent-garde এভেন গার্ড
Avogadro's Law এভোগ্রেডৰ সূত্র
Axiomaties স্বতঃ প্ৰমাণ
Axis Power অক্ষ শক্তি
Ayatollah আয়তোল্লাহ
Azad Kashmir আজাদ কাশ্মীৰ
Aztec এজটেক

**B**

Bacteriological Warfare জীবাণু যুদ্ধ
Baghdad Pact বাগদাদ চুক্তি
Bahai বাহাই
Baking Powder বেকিং পাউদাৰ
Balance of Power ক্ষমতাৰ সমতা
Balanced Growth সমতাপূর্ণ বৃদ্ধি
Balfour Declaration বালফোৰ ঘোষণা-পত্ৰ
Balkan Pact বলকান চুক্তি
Balkan Peninsula বলকান উপদ্বীপ
Balkan Wars বলকান যুদ্ধ
Balkanization বলকানাইজেছন
Ballad বেলাড
Ballistic Missile বেলিষ্টিক মিছাইল
Ballistics ক্ষেপণাস্ত্র বিদ্যা
Balloon বেলুন
Baltic State বাল্টিক ষ্টেটছ
Bamboo Curtain বেম্বো কার্টেন
Bandung Conference বাণ্ডুং সম্মিলন
Baptism বেপ্টিজম
Baptist বেপ্টিষ্ট
Bar Code বাৰকোড
Barbecue বাৰবেকিউ
Barter System পণ্য বিনিময় কেন্দ্ৰ
Baton বেটন
BCG বিচিজি
Beat Generation বীট প্ৰজন্ম
Beat Poetry বীট কাব্য
Behaviourism বিহেভিয়াৰিজম
Behavioual Science বিহেভিয়াৰেল ছায়েন্স
BENELUX বেনেলাক্স
Beriberi বেৰিবেৰি
Bermuda Pent/Shorts বার্মুডা পেণ্ট/ ছর্টছ
Bermuda Triangle বার্মুডা ত্রিভুজ
Bi-focal Spectacles বাই-ফোকেল চছমা
Big Bang বিগ বেং
Big Brother বিগ ব্ৰাদাৰ
Big Five বিগ ফাইভ
Bile পিত্তৰস
Bilirubin বিলিৰুবিন
Billion বিলিয়ন
Binomial Nomenclature দ্বিপদ নামকৰণ
Biochemistry জৈৱ ৰসায়ন
Biodata বায়োডাটা
Biodiversity/Biological Diversity জৈৱ বৈচিত্ৰ্য
Bioenergetics বায়োএনাৰজেটিকছ
Bioengineering জৈৱ অভিযান্ত্ৰিক
Biological Control জৈৱ নিয়ন্ত্ৰণ
Biological Rhythm/Clock জৈৱ ছন্দ
Bionics বায়োনিকছ
Biophysics জৈৱ পদাৰ্থ বিজ্ঞান
Biopsy বায়োপছী
Biosphere জৈৱ গোলক
Biotechnology জৈৱ প্ৰযুক্তি বিজ্ঞান
Bird Flu বার্ড ফ্লু
BIT বিট
Black Box ব্লেক বক্স
Black Dragon Society ব্লেক ড্ৰেগন ছোচাইটী

Black Hole কৃষ্ণ গহ্বৰ
Black Hole Tragedy ব্লেক হোল ট্ৰেজেডী
Black Money ব্লেক মানী
Blank Verse অমিত্ৰাক্ষৰ
Blockbuster ব্লকবাষ্টাৰ
Blog ব্লগ
Blood Pressure ব্লাড প্ৰেছাৰ
Blue Book ব্লু বুক
Blue-Collar ব্লু-কলাৰ
Blue Film ব্লু ফিল্ম
Blue Print ব্লু প্ৰিণ্ট
Bluetooth ব্লু-টুথ
Blue Vitriol তুতীয়া
Body Language বডী লেংগুৱেজ
Bodyline বডীলাইন
Boer War বোৱেৰ যুদ্ধ
Bolshevik বলছেভিক
Bone China বোন চাইনা
Bonsai বনছাই
Bonus বোনাছ
Boolean Algebra বুলিয়ান বীজগণিত
Boomerang বুমেৰাং
Boston Tea Party বষ্টন টী পাৰ্টী
Bouncer বাউন্সাৰ
Bourgeois বুৰ্জোৱা
Boycott বয়কট
BPO বিপিঅ'
Brahma Samaj ব্ৰাহ্ম সমাজ
Brahmi ব্ৰাহ্মী
Braille ব্ৰেইলী
Brain Drain ব্ৰেইন ড্ৰেইন
Brain Storming ব্ৰেইন ষ্টৰ্মিং
Brand Loyalty ব্ৰেণ্ড আনুগত্য
Brazzaville Declaration ব্ৰাজাভিল ঘোষণা-পত্ৰ
Brown Sugar ব্ৰাউন ছুগাৰ
Browse ব্ৰাউজ
Budget Deficit বাজেট ঘাটি
Buffer State বাফাৰ ষ্টেট
Bureaucracy আমোলাতন্ত্ৰ
Bust আবক্ষ মূৰ্তি
Buxar, Battle of বক্সাৰৰ যুদ্ধ
Byline বাইলাইন
Bypass Surgery বাইপাছ ছাৰ্জাৰী
Byte বাইট

## C

Cabinet Mission কেবিনেট মিছন
Cable TV কেব্‌ল টিভি
Caffeine কেফেইন
Caftan কাফতান
Calamine কেলামাইন
Calculator কেলকুলেটৰ
Calculus কেলকুলাছ
Calligraphy কেলিগ্ৰাফী
Calorie কেলোৰি
Camcorder কেমকৰ্ডাৰ
Camouflage কেমোফ্লেজ
Cancer (Malignancy) কেন্সাৰ
Canjeeveram কাঞ্জিভৰম
Canyon গিৰিখাত
Capital Punishment চৰম শাস্তি
Capitalism পুঁজিবাদ
Carat/Karat কেৰেট
Carbohydrate কাৰ্বোহাইড্ৰেট
Carbon Dating কাৰ্বন ডেটিং
Carburetor কাৰ্বুৰেটৰ
Career কেৰিয়াৰ
Caribbean কেৰিবিয়ান
Cartographer কাৰ্টোগ্ৰাফাৰ
Casting Vote নিৰ্ণায়ক ভোট
Catalyst অনুঘটক
Catalytic Converter অনুঘটকীয় ৰূপান্তৰক
Cataract কেটেৰেক্ট
Cathedral কেথেড্ৰেল
Catholic কেথলিক

Catology কেটোলজী
Cat's Eyes কেটছ্ আইজ
Catwalk কেটৱাক
Caucasian ককেছীয়
Caucus ককাছ
Cauvery Dispute কাবেৰী জলবিবাদ
CCTV চি চি টিভি
CD-ROM চিডি-ৰম
Cellular Phone চেলুলাৰ ফোন
Celluloid চেলুলয়ড
Cellulose চেলুলোজ
Celsius চেলছিয়াছ
Censure Motion ভৰ্ৎসনা প্ৰস্তাৱ
Census লোকপিয়ল
Chain Letter শৃংখল চিঠি
Chain Reaction শৃংখল বিক্ৰিয়া
Charjyapada চৰ্যাপদ
Chartism চাৰটিজম
Charvaka চাৰ্বাক
Chaurie Chaura Murder চৌৰি চুৰাৰ হত্যাকাণ্ড
Chemotherapy কেমোথেৰাপী
Chikungunya চিকুনগুন্যা
China Clay চীনা মাটি
Chinaman চাইনামেন
Chip চিপ
Chipco Movement চিপ্‌কো আন্দোলন
Chloroform ক্লোৰোফৰ্ম
Chlorophyll পত্ৰহৰিৎ
Chloroplast হৰিৎকণা
Cholesterol কলেষ্টৰোল
Choreography কোৰিঅ'গ্ৰাফী
Chromosome ক্ৰমোজোম
Ciguatera চিগুৱেটেৰা
Circumcision চুন্নত
Cirrhosis চিৰোছিছ
Citis-Altius-Fortius চাইটিয়াছ অলটিয়াছ-ফৰটিয়াছ
City State নগৰ ৰাষ্ট্ৰ
Civil Disobedience Movement আইন অমান্য আন্দোলন
Classical Music শাস্ত্ৰীয় সংগীত
Classicism ধ্ৰুপদী ৰীতি
Classified Advertisement ক্লাছিফাইড বিজ্ঞাপন
Clay Pigeon ক্লে পিজন
Client State আশ্ৰিত ৰাষ্ট্ৰ
Cliff-hanger ৰোমাঞ্চকৰভাৱে অনিশ্চিত
Climatology জলবায়ু বিজ্ঞান
Clone ক্লোন
Closed Economics ৰুদ্ধ অৰ্থনীতি
Closed User Group (CUG) ক্লোজড ইউজাৰ গ্ৰুপ
Close-up ক্লোজ আপ
Cloud Burst ডাৱৰ বিস্ফোৰণ
Coeducation সহশিক্ষা
Coexistence শান্তিপূৰ্ণ সহৱস্থান
Cold War শীতল যুদ্ধ
Collage কোলাজ
Collateral ওপৰঞ্চি বন্ধকী
Colloquial Language কথিত ভাষা
Colonialism ঔপনিবেশবাদ
Colour Blindness বৰ্ণান্ধতা
Column কলম
Coma কোমা
Combustion দহন
Comic Relief কমিক ৰিলিফ
Commonwealth কমনৱেলথ
Commonwealth of Independent State (CIS) কমনৱেলথ স্বাধীন গণৰাজ্য
Communication Gap কমিউনিকেছন গেপ
Communism কমিউনিজম
Compact Disc (CD) কমপেক্ট ডিস্ক
Comparative Literature তুলনামূলক সাহিত্য
Computer কম্পিউটাৰ
Computer Virus কম্পিউটাৰ ভাইৰাছ

Concentration Camp কনচেনট্রেছন কেম্প
Conditional Access System (CAS) কণ্ডিছনেল এক্সছ ছিষ্টেম
Configuration কনফিগাৰেছন
Constitutional Government নিয়মতান্ত্রিক চৰকাৰ
Constitutional Monarchy নিয়মতান্ত্রিক ৰাজতন্ত্র
Consumer's Sovereignty গ্ৰাহকৰ সাৰ্বভৌমতা
Contact Lens কণ্টেক্ট লেন্স
Continental Drift মহাদেশীয় চলন
Continuing Education ক্রমিক শিক্ষা
Convergence of Media কনভাৰ্জেন্স অব্ মিডিয়া
Copper Age তাম্রযুগ
Copyright কপিৰাইট
Corporate State কৰ্পোৰেট ষ্টেট
Corporation and Company নিগম আৰু কোম্পানী
Cosmetic Surgery কছমেটিক ছাৰ্জাৰী
Cosmic Ray কছমিক ৰে'
Cost and Price ব্যয় আৰু মূল্য
Court Martial কোৰ্ট মাৰ্শ্বেল
Creche ক্ৰেছ
Credit Card ক্ৰেডিট কাৰ্ড
Credit Title পৰিচয় লিপি
Creole ক্রিঅ'ল
Crips Mission ক্রিপ্‌ছ মিছন
Cro-Magnon ক্ৰো-মেগ্‌নন্
Cross Section ক্রছ ছেকচন
Crossed Cheque ক্রছড চেক
Crusade ধৰ্মযুদ্ধ
Cryogenics ক্ৰায়োজেনিকছ
Cryptography সংকেত বিজ্ঞান
Crystal Therapy ক্রিষ্টেল থেৰাপী
CT Scan চিটি স্কেন
Cubism কিউবিজম
Cultural Shock সাংস্কৃতিক প্ৰঘাত
Culture সংস্কৃতি
Cuneiform কিউনিফৰ্ম
Curie কুৰী
Curtsy Light কাৰট্‌ছী লাইট
CV চি ভি
Cybernetics চাইবাৰনেটিকছ
Cyberspace চাইবাৰ স্পেচ

**D**

Dactylology ডেকটাইলোলজী
Dalton's Atomic Theory ডেল্টনৰ পাৰমাণবিক তত্ত্ব
Dandakaranya দণ্ডকাৰণ্য
Dark Ages অন্ধকাৰ যুগ
Dark Horse ডাৰ্ক হৰ্ছ
Darwinism ডাৰউইনৰ মতবাদ
Database ডাটাবেছ
DC Current ডি চি কাৰেণ্ট
Dear Money ডিয়েৰ মানী
Death Rate মৃত্যুৰ হাৰ
Decathlon ডেকাথ্‌লন
Deccan দাক্ষিণাত্য
Decentralization বিকেন্দ্রীকৰণ
Decibel ডেচিবেল
Deflation মুদ্রা সংকোচন
Delhi Durbar দিল্লী দৰবাৰ
Delirium ডেলিৰিয়াম
Deltiology ডেলটিঅ'লোজী
Demigod দেৱযোনী
Democracy গণতন্ত্র
Demography জনসংখ্যা বিজ্ঞান
Demonology প্রেততত্ত্ব
Dengue ডেংগু
Depression ডিপ্ৰেছন
Desalination লৱণমুক্তকৰণ
Despotism স্বৈৰতন্ত্র
Detergent ডিটাৰজেণ্ট
Developed Country উন্নত দেশ

Developing Country উন্নয়নশীল দেশ
Dewey Decimal System ডিৱে ডেচিমেল পদ্ধতি
Diabetes ডায়েবেটিছ
Dialect উপভাষা
Dialysis ডায়েলিছিছ
Diarrhea/Diarrhoea ডায়েৰিয়া
Diaspora বিক্ষিপ্ত অৱস্থান
Diathermy তাপ চিকিৎসা
Dictatorship একনায়কত্ব
Dictionary অভিধান
Digital Camera ডিজিটেল কেমেৰা
Digital Diary ডিজিটেল ডায়েৰী
Digital Versatile Disc ডিজিটেল ভাৰ্ছেটাইল ডিস্ক
Diplopia দ্বিদৰ্শন ৰোগ
Diptheria ডিপথেৰিয়া
Direct Taxation প্ৰত্যক্ষ কৰ
Disarmament নিৰস্ত্ৰীকৰণ
Disco ডিস্কো
Dish TV ডিছ টিভি
Display Advertisement ডিছপ্লে বিজ্ঞাপন
Distillation ডিষ্টিলেছন
Distilled Water ডিষ্টিলড্ ৱাটাৰ
Diurnal Motion আহ্নিক গতি
DNA ডি এন এ
Doberman ডোবাৰমেন
Doctrine of Lapse স্বত্ববিলোপ নীতি
Dolby ডল্বি
Dome গম্বুজ
Don Juan ডন জুৱান
Dope, Doping ডোপ, ডোপিং
Dossier নথি-পত্ৰ
Dot Ball ডট বল
Double Jeopardy দ্বিবিচাৰ
Double Taxation দ্বিগুণ কৰ
Download ডাউনলোড
Draconian ড্ৰেকোনিয়ান
Drainpipe ড্ৰেইনপাইপ
Dravida দ্ৰাবিড়
Drug Holiday ড্ৰাগ হলিডে'
Drug Tolerance ড্ৰাগ সহন ক্ষমতা
Drugs ড্ৰাগছ
Dry Cleaning ড্ৰাই ক্লীনিং
Dry Farming শুষ্ক কৃষি
Dry Port শুষ্ক পোতাশ্ৰয়
DTP ডি টি পি
DDT ডি ডি টি
Dualism দ্বৈতবাদ
Duars ডুৱাৰ্ছ
Dubbing ডাবিং
Dumbarton Oaks Conference ডুম্বাৰটন অ'কছ সন্মিলন
Dumpster Diving ডাম্পষ্টাৰ ডাইভিং
Durable Goods দীৰ্ঘস্থায়ী পণ্য সামগ্ৰী
Durand Line ডুৰাণ্ড লাইন
Dutch ডাচ্
DVD ডি ভি ডি
Dwarfism বামনত্ব
Dwarf Planet বামন গ্ৰহ
D-xing ডি-এক্সিং
Dynamo ডায়নেমো

**E**

Ear Panel ইয়েৰ পেনেল
Earnest Money আমানত ধন
Earth Science ধৰিত্ৰী বিজ্ঞান
East Africa ইষ্ট আফ্ৰিকা
East India Company ইষ্ট ইণ্ডিয়া কোম্পানী
East Indies ইষ্ট ইণ্ডিজ
Easter ইষ্টাৰ
ECG ই চি জি
Echolocation ইকোলকেছন
Ecological Balance পৰিৱেশৰ সমতা
Ecology ইকোলজী
e-commerce ই-কমাৰ্চ
Econometrics ইকনোমেট্ৰিকছ

Economic Depression অৰ্থনৈতিক মন্দাৱস্থা
Economic Planning অৰ্থনৈতিক পৰিকল্পনা
Economic Value Added (EVA) ইকনমিক ভেলু এডেড
Economics of Scale ইকনমিকছ অব্ স্কেল
Eczema একজিমা
Edutainment এডুটেইনমেণ্ট
EEG ই ই জি
Ego অহং
Ekistics বসতি বিজ্ঞান
El Neno এল নিনো
Elastic Rebound Theory পুনঃ স্থিতিস্থাপক তত্ত্ব
E-layer ই-স্তৰ
Electronic Voting Machine (EVM) ইলেকট্ৰনিক ভোটিং মেচিন
Electronics ইলেকট্ৰনিকছ
Elegy ইলিজী
ELISA Test এলিজা টেষ্ট
e-mail ই-মেইল
Embezzlement আত্মসাৎকৰণ
Embossing এম্বছিং
Embourgeoisement মধ্যবিত্তভৱন
Emoticon ইমটআইকন
Empathy মনঃ অনুকূলতা
Enamel এনামেল
Encephalitis এনকেফেলাইটিছ
England ইংলেণ্ড
Enteric Fever আন্ত্ৰিক জ্বৰ
Environment পৰিৱেশ
Enzyme এনজাইম
Epic মহাকাব্য
Epic Theatre এপিক থিয়েটাৰ
Epidemiology মহামাৰী বিজ্ঞান
Epilogue উপসংহাৰ
Episode এপিছোড
Epistaxis এঁৰা
Epitaph এপিটাফ
e-publishing ই-প্ৰকাশন
Esperanto এছপাৰেণ্টো
Estate Duty এষ্টেট কৰ
Eternal City যাউতিযুগীয়া চহৰ
Ether ইথাৰ
Ethics নীতিশাস্ত্ৰ
Ethnology আচৰণ-তত্ত্ব
Ethyl Alcohol ইথাইল এলকহল
Euclidean Geometry ইউক্লিডীয় জ্যামিতি
Eugenics সুপ্ৰজনন বিজ্ঞান
Euphemism কোমলাভিব্যক্তি
Eurasia ইউৰেছিয়া
Eureka ইউৰেকা
Euro ইউৰো
Euro Dollars ইউৰো ডলাৰ
Euro-communism ইউৰো-কমিউনিজম
European Economic Committee (EEC) ইউৰোপিান ইকনমিক কমিটী
European Union (EU) ইউৰোপিয়ান ইউনিয়ন
Euthanasia ইচ্ছামৃত্যু
Euthenics সুজীৱন বিজ্ঞান
Event Management ইভেণ্ট মেনেজমেণ্ট
Eve Teasing ইভ টিজিং
Evolutionism বিৱৰ্তনবাদ
Excerpt উদ্ধৃতি
Existentialism অস্তিত্ববাদ
Exit Poll এক্সিট পোল
Exobiology বহিৰ্জীৱ বিজ্ঞান
Expressionism অভিব্যক্তিবাদ
Ex-showroom Price এক্স-শ্বোৰুম দাম
Extraterritoriality অতি ৰাষ্ট্ৰীয়তা
Extremist and Terrorist উগ্ৰপন্থী আৰু সন্ত্ৰাসবাদী

**F**

Fabiansim ফেবিয়ানিজম
Factors and Production উৎপাদন কাৰক
Fahrenheit ফাৰেনহাইট
Falconry ফালকোন্ৰী
Fantasy, Phantasy ফেণ্টাছী
Far East দূৰ প্ৰাচ্য
Fascism ফেছিবাদ
Fatalism অদৃষ্টবাদ
Fatherland ফাদাৰলেণ্ড
Fax ফেক্স
Feature and Article নিবন্ধ আৰু প্ৰবন্ধ
Feature Film কাহিনী চলচ্চিত্ৰ
Federalism যুক্তৰাষ্ট্ৰীয় ব্যৱস্থা
Feedback ফিডবেক
Feminism নাৰীবাদ
Fertilization নিষেচন
Fiber Optics তন্তু আলোক বিদ্যা
FIFA ফিফা
Filament ফিলামেণ্ট
Filibustering ফিলিবাষ্টাৰিং
Final Products চূড়ান্ত পণ্যদ্ৰব্য
Fine Arts সুকুমাৰ কলা
Finger Prints ফিংগাৰ প্ৰিণ্টছ
Firewall ফায়াৰৱাল
First World প্ৰথম বিশ্ব
First World War প্ৰথম মহাসমৰ
Fish Plates ফিছ প্লেটছ
Five Year Plan পঞ্চবাৰ্ষিক পৰিকল্পনা
Flash Back ফ্লেছ বেক
Flash Forward ফ্লেছ ফৰৱাৰ্ড
Floating Debt ফ্লোটিং ঋণ
Floor Crossing ফ্লোৰ ক্ৰছিং
Flow Chart ফ্লো চাৰ্ট
Flying Saucer ফ্লাইং ছচাৰ
Flyleaf ফ্লাইলীফ
FM Radio এফ এম ৰেডিঅ'
Folk Songs লোকগীত
Food Chain খাদ্য শৃংখল
Foolscap ফুলছকেপ
Foot Note পাদটীকা
Foreign Aid বৈদেশিক সাহায্য
Foreign Exchange বৈদেশিক মুদ্ৰা বিনিময়
Foreign Investment বৈদেশিক বিনিয়োগ
Forward Block ফৰৱাৰ্ড ব্লক
Fourth Estate of Democracy গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ
Fox Fire ফক্স ফায়াৰ
Franchise ফ্ৰেনচাইজ
Franco-Prussian War ফ্ৰান্স-প্ৰুছিয়া যুদ্ধ
Fraternal Twins দ্বিঅণ্ডজ যমজ
Freedom at the Seas ফ্ৰীডম এট দা ছিছ
Freelance Journalist ফ্ৰীলেন্স জাৰ্নেলিষ্ট
Free Lunch ফ্ৰী লাঞ্চ
Free Market মুক্ত বজাৰ
Free Trade মুক্ত বাণিজ্য
Free Verse মুক্তক ছন্দ
French Revolution ফৰাচী বিপ্লৱ
Fresco ফ্ৰেস্কো
Freudian Psychology ফ্ৰয়েডীয় মনোবিজ্ঞান
Freudian Slip ফ্ৰয়েডিয়ান পিছ্‌ল
Fringe Benefits অতিৰিক্ত লাভ
Frost Bite তুষাৰ ক্ষত
Full Employment সম্পূৰ্ণ নিযুক্তি
Fundamentalism মৌলবাদ

**G**

GAAT গাট
Galaxy তাৰকাৰাজ্য
Gall-Bladder গল ব্লাডাৰ
Galvanization দস্তালেপন
Gama Ray গামা ৰশ্মি

Gandhi-Irwin Pact গান্ধী-আৰউইন চুক্তি
Gangrene গাংগ্ৰীন
Gangster গেংষ্টাৰ
Gas Turbine গেছ টাৰবাইন
Gastritis গেষ্ট্ৰাইটিছ
Gastroenteritis গেষ্ট্ৰোএণ্টাৰাইটিছ
Gay গে'
Gayatri গায়ত্ৰী
Gazetteer গেজেটিয়াৰ
Gender Difference লিংগ বৈষম্য
Gene জিন
Gene Bank জিন বেংক
Generalissimo জেনেৰেলিছিমো
Generator জেনেৰেটৰ
Genetic Engineering জেনেটিক ইঞ্জিনিয়াৰিং
Genetics জেনেটিকছ
Geneva Convention জেনেভা চুক্তি
Genius জিনিয়াছ
Geological Time ভূ-তাত্ত্বিক সময়
Geology ভূতত্ত্ব
Geomedicine জিঅ' মেডিচিন
Geostationary Satellite ভূসমলয় উপগ্ৰহ
Gerontology বৃদ্ধতত্ত্ব
Gerrymander গেৰিমেণ্ডাৰ
Gestapo গেষ্টাপো
Geyser গিজাৰ
Ghazal গজল
Ghost Story ভৌতিক গল্প
Gift Tax উপহাৰ কৰ
Ginseng জিনছেং
Gladiator গ্লেডিয়েটৰ
Glasnost গ্লাছনষ্ট্
Glaucoma গ্লুকোমা
Global Warming গ্লোবেল ৱাৰ্মিং
Globalization বিশ্বায়ন
Glorious Revolution গৌৰৱময় বিপ্লৱ
Gold ETF গোল্ড ই টি এফ
Gold Standard স্বৰ্ণমান
Golden Handshake গোল্ডেন হেণ্ডশ্বেক
Good Friday গুড ফ্ৰাইডে
Google গুগল্
Gothic গথিক
GPRS জি পি আৰ এছ
GPS জি পি এছ
Grand Slam গ্ৰেণ্ড শ্লাম
Gravitation মহাকৰ্ষণ
Gravity মাধ্যাকৰ্ষণ
Great Britain গ্ৰেট ব্ৰিটেইন
Great Leap Forward গ্ৰেট লীপ ফৰৱাৰ্ড
Green Belt গ্ৰীন বেল্ট
Green House Effect গ্ৰীন হাউছ এফেক্ট
Green Revolution সেউজ বিপ্লৱ
Greenwich Mean Time (GMT) গ্ৰীনউইচ মান সময়
Grey Economy গ্ৰে ইকনমী
Ground Crew গ্ৰাউণ্ড ক্ৰু
Grouping গ্ৰুপিং
Guerilla War গেৰিলা যুদ্ধ
Guided Missile গাইডেড মিছাইল
Guillotine গিলোটিন
Gulf War উপসাগৰীয় যুদ্ধ
Gun Metal গান মেটেল
Gun Powder গান পাউদাৰ
Gurdwara গুৰুদ্বাৰ
Gut Flora আন্ত্ৰিক জীৱ
Gymkhana জীমখানা
Gymnasium জিমনেছিয়াম
Gymnastics জিমনাষ্টিক্‌ছ
Gypsy জিপছী

**H**

Habeas Corpus হেবিয়াছ কৰ্পাছ
Hacker হেকাৰ
Hadj/Hajj হজ

Haiku হাইকু
Haldighat, Battle of হলদিঘাটৰ যুদ্ধ
Half Life অৰ্ধায়ু
Hansen's Disease হানছন ৰোগ
Hara-Kiri হাৰা-কিৰি
Hard News হাৰ্ড নিউজ
Hardware and Software হাৰ্ডৱেৰ আৰু ছফটৱেৰ
Hattrick হেট্‌ট্ৰিক
Heart Attack হাৰ্ট এটেক
Hieroglyph হিয়েৰোগ্লীফ
High Commissioner and Ambassador হাই কমিছনাৰ আৰু এম্বেছেডৰ
High Definition TV (HTV) হাই ডেফিনেচন টিভি
High Five হাই ফাইভ
High Pressure হাই প্ৰেছাৰ
High Seas উচ্চ সাগৰীয় অঞ্চল
Hippocratic Oath হিপোক্ৰেটিক শপত
Hollywood হলীউড
Holocaust হলোকাষ্ট
Hologram হোলোগ্ৰাম
Holography হোলোগ্ৰাফী
Home Rule League হোমৰুল লীগ
Home Rule Movement হোমৰুল আন্দোলন
Hormone হৰমোন
Hospice হছপিছ
Hot Line হটলাইন
House Journal গৃহ পত্ৰিকা
Human Genome Project হিউমেন জিনোম প্ৰজেক্ট
Human Mind মানুহৰ মন
Human Resources মানব সম্পদ
Human Rights মানব অধিকাৰ
Humanism মানবতাবাদ
Hundred Years War এশবছৰীয়া যুদ্ধ
Huntington's Disease হানটিংটনৰ ৰোগ
Hurricane হাৰিকেন
Hybrid Bill হাইব্ৰিড বিল
Hydraulics/Hydrodynamics জলগতি বিজ্ঞান
Hydrocarbon হাইড্ৰোকাৰ্বন
Hydroelectric Power জলবিদ্যুৎ শক্তি
Hydrography জলাশয় বিজ্ঞান
Hydrophobia জলাতংক
Hydroponics জলজ উদ্ভিদ উৎপাদন তত্ত্ব
Hydrotherapy জলচিকিৎসা
Hyperbole অতিশয়োক্তি
Hypermetropia হাইপাৰমেট্ৰোপিয়া
Hypertext হাইপাৰ টেক্সট
Hypochondria ৰোগাতংক
Hysteria হিষ্টিৰিয়া

## I

IC আই চি
Ice Age তুষাৰ যুগ
Iconography আইকোনোগ্ৰাফী
Idolatry জড়োপাসনা
Id-uj-Joha ঈদ-উজ-জোহা
Id-ul-Fitr ঈদ-উল-ফিতৰ/ঈদুল ফিতৰ
Igloo/Iglu ঈগলু
Ikebana ইকেবানা
Ilbert Bill ইলবাৰ্ট বিল
IM (DT) Act আই এম (ডি টি) আইন
Imagery চিত্ৰকল্প
Imago ইমাগো
Imam ইমাম
Imambara ইমামবাৰা
Immunity অসংক্ৰাম্যতা
Impeachment মহাভিযোগ
Impressionism প্ৰতীতিবাদ
Inbreeding অন্তঃপ্ৰজনন
Inca ইনকা
Incubator ইনকুবেটৰ
Indian Council ইণ্ডিয়ান কাউন্সিল

Indian Independence Act ভাৰতৰ স্বাধীনতা যুদ্ধ
Indigo Riot নীল বিদ্ৰোহ
Indira Point ইন্দিৰা পইণ্ট
Indo-China War ভাৰত-চীন যুদ্ধ
Indo-Pak War ভাৰত-পাক যুদ্ধ
Induction আৱেশ
Industrial Revolution শিল্প বিপ্লব
Inflation মুদ্ৰাস্ফীতি
Influenza ইনফ্লুৱেঞ্জা
Information Technology তথ্য প্ৰযুক্তি
Informercial ইনফোৰমাৰ্চিয়েল
Infotainment ইনফোটেইনমেণ্ট
Inhibition মানসিক নিৰোধ
Input ইনপুট
Innerline Permit ইনাৰলাইন পাৰ্মিট
Insulator অন্তৰক
Insulin ইনছুলিন
Interest সুত
Interlude ইণ্টাৰলুড
Internal Combustion Engine অন্তৰ্দহন ইঞ্জিন
International Date Line আন্তৰ্জাতিক তাৰিখ ৰেখা
Internet ইণ্টাৰনেট
INTERPOL ইণ্টাৰপোল
Intestine অন্ত্ৰ
Inuit ইনউইট
Inverter ইনভাৰ্টাৰ
In vitro Fertilization বহিঃ নিষেচন
Ion আয়ন
Ionosphere আয়নোস্ফেয়াৰ
i-phone আই ফোন
IQ আই কিউ
Iron Curtain লৌহ যৱনিকা
Irony আইৰনী
ISBN আই এছ বি এন
ISDN আই এছ ডি এন
Ishihara Test ইছিহাৰা পৰীক্ষা
ISI আই এছ আই
Island আইলেণ্ড
ISO 9000 আই এছ অ' ৯০০০
Isotope আইছোটোপ
ISP আই এছ পি
Itai-Itai Disease ইটাই-ইটাই ৰোগ
Italics ইটালিকছ
Ivory Tower গজদন্ত মিনাৰ

**J**

Jallianwala Bagh Massacre জালিয়ানবালাবাগৰ হত্যাকাণ্ড
Jargon জাৰগন
Jaundice জণ্ডিচ
Jazz জাজ
Jehad/Jihad জেহাদ
Jet Lag জেট লে'গ
Joule's Law জুলৰ সূত্ৰ
Joystick জয়ষ্টিক
Judicial Review ন্যায়িক পুনৰ্বিবেচনা
Juggernaut জগন্নাথদেৱ
Juke Box জুক বক্স
Junta জুণ্টা
Jurassic জুৰাছিক
Jutland, Battle of জুটলেণ্ডৰ যুদ্ধ
Juvenile Delinquency কৈশোৰ অপৰাধ

**K**

Kabuki কাবুকি
Kaleidoscope কেলিডোস্কোপ
Kamikaze কামিকাজি
Kangra কাংৰা
Kanjeeveram কাঞ্জিভৰম
Kaolin কেওলিন
Karaoke কাৰাওকে
Kawasaki কাৱাছাকি
Kepler's Law কেপলাৰৰ তত্ত্ব
Keratectomy কেৰাটেক্টমী
Keyboard কী বোৰ্ড

Khalistan খালিস্তান
Khalsa খালছা
Kharif Crop খাৰিছ শস্য
Kharoshti খৰোষ্ঠি
Khilafat Movement খিলাফট আন্দোলন
Khuda-e- Khidmotgar খোদা-ই খিদমৎগাৰ
Kitchen Police কিচ্চেন পুলিচ
Kleptomania ক্লেপ্টোমেনিয়া
Knots নট
Koi কোই
Konkan কোংকন
Korean War কোৰিয়া যুদ্ধ
Kumbha Mela কুম্ভমেলা
Kurukshetra War কুৰুক্ষেত্ৰ যুদ্ধ
Kwashiorkor কোৱাছিয়ৰকৰ

**L**

Labour-intensive অতি শ্ৰমিক
Lagoon লেগুন
Laissez-faire অনাহস্তক্ষেপ নীতি
Lamaism লামাতন্ত্ৰ
Lampoon সমালোচনামূলক ব্যংগ
Land of Midnight Sun মাজনিশা সূৰ্য উঠা দেশ
Large Hadron Collidar (LHC) লাৰ্জ হেড্ৰন কোলাইডাৰ
LASER লেজাৰ
Laser Surgery লেজাৰ অস্ত্ৰোপচাৰ
Latin America লেটিন আমেৰিকা
Laughing Gas লাফিং গেছ
Law of Falling Bodies তললৈ গতি কৰা বস্তুৰ সূত্ৰ
Law of Conservation of Enegry শক্তিৰ অবিনশ্বৰতাৰ সূত্ৰ
Leap Year অধিবৰ্ষ
Leftism বামপন্থা
Leftist বামপন্থী
Lesbian লেছবিয়ান
Letter Press লেটাৰ প্ৰেছ
Leukemia লিউকেমিয়া
Liberalism উদাৰ নীতি
Lie Detector লাই ডিটেক্টৰ
Life Expectancy প্ৰত্যাশিত আয়ু
Light House আলোকস্তম্ভ
Light Year আলোকবৰ্ষ
Line of Control (LOC) লাইন অব্ কণ্ট্ৰোল
Linguistics ভাষা বিজ্ঞান
Liposuction লিপোছাকছন
Literacy সাক্ষৰতা
Literacy Rate সাক্ষৰতাৰ হাৰ
Lithotripsy লিথোট্ৰিপছী
Litmus লিটমাছ
Litotes নেতি-ইতি প্ৰয়োগ
Little Vehicle হীনযান
Lobbying লবীকৰণ
Locarno, Treaties of লোকাৰ্নো চুক্তি
Locus Standi হস্তক্ষেপৰ অধিকাৰ
Logistics লজিষ্টিকছ
Long March লং মাৰ্চ
Look East Policy পূবলৈ চোৱা নীতি
Looming লুমিং
Low Pressure ল' প্ৰেছাৰ
LPG এল পি জি
LTTE এল টি টি ই
Lucknow Pact লক্ষ্ণৌ চুক্তি
Luddite Riots লুডাইট আন্দোলন
Lullaby নিচুকণি গীত
Lunar Month চান্দ্ৰমাহ
Lunarquake লুনাৰকুৱেক
Luria Technique লুৰিয়া টেকনিক
Lynching লিনচিং
Lyric গীতি-কবিতা
Lysol লাইছল

**M**

Machanics বল বিজ্ঞান
Machiavellian মেকিয়াভেলিয়ান

Mafia মাফিয়া
Magna Carta মেগ্নাকার্টা
Malapropism মেলাপ্রপিজম
Male Chauvinism পৌৰষ গৰ্বান্ধতা
Malthusianism মালথাছৰ তত্ত্ব
Mandamus মাণ্ডামাছ
Mangrove মেনগ্রোভ
Manicure মেনিকিঅ'ৰ
Maoism মাওবাদ
Marasmus পয়া লগা ৰোগ
Marathon মাৰাথন
Market Economy বজাৰ অৰ্থনীতি
Marsh Test মাৰ্শ্ব টেষ্ট
Marshal মাৰ্শ্বাল
Martial Art মাৰ্ছিয়েল আৰ্ট
Marxism মাৰ্ক্সবাদ
Masochim মৰ্ষকাম
Mass Communication গণ সংযোগ
Mass Media গণ মাধ্যম
Masthead মাষ্ট হেড
Matinee Show মেটিনি শ্বো
May Day মে'দিবস
McCarthyism মেকাৰ্থিজম
McMahon Line মেকমোহন লাইন
Media মিডিয়া
Medici মেডিচি
Medical Transcription মেডিকেল ট্ৰেন্সক্ৰিপচন
Me-dum Me-Phı মে-ডাম মে-ফি
Mega মেগা
Mega Pixel মেগা পিক্সেল
Melodrama মেলোড্ৰামা
Memorandum of Understanding (MoU) বুজাবুজিৰ চুক্তি
Memory Card মেমোৰী কাৰ্ড
Mendel's Law মেণ্ডেলৰ সূত্ৰ
Meningitis মেনিন্‌জাইটিছ
Menopause মেনোপজ
Mesosphere মেছোস্ফেয়াৰ
Mesozoic মেছোজয়িক
Metadrama অধি-নাটক
Metafiction অধি-উপন্যাস
Metaphysics অধিবিদ্যা
Meteorology বতৰ বিজ্ঞান
Meter মিটাৰ
Microbiology মাইক্ৰোবায়োলজী
Microcomputer মাইক্ৰো কম্পিউটাৰ
Microeconomics মাইক্ৰোইকনমিক্‌ছ
Micronesia মাইক্ৰোনেছিয়া
Microwave মাইক্ৰোৱেভ
Middle Age (Medieval Period) মধ্য যুগ
Middle Class মধ্যবিত্ত শ্ৰেণী
Middle East মধ্য প্ৰাচ্য
Migration প্ৰব্ৰজন
Milkyway হাতীপটি
Mime মুকাভিনয়
Mimicry অনুকৃতি
Minamata Disease মিনামাটা ৰোগ
Mineral Water মিনাৰেল ৱাটাৰ
Minority সংখ্যালঘু
Miss Universe মিছ ইউনিভাৰ্ছ
Miss World মিছ ৱৰ্ল্ড
Mistress উপপত্নী
Mixed Economy মিশ্ৰ অৰ্থনীতি
MMS এম এম এছ
Moamoria Rebelion মোৱামৰীয়া বিদ্ৰোহ
Mock Test মক টেষ্ট
MODEM মডেম
Module মডিউল
Momnesia মমনেছিয়া
Mongolism মংগোলীয় বিকাৰ
Monism অদ্বৈতবাদ
Monodrama মনোড্ৰামা
Monotheism একেশ্বৰবাদ
Montage মণ্টাজ
Montessori System মণ্টেছৰী পদ্ধতি

Montford Reforms মণ্ট-ফোর্ড শাসন সংস্কাৰ
Moorer Law মুৰেৰ সূত্ৰ
Moot Court মুট কোৰ্ট
Moratorium মৰেটৰিয়াম
Morphology আকৃতি বিজ্ঞান
Motherboard মাডাৰ বোৰ্ড
Movie Camera মুভি কেমেৰা
MP3 Player এম পি থ্ৰী প্লেয়াৰ
MRI এম আৰ আই
Multimedia মাল্টিমিডিয়া
Mung-dun-chun-kham মুং-ডুন-চুন-খাম
Munich Agreement মিউনিক চুক্তি
Muslim League মুছলিম লীগ
Myopia মায়োপিয়া
Mysticism অতীন্দ্ৰিয়বাদ

**N**

NAM নাম
Nanotechnology নেনো প্ৰযুক্তি
Naphthalene নেপথেলিন
Narrow Casting নেৰো কাষ্টিং
Nasal Roar নাসিকা গৰ্জন
Nation State জাতীয় ৰাষ্ট্ৰ
National Income ৰাষ্ট্ৰীয় আয়
Nationalism জাতীয়তাবাদ
Nationalization ৰাষ্ট্ৰীয়কৰণ
NATO নাটো
Natural Gas প্ৰাকৃতিক গেছ
Natural Wastage প্ৰাকৃতিক অপচয়
Nazism নাজীবাদ
Neanderthal নিয়াণ্ডাৰ্থাল
Neo-Classicism নিঅ'-ক্লাছিচিজম
Neo-Colonialism নব্য-ঔপনিবেশবাদ
Neo-Realism নিঅ'-ৰিয়েলিজম
Nephanalysis নেফানাইলিছ
Nephoscope নেফোস্কোপ
Nephritis নেফ্ৰাইটিছ
Netiquette নেটিকেট
Netizen নেটিজেন
Network নেটৱৰ্ক
New Deal নিউ ডীল
New Democracy নব্য গণতন্ত্ৰ
Newspeak নিউস্পীক
Newton's Law of Motion নিউটনৰ গতিসূত্ৰ
NGO এন জি অ'
Nickelodeon নিকেলোডিয়ন
Night Watchman নাইট ৱাটছমেন
Nihilism নিহিলিজম
Nitrogen Cycle নাইট্ৰোজেন চক্ৰ
Nomophobia নোমোফোবিয়া
Non-Aligned Movement গোষ্ঠী নিৰপেক্ষ আন্দোলন
Non-Aryan অনাৰ্য
Non-Co-operation Movement অসহযোগ আন্দোলন
Nonebrity নোনেব্ৰিটী
Non-Feature Film অ-কাহিনী চলচ্চিত্ৰ
Non-stick Cookware নন ষ্টিক ৰন্ধন সঁজুলি
Nordic নৰ্ডিক
Nouvelle Vague নভেল ভাগ
Nova নোভা
Novel উপন্যাস
Novelette উপন্যাসিকা
N-ray এন-ৰে
Numerology সংখ্যাতত্ত্ব
Nursery Rhyme নাৰ্ছাৰী ৰাইম

**O**

Obesity মেদবহুলতা
Occupational Disease অকুপেছনেল ডিজিজ
Occupational Therapy অকুপেছনেল থেৰাপী
Octave অক্টেভ
Octavo অক্টেভো
October Revolution অক্টোবৰ বিপ্লব

Oedipus Complex ইদিপাছ কমপ্লেক্স
OK অ' কে
Olympic Order অলিম্পিক অৰ্ডাৰ
Om ওঁম, ওঁ
Ombrometer অম্ব্ৰোমিটাৰ
Oncology অংকোলজী
On-site অনছাইট
OPEC অ'পেক
Open Heart Surgery অ'পেন হাৰ্ট ছাৰ্জাৰী
Open University মুক্ত বিশ্ববিদ্যালয়
Opera অপেৰা
Operation Blue Star অপাৰেছন ব্লু ষ্টাৰ
Operation Flood অপাৰেছন ফ্লাড
Opinion Poll অপিনিয়ন পোল
Opsonins অপ্‌ছোনিন্‌ছ
Opsonins Index অপ্‌ছোনিন্‌ছ ইণ্ডেক্স
Optical Character Recognition (OCR) অপ্টিকেল কেৰেক্টাৰ ৰিকগ্‌নিছন
Optical Illusion দৃষ্টি বিভ্ৰম
Optical Scanner অপ্টিকেল স্কেনাৰ
Optometry অপটোমেট্ৰি
Oral Literature মৌখিক সাহিত্য
Orchestra অৰ্কেষ্ট্ৰা
Ordinance অধ্যাদেশ
Organisation of African Unity (OAU) আফ্ৰিকাৰ ঐক্য সংঘ
Orgeno Phosphorus অৰ্গেনি ফছফৰাছ
Orientalism প্ৰাচ্যবাদ
Origami অৰিগামি
Orion কালপুৰুষ
Osteomalacia অষ্টিঅ'মালাচিয়া
Output আউটপুট
Outsourcing আউটছোৰ্চিং
Overloading অ'ভাৰলোডিং
Oxford Movement অক্সফোৰ্ড আন্দোলন
Oxidation অক্সাইডেছন
Oxide অক্সাইড
Oxy-acetylene Flame অক্সি-এচিটিলিন শিখা
Oxymoron

**P**

Pace-Maker পেচ-মেকাৰ
Pagoda পেগোদা
Painkillers পেইনকিলাৰ
Palassy, Battle of পলাশীৰ যুদ্ধ
Paleolithic Age প্ৰত্নপ্ৰস্তৰ যুগ
Paleontology জীবাশ্ম বিজ্ঞান
Palestine পেলেষ্টাইন
Palindrome পেলিনড্ৰোম
PAN Card পেন কাৰ্ড
Pandora's Box পেণ্ডোৰাৰ বাকচ
Panipat, Battles of পানীপথৰ যুদ্ধ
Paparazzi পাপাৰাজ্জি
Papyrus পেপিৰাছ
Paradox পেৰাডক্স
Paralympics পেৰা অলিম্পিক
Parapraxis পেৰাপ্ৰাক্সিছ
Paratrooper পেৰাট্ৰুপাৰ
Paris Peace Conference পেৰিছ শান্তি সন্মিলন
Parkinson's Disease পাৰ্কিনছন্‌ছ ডিজিজ
Parliamentary Democracy সংসদীয় গণতন্ত্ৰ
Parody পেৰোডী
Parole পেৰোল
Parsec পাৰছেক
Partition of Bengal বংগ বিভাজন
Pascal's Law পাস্কেলৰ সূত্ৰ
Passport পাছপোৰ্ট
Passport Size Photo পাছপোৰ্ট আকাৰৰ ফটো
Patent পেটেণ্ট
Patent Log পেটেণ্ট লগ
Patharughat, Battle of পথৰুঘাটৰ ৰণ
Pedicure পেডিকিঅ'ৰ

Peking Man পিকিং মানৱ
Pen Drive পেন ড্ৰাইভ
Penicillin পেনিচিলিন
Per Capita Income জনমূৰি আয়
Perestroika পেৰেষ্ট্ৰইকা
Performing Art পৰিৱেশ্য কলা
Perihelion অনুসূৰ
Periodic Law পৰ্যাবৃত্ত সূত্ৰ
Periodic Table পৰ্যাবৃত্ত তালিকা
Permian পাৰমিয়ান
Petrodollar পেট্ৰোডলাৰ
Petty Bourgeois পেটি বুৰ্জোৱা
PG পি জি
pH (Potential of Hydrogen) পি এইচ
Phantasy ফেণ্টাছী
Pharaoh ফাৰাও
PhD and DSc পি এইচ ডি আৰু ডি এছ চি
Pheromone ফেৰোমোন
Philately ফিলাটেলী
Philosophy দৰ্শন
Phobia ফোবিয়া
Phoenix ফনিক্স
Phonetics ধ্বনি বিজ্ঞান
Phonology ধ্বনিতত্ত্ব
Phosphor অনুপ্ৰভ পদাৰ্থ
Photostat ফটোটেষ্ট
Photo Synthesis সালোক সংশ্লেষণ
Photocromic Glass ফটোক্ৰমিক গ্লাছ
Physiognomy চৰিত্ৰ দৰ্শন বিদ্যা
Physiotherapy ফিজিঅ'থেৰাপী
Pi পাই
PIN Code পিন কোড
Plagiarism কুম্ভীলক বৃত্তি
Plague প্লেগ
Planetarium প্লেনেটেৰিয়াম
Plassey (Palashi), Battle of পলাশীৰ যুদ্ধ
Plaster of Paris প্লাষ্টাৰ অব্ পেৰিছ
Plastic Surgery প্লাষ্টিক ছাৰ্জাৰী
Platinum Jubilee প্লেটিনাম জয়ন্তী
Platonic প্লেটোনিক
Play Therapy প্লে থেৰাপী
Plismoll Mark প্লিছমল মাৰ্ক
Pneumatic Tyre নিউমেটিক টায়াৰ
Pneumonia নিউমোনিয়া
Point, Point Size পইণ্ট, পইণ্ট ছাইজ
Polaroid পোলাৰয়ড
Policy of Subsidiary Alliance অধিনতামূলক মিত্ৰতা
Pomology উদ্যান বিজ্ঞান
Pop Culture পপ কালচাৰ
Porcelain পৰ্চেলিন
Pornography পৰ্নোগ্ৰাফী
Post-Modernism উত্তৰ-আধুনিকতাবাদ
Postmortem মৰণোত্তৰ পৰীক্ষা
Post-Colonialism উত্তৰ-ঔপনিবেশবাদ, উত্তৰ ঔপনিৱেশিকতা
POTA পোটা
Potsdam Conference পোটছডাম সম্মিলন
Prathana Samaj প্ৰাৰ্থনা সমাজ
Pre-consciousness আসংজ্ঞান
Preface পাতনি
Press Information Bureau (PIB) প্ৰেছ ইনফৰমেছন ব্যুৰো
Press Trust of India (PTI) প্ৰেছ ট্ৰাষ্ট অব্ ইণ্ডিয়া
Primary Colour প্ৰাথমিক বৰণ
Prime Time প্ৰাইম টাইম
Privy Purse ৰাজন্য ভাত্তা
Processor প্ৰচেছৰ
Prodigy প্ৰডিজি
Production উৎপাদন
Productivity উৎপাদন ক্ষমতা
Propaganda প্ৰোপাগাণ্ডা

